

৩৩৪

# ভোৰতাল

## স্মৃতিগ্ৰন্থ



### অসম সাহিত্য সভাৰ একষষ্টিতম অধিৱেশন




**৯, ১০, ১১, ১২ আৰু ১৩ ফাগুণ, ১৯১৬ শক**

**২২, ২৩, ২৪, ২৫ আৰু ২৬ ফেব্ৰুৱাৰী, ১৯৯৫ চন**

**কোঁহিৰাম - হলীৰামক্ষেত্ৰ ঃ সৰ্থেবাৰী**

*সম্পাদকদ্বয়*

**প্ৰফুল্ল তামুলী**

**দক্ষেশ্বৰ ডেকা**

BHORTAL : A Souvenir edited by Sri Prafulla Tamuli and Daksheswar Deka, published by Sri Kularanjan Bhuyan, General Secretary, Reception Committee of the 61st Session of Asom Sahitya Sabha held at Kohiram-Haliram Khetra, Sarthebari, Assam. Price : Rs. 60.00 only.

'ভোৰতাল' স্মৃতিগ্ৰন্থ ঃ অসম সাহিত্য সভাৰ একষষ্টিতম অধিৱেশন,
প্ৰকাশক ঃ শ্ৰীকুলৰঞ্জন ভূঞা, সাধাৰণ সম্পাদক, আদৰণি সমিতি

## স্মৃতিগ্ৰন্থ উপ-সমিতি

*উপদেষ্টা ঃ*
শ্ৰীভবানন্দ ডেকা
শ্ৰীগোপাল চন্দ্ৰ ডেকা
শ্ৰীজীতেন্দ্ৰ নাথ ভূঞা

*সভাপতি ঃ*
শ্ৰীচিত্তৰঞ্জন ডেকা

*উপসভাপতি ঃ*
শ্ৰীমথুৰা মোহন গোস্বামী
শ্ৰীভবেশ ডেকা

*সম্পাদকদ্বয় ঃ*
শ্ৰীপ্ৰফুল্ল তামুলী
শ্ৰীদক্ষেশ্বৰ ডেকা

*সহঃ সম্পাদক ঃ*
শ্ৰীপ্ৰণৱ পাটোৱাৰী
শ্ৰীগণেশ চন্দ্ৰ গোস্বামী

*সদস্য ঃ*
শ্ৰীহৰেকৃষ্ণ দাস
শ্ৰীমহাদেৱ ডেকা
শ্ৰীঅখিল ডেকা
ড° সুৰেশ ডেকা
শ্ৰীপ্ৰসন্ন কুমাৰ শৰ্মা
শ্ৰীভগৱান পাটোৱাৰী
শ্ৰীদেৱব্ৰত ডেকা
শ্ৰীভূমিধৰ বৰ্মণ
শ্ৰীমনোজ বৰ্মণ
শ্ৰীপ্ৰতুল ডেকা

*বেটুপাত ঃ*
শ্ৰীঅজিত তালুকদাৰ

*পৰিকল্পনা ঃ*
শ্ৰীবিষ্ণু প্ৰসাদ তামুলী

ছপা ঃ
আদ্যাশ্ৰী প্ৰেছ, কলিকতা - ৬

কম্পোজিং ঃ
কম্পিউটাৰ আৰ্টচ,
এচ, চি, ৰোড, আঠগাওঁ, গুৱাহাটী- ৭৮১ ০০১

*অৰিহণা ঃ ৬০.০০ টকা মাথোন*

অসমৰ বৃহত্তম জাতীয় অনুষ্ঠান
অসম সাহিত্য সভাৰ একষষ্টিতম অধিৱেশনৰ
এই শুভ লগ্নত, চন্দ্ৰকান্ত অভিধানৰ মুখ্য সংকলক
পণ্ডিত কোহিৰাম দাস আৰু
প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ, কথাশিল্পী হলীৰাম ডেকাৰ
নামত উৎসৰ্গিত কোহিৰাম - হলীৰাম ক্ষেত্ৰত
পদধূলি দি আমাক ধন্য কৰা প্ৰতিনিধি, দৰ্শক প্ৰতিনিধি,
সাহিত্য সভাৰ কৰ্ণধাৰ আৰু ৰাইজক আদৰিবলৈ
পাই আমি আনন্দত আপ্লুত হৈ পৰিছোঁ।
সবাকো আমি আন্তৰিক অভিনন্দন
আৰু কৃতজ্ঞতা জনাইছোঁ
আৰু অনিচ্ছাকৃত দোষ-ত্ৰুটিৰ বাবে
ক্ষমা ভিক্ষা মাগিছোঁ।

আদৰণী সমিতি
অসম সাহিত্য সভাৰ ৬১ তম অধিৱেশন
**কোহিৰাম - হলীৰাম ক্ষেত্ৰ**
**সৰ্থেবাৰী**

## অশ্ৰু অঞ্জলি যাচিছোঁ

অসম সাহিত্য সভাৰ
৬১ তম সৰ্থেবাৰী অধিৱেশনৰ
প্ৰস্তুতি চলি থকা কালছোৱাত
অসমৰ সাহিত্য আৰু চিন্তা জগতৰ
কেবাগৰাকীও বিশিষ্ট লোকৰ দেহান্তৰ ঘটে।
সেইসকলৰ ভিতৰত অন্যতম
ড° লীলা গগৈ, ড° প্ৰফুল্ল দত্ত গোস্বামী,
কবি বিনন্দচন্দ্ৰ বৰুৱা, কবি ৰাম গগৈ
আৰু অনু বৰুৱাৰ মৃত্যুত
আমি অশ্ৰু অঞ্জলি যাচিছোঁ
আৰু তেখেতসকলৰ বিদেহী অমৰ আত্মাৰ উদ্দেশ্যে
শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰিছোঁ।



## উছৰ্গা

যিগৰাকী ব্যক্তিয়ে অসম সাহিত্য সভাৰ
অৰাজনৈতিক চৰিত্ৰ অক্ষুণ্ণ ৰাখি
সভাক সুস্থ-সৰল আৰু জনমুখী কৰিবলৈ
অহোপুৰুষাৰ্থ কৰিছিল,
অসম সাহিত্য সভাৰ তৃণমূল পৰ্যায়ৰ কৰ্মী,
কাৰ্য্যৰত সভাপতি, সুসাহিত্যিক আৰু গৱেষক পণ্ডিত
সেই গৰাকী মহান অসমীয়া ড° লীলা গগৈয়ে
হঠাতে আমাক কন্দুৱাই পৰলোকলৈ গমন কৰে।
ড° লীলা গগৈ দেৱৰ
পৱিত্ৰ স্মৃতিত
'ভোৰতাল' উছৰ্গা কৰা হ'ল।

সম্পাদকদ্বয়
**'ভোৰতাল'**



## শুভেচ্ছা বাণী

*আমি জানিবলৈ পাই সুখী হৈছোঁ যে অসম সাহিত্য সভাৰ ৬১ তম্ সৰ্থেবাৰী অধিৱেশন উপলক্ষ্যে আদৰণী সমিতিৰ তৰফৰ পৰা সৰ্থেবাৰীৰ ঐতিহ্য সম্বলিত ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈ যো-জা কৰা হৈছে। আমি অন্তৰেৰে কামনা কৰোঁ যে স্মৃতিগ্ৰন্থখনিত সৰ্থেবাৰী অঞ্চলৰ ঐতিহাসিক, সাংস্কৃতি আৰু আৰ্থসামাজিক দিশ প্ৰতিফলিত হ'ব আৰু ই পঢ়ুৱৈ সমাজৰ সতে সৰ্বাত্মক যোগাযোগৰ সাঁকো হিচাবে পৰিগণিত হ'ব। আদৰণী সমিতিৰ এনে সজ প্ৰচেষ্টাৰ প্ৰতি আমি আন্তৰিক শুভেচ্ছা জনাইছোঁ আৰু সৰ্থেবাৰী অধিবেশনখনি সৰ্বতোপ্ৰকাৰে সাফল্যমণ্ডিত হ'ব বুলি আশা কৰিছোঁ।*

স্বাক্ষৰ ঃ হিতেশ ডেকা
সভাপতি
৬১ তম্ সৰ্থেবাৰী অধিৱেশন,
অসম সাহিত্য সভা

তাৰিখ ঃ ১ ফাগুন, ১৯১৬ শক।



## শুভেচ্ছা বাণী

অসম সাহিত্য সভাৰ একষষ্টিটম অধিৱেশনখনি সৰ্থেবাৰীৰ কোঁহিৰাম-হলীৰাম ক্ষেত্ৰত অহা ২২ ফেব্ৰুৱাৰীৰ পৰা ২৬ ফেব্ৰুৱাৰীলৈ অনুষ্ঠিত হ'ব-- এইটো সকলোৰে বাবে শুভ সংবাদ। কাঁহশিল্প আৰু কৃষক বিদ্ৰোহৰ ঐতিহ্যৰে সমৃদ্ধ সৰ্থেবাৰীৰ এক ইতিহাস আছে। জাতীয় জীৱনৰ এনে বিশেষ পৰিস্থিতিত সেয়েহে সৰ্থেবাৰী অধিৱেশনৰ গুৰুত্ব অনস্বীকাৰ্য।

অধিৱেশন উপলক্ষে প্ৰকাশ কৰিব খোজা স্মৃতিগ্ৰন্থখনিত সৰ্থেবাৰী অঞ্চলৰ ঐতিহ্যৰ লগতে সমসাময়িক অসমীয়া সাহিত্যৰো স্ফুৰণ ঘটিব বুলি আমি আশা কৰিলোঁ। সৰ্থেবাৰী অঞ্চলৰ ৰাইজৰ ঐক্য আৰু মানসিক দৃঢ়তাই অধিৱেশনখনি সফল কৰি তোলাৰ উপৰিও অধিৱেশন উপলক্ষে প্ৰকাশ হ'ব লগীয়া স্মৃতিগ্ৰন্থখনিও সবাংগ সুন্দৰ হৈ ইতিহাস ৰচনা কৰক— আমি এই কামনাৰে শুভেচ্ছা জনালোঁ।

**শ্ৰীবিশ্ব বৰুৱা**
ভাৰপ্ৰাপ্ত সভাপতি
অসম সাহিত্য সভা

প্ৰতি
সম্পাদক, স্মৃতিগ্ৰন্থ
৬১ তম সৰ্থেবাৰী অধিৱেশন
অসম সাহিত্য সভা
সৰ্থেবাৰী (বৰপেটা জিলা)

# সম্পাদকৰ কলম

সৰ্থেবৰীয়া ৰাইজৰ হেপাহ পুৰণ হ'ল। অসম সাহিত্য সভাৰ এখন অধিৱেশন পাতিবলৈ সুবিধা পালে সৰ্থেবাৰীয়ে। অসমৰ ৰাইজৰ আশা-আকাংক্ষাৰ প্ৰতীক, ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই বিভিন্ন দুৰ্যোগৰ মাজেৰে আহি বৰ্তমানৰ অৱস্থাত উপনীত হৈছেহি। এনে এটি অনুষ্ঠানক আদৰাৰ গৌৰৱেৰে সৰ্থেবাৰী ধন্য হ'ল আজি।

সৰ্থেবাৰী এখন ক্ষুদ্ৰ নগৰ। ইয়াৰ ইতিহাস প্ৰসিদ্ধি জানিবলৈ পোৱা হোৱা নাই যদিও জনশ্ৰুতি মতে সুৰথপুৰৰ ৰজাৰ জীয়ৰী কোনোবা সৰ্থীদেৱীৰ নামৰ সতে ইয়াৰ এটা সম্পৰ্ক আছে। ইয়াৰোপৰি কাঁহৰ ব্যৱসায়ক কেন্দ্ৰ কৰি সাৰ্থবাহ সকলৰ সংযোগত বা সথৰবাৰী, সথাথোৱাথেৰ বাৰী, সৎথেৰবাৰী, সন্থাথেৰবাৰী.বা শৰত (সৰত)থেৰবাৰী আদিৰ পৰাগৈ সৰ্থেবাৰী নামৰ উৎপত্তি হ'ব পাৰে বুলি ভবা ভিন্ন মতো আছে। ইয়াৰ বিচাৰ কৰিবলৈ শুধ গৱেষণাৰ দৰকাৰ হ'ব। সৰ্থেবাৰীত এফালে বৈষ্ণৱ প্ৰভাৱ আৰু আনফালে সহযোগিতাৰ মাজেৰে আত্মনিৰ্ভৰশীল হৈ চলা স্বাধীনচেতীয়া চিন্তাৰ প্ৰভাৱ আছে। সংৰক্ষণশীলতা আৰু উদাৰতা দুয়োটাতে সৰ্থেবাৰী সমানে আগবঢ়া। সৰ্থেবাৰী অকলশৰীয়া দ্বীপ এটি নহয়। ই সৰুক্ষেত্ৰী মৌজাৰ এটি অংশ। সৰুক্ষেত্ৰী শব্দটোৰো এটি নিজস্ব মহিমা আছে। সৰুক্ষেত্ৰীৰ বাসিন্দা বুলি আমি সকলোৱে গৌৰৱ কৰো। আগৰ ক্ষেত্ৰীৰ পৰা গৈ এতিয়াৰ সৰুক্ষেত্ৰী হৈছে। এতিয়াও আমি 'খেইত্ৰা'। আমাৰ এচাম পাকা মৌজাবাসী। তেওঁলোক আমাৰ সহোদৰ। ক্ষেত্ৰী-ধৰ্মপুৰ মৌজাবাসীৰ লগতো আমাৰ সম্পৰ্ক অতি ওচৰৰ। আমি সৰ্থেবাৰীৰো, সৰুক্ষেত্ৰীৰো। শব্দ আৰু ব্যঞ্জনাৰ ওপৰত অধিক গুৰুত্ব দি থাকোতে কেতিয়াবা আমি বাহিৰৰ বহল পৃথিবীখনৰ পৰা আঁতৰি অহা যেন লাগে। মানুহৰ পৃথিৱীত আমি মানুহৰ বাবে সৰগ ৰচনাত নিৰত সাধনাত মগ্ন হ'ব পাৰিলে অঞ্চলে অঞ্চলে বিৰাজ কৰা চিন্তাৰ পাৰ্থক্য দূৰ হোৱাত বাধা নাই। তেনে ক্ষেত্ৰত সফলতাও হাত ধৰি লিগিৰিৰ দৰে পিছে পিছে আহে। ৰাইজ মেলৰ বিপ্লৱী চেতনাৰে সমৃদ্ধ অঞ্চলটিয়ে তেনে চেষ্টাৰেহে নিজা ঐতিহ্য ৰক্ষা কৰিব পাৰিব বুলি আমাৰ বিশ্বাস।

সাহিত্য সভা আজি সমালোচিত হৈছে। একো কৰা নাই, অতিমাত্ৰা খৰছ কৰি বছৰি ভোজভাত খোৱা হৈছে, বিষয়বাবলৈ ৰাজনীতি কৰা হৈছে, সম্প্ৰদায়ৰ মাজত বিভিন্নতা সৃষ্টি কৰা হৈছে— ইত্যাদি নানাধৰণৰ সমালোচনাৰ মাজতে সভ্যভৰ্তিৰ বহী কাঢ়ি নিয়া ঘটনায়ো সৰৱ প্ৰচাৰ লাভ কৰিছে। সাহিত্য সভাৰ বাহিৰত থকাসকলে ভিতৰৰ ভাল খবৰ নাপায়। সকলোৰে অভিপ্ৰায়ো সৎ নহয়। গতিকে সৎ সমালোচনাৰ অভাৱ হ'বও পাৰে। তথাপিও, জাতীয় অনুষ্ঠানৰ মৰ্যদা লাভ কৰা অনুষ্ঠানটিয়ে সৰ্বসাধাৰণৰ আবেগৰ লগতে চেতনাক জোকাৰি যাব পৰাকৈ কি কি কৰিছে বুলি প্ৰশ্ন কৰিলে বহুত ভাবিব লগা হয়। উত্তৰ হয়তো ওলায়। কিন্তু এখন মাত্ৰ পত্ৰিকা নিয়মিতভাৱে উলিয়াই পাঠকৰ মাজলৈ উলিয়াই দিব নোৱাৰাৰ অসুবিধাখিনি, উদাহৰণস্বৰূপে,সৰ্বজনমান্য বুলি ভাবিবলৈ টান। গতিকে এনে কথাৰ বিচাৰ বিশ্লেষণেৰে ফলপ্ৰসূ সমাধান উলিওৱা যুগুত। আৰু এটি কথা, সাহিত্য সভাৰ জনপ্ৰিয়তা আৰু মৰ্যদাৰ অপপ্ৰয়োগ কৰি ক্ষমতা দখল কৰিবলৈ ক্ষমতালোভী ৰাজনীতিক আৰু টুলুঙা সাহিত্যিক এচামে পৰিকল্পিতভাৱে কাম কৰি আছে। দিকভ্ৰান্ত কিছুলোকে তেনে কৰ্মক সমৰ্থন কৰিও সভাক সমালোচনা কৰে। তেনে সমালোচনা হয় মূল্যহীন। সাহিত্য সভা

# সূচীপত্ৰ

## স্থানীয় ঐতিহ্য আৰু পৰম্পৰা ঃ

## জীৱন আৰু কৃতি



## সাহিত্য আৰু সংস্কৃতি





# গায়ত্ৰী

*ভূপেন্দ্ৰ নাথ চৌধুৰী*

ঋষি-মুনিসকলে আৰু জ্ঞানী-বিজ্ঞানীসৱে মানৱ জাতিৰ চিৰকালৰ কল্যাণৰ অৰ্থে কিছুমান অমূল্য অৱদান দি যায় কিন্তু অতি আচৰিত কথা এইটোৱে যে এই অমূল্য অৱদানবোৰৰ সুফল গ্ৰহণ কৰি থাকে সমাজৰ একোটা শ্ৰেণীৰ মানুহেহে, এইবোৰৰ উপকাৰৰপৰা সৰ্ব্ব সাধাৰণ জীৱে বঞ্চিত হৈ থাকে। ৱেদৰ গায়ত্ৰী মন্ত্ৰটোও এনে এক বস্তু য'ত সকলো জীৱৰ কল্যাণ নিহিত আছে কিন্তু কোনো কোনো শ্ৰেণীৰ কিছুমান লোকৰ বাহিৰে সাধাৰণ জনগণে তাৰ ভু নেপায়।

আচলতে গায়ত্ৰী হ'ল ২৪ টা অক্ষৰৰ এটি সুন্দৰ শ্লোকৰ ৱৈদিক ছন্দ। ৱেদৰ বহু মন্ত্ৰই গায়ত্ৰী ছন্দত ৰচিত যদিও ঋগ্‌ৱেদৰ তৃতীয় মণ্ডলৰ ৬২ সূক্তৰ ১০ মন্ত্ৰটোকহে 'গায়ত্ৰী' বোলাৰ কাৰণ এই যে সমগ্ৰ ৱেদ শাস্ত্ৰৰ সাৰ তত্ত্ব ২৪ টি অক্ষৰৰ এই মন্ত্ৰটোতেই প্ৰকাশ কৰা হৈছে। এই গায়ত্ৰী মন্ত্ৰটো ব্ৰাহ্মণসকলৰ অতীৱ প্ৰিয়। উপনয়নৰ সময়ত বালকক গায়ত্ৰী মন্ত্ৰ দিয়া হয়। 'ওম্' উচ্চাৰণপূৰ্ব্বক গায়ত্ৰীৰ জপ আৰম্ভ কৰা হয়। বিপদে-আপদে, সুখে-সম্পদে বিভিন্ন সময়ত গায়ত্ৰী জপ কৰা হয় যদিও প্ৰত্যূষ আৰু প্ৰদোষত (অৰ্থাৎ প্ৰাতঃ কাল আৰু সন্ধ্যা সময়ত) দৈনন্দিন গায়ত্ৰী জপ কৰাৰ ৰীতি প্ৰচলিত। শুচি-সংযত হৈ শুদ্ধভাৱে আৰু একাগ্ৰচিত্তে জপ কৰিব পাৰিলে গায়ত্ৰীৰ প্ৰভাৱ অলৌকিক বুলি বিপ্ৰ-কৱিসকলৰ যথাৰ্থ বিশ্বাস।

ঋগ্‌ৱেদৰ তৃতীয় মণ্ডলত মুঠ তিনি কুৰি দুটা মন্ত্ৰ আছে আৰু দ্বিষষ্টিতম সূক্তটোত মুঠ ওঠৰটা মন্ত্ৰ আছে।। সূক্তটোৰ ঋষি বিশ্বামিত্ৰ, মতান্তৰে ১৬-১৮ মন্ত্ৰৰ ঋষি জমদগ্নি।। ১-৩ মন্ত্ৰৰ দেৱতা ইন্দ্ৰাৱৰুণ ; ৪-৬ বৃহস্পতি ; ৭-৯ পূষা; ১০-১২ সৱিতা; ১৩-১৫ সোম ; ১৬-১৮ মিত্ৰাৱৰুণ।। ১-৩ মন্ত্ৰৰ ছন্দ ত্ৰিষ্টুপ্ ; বাকী পোন্ধৰটা মন্ত্ৰৰ ছন্দ গায়ত্ৰী।।

গায়ত্ৰী মন্ত্ৰটো ঃ--

**তৎসৱিতুৰ্ৱৰেণ্যং ভৰ্গো দেৱস্য ধীমহি।। ধিয়ো য়ো নঃ প্ৰচোদয়াৎ।।**

মন্ত্ৰটোৰ পদবোৰৰ অৰ্থ ঃ--

সৱিতু ঃ - সৱিতা দেৱৰ; সূৰ্য দেৱতাৰ; সাৰ্ব্বান্তৰ্যামী জগৎ-সৃষ্টিকৰ্তা পৰমেশ্বৰৰ।

ৱৰেণ্য ঃ - ৱৰেণ্য; বৰণীয়; পূজনীয়; ভজনীয়; প্ৰশংসনীয়; শ্ৰেষ্ঠ - ইত্যাদি।

ভৰ্গ ঃ - পৰব্ৰহ্মাত্মক তেজ ; পৰমজ্যোতি ; পৰমেশ্বৰৰ অনন্ত শক্তি ; পৰমেশ্বৰৰ আত্মজ্যোতি ; পৰমেশ্বৰৰ পৰম কৰুণা - ইত্যাদি।

দেৱস্য ঃ - দেৱতাৰ ; দীপ্তিমানৰ ; জ্যোতিৰ - ইত্যাদি।

ধীমহি ঃ - ধ্যান কৰোঁ ; জপ কৰোঁ ; চিন্তা কৰোঁ।

ধিয় ঃ - ধৰ্ম্ম-কৰ্ম্মৰ প্ৰতি প্ৰৱণতা ; ধৰ্ম্মাদি বিষয়ৰ বুদ্ধি; কৰ্তব্যৰ পৰিষ্কাৰ জ্ঞান ; ধ্যান-ধাৰণা ; চিত্ত বৃত্তি; প্ৰাৰ্থনা ; ভক্তি - ইত্যাদি।

প্ৰচোদয়াৎঃ - প্ৰেৰণ কৰে ; সঞ্চালিত কৰে ; উদগনি বা প্ৰেৰণা যোগায় ; প্ৰোৎসাহিত কৰে ; অনুপ্ৰাণিত কৰে - ইত্যাদি।

এই মন্ত্ৰটো সামৱেদ আৰু যজুৰ্ৱেদতো আছে। এই মন্ত্ৰটোক অনেকে সূৰ্য দেৱতাৰ উপাসনাৰ মন্ত্ৰ বুলি বিশ্বাস কৰে কাৰণ মন্ত্ৰটোৰ দেৱতা সৱিতা।

মন্ত্ৰটোৰ অৰ্থ এইদৰে কৰা হয় ঃ--

যি সৱিতাদেৱে আমাৰ ধীশক্তি সঞ্চালিত কৰে আমি সেই সৱিতাদেৱৰ বৰণীয় জ্যোতিৰ ধ্যান কৰোঁ।

বা

যি সৱিতাদেৱে আমাক ধৰ্ম্ম-কৰ্ম্মৰ প্ৰেৰণা যোগায় আমি সেই সৱিতাদেৱৰ ৱৰেণ্য জ্যোতিৰ ধ্যান কৰোঁ।

বা

আমি যাতে পৰমেশ্বৰৰ পৰম জ্যোতি লাভ কৰিব পাৰোঁ (বা পৰম জ্যোতিৰ কণিকা লাভ কৰিব পাৰোঁ বা পৰম জ্যোতিৰ সন্ধান পাওঁ) তাৰ কাৰণে প্ৰভু সৱিতাই আমাক ভগৱৎ প্ৰাৰ্থনাৰ মতি দিয়ক।

বা

সৱিতাদেৱৰ যি স্বৰ্গীয় জ্যোতিয়ে আমাৰ মতি-বুদ্ধি ধৰ্ম্ম-কৰ্ম্মৰ

প্ৰতি অনুপ্ৰেৰিত কৰে আমি সেই জ্যোতিৰ ধ্যান কৰোঁ।

বা

যি সৱিতাদেৱে (যজ্ঞাদি) ধৰ্ম্ম কাৰ্যৰ প্ৰতি আমাৰ মতি-বুদ্ধি সঞ্চালিত কৰে (আৰু যি যজ্ঞাদি কামৰ দ্বাৰাই আমি অন্ন লাভ কৰোঁ।) আমি সেই সৱিতাদেৱৰ বৰেণ্য তেজৰ ধ্যান কৰোঁ।

-- ইত্যাদি

কিন্তু 'গায়ত্ৰী'ৰ নিগূঢ় ভাৱ আৰু প্ৰকৃত অৰ্থ হ'ল ঃ--

**যি সৰ্ব্বান্তৰ্যামী জগৎসৃষ্টিকৰ্ত্তা পৰমেশ্বৰে আমাৰ চিত্তবৃত্তি তেওঁৰ সেৱা-প্ৰাৰ্থনাত প্ৰবৰ্ত্তন কৰালে (অথবা ঃ আমাক তেওঁৰ নাম-গুণ কীৰ্ত্তনত প্ৰোৎসাহিত আৰু অনুপ্ৰাণিত কৰালে) আমি সেই পৰমেশ্বৰৰ পৰম কৰুণাৰ কথাকেই চিন্তা কৰোঁ। (বা ধ্যান বা জপ কৰোঁ)।**

ৱেদৰ এই গায়ত্ৰী মন্ত্ৰটো সৰ্ব্বান্তৰ্যামী বিশ্বসৃষ্টিকৰ পৰম কৰুণাময় পৰমেশ্বৰৰ প্ৰাৰ্থনাৰ মন্ত্ৰ। এই ৱেদ মন্ত্ৰটোৱে অবিসম্বাদী আৰু অসন্দিগ্ধ ভাষাত এক আৰু অদ্বিতীয় ঈশ্বৰৰ মহিমাকেই কীৰ্ত্তন কৰিছে। এই গায়ত্ৰীত আছে পৰমাত্মাৰ চৰণত জীৱাত্মাৰ আত্মনিৱেদন বা আত্মসমৰ্পণৰ ইন্দ্ৰিয়াতীত বিমল আনন্দ। প্ৰগাঢ় ভগৱদ্ভক্তিতহে জীৱ আৰু জগতৰ কুশল-কল্যাণ আৰু ভগৱানৰ সেৱা-প্ৰাৰ্থনা আৰু তেওঁৰ নাম-গুণ কীৰ্ত্তনেহে মানুহক অখণ্ড আনন্দ, জীৱনৰ পূৰ্ণতা আৰু সাৰ্থকতা তথা অনাবিল শান্তি প্ৰদান কৰিব পাৰে-- এয়েই গায়ত্ৰীৰ অৰ্থ, এয়েই ৱেদবাণী।●



*প্ৰত্যেক লেখক একো একোজন সৃষ্টিকৰ। তেওঁৰ ওপৰত গধুৰ নৈতিক দায়িত্ব থাকে। পাঠকৰ ৰুচি উন্নত কৰাৰো দায়িত্ব লেখকৰে। সৃষ্টিধৰ্মী লেখাৰ দ্বাৰা পাঠকৰ ৰুচি পৰিবৰ্তন যি পৰিমাণে সম্ভৱ হ'ব পাৰে, হাজাৰ উপদেশ, হাজাৰ বক্তৃতা, হাজাৰ সমালোচনাৰ দ্বাৰা সিমান নহয়। তাৰবাবে সৃষ্টিধৰ্মী লেখকৰ মনৰ আকাশতো কিন্তু ধ্ৰুৱ-তৰাৰ দৰে একোটি উজ্জ্বল আৰু স্পষ্ট আদৰ্শ থাকিব লাগে। সেই আদৰ্শ তেওঁৰ বাস্তৱ জীৱনত অভিজ্ঞতাৰ মাজেদি নিগৰি ওলাই মনৰ মাজত নিপোটল ৰূপ লোৱা শ্ৰেষ্ঠ সাধনা, শ্ৰেষ্ঠ সত্য। এয়ে সাহিত্য সাধকৰ ধ্যানৰ সত্য, শিৱ, সুন্দৰ।*

অতুল চন্দ্ৰ বৰুৱা, গুৱালকুছি, ১৯৭৯।





# হাতুৰি যাৰ জীৱন সমল

*প্ৰসন্ন কুমাৰ ডেকা*

দেশ বুলিলে পোনতে ইয়াৰ ভৌগোলিক আৰু ৰাজনৈতিক অৱস্থান আৰু অৱস্থাৰ কথা মনলৈ আহে যদিও যথাৰ্থতে এই দুই বিষয়ৰ লগত তাৰ ঐতিহাসিক, সাংস্কৃতিক আৰু আৰ্থ-সামাজিক বিষয়ৰ পৰিচয় তথা কৃষ্টি-সভ্যতাৰ পৰিচয়হে দেশৰ প্ৰকৃত পৰিচয়। আনহাতে দেশৰ কৃষ্টি-সভ্যতাৰ সুঁতিটোক আকৌ প্ৰৱহমান নৈৰ লগত তুলনা কৰা হয়। নানান জান-জুৰি, উপনৈ আদিৰ সংযোগত একোখন ডাঙৰ নদীৰ সৃষ্টি হোৱাৰ দৰে নানা জাতি-উপজাতি আৰু সৰু-বৰ অঞ্চলৰ সভ্যতা-সংস্কৃতিৰ সংগমৰ ফলতেই দেশৰ উমৈহতীয়া কৃষ্টি-সভ্যতাই গঢ় লয়। সেইবাবে দেশ একোখনক সম্যকৰূপে জানিবলৈ হ'লে দেশ একোখনৰ ভিতৰুৱা বিশেষ অঞ্চল কিছুমানৰ কৃষ্টি-সভ্যতাৰো পৰিচয় জনাৰ আৱশ্যক হয়।

বৰ্তমান অসমত এখন, এখনেই গাঁও আছে-- য'ৰ মানুহৰ জীৱন সমল মাথোন হাতুৰি, অথচ এওঁলোক কমাৰ নহয়, মৰীয়াও নহয়-কঁহাৰ, যি কাৰো জাতিগত বৃত্তি নহয়, উচ্চ-নীচ যি কোনো জাতৰ লোকেই যি বৃত্তি কৰিব পাৰে। এই গাঁওখন বৰপেটা মহকুমাৰ (বৰ্তমান জিলা) সৰুক্ষেত্ৰী মৌজাত অৱস্তিত যদিও দৰাচলতে সমুদায় সৰুক্ষেত্ৰী মৌজা আৰু পাকা-ক্ষেত্ৰী ধৰ্মপুৰ মৌজাৰো ওচৰ-পাজৰৰ দুই-এখন ঠাইক সামৰি ক্ষেত্ৰী তথা সৰ্থেবাৰী এটা বৃহৎ অঞ্চল। সৰ্থেবাৰী গাঁও (বৰ্তমান ক্ষুদ্ৰ নগৰ) এই অঞ্চলটিৰ স্নায়ু-কেন্দ্ৰ, অঞ্চলৰ ভিতৰতেই সবাতোকৈ আগবঢ়া, জনবহুল আৰু একমাত্ৰ কঁাহ-শিল্পৰ গাঁও। সৰ্থেবাৰীৰ গাতে লাগি থকা গোমূৰা, কাৰাকুছি আৰু নামসলা গাঁৱৰো কিছু সংখ্যক লোকে এই শিল্পৰ প্ৰবৰ্তন কৰিলেও সৰ্থেবাৰীৰ বাহিৰে এই অঞ্চলটিৰ বাকীবোৰ গাঁৱৰ প্ৰধান জীৱিকা কৃষি। সেয়ে অঞ্চলটিৰ কৃষ্টি-সভ্যতা মুখ্যতঃ কৃষিভিত্তিক হ'লেও একমাত্ৰ কঁাহ শিল্পৰ গাও হিচাপে সৰ্থেবাৰীৰ কলা-কৃষ্টিৰ সুকীয়া বৈশিষ্ট্য লক্ষ্য কৰা যায় আৰু এই বৈশিষ্ট্যসমূহে ওচৰৰ গাঁওসমূহকো প্ৰত্যক্ষ অথবা পৰোক্ষভাৱে কিছু প্ৰভাৱান্বিত নকৰা নহয়।

ক্ষেত্ৰী তথা সৰ্থেবাৰী এটা সুখ্যাত অঞ্চল। ৰামচৰণ-দৈত্যাৰি ঠাকুৰ ৰচিত গুৰুচৰিত্ৰ আৰু কথা-গুৰুচৰিতত ক্ষেত্ৰী অঞ্চলৰ উল্লেখ আছে। "ক্ষেত্ৰী নামৰ তাৎপৰ্যও বিশেষ মন কৰিবলগীয়া। ক্ষেত্ৰ শব্দৰ পৰা ক্ষেত্ৰী নামৰ উৎপত্তি হোৱা বুলি অনুমান কৰা হয়। ক্ষেত্ৰ মানে পৱিত্ৰ স্থান। পৱিত্ৰ স্থানেৰে পৰিপূৰ্ণ হোৱা কাৰণেই এই অঞ্চলৰ নাম ক্ষেত্ৰী হোৱা বুলি জনা যায়।"[১] কিন্তু বৈষ্ণৱ যুগৰ থান-সত্ৰ কেইখনক বাদে তেনে কোনো প্ৰখ্যাত দ'ল-দেৱালয় বা তীৰ্থাদি পৱিত্ৰ ঠাই বৰ্তমানৰ ক্ষেত্ৰী অঞ্চলত এখনো নাই। ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতত আকৌ ক্ষত্ৰিয়ৰ বাসস্থান আছিল গুণে এই অঞ্চলৰ নাম ক্ষেত্ৰী হয় বুলিছে।

"পূৰ্বে ভৃগু পুত্ৰে ক্ষত্ৰিয়ক মাৰি আছে।
সেহি ক্ষত্ৰিয়ৰ নামে গ্ৰাম গোট হৈছে।।"

(দত্তবৰুৱা প্ৰকাশিত ৰামচৰণ ঠাকুৰৰ গুৰু চৰিত্ৰ, ৫০৫ পৃঃ)

দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিতত 'ক্ষেত্ৰী বিলাই'ত'ৰ 'চ'ৰাৱৰি'ত মাধৱদেৱ থকা আৰু 'জাবৰকুছি'ত মুৰাৰি কোঁচৰ ঘৰত ৰত্নাৱলী পুথি পোৱা কথাৰ উল্লেখৰ বাহিৰে বহল বিৱৰণ নাই। ৰামচৰণ ঠাকুৰৰ গুৰুচৰিতৰ পৰা এই অঞ্চলৰ ভৌগোলিক অৱস্থিতি আৰু ভোগ-ভূকুতিৰ কথা জানিব পাৰি। এইখন চৰিতমতে গুৰুজনে বনভাগ, বৰভাগ একাই আহি 'খেতৃ দেশক পাইলন্ত' আৰু জগত বিখ্যাত কপলা বিলৰ পাৰত 'ছয়মাস বঞ্চিলন্ত'।

খাবলৈ নাপালে মানুহ মৰে। এই ঠাইত আকৌ মানুহ মৰিছিল অতিপাত খাই।

"পৰিল কাৰ্তিক মাস মৎস্য বৰ পাই।
খাইলেক সকল লোকে তৃপিতি পলাই।।
ধৰিলেক খাৰ-জ্বৰে সকলোকে ছানি।
বহুতৰ লোক সবে কৰিলেক হানি।।"

(ৰা. ঠা., গু. চ)

তেতিয়া গুৰুজনে 'ভকতৰ হানি' দেখি-- "কাৰাকুছি-কপলা নুহিকেই ইটো ভাল। ইটো দেশ ছাৰি এৰ যায়োক সকাল" বুলি 'সবাহক্কে আদেশ কৰিলা' আৰু সেই আদেশক্ৰমে 'নৌকা ভৰা দিয়া ভাঠি মুখক ধৰিলা।' এইদৰে ভটিয়াই গৈ গুৰুজনে পোনতে সুন্দৰী আৰু পিছত বাউসী পায়গৈ। গতিকে পূৰ্বে বনভাগ-বৰভাগৰ পৰা পশ্চিমে সুন্দৰী-বাউসীলৈকে (সুন্দৰীদিয়া আৰু পাটবাউসী আদি) সীমা কৰি এই বিস্তৃত অঞ্চলটিয়ে আছিল সেই কালত ক্ষেত্ৰী বিলইত বা ক্ষেত্ৰী অঞ্চল। কালক্ৰমত ৰাজনৈতিক-প্ৰাকৃতিক আদি কাৰণত মধ্যযুগৰ বৃহত্তৰ ক্ষেত্ৰী অঞ্চল সংকুচিত হ'ল। বিশেষকৈ ১৮৯৭ চনৰ ভূমিকম্পত

অঞ্চলটি বহি গৈ খেতি-বাতি নোহোৱা হোৱাত ইয়াৰ লোকবোৰ ভাঙি ... ত্তৰ ফালৰ টিহ-বজালী আদিত থাকিবলৈ ল'লে। পৈতৃক শিল্পটিক খামোচ মাৰি ধৰি সৰ্থেবাৰীৰ মানুহখিনিহে ইয়াত ৰৈ গ'ল। গতিকে অতীতৰ বৃহত্তৰ ক্ষেত্ৰী অঞ্চল আৰু বৰ্তমানৰ সীমিত সৰ্থেবাৰী অঞ্চলৰ সম্যক পৰিচয় পাবলৈ হ'লে সৰ্থেবাৰীৰ পূৰা-বৃত্তও প্ৰণিধানযোগ্য)।

সৰ্থেবাৰীৰ মানুহৰ প্ৰধান জীৱিকা কাঁহ শিল্প। ই অসমৰ এটা অতি প্ৰাচীন ঐতিহ্যপূৰ্ণ কুটীৰ শিল্প। কুমাৰ ভাস্কৰ বৰ্মাই হৰ্ষবৰ্দ্ধনলৈ উপহাৰ দিয়া কামৰূপৰ মূল্যৱান আৰু বিশেষত্বপূৰ্ণ বস্তুবোৰৰ ভিতৰত কাংস্যপাত্ৰৰো উল্লেখ আছে। এই কথাৰ পৰাই বহুতে সৰ্থেবাৰী গাঁৱৰ অৱস্থিতি কুমাৰ ৰজাৰ দিনৰ পৰাই বুলি ক'ব খোজে। কুমাৰ ৰজাই ক'ৰ পৰা কেনেকৈ কাংস্যপাত্ৰ যোগাৰ কৰিছিল সেই বিষয়ে একো জনা নাযায়। আনহাতে সৰ্থেবাৰীৰ মানুহৰ বংশ-লতা বিচাৰ কৰি চাই ইয়াৰ মানুহৰ বসতি কাল কোনোমতেই খ্ৰীষ্টীয় সপ্তম শতিকালৈ নিব নোৱাৰি। টানি-টুতি চতুৰ্দশ শতিকাৰ শেহলৈকে নিব পাৰি। ইয়াৰ বুঢ়ালোকৰ মাজত এটা কিংবদন্তি আছিল। সেইমতে হাজোৰ দক্ষিণ আৰু পাঠশালা অঞ্চলৰ ডুবিক উত্তৰপাৰ কৰি এই ঠাইৰ মাজেৰে পুষ্পভদ্ৰা নামেৰে এখন প্ৰকাণ্ড নৈ বৈ গৈছিল। পুষ্পভদ্ৰাই হ'ক বা আন যি নৈয়েই নহওক, এসময়ত সমগ্ৰ সৰুক্ষেত্ৰী অঞ্চলটিয়ে কোনোবা নৈৰ গৰ্ভত থকা বুলি ইয়াৰ ভৌগোলিক আৰু ভূতাত্বিক পৰিবেশ চায়ে বুজিব পাৰি। কাপলা, তাভা, সিচা, বতিয়া, বৰবিলা আৰু সলা আদি ডাঙৰ ডাঙৰ বিলেৰে এই ঠাই পৰিপূৰ্ণ। ইয়াৰ মাটিভাগ প্ৰায়ে বালীয়া। তুলনামূলকভাৱে ই আজিও দ ঠাই। আমাৰ অনুমান, ত্ৰয়োদশ শতিকামানত নদীৰ গতি সলনি হয় অথবা ই মৰিসুঁতিত পৰিণত হয় আৰু চতুৰ্দশ শতিকাৰ শেষ আৰু পঞ্চদশ শতিকাৰ আদিতে ই মানুহৰ বাসৰ উপযোগী হয়। উজনি অসমৰ ৰহা আদি ঠাইতো এসময়ত কাঁহ-শিল্পৰ প্ৰচলন আছিল। ভগা কাঁহৰ লগত কেতিয়াবা দুই-এপদ পুৰণি বাচন পোৱা যায়। উজনিৰ ভিতৰুৱা গাঁৱৰ মানুহৰ দুই-এঘৰতো এনে বাচন পোৱা যায়। সৰ্থেবাৰীৰ কঁহাৰে ইয়াক উজনীয়া বাচন বুলি কয়। গতিকে সৰ্থেবাৰীৰ কঁহাৰসকল উজনিৰ নহয়। মহাৰাজ নৰনাৰায়ণে কঁহাৰ শিল্পীসকলক ৰাজ্যত বিশেষভাৱে পতা বুলি দৰং ৰাজবংশাৱলীত উল্লেখ আছে। এই কঁহাৰসকলেই সম্ভৱতঃ কুমাৰ ভাস্কৰ বৰ্মাই হৰ্ষবৰ্দ্ধনলৈ উপহাৰ দিয়া বিশিষ্ট কাংস্য পাত্ৰৰ শিল্পীৰ বংশধৰ। আহোম ৰজা শিৱসিংহক কাঁহৰ কৃত্ৰিম বাঘ এটা গঢ়ি দি সৰ্থেবাৰীৰ জীউধন কঁহাৰে কঁহাৰ-চৌধুৰী উপাধি পাইছিল। আহোম ৰাজপ্ৰদত্ত হ'লেও 'চৌধুৰী' আহোম আমোলৰ প্ৰশাসনীয় উপাধি নহয়। সৰ্থেবাৰী গাঁৱৰ ...চোটা খেলৰ ভিতৰত কাজিথেৰ খেল অন্যতম। ই কাজি বুঢ়াৰ পৰা ৰজা। কাজি কোঁচ ৰজাৰ এশ্ৰেণীৰ সম্ভ্ৰান্ত বিষয়াৰ উপাধি। ভূএগ, তালুকদাৰ, পাটোৱাৰী, চৌধুৰী আদি উপাধিয়ে কোঁচ তথা মোগল-আশ্ৰিত কোঁচ আমোলৰ প্ৰভাৱহে সূচায়। সেয়ে ইয়াৰ কঁহাৰসকল দৰং ৰাজ-বংশাৱলীত উল্লেখ কৰা কোঁচ ৰজা নৰনাৰায়ণে পতা কঁহাৰৰে স্বাধীন কোনোবা কঁহাৰ-কাজিৰ নেতৃত্বত কঁহাৰসকল ইয়ালৈ আহি স্বাধীনভাৱে প্ৰবৰ্তিবলৈ লয়। সৰ্থেবাৰী নামৰ ব্যুৎপত্তিৰ পৰাও এই কথাই প্ৰতীয়মান হয়।

সৰ্থেবাৰী নামৰ উৎপত্তিৰ বিষয়ে বহুকেইটা মত দাঙি ধৰা হয় যদিও দুটা মতৰহে বিশ্বাসযোগ্যতা অধিক দেখা যায়। এটা মতেৰে সথ বুলিবৰ ওৰাং পানীত হোৱা এবিধ বনৰ নামেৰেই এই ঠাইৰ নাম সৰ্থেবাৰী হয়। সৰ্থেবাৰী বিলৰ মাজৰ ঠাই। ইয়াৰ দক্ষিণ-পূবে সলা, উত্তৰ-পূবে বৰবিলা, উত্তৰে ক্ৰমে বতিয়া, সিচা, পশ্চিমে তাভা আৰু দক্ষিণে বৃহৎ কাপলা বিল অৱস্থিত। কাপলা বা বৰ কাপলা, বেলবাৰী, হালধিবাৰী, বনিয়াকুছি আদি কাপলা বিলৰ উত্তৰ পাৰৰ গাঁও। সলা বিলৰ দক্ষিণে সলা বা বৰসলা গাঁও, পূবে পল্লা আৰু উত্তৰে নামসলা গাঁও। এই তিনিওখন গাঁও সলাবিলৰ নামেৰেই হৈছে। সলাবিলৰ নিচেই দাঁতিতে থকা বাবে সলা বা বৰ পাৰটোত থকা বাবে বৰসলা গাঁও হৈছে। সেইদৰে নাম অৰ্থাৎ নামনিত থকা বাবে নামসলা হৈছে। পল্লা নামটো সম্ভৱতঃ 'উপৰসলা'ৰ পৰা হৈছে। সলা বিলৰ উপৰ অৰ্থাৎ পূব পাৰত থকা গাঁও 'উপৰসলা'। 'পল্লা' উপৰসলাৰে পৰিবৰ্তিত ৰূপ মাথোন (উপৰিসলা > উপৰ্‌লা > উপল্লা > পল্লা)। সলাবিলৰ পশ্চিমৰ ঠাইখণ্ডৰ নাম যোগীবৰৰি। ই সৰ্থেবাৰীৰে এটা অংশ। দক্ষিণে যোগীবৰৰিক সীমা কৰি, উত্তৰে সিচা বতিয়া বিল, পূবে বৰবিলা আৰু সলা বিলক সীমা কৰি পশ্চিমে তাভা বিলৰ মাজৰ এই বিস্তৃত ঠাইডোখৰ বিলৰ তুলনাত সামান্য বাম বা বৰি আছিল আৰু গোটেইখন ঠাই সম্ভৱতঃ সথ বনেৰে ঠহ খাই আছিল দেখি লোকে ইয়াক সথবৰি বুলিছিল। কালক্ৰমত ইয়াত মানুহে আহি বহিবলৈ লোৱাত সথবৰিয়ে সৰ্থেবাৰীলৈ ৰূপান্তৰিত হয়।[২] খেতি-বাতি নোহোৱা দ ঠাই বুলি ইয়াত অইন মানুহ নবহিছিল ; কিন্তু যাতায়াতৰ সুচল (নৌ-যানেই আছিল সেই সময়ত যাতায়াতৰ প্ৰশস্ত যান) আৰু মাছ-পুঠিৰ উভৈনদী হোৱা বাবে প্ৰথমতে কাঁহ শিল্পীসকলৰ ঠাল এটা ইয়াত বহিবলৈ লয়। তাৰ পিছত অসম জয় কৰিবলৈ আহি পৰাজিত হৈ ৰৈ যোৱা নিঠৰুৱা মুছলমান কিছুমানেও ইয়াত আহি থিত লয়। কৃষিকৰ্মত সুবিধা কৰিব নোৱাৰি পাছলৈ মুছলমান লোকসকল ইয়াৰ পৰা ভাঙি গুচি যায় আৰু কঁহাৰসকলৰ বিস্তৃতি ঘটে। সৰ্থেবাৰীৰ দক্ষিণেদি বৈ যোৱা আল্লাজানৰ উত্তৰ পাৰে বৰ্তমান শালাকাঠিয়াথেৰ ছুপা আৰু তামুলী ছুপাৰ দক্ষিণ অংশত এইসকল মুছলমান বাস কৰাৰ চিন আজিও আছে।

'আমাৰ প্ৰতিনিধি'ৰ (৯ম বছৰ ৯ম সংখ্যা, ১৮৮৯ শক) অৰ্থশাস্ত্ৰীৰ চ'ৰা শিতানত সৰ্থেবাৰীৰ কাঁহ শিল্পৰ আলোচনা প্ৰসঙ্গত সৰ্থেবাৰী নামৰ উৎপত্তিৰ এটা তাৎপৰ্যপূৰ্ণ ব্যাখ্যা দাঙি ধৰিছে। ইয়াত সংস্কৃত 'সাৰ্থবাহ' শব্দৰ পৰাই সৰ্থেবাৰী হোৱা বুলি কোৱা হৈছে-- "সংস্কৃত ভাষাত 'সাৰ্থ' শব্দটোৰ অৰ্থ পণ্য। 'সাৰ্থবাহ' শব্দটোৰ অৰ্থ এঠাইৰ পৰা আন ঠাইলৈ যোৱা পণ্যবাহী মানুহৰ সমদল। গতিকে ঠাই টুকুৰাই প্ৰাচীন কামৰূপৰ অন্যতম বাণিজ্য-কেন্দ্ৰ হিচাপে সৰ্থেবাৰী নামটো পাব





পায়।" সুদূৰ তিব্বত-ভূটানৰ লগত কাঁহৰ বাচন-বৰ্তনৰ ব্যৱসায়ৰ কথাও ইয়াত উল্লেখ কৰিছে। আজিও ভূটীয়াসকলে আহি সৰ্থেবাৰীৰ পৰা যথেষ্ট পৰিমাণে তাল কিনি নিয়ে। ভোৰতাল (ডাঙৰ তাল) শব্দটো ভোট-তাল শব্দৰ পৰা হোৱা বুলিও কোনো কোনো পণ্ডিতে মত প্ৰকাশ কৰে। ইয়াৰ মানুহে গৈ বিশেষকৈ উজনিৰ ফালে আজিও কাঁহৰ বাচনৰ বেহা কৰা দেখা যায়। এই ফালৰ পৰা অৰ্থশাস্ত্ৰীৰ চ'ৰাৰ মত উলাই কৰিব নোৱাৰি। কিন্তু এই ঠাইডোখৰ প্ৰাচীন কালৰ অন্যতম বাণিজ্য কেন্দ্ৰ থকা যেন নালাগে। কিয়নো এই বিষয়ে ইতিহাস নিমাত। আনহাতে কোঁচ ৰজাৰ লগত ভূটীয়াসকলৰ ব্যৱসায়িক লেন-দেনৰ কথা ইতিহাসসন্মত। নাৰায়ণ দাস ঠাকুৰ আতা আৰু গোকুল চান্দ আতৈক শাস্তি দিবৰ কাৰণে মহাৰাজ নৰনাৰায়ণে ভোটত বেচা কথা সৰ্বজনবিদিত। আমাৰ বিশ্বাস, কোঁচ ৰাজ্যৰ কঁহাৰসকলে ভোটৰ লগত কাঁহৰ বাচনৰ ব্যৱসায় চলাই আছিল। এই হিচাপে তেওঁলোকৰ নাম 'সাৰ্থবাহ' হ'ব পাৰে ; কিয়নো কোঁচ ৰাজ্যত সংস্কৃতৰ প্ৰচলন বাৰুকৈয়ে আছিল। চৰিত পুথিৰ সাক্ষ্যমতে তাৰ সাধাৰণ লোকেও সংস্কৃত ভাষাত ভাব বিনিময় কৰিব পাৰিছিল।[৩] 'সাৰ্থবাহ' অৰ্থাৎ কাঁহৰ বাচন বেচি ফুৰা দল এটাই এই ঠাইলৈ আহি সকলোফালে সুচল দেখি ইয়াত থাকিবলৈ লোৱাৰ পৰাই এই ঠাইটুকুৰাৰ নাম সৰ্থেবাৰী হওক বা 'সাৰ্থবাহ' শব্দৰ পৰাই হওক, কঁহাৰসকলে বসতি কৰাৰ পিছৰ পৰাহে সৰ্থেবাৰী প্ৰখ্যাত হয়। বিশেষকৈ জীউধন কঁহাৰে আহোম ৰজা শিৱসিংহৰ পৰা স... চক 'কঁহাৰ-চৌধুৰী' খিতাপ পোৱাৰ পিছৰ পৰা সৰ্থেবাৰীৰ নাম গোটেই দেশতে জনা শুনা হৈ পৰে।[৪]

অতীতত এই অঞ্চলটো কোনো ৰাজশক্তিৰ পোনপটীয়া শাসনৰ অধীনত থকা নাছিল যেন লাগে। পানীয়ে যেনেকৈ বহিৰ্জগতৰ লগত এই অঞ্চলৰ সংযোগ সাধন কৰিছিল তেনেকৈ পানীয়েই আকৌ এই অঞ্চলটিৰ অইন অঞ্চলৰ পৰা বিচ্ছিন্ন এটাসুকীয়া গোটত পৰিণত কৰিছিল। কাজি, পাটোৱাৰী, তালুকদাৰ, চৌধুৰী আদি উপাধিধাৰী মানুহ বাস কৰালৈ চাই ইয়াত কোঁচ আৰু মোগল-আশ্ৰিত কোঁচ আমোলৰ কিছু চাপ পৰা যেন অনুমান হ'লেও মুছলমান আৰু আহোম শাসনৰ স্পষ্ট প্ৰমাণ পোৱা নাযায়। সৰ্থেবাৰীৰ ওচৰত কট্‌কীৰ ভিঠা (কটকীৰ ভেটি) নামৰ এডোখৰ ওখ ঠাই আৰু 'বৰুৱাৰ কুৰ' বুলি এডোখৰ বৰ দ ঠাই আছে। এই দুই ঠাইত ক্ৰমে কোনোবা কটকী আৰু কোনোবা বৰুৱাই হেনো বাস কৰিছিল। এই কটকী আৰু বৰুৱা আহোম ৰজাৰ দ্বাৰা এই অঞ্চলত নিয়োজিত বিষয়া নহয়। সম্ভৱতঃ মান পলনিত এওঁলোক এই অঞ্চললৈ ভাগি আহিছিল, নতুবা ইয়াৰ কোনোবা লোকেই কিবা সূত্ৰে সেই উপাধি লাভ কৰিছিল। এই দুই ঘৰ লোকৰ বংশধৰো সম্প্ৰতি ইয়াত কোনো নাই। এই অঞ্চলৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আৰু ধৰ্মীয় সকলো কাম গাঁও-সভাৰ দ্বাৰাইহে সু-সম্পন্ন আৰু পৰিচালিত কৰা হৈছিল বুলি ভাবিবৰ থল আছে। ব্ৰিটিছসকল অহাৰ আগলৈকে সম্ভৱতঃ ইয়াত কোনো ৰাজশক্তিৰে প্ৰত্যক্ষ প্ৰভাৱ পৰা নাছিল, সেয়ে ব্ৰিটিছ শক্তিয়ে যেতিয়া প্ৰত্যক্ষভাৱে এই ঠাই শাসন কৰিবলৈ আৰম্ভ কৰে তেতিয়াই (১৮৯১।৯২ চন) ইয়াৰ প্ৰজা সাধাৰণে ৰাজ-শক্তিৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠে আৰু 'ৰাইজমেল' নামে ই প্ৰকাশ পায়। ৰাজ-বিদ্ৰোহ এটাই 'ৰাইজমেল' নাম পোৱা কথাটোৱেও ইয়াৰ লোকৰ গণতান্ত্ৰিক জীৱন-পদ্ধতিৰ কথাকে সূচিত কৰে।

(১৯৪৮ চনৰ স্বাধীনতা সংখ্যা নতুন অসমীয়াত প্ৰকাশিত শ্ৰীহৰিচৰণ তালুকদাৰদেৱৰ "প্ৰজা বিদ্ৰোহৰ এটি অধ্যায় ঃ ৰাইজমেল" আৰু কোহিৰাম দাস স্মৃতিগ্ৰন্থত সন্নিবিষ্ট ডঃ কৃষ্ণবল্লভ ডেকাৰ "কোহিৰাম দাসৰ জন্মস্থানৰ পৰিবেশ" প্ৰবন্ধ দ্ৰষ্টব্য)।

এসময়ত সৰ্থেবাৰীত বুজন সংখ্যক মুছলমান লোক থাকিলেও বৰ্তমান গাঁৱৰ পশ্চিম মূৰে থকা কেইঘৰমান মুছলমানৰ বাহিৰে বাকী সকলো মানুহ হিন্দু। তাৰ ভিতৰতো আকৌ কলিতা জাতিৰ মানুহেই সৰহ। কলিতাসকলৰ তলতে বুজন সংখ্যক কেওট আৰু নিচেই কেইঘৰমান কোঁচ মানুহ আছে। ব্ৰাহ্মণ-গোসাঁই আদি উচ্চ জাতিৰ মানুহ এঘৰো নাই। অৱশ্যে অঞ্চলটোত উচ্চ-নীচ সকলো হিন্দু জাতিৰ মানুহৰ উপৰিও মুছলমান, বড়ো আৰু আগৰ বঙ্গ প্ৰদেশৰ পৰা অহা হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰে লোকো ভালেমান আছে। সেয়ে হ'লেও ইয়াৰ সাংস্কৃতিক বুনিয়াদ গঢ় লৈছে ঘাইকৈ বৈদিক আৰু বৈষ্ণৱ ধৰ্মৰ ভেটিতহে। সৰ্থেবাৰীত তিৰোতাৰ মাজত পৰ্দা-প্ৰথাক যথেষ্ট গুৰুত্ব দিয়া হয়। এয়া যদি পৰোক্ষ ইছলামী প্ৰভাৱ নাজানো। ইয়াৰ খিলঞ্জীয়া হিন্দু মানুহখিনি মহাপুৰুষীয়া, দামোদৰী আৰু হৰিদেৱী সম্প্ৰদায়ভুক্ত। কাশ্যপ, মৌদগল্য, অশ্বলায়ন, সাংকৃত্যায়ন, কৃষ্ণাত্ৰেয়, পৰাশৰ আদি প্ৰায় সকলো গোত্ৰৰ লোক বিদ্যমান।

প্ৰাচীন মঠ-মন্দিৰ, দ'ল-দেৱালয় আদি নাই যদিও অঞ্চলটোত বৈষ্ণৱ থান-সত্ৰ কেবাখনো আছে। চ'ৰাবৰি, গোমূৰা (মহাপুৰুষীয়া) বনিয়াকুছি (হৰিদেৱী), বাসকুছি-নসত্ৰ[৬] (দামোদৰী) আদি গাঁৱৰ থান-সত্ৰসমূহ উল্লেখযোগ্য। অসমৰ সকলোকেইজন বৈষ্ণৱ গুৰুৰ থান-সত্ৰ থাকিলেও ইয়াত উজনিৰ নিচিনা সংহতি বিভাজন অজ্ঞাত। আনহাতে উদাৰ বৈষ্ণৱ ধৰ্মৰ মুক্ত প্ৰবাহ সত্বেও ইয়াত আকৌ জাতিভেদৰ বান্ধ কটকটীয়া। আজিও ইয়াত কলিতা-কোঁচ-কেওট পৰস্পৰে হাতে-পাগে খোৱাটো সামাজিকভাৱে নিষিদ্ধ। ইয়াত নাম-প্ৰসঙ্গ, হোম-যজ্ঞ, ক্ৰিয়া-কাণ্ড সমানে সমানে প্ৰচলিত। নাম-প্ৰসঙ্গ সত্ৰীয়া আৰ্হিৰ আৰু মহাপুৰুষীয়ামতে ঘোষা-পটল-নামছন্দ-শৰণছন্দ আদিৰে গোৱা হয়। ৰাইজীয়া* (ৰাজহুৱা) নাম বুলি এক বিশেষ নামৰ ইয়াত প্ৰচলন আছে। ৰাইজীয়া নাম আৰু প্ৰসঙ্গীয়া নামৰ মৌলিক প্ৰভেদ একো নাই-- মাথোন বহু মানুহ একেলগে গোট খাই নাম গায় আৰু সত্ৰীয়া পৰিবেশৰ শান্ত ৰসতকৈ ই কিছু পৰিমাণে বীৰৰস আশ্ৰিত।

আন আন আচাৰ-অনুষ্ঠানৰ ভিতৰত ধুতি-বিধুতিৰ বাছ-বিচাৰ বৰ বেছি আছিল। বজাৰ-সমাৰ বা অন্য ঠাইৰ পৰা আহিলে গাৰ কাপোৰ-কানিসহ গা তিয়াইহে মূল ঘৰত প্ৰৱেশ কৰিব পাৰিছিল। শৌচ কৰি গা

তিওৱা আৰু প্ৰস্ৰাৱ কৰি উঠি মাটি-পানী লৈ হাত-ভৰি ধোৱা অৱশ্য পালনীয় কৰ্তব্য আছিল। সেই কাৰণেই ইয়াত মাৰ্জিত ভাষাত শৌচ কৰা কাৰ্যক 'গা-ধোৱা' আৰু প্ৰসাৱ কাৰ্যক 'ভৰি ধোৱা' বুলি কোৱা হয়। 'অমুকে গা ধুইছে' বুলিলে কলেৰা বা ডায়েৰীয়া ৰেমাৰত ভোগা আৰু 'আজি ভৰি ধোৱাটো বৰকৈ চলিছে' বুলিলে প্ৰস্ৰাৱৰ মাত্ৰা অথবা বাৰ বেছি হোৱাটোকে বুজা যায়। তিৰোতাৰ মাহেকীয়া ঋতুত লঘোণ দিব লাগিছিল আৰু তিনিদিনলৈ একো বস্তু চুব নোৱাৰিছিল। তিৰোতাই চুলে বা তিৰোতাক চুলে চুৱা গৈছিল আৰু সেই চুৱা যোৱা বস্তু বা লোকজনক যিয়ে চুব সিও চুৱা গৈছিল। আনকি আন বস্তুৰ মাধ্যমত (মাৰি ইত্যাদি) চুলেও লেঠেৰি-চুৱা গৈছিল। এইবাবেই ইয়াত ঋতুমতী হোৱাক 'লঘোণ লগা' বা 'চুৰ নোৱাৰা হোৱা' বুলি কোৱা হয়। প্ৰসূতিৰ বেলিকা অশৌচ মাহদিনলৈকে থাকে। অৱশ্যে এঘাৰ দিনৰ পৰা অৰ্ধ-শুচি হয়। ঊৰ্দ্ধদৈহিক কৰ্মও মাহদিনীয়া। প্ৰায় আঢ়ৈ কুৰিমান বছৰ পূৰ্বে কামৰূপ-কলিতা সন্মিলনৰ প্ৰভাৱত ইয়াৰ কিছুমান লোকে নৱগুণ ধাৰণ কৰি তেৰ দিনত কাজ-কৰ্ম কৰা কৰিছে। জাত-অশৌচৰ অন্তত গোপিনী-সবাহ পাতি নাম ধৰা হয়। ইয়াক আউছা (অশৌচীয়া) নাম বোলা হয়। কীৰ্তনৰ পদ গালেও ঘোষা বা দিহাবোৰ সুকীয়া আৰু তাৎপৰ্যপূৰ্ণ। যেনে, ঘোষা— 'এ ৰক্ষা বান্ধে গোপী গণ', পদ-'চক্ৰবাত অসুৰে কৃষ্ণক নিলা হৰি।' এনেদৰে শিশু-লীলাৰ পদ গাই ৰক্ষা বন্ধা হয়। মৃতকৰ কাম-বন শেষ হ'লে গঞা-গিয়াতিক ভোজ-ভাত খুৱাব লাগে। এই ভোজ-ভাত আমিষ ; কিন্তু মাংসতকৈ মাছ-কাছহে চলে। বিয়া বৈদিক প্ৰথা হ'লেও লৌকিক প্ৰথা কিছুমানো আছে। আগেয়ে ছোৱালীৰ বাল্য-বিবাহ প্ৰচলিত আছিল আৰু গা-ধন আদি দি কইনাৰ মাক-বাপেক আৰু গঞা-গিয়াতিক সন্তুষ্ট কৰিহে ছোৱালী বিয়া কৰাই নিব লাগিছিল। আজিকালি বাল্য-বিবাহ আৰু কইনাক গা-ধন দিয়া প্ৰথা উঠি গৈছে। বৰং মাক-বাপেকেহে সালংকৃতা কৰি কইনাক বিয়া দিয়ে। দৰাক ওভোতাই ধন দিয়া কু-প্ৰথা এটাও লাহে লাহে শিপাবলৈ আৰম্ভ কৰিছে। বিয়াৰ পিছদিনা দৰা-কইনাৰ পাতত ভাত দিয়া উপলক্ষও গঞা-গিয়াতিক ভোজ-ভাত খুৱাব লাগে। এই ভোজ নিৰামিষ আৰু লাডু-পিঠা-পায়স-পৰমান্ন আদিও খাদ্য তালিকাৰ অন্তৰ্ভুক্ত আছিল। আগৰ কালত আটাৰ প্ৰচলন নথকাত মাহৰ গুৰিৰে জিলাপী তৈয়াৰ কৰিছিল। আঠ মঙলাৰ প্ৰচলন আছে যদিও দৰা-কইনাক খোৱা-খুবুনীৰ কাহিনী শুনোৱা প্ৰথা তেনেই অজ্ঞাত। 'পাগ্ দিয়নি' বুলি আন এটা ডাঙৰ ভোজৰ প্ৰচলন আছে। ই ঘৰৰ গৃহিণী-বোৱাৰীক ৰন্ধনৰ দায়িত্ব দানৰ আনুষ্ঠানিক ভোজ। দহ জনৰ পাতত দিব পৰা মূল পাক-ঘৰৰ ৰান্ধনী হ'ব লাগিলে আন দহজনৰ পাতত ঘিউ-লোণ দিহে সেই দায়িত্ব গ্ৰহণ কৰাৰ নিয়ম।[৭] পাগ্ দিয়নিৰ ভোজ-ভাতো আমিষ যদিও পঠা-খাহীৰ ব্যৱহাৰ সৰ্বজনসমাদৃত হোৱা নাই এথোন। সকলো ভোজ-ভাত গঞাৰ নিৰ্দিষ্ট ৰান্ধনীয়ে ৰান্ধে আৰু একেলগে একে সময়তেই খলা চাচি বহি বা লোকৰ ঘৰে-চোতালে বহি কলপাতত খায়। ডেকাবোৰে উদং গাৰে ভাত-আঞ্জা বিলাই দিয়ে। আগেয়ে ৰঙা বা হালধীয়া বোলেৰে বোলোৱা বিশেষ কাপোৰ পিন্ধি শুচি হৈহে ভোজ খোৱাৰ নিয়ম আছিল। হাতে-পাগে নোখোৱা ব্ৰাহ্মণ-সজ্জন, সাধু-মহন্তক সিধা-ভোজনি দিয়া হয়। শৰণ-ভজন হৈ পাগ নোলোৱা তিৰোতাৰ হাতে-পাগে নাখায়। এনে ক্ষেত্ৰত আনকি বাপেকেও নিজৰ ছোৱালীৰ হাতে নাখাইছিল।

আগৰ কালত বিয়াত দৰা-কইনাৰ নিৰ্দিষ্ট সাজ-পাৰ আছিল। কইনাই সাধাৰণতে ৰঙা সাজ-পাৰ পৰিধান কৰিছিল। দৰাই মূৰত পাগুৰি মাৰিছিল। দৰা-কইনা উভয়ে সোণ-ৰূপৰ অলঙ্কাৰ ধাৰণ কৰিছিল। আগেয়ে দৰা-কইনা উভয়ে দোলাত অহা-যোৱা কৰিছিল। দূৰ ঠাই হ'লে দৰাই হাতী ব্যৱহাৰ কৰিছিল। বিয়াৰ গীত এটাত ঘোঁৰাৰ কথাবো উল্লেখ আছে ('বাপু আইছি শ্বশুৰ বাৰীক ঘোঁৰা মাৰি')। পাছলৈ দৰাক দোলাত উঠোৱা নিয়ম উঠি যায়। আজি ১৫।২০ বছৰমান আগৰ পৰা দোলাৰ ব্যৱহাৰ একেবাৰে উঠি গৈছে। আগেয়ে অন্য অৱস্থাতো মতা মানুহেও কাণত কুণ্ডল আৰু হাতত খাৰু পিন্ধিছিল। আজিকালি আঙুঠিৰ বাহিৰে,অন্য অলঙ্কাৰ মতা মানুহে পিন্ধিবলৈ এৰিছে। তিৰোতাই অলঙ্কাৰ পিন্ধিলেও আগৰ অলঙ্কাৰ নাই। হাতৰ মুঠি খাৰু, ভৰিৰ ভৰি খাৰুৱা (খাৰু) আৰু কপালৰ কপালজেঠিৰ নামেই নোহোৱা হ'ল।

বিয়া আৰু অশৌচীয়া নামলৈ আত্মীয়-কুটুম্বৰ তিৰোতাই ভেটি নিয়া নিয়ম। মাটিৰ সৰু টেকেলিত (থলুৱা ভাষাত ইয়াক কাৰি বোলে) নিয়া এটেকেলি চাউলকে ভেটি বোলে। সম্ভৱতঃ ভৃতি শব্দৰ পৰাই ভেতি শব্দৰ উৎপত্তি হৈছে। যেনে ইষ্টভৃতি, গুৰুভৃতি ইত্যাদি। নতুবা ভাব-ভেতি শব্দৰ পৰাও হ'ব পাৰে।

আন আন ঠাইৰ নিচিনাই এই অঞ্চলৰ লোকেও দেও-ভূতক বিশ্বাস কৰে। তন্ত্ৰ-মন্ত্ৰতো বিশ্বাসী। দেও-ভূত সম্বন্ধে কিছুমান অদ্ভুত অদ্ভুত জনশ্ৰুতি আছে। দুই-এক্ৰে ভূতৰ লগত হতাহতি যুদ্ধ কৰা বুলিও শুনা যায়। বকৰা ওজা ( বেজ) নামৰ এজন লোকৰ তন্ত্ৰ-মন্ত্ৰৰ প্ৰভাৱত অপদেৱতাসকল তিষ্ঠিব নোৱাৰা হৈছিল। সেইবাবে চক্ৰান্ত কৰি মাৰিবৰ বাবে দুটা ভূতে দুজন মানুহৰ ভেশছন কৰি আহি সিহঁতৰ মাজৰে ভূতে পোৱা মানুহ এজনক চিকিৎসা কৰাবলৈ বুলি এদিন নিশা দোলাৰে বকৰা ওজাক কঢ়িয়াই ভূতৰ বাসস্থানলৈ লৈ গ'ল। কথাটো জানিব পাৰি ওজাই বালিত প্ৰস্ৰাৱ কৰি তাৰে এমুঠি মন্ত্ৰপুত কৰি ভূতবোৰৰ মাজলৈ দলিয়াই দিলে, লগে লগে সকলো ভূত অন্ধ হৈ গ'ল আৰু ওজাই নিৰাপদে ঘৰলৈ আহিল।[৮] আন এটা জনশ্ৰুতি মতে 'পহোৰু' নামৰ এজন মানুহক তেওঁৰ বন্ধুৰ বেশ ধৰি আহি মাজনিশা মাছ মাৰিবলৈ নিয়াৰ ছলেৰে নাৱেৰে হাবিৰ মাজৰ ভূত থকা ঠাইলৈ লৈ গৈছিল। ভূতৰ পাল্লাত পৰা বুলি যেতিয়া জানিলে তেওঁ হেনো ডাঙৰ ডাঙৰকৈ

*সাধাৰণতে ৰাইজা শব্দটোৰহে প্ৰচলন দেখা যায়। — সম্পাদক





গুণমালা আৰু ভটিমা গোৱাত লাগি গ'ল। ভূতে তেতিয়া তেওঁৰ গা চুব নোৱাৰিলে। দুদিন নে তিনিদিনৰ পিছত এজন বয়োবৃদ্ধ ডঢ়ীয়া ভূতৰ পৰামৰ্শ মতে তেওঁক পুনৰ ঘৰত থৈ যোৱা হয়। এইকেইদিন তেওঁ ভেট আৰু চাকাৰ গুটি (পদুমৰ গুটি) খাই আছিল। এই কথাই পুৰণি ধৰ্মপুথিসমূহৰ প্ৰতি যে ইয়াৰ মানুহৰ অদ্ভুত ধৰণৰ শ্ৰদ্ধা আৰু বিশ্বাস আছিল সেই কথাৰো পৰিচয় দিয়ে। কীৰ্তন-দশম আদি সাঁচিপতীয়া পুথি প্ৰায় আটাইৰে ঘৰত আছিল আৰু ইয়াক বাহি গাৰে কেতিয়াও নুচুইছিল। বিশেষ বিশেষ পুথিৰ পৰা পৰিয়ালৰ মঙ্গলামঙ্গল হোৱা বুলিও বিশ্বাস কৰিছিল। কেতিয়াবা কেতিয়াবা পৰিয়ালত সঘনে অপায়-অমঙ্গলে দেখা দিলে পুথিৰ দূষণ লগা বুলি যথেষ্ট সন্মানেৰে মূৰত তুলি নি তাক ধাবাল-পানীত উটুৱাই দিছিল।

আমাৰ দেশত প্ৰচলিত সৰু-বৰ প্ৰায় সকলো উৎসৱ-পাৰ্বণ ইয়াত উদ্‌যাপিত হয় যদিও সেইবোৰৰ চকুত পৰা থলুৱা বিশেষত্ব একো নাই। বহাগ বিহুত এটা বিশেষ অনুষ্ঠানৰ আয়োজন কৰা হয়— যাক থলুৱা ভাষাত 'পাউৰাস'ৰি বোলে। বাহৰ চুপৰ পৰা বাছি বিচাৰি একোটাইঁত ওখ পোন বাঁহ কাটি আনি বিচিত্ৰ কাপোৰেৰে সজাই প্ৰথম বিহুৰ দিনাৰ পৰাই কোনো কোনো চুবুৰীৰ লোকে তাক এটা-দুটাকৈ গাঁৱৰ মাজৰ মুকলি ঠাই সভাৰ খলাৰ বাটচ'ৰাৰ সন্মুখত থিয়কৈ পোতে। ইয়াক পাউৰা তোলা বোলে। এনেকৈ শেষৰ দিনলৈ কেবাটাও পাউৰা তোলা হয়। ইয়াক লোকে সেৱা কৰে আৰু গুৰিৰ মাটিৰে কপালত ফোঁট লয়। সাত বিহুৰ প্ৰায় আটাইটি দিনতে পাউৰাৰ সন্মুখৰ খলাত বহি গাঁৱৰ বুঢ়ী-ঠাৰি আৰু জীয়ৰীবোৰে (গাভৰু আৰু বোৱাৰীসকল বাদে) নানান বস্তু বিশেষকৈ টেঙা জাতীয় বস্তু লগে ভাগে খায়। এই উপলক্ষে এওঁলোকে কিছুমান গীত-পদো গায়। এইবোৰ তেনেই থলুৱা আৰু সাহিত্যিক গুণ-বিশিষ্ট। সাত বিহুৰ দিনা পাউৰাৰ সন্মুখত গধূলি থিয়-নাম ধৰা হয়। নামৰ অন্তত হৰি-ধ্বনি দি পাউৰাবোৰ নমাই আগ মুচৰি ভাঙি ভাগে ভাগে লৈ যোৱা হয়। পাউৰাৰ আগ ভাঙি ওভোতাই নিনিয়াবলৈকে মানুহে ভাত-পানী নাৰান্ধে।* বাটত যাওঁতে ল'ৰা-ছোৱালীহঁতে পাউৰাক বিচনীৰে বিচে। এনেকৈ পাউৰাক বিচাৰ পিছতহে বিচনী শুদ্ধ হয়। তাৰ আগলৈকে বিচনি অশুদ্ধ হৈ থাকে ; সেয়ে সাত বিহুৰ আগত বিচনিৰে বিচিব নাপায় বুলি কয়। পাউৰাৰ গাত দাৰকা (ৰুমালৰ নিচিনা বস্ত্ৰ বিশেষ) আৰু চোঁৱাৰ আঁৰি দিয়ে আৰু তলৰ ফালে জামা পিন্ধায়। এই কাপোৰৰ টুকুৰাবোৰেও কিবা কিবি অপায়-অমঙ্গল দূৰ কৰে বুলি লোকবিশ্বাস আছে।[১০] বিহুত বিহুৱান দিয়াৰো কিছু বিশেষত্ব আছে। গাত ক'ব নোৱাৰাকৈ পেলাই দিব লাগে। ইয়াত অৱশ্যে ইয়াক বিহুৱান নোবোলে, বিজতীয়া ভঙাহে বোলে। ফাগ্‌না (ফাগুনা) দিয়াৰো নিয়ম আছে। প্ৰিয়-পৰিজনক প্ৰথম বিহুৰ দিনা ফাগুনা দিয়া হয়। এই কাপোৰ ফাগুন মাহত বব লাগে।

সৰ্থেবাৰীৰ এক পইছাৰ নামো বিশেষত্বপূৰ্ণ। সাত বিহুৰ কিছুদিন পিছতে গিৰিপতি এপইছাকৈ তুলি এটা নাম ধৰা হয়। দৰাচলতে ই গাঁওখনৰ মানুহৰ বছৰেকীয়া পিয়লহে। আজিকালি দহ পইছাৰ মুদ্ৰা একোটাকৈ তোলা হয় যদিও এক পইছাৰ নাম বুলিয়ে আজিও জনা যায়।

এই অঞ্চলৰ আন এটা বিশেষত্বপূৰ্ণ লোক-উৎসৱ হ'ল দেৱী পূজা। ই দূৰ্গা দেৱীৰ পূজা নহয়। শাৰদীয় দূৰ্গা পূজাৰ নৱমীৰ দিনা নিশা এই অঞ্চলৰ অকুমাৰী ছোৱালীবোৰে যূথে যূথে এই পূজা কৰে।[১১] ইয়াত পূজা-মন্ত্ৰ আৰু পূজাৰী ব্ৰাহ্মণ নাথাকে। দেৱীৰ প্ৰতিমা সাজি বা কলপুলি এটাকে দেৱীৰ প্ৰতীকৰূপে ফুল-পাতেৰে সজাই লৌকিক গীত-মাতেৰে পূজা কৰা হয়। কেতিয়াবা কেতিয়াবা এটা যূথে আনটো যূথৰ দেৱীৰ নিন্দাসূচক গীতো গায়। যেনেঃ

আমাৰ দেৱীৰ চুলিকোছা অ' পাণ বিধাছী[১২] অ'<br>
অ' গান্ধী ৰাজাক[১৩] দিলা, পাণ বিধাছী অ'।<br>
তাহাৰ[১৪](তাহাতৰ) দেৱীৰ চুলিকোছা অ' পাণ বিধাছী অ'<br>
অ' ইন্দ্ৰে (এন্দুৰে) কাটি নিলা পান বিধাছী অ'।।

এই পূজাৰ প্ৰধান আৰু অপৰিহাৰ্য উপচাৰ হ'ল 'ফুলৰ কানি'। কাপোৰ বই-কাটি উলিওৱাৰ পিছত তাঁতশালত এবেগেত-ডেৰ বেগেতমান কটা সূতা ৰৈ যায়। ইয়াকে 'দহি' বোলে। নল-খাগৰিৰে তাঁতশাল সাজি দহি, ছিগা ব, ছিগা বাহৰ সহায়ত নানান ফুল তুলি একোটুকুৰা সৰু কাপোৰ বই উলিওৱা ইয়াৰ অকণ অকণ ছোৱালীহঁতৰ প্ৰধান চখ। এই কাপোৰকে ফুলৰ কানি বোলে। জুহালত গঢ়িলেহে কমাৰশালত গঢ়িব পৰা হোৱাৰ দৰে চখতে বোৱা ফুলৰ কানিৰ জৰিয়তেই ইয়াৰ ছোৱালীবোৰে আচল বোৱন-কাটনো শিকি লয়। দেৱী পূজাত লগোৱা ফুলৰ কানি অৱশ্যে বাতি কাঢ়িন সূতাৰে ডেৰ-দুই বেগেতমান বহলকৈ বোৱা হয় আৰু কোনো আহিঁ নোচোৱাকৈয়ে ছোৱালীহঁতে নানান ফুল-পাত, নক্সা আদি তোলে। ইয়াক বাহি নোহোৱাকৈ একেদিনাই বই উলিয়াব লাগে। সৰ্থেবাৰীৰ শিপিনীসকল যে বোৱন-কাটন, বিশেষকৈ ফুল বছাত কাজী আৰু বিশেষ অনুৰাগী এয়া তাৰেই পৰিচয়। এই দেৱীগৰাকী বাৰু কোন? এই দেৱীগৰাকীৰ পৰিচয়ে অসমৰ তাত-শিল্পৰ ইতিহাসত নতুন পোহৰ পেলাব বুলি নিঃসন্দেহে ভাবিব পাৰি।

কিন্তু সৰ্থেবাৰীৰ একেবাৰে নিজা ধৰ্মীয় উৎসৱ হ'ল ইয়াৰ সভাখন। মাঘী পূৰ্ণিমাৰ আগদিনাৰ পৰা আৰম্ভ হৈ পাঁচ দিন জুৰি এই সভা (সবাহ) চলে। প্ৰথম দিনক সভাৰ গন্ধ বোলে। সিদিনা গধূলি চুপাই চুপাই থকা গোসাঁইঘৰৰ বিগ্ৰহবোৰ ঢোল-খোল-তাল-কাঁহ আদি বজাই নাম-কীৰ্তনাদি কৰি, ফট্‌কা আদি ফুটাই মহা আড়ম্বৰেৰে উলিয়াই নি সভাৰ খলাৰ সমূহীয়া বৰ গোসাঁইঘৰত থাপনা কৰে আৰু

* কথাখিনিত অলপ অস্পষ্টতা আছে। সাধাৰণতে পাউৰাৰ আগ মাটিত পৰাৰ পিছত মানুহে ভাত-পানী নাৰান্ধে। — সম্পাদক

সেইদিনাৰে পৰা প্ৰত্যেক বিগ্ৰহৰ বাবে থকা নিৰ্দিষ্ট পূজাৰী ব্ৰাহ্মণে বিগ্ৰহৰ পূজা-অৰ্চনা কৰে। পিছদিনা অৰ্থাৎ মাঘী পূৰ্ণিমাৰ দিনা দুপৰীয়াৰ পৰা আবেলিলৈকে বিগ্ৰহৰ সন্মুখৰ মুকলি ঠাইত[15] হোম দিয়ে আৰু হোমৰ লগে লগে ডাঙৰকৈ নাম ধৰে। ইয়াত যথেষ্ট মানুহৰ সমাগম হয়। সেইদিনা ঘৰৰ আটায়ে নতুন কাপোৰ লয় আৰু চাকৰিয়ালেই হওক বা ব্যৱসায়ীয়েই হওক সৰ্থেবাৰীৰ কোনো প্ৰবাসীলোকেই পাৰিতপক্ষত হোমৰ ফোঁট ল'বলৈ আৰু নামত সেৱা কৰিবলৈ নহাকৈ নাথাকে। নামৰ প্ৰসাদত চাউল-বুট-মুগ লগতে যথেষ্ট পৰিমাণৰ চেনি দিয়ে। চেনিৰ অধিকাংশই ব্যক্তিগত লোকে মানস কৰি দিয়া। বহুতে মানস কৰি বিগ্ৰহৰ আগত ঘিউৰ চাকিও দিয়ে। সভাৰ কেউটা দিনতে পুৱা, দুপৰীয়া আৰু গধূলি ভকত (পুৰুষ) আৰু ভকতনী (মহিলা)ৰ নাম-প্ৰসঙ্গ ভাগে ভাগে চলি থাকে। (পুৰুষ-মহিলাই কেতিয়াও একেলগে নাম নাগায়। হোমৰ দিনাও মহিলাসকলে দূৰৈৰ পৰা নাম চায়হে, অংশ নলয়)। ব্ৰাহ্মণসকলে গীতা-ভাগৱত-চণ্ডীপাঠ আদিও কৰে। ব্ৰাহ্মণক খুওৱা-ধুওৱাৰ উপৰি যথোচিত দান-দক্ষিণা কৰা হয়। হোমৰ দিনা নিশাৰ পৰা প্ৰত্যেক নিশাই গান-গুনিয়ালৰ যাত্ৰাভিনয় চলে। আবেলি আৰু নিশাও অভিনয়ৰ আগলৈকে ঢুলীয়া উঠে।[16] আগেয়ে সৰ্থেবাৰীৰ ওচৰৰ মুগদি গাঁৱৰ বায়ন পৰিয়ালৰ লোকে (এওঁলোক আদিতে পল্লাৰ আছিল) ভাওনাও কৰিছিল। বিখ্যাত ভোলা ভাউৰাৰ (বায়ন) মৃত্যুৰ লগে লগে এই আপুৰুগীয়া সাংস্কৃতিক অনুষ্ঠানটি এই অঞ্চলৰ পৰা চিৰতৰে লুপ্ত হ'ল। পঞ্চমদিনা গধূলি ডাঙৰকৈ নাম ধৰি সভা সুসাঙ্গ কৰা হয়। নামৰ অন্তত বিগ্ৰহবোৰ নিজ নিজ চুপাৰ গোসাঁইঘৰলৈ ওভোতাই নিয়ে। ইয়াৰ পাছদিনা উকা সভাৰ খোলাত ভকতনীৰ (মহিলাৰ) নাম হয়। সভা উপলক্ষে অনেক দোকান-পোহাৰ আহে, কিন্তু যিকোনো প্ৰকাৰ জুৱাৰ খেল নিষিদ্ধ। সভাৰ কেওদিন বাহিৰৰ যাত্ৰীসকলক চাউল-সিধা দিয়া নিয়ম আজিও চলি আহিছে। সভাৰ প্ৰভাৱ আৰু ধুম-ধুপাল গোটেই অঞ্চলটোতে পৰিলক্ষিত হয়।

ইয়াৰ ল'ৰা-ছোৱালী আৰু ডাঙৰ মানুহৰ মাজত নানান খেল-ধেমালিৰ প্ৰচলন আছে যদিও পানীৰ লগত সংযুক্তবোৰহে স্থানীয় বৈশিষ্ট্যপূৰ্ণ। এইফালৰ পৰা নাওখেল, সৰু ল'ৰা-ছোৱালীয়ে পানীত খেলা দল-পুঙা[17] পাতাল প্ৰৱেশ[18] আদি উল্লেখযোগ্য। আগেয়ে গুৰু-তিথি, জন্মাষ্টমী আদিত নাও নেখেলিলেই নহৈছিল। সাধাৰণতে কীৰ্তনৰ পদ গালেও নাওখেলৰ সুকীয়া গীতো আছে। নাওৰ খেল বৰ উপভোগ্য আছিল। সৰ্থেবাৰীৰ পূবৰ পৰা দক্ষিণ ফালেদি পশ্চিমলৈ বৈ যোৱা আল্লা নদীত সৰ্থেবাৰী গাঁৱৰ পূৱ মূৰে (কাৰাকুছিৰ কৰৈৰ কুৰৰ পৰা) নাৱৰ খেল অনুষ্ঠিত হৈছিল। সৰু সৰু জনীয়া বা তাকৰীয়া নাৱত[19] উঠি গৈ পানীৰ মাজতে নিৰাপদ দূৰত্বত নাও ৰাখি নাৱৰ বুকুৰ পৰাই ল'ৰা-ডেকা-বুঢ়া-তিৰোতা আটায়ে খেল চাইছিল। পিছত আল্লাৰ পাৰত ৰাস্তা হ'লত ৰাস্তাৰ পৰাই খেল চোৱাৰ সুবিধা হৈছিল যদিও পানীৰ অভাৱত নাওখেল সম্পূৰ্ণ উঠি গ'ল। এই সন্দৰ্ভত সৰু ল'ৰাই খেলা নলৰ নাৱো উল্লেখযোগ্য। নলবন এটুকুৰা এহাতমান দীঘলকৈ কাটি একালে মাজেৰে ফালি বলাই লৈ গুৰা খুৱাই খেল-নাৱৰ আকৃতিৰ নাও সাজি আগৰ ফালে শুকান গছ-পাতৰ পাল তৰি দি তৰাং পানীত এৰি দিয়া হয়। বতাহে তাক আগবফালে উটুৱাই নিয়া চাই চাই ল'ৰাবোৰে ৰং ধেমালি কৰে।

ইয়াৰ মানুহৰ খোৱা-লোৱা আৰু পিন্ধা-উৰা তেনেই সহজ-সৰল। মাছ-মঙহ খালেও শৰণ-ভোজন হোৱা লোকে হাঁহ-পাৰ-ছাগলীৰ মঙহ নাখাইছিল। ল'ৰা-ছোৱালীহঁতে খালেও মূল পাগত ৰান্ধিবলৈ দিয়া নহৈছিল। মাছৰ ভিতৰত শাল-চেনাৰ, মিৰিকা, শিঙি-কুচীয়া বৰ্জনীয় আছিল। বনৰীয়া পহু, হাঁহ-শৰালি আদি নানান চৰাই, ভুৰা কাছ, বৌ-ৰৰালি-কাৰৈ-মাগুৰ-এলেং-ভাঙন আদি প্ৰচুৰ পৰিমাণে পোৱা গৈছিল আৰু মানুহেও পৰ্যাপ্ত পৰিমাণে খাইছিল। গাখীৰ উভৈনদী আছিল। বহুতে গাই গৰুৰ উপৰিও ম'হ পুহিছিল আৰু 'কাচৰ' বুলি এজাতি ডাঙৰ ধুনীয়া আৰু সৰহকৈ গাখীৰ দিয়া ম'হৰ গাখীৰহে গিৰিহঁতে খাইছিল। গাখীৰৰ পৰা দৈ, মাখন, ঘিউ, লক্‌ৰি[20] আৰু ঘোল কৰি খাইছিল। মৌ খাইছিল যদিও নিয়মিত খাদ্য-তালিকাৰ অন্তৰ্ভুক্ত নাছিল। বতৰৰ ফল-মূলো প্ৰচুৰ পৰিমাণে পাইছিল আৰু খাইছিল। পানীত ভেট-পদুম-শিঙৰি আৰু নিকৰি ঢেৰ হৈছিল। সৰু-ডাঙৰ আটাইৰে ইবোৰ আজিকালিৰ লজেন্‌চ-চকোলেটৰ নিচিনা উপাদেয় খাদ্য আছিল। এতিয়া আমাৰ দিনতে এইবোৰ সপোনৰ কথা যেন লগা হ'ল। পৰিধেয় বস্ত্ৰৰ ভিতৰত চোলাৰ ব্যৱহাৰ নাছিল বুলিবই পাৰি। মতা মানুহে গাত একোখন চাদৰ গাঠি মাৰি লৈছিল। মাইকীবোৰে গাতল (গাত লোৱা) মেৰিয়াইছিল।[21] আজিকালি যাক গামোচা বোলা হয় ইয়াত তাক 'মুখ্‌চা'হে বোলে। গামোচা তাতোকৈ ডাঙৰ আৰু মতা মানুহেহে পোন্ধ মাৰি পিন্ধে। অ'লৈ-ত'লৈ যাব লাগিলে পান-গাম্‌চা (পানী-গামোচা) পিন্ধিছিল। চুৰীয়াৰ ব্যৱহাৰ নাছিল। 'মুখ্‌চা' শব্দটো 'মুখ-মচা'ৰ পৰা হ'ব লাগে। গাম্‌চা বড়োসকলৰ অবদান।[22] লেপ-কম্বল আদিৰ ব্যৱহাৰ থাকিলেও সৰ্বসাধাৰণৰ মাজত তুলি-তক্‌চা (তোচক)ৰ ব্যৱহাৰ নাছিল। জহকালি সুদা চাং বা চালপিৰাত (কত্তাপোচ) আৰু জাৰকালি তাত ধানখেৰ পাৰি তাৰ ওপৰত কাপোৰ পাৰি শুইছিল। চ'ত মাহ পৰাৰ লগে লগে খেৰ আঁতৰাব লাগিছিল। কিয়নো চ'তৰ পৰা শয্যাত খেৰ পাৰি শোৱা নিষিদ্ধ আছিল। ডাঙৰ পাচিত মিহি খেৰ ভৰাই তাৰ ওপৰত ডাঠকৈ কাপোৰ পাৰি কেঁচুৰাক ৰাখিছিল।

ঘৰ-দুৱাৰ স্থানীয়ভাৱে পোৱা খেৰ-বাঁহেৰেই গএগা-গিয়াতিয়ে ধৰাধৰিকৈ সাজিছিল। ঘৰবোৰ দুচলীয়া আছিল। চাৰিওফালে ইকৰাৰ বেৰ দি মাটিৰে ডাঠকৈ লেপি লৈছিল। খিৰিকি নাছিলেই। মূল ঘৰৰ সমুখৰ ফালে এখন আৰু পাছৰ ফালে এখন মুঠতে দুখন ঘাই দুৱাৰ থাকে। দুয়োখন দুৱাৰ সাধাৰণতে ঘৰটোৰ সোঁমাজত থাকে। ঘৰত বাৰাণ্ডা নাথাকে। সমুখৰ দুৱাৰখনেৰে সৈতে মাজৰ কোঠালিৰ বেৰখন ঘৰৰ কিছু ভিতৰলৈ সুমাই দি কিছু ঠাই বাৰাণ্ডাৰ নিচিনা মুকলিকৈ ৰাখে (আজিকালিৰ চেপেটা ঘৰবোৰত ৰখাৰ দৰে।) দুৱাৰখনৰ পোনে পোনে ঘাই বেৰৰ শাৰীত তিনি হাতমান বহল আৰু চাৰিহাতমান ওখকৈ মাজতে এখন বেৰ থাকে। ইয়াক কাপ্‌লি বেৰা বোলে। দুৱাৰমুখত পৰ্দা নাথাকে। কাপ্‌লি বেৰাই পৰ্দাৰ কাম কৰে। মূল ঘৰৰ মাজৰ আৰু কাপ্‌লি বেৰাৰ আঁৰৰ মুকলি ঠাইখিনিত মানুহে বহা-মেলা কৰে। দুৱাৰখন ইমান চাপৰ যে মূৰ চপৰাইহে সোমাব লাগে। মূৰ চপৰাই (সেৱা-ভক্তি কৰি) হে ঘৰত সোমোৱাটোৱে নিয়ম আছিল। সাধাৰণতে একেটা ঘৰতে পাগ, ঢেঁকী আৰু শোৱনিকোঠা সাজি লয়। ইয়াক পলি (উচ্চাৰণ পোলি) বোলে। তেনেকৈয়ে আছুতীয়াকৈ বেৰ দি আনটো মূৰত আখল থাকে। পাগ বা আখললৈ বাহি গাৰে সোমোৱা নিষেধ। আগেয়ে কেৰাচিনৰ চাকিও নিনিছিল। ৰঙা, নীলা অথবা হালধীয়া বোলেৰে বোলোৱা নিৰ্দিষ্ট সাজ-পাৰ পিন্ধি নতুবা তিতা-তিয়নিৰেহে আখলঘৰত সোমাব পাৰিছিল। ঘৰৰ ভিতৰলৈ জোতা-চেণ্ডেল নিয়া নিষিদ্ধ। সকলো ঘৰতে তাঁতশাল থাকিবই। তাঁতশাল বাহিৰত চালি দি পাতিছিল। সুবিধা কৰিব পৰা সকলে ঢেঁকীশালো বাহিৰতে পাতিছিল। বহু বছৰ আগৰে পৰা সৰ্থেবাৰীত চাৰিচলীয়া টিনৰ ঘৰ আছিল। কোনো কোনোটোৰ ওপৰত 'হাৱা-খানা'ও আছিল। এইবোৰ ঘৰ বোলে ভাটিৰ কোনোবা মিস্ত্ৰিয়ে সাজিছিল। পাছত আমাৰ মানুহেও আধুনিক ধৰণৰ ঘৰ সাজিবলৈ শিকে। কঁহাৰসকলৰ গঢ়শালি (য'ত বাচন তৈয়াৰ কৰে) আৰু খেতিয়কসকলৰ গোহালি আৰু ভঁৰালঘৰ আছুতীয়া আছিল। গোহালি বৰ ওখকৈ বান্ধি তলত মানুহ সোমাব পৰাকৈ একোখন চাং সাজি ৰাৰিয়া সেই চাঙৰ ওপৰত গৰু ৰখা আৰু তলত জাগ দিয়াৰ ব্যৱস্থা আছিল। খৰালি তাৰ পৰা নমাই গৰুবোৰ মাটিত ৰাখিছিল আৰু চাংখন খৰি-খেৰ ৰখা গুদামঘৰৰ দৰে ব্যৱহাৰ কৰা হৈছিল। এই ব্যৱস্থা আজিকালিও আছে।

চকি-মেজ আদি নাছিলেই ; কিন্তু তাৰ সলনি সৰু-ডাঙৰ নানান ধৰণৰ ঢাৰি আৰু কঠ আছিল। ডুখৰীয়া পিৰা, বৰ-পিৰা আৰু চাল-পিৰাৰৰ ব্যৱহাৰ আজিও আছে। চাল-পিৰাৰ বাহিৰে বাকী পিৰাবোৰ একেযোৰৰ আছিল অৰ্থাৎ ডাঠ ফলিয়া কাঠ খুলি তলৰ পিনে খুৰা উলিয়াই লৈছিল। কোনো কোনোৱে বাঁহ-বেতৰ মূঢ়াও সাজিছিল। মাটিৰ ডাঙৰ হাড়ি আৰু বেতৰ জপাত কাপোৰ ৰাখিছিল। পিছলৈ ষ্টিলৰ ট্ৰাঙ্কবো প্ৰচলন হয়। সৰু সৰু নাও ঘৰে ঘৰে যে আছিলেই। যোত্ৰবানসকলৰ খেলনাওবা চাৰিহতীয়া নাৱো আছিল। বাচন-বৰ্তন কাঁহ-পিতলৰ আছিল, নিতান্ত অৱস্থাহীনসকলেহে মাটিৰ সাজ ব্যৱহাৰ কৰিছিল। আগৰ কালত ৰন্ধা-বঢ়া সম্ভৱতঃ সকলোৱে মাটিৰ সাজত কৰিছিল। কিবাকিবি কামত নাৰিকলৰ লাক্‌ৰা (কোৰোকা), লাওখোলা আৰু বাঁহৰ চুঙাও ব্যৱহাৰ কৰিছিল। বিশেষকৈ লাওখোলাত লোণ থোৱা আৰু বাঁহৰ চুঙাত গাই খীৰোৱাৰ ব্যৱস্থা আজিকালিও আছে। মলা ধপাতো বাঁহৰ চুঙাত ৰাখে।

লাহ-বিলাহ নাছিল যদিও তিৰোতাসকলে সাধাৰণভাৱে অলপ-অচৰপ প্ৰসাধন কৰিছিল। চুলিৰ জঁট ভাঙিবলৈ জঁট ভঙা, মূৰ মেলাবলৈ ফণি বা কাঁকৈ ব্যৱহাৰ কৰিছিল। বাঁহৰ কাঠি অথবা ম'হ-শিঙেৰে জনা লোকে এইবোৰ যতন কৰি দিছিল। গাত তেল-কুৰ ঘঁহিছিল। চুলিতো তেল দিছিল। চুলিত দিয়া তেল সুগন্ধি কৰিবলৈ মঠা, সম্পৰা (গাঠিয়ন?) আৰু পালে কেতেকী ফুলৰ ৰেণু সানিছিল। হাতৰ তলুৱা আৰু নখ জেতুকা নাইবা আচুকাঠ (দাৰু হৰিদ্ৰা)ৰ বোলেৰে বোলাই লৈছিল। চাবোন ওলোৱাতো গৰু-গাহৰিৰ চৰ্বি থকা বুলি মানুহে ব্যৱহাৰ নকৰিছিল। খাৰ-খলিহে আৰু ঔ-টেঙাৰ বীজ, হইঠা (মণিছাল) আদিৰে গা-মূৰ ধুইছিল। মাইকী মানুহে এবিধ ঘৰুৱা উপায়ে দাঁতবোৰ কিচকিচীয়া ক'লাকৈ বোলাই লৈছিল। ইয়াকে শিৰি দিয়া বোলে। শিৰি ভালকৈ লাগিলে চিৰস্থায়ীভাৱে থাকি গৈছিল। সচৰাচৰ শাহুৰী খাটিবলৈ যোৱাৰ পিছতহে শিৰি দিয়া নিয়ম আছিল।

ইয়াৰ থলুৱা মাত-কথাৰো স্বকীয় বৈশিষ্ট্য আছে। ডঃ বাণীকান্ত কাকতি আৰু ডঃ উপেন্দ্ৰনাথ গোস্বামীয়ে কামৰূপী উপভাষাৰ কেইবাটা উপভাষাৰ উল্লেখ আৰু আলোচনা তেখেতসকলৰ মূল্যবান গৱেষণা-গ্ৰন্থত কৰিছে। বিশেষকৈ নলবাৰী আৰু বৰপেটাৰ মাত-কথাসমূহৰ বৈশিষ্ট্য তাত বিতংকৈ ফহিয়াই দেখুৱাইছে। নলবাৰী আৰু বৰপেটাৰ পৰা সমান দূৰত্বত অৱস্থিত (প্ৰায় ২৫ কিলোমিটাৰকৈ) এই অঞ্চলৰ মাত-কথাৰ লগত সেই দুই অঞ্চলৰ মাত-কথাৰ চকুত পৰা পাৰ্থক্য আছে। সেইবোৰ বিচাৰ কৰিবলৈ গ'লে এটা সুকীয়া প্ৰবন্ধ হ'ল।

অতীত কালৰে পৰা এই ঠাইত গীত-পদ-ভাওনা আৰু সাহিত্য-চৰ্চাৰ প্ৰবাহ এটা বৈ আহিছে। মুখে মুখে প্ৰচলিত লোকগীত, বিয়া-নাম, কাহিনী-গীত (বেলাড) আদিৰ বাহিৰেও অনেকে তেনে গীত ৰচনাও কৰিছিল। মুখে মুখে চলি অহা গীত কিছুমানত সামাজিক বিশেষ ঘটনা দুই-এটাৰো ইঙ্গিত পোৱা যায়। যেনে-- "সখেৰেইৰা মানুহ, ঠালিভাঙা জুই" আৰু "তৰুণ ফুকন ফুকন নবীন দলা, গাঁৱে গাঁৱে কম্‌টি কৰা, সূতাৰ ধূপত দেছলা মাৰা" ইত্যাদি। অৱশ্যে এইবোৰ অৰ্বাচীন। বৰগীতৰ আৰ্হিত যোগেশ্বৰ গোস্বামী আৰু কৃপানাথ চৌধুৰীয়ে ৰচনা কৰা গীত কিছুমান আজিকালিও লোকমুখে চলি আহিছে। কৃষ্ণপুৰী সন্ন্যাসীৰ মাধুৰী গীত ইয়াতেই ৰচনা কৰা আৰু ইয়াৰ পৰাই প্ৰকাশিত হৈছিল। বন্ধু ভাঙুৰীয়ে সৰল-সহজ উপমাৰে কিছুমান আধ্যাত্মিক ভাবৰ গীত মুখে মুখে জোৰাইছিল। সাধু পুৰুষ ভক্ত দাস পাঠক আতৈয়ে গীত কিছু ৰচিছিল। ইয়াৰ গোমূৰা সত্ৰ আৰু কাৰাকুছিত অতীতৰে পৰা দুজনা গুৰুৰ তিথিত ভোজন বিহাৰ আৰু ব্ৰহ্মামোহন আদি অঙ্কীয়া ভাওনা কৰি অহা হৈছে। অঙ্কৰ আৰ্হিত ৰচিত কিন্তু তাতোকৈ সহজ আৰু জনপ্ৰিয় 'ধুৰা নাট' বুলিবৰ এশ্ৰেণীৰ নাটকৰ অভিনয় এই ঠাইত বাৰুকৈয়ে চলিছিল। সৰ্থেবাৰীৰ চেনিৰাম বায়ন আৰু দত্তৰাম মণ্ডলে এনে ভালেমান নাট ৰচনা কৰিছিল। গীত ৰচক কৃপানাথ চৌধুৰীয়েও 'ভাৰত গৌৰৱ' আৰু 'বনবীৰ' নামেৰে দুখন ভাওনাৰ উপযোগী নাট ৰচনা কৰিছিল। বিদুৰ চন্দ্ৰ ডেকাৰ 'জন্মাষ্টমী' আৰু ভক্তদাস আতৈৰ

'ভক্ত প্ৰহ্লাদ' নামৰ নাট দুখনো উল্লেখযোগ্য। এইবোৰৰ কিন্তু এখনেও ছপাৰ মুখ দেখা নাই। ছপা নাটক হ'ল বিশিষ্ট কাঁহ-শিল্পী শ্ৰীধৰণীধৰ ডেকাৰ 'মানৰ দিন'। সাম্প্ৰতিক কালৰ ডেকাচামৰ মাজতো নাট ৰচনা আৰু অভিনয়ৰ চৰ্চা হৈ আহিছে। পূৰ্ণাঙ্গ নাট প্ৰকাশ হৈ নোলালেও দুই-এজনে একাঙ্কিকা দুই-চাৰিখন প্ৰকাশ কৰিছে। ইয়াৰ জল্টিমোহন তামুলীয়ে ১৯২৭ চনতে ডুবি দেৱালয়ৰ নৰ্তকী কিছুমানক লৈ সহ-অভিনয় কৰাইছিল। এইফালৰ পৰা তেওঁ ব্ৰজমোহন শৰ্মাৰো আগতে সহ-অভিনয় কৰায় আৰু এয়ে প্ৰথম অসমীয়া সহ-অভিনয়। বৰ্তমানৰ অতি জনপ্ৰিয় ভ্ৰাম্যমান থিয়েটাৰৰো প্ৰথম সূচনা ইয়াতেই বাপুনাথ দাসৰ উদ্যোগত বীণাপানি নাট্যানুষ্ঠানৰ জৰিয়তে হয়।

পুৰণি সাহিত্যিকসকলৰ ভিতৰত কাণখোৱাৰ ৰচক শ্ৰীধৰ কন্দলী আৰু পদ্য-গীতাৰ ৰচক গোবিন্দ মিশ্ৰক ইয়াৰ লোকে এই অঞ্চলৰ বুলি দাবি কৰে। সৰ্থেবাৰীৰ ওচৰৰ হেলচা নিবাসী সৰ্বানন্দৰ নাতি লক্ষ্মীনাথ দ্বিজই মহাভাৰতৰ শান্তিপৰ্বৰ পদ কৰিছিল। অতীতৰ এই আৰ্হিতে বৰ্তমান কালতো কৃষ্ণপুৰী সন্ন্যাসীয়ে 'ব্ৰহ্মচৰ্য বোধ' আৰু ভক্তদাস আতৈয়ে 'ছয় ৰিপু' পদ-পুথি ৰচনা কৰি ছপা কৰি উলিয়ায়। এই অঞ্চলৰ কেইবাজনো পণ্ডিত আৰু কৃতী লেখকে আধুনিক অসমীয়া ভাষা-সাহিত্যলৈ বিশিষ্ট অৱদান আগবঢ়াইছে। সেইসকলৰ ভিতৰত কোহিৰাম দাস, লোকনাথ শৰ্মা, (হেমচন্দ্ৰ বৰুৱাৰ পিছতে দ্বিতীয়খন অসমীয়া ব্যাকৰণৰ ৰচক), হলীৰাম ডেকা, নন্দেশ্বৰ দাস, *শ্ৰীৰজনীকান্ত গোস্বামী (পথৰ সন্ধানৰ ৰচক), *শ্ৰীদেবেন্দ্ৰনাথ শৰ্মা, অনিৰুদ্ধ দেৱ শৰ্মা, আৰু *শ্ৰীৰজনীকান্ত দেৱশৰ্মাৰ নাম উল্লেখযোগ্য। এখেতসকলৰ পিছৰ চামৰো ভালেকেইজনে সাহিত্য-চৰ্চাত লাগি আছে। তাৰ ভিতৰত দীনবন্ধু তালুকদাৰ (ব্যাসকুছি), হিতেশ ডেকা, ডঃ প্ৰণৱজ্যোতি ডেকা আৰু হৰেকৃষ্ণ ডেকাই প্ৰতিষ্ঠা লাভ কৰিছে। সাহিত্য প্ৰকাশৰ নতুন লেখকৰ সন্ধানত উপন্যাস প্ৰতিযোগিতাত 'পলস' উপন্যাসেৰে তৃতীয় স্থান লাভ কৰি শ্ৰীঅজিত্ তালুকদাৰেও প্ৰতিভাৰ পৰিচয় দিব পাৰিছে। মহিলা লেখিকাৰ ভিতৰত অম্বাপ্ৰিয়া ডেকা আৰু প্ৰতিমা ডেকাৰ নাম ল'ব পাৰি। অম্বাপ্ৰিয়া ডেকাই বহু বছৰ পূৰ্বে ধাৰাপাত এখন লেখিলেও তাৰ প্ৰতিটো পাততে থকা প্ৰবচন আৰু ফকৰা-যোজনাৰ সাহিত্যিক মূল্য আছে। প্ৰতিমা ডেকাৰ 'সোণালী দুখ' নামৰ কবিতাৰ পুথি এখন ছপা হৈ ওলাইছে। এই সন্দৰ্ভত সৰ্থেবাৰীৰ পশ্চিমত থকা বামুন্দি গাঁৱৰ নিবাৰণ চৰকাৰৰ নামো উল্লেখনীয়। প্ৰায় ত্ৰিশ-চল্লিশৰ দশকতে তেতিয়াৰ বঙ্গ প্ৰদেশৰ পৰা আহি ইয়াত বসতি কৰিবলৈ লোৱা বঙালী লোকসকলৰে বংশোদ্ভৱ নিবাৰণ চৰকাৰ। এই মানুহখিনি অসমীয়া ভাষা-সাহিত্য গ্ৰহণ কৰি অসমীয়া জাতীয় জীৱনৰ মূল সুঁতিটোৰ লগত কিভাৱে মিলি গৈছে নিবাৰণ চৰকাৰেই তাৰ উদাহৰণ। এওঁ এখন মজলীয়া স্কুলৰ শিক্ষক আৰু ধনৰ অভাৱত ছপা কৰি উলিয়াব নোৱাৰিলেও অসমীয়া ভাষাত ৰচনা কৰা কেইবাখনো শিক্ষামূলক, উপাদেয় পুথিৰ ৰচক।

চাৰুকলাৰ অন্যতম অঙ্গ চিত্ৰকলাৰ সামূহিক বা আনুষ্ঠানিকভাৱে চৰ্চাৰ কোনো ব্যৱস্থা নাথাকিলেও ব্যক্তিগতভাৱে এইবিধ কলাৰ চৰ্চা কৰা লোকো এই অঞ্চলত নোহোৱা নহয়। ইয়াৰ বাঢ়ৈয়ে থান-সত্ৰৰ বেৰ-দুৱাৰ আদিত নানান নক্সা আৰু পৌৰাণিক কাহিনীৰ নায়ক-নায়িকাৰ মূৰ্তি খোদিত কৰিছিল। খেল নাওবোৰত বিবিধ লতা-ফুল-পাত আৰু চৰাইৰ ছবি কাটিছিল। কঁহাৰসকলে পূৰ্বৰে পৰা তেওঁলোকে গঢ়া বাচন আৰু গুৰু আসনত নানান লতা-পাত, নক্সা আদি আঁকি আহিছে। শিপিনীসকলে বোৱা কানি-কাপোৰত বিবিধ লতা, ফুল-পাত আদি তুলিছিল আৰু আজিও তোলে।[২৩] এই ক্ষেত্ৰত বেৰ-কাপোৰৰ চানেকি উল্লেখনীয়। দৌলোৎসৱত গোসাঁইৰ বিগ্ৰহ যি দৌলত থাপনা কৰা হয় তাৰ চাৰিওফালে এই কাপোৰেৰে বেৰি দিয়া হয় কাৰণেই ইয়াৰ নাম বেৰ-কাপোৰ। এই কাপোৰত নানান হয়-হস্তী, ৰথ, ফুল-পাত, চৰাই-চিৰিকতি তোলা হয়। এনেকুৱা প্ৰবাদ আছে যে এই কাপোৰ বোৱা পুণ্যৰ ফলত দুই-এগৰাকী অপুত্ৰকে পুত্ৰও লাভ কৰিছে হেনো। সাধাৰণ লতা-পাতৰ বাহিৰে তুলাপাত বা সাঁচিপাতত অঁকা আন চিত্ৰৰ নিদৰ্শন এই অঞ্চলত এতিয়ালৈকে পোৱা নাই। কোনোবা পুথি-পাঁজিত থাকিলেও সেইবোৰ এতিয়ালৈকে পোহৰলৈ অহা নাই। আধুনিক যুগত পোনতে বিদুৰচন্দ্ৰ ডেকাই কাপোৰত ছবি আঁকি থিয়েটাৰৰ উপযোগী আঁৰ-কাপোৰ তৈয়াৰ কৰিছিল। পিছত ভক্তদাস আতৈয়েও আঁৰ-কাপোৰ কেইখনমান আঁকে। কিন্তু তেখেতে এটা মহৎ কৰ্মৰ আঁচনি তৰিছিল আৰু কিছু কাম আৰম্ভ কৰিছিলোঁ। সেয়া আছিল বৃন্দাৱনী কাপোৰৰ আৰ্হিত কাপোৰত শঙ্কৰদেৱৰ জীৱন লীলা জীৱন্তভাৱে অঙ্কন কৰা। কিন্তু তেৰাৰ অকাল বিয়োগত সেই কাম আৰু হৈ নুঠিল। (সম্ভৱতঃ বিষ্ণু ৰাভাৰ অনুকৰণত) গুৰু ভটিমা আৰু বৰদোৱা বৰ্ণনৰ গীতৰ আদৰ্শত আতৈদেৱে পিচবোৰ্ডত ডাঙৰকৈ শঙ্কৰদেৱৰ দুখনমান ছবি আঁকিছিল। এই অঞ্চলত ইয়াতকৈ অন্য চিত্ৰ ভাস্কৰ্যৰ নমুনা আমি দেখা নাই। দেৱীৰ প্ৰতিমা গঢ়া কাৰিকৰ এই অঞ্চলত ভালে কেইজন আছে যদিও তেওঁলোকৰ আৰ্হি (model) বঙালী।

শিল্পকৰ্মৰ ভিতৰত বয়ন, মৃৎ শিল্প আৰু কাঁহ-পিতলৰ শিল্পৰ নাম উল্লেখ কৰিব পাৰি। ইয়াৰ সকলো তিৰোতাই বোৱা-কটা জানে যদিও অসমৰ আন আন ঠাইৰ দৰে ইয়াতো ইয়াক ব্যৱসায়িক ভিত্তিত লোৱা হোৱা নাই। সৰ্থেবাৰীৰ ওচৰৰ কামাৰপাৰা গাঁওৰ নামৰ পৰা এসময়ত ইয়াত কমাৰ থাকি লোৰ কাম কৰাৰ কথা এতিয়া অনুমান সাপেক্ষহে। চিনাদিত কিছুমান হীৰা মানুহে আওপুৰণি আৰ্হিৰে কিবা কিবি মাটিৰ সাজ গঢ়ে যদিও তাৰে তেওঁলোকে পেটৰ ভাত মুঠিকে মোকোলাব নোৱাৰে। বনিয়াকুছিত দুটামান পৰিয়ালে পিতলৰ বাচন, ঘাইকৈ থগী-শৰাই আদি তৈয়াৰ কৰি চলি আছে। দৰাচলতে কাঁহ শিল্পই ইয়াৰ একমাত্ৰ প্ৰধান শিল্প। নানান বিপৰ্যয়ৰ মাজেদিও এই শিল্পটি টিকি আছে। কঁহাৰসকলে সংঘবদ্ধ হৈ সমবায় কাঁহৰ বাচনৰ দোকান আৰম্ভ কৰাৰ

* কেইবছৰমানৰ ভিতৰত তিনিওজনৰ লোকান্তৰ ঘটিছে। — সম্পাদক, স্মৃতিগ্ৰন্থ





পৰা কাঁহ শিল্পটি কিছুপৰিমাণে মহাজনৰ শোষণৰ পৰা মুক্ত হোৱাত তুলনামূলকভাৱে কঁহাৰসকলৰ অৱস্থা কিছু ভাললৈ আহিছে। হওতে সৰু-সুৰা চাকৰিয়ালতকৈ এওঁলোকে আয় বেছিয়ে কৰে ; কিন্তু চাকৰিয়ালৰ দৰে নিৰাপত্তা এওঁলোকৰ নাই ; তদুপৰি অপৰিকল্পিতভাৱে খৰচ কৰা আৰু অকল হাতুৰিটোৰ মূৰতে বৰ একোটা পৰিয়ালৰ ভৰণ-পোষণ নিৰ্ভৰ কৰা বাবে এওঁলোকে একো সঞ্চয় কৰিব নোৱাৰে ; সেয়ে হাতত হাতুৰিটো থাকে মানে নিশ্চিন্তে চলে ; কিন্তু বেমাৰ-আজাৰ বা কিবা দুৰ্যোগহেতু হাতুৰি বন্ধ হ'লেই বিপদ। আনহাতে দূৰ ভৱিষ্যতত এই শিল্পটি অচল হোৱাৰ আশঙ্কাই দেখা দিছে। চীনামাটি আৰু এলুমিনিয়ামৰ বাচনে ইয়াক বলে পৰা নাছিল, কিন্তু ষ্টেন্‌লেচষ্টিলে ইয়াৰ ভিকাচন ভাগিব যেন লাগে। তদুপৰি সৰ্থেবাৰীয়া চানেকিৰে ভাটী ফালৰ মহাজন কিছুমানে দেখাত উজ্জ্বল কিন্তু বৰ পাতল আৰু নিম্নমানৰ কাঁহেৰে তৈয়াৰী সস্তীয়া বাচনেৰে প্ৰতিযোগিতাত নামিছে। কাঁহৰ বাচন গঢ়া কাৰ্যৰ ইন্ধন (fuel) কাঠৰ এঙাৰ। হাবি-জংঘল-কাঠনি আদি নাইকিয়া হৈ অহাৰ লগে লগে এঙাৰো দুষ্প্ৰাপ্য হৈ আহিছে। আনহাতে নতুন চাম পুৰুষো এই বৃত্তি কৰিবলৈ মুঠেই ইচ্ছুক নহয়, কিয়নো আয় হ'লেও ই বৰ কষ্টকৰ কাম। সেয়ে হ'লেও কঁহাৰসকলৰ দক্ষতা বা কৰ্মকুশলতাৰ অভাৱ হোৱা নাই। ১৯৬৫ চনত ইয়াৰ কঁহাৰে কৰ্ম-নৈপুণ্যৰ বাবে ৰাষ্ট্ৰপতিৰ পৰা পুৰস্কাৰ পোৱা কাৰ্যই ইয়াৰ সাক্ষ্য। কিন্তু ইয়াক বৈজ্ঞানিক প্ৰণালীৰে নৱীকৰণ কৰা নহ'লে ই যে টিকি থাকিব এনে আশা কৰিব নোৱাৰি।[২৪]

অঞ্চলটোৰ খেতিয়কসকলৰ অৱস্থা আৰু বেয়া। আমি শুৰিতেই কৈ আহিছোঁ যে ইয়াৰ মাটি বালীয়া। আগেয়ে অঞ্চলটো দ আছিল আৰু ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ কেইবাটাও উপনৈৰ পানীয়ে বছৰি বুৰ নিয়াই পলস পেলাই মাটি সাৰুৱা কৰি ৰাখিছিল। এতিয়া ৰাস্তা-পদুলি আৰু মথাউৰি আদি হোৱাত বানপানী নোহোৱা হৈ খেতিপথাৰ বকৰাণিত পৰিণত হ'বৰ উপক্ৰম কৰিছে। বিল-খাল আদি দ ঠাইবোৰ কাহানিবাই বাহিৰা অনুপ্ৰৱেশকাৰীয়ে দখল কৰি বহি এতিয়া চৰণীয়া পথাৰবোৰো বেদখল কৰিবলৈ লৈছে। গতিকে ইয়াত খেতিকো বৈজ্ঞানিক উপায়ে সাৰ-পানী যোগান ধৰি নকৰিলে নহবই ; কিন্তু তাকে কৰিবলৈকে খেতিয়কসকলৰ শিক্ষা আৰু সামৰ্থ্যই বা ক'ত ? চৰকাৰৰ আঁচনিবোৰো আকৌ প্ৰচাৰ-সৰ্বস্বহে। ইয়াৰ ৰাজনৈতিক পৰিৱেশ আৰু পৰিস্থিতিও এনে যে স্বাধীনতা লাভৰ পৰা আজি ইমান বছৰে চাবেক অঞ্চলটিৰ পৰা ইয়াৰ খিলঞ্জীয়া মানুহৰ মাজৰ কোনো এজনেই বিধান-সভাত প্ৰতিনিধিত্ব কৰিবৰ বাবে নিৰ্বাচিত হ'ব পৰা নাই। * শিক্ষিত নিৰনুৱা সমস্যায়ো গা কৰি উঠাই নহয়, জটিল ৰূপো ধাৰণ কৰিছেগৈ। এইবোৰ চাই নিঃসন্দেহে ক'ব পাৰি যে ইয়াৰ মানুহৰ জীৱন লুইতত 'বালিচৰ আছে, পাৰৰ সপোন নাই', নতুবা ইয়াত "উটৰ ডিঙিৰ ছাঁ, দীঘল ডিঙিৰ ছাঁ...হাড় হৈ সাগৰৰ বাবে শুই ৰবলৈ আৰু সৰহ দিন নাই।●

### পাদ-টীকা

১ ভৱানন্দ ডেকাৰ 'ঐতিহ্যপূৰ্ণ বেলবাৰী'-- ৩ পিঠি ডালিমচন্দ্ৰ পাঠকৰ 'আমুখোৱাৰ চিনাকি' গ্ৰন্থও দ্ৰষ্টব্য।

২ সলাবিলৰ পশ্চিমৰ বৰি অৰ্থাৎ বাম ঠাইডোখৰত সম্ভৱতঃ যুগী বা যোগী সম্প্ৰদায়ৰ মানুহে বাস কৰিছিল কাৰণে এই নাম হয়।
The village and place names of the Province generally owe their origin from caste or tribe, geographical and physical features such as lakes, rivers, hills, trees religious character, flora and fauna of the country." Page 68 Cultural History of Assam by Dr. B.K. Barua.

৩ "সংস্কৃত বিনে আন মাত নমাতয়। সামান্য কথাকো সবে সংস্কৃতে কয়।" দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিত।

৪ অপৰিচিত লোকৰ আগত সৰু গাঁৱৰ মানুহে পৰিচয় দিওঁতে ওচৰৰ ডাঙৰ গাঁও বা কোনো বিখ্যাত নৈ-বিল আদিৰ উল্লেখ কৰি গাঁৱৰ নাম কয়। সৰ্থেবাৰী গাঁৱৰ ওচৰৰ সৰু গাঁও 'কাৰাকুছি'ৰ উল্লেখ কৰোঁতে ৰামচৰণ ঠাকুৰে কাৰাকুছি নামৰ লগতে কাপলাৰ কথাও কৈছে (কাৰাকুছি কপলা নুহিকে ইটো ভাল)। কিন্তু পিছৰ কালৰ (অষ্টাদশ শতিকা) কথা-গুৰু চৰিতত আকৌ 'কাৰাকুছি' বুজাবলৈ 'সৰ্থেবাৰী-কেৰাকুছি' বুলিছে। গতিকে অষ্টাদশ শতিকাত সৰ্থেবাৰী প্ৰখ্যাত হৈ পৰিছিল। 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত'ত গুণাভিৰাম বৰুৱাই কাঁহৰ বাচনৰ বাবে (সৰ্থেবাৰীয়া লোটা) সৰ্থেবাৰী অসম বিখ্যাত ঠাই বুলি (ঊনৈশ শতিকাৰ শেহৰ ফালে) উল্লেখ কৰিছে।

* মাঘ বিহুত ভেলাঘৰৰ ছাই আৰু ঘেঁহুৰ (ধেতোৰ) গুৰিৰে গৰু চিতাটো ইয়াৰ এটা বিশেষত্ব।

৫ সত্ৰৰ চৰিতমতে গোমূৰাত ঘাগৰী মাজিৰ অনুৰোধক্ৰমে সুন্দৰীদিয়াৰ পৰা আহি মাধৱদেৱ পুৰুষে ছয় মাহ চৈধ্য দিন থাকে। পাটবাউসীত থকা আই গোঁসানী (শঙ্কৰ গুৰুৰ পত্নী)ৰ আদেশমতে গুৰু নাতি চতুৰ্ভুজ ঠাকুৰে মাধৱদেৱক নিবলৈ অহাত "গুৰুৰ নাতি মোৰ শিৰৰ ভূষণ" বুলি মাধৱদেৱে তেওঁক শিৰোভাগ অৰ্থাৎ সত্ৰৰ পূবমূৰে বহা সাজি থাকিবলৈ দিয়ে। পিছত সেই ঠাইতো মণিকূট আৰু নামঘৰ সজা হয় আৰু তাক পূবৰ থান বোলা হয়। ডঃ মহেশ্বৰ নেওগদেৱ সম্পাদিত আৰু সংকলিত 'পবিত্ৰ অসম' পুথিত গোমূৰা সত্ৰৰ বিষয়ে অতিশয় ভুল তথ্য দাঙি ধৰা হৈছে। ইয়াৰ সংশোধন নিতান্তই আৱশ্যক। সাহিত্য সভাৰ চিহ্ন অধিৱেশনৰ স্মৃতি-গ্ৰন্থত 'অথ গোমূৰা সত্ৰৰ কথা' প্ৰবন্ধ দ্ৰষ্টব্য।

৬ দামোদৰদেৱৰ অন্যতম শ্ৰেষ্ঠ শিষ্য কায়স্থ মনোহৰদেৱৰ দ্বাৰা স্থাপিত।

* কেবল ১৯৮৫ চনত এক ব্যতিক্ৰম প্ৰতিষ্ঠা হৈছে। — সম্পাদক

৭ যিজনী তিৰোতাক পাক্ দিয়া হয় তেওঁ ন কাপোৰ পিন্ধি মাননীয় ব্যক্তিসকলৰ পাতে পাতে অকণ অকণ ঘিউ-লোণ দি যাব লাগে।

৮ বক্ৰা ওজাৰ বৈ-বঙহ নাই। ওজা থকা ভেঁটিটো 'বক্ৰা ওজাৰ ভিঠা' বুলি জনাজাত। বক্ৰা ওজাৰ ভেঁটিতে এই লেখকৰ পূৰ্ব-পুৰুষসকল বাস কৰিছিল। সেই সূত্ৰেই লেখক বক্ৰা ওজাৰ বিষয়ে অৱগত হয়।

৯ সৰ্থেবাৰীৰ বিভিন্ন উৎসৱ-পাৰ্বণ আৰু তদুপলক্ষে গোৱা গীত-পদবোৰৰ বিষয়ে যুগুতোৱা 'কোহিৰাম দাস'দেৱৰ জীৱনীকাৰ লোহিত চন্দ্ৰ ডেকাদেৱৰ এখন বসাল আৰু তথ্যপূৰ্ণ পুথি অপ্ৰকাশ অৱস্থাত আছে।

১০ পাউৰা সঁৰি আৰু নলবাৰী অঞ্চলৰ ভঠেলি উৎসৱ প্ৰায় একেই। শৰৎচন্দ্ৰ গোস্বামীয়ে ইন্দ্ৰধ্বজৰ লগত ভঠেলিৰ সাদৃশ্য দেখুৱাই ইয়াক বৈদিক ইন্দ্ৰপূজাৰ চানেকি বুলি মত প্ৰকাশ কৰিছে। (J.A.R.S. Vol. X. pp. 26-33) "The Vedic custom of worship of India by setting up Indradhwaja still survives in Assam in the popular festival of Bhathele (Bha-sthali)." B. K. Barua : A Cultural History of Assam. p 8.

১১ ১৮৯৭ চনত ইয়াৰ পৰা ভাগি গৈ অইন ঠাইত বহা লোকসকলৰ মাজতো এই পূজাৰ প্ৰচলন আছে।

১২ প্ৰাণ বিন্ধ্যবাসিনীৰ অপভ্ৰংশনেকি?

১৩ গান্ধী ৰাজা কোন বিচাৰ্য।

১৪ সৰ্থেবাৰী পাঁচোটা খেল আৰু কেইবাটাও চুবুৰীৰ সমষ্টি। প্ৰায় চুবুৰীতে একোটাইত কীৰ্তনঘৰ আছে। কীৰ্তনঘৰবোৰত থাপনাৰ সলনি বিগ্ৰহহে দেখা যায়। সেয়েহে হবলা ইয়াত কীৰ্তনঘৰবোৰক 'গহেৰঘৰ'হে (গোঁসাইৰ ঘৰ) বোলা হয়। চুবুৰীবোৰক চুবুৰী নুবুলি চুপা বোলে। 'চুপা' 'চুবা'ৰ অপভ্ৰংশ নহয়। ইয়াৰ মূল প্ৰাচীন 'চুম্প' শব্দহে। চুম্প শব্দৰ অৰ্থ (বাঁহ-বন-কলগছ আদিৰ) জোপোহা। (তুঃ 'চুম্পে বাশে তল গৈল'-- [illegible]দলীৰ ৰামায়ণ)। একো একোজন বুঢ়াৰ পৰা বৈ-বঙহ বাঢ়ি গৈ হোৱা একো একোটা ডাঙৰ গোটক খেল আৰু সৰু গোটক চুপা বোলে। চুপাতকৈ সৰু গোটবোৰক 'পোৱা' বোলে। খেল আৰু পোৱা শব্দৰ দুটাই আহোম শাসনকালৰ সামাজিক 'গ্ৰেড' (grade) নুবুজায়।

১৫ আজিকালি ইয়াত প্ৰকাণ্ড নামঘৰ থিয় হৈছে।

১৬ সৰ্থেবাৰীৰ ওচৰৰ কৈহাটী, অগ্নিশাল, বন্নিবাৰী আৰু বৰবিলাত ঢুলীয়াৰ দল আছিল। এওঁলোকে বৰ বৰ ঢোল বজাই নানান কৃষ্টি আদি কৰাৰ উপৰিও ব্যঙ্গ-ভাওনা কৰি মানুহক বৰকৈ আমোদ দিয়ে।

১৭ দল নামৰ ঘাঁহ-বনৰ পুঙা এটি কৰি এজন ল'ৰাই বুৰমাৰি গৈ তাক পানীৰ কিছু তলত এৰি দিয়ে। ওপৰলৈ অহাৰ লগে লগে পুঙাটো লগৰ যেয়ে পাৰে ধৰিব লাগে। কোনো জনে ধৰিব গ'লে সহজে যাতে ধৰিব নোৱাৰে তাৰ বাবে বাকীবোৰে ঢৌ দি পুঙাটো আঁতৰাই দিয়ে।

১৮ এজনে পোনতে পানীত থিয় হৈ তৰ্জনী দেখুৱাই সুধিব-- এইটো কি? বাকীবোৰে ক'ব, বাতি, মধ্যমাটো দেখুৱাই সুধিব-- এইটো কি? বাকীবোৰে ক'ব -- ছাটি। সোধোতাজনে তেতিয়া 'মই যাওঁ পাতাল ফাটি' বুলি বুৰ মাৰি পানীত লুকাব। বাকীবোৰেও তাক বিচাৰি উলিয়াবলৈ বুৰ মাৰিব।

১৯ নাওবোৰ গোটা কাঠা খুলি কৰা হৈছিল। অঞ্চলৰ মানুহে এনেকুৱা নাও ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ পলাশবাৰী আদিৰ পৰা কিনিছিল। তাক জুইত সেক দি বুকুখন আৰু বহল কৰি মেলিলৈ স্থানীয় বাঢ়ৈৰ দ্বাৰা তাত পঠালিকৈ কিছুমান সৰু কাঠ খুৱাই লৈছিল। ইয়াক গুৱা বোলে। নাৱত উঠা মানুহবোৰে গুৱাত বহে। নাৱৰ দুফালে দুটা কৰি (টিং) থাকে। সমুখৰ কৰিটো গুৰিফালৰ কৰিতকৈ ওখ আৰু দীঘল। এই কৰিটোৰ নামনিত যি ঠাইৰ পৰা নাৱৰ বুকুখন আৰম্ভ হৈছে তাক পথালিকৈ জুখিলে যদি তাৰ পৰিমাণ এবেগতে (জলে) হয় তেনেহ'লে সেইখন নাওক বুলিব জলীয়া নাও; যদি এক তকৰ হয় তেনেহ'লৈ তকৰীয়া নাও। কেও নাও বা বৰনাওবোৰত ইয়াৰ পৰিমাণ সাধাৰণতে চাৰিহাঁততকৈ কম নহয়। সেই কাৰণে চাৰিহতীয়া নাও বুলিলে বৰনাও বুলি বুজিব লাগে। বৰ নাও আভিজাত্যৰো পৰিচায়ক আছিল।

২০ ঘিউ দুই ধৰণে তৈয়াৰ কৰে সৰ বা মাখন পিহি পিহি ঘোল উলিয়াই পিছত গোটমৰা সৰখিনি এটা পাত্ৰত থৈ জুইত তপতায়। নিপিহাকৈ ঘিউ তুলিলে সৰহকৈ গেদ বাহিৰ হয়। এই গেদক লক্ৰি বোলে। লক্ৰি ভাতেৰে খাবলৈ বৰ ৰুচিকৰ। ইয়াৰ লগত লফা, পানী-লাওৰ পাত অথবা লৰবৰুৱা শাক মিহলাই ভাজিও খায়।

২১ দুহাতমান বহল আৰু দুহাতমান দীঘল জোখৰ এখন বগা কাপোৰ। এই কাপোৰেৰে মেখেলাৰ ওপৰত তপিনাৰ পৰা কাষলতিলৈকে গোটেই গাটো মেৰিয়াই ৰাখে।

২২ কামৰূপ সাহিত্য পৰিষদৰ দ্বাদশ বাৰ্ষিক (নলবাৰী) অধিবেশন উপলক্ষে অভ্যাৰ্থনা সমিতিয়ে উলিওৱা 'স্মৃতিলেখা'ত শ্ৰীধুপাৰাম বসুমতাৰীৰ প্ৰবন্ধ 'অসমীয়া ভাষাত বড়ো ভাষাৰ অৱদান' চাওক।

২৩ বিচিত্ৰ চানেকিৰ এই ফুলবোৰৰ নামবোৰো বিচিত্ৰ। যেনে লুইতৰ তলা, চাহেবৰ টুপি, উকীলৰ ফিজ, মাদে কঠা ইত্যাদি। এই বিষয়ে 'পয়োভৰা'ৰ এটি সংখ্যাত সৰ্থেবাৰীৰ প্ৰতিমা ডেকাই এটা প্ৰবন্ধত বিতংভাৱে আলোচনা কৰিছে।

২৪ নৱম বছৰৰ পঞ্চম সংখ্যা আৰু দশম বছৰৰ পঞ্চদশ সংখ্যা 'পয়োভৰা'ত ক্ৰমে তৰুণ তামুলীৰ 'সৰ্থেবাৰীৰ কাঁহ শিল্পৰ দুৰৱস্থাৰ হেতু' আৰু পুতুল শৰ্মাৰ 'সৰ্থেবাৰী আৰু হাজোৰ শিল্পই দেশৰ বজাৰ চুব পৰা নাই' শীৰ্ষক প্ৰবন্ধ দ্ৰষ্টব্য।





# সৰ্থেবাৰীৰ সভা*

(উৎপত্তি, বৈশিষ্ট্য আৰু অঞ্চলটিৰ ওপৰত ইয়াৰ 1)

*নবীন চন্দ্ৰ ডেকা*

** অঞ্চলৰ ঐতিহ্য প্ৰকাশক প্ৰবন্ধটি সৰ্থেবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থত প্ৰকাশ পাইছিল। প্ৰয়াত লোক গৰাকীৰ প্ৰতি শ্ৰদ্ধা জনাই ইয়াৰ পুনৰ মুদ্ৰণ কৰা হ'ল। — সম্পাদক, স্মৃতিগ্ৰন্থ*

## উৎপত্তিৰ গুৰি-কথা ঃ

উবহী গছৰ ওৰ বিচাৰি নোপোৱাৰ দৰে কিছুমান ঐতিহাসিক তথ্য বিস্মৃতিৰ ধূলি-মাকতিয়ে পুতি চিন-ছাব্ নোহোৱা কৰিব পাৰে। অতি দৰ্কাৰী মূল্যৱান সম্পদো কালৰ কুটিল আচোৰ লাগি কেতিয়াবা ৰংৰূপ সলাই চিনিবই নোৱাৰা হৈ পৰে। কোনো গভীৰ দুখ-বেদনা, সামাজিক দৈন্য, অৰ্থনৈতিক সংঘাত, গণ-বিপ্লৱ আদিয়েও যে সময়ত উৎসৱ-অনুষ্ঠান আদিৰ ৰূপত অনন্তকাল চলি থাকে, তাৰে এটি সৰু উদাহৰণ এই সৰ্থেবাৰী-সভা। কালজ্ৰী তাজমহলে সম্ৰাট চাহজাহানৰ গভীৰ শোকৰ স্মৃতি ঘোষণা কৰিছে। ১৪ জুলাই ফৰাচী-দিৱসে অভূতপূৰ্ব প্ৰজা-বিদ্ৰোহৰ বিজয় নিৰ্ঘোষ কৰিছে; আৰু ১৫ আগষ্ট ভাৰতৰ স্বাধীনতা দিৱসৰ মহোৎসৱ।

সুখৰ অথবা দুখৰ স্মৃতি স্থায়ীকৈ ৰাখিবলৈ মানুহে উৎসৱ আৰু অনুষ্ঠান-প্ৰতিষ্ঠান দল-সৌধ আদিও নিৰ্মাণ কৰে। সৰুকালিৰ পৰাই শুনি আহিছিলোঁ যে সৰ্থেবাৰী-সভাৰো জন্ম-লগ্নত এটি ডাঙৰ ঘটনা জড়িত আছে। কিন্তু সেই ঘটনাটো কি তাক কোনো এজন ব্যক্তিয়ে নিয়াৰিকৈ বিচাৰি ক'ব নোৱাৰে। পুৰণিচাম লোকৰ ওচৰ চাপি আমি কেবাবেলিও চেষ্টা চলাই যি কিছু বিশ্বাসযোগ্য সমল গোটাব পাৰিছোঁ তাকে এই নিবন্ধত প্ৰকাশৰ ইচ্ছা কৰিলোঁ। এই ক্ষেত্ৰত স্বৰ্গীয় দেবীৰাম ডেকা, হৰিচৰণ তালুকদাৰ, শান্তিৰাম পাটোৱাৰী আৰু শ্ৰীলোহিত চন্দ্ৰ ডেকাৰ ওচৰত আমি বিশেষভাৱে ঋণী। বিভিন্ন জনৰ কথাৰ কিছু গড়মিল থাকিলেও মূল ঘটনা প্ৰবাহত যে আউল নাই তাক কাৰ্য্যকৰণ-সংগতিৰ পৰাই উপলব্ধি কৰিব পাৰোঁ।

সৰ্থেবাৰী-সভাৰ মূলত আছে এটি আৰ্থ-সামাজিক বিক্ষোভ-বিদ্ৰোহ। কেৱল কৃষি আৰু উদ্যোগ-সৰ্বস্ব গাঁওৰ ৰাইজ প্ৰকৃতি আৰু ৰজা কৃপাণুকম্পাৰ ওপৰতে নিৰ্ভৰ কৰি থাকে। মুখ্য ব্যৱসায় কাঁহ-শিল্প আৰু সাধাৰণভাৱে খেতি-বেহা, গো-ম'হ পালন আদিয়ে জনজীৱনৰ অৱলম্বন। কেৱল সৰ্থেবাৰীয়ে নহয়, আশ-পাশৰ গাওঁৰে সৈতে এই তিনিটি মৌজাৰ অঞ্চলটিয়ে এক ঐক্য-সমন্বয়ৰ সামাজিক গোট। পূৱত ধৰ্মপুৰ, পশ্চিমত পাকা মৌজাই সৰুক্ষেত্ৰিৰে সৈতে সততে প্ৰকৃতি, সমাজ-সংস্কৃতি, ৰাজনীতি আদিৰ মেৰ-পেছত এক হৈ বান্ধ খাই আহিছে। তথাপি "বৰ গাওঁৰ বৰ নাওঁ" এটা কথা আছে। বৰ গছত বতাহ আগতে লাগে।

বৃটিছ শাসনৰ তলত এক শ্ৰেণীৰ ভুঁএগফুটা ডাঙৰীয়া কৰ্মচাৰী গপত গঙাটোপ হৈ সৰ্বসাধাৰণ ৰাইজ, কৃষক-বনুৱাক তুচ্ছ, হেয়জ্ঞান কৰিছিল। মৌজাদাৰে মহৰি-মণ্ডল-কাননগো এনেকি পিয়াদা টেকেলা আদিৰো নিমাখিত হোজা গাওঁলীয়া ৰাইজৰ ওপৰত বৰ অতপালি, দোৰ্দণ্ড-প্ৰতাপ। পুলিচ-কৰ্মচাৰীৰতো কথাই নাই— যাক দেখিলে যম দেখাদি ছলি ঘৰত লুকাইছিল।

বিজিত জাতিৰ এনে এক দুৰ্বল আতঙ্কগ্ৰস্ত কুক্ষণতে অনুমান উনৈশ শতিকাৰ অষ্টম কি নৱম দশক হ'ব, অঞ্চলটিত তেতিয়া প্ৰাকৃতিক দুৰ্যোগ, বৰ অভাৱ-অনাটন; লোকৰ ঘৰত খোৱামুঠিৰ টনাটনি। তেনেতে আহিল মৌজাদাৰ পীতাম্বৰ চৌধুৰী বৰপেটাৰ পৰা। বৰলোকৰ বৰনাও আহি ফুলগুৰি ঘাটত লাগিল; চলিত প্ৰথা অনুসৰি সৰ্থেবাৰীৰ ৰাইজ দলেবলে গৈ খোলে-তালে সন্মান-সম্ভ্ৰম কৰি মৌজাদাৰক আগবঢ়াই আনিব লাগে। কিন্তু ক'তা? দিন উকলি সন্ধিয়া গঢ়িবৰ হ'ল; তথাপি কাৰো উমঘাম্ নাই! বিৰক্ত হৈ চৌধুৰীয়ে টেকেলা পঠিয়াই দিলে গাওঁলৈ।

টেকেলাও কম বস্তু নহয়— ৰঙা পুলিচৰে এটা জাত। গাওঁৰ মৌজাদাৰৰ আগমন বাতৰি জানিও নজনা ভাও ধৰিছিল। এনেয়ে অভাৱ-অনাটনত জুৰুলা,

তাতে আকৌ ভূতৰ ওপৰত দানহৰ দৰে খাজনা-ক্ৰোক গালি-শপনিৰ আশংকাত সকলোৱে তাৰ্ মাৰি আছে। টেকেলা আহি পায় মানে আন্ধাৰেও ক'লা কাপোৰেৰে গাওঁখন ঢাকি ধৰিছে। পশ্চিমৰ পৰা ক্ৰমে পূৱলৈ আহি থাকোঁতে সিহঁতে দেখা বাটে-পথে জন-প্ৰাণী নাই, নঙলা-চোতালবোৰ সুদা; আৰু ঘৰৰ ভিতৰতো লেম্প-চাকিৰ পোহৰ দেখা নাযায়। গাওঁৰ নিজান পথেদি এইদৰেই আগবাঢ়ি আহি টেকেলা শালা-কঠিয়াথেৰ চুপা পালে। তাতে কোনো এটি পজাৰ ভিতৰত দেখে কিবা অকণ পোহৰ। সিহঁত সেইফালে আগবাঢ়ি গ'ল। কিন্তু গৈ চোতাল পোৱাৰ লগে লগে পোহৰ নাইকীয়া হ'ল। ভিতৰত এগৰাকী প্ৰসূতি মহিলাৰ ওচৰত ক্ষীণ চাকি এগছি জ্বলাই ৰখা আছিল। টেকেলাৰ ভয়তে তাকো ফু-মাৰি নুমাই দিয়া হ'ল। অতি কষ্টে চেঁপাদি ৰাখিব খোজা প্ৰসূতি-বেদনাৰ কেঁকনি এটা হয়তো টেকেলাৰ কাণত পৰিল। তাতে ক্ৰুদ্ধ হৈ সিহঁতে দপ্‌দপাই ঘৰৰ লোকক কটুবাক্য বুলিলে আৰু গাওঁৰ লোকৰ অভদ্ৰ ব্যৱহাৰৰ বাবেও বেয়া মন্তব্য কৰিলে। শেষত সেইখন ঘৰকে গাওঁবাসী ৰাইজক জাননী দিয়াৰ দায়িত্ব দি সিহঁত দপ্‌দপাই গুচি গ'ল।

পিছদিনা পুৱা গোটেই গাওঁতে কথা সদৰি হৈ পৰিল। ভয়াতুৰ বহতীয়া মনোবৃত্তিৰ এচামে পূৰ্বৰীতি অনুসৰণ কৰাকে উচিত বুলি ভাবিলে। কিন্তু মৰ্য্যাদাশীল সাহসী বহুসংখ্যক যুৱা-বৃদ্ধই সেই কথাৰ প্ৰতিবাদ কৰিলে। তেওঁলোকে কলে খাজনা নিবলৈ আহিছে নিয়ক, কিন্তু ইমান ভেম-কষ্ঠি, জমিদাৰী পয়োভৰ কিয়? আমি কালিয়েই বন্ধ-দুৱাৰ, নিষ্প্ৰদীপ কৰি আমাৰ আপত্তি-প্ৰতিবাদ জনাই দিছোঁ।

ৰাজপদবীৰ মৰ্য্যাদা, গৌৰৱ-অহমিকাত এটি বেয়াকৈ আঘাত লাগিল। প্ৰকাশ কৰিব নোৱাৰিলেও ভিতৰি খঙত চৌধুৰী চতি গ'ল, আৰু ৰাইজৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া বিষম হৈ উঠিল। সেইবেলি খাজনা অনাদায়ত কোনোক জৰিমণা, তিৰস্কাৰ-লাঞ্ছনাৰ একো বাকী নৰল।

অপমান-অন্তৰ্দ্বন্দ্বত ৰাইজ ভিতৰি ভিতৰি তুহজুইৰ দৰে উমি জ্বলিবলৈ ধৰিলে। এখন শীতল যুদ্ধ। এফালে অভিজাতৰ অভিমান-অহঙ্কাৰ আনহাতে স্বাধীন-চিতীয়া সবল ৰাইজৰ আত্মমৰ্য্যাদাৰ গ্লানি। ক্ষমতাৰ দম্ভই মানবীয় মূল্যবোধ পাহৰি গৈছে। মৌজাদাৰৰ লগত ৰাইজৰতো প্ৰভু আৰু দাসৰ সম্বন্ধ নহয়! গতিকে শক্তিৰ পৰীক্ষা আৰু ক্ষমতাৰ যুঁজ এখন তলে তলে চলি থাকিল। সন্ত্ৰাসৰ খুট্‌-খাট্ ঘটনা অ'ত ত'ত ঘটিবলৈ ধৰিলে।

পিছৰ এটি বাৰিষা মৌজাদাৰৰ মাৰনাও আহি বাতীয়াৰ বাহৰত চাপিল। ৰাজহ আদায়ৰ বাবে মহৰি-টেকেলা লগুৱা-লিকচৌ লৈ সেইদৰে চৌধুৰী প্ৰতিবছৰে মফচললৈ আহে ; আৰু কিছুদিন থাকি মাছ-পহু, এঠা দৈ-ক্ৰীম আদিৰে বিনোদ-বিলাস কৰি ৰাজহ লৈ উভতি যায়। যাওঁতে লগত এনেবোৰ দুৰ্লভ বস্তু, বঁটা-বাহন, উপঢৌকন গোটাই নিয়াটো এটা দস্তুৰ হৈ পৰিছিল।

কালৰ সোঁত বাগৰে। ৰীতি-দস্তুৰো সময়ত বাগৰ সলাই বিৰূপ ধাৰণ কৰে। বতীয়াৰ ওচৰত মাটিখোৱা জানৰ পাৰে পাৰে বহুতো গৰু-ম'হৰ বাথান বা খুটি আছিল। সৰ্থেবাৰী, গোমুৰা, কাৰাকুছি আদি গাওঁৰ বহু ধনী মানুহৰ গৰু-ম'হৰ ব্যৱসায় তাতে আছিল। সেই খুটিবোৰৰ পৰা পিয়াদা-টেকেলাবোৰে মহৰি মৌজাদাৰৰ বাবে ভাল দৈ-মাখন ভাবুকি দি অথবা বাকীকৈ বুলি সৰকাই আনে। বৰলোকৰ এনে ডকা-হকা দিয়া ছলাহি দস্তুৰটো ভালদিনত গুৱাল-মহাজনে তিমান মনত নলৈছিল। কিন্তু সিবেলি গৰু-ম'হৰ মহামাৰী, প্ৰাকৃতিক দুৰ্যোগত ৰাইজ বৰ জুৰুলা। তাতে মৌজাদাৰৰ মাৰনাও উভতি যোৱা পৰত টেকেলা-চিপাহীবোৰে অতি নিষ্ঠুৰভাৱে দৈ-মাখন বেহৰা (ঘাই) খুটিবোৰৰ পৰা জোৰকৈ আনি নাওত তুলিলে। দৰ-ভাও, পইচা-পাতিৰ কথা নাই। লগে লগে পালতৰা মাৰনাও ভতিয়নি সোঁতত যাবলৈ ধৰিলে।

অমঙ্গলীয়া দিন এটিৰ আবেলি। বিদ্ৰোহ-বিক্ষোভ মুহূৰ্ত্ততে বা এদিনতে নহয় ; ঘটনা প্ৰবাহ ধীৰে ধীৰে বহুদিন, মাহ-বছৰ ধৰি পুঞ্জীভূত বেদনাবোৰ এঠাইত আৱৰ্জ্জনাৰ দৰে স্তূপীকৃত হয়। স্ৰোতস্বিনীৰ ৰুদ্ধ শক্তিয়েও কেতিয়াবা পাৰ ভাঙি ক্ষিপ্ৰ উন্মাদনাৰে নিজৰ গতিপথ মুকলি কৰি লয়। বহুদিন ধৰি পীড়িত লাঞ্চিত নিৰীহ এই গাওঁৰ জনতাৰ মাজতো এটা ঘৃণা-উষ্মা সিদিনা হঠাতে জাগি উঠিল। এফালৰ পৰা উত্তেজিত ডেকাশক্তি চালিত কেবাখনো সৰু সৰু নাও এঠাইত গোট খালে। আত্মগ্লানি অপমান-জৰ্জৰিত উত্তেজিত সেই জনগোটে হুঙ্কাৰ দি মৌজাদাৰৰ মাৰনাওৰ পাছে পাছে খেদি গ'ল। শেনপখীক ফেঁছচৰায়ে আগুৰি ধৰাদি তেওঁলোকে গৈ চৌধুৰীৰ নাও ঘেৰি ধৰিলে আৰু জধেমধে ভীষণ মাৰপিট আৰম্ভ কৰিলে।

শুনা যায় মাটি খোৱাৰ যি অংশ আজিকালি বৈঠাভাঙা বুলি জনাজাত তাৰেই এঠাইত এই দুৰ্ঘটনাটো ঘটে। কোবোৱা-কুবিত বঠাই হেনো ভাঙি-ছিঙি গৈছিল। টেকেলা-মহৰিয়ে বাৰুকৈয়ে এসেঁকা পালে ; মৌজাদাৰো বাদ নপৰিল। তেওঁ হেনো প্ৰাণৰ ভয়ত পানীত ডুব মাৰিহে সাৰিল। বস্তু-বাহানি ঠান্-বান, লণ্ড-ভণ্ড হ'ল। এখন আটকধুনীয়া বানকাঁহী আৰু কিছু ভাল ভাল বাচন-বৰ্ত্তন হেনো ডেকাইঁতে কাঢ়ি লৈ আহে।

হিংসাত প্ৰতিহিংসাৰ বীজ থাকে। বৰবিহৰ গুটি গজিল। প্ৰতাপী বৃটিছ-শাসনৰ তলত ৰাজদ্ৰোহৰ জগৰত পৰিল ৰাইজ। চৌধুৰীয়ে মোকৰ্দমা ৰুজু কৰি জধে-মধে কিছুমান লোকৰ নাম জুটাই দিলে আচামী কৰি। পুলিচৰ ঘিট্-ঘিটনিত গাওঁত হাহাকাৰ, আতঙ্কৰ সৃষ্টি হ'ল। মিছা জুলুম অত্যাচাৰ-উৎপীড়ণৰ ধুম চৰিল। সন্ত্ৰাসৰ ক্ষেত্ৰ ক্ৰমে বহলি গ'ল অঞ্চলটিত। শুনা যায় সঠিক প্ৰমাণ সাব্যস্ত কৰিব নোৱাৰাত ৩-৪ বছৰ ধৰি সন্ত্ৰাৰ ৰাজত্ব চলি থাকিল।

একতাৰ অসীম শক্তি। আচলতে মাৰ-পিটৰ ঘটনাটো কোনো ব্যক্তিগত স্বাৰ্থত হোৱা নাছিল। সামাজিক পীড়ণ, অপমান-অত্যাচাৰৰ প্ৰতিৰোধতহে ঘটিছিল। সেয়ে হতাশাগ্ৰস্ত হোজা নিঃসহায় ৰাইজ মাৰবান্ধি একগোট হ'ল। মাউখে উটিলে গুৰিপৰুৱাৰো মৰণ নাই। সৰ্থেবাৰীক কেন্দ্ৰ কৰি চুবুৰীয়া গাওঁৰ মুখিয়াল, মেলেকি, ব্ৰাহ্মণ-সজ্জন সকলোৱে সন্তৰ্পণে মিলি মেল পাতিলে ; দিহা-পৰামৰ্শ কৰিলে কিদৰেনো এই চৰম বিপদৰ পৰা উদ্ধাৰ





পাব পাৰি। সিদ্ধান্ত হ'ল বিপদ-তাৰিণী ভদ্ৰকালীৰ পূজা কৰিব লাগে। সাংসাৰিক বুদ্ধি শক্তিৰে ঢুকি নোপোৱা লোকে ধৰ্মতে আত্মসমৰ্পণ কৰে। সৰ্থেবাৰীৰ উত্তৰ খাগদ্ নামে ঠাইত বিৰাট পূজা অনুষ্ঠান হ'ল। অৱশেষত দেখা গ'ল সঁচাকৈয়ে ৰাইজৰ জয় হৈছে। মৌজাদাৰৰ সকলো অভিযোগ উপযুক্ত প্ৰমাণৰ অভাৱত নাকচ হৈ গ'ল। ৰাইজৰ মনত বিপুল উলাহ আনন্দ। এয়ে সৰ্থেবাৰী-সভাৰ আদি ধৰ্মীয় উপলক্ষ্য।

ভদ্ৰকালী পূজা বলি-বিহীন সাত্বিক আছিল যদিও মহাপুৰুষৰ প্ৰভাৱপুষ্ট অসমত শাক্তপূজাৰ স্থান ক্ৰমে সীমিত হৈ আহিছিল। কিছুবছৰ মাত্ৰ পূজা চলাৰ পাছত সমূহ ৰাইজ বহি নতুনকৈ এক আলোচনা চলাব লগা হ'ল। গাওঁত কেইঘৰমান মুছলমানত বাহিৰে বাকী হিন্দুসকল বৈষ্ণৱ, মহাপুৰুষীয়া, হৰিদেৱী, দামোদৰী আদি বিভিন্ন পন্থৰ। এতিয়া এইসকলো মতাবলম্বী লোকৰে সহযোগ-সমন্বয় ৰাখি এটি সামূহিক সাৰ্বজনীন ধৰ্মানুষ্ঠান হ'ব লাগে। তাতে সিদ্ধান্ত হ'ল জগন্নাথ সভা পতা। সকলো দেৱৰে মূল দেৱ জগন্নাথৰ পূজা-সেৱা, হোম-যজ্ঞত কাৰো একো আপত্তি নাই। এই যজ্ঞানুষ্ঠান ৰাইজমেলৰ কিছু পূৰ্বেই আৰম্ভ হৈছিল (সুন্দৰীত শ্ৰীশ্ৰীমাধৱদেৱ, খীৰমেৰণ অভিৰাম বৰুৱা, নামৰ গ্ৰন্থত যথা উদ্ধৃতি)[1] ৰাইজমেলৰ সন্ত্ৰাসৰ সময়ত পলাই থকা লোকে গোপনে হাবিৰ মাজতে হোম দিছিল। মুঠতে সামাজিক চৰম বিপৰ্য্যয়ৰ দিনতো যজ্ঞ পতিত নোহোৱাকৈ ৰখা হৈছে।

**সভাৰ সংগঠন আৰু স্বৰূপ ঃ**

এতিয়া দেখা গ'ল সভাখন এটি ধৰ্মীয় অনুষ্ঠান হ'লেও ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক সংঘৰ্ষৰ ফলতে ইয়াৰ জন্ম হৈছে। বেগী প্ৰলয়ঙ্কৰী নদীৰ খহনীয়া প্ৰতিৰোধ কৰিবলৈ সবল ভেটা নিৰ্মাণ কৰাৰ দৰে সময়ত ৰাইজৰ সমাজ-সংগঠন ঐক্য-সংহতি সুদৃঢ় কৰাটো অতি প্ৰয়োজন হয়। সৰ্থেবাৰী সভাৰ মেল বহে সাধাৰণতে মাঘীপূৰ্ণিমাৰ একপক্ষ আগৰ পৰা অৰ্থাৎ আগৰ আউসীৰ পৰাই মেল আৰম্ভ। সভাৰ প্ৰথম বৰমেলাত অঞ্চলটিৰ ব্ৰাহ্মণ-পণ্ডিত আনি শুভদিন-তিথি থিৰ কৰা হয়। এই পৰম শুভদিনটো হ'ল কলিযুগাদ্যা মাঘীপূৰ্ণিমা তিথি। সেই তিথিতে কলিযুগ প্ৰৱৰ্ত্তন হৈছিল। কালৰ চক্ৰ ঘূৰি পুনৰ সেই তিথিতে সত্যযুগ প্ৰতিষ্ঠা হ'ব। গতিকে পৱিত্ৰ নাম, হোম-যজ্ঞানুষ্ঠানৰ কালপুৰুষ বিশ্বেশ্বৰ জগন্নাথক অৰ্চনা কৰিব লাগে।

ব্যাসকুছি, লচিমা, গোমূৰা, কাৰাকুছি, হেলচা আদিৰ পণ্ডিত ব্ৰাহ্মণসকলে সহযোগ কৰিলে। মূল ভাগৱত পাঠৰ দায়িত্ব থাকিল ব্যাসকুছিয়া গোস্বামীৰ ওপৰত। অন্যান্যসকলে যাৱতীয় পূজা-পাতাল, হোম-যজ্ঞ, বিগ্ৰহাদিৰ দায়িত্ব ললে। পৰিচালনাৰ বাবে গাওঁৰ সমূহ ৰাইজক পাঁচটা খেলত ভাগ কৰি প্ৰত্যেকৰ ভাগতে প্ৰধান দায়িত্ব একোটা দিয়া হয়। এই পাঁচটা প্ৰধান দায়িত্বৰ কাৰ্যবাহীসকলক পঞ্চ প্ৰধান বোলা হয়। পঞ্চপ্ৰধান হ'ল-- ভৰালী, পাঠক, মজুমদাৰ, অৰ্চক আৰু আহ্বায়ক বা অভ্যৰ্থক। আতাথেৰ খেলত ভৰালী, কাজিথেৰ খেলত পাঠক, শালাকাঠিয়াথেৰ মজুমদাৰ, তালুকদাৰথেৰ অৰ্চক আৰু তামুলীথেৰ খেলৰ ভাগত আহ্বায়কৰ ভাৰ থাকিল। এই দায়িত্ব আজিকোপতি পৰম্পৰাগতভাৱে চলি আহিছে। খেলবোৰৰ শাখা-প্ৰশাখা বা সৰু সৰু চুবুৰী আছে। তলত এটি হিচাপ দিয়া হ'ল।

**পাঁচখেল ঃ**

| ১ | ২ | ৩ | ৪ | ৫ |
|---|---|---|---|---|
| আতাথেৰ | তালুকদাৰথেৰ | কাজিথেৰ | শালাকাঠিথেৰ | তামুলীথেৰ |
| । | । | । | । | । |
| পুৰণি খেল | বহতাথেৰ | কাজিথেৰ | শালাকাঠিথেৰ | তামুলীথেৰ |
| নতুন খেল | নতুন তালুকদাৰ | | | |
| যোগীৰবড়ি | পুৰণি তালুকদাৰ | কাজিয়াথেৰ | চৌধুৰীথেৰ | যোগীৰবড়ি |
| ডাবৰ (সৰু) | ডাবৰ (ডাঙৰ) | যমথেৰ | পাটোৱাৰীথেৰ | |
| ওজাথেৰ | যুগদ | | | |

পূৰ্বপৰ কেইগৰাকীমান বিশিষ্ট পাঠক, মজুমদাৰ আৰু ভঁৰালী[2] ঃ—

১। পাঠক ঃ- স্বৰ্গীয় ডুমা পাঠক, সিন্ধুমল পাঠক, ভকতৰাম মেম্বৰ, ধনেশ্বৰ পাঠক, মুকুন্দৰাম পাঠক, মহেশ্বৰ পাঠক আৰু শ্ৰীৰাজেন্দ্ৰ নাথ পাঠক।

২। মজুমদাৰ ঃ- স্বৰ্গীয় ৰামেশ্বৰ চৌধুৰী, শান্তিৰাম পাটোৱাৰী, শ্ৰীযতীন ডেকা, শ্ৰীবঞ্চিত চৌধুৰী, শ্ৰীবিশ্ব চৌধুৰী।

৩। ভৰালী ঃ- স্বৰ্গীয় ভবনা সদাগৰ, মহেন্দ্ৰ বৰ্মণ, দয়াৰাম বৰ্মণ, শ্ৰীধাৰেশ্বৰ ডেকা, শ্ৰীঅধৰ ডেকা, শ্ৰীকুমুদ বৰ্মণ, শ্ৰীগিৰীশ ভুঞা।

৪। আহ্বায়ক ঃ-

৫। অৰ্চক ঃ-

**সভাৰ কাৰ্য্যক্ৰম আৰু ৰাজহুৱা বিচাৰ ব্যৱস্থা ঃ**

সভাৰ মেলবোৰে সমন্বয়-সংহতিৰ আঁত ধৰি ব্যক্তিগত তথা ৰাজহুৱা দায়-জগৰ, হাই-কাজিয়া আদিৰ উচিত বিচাৰ কৰি ভাঙোনমুখী চিন্তাধাৰা প্ৰতিৰোধ কৰে আৰু সমগ্ৰ জনতাৰ অকুণ্ঠ সহায়-সহযোগিতাত সভা পালন কৰা হয়। দন্দ-হাই, কাজিয়া-পেচাল, সৰু-সুৰা মালি-মোকৰ্দ্দমাৰ বিচাৰ কেৱল গাওঁখনৰে নহয়— অঞ্চলটিৰ যিকোনো গাওঁৰ লোকেও সভাৰ মেলত চালিচা থৈ বিচাৰ কৰিব পাৰে। শুনা যায় সুস্থ ন্যায়নিষ্ঠ বিচাৰত সন্তুষ্ট হৈ অনেক গুৰুতৰ ঘটনাৰ ক্ষেত্ৰতো মানুহে আদালতলৈ নগৈ সভাৰ মেলৰহে ওচৰ চাপিছিল। তেনে অনেক বিশেষ ঘটনাৰ বিচাৰ-নিষ্পত্তিৰ নথি মজুমদাৰৰ খতিয়ানত লিপিৱদ্ধ হৈ আছে। উচ্চ শিক্ষিত অথবা পণ্ডিত ব্যক্তি নহলেও স্থানীয় পৰিবেশ পৰিস্থিতি তথা সমাজৰ ধাতু বুজি সৰ্বজন গ্ৰহণযোগ্য সুচিন্তিত ৰায় দিব পৰা উপস্থিত বুদ্ধি সম্পন্ন চতুৰ মেলেকী সমাজত আছিল আমি নিজে দেখা তেনে ধীৰ বিচক্ষণ লোক কেইবাগৰাকীমানৰ নাম উল্লেখ কৰিব পাৰোঁ। সেইসকল স্বৰ্গীয় দীনবন্ধু চৌধুৰী, মুকুন্দৰাম পাঠক, মহেন্দ্ৰ বৰ্মণ (ভৰালী), ৰুদ্ৰমল পাটোৱাৰী, ৰুদ্ৰপাল তামুলী আৰু কবিধৰ ডেকা আদি।

সভাৰ মেলকো কাকো মাতিব নালাগে। স্বতঃস্ফুৰ্ত্তভাৱেই প্ৰতিদিনে আবেলি সভাৰ খোলাত মুকলিকৈ মেল বহে। তালৈ সকলো ৰাইজৰে অবাধ গতি। জটিল বিষয়ৰ বাবে কেতিয়াবা ৰাতি ১-২ বাজিও যাব পাৰে ; অথবা

বিশেষ পৰিস্থিতিত অধিবেশন ৰাতিপুৱাও বহিব পাৰে। বিশেষকৈ শেষৰ দিনবোৰত এনে হয়। হোমৰ আগদিনা সভাৰ ৰাজহুৱা মেলৰ সামৰণি পৰে; কিন্তু সভাৰ মাজতো পুৰা গধূলি কাৰ্য্যকৰী সমিতি খন বহি মেল পাতি বিভিন্ন তাৎকালিক সমস্যাবো বিচাৰ সমাধান কৰি থাকে।

**সভাৰ ধৰ্মীয় দিশটো ঃ**

পূৰ্ণিমাৰ আগদিনটো সভাৰ গন্ধ। সিদিনা ৰাতি বিভিন্ন খেলৰ বিগ্ৰহবোৰ উলিয়াই নাম-কীৰ্তন কৰি সভাঘৰলৈ অনা হয়। ইয়াকে গোসাই উলিওৱা বোলে। ই এক ডাঙৰ উপভোগ্য উৎসৱ আছিল। বিগ্ৰহৰ প্ৰতিষ্ঠা, মূৰ্তিৰ বিভিন্নতা আদিও মন কৰিবলগীয়া। আতাথেৰ বিগ্ৰহ-দেৱতাৰ নাম কলীয়া ঠাকুৰ চৌধুৰীথেৰ শ্যামৰায়, তালুকদাৰথেৰ নতুন খেলৰ গোপাল, গোবিন্দ, কাজিথেৰ গোপাল বাসুদেৱ, বহতাথেৰ লক্ষ্মী আৰু তামুলীথেৰ ৰাধা-কৃষ্ণ মূৰ্তি। ইয়াৰ উপৰিও বংশী-গোপাল, লাৰুৱা গোপাল, মদন গোপাল আদি কৃষ্ণৰ বিভিন্ন ভাৱৰ প্ৰায় দহখনমান বিগ্ৰহৰ সমাবেশ হয়। ব্ৰাহ্মণসকলে অহৰ্নিশে গোঁসাইঘৰত থাকি বিগ্ৰহ ধুওৱা বন্তি জ্বলোৱা, পূজা পাতলাদি কৰে। সেই কেইদিন অজস্ৰ যাত্ৰী আৰু সেৱকৰ প্ৰণামীৰ ধন কেবাহাজাৰলৈকে উঠে।

পূৰ্ণিমাৰ হোম-যজ্ঞ আৰু নাম-কীৰ্ত্তন মুখ্য। এইদিনটো সভাৰ প্ৰধান অঙ্গ। বিগ্ৰহৰ আগত প্ৰসাদৰ ঠাই এৰি বৰ নামঘৰত হোমৰ-খোলা পতা হয়। সমুখত বৰপাঠকে পাঠ পঢ়ে দশম-ৰত্নাৱলী, সোঁফালে পণ্ডিত গোস্বামীয়ে মূল ভাগৱত ব্যাখ্যা কৰে আৰু বিভিন্ন স্থানত ভাগে ভাগে বহি ব্ৰাহ্মণসকলে তুলসীপাঠ, বটুকপাঠ, চণ্ডীপাঠ, অচিদ্ৰধাবন, বিষ্ণুসহস্ৰনাম আদি পূজা জপ কৰি থাকে। এনেকৈয়ে প্ৰায় ১০৮ জন ব্ৰাহ্মণে অংশ গ্ৰহণ কৰে। দুপৰীয়া তিথি লগ্নমতে হোম পোৰা হয়। পাঠান্তে মুখ্য পাঠকে কীৰ্ত্তন আৰম্ভ কৰে। প্ৰতি খেলৰে প্ৰায় কুৰি ডেৰকুৰি পালি-পাঠকে তাল লৈ তাত অংশ গ্ৰহণ কৰে। হেজাৰ-বিজাৰ অগণন জনতাৰ মাজত পাঠকসকল সোমাই তালৰ চিক্‌মিকনিৰে কীৰ্ত্তনৰ গম্ভীৰ ধ্বনিত আকাশ নিনাদিত কৰে। এই দৃশ্য বৰ অপূৰ্ব, অতি দুৰ্লভ আৰু অনুপম। অঞ্চলটিৰ বাহিৰেও দূৰ-দুৰণিত অগণন দৰ্শক-ভকত আৰু দোকানী ব্যৱসায়ীৰ উপস্থিতিৰে সমগ্ৰ সভাস্থলী জন-সাগৰত পৰিণত হয়। জগন্নাথ মন্দিৰৰ দৰে চেনিমিশ্ৰিত প্ৰসাদো এক বিশেষত্ব। হোমৰ ফোট, মিঠা প্ৰসাদ, শিলিখা, নিৰ্মালি দূৰদূৰণিলৈ বেগ যায়।

তৃতীয়দিন ভৰসভা, চতুৰ্থদিন ছেৰাসভা আৰু পঞ্চমদিনটো ভঙাসভা। সিদিনা ভকত-ভকতনীৰ ডাঙৰ নাম হয়। ভকতসকলে বিৰাট থিয়নামৰ আয়োজন কৰে। তাৰ পাছতে নিশা থানে থানে বিগ্ৰহসকল নিয়া হয়। সভাৰ গোটেইকেইদিনে পুৱা-গধূলি ভকত আৰু ভকতনীৰ বেলেগ বেলেগ নাম প্ৰসংগ চলি থাকে।

**সভাৰ নন্দন-তাত্ত্বিক আৰু সাংস্কৃতিক দিশ ঃ**

গোটেই অঞ্চলটিৰ আৱাল-বৃদ্ধ-বনিতাৰ বাবেই সভাখন বছৰটিৰ অপেক্ষিত আৰু বহু আকাঙ্খিত উৎসৱ। ঢুলীয়া নাচ, গায়ন-বায়ন, ওজাপালি, কথাছবি, মেজিক, চাৰ্কাচ, যাত্ৰা-থিয়েটাৰ আদি উপভোগ কৰাৰ উপৰিও বছৰটিত এসাজ নতুন কাপোৰ লোৱাকে ধৰি কৃষক-বনুৱা, কাৰিকৰ, শিল্পী, শিপিনী সকলো শ্ৰেণীৰ লোকৰে প্ৰয়োজনীয় সামগ্ৰীৰ বিপুল পয়োভৰৰ মাজত চাহিদা মিতোৱাৰ সুবৰ্ণ সুযোগ ঘটে। সুদীৰ্ঘ শতাব্দী ধৰি চলি অহাৰ বাবে সুদূৰ প্ৰান্তৰ বেপাৰী-ব্যৱসায়ী, মিঠাইৱালা, ঢাকালী, কাৰিগৰ, ভূটীয়া আদি হৰেক কিচিমৰ লোকাগমনত সভা ক্ৰমে বিস্তীৰ্ণ হৈ পৰিছে।

অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে অঞ্চলটিৰ মানুহৰ আমোদ-উৎসৱত যথেষ্ট খৰছ হলেও দান-বৰঙণি, আলহীৰ হেঁচা পৰিলেও সেই দৰে একশ্ৰেণীৰ হিচাপী কৰ্মী বেপাৰী-খামৰীয়ে প্ৰচুৰ ধন উপাৰ্জন কৰাবো সুবিধা ঘটে সভাখনত।

**কাৰু-শিল্প, গৃহ-ভাস্কৰ্য্য আদি ঃ**

পূব-মূৰত ভাজঘৰৰ লেখিয়া এটি ডাঙৰ বিগ্ৰহ-গৃহ। ঘৰটিৰ দুৱাৰমুখবোৰত শাৰীপাতি দশাৱতাৰ মূৰ্তি আছে। গাতে লাগি পশ্চিমত অতি বৃহৎ মূল নামঘৰটি। বৰপেটাৰ কীৰ্ত্তন ঘৰৰ আৰ্হিত পকী খুটাৰে সৈতে চকুত লগাকৈ নিৰ্মাণ কৰা এই প্ৰকাণ্ড ঘৰটি— কিজানি ৰাজ্যৰ ভিতৰতে সৰ্ববৃহৎ হ'ব। পশ্চিমত বিৰাট প্ৰাঙ্গণ এৰি এটি সৰু ধুনীয়া পকী বাটচ'ৰা। ভাজঘৰ পূব-দক্ষিণত দীঘলকৈ ঢুলীয়াঘৰ আৰু উত্তৰত ভঁৰালঘৰ এটি এই সকলোবোৰ স্থায়ী ব্যৱস্থা।

বিপুল পৰিমাণৰ প্ৰসাদ সাজিবলৈ দুটি বিৰাট পিতলৰ চৰিয়া, য'ত কুৰি-ডেৰকুৰি মোন বুট একেলগে তিয়াব পাৰি। ইয়াক কোন শিল্পীয়ে কেতিয়া কেনেকৈ তৈয়াৰ কৰিছিল ভাবি বিস্ময় মানিব লাগে। তাৰেও কাম নচলাত সম্প্ৰতি প্ৰসাদ তিয়াবলৈ আহল-বহল পকী দেৱালৰ ব্যৱস্থা কৰা হৈছে। পিতলৰ প্ৰকাণ্ড শৰাইও চাবলগীয়া। শুনা যায় কলীয়া ঠাকুৰৰ চকু সোণৰ, ডিঙিত স্বৰ্ণহাৰ আৰু পাৰত সুৱৰ্ণ জিঞ্জিৰি আছিল। ইয়াৰ উপৰিও বহুত বিগ্ৰহৰ সোণ-ফুল, টিলিঙা, বৰকাঁহ, সিংহাসন, গছা শতবন্তি বৰগছা আদিৰে শিল্প-কাৰ্য্যৰ এটি আপুৰুগীয়া অৱদান আছে। সভাৰ মুকলি ৰভাৰ বাবে আজিকালি প্ৰতি-খেল চুবুৰী আদিৰ ত্ৰিপাল চন্দ্ৰতাপ আছে। এইবোৰ ৰাজহুৱা সম্পত্তি।

**সভাৰ পুঁজি আৰু আয়-ব্যয় ঃ**

ঘৰমূৰি নিম্নতম ৫ টকাৰ পৰা ডেৰ-দুশলৈকে অৱস্থা বুজি সভাৰ বৰঙণি বন্ধা হয়। ইয়াৰ উপৰি ৫ কেজি চাউল আৰু খৰি একআটিকৈ দিব লাগে। সভাৰ অগণন যাত্ৰী, দুখী-মগনীয়াক সিধা দিয়া হয়। হোম-যজ্ঞ, প্ৰসাদ-উপকৰণ, গুণিয়াল আদিত পৰ্য্যাপ্ত ব্যয় হয়। আয়ৰ ভিতৰত নিলগৰ ভকত-বৈষ্ণৱ, চাকৰিয়াল আদিৰ প্ৰণামীৰ ধন, দোকান-পোহাৰৰ খাজনা, দান-দক্ষিণা আৰু ছবি-চাৰ্কাচৰ পৰা প্ৰাপ্ত মাননী আদিও থাকে।

**সামৰণি ঃ**

সভা সংক্ৰান্ত কথাৰ জানিবলগীয়া আৰু বহু বিষয়ৰ বহল ব্যাখ্যা নকৰি





আমি ইয়াতে সামৰিব খুজিছোঁ।

পৰৱৰ্ত্তী কালত সৰ্থেবাৰীৰ চাৰিওফালৰ গাওঁবোৰতো কিবা এক উপলক্ষ্যত সভা অনুষ্ঠান গঢ় লৈ উঠিছে। যেনে— চেঙাৰ সভা, ব্যাসকুছিৰ সভা ইত্যাদি। এই সকলোবোৰেৰে এটি স্থানীয় বৈশিষ্ট্য আছে ; আৰু ই বৃহৎ গাওঁলীয়া জনসাধাৰণৰ মনৰ খোৰাকি যোগোৱাৰ উপৰিও সাংসাৰিক বৃত্তি-ব্যৱসায়ৰ বহুল চাহিদা পূৰণ কৰি সমাজ-সৌষ্ঠৱ বঢ়োৱাত অৰিহণা যোগাইছে।●

*১। 'সুন্দৰীত শ্ৰীশ্ৰীমাধৱ দেৱ, মাধৱ মৰল, অভিৰাম বৰুৱা আৰু অন্যান্য নামৰ গ্ৰন্থখন তাৰ বিজ্ঞ লেখক শ্ৰীবীৰেশ্বৰ বৰুৱাদেৱে পীতাম্বৰ চৌধুৰীৰ লগত হোৱা সৰ্থেবাৰীৰয়া বাইজৰ যুঁজখন বাইজ মেলৰ লগত সাঙুৰিছে আৰু 'লছিমাৰ ঘটনাটো' মাঘী পূৰ্ণিমাৰ দিনতে ঘটিছিল বাবে সৰ্থেবাৰীৰ সভাখন হোৱা বুলি ভুল তথ্য পৰিৱেশন কৰিছে। (উক্ত পুথি— ৭৮-৭৯ পৃঃ) দৰাচলতে পীতাম্বৰ চৌধুৰীৰ ঘটনাটো ৰাইজ মেলৰ লগত সম্বন্ধ যুক্ত নহয় আৰু ঘটনাটো মাঘী পূৰ্ণিমাত ঘটাটোও সত্য নহয়। স্মৃতি স্বৰূপেহে সভাখন পাতিবলৈ ললেও মাঘী পূৰ্ণিমাৰ দিনটো শুভদিন বুলিহে সৰ্থেবাৰীৰ বাইজে বাছনি কৰিছিল।*

*২। লেখকে আটাইবিলাক পদবীধাৰীৰ নাম উল্লেখ কৰা নাছিল। বিষয়ৰ সম্পূৰ্ণতাৰ খাটিৰত বৰ্তমানলৈকে পদত থকা সকলকে ধৰি সকলো পদবীধাৰীৰ নাম উল্লেখ কৰা হ'ল— পাঠক— অলকা পাঠক ; মজুমদাৰ— যোগানন্দ চৌধুৰী, ৰজনী চৌধুৰী; আহ্বায়ক— কৃষ্ণকান্ত তামুলী, উৎসৱানন্দ তামুলী, খগেশ্বৰ ডেকা, জগদীশ তামুলী, ভবেন্দ্ৰ নাথ ডেকা ; অৰ্চক— °দীনবন্ধু চৌধুৰী, °হৰিচৰণ তালুকদাৰ, °দেৱানন্দ তালুকদাৰ, ধৰ্মেশ্বৰ তালুকদাৰ, চন্দ্ৰকান্ত তালুকদাৰ ; ভঁৰালী— বাণীকান্ত ভূঞা, জীৱন বৰ্মণ।*

—সম্পাদক, স্মৃতিগ্ৰন্থ।

*দেশ যেতিয়া বিপন্ন হৈছিল দেশৰ অস্তিত্ব যেতিয়া শত্ৰুৰ গৰাহত পৰিবৰ উপক্ৰম হৈছিল, তেতিয়াই জন্ম হৈছিল অসম আৰু অসমীয়া জাতিসত্বাৰ। আজিও অসমীয়াভাষী তথা অসমবাসীৰ ভাষা-সাহিত্য-সংস্কৃতি আৰু অস্তিত্বৰ সংকট আহিছে। ইতিহাসৰ পৰা শিকনি লৈ আজি পূৰ্বৰ ঐক্য-সংহতি ৰক্ষাৰ উপৰিও অধিক সজাগ-সচেতন হৈ দূৰদৰ্শিতাৰে আগবাঢ়িব লাগিব।*

ডঃ লীলা গগৈ, মৰিগাওঁ, ১৯৯৪



2

# সৰ্থেবাৰীত দৌলোৎসৱ

ড° লোহিত চন্দ্ৰ ডেকা

চাওঁতে চাওঁতে মাঘ মাহ গৈ ফাগুণ সোমাল। ফাগুণৰো এদিন-দুদিনকৈ দহ-বাৰ দিন গ'ল। দৌলোৎসৱৰ ওচৰ চাপিল। ডেকা-গাভৰু, ল'ৰা-ছোৱালী, আনকি বুঢ়া-বুঢ়ীৰো মন উৎভ্ৰাৱল হৈ পৰিছে। এয়া আজিৰ পৰা আঢ়ৈ কুৰি বছৰৰ আগৰ প্ৰাচীন সমাজ আৰু কলা-সংস্কৃতিৰ এখিলা পাত।

সেইকালত সৰ্থেবাৰী আৰু ইয়াৰ আশে-পাশে থকা গাওঁবোৰত বৰ ধুম-ধামকৈ দৌলোৎসৱ পালন কৰা হৈছিল। জনসমাগম, কলা-কৃষ্টি আৰু ধৰ্মীয় অনুষ্ঠানৰ দৃষ্টিকোণৰপৰা চালে ইয়াক উৎসৱ নুবুলি মহোৎসৱ বুলিলেহে খাপ খাই পৰিছিল।

প্ৰায় ডেৰশ বছৰমান পূৰ্বে সৰ্থেবাৰীৰ সমগ্ৰ লোকে সৰ্থেবাৰীৰ পশ্চিম মূৰৰ প্ৰাচীন আতাথেৰ চুপাতে সাতথকীয়াকৈ দৌল বান্ধি মন্দিৰ সজাই সৰ্থেবাৰীৰ মহাসভাৰ দৰে একমুঠ হৈ দৌল-উৎসৱ পালন কৰিছিল। কিছু বছৰ পাছত সৰ্থেবাৰীৰ আৰু পাঁচ ঠাইত ক্ৰমে বহতাথেৰ, কাজিথেৰ, নতুন আতাথেৰ, কাতিয়াথেৰ আৰু জমথেৰ চুপাত দৌল-উৎসৱ পালন কৰা হৈছে যদিও এতিয়াও এই দৌলতে গাঁৱৰ বেছিভাগ লোকে সহযোগ কৰি আহিছে। সেইবাবে সৰ্থেবাৰী তথা মৌজাখনৰ ভিতৰতে আকাৰে-প্ৰকাৰে, উৎসৱে-পাতিয়ে এই দৌল ডাঙৰ আৰু পুৰণ দৌল বুলিয়েই জনাজাত। বহুতে ইয়াক বুঢ়া-দৌল বুলিও কয়। বৰপেটাৰ পাছতে এই দৌল প্ৰসিদ্ধ।

**গোঁসাই উলিওৱা উৎসৱ ঃ**

আজি দৌলৰ গোন্ধ। সন্ধিয়াৰ পাছতে আৰম্ভ হ'ব গোঁসাই উলিওৱা উৎসৱ। জাকে জাকে মানুহ আহি সৰ্থেবাৰী ভৰি পৰিছে। ল'ৰা-ছোৱালীৰ মন উত্ৰাৱল হৈ উঠিছে। শহুৰিখটা জীয়াৰী, ইষ্ট-কুটুম্ব, আয়-অতিথিৰে ঘৰ নধৰা হৈছে।

সন্ধিয়াৰ আগে আগে বাখৰুসকলে সভাঘৰৰ সন্মুখৰ সুবিধাজনক ঠাইত এফলীয়াকৈ বাখৰৰ গছবোৰ ভাগে ভাগে পুতি ঠাক-ঠিককৈ ৰাখিলে। চেমনীয়া আৰু চেখৰাইঁতে ইয়াৰ বাহিৰেও নিজা নিজাকৈ হিলৈ-ফট্‌কা আদি খাৰবাজী আনিলে। অকণমানীহঁতৰ যেন দাঁতি-শিকা এৰাব নোৱাৰি ফুলমটা, ৰঙীণ জুইশলা আদিৰ দুই এপদ আনি দিহে মাক-পিতাকহঁতে তত পাইছে।

সাজ লাগিল। ডলা লেমৰ পোহৰেৰে সভাঘৰ আলোকি উঠিল। সৰু সৰু ল'ৰা-ছোৱালীহঁতৰ মন আনন্দত নাচি উঠিল। এবাৰ কীৰ্তন-ঘৰ, এবাৰ সভাঘৰলৈ অহা-যোৱা লগালে। পুৰোহিত বাপুৱে মণিকূটৰ ভিতৰ সোমাই পূজাত বহিল।

ৰাতি এপৰমান হ'ল। গোঁসাই পূজাও প্ৰায় শেষ হৈ আহিল। ঢোল-খোল, তাল-মৃদঙ্গ, ডবা-কাঁহ, কালি-পেঁপা, শঙ্খ-ঘণ্টা একেলগে বাজি উঠিল। গোটেই অঞ্চলটো খলকি পৰিল। সকলোৱে বুজি পালে গোঁসাই উলিওৱা সময় হ'ল বুলি। ল'ৰা-ছোৱালী, বুঢ়া-মেথা, ডেকা-গাভৰু, জীয়াৰী-বোৱাৰী যেয়ে যেনেকৈ আছিল সকলোৱে লৰা-লুৰিকৈ বিচিত্ৰ বসন-ভূষণ লৈ কীৰ্তন ঘৰলৈ চাপলি মেলিলে। অলপ সময়ৰ ভিতৰতে কীৰ্তনঘৰৰ বাহিৰ ভিতৰ মানুহেৰে নধৰা হৈ পৰিল। মুনিহসকলে থিয় নাম আৰু বুঢ়ী আইতাসকলে বহা নামৰ অনুষ্ঠান পাতিলে। নামতীসকলে গীতৰ পোহাৰ মেলিলে। চেঙৰাহঁতে হিলৈ-বাৰুদৰ আৱাজেৰে তালফাল লগালে। মানুহৰ নিদানে ৰিৰ দিয়ো বাট নোপোৱা হ'ল।

কিছু বেলিৰ মূৰত থিয় নামৰ অন্ত পৰিল। বুঢ়ী আইতাসকলেও নাম সামৰিলে। নামতীসকলে জাত-জাতকৈ শেষত গালে ঃ—

জয় থিয়নাম ধৰে
জয় ছয়কুৰি ভকতে
জয় বহা নাম ধৰে গোপী।
জয় গোঁসাই ঘৰৰপৰা
জয় গোঁসাই নামি আহে
জয় নামৰে মহিমা দেখি।

বিপুল হৰ্ষধ্বনি আৰু উৰুলি জোকাৰৰ মাজত পুৰোহিত বাপুৱে মণিকূটৰ ভিতৰৰপৰা ফুলে জকমকীয়া কাঁহৰ বৰ বটাত বহুৱাই গোঁসাই উলিয়াই আনিলে। মণিকূটৰ দুৱাৰ দলি পাৰ হোৱাৰ লগে লগে কেইজনমান ডেকাই বৰগছা, বৰঠগী, বৰপীৰা ; সৰু সৰু ল'ৰা কেইজনমানে ডুনী, ঘট, সহস্ৰ বাতি আৰু আন কেইজনমানে শংখ-ঘণ্টা, বৰকাঁহ বজাই বজাই গোঁসাইক বাট দেখুৱালে। কান্ধত উত্তৰীয় লোৱা আন এজন আদহীয়া লোকে চোঁৱাৰেৰে বাওঁ দি দি গোঁসাইক কীৰ্তন ঘৰৰ মজিয়াৰে আদৰি আনিলে।

কীৰ্তন ঘৰৰ খট্‌খটিত ভৰি দিয়াৰ লগে লগে আন এজন ডেকাই গোঁসাইৰ মূৰৰ ওপৰত ৰূপৰ চুলা লগোৱা ফুলাম বৰজাপি এটা ধৰিলে। জাপিৰ তলত স্বৰ্ণালংকাৰ সুশোভিত গোঁসাইৰ হাঁহো-হাঁহো মুখমণ্ডলে জনতাৰ মন-প্ৰাণ হৰি নিলে। এনে চিত্তাকৰ্ষক দৃশ্য চাবলৈ সকলোৱে উৎকণ্ঠিত হৈ পৰিল। সকলোৰে দৃষ্টি কেৱল গোঁসাইৰ ওপৰত। উৰ্মি সদৃশ জনতাক দুফাল কৰি শৰমালাৰ তলেৰে পাৰ হৈ এই অনুক্ৰমে শোভাযাত্ৰীৰ দল গোঁসাইক লৈ দৌল-মন্দিৰলৈ যাত্ৰা কৰিলে।

গোঁসাইৰ আগে আগে গ'ল— ঢোল-খোল বজাই যোৱা ঢুলীয়া-খুলীয়া, গায়ন-বায়নৰ দল, কালি-পেঁপা ফুৰাই যোৱা কালীয়া-পেঁপোৱাসকল আৰু গোঁসাইৰ পাছে পাছে গ'ল— নাম ধৰি ধৰি যোৱা মুনিসকল, দৰ্শকমণ্ডলী, তাৰ পাছত গ'ল গীত গাই গাই যোৱা নামতীসকল, জীয়াৰী-বোৱাৰী আৰু তিৰোতাসকল। কোনোৱে তৰ্কিব নোৱাৰাকৈ দলৰ মাজে মাজে গ'ল— ফট্‌কা, ফুলজাৰি, ফুলমটা আদি মাৰি যোৱা টটাটিঙা ল'ৰাসকল। এনেকুৱা ৰমক-জমক, সোণ-বৰণীয়া সমাৰোহেৰে ফু-মাৰি ভাত খাব পৰাকৈ সাৰি-পুচি গোবৰ-পানী ছটিয়াই পবিত্ৰ কৰি যোৱা আলি বাটেৰে গোঁসাইক লৈ দৌলৰ চোতাল পালে।

এই ঠাইতে মেষ-যজ্ঞ আৰু খাৰবাজীৰ ৰঙালী দৃশ্য চাবলৈ বহুত আগৰেপৰা ৰৈ থকা জনতাৰ জুম শোভাযাত্ৰীৰ লগত মিলি লোকাৰণ্যৰ সৃষ্টি কৰিলে। ইকাতি-সিকাতি কৰিবলৈও ঠাই নোহোৱা হ'ল। ইয়াতেই শুকান কল-চোচনিৰে আগতে সজাই থোৱা মেজিৰ ওচৰত গোঁসাইক থোৱা হ'ল। পুৰোহিত বাপুৱে আনুষ্ঠানিকভাৱে মেষ-যজ্ঞ আৰম্ভ কৰিলে। এই অৱসৰতে ডেকাইঁতে পাৰে মানে ফট্‌কা, চেৰেকী, হিলৈ, তৰাবাজী, ফানুচ, ফুলজাৰি আদি বিবিধ বাখৰ মাৰি আকাশ মণ্ডল ৰঙা-নীলা-সেউজীয়া কৰি তুলিলে। সেই পোহৰত জনতাৰ মুখমণ্ডল এক অফুৰন্ত আনন্দত ৰিৰিঙি উঠিল।

মেষ-যজ্ঞ সমাপন হ'লত মেজিত জুই লগোৱা হ'ল। মেজিৰ জুয়ে বহুত ওপৰলৈ পোহৰাই তুলিলে। সকলোৰে কৌতূহল কেৱল মেজিৰ ওপৰত— মেজিৰ ভিতৰত থকা যজ্ঞ-মেষৰ গতি কি হয় ভাবি। মনে মনে সকলোৱে ৰাম হৰি চিন্তিলে। অকণিহঁতে ভয়ত চিএৰিব ধৰিলে। সুস্থ দেহে জুইৰ মাজৰপৰা যজ্ঞ-মেষ ওলাই আহি অদৃশ্য হ'ল। জনতাৰ মাজত আনন্দৰ ৰোল উঠিল—

ৰাখে হৰি মাৰে কোনে
মাৰে হৰি ৰাখে কোনে।

লাহে লাহে জুই-শিখা কমি আহিল। নামধৰা লোকসকলে গোঁসাইক আগত লৈ "ঘূৰে পৰমানন্দ কি কাৰণে ঘূৰে হে" ঘোষা গাই গাই সাতবাৰ অগ্নিক প্ৰদক্ষিণ কৰিলে তাৰ পাছত আকৌ এজাউৰি থিয়নাম ধৰি বিপুল হৰ্ষধ্বনি আৰু উৰুলি জোকাৰৰ মাজত হিয়া মন আকুহি নিয়া সাগৰ সদৃশ জনতাৰ সমদল প্ৰধান তোৰণেৰে সোমাই সভাঘৰৰ মজিয়াৰে আগুৱাই গৈ মণ্ডপ ঘৰৰ বেদীৰ ওপৰত সোণবৰণীয়াকৈ সজাই-পৰাই পাৰি থোৱা বিচিত্ৰ আসনত গোঁসাইক থাপনা কৰি সেৱা জনাই গগন ভেদি হৰিধ্বনি দি গোঁসাই উলিওৱা উৎসৱৰ সামৰণি মাৰিলে।

**হোমৰ দিনাখন ঃ**

আজি দৌল পূৰ্ণিমা। দৌল গোবিন্দৰ পূজা, পাঠ, হোম আৰু নাম। পুৱাৰে পৰা দেউৰিসকলে ধূপ-ধূনা লগাই, ঠগী-প্ৰসাদ সাজি অনুষ্ঠানৰ আয়োজন কৰিব ধৰিছে। অলপ বেলি হোৱাৰ লগে লগে ভকতনী আইসকল আহি প্ৰসঙ্গত বহিল।

বেলি প্ৰায় কেৰা দুপৰ হ'ল। সকলো যোগাৰ পাতি কৰি এতালে। ভকতনীসকলৰো নাম শেষ হ'ল। ঢোল-খোল, শংখ-ঘণ্টা, তাল- মৃদঙ্গ, বৰকাঁহ বাজিব ধৰিলে। পুৰোহিত বাপুৱে গোঁসাইক আগত লৈ পূজাত বহিছে। সন্মুখত সজ্জিত ঘট এটা লৈ দৈৱজ্ঞ বাপুৱে পাঠ আৰম্ভ কৰিছে। বুঢ়ী আইতা[illegible]কলে গীতৰ অনুষ্ঠান পাতিছে। পুৰোহিতৰ অলপ পিছতে বহি পাঠকে পঢ়িব ধৰিছে। কি যে এক মন-প্ৰাণ হৰি নিয়া গহীন গম্ভীৰ পৰিবেশ।

বয়সীয়া লোকসকলে উৎসাহী ডেকাসকলক লগত লৈ ঘূৰণীয়াকৈ বহি খোল-তাল বজাই কীৰ্তন, বৰগীতৰ অনুষ্ঠান পাতিলে। শুৱলা মাতৰ এজনে লগাই দিছে আৰু বাকীবোৰে হালি-জালি ধৰি মতলীয়া হৈ পৰিছে। বেলি মূৰৰ ওপৰ পালে। হোম পাতিবৰ সময় হোৱাত বুঢ়ী আইতাসকলে গাব ধৰিছে—

অত বেলি বামুণ বাপুৱে
মাটিকে জুখিলা,
বাৰীৰে পাচলা কাটি
হোমকে পাতিলা।

দৌল গোবিন্দৰ পূজা শেষ কৰি হোম আৰম্ভিলে। বিধি পাঠকে বিধি মেলিলে। পুৰোহিত বাপুৱে বৰণ কাপোৰ সলাই হোমত জুই লগালে। হোমত জুই দিয়াৰ লগে লগে কীৰ্তন, বৰগীত বন্ধ হ'ল। পাঠকে নাম ডকালে। ভোৰতালত চাব মৰাৰ লগে লগে সকলো মানুহ চাপি আহিল। তিনি-চাৰিটা বৰনাম ধৰাৰ পাছত হোমত পূৰ্ণাহুতি দিলে। 'অপৰাধ বিনাশন' দি নাম সামৰিলে।

নামৰ শেষত হৰিধ্বনি দি ঢোলে-ডগৰে, খোলে-তালে, শংখ-ঘণ্টাই সমন্বিতে বাৰে-বৰণীয়া সমাৰোহেৰে ডুনী-ঘট-সহস্ৰ বাতি লৈ গোঁসাইক আদৰি ওপৰলৈ তুলি দৌলৰ ঠাকে ঠাকে ঘোষা গাই সাতবাৰ প্ৰদক্ষিণ কৰিলে। শেষত থিয়নাম এজাউৰি ধৰি সমদল আকৌ নামি আহিল— আৰু ফেটি, নিৰ্মালি, গাজী-প্ৰসাদ লৈ ঘৰাঘৰি গ'ল।

আবেলি পৰৰ পৰা— ওজাপালী, আপীওজা, ভাওৰীয়া, নাগাৰাৰ নাম, ঢুলীয়া আদি নিশা এপৰ মানলৈকে বিধে বিধে আৰম্ভ হ'ল। ৰাতি খাই বৈ উঠাৰ পিছৰপৰা ৰাতিপুৱালৈকে যাত্ৰাদলে আকৰ্ষণীয় অভিনয় দেখুৱালে। বিপুল দৰ্শকে এইবোৰ চাই উপভোগ কৰিলে। বহুবছৰ পূৰ্বে যাত্ৰাদলৰ ঠাইত গায়ন-বায়ন-সূত্ৰধাৰে ভাওনা প্ৰদৰ্শন কৰি তুলিছিল। সেই স্মৰণীয় দিনবোৰলৈ আজিয়ো মনত পৰে।

**সুঁৱেৰি বা হোলী উৎসৱ ঃ**

প্ৰতিপদ তিথি। আজি দৌলোৎসৱৰ শেহ দিন। সঁৰি বা সুঁৱেৰি উৎসৱ। চাৰিয়োফালৰ পৰা হাজাৰ হাজাৰ মানুহ সুঁৱেৰি চাবলৈ আহিব ধৰিছে। আজি প্ৰভু শ্ৰীকৃষ্ণ ঘুনুচাৰ 'বাৰী'ৰপৰা লক্ষ্মী আইৰ গৃহলৈ উলটি অহাৰ দিন। আবেলি পৰত থিয়নামৰ অনুষ্ঠান পাতি গোঁসাই উলিওৱা উৎসৱৰ দৰে বিপুল জনতাৰ বাচ্‌কবনীয়া সমাৰোহেৰে ৰমক-জমককৈ সজোৱা তমস্কাৰ আসনত গোঁসাইক লৈ সুঁৱেৰি পথাৰলৈ যাত্ৰা কৰিলে। সাগৰ সদৃশ জনতা গোঁসাইৰ পাছে পাছে যাব ধৰিলে। একে সময়তে নিজ নিজ দৌলৰ পৰা ওলাই আহি বাটত ৰৈ থকা নসত্ৰ, সৰ্থেবাৰীৰ আৰু পাঁচ ঠাইৰ, গোমূৰাৰ, কাৰাকুছিৰ দুই ঠাইৰ, নামশালাৰ দুই ঠাইৰ আৰু পল্লা সত্ৰৰ দৌলৰ গোঁসাই মানে ভাগে কলীয়া ঠাকুৰৰ পিছে পিছে গ'ল। নামধৰা লোকসকলে গোঁসাইৰ পাছে পাছে নাম ধৰি ধৰি গ'ল। তিৰোতাসকলে গীত গাই গাই যাব ধৰিলে। ল'ৰাবিলাকে ইটোৱে-সিটোৰ মুখত ফাকু ঘঁহা-ঘঁহি কৰি গ'ল। ডেকাইঁতে বিবিধ ৰং ছটিয়াই

হোলী খেলাই যাব ধৰিলে। ফাকুগুৰিৰে আকাশ ৰঙালী হ'ল। মানুহৰ মনো ৰাঙলী হৈ উঠিল। জনতাৰ ভিৰত বাট-পথত অন্ধি-সন্ধি নোহোৱাত পৰিল।

এনে মন চঞ্চল কৰা বাচক-বনীয়া পয়োভৰেৰে অপৰিগিত জনতাই গোঁসাইবোৰক লৈ সৰ্থেবাৰীৰ দক্ষিণৰ 'সুঁৰেৰি পথাৰ' পালে। সুঁৰেৰি পথাৰত পশ্চিমৰ পৰা পূৱলৈ মান অনুসাৰে গোঁসাইবোৰ শাৰী পাতি থলে। ইফালে ক্ৰমে– বেঙাপাৰা, আমৃখোৱাৰ দুই ঠাইৰ, বনিয়াকুছিৰ দুই ঠাইৰ, হালধিবাৰী, লছিমা, বেলবাৰী, বাউলী, কাপলা আৰু ব্যাসকুছি সত্ৰৰ এই এঘাৰ ঠাইৰ দৌলৰ গোঁসাই আনি লগ লগালে আৰু মানে ভাগে একেশাৰীতে থলে। এইদৰে সৰুক্ষেত্ৰী মৌজাৰ সৰ্বমুঠ পঁচিশটা দৌলৰ গোঁসাই আহি থুপ খালে।

প্ৰত্যেক গোঁসাইৰ লগত অহা হাজাৰ হাজাৰ পুৰুষ-মহিলাৰে সুঁৰেৰি পথাৰ ভৰি পৰিল। আনন্দৰ মহামেলা আৰম্ভ হ'ল। হোলীৰ আনন্দত ডেকাসকল মতলীয়া হৈ পৰিল। পাৰেমানে ৰং ছটিয়ালে, চেবেকা মাৰিলে, ফাকু উৰালে, হোলী গালে। গোঁসাই সেৱা কৰি ফেট লোৱা মুনিহ-তিৰোতাৰে হেতা-ওপৰা লাগি পৰিল। নাম ধৰা লোকসকলে থিয় নামৰ অনুষ্ঠান পাতিলে। তিৰোতাসকলে গীত গাব ধৰিলে–

জয় হে সৰু মেধি
জয় হে ডাঙৰ মেধি
তোৰ গোঁসাইৰ লঘোণে আজি ;
জয় দিলানে নিদিলা
জয় ধুলানে নুধুলা
জয় হেকটীয়া মাহৰে গাজি।

কি যে এক বৰ্ণনাতীত মনোমোহা দৃশ্য। অৱশেষত সূৰ্যাস্তৰ লগে লগে নাম সামৰি গগণ ভেদি হৰিধ্বনি দি সুঁৰেৰি ভাঙি পুনৰ গোঁসাইবোৰ লৈ নিজ নিজ স্থানলৈ প্ৰত্যাগমন কৰিলে।

**হেঙাৰ ভঙা উৎসৱ ঃ**

ইফালে গৰখীয়া ল'ৰাইতে পোনপটীয়া বাটেৰে আহি গোঁসাই আহি নৌ-পাওঁতেই দৌলৰ সন্মুখত বাট আগুচি কটকটীয়াকৈ হেঙাৰ বান্ধি থলে। দৌল এৰি আজি সাতদিন-কৃষ্ণ গোঁসাই ঘুনুচাৰ 'বাৰী'ত থকা দেখি লক্ষ্মী আইৰ খঙত ঠাই নাইকিয়া হৈছে। ঘুনুচাৰ বাৰীলৈ খেদি গৈয়ো কৃষ্ণক ওলোটাই আনিব নোৱাৰি লক্ষ্মী আয়ে আজি কৃষ্ণ গোঁসাইক তেওঁৰ দৌলৰ ভিতৰত সোমাব নোৱাৰাকৈ দুৱাৰ বন্ধ কৰি থবলৈ আদেশ দিলে।

গোঁসাইক লৈ দৌলৰ ওচৰ পাই দেখে যে বাট বন্ধ, আহিবৰ উপায় নাই। এই দৃশ্য চাবলৈ দৰ্শকেৰে ভৰি পৰিছে। তিৰোতাসকলে গাব ধৰিছে ঃ

পুৰি পেল বৃন্দাবন এ
উৰি গৈল ছাই
ভালেহে লখিমী কান্দে
কৃষ্ণকে নাপাই।
জয় হাতৰে আঙুলি
জয় লহৰা-লিহিৰি
জয় ভৰিৰে আঙুলি ঘন,
জয় কিয়নো ওলাইছা
জয় নিৰ্দয়া প্ৰভু দেউ
জয় লক্ষ্মী আইক নকৰা মন।

গোঁসাইৰ ফলীয়া লোকসকলে লক্ষ্মী আইৰ ফালৰ লোকসকলক বাট এৰি দিবলৈ প্ৰথমে অনুৰোধ জনালে। পাছত ক্ৰমে– বাক-বিতন্দা লাগিল। তথাপি লক্ষ্মী আইৰ লোকে বাট এৰি দিবলৈ সন্মত নোহোৱাত অৱশেষত দুয়োপক্ষৰ মাজত সংগ্ৰাম কৰাৰ ঠিক হ'ল। ককালত ককাল-কঠীয়া মাৰি গাঁওৰ বলবান ডেকাসকলে হাতে হাতে কলপুলি লৈ হেঙাৰ ভাঙিবলৈ সাজু হ'ল। এনেতে এজন পাঠকে ধূপ-ধুনা, চাকি-বন্তি জ্বলাই হেঙাৰৰ ওচৰত 'ঘুনুচা-কীৰ্তন'ৰ গোঁসাইৰ অনুনয় আৰু লক্ষ্মী আয়ে প্ৰত্যাখান কৰা শেষ কীৰ্তনটো পাঠ কৰিলে। পাঠৰ অন্তত হৰিধ্বনি দি ইজনে-সিজনৰ গাত, সিজনে-ইজনৰ গাত কোবা-কুবি কৰি দুয়োপক্ষৰ মাজত হেঙাৰভঙা কাজিয়া আৰম্ভ কৰি দিলে। ভালেখিনি পৰ কোনোৱে কাকো হৰাব নোৱাৰে। দৰ্শক ক্ৰমে উদ্বিগ্ন হৈ পৰিল। নামতিসকলে উছাহতে পুনৰ গাব ধৰিলে ঃ

বিনা সূতাৰ বিনা জৰী
কিনো গৰখীয়া ছলি
হেঙাৰ বান্ধিছা টান কৰিহে।

কোবা-কুবি ক্ৰমে খৰ হৈ আহিল। গাৰে ঘাম বৰ ধৰিলে। তথাপি হেঙাৰ নেভাঙে মানে এৰিব নোৱাৰে। হেঙাৰ ভাঙি গোঁসাইক যেনে-তেনে দৌললৈ নিবই লাগিব। এনেতে গোঁসাইৰ পক্ষৰ পৰা এজন লোকে ৰূপ তিনিশ ড'ৰ পেলাই বটা এখনত লৈ লক্ষ্মী আইলৈ বুলি আগবঢ়ালে। গোঁসাইৰ ফালৰ ডেকাসকলে এইবাৰ যেন দেহত দুগুণ বল পালে। একে চোচাই হেঙাৰ ভাঙি মহতীয়াই পেলালে। গোঁসাইৰ জয় হ'ল। তিৰোতাসকলে জাউৰিয়ে জাউৰিয়ে উৰুলি জোকাৰ দি গাবলৈ ধৰিলে-

কলীয়া গোঁসাইৰ বৰ বল
হেঙাৰ ভাঙি সিফাল হ'ল
জয় হৰি জয় ৰাম।

পুৰুষসকলে হৰিধ্বনি দি গোঁসাইৰ আসন লৈ গৈ যথা নিয়মে দৌলঘৰৰ বেদীত থাপনা কৰিলে। লগে লগে আৰম্ভ হ'ল নাম। গাঁৱৰ সমস্ত লোক আহি নামত যোগদান কৰিলে। সভাঘৰৰ বাহিৰ ভিতৰ মানুহেৰে নধৰা হৈছে। আলিৰ ওপৰতো মানুহ বহিল। নামৰ ধ্বনিয়ে দশোদিশ মুখৰিত কৰিলে। এইদৰে ৰাতি প্ৰায় এপৰলৈকে নাম ধৰি গগণ-ভেদি হৰিধ্বনিৰে নাম সামৰিলে। অৱশেষত পুনৰ গোঁসাইক কীৰ্তন ঘৰলৈ আনি মণিকূটৰ ভিতৰ সুমুৱালে আৰু এটি চুটিকৈ নাম ধৰি বঢ়া-টুটা অপৰাধ নধৰিবলৈ গোঁসাইক সেৱা জনাই হৰিধ্বনি দি বৈশিষ্ট্যপূৰ্ণ তিনিদিনীয়া দৌলোৎসৱৰ সামৰণি মাৰিলে।●

(১৯৬৮ চনৰ ১৪ মাৰ্চ, দৌল পূৰ্ণিমাত লিখা লেখকৰ "প্ৰাচীন সংস্কৃতিৰ এখিলা পাত" নামৰ অপ্ৰকাশিত পুথিখনৰপৰা চমুকৈ তোলা হ'ল) –সম্পাদক, স্মৃতিগ্ৰন্থ





ইতিহাসৰ পম খেদি (চাউলখোৱা আৰু আল্‌পা গঙ্গাৰ পাৰৰ)

# নাৰায়ণ গোমথা আৰু তেওঁৰ ভূঞা ৰাজ্য

ভৱানন্দ ডেকা

বাৰভূঞাৰ শাসন কালৰ কথা। ১৩১৬ খৃঃৰ পৰা ১৪০০ খৃঃলৈকে আৰু ১৪৯৮ খৃঃৰ পৰা ১৫২০ খৃঃলৈকে প্ৰাচীন অসমৰ কামৰূপ কমতাৰ পূৰ্ব অংশত কেইখনমান ক্ষমতাশালী ভূঞা ৰাজ্য আছিল। প্ৰায়বোৰে স্বাধীন ৰাজাৰ দৰে আছিল। ই আছিল অসমৰ বাৰভূঞাৰ শাসন কালৰ কথা। উত্তৰ পূৰুত সোৱনশিৰি দক্ষিণত কপিলি, পশ্চিমত মানাহ এই সীমাৰ মাজ ভাগত আছিল ভূঞা শাসিত ৰাজ্যবোৰ। ভূঞা ৰাজ্যবোৰ কমতা বা কামৰূপ ৰজাৰ নাম মাত্ৰ কৰদ ৰাজ্য আছিল। ভূঞা ৰাজ্যবোৰ স্বাধীন আছিল যদিও যেতিয়া বিপদ আহে, তেতিয়া ভূঞাবোৰে একেলগ লাগি আত্মৰক্ষাৰ ব্যৱস্থা কৰিছিল। কেতিয়াবা কেতিয়াবা সৰু সৰু ভূঞাবোৰে লগ লাগি একোখন সংযুক্ত ৰাজ্যও গঠন কৰিছিল আৰু এনে ৰাজ্যৰ নেতাজনক গোমথা বা গোমস্তা বুলি জনা গৈছিল। গোমথা বা শিৰোমণি ভূঞাৰ নাম আমি বুৰঞ্জী আৰু চৰিত পুথিত পাওঁ।

কামৰূপৰ পশ্চিম ভাগৰ ক্ষেত্ৰি অঞ্চলত এটা সময়ত নাৰায়ণ গোমথা নামে এজন মহা পৰাক্ৰমী ভূঞা আছিল। ক্ষেত্ৰি অঞ্চলৰে সৰ্থেবাৰীৰ নিকটবৰ্ত্তী শলা গাঁৱৰ পণ্ডিত ৰঘুপতি ভূঞা বিৰচিত 'গোমথা বংশাৱলী'ত নাৰায়ণ গোমথা আৰু তেওঁৰ ৰাজ্য সম্পৰ্কে এটি বহল বিৱৰণ আছে। ৰঘুপতি ভূঞাৰ 'ধৰ্মদেৱ চৰিত্ৰ' নামৰ আন এখন কিতাপ আছে। নাৰায়ণ গোমথা ১৪৫৭ খৃঃৰ পৰা ১৫২০ খৃঃলৈ ক্ষেত্ৰি ভাগত থাকি ৰাজ্য শাসন কৰিছিল। তেওঁ মহা প্ৰতাপী আৰু কায়স্থসকলৰ অগ্ৰণী পুৰুষ আছিল। তেওঁৰ সময়ত প্ৰজাসবে সুখে-সন্তোষে বাস কৰিছিল। নাৰায়ণ গোমথা সম, দম, দণ্ড, ভেদ, অস্ত্ৰ-শস্ত্ৰ, শৌচাচাৰ, ভেদনীতি আদি সবাতে পাৰ্গত আছিল। তেওঁ অতি দেখনিয়াৰ পুৰুষ আছিল অতি ধীৰ, গম্ভীৰ আৰু সাহসী লোক আছিল. তেওঁ আছিল সত্যবাদী, জিতেন্দ্ৰিয়, পৰোপকাৰী, ধাৰ্মিক আৰু দানী-মানী। প্ৰজাসকলৰ তেওঁ অতি প্ৰিয় আছিল।

চতুৰ্দ্দশ শতিকাত কমতাপুৰৰ ৰজা আছিল দুৰ্লভ নাৰায়ণ (খৃঃ ১৩৩০-৫০)। আনহাতে সেই একে সময়ত গৌড়দেশৰ ৰজা আছিল ধৰ্মনাৰায়ণ বা ধৰ্মপাল। উভয়ৰ মাজত 'জামিন দেশ'ৰ বাবে বিবাদ আৰম্ভ হয়। বহুদিন বিবাদৰ পিছত উভয়পক্ষৰ মাজত সন্ধি হয়। সন্ধিমতে দুৰ্লভ নাৰায়ণে ধৰ্ম নাৰায়ণৰ ৰাজ্যৰ পৰা সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থ নিজ ৰাজ্যত আনি বহুৱালে। দুৰ্লভ নাৰায়ণে ভূঞাসকলক ঠায়ে ঠায়ে তাপি প্ৰজাৰ হিতৰ অৰ্থে কাম কৰিবলৈ নিৰ্দেশ দিলে। ভূঞাসকলৰ ভিতৰত প্ৰধান আছিল শ্ৰীধৰ (খৃঃ ১৩১০ - ৫৩) আৰু চণ্ডীবৰ শিৰোমণি (১৩৩০-৫৮)। পশ্চিমৰ ৰঙামাটি অঞ্চলত শ্ৰীধৰক থাপে আৰু চণ্ডীবৰ পূৰ্বৰ লেঙা মাগুৰিলৈ যায়। এই শ্ৰীধৰ ভূঞাই হ'ল নাৰায়ণ গোমথাৰ উপৰি পুৰুষ। চণ্ডীবৰ মহাপুৰুষ শঙ্কৰদেৱৰ উপৰি পুৰুষ।

ভূঞাসকলৰ উৎপত্তি সম্পৰ্কে বেলেগ বেলেগ কথা পোৱা যায়। দুৰ্লভ নাৰায়ণৰ দিনত অনা সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থৰ শিৰোমণি ভূঞা আছিল চণ্ডীবৰ। গতিকে ভূঞাসকলৰ উৎপৰ্ত্তিৰ কাল সেই সময়ৰ পৰা গণনা কৰিব পাৰি। চণ্ডীবৰ পূৱলৈ যোৱা সময়ত পশ্চিম ভাগৰ ৰঙামাটিত শ্ৰীধৰ ভূঞা ৰূপে থাকি যায়। ৰায় বাহাদুৰ কনকলাল বৰুৱাৰ মতে (তেওঁৰ গ্ৰন্থ ঃ Early History of Kamrupa -- page 186) কামৰূপৰ ৰাজধানী উত্তৰ গুৱাহাটীৰ পৰা কমতাপুৰলৈ উঠাই নিয়াৰ পিছৰ পৰা কামৰূপত ভূঞা প্ৰধান সকল বিখ্যাত হৈ উঠে। তেওঁ আৰু দেখুৱাইছে যে 'ভূঞাসকল কেৱল কায়স্থ আৰু ব্ৰাহ্মণতেই সীমাবদ্ধ নাছিল।' 'দৰং ৰাজ বংশাৱলী'ৰ গ্ৰন্থকাৰৰ মতে ভূঞাসকলৰ ভিতৰত গণক জাতিও অন্তৰ্ভুক্ত আছিল। এই গণক শ্ৰেণীৰ ভূঞা লোক কোচ ৰজা বিশ্বসিংহৰ উত্থানৰ আগে আগে কামৰূপত আছিল। অৱশ্যে কামৰূপৰ পূৰ্বভাগত দুৰ্লভ নাৰায়ণ ৰজাই গণক বা দৈৱজ্ঞক সংস্থাপন কৰা কথাৰ উল্লেখ [illegible]

অসম উপ[illegible] বহুতো ভূ[illegible] লোকৰ উৎপত্তি [illegible] আখ্যান দাঙি ধৰে। [illegible]

আৰিমত্ত ৰজাৰ মন্ত্ৰী সমুদ্ৰৰ দুজন নাতি শান্তনু আৰু সামন্তৰ পৰা ভূঞাৰ উৎপত্তি হয়। শান্তনু আছিল বৈষ্ণৱ আৰু সামন্ত শাক্ত। শান্তনুৰ বংশধৰ সকল নগাঁও জিলাত বাস কৰে আৰু সামন্তৰ বংশৰ লোকসকলে লক্ষীমপুৰ জিলাত থাকে। ৰায় বাহাদুৰ কনকলাল বৰুৱাই শান্তনুৰ পৰা শঙ্কৰদেৱৰ বংশ বাঢ়ি অহা মত মানি লব পৰা নাই। তেওঁৰ মতে ভূঞা সকল কেৱল দুৰ্লভ নাৰায়ণে অনা সাতঘৰ ব্ৰহ্মণ আৰু কায়স্থতে সীমাবদ্ধ নাছিল।

ৰঘুপতি কায়স্থৰ গোমথা বংশাৱলী মতে ভূঞাসকল আদিতে কনৌজৰ লোক আছিল। যেতিয়া মুছলমান সকলে কনৌজ দখল কৰে, আৰু গো-ব্ৰাহ্মণৰ ওপৰত অত্যাচাৰ চলায়, তেতিয়া ভূঞাসকলে কনৌজ এৰি গৌড় দেশলৈ আহে। গৌড়দেশতো তেওঁলোকে শান্তিৰে থাকিব নোৱাৰিলে। তাতো মুছলমানসকলে ব্ৰাহ্মা-কায়স্থসকলক সুখেৰে থাকিবলৈ নিদিলে। উপায় নাপাই তেওঁলোক কমতাৰাজ্যলৈ আহি তাত থাকিবলৈ লয়। কমতাত ভূঞা সকলে ঐক্যবদ্ধভাৱে শক্তিশালী হৈ মুছলমানসকলক বাধা দিয়ে। তেওঁলোকে তেওঁলোকৰ মাজৰ পৰা এজনক শিৰোমণি ভূঞা পাতে আৰু তেওঁৰ নিৰ্দ্দেশ মানি যুদ্ধ-বিগ্ৰহত ভাগ লয়। প্ৰত্যেক ভূঞা একোজন সৰু ৰাজৰ দৰে আছিল; শিৰোমণি ভূঞা বা গোমথা সকলোৰে অগ্ৰণী আছিল। ভূঞাসকল যুদ্ধত যেনে পাৰ্গত আছিল, লিখা-পঢ়াতো পাৰ্গত আছিল। এনেদৰে কামৰূপলৈ হিন্দুসকৰ নেতৃস্থানীয় দলৰ আগমণৰ কথা 'তবাকত - ই- নচিৰি' নামৰ গ্ৰন্থতো উল্লেখ আছে।

ৰঙামাটিত শ্ৰীধৰ ভূঞাই থাকি অতি সোনকালে নিজৰ বুদ্ধিৰ বলত ৰজা-প্ৰজা উভয়ৰে প্ৰিয়পাত্ৰ হৈ উঠে। ৰজাৰ বৰ বিশ্বাসী হৈ পৰে। তেওঁৰ বুদ্ধি আৰু গুণৰ বলত তেওঁ প্ৰধান গোমথা পদ পায়। শ্ৰীধৰৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ গদাধৰ ভূঞা গোমথা পদত স্থিত হয়। এনে সময়তে ৰজা দুৰ্লভ নাৰায়ণ স্বৰ্গী হয়। তেওঁৰ ঠাইত তেওঁৰ পুত্ৰ ইন্দ্ৰ নাৰায়ণ কমতাপুৰৰ ৰজা হয়। তেতিয়া ৰঙামাটিত গোমথা পদত আছিল গদাধৰ ভূঞা। গদাধৰ বৰ ধাৰ্মিক লোক আছিল আৰু তেওঁৰ দিনত প্ৰজাসকল মহাসুখে দিন কটাইছিল। কমতাৰাজে গদাধৰৰ কামৰ কথা শুনি তেওঁক ৰজাৰ সন্মান দিয়ে। গতিকে গদাধৰ স্বাধীন ৰজাৰ দৰে থাকিবলৈ পায়। তেওঁৰ মৃত্যুৰ পিছত গোবৰ্দ্ধন ভূঞা গোমথা পদত অধিষ্ঠিত হয়। এই সময়তে ইন্দ্ৰনাৰায়ণৰ মৃত্যু হয়। কিছুদিন ৰাজ্যত অৰাজকতা আহি পৰে। তাকে দেখি পূৱ কামৰূপৰ সৰু সৰু ভূঞাসকল পুনৰ মূৰ দাঙি উঠে আৰু স্বাধীন হৈ উঠে। অৱশেষত আৰিমত্ত (১৩৬৫ খৃযঃৰ -৮৫ খৃঃলৈ) কমতাৰ ৰজা হয়, আৰু পূৱ কামৰূপৰ সৰু সৰু ভূঞা ৰাজ্যবোৰ নিজৰ অধীলৈ আনে। আৰিমত্তই তেওঁৰ ৰাজধানী বৈদ্যগড়লৈ উটাই আনে। ভূঞাসকলে নিজৰ স্বাধীনতা হেৰালে। দেশৰ অৱস্থা বেয়াৰ ফালে যোৱা দেখি 'গোবৰ্দ্ধন' ভূঞাই ৰঙামাটি এৰি "ক্ষেত্ৰি" ভাগলৈ আহি কাপলাবিলৰ পাৰত থাকিবলৈ লয়। সি আছিল ১৪৪০ খৃঃৰ কথা। সেই সময়ত মৃগাঙ্ক (১৪১৫ খৃঃ – ৪০) কামৰূপ কামপীঠৰ ৰজা আছিল। মৃগাঙ্কৰ ৰাজ্যত গোবৰ্দ্ধন ক্ষেত্ৰিভাগত থাকি নামমাত্ৰে মৃগাঙ্কৰ অধীন থাকি মহা পৰাক্ৰমে ক্ষেত্ৰিভাগক শাসন কৰিছিল. মৃগাঙ্গ অপুত্ৰক হিচাপে মৃত্যু বৰণ কৰাৰ পিছত এজন সাহসী ভূঞা নেতা নীলধ্বজে কমতাপুৰৰ ৰজা হয়। নীলধ্বজৰ পিছত নীলাম্বৰ ৰজা হয়। খেন বংশীয় ৰজা নীলধ্বজ আৰু নীলাম্বৰৰ দুৰ্বলতাৰ সুযোগ লৈ কামৰূপৰ সৰু সৰু ভূঞাবোৰ পুনৰ স্বাধীন হৈ উঠে।

গোবৰ্দ্ধন ভূঞাই আশী বছৰ কাল ৰাজ কাৰ্য্য চলাই সিপুৰীলৈ গমন কৰাত তেওঁৰ পুত্ৰ নাৰায়ণে গোমথা পদ লাভ কৰে। সকলো ভূঞাৰ মাজত নাৰায়ণ ক্ষেত্ৰি ভূঞা নামে প্ৰখ্যাত হয়। নাৰায়ণ গোমথা ১৪৫৭ খৃঃ – ১৫২০ খৃঃ) মহা তেজৱন্ত, মানী, শৌৰ্য্য-বীৰ্য্য, ধৈৰ্য্য-দক্ষতা গুণেৰে বিভূষিত আছি . প্ৰখৰ বুদ্ধি-দীপ্ত মন আছিল নাৰায়ণৰ। তেওঁ বংশ প্ৰজ্বলিত কৰি তোলে। নাৰায়ণ মহা প্ৰতাপী হৈ উঠে। ৰাউটকুচি, ৰাণী, লুকি, ডিমৰুৱা, ৰঙজুলি, পূৱ আৰু পশ্চিমৰ ক্ষেত্ৰিভাগ, বাউসী, বজালী আদি ঠাইৰ ভূঞাসকল নাৰায়ণক প্ৰধান গোমথা হিচাপে স্বীকাৰ কৰি সবায়ে মিত্ৰতাৰ পাশত বান্ধ খাই বাস কৰিছিল। মাত্ৰ বিজনীৰ চাৰু ভূঞা নামৰ এজন বিৰোধী ভাবৰ আছিল।

নাৰায়ণ ভূঞা কমতাৰাজ নীলাম্বৰৰ দিনত গোমস্থা আছিল অৰ্থাৎ তেওঁ তেওঁ আছিল ৰজাৰ প্ৰতিনিধি স্বৰূপে আঞ্চলিক শাসনকৰ্ত্তা। যেতিয়া নিজৰ ব্ৰাহ্মণ মন্ত্ৰীৰ ষড়যন্ত্ৰৰ বাবে নীলাম্বৰ গৌড়ৰ নবাবৰ হাতত পতন হয়, তেতিয়া নাৰায়ণ ভূঞা মহা পৰাক্ৰমী নেতা হয়।

নীলাম্বৰৰ পতনৰ পিছত, ৰাজ্যত এটা অস্থিৰতাৰ সৃষ্টি হয়। বহুতো সৰু সৰু ভূঞা ৰাজ্যই মূৰ দাঙি উঠে। এনে অৱস্থা বহুদিন নাথাকিল। এই সময়তে বিশু বা বিশ্বসিংহ নামে এজন বীৰে কোচ ৰাজ্য স্থাপন কৰি নতুন শাসন দণ্ড হাতত লয়। নাৰায়ণ ভূঞাই গড় বান্ধি ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে তেওঁৰ ৰাজধানী পাতে। ক্ষেত্ৰিভাগত আছিল তেওঁৰ ৰাজ্য। কাপলা বিলৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ পাৰত গোমথা গড় বান্ধি বিলাৰ পাৰৰ কপলাবৰীত ৰাজধানী পাতিছিল।





দক্ষিণে ব্ৰহ্মপুত্ৰৰ পৰা উত্তৰে ভোটানৰ পাদ-দেশলৈ নাৰায়ণ গোমথাৰ ৰাজ্যৰ বিস্তৃতি আছিল।

নাৰায়ণ গোমথাই বহু বছৰ ৰাজ্য ভোগ কৰে। দুষ্টক দমন কৰি, শিষ্টক পালন কৰি তেওঁ প্ৰকাৰ মনত হৰিষ প্ৰজান কৰিছিল। সকলো ফালে জয়জয়, ময় ময় অৱস্থা। গোমথা গড় জুৰি থকা মাটিৰ পৰিমাণ কুৰি পুৰা আছিল। তাৰ পৰা পশ্চিমৰ উত্তৰ পাশত কাপলাবৰী গাওঁ আছিল।

"নাৰায়ণ ৰাজ্যে নাহি অশান্তিৰ লেশ।
সবে প্ৰজা সুখ ভূঞ্জেত সমান বিশেষ।।
নাৰায়ণ ৰাজধানী গোমথা যে গড়।
কুৰি পুৰা মাটি জুৰি সীমা হয় তাৰ।।
পশ্চিমৰ দিশে উত্তৰৰ সন্নিহিতে।
কাপ্‌লাবৰী গ্ৰাম এক আছিল তহিতে।।
দক্ষিণত ব্ৰহ্মপুত্ৰ উত্তৰত ভোটান।
অহল বহল ৰাজ্য শাসে নাৰায়ণ।।

(গোমথা বংশাৱলী)

কিন্তু বিপদ আহি পৰে। ৰত্নপীঠৰ চিকনাবৰী নামৰ গাওঁৰ হাড়িয়া মণ্ডলৰ পুত্ৰ বিশুই ডাঙৰ হৈ মহা বলীয়ান হৈ পৰে আৰু নিজে আনুমানিক ১৪৯৬ খৃঃত কমতাৰ ৰজা বুলি ঘোষণা কৰি বিশ্বসিংহ নাম লয়। অতি সোনকালে তেওঁৰ অনুসৰণকাৰীৰ সংখ্যা বাঢ়ে আৰু কৰ্ণপুৰৰ ভূঞাৰ নেতৃত্বত থকা সংযুক্ত ভূঞা ৰাজ্যক পৰাস্ত কৰি আগ বাঢ়ি আহে। সূৰ্যাখড়ি ৰচিত 'দৰং ৰাজবংশাৱলী মতে বিশ্বসিংহই বৰভূঞা আৰু সৰু ভূঞাক পৰাস্ত কৰে, বজ্ৰ চাৰু ভূঞা, কুসুম ভূঞা, ঔগুৰিৰ ব্ৰাহ্মণ ভূঞা, দীঘলা ভূঞা, কলীয়া ভূঞা আদিক পৰাস্ত কৰি নিজৰ অধীনলৈ আনে। তাৰ পিছত বিজনীৰ ভূঞা, পাণ্ডুৰ ভূঞা ৰাজ্য নিজৰ অধীনলৈ আনে।

তাৰ পিছত বিশ্বসিংহই মধ্যভাগৰ উত্তৰ পাৰৰ প্ৰতি দৃষ্টি পেলায়। সেই অঞ্চলত আছিল বজালী, ক্ষেত্ৰি আৰু বাউসীৰ ভূঞা সকল। তাত ভূঞাসকলৰ নেতা আছিল নাৰায়ণ ভূঞা। তেওঁ আছিল ভূঞাসকলৰ দলপতি গোমথা। এই অঞ্চলৰ ভূঞাসকলৰ চাৰু ভূঞাৰ লগত সদ্ভাৱ নাছিল। বিশ্বসিংহই ক্ষেত্ৰি ভাগলৈ আহি দেখে যে তাত দক্ষিণে ব্ৰহ্মপুত্ৰৰ পৰা উত্তৰে বুঢ়াদিয়ালৈকে জুৰি থকা মাজ ক্ষেত্ৰিভাগত নাৰায়ণ গোমথা নামৰ এজন মহা পৰাক্ৰমী ভূঞাই ৰাজ্য শাসন কৰি আছে।

নাৰায়ণ গোমথাৰ ৰাজধানীক বোলা হৈছিল গোমথা গড়। বৰ্ত্তমান নলবাৰী আৰু বৰপেটা জিলাৰ ভিতৰত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত কাপলা বিলৰ দক্ষিণে প্ৰায় কুৰি পুৰা মান মাটি জুৰি এডৰা বৰ হাবি বননি আছিল। এই ভাগকেই গোমথাগড় বোলা হৈছিল। শুনিবলৈ পোৱা যায় গড়ৰ ভতিৰত এটা বৰ ডাঙৰ ওখ ভেটিৰ চিন আৰু এটা ওখ দৌল ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পৰ তিনি-চাৰি বছৰ পিছলৈকে দেখা গৈছিল। গড়ৰ ভিতৰত সুৱা আৰু ধুৱা নামৰ দুটা ডাঙৰ পুখুৰী থকাৰ চিন এতিয়াও দেখা পোৱা যায়।

গোমথা গড়ৰ ওচৰতে কাপলা বিলৰ পাৰত কপলাগাওঁ। এই কাপলাবৰিতেই নাৰায়ণ গোমথাৰ পিতৃ গোবৰ্দ্ধন ভূঞা প্ৰায় ১৪৪০ খৃঃত ৰঙামাটি এৰি আহি নতুন বাস স্থান নিৰ্মাণ কৰিছিল। কাপলা, কপলাবৰী সম্পৰ্কে অৱশ্যে বৰ্ত্তমান কিছু অনিশ্চয়তাই দেখা দিয়া দেখা যায়। ৰামপুৰ-দৌলাশালত কাষত কপলাবৰী নামৰ ঠাই আছে আৰু তাৰেই কেই কিলোমিটাৰ মান উত্তৰে কাপলা বিল (কপলা নামে বিল জগতে প্ৰখ্যাত) আৰু তাৰ পাৰৰ কাপলা গাওঁ। অনুমান হয়, কাপলা বিলৰ উত্তৰ পাৰৰ কাপলা গাঁৱত নাৰায়ণ গোমথাৰ বাসস্থান আছিল আৰু বিলৰ দক্ষিণত থকা কপলাবৰিত গড় আৰু উপবন আছিল। শুনা যায়, গোমথাৰ গড়ৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰলৈকে এখন ডাঙৰ উপবন আছিল। তাত বিবিধ ফল-মূলৰ গছ-গছনি আছিল। গড়ৰ কাষে কাষে জীৱ-জন্তু সোমাব নোৱাৰা বৈ কটহ বাঁহৰ এডৰা ডাঠ ঝাৰণি আছিল। গড়ৰ চাৰিওফালে দহ-বাৰ ফুট ওখ আৰু ছয় ফুট বহলৰ মাটিৰ প্ৰাচীৰ আছিল। ১৮৯৭ চনৰ ভূইকঁপত গড়ৰ ভালেখিনি ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যায়।

এনেহেন নাৰায়ণ গোমথাৰ ৰাজ্য। বিশ্বসিংহ ৰজাই দেখিলে নাৰায়ণ গোমথাই সহজে বশ নামানে। গতিকে বিশ্বসিংহই তেওঁৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। তাকে দেখি নাৰায়ণ ভূঞাই ভাল ভাল যুদ্ধ-বিগ্ৰহত প্যৰ্গত ভূঞাক যুদ্ধত নিয়োগ কৰিলে। তেওঁৰ বন্ধু-বান্ধৱ ভূঞাসকল আহি নাৰায়ণৰ লগত লগ লাগিল। নাৰায়ণ গোমথাৰ সহায়ৰ বাবে বজালীৰ গন্ধৰ্ব ভূঞা, বাউসীৰ ৰায়দ ভূঞা, ক্ষেত্ৰিৰ ৰাজেন্দ্ৰ ভূঞা আৰু আন আন পৰগণাৰ ভূঞাসকল আহি উপস্থিথ হ'ল, কাৰণ এই আটাইবোৰৰ ওপৰত নাৰায়ণ গোমথাৰ আছিল অধিকাৰ। গোমথা গড়ত সকলোৱে মিলিত ভাবে চুক্তিবদ্ধ হ'ল – প্ৰতিজ্ঞা-পত্ৰত সকলোৱে চহী কৰিলে – "প্ৰতিজ্ঞা কৰিলে সৱে যুদ্ধকে কৰিব. কাকো কোনেও যুদ্ধকালে এৰা যে নিদিব।" মহা পৰাক্ৰমী ক্ষেত্ৰি গোমথা ভূঞা নাৰায়ণ কাৰো অধীন নহয়। প্ৰাণ দি হলেও নিজৰ স্বাধীনতা ৰক্ষা কৰিব । সেই যুদ্ধ কেবা বছৰো চলিছিল, ভূঞাসকলৰ আগত বিশ্বসিংহৰ সৈন্য-সামন্ত

তিষ্ঠিব নোৱাৰিলে। নাৰায়ণ গোমথাই যুদ্ধৰ বাবে ডাঙৰ কোঠ নিৰ্মাণ কৰিছিল। ৰাত্ৰি-দিন উজাগৰে থাকি কাম কৰিছিল। ভোটানৰ পৰা ব্ৰহ্মপুত্ৰ, বুঢ়াদিয়াৰ পৰা কালদিয়া, চাউলখোৱা - আলপা গংগাৰ পাৰৰ লোক যুদ্ধৰ বাবে হুঙ্কাৰ মাৰি আগ বাঢ়ি আহিছিল। নাৰায়াণ গোমথা বুদ্ধিত বিচক্ষণ বীৰ আছিল আৰু সমৰনীতিত অতি পটু আছিল। বজালী, বাউসী, ক্ষেত্ৰিৰ ভূঞাসকলে গড়ৰ চাৰিওফালে থাকি যুজ দিলে। বিশ্বসিংহৰ সৈনা সকল আহি ক্ষেত্ৰি পোৱা বাৰ্তা পাই নাৰায়ণ গোমথা নিজে আগবাঢ়ি আহি সকালকে উৎসাহ যোগালে। শিবৰ বলত বলীয়ান বিশ্বসিংহক পৰাজয় কৰা সহজ নহয়। যি মুহূৰ্ত্তে বিশ্বসিংহৰ সৈন্য আহি ক্ষেত্ৰি ভাগ পালে, তেতিয়া ক্ষেত্ৰিৰ ৰাজেন্দ্ৰ ভূঞাই আগত ভেটা দিলে। দুয়োকাষে বজালীৰ গন্ধৰ্ব ভূঞা আৰু বাউসীৰ ৰায়দ ভূঞা। জলে স্থলে যুদ্ধ হ'ল। বিশ্বসিংহৰ সৈন্য বহুত মৰিল। বহুতে প্ৰাণ লৈ পলাল। তাকে দেখি বিশ্বসিংহই ছদ্মবেশে প্ৰাণ ৰাখি পলায়ন কৰে. নাৰায়ণ গোমথাৰ জয় হ'ল। চাৰিওফালে জয়ধ্বনিৰ ৰোল উঠিল। গোমথাই বজালী, বাউসী, ক্ষেত্ৰিৰ ভূঞা সকলক আদৰিলে -- আকোৱালি ধৰি সম্ভাষণ জনালে। যুদ্ধৰ ফল দেখি যি সকল ভূঞাই পূৰ্বে নাৰায়ণৰ অধীনতা স্বীকাৰ কৰা নাছিল, তেওঁলোক আহি তেওঁৰ অধীনতা স্বীকাৰ কৰিলে।

কিন্তু চাৰু ভূঞা আদি কিছুমান ভূঞাই নাৰায়ণ গোমথাৰ ধন-যশ বঢ়াটো সহ্য কৰিব নোৱাৰিলে। আৰু আনফালে শোকে-তাপে জৰ্জ্জৰিত হ'ল বিশ্বসিংহ। সভাকক্ষত ৰজা, মন্ত্ৰী, পাৰিষদ, চাৰু ভূঞা আদি লগ লাগি উপায় বিচাৰিলে, ষড়যন্ত্ৰ কৰি হলেও নাৰায়ণক বধ কৰিব লাগিব বুলি সিদ্ধান্ত ললে। নাৰায়ণ গোমথাৰ দৰে প্ৰবল প্ৰতাপী বীৰক বৰাজয় কৰিব পৰা উপায় নাপাই নতুন কৌশল লব লগাত পৰিল। গোপন ভাবে ভূঞাসকলৰ লগত চুক্তি হবলৈ ধৰিলে। তেওঁ চাৰু-ভূঞাৰ সহায়ত [illegible]ৰ ভূঞাক নাৰায়ণৰ পৰা আঁতৰাই আনিলে। এই সম্পৰ্কে ৰায় বাহাদুৰ কনকলাল বৰুৱাৰ Early History of Kamrupa" এনেদৰে আছে — "Finding no other way of overcoming such strong resistence Bisu had recourse to strategy and opened secrect negotiations with Bhuyans' subordinate to Narayana, He succeeded in alienating Gandharva Bhuyan of Bausi from Narayan's cause and ultimately crushed all the Bhuyan's one by one."।

ভূঞাসকলৰ লগত গোপন ষড়যন্ত্ৰ কৰি ফল পোৱাৰ কিছুদিন পিছত দ্বিতীয়বাৰৰ বাবে বিশ্বসিংহ যুদ্ধৰ বাবে ওলাল। যুদ্ধৰ বাবে বহু সৈন্য গোটালে। যুদ্ধৰ সম্ভাৰো যোগাৰ কৰিলে। ত্ৰিশ হাজাৰ সৈন্য, হাজৰ হাতী, দুই হাজাৰ ঘোঁৰা একশ পঞ্চাশ নৌকা, অসংখ্য হিলৈ বাৰুদ । শুভদিন শুভক্ষণ চাই "পাছে ৰায় দিলেক ধাৱৰা পুনঃ গোমথাৰ থায়।" চোৰাঁচোৰাৰ পৰা নাৰায়ণ গোমথাই বিশ্বসিংহৰ এই যুদ্ধযাত্ৰাৰ কথাৰ সম্ভেদ পালে। পুনৰ যুদ্ধৰ আয়োজনৰ বাবে ভূঞাসকলক মাতি আনিলে। "হিলৈ, খৰ্গ, বৰ্ম, চৰ্ম গোটালে বিস্তৰ। হাতী ঘোঁৰা নাৱ খাৰ অনেক সম্ভাৰ।" মাৰবান্ধি সকলোৱে বিশ্বসিংহৰ সৈন্যক ভেটি ধৰিলে। বহুদিন যুদ্ধ চলিল -- জয়-পৰাজয় নাই। কিন্তু ন্যায় যুদ্ধত বলে নোৱাৰি বিশ্বসিংহই ষড়যন্ত্ৰ কৰি এটা বুধি উলিয়ালে। ভেদনীতি ললে। ভূঞাসকলৰ প্ৰতি সম্বোধন কৰি জালপত্ৰ লিখিলে। নাৰায়ণ গোমথাৰ হাতত সেই জালপত্ৰ পৰিল। জালপত্ৰ খনত লিখা আছিল।

"নাৰায়ণ ধৰি দিবো বুলিছো বচন।
আমাসাক উপদ্ৰৱ কৰয় সিজন।।
তাৰ ছিড়ি দেখো হিয়া কৰে খলমল।
আমাক সি দিছে বহু অপমা
সত্যে সত্যে ধৰি দিবো গোমথা নাৰায়ণ।
মোহোৰ উত্তৰ আৰে শুনা দিয়া মন।
প্ৰতিজ্ঞা কপূৰণ কৰা ধৰি নাৰায়ণ।।
..............................................
..............................................
তোমাসাৰ বাক্য ধৰি পুনশ্চ আসিল্যোঁ।
প্ৰতিদান পাবা পাছে বচন বুলিলোঁ।।

গতিকে জালপত্ৰত দেখুৱালে যে নাৰায়ণ গোমথাৰ ৰাজ্যৰ ভূঞাসবে নাৰায়ণক ধৰি দিব বুলি বিশ্বসিংহক কৈছিল। এই কথাৰ ভিত্তিতহে বিশ্বসিংহই পুনৰ যুদ্ধ কৰিবলৈ আহিল। চিঠিখনত ভূঞাসকলক সোঁৰৱাই দিলে যে তেওঁলোকে দিয়া কথা ৰাখি নাৰায়ণক ধৰি দিলে, প্ৰতিদান পাব।" এই জালপত্ৰ খন বাঁহৰ লাঠি এডাল খুলি তাৰ ভিতৰত মহাযত্নে ভৰাই – তাৰ ওপৰত কাঠৰ সাফৰ মাৰি গজাল মাৰিলে। এজন দূতক সেই লাঠিডাল অতি সাৱধানে নি ভূঞাসকলৰ চকীত এৰি আহিবলৈ আদেশ দিলে।

দূতে 'জালপত্ৰ' ভিতৰত থকা টোকান ডাল চকীলৈ লৈ গ'ল আৰু চকীৰ প্ৰহৰীয়ে দেখা পাই খেদি অহাত টোকানডাল পেলাই দূত হাবিত সোমাল। প্ৰহৰীসকলে টোকানডাল যেই-সেই টোকান





নহয় বুলি বুজি পালে। সাফৰ মৰা। ফালি দেখে ভিতৰত এখন কাকত। দৈবক্ৰমে কাকতখন গোমথাৰ হাতত পৰিল। পাঠ কৰি উঠি নাৰায়ণ গোমথা অগ্নিসম জ্বলি উঠিল। 'জালপত্ৰ'কৈই আচল বুলি ভাবি ভূঞাসকলৰ বহুতক বন্দীশালত ভৰাই থলে। তাৰ ফলত গোমথাৰ বিপদ নামি আহিল। বিশ্বসিংহৰ লগত যুদ্ধ আৰম্ভ হ'ল। জালপত্ৰৰ কথা ভূঞাসকলৰ লগত আলোচনা নকৰি ৰুষ্ট হৈ নাৰায়ণ গোমথাই ক[illegible] কাৰ্য্যই ভূঞাসকলৰ মনত বৰ আঘাত দিলে। নাৰায়ণৰ বুদ্ধি ভ্ৰষ্ট হোৱা দেখিলে। শেষত আটায়ে গোমথাৰ বধৰহে চিন্তা কৰিলে। স্বজাতিৰ মাজত অনৈক্যৰ সৃষ্টি হ'ল।

"বদতি গন্ধৰ্ব শুনা ভূঞা সৰ্বজন।
কৃতঘ্ন পাপীষ্ঠ হয় দুষ্ট নাৰায়ণ।।
স্বপনতো দ্ৰোহ নাভাবিলে কদাচন।
আমাসাক শত্ৰু আগে কৰে অপমা
উপকাৰীক হিংসয় দুষ্ট সেইজন।
তাহাক হিংসিলে নোহে পাপ কদাচন।।
অতএব আহা আমি কৰোহো যতন।
বিশ্বসিংহ হাতে ধৰি দিম নাৰায়ণ।।

(গোমথা বংশাৱলী)

গতিকে দেখা যায় নাৰায়ণ গোমথাই জালপত্ৰৰ কথা গন্ধৰ্ব ভূঞা, ৰাজেন্দ্ৰ ভূঞা, ৰয়দ ভূঞা আদিৰ লগত আলোচনা কৰিলে ষড়যন্ত্ৰৰ কথা ওলাই পৰিলেহেঁতেন আৰু বিশ্বসিংহৰ অভিলাষে পূৰণ নহ'লহেঁতেন। বাখৰত কলাখাৰ মিহলোৱা কাম, লোণপানী ঘঁহি খান্দাৰ ধাৰ নষ্ট কৰা কাম নহ'লহেঁতেন। সেয়ে হাউলীঘাটৰ শেত যুদ্ধত নাৰায়ণ গোমথাই. বিস্ময় মানিলে। লগৰ বন্ধু ভূঞাসকল নাই। "গোমথা দেখয় আজি হিলৈ নুফুটয়। খণ্ডে খান্দা মাৰে ঘাৰ উফৰি পৰয়।" শেষত এই হাউলীঘাটৰ শেষ যুদ্ধতেই ১৫২০ খৃঃত নাৰায়ণ গোমথাই শত্ৰুৰ হাতত মৃত্যুক বৰণ কৰিব লগাত পৰে।

বিশ্বসিংহই কিন্তু পিছত নাৰায়ণ গোমথাৰ ৰাজ্য শাসনৰ শৃঙ্খলতা দেখি কৰ-কাটল আদায় কৰাৰ কাকত-পত্ৰবোৰ দেখি বিস্ময় মানি "গোমথাক মাৰি মই কৰিলোঁ অকায" বুলি স্বীকাৰ কৰিছিল। কাৰণ নাৰায়ণ গোমথাৰ মৃত্যুৰ পিছত যেতিয়া চাৰু - ভূঞা আদিয়ে ক্ষেত্ৰিভাগৰ কৰ সাধিবলৈ অপাৰগতা প্ৰকাশ কৰিলে আৰু সকলো কাকতপত্ৰ গোমথাৰ হাততহে আছিল বুলি জানিব পাৰিলে, তেতিয়া তেওঁ ক্ষেত্ৰিভাগলৈ গৈ পিয়লৰ কাকতবোৰ বিচাৰ কৰিবলৈ দিলে। মজুমদাৰৰ ঘৰত আৰু নাৰায়ণৰ পুত্ৰ ভোগীৰথৰ পৰা "তিনি জাপ" কাকত পালে। কাকতবোৰ ৰখাৰ প্ৰণালী দেখি বিশ্বসিংহই তবধ মানিলে, কাৰণ কাকতবোৰত সকলো শ্ৰেণী কৰৰ কথা সুন্দৰভাৱে লিপিবদ্ধ আছে। সেয়ে বিশ্বসিংহই আনন্দমনে নাৰায়ণ গোমথাৰ পুত্ৰ ভোগীৰথক ক্ষেত্ৰিত গোমথা পাতি ৰাজকাৰ্য্য চলাবলৈ নিৰ্দ্দেশ দিলে। লগতে ভোগীৰথক যথেষ্ট মাটি-বাৰী, বন্দী-বেটী দিলে আৰু নিজৰ বংশৰ দুগৰাকী গাভৰুক "ভাৰ্য্যা কৰি দি" তেওঁৰ লগত মিত্ৰতাৰ বন্ধনত বান্ধ খালে।

"আমি যদি সময়ৰ লগত খোজ মিলাব লাগে, তেন্তে বিজ্ঞান, প্ৰযুক্তি বিজ্ঞান আৰু অৰ্থনীতি সংক্ৰান্ত বিষয়ত সৰহ সংখ্যক লোকক জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব লাগিব। সম্প্ৰতি বিজ্ঞান বা প্ৰযুক্তি বিজ্ঞানৰ কিতাপ পত্ৰ ৰচনাৰ বেলিকা এককভাৱে কোনো কোনোৱে চেষ্টা কৰিছে আৰু তাৰ বাবে সেই সকল সলাগৰ পাত্ৰ । কিন্তু এই গুৰুভাৰ লবলৈ অধিক প্ৰণালীবদ্ধ, দীৰ্ঘম্যাদী আৰু ব্যাপক পৰিকল্পনাৰ প্ৰয়োজন। নিম্ন শ্ৰেণীৰপৰা উচ্চ শ্ৰেণীলৈকে স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰীৰ কামত অহাকৈ, সৰ্বসাধাৰণ লোকৰ ব্যৱহাৰিক জীৱনত কামত অহাকৈ আৰু বিজ্ঞান, প্ৰযুক্তি বিজ্ঞানৰ উচ্চতৰ পৰ্যায়ৰ সকলো কথা অসমীয়াতে পঢ়িবলৈ পাব পৰাকৈ এইবোৰ বিষয়ৰ কিতাপপত্ৰ যুগুতাবলৈ অসম সাহিত্য সভা, অসম চৰকাৰ, অসম বিজ্ঞান সমিতি, অসমৰ বিশ্ববিদ্যালয় কেইখন আৰু আভিযান্ত্ৰিক মহাবিদ্যালয় কেইখনৰ সমূহীয়া উদ্যম এটাৰ প্ৰয়োজন ।"

**কীৰ্ত্তিনাথ হাজৰিকা**
হাইলাকান্দি,১৯৮৮

# সৰুক্ষেত্ৰীৰ গীত-মাতৰ চমু ছবি

*তাৰকচন্দ্ৰ গোস্বামী*

জাতীয় বৈশিষ্ট্য, ধৰ্মীয় ভাৱ-প্ৰৱণতা, প্ৰাকৃতিক পৰিৱেশ আদি বিভিন্ন কথাই একেটা অঞ্চলৰ জনগণৰ মাজত প্ৰচলিত গীত-মাতৰ ধাৰাটো নিৰ্ণয় কৰাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। সৰুক্ষেত্ৰীৰ গীত-মাতৰ ক্ষেত্ৰতো ই প্ৰযোজ্য। ইয়াত প্ৰচলিত সংগীততো অসমীয়া জাতিৰ গীত-মাতৰ সামগ্ৰিক ৰূপটোৰ প্ৰতিফলন ঘটিছে। এনে বহু গীত আছে যিবোৰ অকল ইয়াতেই নহয় আন বহু অঞ্চলত প্ৰায় একেই ৰূপত শুনিবলৈ পোৱা যায়। কিন্তু অঞ্চলটোৰ নিজস্ব বৈশিষ্ট্য আৰু সুকীয়া প্ৰাকৃতিক পৰিৱেশৰ কাৰণে ইয়াত প্ৰচলিত গীত-মাতৰ সুৰ আৰু ভাষাৰ ক্ষেত্ৰত কিছু বৈশিষ্ট্য গঢ় লৈ উঠিছে। লোক সংগীতসমূহত এনে বৈশিষ্ট্য পৰিলক্ষিত হয়। যুগৰ সাক্ষীস্বৰূপ কামৰূপী লোকগীত, দৌলৰ গীত, নিচুকণি গীত, সাতশাক তোলাগীত, শুভাচেনী আৰু অঙ্গৰা নামৰগীত, ধুৰনীৰ গীত আদি গীতসমূহ সৰুক্ষেত্ৰীৰ সংগীত জগতৰ ৰত্ন মুকুতা স্বৰূপ। আনহাতে বিশেষ মন কৰিবলগীয়া কথা এই যে সৰুক্ষেত্ৰীৰ বুকুত বহু বৈষ্ণৱ সত্ৰ আছে। বৈষ্ণৱ যুগৰ অৱদান এই সত্ৰসমূহৰ কিছুমান দামোদৰী আৰু হৰিদেৱী পন্থৰ আৰু আন কিছুমান শংকৰী পন্থৰ। সত্ৰসমূহে বৈষ্ণৱ যুগৰ গীত-মাত যেনে নাম-কীৰ্ত্তন, বড়গীত, ভাওনা আদি প্ৰচাৰ কৰি আহিছে। আগতে বিশেষ বিশেষ তিথি আৰু পৰ্বত সত্ৰ বিলাকত ভাওনা অনুষ্ঠিত হৈছিল। অৱশ্যে সকলো সত্ৰতে ভাওনা পতা নহৈছিল। মাজে সময়ে দুই এটা ভ্ৰাম্যমান ভাওনা দলো গঠন হৈছিল। পল্লা, ব্যাসকুছি, লচিমা আদি বিভিন্ন গাওঁত ভাওনা দল আছিল। নগৰু বায়নৰ কথা আজিও ৰৈ আছে। ভাওনা দলে গোৱা—

"কুলিত বসন্ত লাগে— ঘণে পাৰে ৰৱি
বাছুৰত বসন্ত লাগে— নিচিনে বাপ মাৱ".....

বসন্ত মালিতাৰ কথা মনলৈ আহিলে গা-মন ৰোমাঞ্চিত হৈ উঠে।

আজি আৰু ভাওনা নাই। সত্ৰীয়া সংস্কৃতিৰ গীত মাতৰ চৰ্চাও কমিল। অৱশ্যে সত্ৰবিলাকত নিয়মীয়া গীত-মাতখিনি চলি আছে। কিন্তু নাম গোৱা প্ৰথা বৰ্তমান অতি ব্যাপক হৈছে। এই বিষয়ে পিচত আলোচনা কৰিম।

সৰুক্ষেত্ৰী এটা অতি দ অঞ্চল। বছৰৰ ছয় মাহ প্ৰৱল বানপানীত বুৰ গৈ থকা সৰুক্ষেত্ৰীয়া ৰাইজৰ উৎসাহ-উদ্দীপনাৰ অন্ত নাছিল। অভাৱ-অনাটনৰ অনুভূতি কাৰো নাছিল। অথাই পানীৰ ওপৰত বতাহত হালিজালি থকা বাওধানৰ সেউজীয়া ৰূপে ৰাইজৰ মনত অপাৰ আনন্দ দান কৰিছিল। সেইবাবে সৰুক্ষেত্ৰীৰ ৰাইজ বং ৰহইচত আনন্দত আত্মহাৰা হৈ আছিল। বাৰিষা নাওখেল খেলিছিল। চিত্ৰ বিচিত্ৰ কৰি সজাই লোৱা 'খেল নাওত' হাতে হাতে বঠা লৈ নাওশাৰী মাৰি (নাওখেলৰ গীত গাই) যোৱা খেলুৱৈসকলৰ মনটো যেন আছিল উৎসাহ-উদ্দীপনাৰ উৎস আৰু বঠা ধৰা বাহু দুটা যেন আছিল অপৰিসীম শক্তিৰ আধাৰ। নাওখেলা গীতৰ এটি নমুনা—

অ' কি আহাৰে
এ অৰ্জ্জুনৰ ৰথৰ সাৰথি নাৰায়ণ হৰি এ (পদ)
এ বাজুৰবা— এ হেয়ো হা
(খৰ ছেও) হুইছো ভায়া— হুইছো ভায়া....... । ইত্যাদি।

আঘোণৰ পূৰ্ণিমা তিথিত মহ খেদা উৎসৱ পালন কৰা হয়। চেমনীয়া আৰু ডেকা ল'ৰাবোৰে হাতে হাতে বাঁহৰ লাঠি একোডাল লৈ দল হৈ ঘৰে ঘৰে মহ খেদা গীত গাই মাগি ফুৰে। দলটোৰ এজনে নাচে আৰু বাকীবোৰে গায়। নাচ দিয়াজনক 'ভাল্ ভোল্‌কা' বোলে। 'ভাল্ ভোল্‌কা'ই বাঁহৰ শুকান ঢকুৰাৰ খাৰু, বাজু, মুকুট পিন্ধি আৰু গাত শুকান কলৰ পাত মেৰিয়াই এটা অদ্ভুত ৰূপ ধাৰণ কৰে। ল'ৰাবোৰৰ এজনে লাঠিডাল পাতি ধৰে, বাকীবোৰে লাঠিডালত গীতৰ তালে তালে কোবাই কোবাই গায় আৰু ভাল্ ভোল্‌কাই নাচে।* গীতৰ ৰূপ—

অহোহো মহোহো— মহ খেদ্‌বা যাউ যো
মহে বোলে মোল্লুৰে— টেপৰ পুৰা খালুবে
টেপকত নহ'ল লোন— চাউল লাগে দোন দোন
চাউল নেদি দিলাক খৰি— আই থেৰ ঘৰ লৰি চবি
সনাৰ নাঙাল ৰূপৰ ফাল— ভাল্ ভোল্‌কা দেখবা ভাল
আহাৰ ঘৰত কিহৰ চুঙা— চলি কান্দে উঙা উঙা
বাঁহৰ পাত চকা মকা— আমাক লাগে বগা টকা
বাঁহৰ পাত মা দেলী— আমাক লাগে আধেলি

* এহ বৈশিষ্ট্যখিনি সৰ্থেবাৰীত দেখা নাযায় -- সম্পাদক, স্মৃতিগ্ৰন্থ





বাঁহৰ পাত চিকিমিকি— আমাক লাগে বগা সিকি
ভাল হ'ক কুশল হ'ক—
আমাক এটা পইচা দিবাৰ শক্তিৱন্ত কৰক।

বৰ্তমান মহখেদা গীতৰ এই ৰূপটো আৰু ভাল্ ভোল্‌কা নাচ নাই। গীতৰ ঠাই দখল কৰিলে এফাকি আশীৰ্বচনে। যেনে—

ভাল হ'ক হ'ক, কুশল হ'ক হ'ক (হ'ক - হওক)
গলিৰ গৰু বাঢ়ক - বাঢ়ক
ভাখৰীৰ ধান বাঢ়ক- বাঢ়ক
আমাক এটা টকা দিবা শক্তিৱন্ত কৰক- কৰক
জয় ৰাম বোলা- জয় হৰি ৰোলা
গৃহস্থৰ কুশলৰ অৰ্থে।

ইতিমধ্যে উল্লেখ কৰা হৈছে যে সৰুক্ষেত্ৰী বহু বৈষ্ণৱ সত্ৰৰ থলি। দৰাচলতে সৰুক্ষেত্ৰীৰ জনতাৰ প্ৰায় বিলাকেই বৈষ্ণৱ ধৰ্মী। শাক্ত ধৰ্মী লোক ইয়াত অতি কম। সেইবাবে ইয়াত সামূহিক শক্তি পূজা নাই। আজি কালি অৱশ্যে দুই-এখন ৰাজহুৱা দুৰ্গা পূজা পাতে। শাৰদীয় দুৰ্গোৎসৱৰ সময়ত মহা নৱমীৰ দিনা নিশা ছোৱালীবিলাকে কলপুলিৰ দেৱী সাজি নাম-গুণ গাই দেৱীক উপাসনা কৰে। মন্ত্ৰ পাঠ কৰি পূজা কৰা নহয়। "আই গোসানী ফুল লবা" বুলি মনতে ভাবি ছোৱালীবোৰে ফুল দিয়ে আৰু ওৰে নিশা উজাগৰে কটায়। দশমীৰ দিনা প্ৰভাততে দেৱী বিসৰ্জন দিয়ে। দেৱী পূজা যথাৰ্থতে এটা গীতি উৎসৱ সদৃশ। ইয়াত সাধাৰণতে দুৰ্গাপূজাৰ গীত বিলাককে গায়। কিন্তু বিসৰ্জনৰ গীত মাত সুকীয়া।

গীতৰ নমুনা

(নিশাৰ গীত)— কৈলাশৰ পৰা নামি আহা দেৱী
কাতৰে মাতিছো আমি
'দেৱীৰ কল' ফুলেৰে ছত্ৰ সাজি থৈছু
এখন্তেক জিৰোৱা তুমি।

(প্ৰাৰ্থনা)— দেৱী আই দেৱী আই — এ
কৰজোৰ কৰোঁ
ধুলা দিয়া যোৱা আই
চৰণতে ধৰু।

(বিসৰ্জনৰ গীত)— সনাৰ শালাকাঠি ৰূপাৰ পাঁজিমুঠি
দেৱী যায় আলাঙত উঠি,
পকা পাণ সৰি যায় ৰাইজে বেঢ়ি চায়
দেৱী যায় শহুৰীক লাগি।

দেৱী বিসৰ্জন দিবলৈ দলবিলাকৰ ইটোৱে-সিটোৱ দেৱীক জোকাই খিচাগীত গায়।

এদলে গাব— আমাৰ দেৱী বহি আছে— অ' পাণ বিদাচী অ'
অ' উমলি জামলি
তাহাঁৰ দেৱী বহি আছে— অ' পাণ বিদাচী অ'
অ' ফুইট্‌খাৰৰ টেকেলী।

আন দলৰ উত্তৰ—

আমাৰ দেৱীৰ চুলি কোছা অ' পাণ বিদাচী অ'
অ' ইন্দ্ৰ ৰজাই দিছে,
তাহাঁৰ দেৱীৰ চুলি কোছা অ' পাণ বিদাচী অ'
অ' ইন্দ্ৰে কাটি নিছে। ইত্যাদি।

এই গীতবোৰে আনন্দৰ লহৰ তোলে। নিচুকণি গীতৰ প্ৰয়োজন প্ৰচলন আৰু সমাদৰ সকলোতেই আছে। আমাৰ ইয়াতো আছে। উদাহৰণ স্বৰূপে দুটি স্থানীয় নিচুকণি গীত উল্লেখ কৰা হ'ল। শিশুক টোপনি নিয়াবলৈ গোৱা গীত—

হাপাএ নাহিবি ৰাতি,
কাণ কাটি আনি তোৰ
লগাই থম বাতি।
বৰ ঘৰৰ পাচৰ ফালে
হাপা আছে বৈ,
আমাৰ মইনাই হাপা খেদে
সনাৰ লৰু লৈ।

আকৌ আমণি কৰি থকা শিশুক শান্ত কৰিবলৈ গায়—

চিকিমিকি লোণ জালুকি
কাকাই মাল্লাক বেৰাত কোব,
বৌ গেল দক্ষিণ কুল
দক্ষিণ কূলত নাপালাক ঠাই
বৌ আহিল হাড়িত খাই
হেঃ হেঃ হেঃ ইত্যাদি।

আয়তীৰ উৰুলি জোকাৰ আৰু গীতে বিবাহমণ্ডপ ৰজন্‌জনাই থাকে। বিবাহ উৎসৱত আদিৰ পৰা অন্তলৈ বিয়া গীতৰ ধুম ধাম। আমাৰ ইয়াৰ আয়তীসকলৰ বিয়া নামৰ ধাৰা দুটা। এটা প্ৰাচীন আৰু আনটো নবীন। বয়সস্থ আয়তীসকল প্ৰাচীন ধাৰাটোৰ অনুৰাগী আৰু ডেকা আয়তীসকল নবীন ধাৰাটোৰ ভক্ত। প্ৰাচীন গীতসমূহৰ বেছি ভাগৰেই প্ৰচাৰ কেৱল সৰুক্ষেত্ৰীৰ সীমাৰ ভিতৰতে আৱদ্ধ নহয়। আন আন অঞ্চলতো এই গীত শুনিবলৈ পোৱা যায়।

দুই এটা উদাহৰণ এনেকুৱা—

জয় জয় জয় পৰম মঙ্গল— এ
হাৰে কৃষ্ণ— এ
জয় জয় বাসুদেউ— অ' ৰাম
দৈৱকী নন্দন কৃষ্ণ এ।
জয় যদুপতি কৃষ্ণ মোৰে গতি
তযুপাৰে কৰোঁ সেউ।

দৰা আহি সোৰ মালাৰ গুৰি পাওঁ পাওঁ হওঁতে গায়—

ক'তে শুনু ৰেণু ৰেণু এ
ক'তে বাৰে বেণু,
আকাশে দুন্দুভি বাৰে
আহে ৰাম কাণু। (পদ)
বিয়া চলি থাকোতে— জানকী বৰিব ৰামেহে.....। (পদ)
কাৰেণো বুকৰে বাচা অ'
কাৰেণো ৰতন অ'
কাৰেণো বুকৰে বাচা অ'....(পদ) ইত্যাদি।

এইবোৰ গীতৰ পদ ভাগ সীতা হৰণ, ৰুক্মিণী হৰণ আদিৰ পৰা লোৱা হয়। নবীন গীতৰ সীমা সংখ্যা নাই। নিতৌ নতুন নতুন গীত ৰচনা হৈয়ে আছে। নবীন গীতেই খীচাগীত। বিয়াত খিচা গীতৰ প্ৰচলন বৰ ব্যাপক। পুৰোহিত, নাপিত, দৰা-কইনা, দৰা-কইনাৰ আত্মীয়, বন্ধু কোনেও সাৰি যাব নোৱাৰে খিচাগীতৰ কবলৰ পৰা। দুটামান উদাহৰণ-

পকা কঠাল ঢপ্ ঢপ্— নকৰিবা তপ্ তপ্
এতিয়াহে বুজিলো— বোপাই দেউৰ মতলব।
কপাহৰ পাঁজি কপাহৰ পাঁজি,
আমাৰ দৰা বোপাটি
চিঠি লিখাত কাজি।
লাই লফাৰ গুটি লাই লফাৰ গুটি,
নাপিতটোৰ চুলি কেইডাল
ইন্দ্ৰে নিলাক কাটি। ইত্যাদি।

এনেদৰে পানী তোলা, দৰা কইনা ধুৰোৱা, আগদিয়া, জোৰণ দিয়া আদি বিয়াৰ সকলো কাৰ্য্যতে গীতৰ পয়োভৰ দেখা যায়।

সত্ৰ বিলাকত প্ৰতি বছৰে অতি ধুমধামেৰে দৌল উৎসৱ পালন কৰা হয়। দৌলত গোৱা গীতবোৰৰ নমুনা তলত উল্লেখ কৰা ধৰণৰ—

গোপাল গোসাইৰ কাপোৰতে
তুলি থৈছোঁ পদ্ম,
সেই পদ্ম চাবাক লাগি
লোক হৈছে বহু। (পদ)
কি দেখাইলা হৰি এ
গলে গজমতি হ্লে
প্ৰভুৰ গলতহে,— কি দেখাইলা হৰি এ। (পদ)
দৌল চাৰি যাই হৰি ঘুণুচাৰ বাৰী।
শতেক হাজাৰ লোক সঙ্গে যাই চলি।। (পদ)

ইয়াৰ উপৰিও হোলিৰ দিনাখন হোলি গীতে সমগ্ৰ অঞ্চলটো ৰজন জনাই থাকে।

ছোৱালী পুষ্পিতা হ'লে চাৰি দিনৰ দিনা আনুষ্ঠানিক ভাবে ধুৱাই। ইয়াকে ধুৱণী উৎসৱ বোলে। ই সম্পূৰ্ণ নাৰী জড়িত উৎসৱ। ধুৱণীত জাপা থোৱা প্ৰথা আছে। তিনি দিনৰ দিনা গাওঁৰে নাইবা আন গাওঁৰ কোনো আত্মীয় নাইবা বন্ধুৰ ঘৰত জাপা থোৱা হয় আৰু পিচদিনা জাপা ঘূৰাই আনি ছোৱালী ধুৱাই। জাপা অনা নিয়া, বৰি নিয়া, ছোৱালী ধুৱোৱা সকলোতে গীতৰ প্ৰাচুৰ্য্য বিদ্যমান। যেনে— (জাপা থোৱা গীত)

বেলি হৈল চাৰিদন্দ ক্ষণে বৈ যায়
ৰাখিব নোৱাৰো গাজি আতেক থেক্ যায়।
গাজি অতি ৰাম গাজি মতিৰাম
হাবিলত কিনিলা ঘোৰা
সেই ঘোৰাত উঠি ডাবনি মাৰিলা
পাব যাই আতেক থেৰ চৰা।

(জাপা বৰি নিয়া গীত)

সনাব চক্ৰ ৰূপাৰ মালা
পৰে হালি জালি
আবুৰেকেবৰি নিয়ে
হকাৰ (জগৰ) লাগিব বুলি।

(ছোৱালী ধুৱোৱা গীত)

প্ৰথমতে মাহ দিবা এ
মাহ যে শিৰত
লক্ষ লক্ষ গন্ধ তেল
ঘহিবা গাৱত। ইত্যাদি

সৌ সিদ্দিনালৈ সৰুক্ষেত্ৰী অবিভক্ত কামৰূপৰ অংশ আছিল। ইয়াত কামৰূপী লোক গীতৰ প্ৰাচুৰ্য্য দেখিবলৈ পোৱা যায়। বহু লোকগীত ইয়াত প্ৰচাৰিত হৈ আছে যিবোৰৰ প্ৰচাৰ আন ঠাইত কম। যেনে—

অ' যাদু বুনকে নাযাবি— দৈত্যে হৰি নিব
কোন সত্তে থাকিম মই ঘৰে,
তোক দেখা নাপলি— দহি দহি মৰোঁ
বিন্ধিব দুখৰ শেলে। (পদ)
জটায়ু পক্ষীয়ে বোলে ভৈলা আথন্তৰ
সীতা আইক হৰি নেই দুষ্ট লংকেশ্বৰ। (পদ)

আকৌ স্থানীয় ভাবে অনেক লোকগীত সুৰীয়া গীত ৰচনা আৰু প্ৰচাৰ হৈছে — হৈ আছে। বৈষ্ণৱ গুৰুসকলৰ গুণ গৰিমা আৰু জীৱন বৃত্তান্তৰ আধাৰত ৰচিত লোকগীত সুৰীয়া ভালেমান গীত ইয়াত শুনিবলৈ পোৱা যায়। সেইবোৰ গুৰুসকলৰ শিষ্য বৰ্গই ৰচনা কৰে। শ্ৰীপুতুল ডেকাই শ্ৰীশ্ৰীহৰি গুৰুৰ জীৱন বৃত্তান্তৰ আধাৰত তেনে এখন গীতৰ পুথি ৰচনা কৰি প্ৰকাশো কৰিছে। লোকগীতৰ শিল্পীৰ সংখ্যা বহু, নাম কৈ অন্ত কৰিব নোৱাৰি।

আইনামৰ পৰম্পৰা অঞ্চলটোৰ বৈশিষ্ট্য। আইনামৰ গীত পদত নতুনত্ব নাই। আন আন ঠাইতো প্ৰায় একে ধৰণৰ নামকে শুনিবলৈ পোৱা যায়। নামবিলাকৰ নমুনা এনে ধৰণৰ--





দেখা দিয়া নাম--

আই কে প্ৰণাম কৰো দুই চৰণে ধৰো
আইৰ পদে ভকতি কৰি সুখে সংসাৰ তৰোঁ।
ঠাই খেনি মুছা কাছা ফুল মহ্ মহ্ কৰে
ভগৱতী আই আহি তাতে আনন্দ কৰে। পদ

বিদায় দিয়া নাম—

বিদায় দিয়া আইহে গধূলি হ'ল......
শালি চাউল মুঠি মুঠি কাল তুলসীৰ গুটি
বিদায় দিয়া আইহে যাওঁ আমি উঠি।
শালি চাউল মুঠি মুঠি কাল তুলসীৰ পাত
বিদায় দিয়া আইহে মেলো আমি বাট।
হাতেল' কৰন্দি মাথে ল' মালা......। পদ
সিপাৰে কোনে যায় এ নাওৰীয়া লোক...। পদ ইত্যাদি

বিহু ভাঙিবৰ দিনা সাতশাক তোলা এটা আনন্দৰ উৎসৱ। ছোৱালীবিলাকে হাতে হাতে চালনি লৈ জাক পাতি সাতশাক তুলিবলৈ যায় আৰু জাউৰীয়ে জাউৰীয়ে গীত গায়।

যেনে—

গুৰুদেউ— জাকে জাকে ওলায়,
গুৰুদেউ— সনাৰে বাদুলি,
গুৰুদেউ— জাকে জাকে ওলায় তিয়াহে।
গুৰুদেউ— তিনিও ভনীয়ে,
গুৰুদেউ— তিনি দিশে ওলালা,
গুৰুদেউ— সাতশাক তুলিবৰ আশেহে।
বাচি বাচি শাক তুলু এ—
খুদুনা কলম
লহলহতি তুলি নেউ
আমৰ লগত থাম। ইত্যাদি

অসমৰ সংস্কৃতিৰ আপুৰুগীয়া অংগ ওজাপালিৰ একাধিক দল সৰুক্ষেত্ৰীত আছে। বোন্না, কামাৰপাৰা, বাঘমাৰা, ভকুৰাটেপা, ব্যাসকুছি আদি বহু গাঁৱত ওজাপালি দল সময়ে সময়ে গঠন হৈছিল। আৰু সময়ৰ সোঁতত তাৰে কিছুমান দল নোহোৱা হ'ল। বোন্না, বাঘমাৰা, কামাৰপাৰা, ভকুৰাটেপাৰ ওজাপালি দল এতিয়াও চলি আছে। কামাৰপাৰাত শুকনানি আৰু ব্যাস গোৱা দুয়ো বিধ ওজাপালি আছে।

নিয়মীয়া প্ৰসংগৰ উপৰিও বিভিন্ন অনুষ্ঠানত ৰাজহুৱা নাইবা ব্যক্তিগত স্থানত নামগোৱা অঞ্চলটিৰ বিশেষত্ব। নাম আজি জীৱনৰ লগত সাঙোৰ খাই পৰিছে। সকলোতে নামৰ পয়োভৰ। আয়তীৰ নাম আৰু ভকতৰ নাম দুয়োবিধ সমানে প্ৰাধান্য লাভ কৰিছে। ভকতৰ নাম ভোৰতাল বজাই গোৱা হয়। এই নামত ঘোষা-কীৰ্ত্তন গোৱাৰ উপৰিও আন আখ্যানো গোৱা হয়। আখ্যানৰ পদ গোৱা নামক দিহা নাম বোলে। দিহা নামৰ দিহাবোৰ এনেকুৱা-

ভজো গোবিন্দ গোবিন্দ গোবিন্দ ৰাম। পদ
এ সীতা শান্তি এ— তোহোকে নোবোলো ভাল,
সুৱৰ্ণৰ দলিচাই তোহোকে নুসুৱাই
তোক লাগে মিৰিগৰ ছাল। পদ

দ্ৰুতলয়—

কানাই যায়— ফুল পাৰিবাকে
এহৰি হাততে হাকুটি লৈ হে।
লয়োৰে লয়োৰে লয়োহে হৰিনাম লয়োহে। ইত্যাদি।

আজিকালি নাগাৰা নামৰ সমাদৰো বেচ মনকৰিবলগীয়া। একাধিক নাগৰা দল ইয়াত গঠন হৈছে।

প্ৰভু শিৱৰ উদ্দেশ্যে আয়োজিত সুকীয়া ভকতৰ নাম মাজে সময়ে অনুষ্ঠিত হয়। তেনে নামক ভাঙুৰী সেৱাৰ নাম বোলে। এই নামৰ দিহাবোৰ এনেকুৱা—

আহিছে শিৱ পাতিছে থান
বহিছে ভকতে লগাইছে নাম
কি এহে ৰাম
কোনে হৈব নামৰ সমান। ... (পদ)
আহিছে শিৱ কৰিন মেৰাই....। (পদ)
(খৰনাম) শিৱ শিৱ ভাই শিৱ শিৱ— পাৰ্বতী বল্লভ জগত জীৱ। ইত্যাদি।

নামৰ উপৰিও সংকীৰ্ত্তন গোৱা প্ৰথা আমাৰ স্থানীয় পৰম্পৰা। সাধাৰণতে খোল, তাল (মঞ্জিৰা), কৰতাল বজাই বড়গীত বা আন ধৰ্মমূলক গীত সংকীৰ্ত্তন গোৱা হয়। সংকীৰ্ত্তনৰ বাবে ৰচিত সুকীয়া গীতো আছে। আকৌ জহৰ দিনত নিশা খোল, ডগৰ, জুৰি আদি বাদ্য বজাই গীতৰ আচৰ পতা ডেকা চামৰ প্ৰায় নিয়মীয়া অনুষ্ঠান। বড়গীত, দেহ বিচাৰৰ গীতকে ধৰি নানা ধৰণৰ গীত ইয়াত গোৱা হয়। এনে আচৰত সচৰাচৰ চলা গীত এটা এনে—

হৰি মোৰ মালতীৰ মালা
দিন যায় কাল যায়
লয়োৰে হৰি নামৰ মালা।
কোন ঠাইৰ পৰা আহিলা ভকত
কোন ঠাইত দিলা ভৰি,
চোতাল যেন ফালি গেল
চৰাৎ চৰাৎ কৰি।.... ইত্যাদি।

উক্ত গীত বিলাকৰ উপৰিও টোকাৰী গীত, দেহ বিচাৰৰ গীত, সুভাচেনী নাম, অপচৰানাম, লক্ষ্মীৰ গীত, শিৱৰ গীত আদি নানা গীতে সৰুক্ষেত্ৰীৰ লোক সংগীতৰ ভড়াল চহকী কৰি তুলিছে।

সৰুক্ষেত্ৰীত বড়ো জনজাতিৰ লোক বহু আছে। তেওঁ লোকৰ মাজত প্ৰচলিত বড়োগীত নৃত্যও আমাৰ লোক সংগীতৰে অংগ। বাঁহী, মাদল তেওঁলোকৰ প্ৰিয় বাদ্য। ইঁপিনে স্থানীয় মুছলমান সম্প্ৰদায়ৰ লোকৰ মাজত

প্ৰচলিত স্বকীয় গীত মাতেও আমাৰ সংগীতৰ ভড়াললৈ অবিহণা যোগাইছে। জিকিৰ, গজল তেওঁলোকৰ প্ৰিয় গীত।

বিভিন্ন লোক সংগীতেৰে সমৃদ্ধ সৰুক্ষেত্ৰীত আন আন সংগীতৰো প্ৰচাৰ আছে। সংগীত জগতৰ আধুনিকতাৰ পৰশে আমাৰ সংগীততো পৰিবৰ্তন আনিছে। আধুনিক গীতৰ গায়কো বহু। স্থানীয় বহু জনে বহু আধুনিক গীত, সমবেত সংগীত (কোৰাচ) ৰচনা কৰিছে আৰু সেইবোৰ স্বৰবদ্ধ কৰি প্ৰচাৰো কৰিছে। ইয়াৰ বাহিৰেও ৰাভা সংগীত, জ্যোতি সংগীত, ভজন গীতো বৰ্তমান বহু সমাদৃত।

শাস্ত্ৰীয় সংগীতৰ ক্ষেত্ৰত সৰুক্ষেত্ৰী বিশেষ আগবঢ়া নহয়। স্থানীয়ভাৱে শিকাৰ সুবিধা নথকাটোৱে ইয়াৰ মূল কাৰণ বুলি ক'ব লাগিব। অৱশ্যে বিগত এঘাৰ বছৰ ধৰি "পঞ্চগ্ৰাম সংগীত বিদ্যালয়ে" শাস্ত্ৰীয় সংগীতৰ শিক্ষাদান তথা চৰ্চাত অবিহণা যোগাই আহিছে। এইবাৰ সৰ্থেবাৰীত "সৰ্থেবাৰী সংগীত মহাবিদ্যালয়" নামে আৰু এখন সংগীত বিদ্যালয় স্থাপন হৈছে। অঞ্চলটোত সংগীতৰ স্বীকৃত উপাধি লাভ কৰা ব্যক্তি দহজন মানুহে আছে। তাৰে কেইজন মান বৰ্তমান ইয়াত নাথাকে। কিছু দশক আগতে ইয়াত শাস্ত্ৰীয় সংগীতৰ প্ৰচাৰ আছিল। তেতিয়াৰ শাস্ত্ৰীয় সংগীতৰ কেইজনমান শিল্পী আছিল ˚জলটিৰাম ওস্তাদ, ˚বাপুৰাম দাস, ˚নীলকান্ত পাঠক, ˚সনা কমল ঠাকুৰীয়া, ˚উদয়চন্দ্ৰ গোস্বামী এওঁলোক প্ৰমুখ্যে আৰু বহু আছিল যাৰ খবৰ আজি কালৰ গৰ্ভত লীন হ'ল। সেই সময়ৰ মুখ্য বাদক কেইজনমান আছিল— ˚যজ্ঞ ৰাম শীল, ˚বৈকুণ্ঠ গোস্বামী, ˚বলদেৱ গোস্বামী, ˚গঙ্গাধৰ গোস্বামী, নগৰু বায়ন, চান্দে বায়ন (ঢোল, তবলা, খোল বাদক) ইত্যাদি।

সৰুক্ষেত্ৰী লোকসংগীতৰ ক্ষেত্ৰত বিশেষ আগবঢ়া। কিন্তু আন সংগীতৰ ক্ষেত্ৰত প্ৰগতি এতিয়াও সীমিত বুলি ক'ব পাৰি। আন এটি মন কৰিব লগীয়া কথা এই যে ইয়াত লোক সংগীতত তিৰোতাই বহুলভাৱে অংশ গ্ৰহণ কৰে। সৰুক্ষেত্ৰীয়ে সময়ে সময়ে সাংগীতিক প্ৰতিভাবান ব্যক্তিৰ জন্ম দিছে। প্ৰখ্যাত লোকগীত শিল্পী ধনদা পাঠক, আৰু প্ৰবীণ নৃত্য শিল্পী খগেন বৰ্মণৰ জন্ম এই সৰুক্ষেত্ৰীতেই। তাৰোপৰি নামী অনামী বহু শিল্পীয়ে গীত মাতৰ প্ৰচাৰত লাগি আছে। এনে বহু শিল্পী আছে যিসকলে থিয়েটাৰ, যাত্ৰা, অনাতাঁৰ কেন্দ্ৰ আৰু দূৰদৰ্শনৰ জৰিয়তে গীত মাত প্ৰচাৰত প্ৰত্যক্ষভাৱে জড়িত হৈ আছে। ভৱিষ্যতে ন ন প্ৰতিভা বিকশিত হৈ অসমৰ সংগীত আকাশ উজ্বল কৰিব বুলি আশা কৰিব পাৰি।●



*বিশুদ্ধ জাতীয়তাবাদী কাৰ্যক্ৰমণিকাত সাহিত্য সভাৰ অবিসম্বাদিত স্থান আছে সন্দেহ নাই, কিন্তু সেই ভূমিকাৰ প্ৰতি প্ৰয়োজনাতিৰিক্ত গুৰুত্ব দি মৌন সাহিত্যিক লক্ষ্য আৰু কৰ্মকাণ্ডৰপৰা আঁতৰি পৰাটোও কোনো প্ৰকাৰে কাম্য নহয়। প্ৰকৃতপক্ষে সম্প্ৰতি অসম সাহিত্য সভাই এফালেদি আমাৰ থলুৱা বাইজৰ পৰা যি পৰিমাণে অধিক নিষ্ঠা আৰু আগ্ৰহ আহৰণ কৰিব পাৰিছে সেই পৰিমাণে নাইবা অলপ তাকৰকৈ হ'লেও 'অসম সাহিত্য সভা' বুলিলে যি ব্যাপকতাৰ আনুগত্য সূচীত হয় তেনে বৰ্দ্ধিত আনুগত্যৰ পৰা ভালেখিনি বঞ্চিত হোৱা নাই বুলি ডাঠি ক'ব নোৱাৰি।*

. মুনীন বৰকটকী





# আল্‌পাৰ পাৰে পাৰে

হৰমোহন দেৱ গোস্বামী

ইতিহাস মানৱ সভ্যতাৰ সোঁৱৰণি। ইতিহাসৰ সোণালী আখৰৰ পাত লুটিয়াই চালে জনা যায় পৃথিৱীৰ ডাঙৰ ডাঙৰ সভ্যতাসমূহ গঢ়ি উঠিছিল নদীক কেন্দ্ৰ কৰি। নীল নদীৰ সভ্যতা, কাঙ্গো উপত্যকাৰ সভ্যতা, গঙ্গা-সিন্ধু-ব্ৰহ্মপুত্ৰৰ সভ্যতা, ভলগা নদীৰ সভ্যতাই তাৰ সমুজ্জ্বল নিদৰ্শন। সভ্যতাৰ আদিম পুৱাতে মানুহে সমাজ পাতি বাস কৰিছিল নদীৰ পাৰত, গাওঁবোৰ গঢ় লৈছিল নদীৰ পাৰত, বেহা-বেপাৰ, শিক্ষা-সংস্কৃতিৰ কেন্দ্ৰও গঢ়ি উঠিছিল নদীক কেন্দ্ৰ কৰি।

সৰুক্ষেত্ৰিৰ শিক্ষা-সংস্কৃতিও নদীকেন্দ্ৰিক। শিল্প-বাণিজ্যৰ কেন্দ্ৰভূমি সৰ্থেবাৰীৰ বুকুৰে প্ৰৱাহিত আল্‌পা নদী, তাৰ লগত সংলগ্ন জান-জুৰি, বিল আদিক কেন্দ্ৰ কৰি সৰুক্ষেত্ৰি অঞ্চলৰ সভ্যতা-সংস্কৃতি গঢ়ি উঠা বুলি সম্যক গৱেষণাৰদ্বাৰা যে প্ৰমাণিত হ'ব তাত অকণো সন্দেহৰ অৱকাশ নাই।

আল্‌পা নদীৰ উৎপত্তি আৰু তাৰ গতি পৰ্যবেক্ষণ কৰিলে দেখা যায় কাবাকুছি গাঁওৰ পদশিলাৰ ওচৰত (কড়েকুৰাত) উৎপত্তি হোৱা প্ৰবল সোঁতৰ ফলত সৃষ্টি হোৱা 'অল্‌পাগঙ্গা' নামৰ জুৰিটিয়ে দক্ষিণলৈ কোঁ-কোঁৱাই গতি কৰি বেঙাপাৰা গাঁওৰ উত্তৰ ফালেদি পশ্চিমলৈ সাৱলীল গতিৰে বৈ গৈ যোগীবৰি গাওঁৰ দক্ষিণেদি উত্তৰফালে গতি কৰি সৰ্থেবাৰীৰ পশ্চিম অঞ্চলৰ 'ৰাজঘাট' পাৰ হৈ পশ্চিমলৈ বৈ গৈ হীৰাবৰি আৰু নটপাৰা অতিক্ৰম কৰি পুনৰ দক্ষিণ পিনে কোঁ-কোঁৱাই প্ৰৱাহিত হয়। তাৰপিছত নসত্ৰৰ ওচৰেৰে কোকানলে বৈ গৈ কুম্ভিকটা (কুম্ভীৰ কটা) আৰু শোভনকুৰৰ মাজেৰে বুৰঞ্জীপ্ৰসিদ্ধ বাইজমেলৰ স্থান পানাগাওঁৰ টুপৰ চৰণ পখালি তাভা বিলত মিলিত হয়। আনহাতে বুঢ়াদিয়া নদীয়ে ক্ষেত্ৰিৰ উত্তৰ-পূৰ কোণেদি ঋজুগতিৰে আহি গোমূৰাৰ উত্তৰপিনেদি টিহু নদীৰ লগত মিলিত হৈ পাকা, সত্ৰপাকা, গোঁসাইপাকা, বামুণপাকা আৰু বামুন্দিৰ দক্ষিণ পিনেদি প্ৰৱাহিত হৈ কালদিয়া নদীত মিলিত হয়। নদীমাতৃক সৰুক্ষেত্ৰিৰ দক্ষিণ-পশ্চিম মূৰেদি ব্যাসকুছিৰ ওচৰৰ চুৰ্চৰীয়া জান আৰু চেঙাৰ ওচৰৰ নদীয়েই তাহানিৰ চাউলখোৱা নদী। কালস্য কুটিলা গতি— ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পত নদী কেউখনৰ লগতে বহুতো সৰু-বৰ গাওঁ বসুমতীৰ অতলগৰ্ভত লীন যায়। বহুতো লোক টিহু, বজালী অঞ্চললৈ ভাগি যায়।

আল্‌পাক কেন্দ্ৰ কৰিয়েই সৰুক্ষেত্ৰি অঞ্চলৰ সৰ্থেবাৰীত গঢ়ি উঠিছিল শিক্ষা-সংস্কৃতি, শিল্প আৰু বাণিজ্যিক কেন্দ্ৰ। আল্‌পা নদীৰ লগত সংযুক্ত হৈছিল বাবলা, বোন্না, পানীখহিতী আদি জান। আল্‌পাৰ উত্তৰ চুবাৰ ওচৰত মুদৈৰ ঘাট, য'ত এসময়ত মুদৈবিলাকে জলপথেৰে হোলং নাওৰে খোলা-বন্ধা আৰু বৰপেটাৰ অন্যান্য ঠাইৰপৰা ধান, সৰিয়হ, আলু, মৰাপাট, কাঠ আদিৰ বেহা-বেপাৰ কৰিবলৈ আহি সৰুক্ষেত্ৰি অঞ্চলৰ অৰ্থনৈতিক দিশত বাৰুকৈ প্ৰভাৱ পেলাইছিল।

সৰুক্ষেত্ৰি অঞ্চল এসময়ত আছিল শস্য-মৎস্যে উভৈনদী। মানুহে বছৰটোৰ এবাৰতে আহু আৰু বাওঁ ধানৰ খেতি কৰি চপাই অন্য ধানেৰে দুই-তিনিটা ভঁৰাল উপচাই পেলাই বাকী সময়ছোৱা বাঁহ-বেতৰ কাম আদি কুটীৰ শিল্পত মনোনিবেশ কৰাৰ কথা আজি যেনিবা আইতাৰ সাধুকথাতহে পৰিণত হ'ল। আজি সেই ৰামো নাই, সেই অযোধ্যাও নাই। মথাউৰি, আলি-পদূলি হোৱাৰ ফলত যাতায়তৰ সুচল হ'ল সঁচা, কিন্তু বানপানী নোহোৱাৰ ফলত বালিময় সৰুক্ষেত্ৰি অঞ্চল হৈ পৰি মৰুভূমি সদৃশ। খেতিয়কৰ অৱস্থা বৰ্তমান পানীত হাঁহ নচৰা অৱস্থা। যদিও এই অঞ্চলৰ লোকৰ প্ৰধান জীৱিকা আছিল কৃষি, সময়ৰ সোঁতত তাৰ আমূল পৰিবৰ্তন ঘটিল। জীৱিকাৰ অনুসন্ধানত মানুহে বাহিৰলৈ ওলাব লগাত পৰিল।

শিল্পৰ ক্ষেত্ৰত অকল অসমতেই নহয়, ভাৰতৰ ভিতৰতে এই অঞ্চলৰ এক বিশেষ অৱদান আছে। সৰ্থেবাৰীৰ কাঁহ-শিল্প, বনিয়াকুছি, হালধিবাৰীৰ শৰাই শিল্প, কামাৰপাৰাৰ কমাৰ শিল্প এই অঞ্চলৰ অতি আপুৰুগীয়া সম্পদ। সত্ৰ-নামঘৰ আদিত থকা মূৰ্তি, বেতৰ জাপা, পেৰা, খৰাহি, বিচনি আদি সেই সময়ৰ বাঢ়েসকলৰ শিল্প নৈপুণ্যৰ উত্তম নিৰ্দশন।

সপ্তম শতিকাত ভাস্কৰ বৰ্মাই মহাপুৰুষ হৰিদেৱৰ পূৰ্বপুৰুষ নৰোত্তমক কাশীৰপৰা আনি অশ্বক্ৰান্তত পঢ়াশালি পাতি দি সংস্থাপিত কৰাৰ দিনৰপৰাই সৰ্থেবাৰীৰ কাঁহ-শিল্প চলি অহা বুলি বহুতৰে ধাৰণা। বহুতো লোকে উজনি-নামনি অসমৰ উপৰিও ভাৰতৰ বিভিন্ন ঠাইত কাঁহৰ বাচন, শৰাই আদি বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰি আছে। কাঁহ-শিল্পৰ নৈপুণ্যৰ বাবে সৰ্থেবাৰীৰ ˚পুষ্প কঁহাৰ আজি মৰিও অমৰ। কাঁহৰ বাচন, শৰাই আদি সকলো ঠাইতে তাহানি কালৰপৰাই বহুলভাৱে সমাদৃত।

অসমৰ সত্ৰসমূহ অসমীয়া জাতিৰ সংগঠক, সংৰক্ষক আৰু সংবৰ্দ্ধক। মহাপুৰুষ হৰিদেৱ, শঙ্কৰদেৱ, দামোদৰদেৱ আৰু মাধৱদেৱ- চাৰিওজনা গুৰুৰ ধৰ্মালোচনাৰ মিলন ক্ষেত্ৰ সৰুক্ষেত্ৰিৰ পশ্চিম দিশত অৱস্থিত পুণ্যভূমি

পাটবাউসী সত্ৰ আৰু দক্ষিণ দিশত থকা বহৰি সত্ৰৰ নিকটৱৰ্ত্তী মানেৰী সত্ৰ। চৰিত পুথিমতে মহাপুৰুষ হৰিদেৱে বহৰি সত্ৰ স্থাপন কৰাৰ কিছুকাল পিছত দ্বিতীয়খন সত্ৰ পতাৰ মানসেৰে উপযুক্ত ঠাই বিচাৰি চাউলখোৱা নদীৰে ভটিয়াই আহি সৰুক্ষেত্ৰি পৰগণাৰে চিনাদি গাওঁৰ ভূমিভাগ চিহ্নিত কৰে। সেইকাৰণে সেই ঠাইখনৰ নাম চিনাদি হয় বুলি জনশ্ৰুতি প্ৰচলিত। পিছে কিবা কাৰণত ঠাইডোখৰ উপযুক্ত নহ'ব বুলি ভাবি প্ৰকৃতিৰ মনোমোহা দৃশ্যৰাজিৰে ভৰপূৰ বহৰিৰ পৰা কিছু নিলগত ব্ৰহ্মপুত্ৰৰ তীৰত হৰিদেৱাশ্ৰম বা গুৰুদেৱাশ্ৰম নিৰ্মাণ কৰে। শঙ্কৰদেৱ, দামোদৰদেৱ আৰু মাধৱদেৱ তালৈ গৈ ধৰ্মালোচনাত যোগদান কৰি হৰিগুৰুৰ মান বঢ়াইছিল গুণে সেই আশ্ৰমৰ নাম হয়গৈ মানেৰী। গুৰুসকলৰ অসীম মিলাপ্ৰীতি আৰু পৰস্পৰে পৰস্পৰক দেখুৱা সন্মানৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ অদ্যাবধি এই অঞ্চলৰ সকলো সম্প্ৰদায়ৰ লোকে কোনো ভেদাভেদ নাৰাখি গুৰুসকলৰ তিথি পালনৰ লগতে হালখতি কৰাটো অতি তাৎপৰ্যপূৰ্ণ বিষয়। ইয়াত মানুহৰ মাজত ধৰ্মৰ গোড়ামি নাই। তেওঁলোকে শাক্ত-বৈষ্ণৱ সকলো ধৰ্মানুষ্ঠানতে সমানে আন্তৰিকতাৰে সভক্তিৰে সহযোগিতা আগবঢ়ায়। শাক্ত, বৈষ্ণৱ উভয়ৰে প্ৰভাৱ এই অঞ্চলত পৰিলক্ষিত। কালক্ৰমত বৈষ্ণৱ ধৰ্মই প্ৰাধান্য বিস্তাৰ কৰাত কেবাখনো খ্যাত-অখ্যাত বৈষ্ণৱ সত্ৰ গঢ়ি উঠে। মহাপুৰুষ হৰিদেৱৰ প্ৰধান শিষ্য আচাৰ্য্য জগন্নাথদেৱৰ পিতৃ দ্বিজ থানেশ্বৰে কাপলা বিলৰ দক্ষিণপাৰত বৰঘোপা আৰু ব্যাসকুছিৰ মাজত পোন প্ৰথমে চেংদি সত্ৰ স্থাপন কৰে। কালক্ৰমত সেইখন সত্ৰৰ চিন-চাব নাইকিয়া হৈ যায়, মাথোন এজোপা গছে তাৰ স্মৃতিৰ স্বাক্ষৰ আজিও বহন কৰি আছে।

মহাপুৰুষ হৰিদেৱৰ শিষ্য আৰু জোঁৱাই আচাৰ্য্য জগন্নাথদেৱে বনিয়াকুছিত সত্ৰপাতি গুৰুজনাৰ নিৰ্দেশত বৈষ্ণৱ ধৰ্ম প্ৰচাৰত আত্মনিয়োগ কৰাত এই অঞ্চলৰ লোক ভগৱৎমুখী হৈ পৰাতো স্বাভাৱিক। বনিয়াকুছি সত্ৰৰ বৰ্ণনা এনেদৰে দিয়া আছে–

শুনা শুনা সৰ্বজন।
এক কৰি চিত্তমন।।
জগন্নাথ গুৰু থান।
শুনাহা তাৰ লক্ষণ।।
দক্ষিণে কলিয়াদৰ।
ৰাজহংস চক্ৰবাক।
চৰে পক্ষী জাকে জাক।
মৎস্য কচ্ছপ চয়।
আছে তাত অবুৰ্বদয়।।

অসমীয়া সমাজ গঠন প্ৰক্ৰিয়াত আহোমসকলৰ অৱদান অতুলনীয়। আহোমৰজা স্বৰ্গদেৱ লক্ষ্মীসিংহই জগন্নাথদেৱৰ বংশধৰ সত্ৰাধিকাৰ জয়দেৱ গোস্বামী দেৱৰ দিনত সত্ৰখন সুচাৰুৰূপে চলাবলৈ মাটি-বৃত্তি দান দিয়ে। স্বৰ্গদেৱ লক্ষ্মীসিংহই মাটি-বৃত্তি দান দিয়া তামৰ ফলিখন ১৩.৫ ইঞ্চি দীঘল আৰু ৮ ইঞ্চি বহল। ফলিখনৰ কথা তলত দিয়া ধৰণৰ–

শ্ৰীৰামঃ

(১) স্বস্তি শ্ৰীযুতকামাখ্যা পদ পদ্মমধুব্ৰতঃ শ্ৰীলক্ষ্মীসিংহ ভূপালঃ পুৰন্দৰ কুলোদ্ভৱঃ বিপুনৃপকুলমস্ত
(২) শ্ৰেনিবিন্যস্ত সন্তঘ্মনিসমমনিশ্ৰী স্মেৰ পাদৰবিন্দঃ হিমকৰকৰকীৰ্ত্তিঃ কামসংকাৰমূৰ্ত্তিঃ সুনয়নি
(৩) চয়ভল্লোদত্তিকল্পদ্ৰুকল্পঃ অসৌ ধৰ্ম্মৰতঃ প্ৰাদাত্ত্ব কামৰূপ-নিবাসিনে ইদং তাম্ৰময়ংপত্ৰং দ্বিজায় বৃত্তিৰক্ষনং
(৪) কামৰূপদেশৰ বড়ুয়া ওঁ বড়কায়স্থ ওঁ চৌধাৰি ওঁ পটোৱাৰি তালুকদাৰ চাকুৰিয়া আনোস-
(৫) কলে সাবধানে জানিবেক সৰুক্ষেত্ৰি পৰগণাৰ লুখপুৰ তালুকৰ বনিয়াকুচি বড়আমৰীখো-
(৬) আ দুয়ো গ্ৰামৰ ডবাৰ তিনিগুনিৰ দৰে ১৯ পুৰা ফৰিঙ্গতি মাটী আৰে হৃদ পুবে ক-
(৭) কৰিয়া ডবাৰ পস্থিমকন্ধা দখিনে যোয়ামাৰি ডোবা পস্থিমে বগৰিখোয়া জান উ-
(৮) ত্তৰে বড়ুয়াবন্ধা আলি বজালি পৰগণাৰ বাহিৰখাতা তালুকড় বড়াবা গ্ৰামৰ অজ্জজঙ্গলা মাটিৰ হৃদ পূবে চথাগুবি-
(৯) ৰ আলি আঁহতৰ গচ পস্থিমে বোমাৰি বিলৰ পস্থিম পাৰ দখিনে পাকৰি-গুৰিৰ দবাষা উত্তৰে ৰাজগনকৰ
(১০) বাৰিৰ উত্তৰকন্ধাৰ হিদল গচ আৰু বৌমাৰি বিল ১ খন উত্তৰপাৰ তালুকড় পিপিলা গ্ৰামৰ ৰোপিত মাটি ১২ পুৰা তা-
(১১) ৰে হৃদ পুবে দত্তয়াকুৰৰ পাৰ দখিনে দত্তয়াকুৰৰ জান পশ্চিমে জান উত্তৰে দবায়া গোসায় আৰু ভকত নিৰ্ম্মলাংক ১
(১২) সীং। পোয়া পুৰ্ন্নাকাং ১ সিং। পোৰা সুকমলাকং । সিং। পোয়া তিনি কৰিয়াকৈং ১ সিং। পোয়া কলিয়াকং ১ সিং
(১৩) পোয়া বিদ্ধয়াকেং ১ সীং। পোয়া কলিয়াকং ১ সিং। পোয়া ধনবড়কং ১ সীং। পোয়া গেন্ধাকৈং ১ সীং। পোয়া পৰবাকৈং
(১৪) ১ সীং। পোয়া কৈল্যানাষুং ১ সীং। পোয়া নিধিয়াষুং ১ সীং। পোয়া দয়ালাচং ১ সীং। পোয়া বাম্পতিচং ১ সীং। পোয়া ভাটলু
(১৫) হাবি ১ সীং। পোয়া কিনামিনাত্তং ১ সীং। পোয়া সুচা ১৬ গীৰি ৫। পোয়া এই মাটি মানুহ সৰ্গদেৱৰ পু-
(১৬) ন্যে হৰিদেউ পন্থৰ বনিয়াকুচি সত্ৰৰ জইদেউ মহাজনক ধৰ্ম্মৰ তলে দিয়া গল পুত্ৰপৌত্ৰাদি ক্ৰমে শ্ৰৱন কিৰ্ত্তন ধৰ্ম্ম প্ৰবৰ্ত্তা-
(১৭) ই পৰম সুখে ভোগ কৰি থাকিবেক ইয়াৰ কৰ কাটল পদ পঞ্চক বেচ বেগাৰ চোৰ চিনালা ধুসুসিবাৰেসা
(১৮) জনকৰ জৰক্ষাৰ চকি হাট ঘাট ফাট সৰ্ব্ব বাব মাফ........... স্ব ২২ মাঘ......... সন ১৬৯২

অন্যান্য সত্ৰসমূহৰ ভিতৰত হালধিবাৰী, লচিমা, মাজসত্ৰ, মৰসত্ৰ, বাদেশিলা, ন-সত্ৰ, বৰকাপলা, ৰাউলী, শিংৰা আদি দামোদৰী সত্ৰ। গোমুৰা, বেলবাৰী মহাপুৰুষীয়া সত্ৰ। এসময়ত এই সত্ৰসমূহ আছিল একেধাৰে সমাজ-





সংগঠক, সমাজ-সংস্কাৰক, উপাসনা তথা পূজা-অৰ্চনাৰ স্থল, বিচাৰালয়, শিক্ষা আৰু আয়ুৰ্বেদিক চিকিৎসাৰ কেন্দ্ৰ, কলা-সংস্কৃতিৰ ভঁড়াল। বৰ্তমান সত্ৰসমূহে অতীত ঐতিহ্য যথাযথভাৱে ৰক্ষা কৰিব নোৱাৰাটো অতি পৰিতাপৰ বিষয়। বৰ্তমান সৰ্থেবাৰীৰ আল্‌পাৰ পাৰত কৃষ্ণগুৰু সেৱাশ্ৰম গঢ়ি উঠিছে। হৰিদেৱ ধামত হৰিগুৰুৰ পাদুকা, লাখুটি সৰ্থেবাৰীৰ বাইজে মানেৰী সত্ৰৰপৰা আনি ভক্তিসহকাৰে সংস্থাপন, সংৰক্ষণ কৰি ৰাখিছে।

ধৰ্মীয় অনুষ্ঠানবোৰৰ ভিতৰত সত্ৰ আৰু নামঘৰসমূহত অনুষ্ঠিত গুৰুসকলৰ তিথি, জন্মাষ্টমী, পচতি, দৌলোৎসৱ, ঘূৰা নাম আদিয়েই প্ৰধান। বনিয়াকুছি সত্ৰত আচাৰ্য্য জগন্নাথদেৱে হৰিগুৰুৰ ইচ্ছানুসৰি মাঘ বিহুৰ বৰদোমাহীৰ দিনা যি ঘূৰা নাম প্ৰচলন কৰিছিল, অদ্যাবধি সেই নিয়ম প্ৰচলিত আছে যদিও আগৰ জাকজমকতা বহুলাংশে হ্ৰাস পাইছে।

তদুপৰি অন্যান্য ধৰ্মানুষ্ঠানৰ ভিতৰত বেঙাপাৰা আৰু নামশালাৰ দুৰ্গাপূজা, বৰকাপলা আৰু সৰ্থেবাৰীৰ বাসন্তীপূজা অন্যতম। মেলামুখি ধৰ্ম্মীয় অনুষ্ঠানৰ ভিতৰত সৰ্থেবাৰীৰ সভা, আমৃখোৱাৰ সভা, ব্যাসকুছিৰ সভা, বনিয়াকুছিৰ ৰাসোৎসৱ, হালধিবাৰীৰ জগন্নাথ দেৱৰ সভা আদিয়েই প্ৰধান। বেঙাপাৰাত প্ৰতিবছৰে বহাগমাহত বিশ্ব শান্তিৰ বাবে সকলো শ্ৰেণীৰ লোকে সমূহীয়াকৈ মহাবিষ্ণু যজ্ঞানুষ্ঠান পাতে।

লোক-সংস্কৃতিৰ ক্ষেত্ৰতো এই অঞ্চল পিছপৰা নহয়। গৰখীয়াৰ নাম, অপেশ্বৰীৰ নাম, গোপীনাথৰ নাম, ভঠেলি, মহহো এই অঞ্চলৰ লোক-সংস্কৃতিৰ উল্লেখযোগ্য অনুষ্ঠান। মহহো উৎসৱত চেমনীয়াসকলে আঘোণ মাহৰ পূৰ্ণিমাৰ পধূলি হাতত লাঠি লৈ দল বান্ধি–

'বাহৰ আগ চিকিমিকি
আমাক লাগে বগা সিকি।
মহ গেল চেঙাইদি
আমি খাম টেঙাই দি।।' ইত্যাদি বিভিন্ন ধৰণৰ গীত জোৰা লগাই গৃহস্থৰ ঘৰে ঘৰে গৈ গীত গোৱা সামৰণি মৰাৰ পিছত 'হৰি বোল, ৰাম বোল, গৃহস্থৰ কুশল হওঁক আমাক দুটা পইচা দিবলৈ শক্তিবন্ত কৰক''- বুলি আশীৰ্বাদ দিয়া প্ৰথা বৰ্তমানেও প্ৰচলিত।

ওজাপালিৰ দলো সৰুক্ষেত্ৰিৰ বহুতো গাঁৱত আছিল আৰু বৰ্তমানেও কামাৰপৰা, ৰাউলী, বন্নাৰপাৰ, ব্যাসকুছি আদি গাওঁত আছে।

বনিয়াকুছিত এটা সময়ত নাম কৰা ঢুলীয়াৰ দলো আছিল। কিন্তু দাৰিদ্ৰৰ কৰুণ আঘাতত তিষ্ঠিব নোৱাৰি ঢুলীয়াৰ দল কেইবছৰমান পিছতেই থানবান হ'ল। আৰ্থিক দিশ স্বচ্ছল নোহোৱা বাবেই এটা আপুৰুগীয়া কৃষ্টি চিৰদিনৰ বাবে পাহৰণিৰ গৰ্ভত লীন গ'ল। ঢুলীয়াৰ ভিতৰত শুখুনা কৈৱৰ্ত্তৰ কুস্তিয়ে দৰ্শকৰ মনত যি চমৎকাৰ আনন্দৰ খোৰাক যোগাইছিল, সেই কুস্তি বৰ্তমানৰ পশ্চিমীয়া দেশৰ দূৰদৰ্শনত প্ৰদৰ্শিত কুস্তিতকৈ বহুগুণে উচ্চস্তৰৰ আছিল বুলি ক'লেও অত্যুক্তি কৰা নহ'ব।

খেলা-ধূলাতো সৰুক্ষেত্ৰি অঞ্চলৰ লোক আগৰণুৱা। তাহানি বাৰিষা কালত আল্‌পাত, কাপ্‌লা বিলত নাওঁখেলৰ প্ৰতিযোগিতা অনুষ্ঠিত কৰাটোৱেই ক্ৰীড়াৰ প্ৰতি থকা বিশেষ ঢাউতিকে সূচায়। সেইসময়ত ৰাস্তা-ঘাট নথকা বাবে নাওঁৱেই আছিল সুগম সুচল বাহন। এতিয়া সেই দিন উকলিল। বৰ্তমান মথাউৰি আৰু ৰাস্তা-ঘাট হোৱাৰ ফলত বানপানী নোহোৱা হৈছে। লগে লগে এসময়ৰ জাতীয় খেল নাওঁখেলৰো বিলুপ্তি ঘটিল।

এসময়ৰ পঞ্চগ্ৰাম প্ৰগতি সংঘৰ ফুটবল খেলুৱৈ দল, সৰ্থেবাৰীৰ ফুটবল খেলুৱৈ দল, পশ্চিম সৰুক্ষেত্ৰি ফুটবল খেলুৱৈ দলৰ ক্ৰীড়া দক্ষতা কোনে নাজানে? তদুপৰি আৰু বহুতো ক্ৰীড়া দল আছিল আৰু এতিয়াও আছে। বৰ্তমান খেলুৱৈ দলৰ মাজত আগৰ উৎসাহ-উদ্দীপনা দেখা নাযায়, সেইটো অতি দুখৰ বিষয়। অৱশ্যে আধুনিক ক্ৰীড়া কৌশলেৰে খেল শিকিবলৈ হ'লে সৰ্থেবাৰীত এখন অত্যাধুনিক ষ্টেডিয়ামৰ অতীৱ প্ৰয়োজন।

ভাষা-সাহিত্যৰ ক্ষেত্ৰতো সৰুক্ষেত্ৰিৰ বৰঙণি কম নহয়। আল্‌পা-চাউলখোৱাৰ জলবায়ুৰে পৰিপুষ্ট বহুতো খ্যাত-অখ্যাত সাহিত্য তথা সংবাদসেৱীয়ে অসমীয়া সাহিত্যৰ ভঁৰাললৈ বহুতো বহুমূলীয়া অৱদান আগবঢ়াইছে।●

*মানৱ সমাজত সাহিত্য-কলা এবিধ বৰ চোকা অস্ত্ৰ। ইয়াৰ নিপুণ ব্যৱহাৰেদি কেতিয়াবা জাতি ভাঙিব পাৰি আৰু কেতিয়াবা জাতি গঢ়িব পাৰি। ফ্ৰান্সৰ গণবিপ্লৱত সাহিত্যই অদ্ভূত কাম কৰিছিল। অসমতো শঙ্কৰী যুগত ই জাতিক নৱ-বৈষ্ণৱ মতত অভিষিক্ত কৰিছিল। জাতিক সংগঠিত কৰি জীয়াই তুলিছিল। আজিও তাকে কৰিব লগা হৈছে। ইয়াৰ ভিতৰেদি যেন বিৰোধ-বিতৃষ্ণা, হিংসাৰ বীজ বিয়পিব নোৱাৰে তাৰ কাৰণে সকলো সাহিত্যিকে নিজক নিজে সমালোচনা কৰিহে ৰচনাবিলাক ৰাইজৰ হাতত দিব লাগে।*

প্ৰসন্নলাল চৌধুৰী, গোলাঘাট, ১৯৭৮।

# ভাৰতী অধ্যয়নচক্ৰৰ চমু ইতিবৃত্ত

*জয় চন্দ্ৰ ভূএগ্ৰা*

অসম সাহিত্য সভা অসমৰ বৃহত্তম জাতীয় অনুষ্ঠান। ই জাতিৰ কেন্দ্ৰ 'বিন্দু হিচাপে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাত সহায় কৰি আহিছে। অসম সাহিত্য সভা অসমীয়া ভাষা-সংস্কৃতিৰ অতন্দ্ৰ প্ৰহৰী। যিসকল ৰৰেণ্য ব্যক্তিৰ ত্যাগৰ বিনিময়ত এই মহৎ অনুষ্ঠানটো জন্ম গ্ৰহণ কৰিছিল সেইসকলক আমি এইখিনিতে শ্ৰদ্ধাৰে সোঁৱৰিছো।

অসম সাহিত্য সভাৰ অন্যতম শাখা ভাৰতী অধ্যয়ন চক্ৰই ১৯৬০ খৃষ্টাব্দত জন্ম লাভ কৰে। ইয়াৰ আগতে সৰ্থেবাৰী সাহিত্য সভা নামৰ এখন শাখা সভা আছিল। এই সভাৰপৰাই শ্ৰীপ্ৰসন্ন কুমাৰ ডেকাই তিনিচুকীয়া অধিৱেশনত প্ৰতিনিধিত্ব কৰিছিল। এই সভাখনৰ অস্তিত্ব পিছত লোপ পালে। আমি তেতিয়া সৰ্থেবাৰী হাইস্কুলত সহকাৰী শিক্ষক হিচাপে যোগদান কৰোঁ। আমাতকৈ এবছৰ আগতে আহি শ্ৰীপ্ৰসন্ন কুমাৰ ডেকাই শিক্ষকতা কৰি আছিল। সাহিত্য চৰ্চাত আমাৰ বিশেষ আকৰ্ষণ নাছিল যদিও সামাজিক কামত ল'ৰাকালৰপৰাই আগ্ৰহ আছিল। শ্ৰীডেকাই প্ৰায়ে আমাক সাহিত্য সভা এখন গঠন কৰাৰ কথা কয়। দুয়োজনে আলোচনা বিলোচনা কৰি এখন মিটিং পতাৰ বাবে সিদ্ধান্ত কৰিলোঁ। গ্ৰীষ্ম বন্ধৰ দিন। দুয়োজনে লগ লাগি স্কুলৰ শিক্ষকখিনি আৰু দুই-চাৰিজন সাহিত্যানুৰাগীক নিমন্ত্ৰণ কৰিলোঁ। কিন্তু মিটিঙত শিক্ষক মহেশ্বৰ ভূএগ্ৰা আৰু কিৰণ চন্দ্ৰ মেধিৰ বাহিৰে আন কোনো উপস্থিত ন'হল। চাৰিওজনে আলোচনা কৰি স্থিৰ কৰিলোঁ আমি প্ৰতি ৰবিবাৰে এঘৰত বহিম আৰু স্বৰচিত লেখা পাঠ কৰিম। প্ৰথম বৈঠক বহিল শ্ৰীপ্ৰসন্ন কুমাৰ ডেকাৰ ঘৰত। নিজৰ নিজৰ লেখা পাঠ কৰি আমি বৰ উৎসাহ পালোঁ আৰু পিছৰ বৈঠকত দুই-চাৰিজন সাহিত্যানুৰাগী শিক্ষকক নিমন্ত্ৰণ কৰাৰ বাবে সিদ্ধান্ত লোৱা হ'ল। শ্ৰীডেকাক আহ্বায়কৰ দায়িত্ব অৰ্পণ কৰি দুই-চাৰিজন সৰ্থেবাৰীৰ বাহিৰৰ সাহিত্যানুৰাগীকো নিমন্ত্ৰণ কৰাৰ কথাও কোৱা হ'ল। প্ৰথমতে আমি অলপ হতাশ হ'ব লগা হ'লেও ক্ৰমে দুই-এজনকৈ শিক্ষক আহি আমাৰ আলোচনাত যোগদান কৰা হ'ল। তেখেতসকল আছিল হৰিচৰণ তালুকদাৰ, ধৰ্মেশ্বৰ ডেকা, সৰুক্ষেত্ৰী হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক হেমকান্ত গোস্বামী, তেখেতৰ ভায়েক পুষ্পকান্ত গোস্বামী, শ্ৰীতৰ্থীলোচন তামুলী আদি। ধৰ্মেশ্বৰ ডেকাৰ পৰামৰ্শমতে সভাখনৰ নামাকৰণ কৰা হ'ল ভাৰতী অধ্যয়ন চক্ৰ। শ্ৰীপ্ৰসন্ন কুমাৰ ডেকাক সভাপতি আৰু আমাক সম্পাদকৰ দায়িত্ব দি অসম সাহিত্য সভাৰ স্বীকৃত সভা হিচাপে ক্ষমতা লাভ কৰাৰ বাবে যাবতীয় ব্যৱস্থা ল'বলৈ আমাক নিৰ্দেশ দিয়ে। আমি নতুন প্ৰেৰণাৰে স্বীকৃত সভাৰ প্ৰতিনিধি হিচাপে অসম সাহিত্য সভাৰ মিৰ্জা অধিৱেশনত অকলে যোগদান কৰোঁ। কিন্তু এই অধিৱেশনত যোগদান কৰি আমি বৰ সন্তুষ্ট নহ'লোঁ। কাৰণ শাখা সভাবিলাকে তাত যিমান সা-সুবিধা লাভ কৰে স্বীকৃত সভা বিলাকৰ ক'বলৈ গ'লে একোৱে নাই। তাৰপৰা ঘূৰি আহি আমি সভা আহ্বান কৰোঁ আৰু আমাৰ প্ৰতিবেদন দাখিল কৰি পিছৰ বছৰৰে শাখাসভালৈ উন্নীত কৰাৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰোঁ। লগে লগে আৰম্ভ কৰা হ'ল সভ্য ভৰ্ত্তিৰ অভিযান আৰু পিছৰ বছৰতে শাখা সভালৈ উন্নীতকৰা হ'ল। এই অনুষ্ঠানটো গঢ়ি তোলতে সৰ্থেবাৰী হাইস্কুলৰ (এতিয়া উচ্চতৰ মাধ্যমিক) অৱদান অতুলনীয়। সেই সময়ৰ সকলো শিক্ষকে সদস্যপদ গ্ৰহণ কৰি অনুষ্ঠানটি শক্তিশালী কৰি গঢ়ি তোলাত ইন্ধন যোগাইছিল। বহু বছৰ ধৰি তাতেই কাৰ্যালয় পাতি সভা-সমিতি পতাকে ধৰি সকলো কাম কৰা হৈছিল। সেই সময়ৰ প্ৰধান শিক্ষক চন্দ্ৰমোহন শৰ্মা, সহকাৰী প্ৰধান শিক্ষক অনাথ বন্ধু শৰ্মা, সহকাৰী শিক্ষক লোহিত চন্দ্ৰ ডেকা আদিৰ সহায়-সহযোগ অনস্বীকাৰ্য। নগৰপালিকাৰ সভাপতি শান্তিৰাম পাটোৱাৰী, কুঞ্জৰাম ডেকা আদি সদাশয় ব্যক্তিসকলেও উৎসাহ-উদ্দীপনা যোগাই অনুষ্ঠানটি আগবাঢ়ি যোৱাত সহায় কৰিছিল। প্ৰাথমিক স্কুলৰ কেবাগৰাকী শিক্ষক-শিক্ষয়িত্ৰীয়ে সদস্য পদ গ্ৰহণ কৰি অনুষ্ঠানটোৰ বল বৃদ্ধি কৰিছিল। লগতে নামশালা, পল্লা, গোমূৰা, কাৰাকুছি আদি গাঁৱৰ বহুত লোকে সদস্য পদ গ্ৰহণ কৰি আমাক প্ৰেৰণা যোগাইছিল। শাখা সভাৰ অনুমোদন লাভ কৰাৰ পাছত অনুষ্ঠানটিয়ে নতুনকৈ গঢ় ললে। বাৰ্ষিক সভাবোৰ জাক-জমক কৰি পতা হ'ল। খ্যাতনামা সাহিত্যিক সকলৰপৰা একোজন সভাপতিৰূপে বছৰি অনাৰ ব্যৱস্থা কৰা হ'ল। ত্ৰৈলোক্য নাথ গোস্বামী, অতুল চন্দ্ৰ হাজৰিকা, তীৰ্থনাথ শৰ্মা, মহেশ্বৰ নেওগ, নিৰ্মল প্ৰভা বৰদলৈ, বেণুধৰ শৰ্মা, হিতেশ ডেকা প্ৰমুখ্যে প্ৰথিতযশা সাহিত্যিকসকলে ভাৰতী অধ্যয়ন চক্ৰৰ বাৰ্ষিক অধিৱেশনত উপস্থিত থাকি আমাক ধন্য কৰিছিল। এনেকৈয়ে আগবাঢ়ি গৈছিল। কিন্তু





সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত বিশেষ আগবাঢ়িব পৰা নাছিল। মাহেকে-পষেকে যিবোৰ আলোচনামূলক বৈঠক অৰ্থাৎ স্বৰচিত লেখা পাঠৰ আয়োজন কৰা হৈছিল সেইবোৰত উপস্থিতি তেনেই সেৰেঙা আছিল, আনকি কেতিয়াবা দুই-তিনিজনৰ মাজতে আৱদ্ধ আছিল। আৰম্ভণিৰ পৰাই সদস্যৰ নিমন্ত্ৰণক্ৰমে ঘৰে ঘৰে এনেকুৱা বৈঠক পতা হৈছিল। কিন্তু দিন যোৱাৰ লগে লগে ইয়াৰ প্ৰতিও আকৰ্ষণ কমি আহিবলৈ ধৰিলে। স্কুলত বহুতৰে অসুবিধা ভাৱি ৬৫-৬৬ চনত অলপতে স্বৰ্গগামী হোৱা সাহিত্যানুৰাগী সুৰপতি তালুকদাৰৰ পৰা বিনা ভাৰাই সৰ্থেবাৰী পুৰণ বজাৰত এটা ডাঙৰ কোঠালী কাৰ্যালয় হিচাপে লোৱা হ'ল। আজি য'ত ইউ, কো বেঙ্কৰ শাখা আছে তাৰেই কোঠালী এটাত এবছৰবো অধিক-কাল কাৰ্যালয় হিচাপে লৈ সভা-সমিতি অনুষ্ঠিত কৰা হৈছিল। আজি আমি তালুকদাৰৰ বিদেহী আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছোঁ। বিশেষভাৱে উপকৃত হ'ব নোৱাৰি পুনৰ হাইস্কুললৈ কাৰ্যালয় স্থানান্তৰিত কৰা হৈছিল।

ভাৰতী অধ্যয়ন চক্ৰৰ সভ্য বৰ্গই বিশেষধৰণে সাহিত্যিক অৱদান আগবঢ়াব নোৱাৰিলেও চেষ্টাৰ ক্ৰটি কৰা নাই। ব্যক্তিগতভাৱে কোৱাজনেও ছপা কিতাপ উলিয়াবলৈ সক্ষম হৈছে। আনহাতে ১৯৭৮ চনত শ্ৰীদক্ষেশ্বৰ ডেকা আৰু আমি ক্ৰমে সহকাৰী সম্পাদক আৰু সম্পাদক হিচাপে দায়িত্ব বহন কৰি চক্ৰৰ প্ৰথম প্ৰকাশ 'সাহিত্য ভাৰতী' নামৰ সংকলন এটি সুধীসমাজৰ হাতত তুলি দিছিলোঁ। এই সংকলনটি উলিয়াই দিওঁতে সদস্যসকলৰ বহুকেইজনে এশটকীয়া দান আগবঢ়াইছিল। শ্ৰীচিত্তৰঞ্জন ডেকাই বহু কেইটা বিজ্ঞাপন সংগ্ৰহ কৰি দিছিল। এই ছেগতে এইসকল ব্যক্তিৰ প্ৰতি আমি আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। প্ৰথিতযশা সাহিত্যিক কথাশিল্পী শ্ৰীহিতেশ ডেকাই "সাহিত্য ভাৰতী" উন্মোচন কৰে। ১৯৮৯ চনত দ্বিতীয় সংকলন "আল্লাৰ ছন্দে ছন্দে" শ্ৰীদক্ষেশ্বৰ ডেকাৰ সম্পাদনাত প্ৰকাশ পায়। ভাৰতী অধ্যয়ন চক্ৰৰ বাৰ্ষিক অধিৱেশনত তেতিয়াৰ সাহিত্য সভাৰ সভাপতি শ্ৰীযুত কীৰ্তিনাথ হাজৰিকাদেৱে এইখন উন্মোচন কৰে। এই অধিৱেশনতে কবি হৰেকৃষ্ণ ডেকা আৰু সাহিত্যিক নবীন ডেকাক সম্বৰ্দ্ধনা জনোৱা হৈছিল। ইয়াৰ পাছত ১৯৯১-৯২ চনত 'আল্লাগঙ্গা" নামৰ এখনি বছৰেকীয়া মুখপত্ৰ উলিওৱাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। শ্ৰীমৃণাল মল্ল পাটোৱাৰীৰ সম্পাদনাত প্ৰথম সংখ্যা প্ৰকাশ পায়। এইখন উন্মোচন কৰে চক্ৰৰ বাৰ্ষিক অধিৱেশনত তেতিয়াৰ অসম প্ৰকাশন পৰিষদৰ সচিব শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য ডাঙৰীয়াই। ইয়াৰ পাছত শ্ৰীপ্ৰফুল্ল তামুলীৰ সম্পাদনাত ছপা হোৱা ২য় আৰু ৩য় সংখ্যা ক্ৰমে উন্মোচন কৰে শ্ৰীৰাজেন্দ্ৰ নাথ পাঠক আৰু শ্ৰীপ্ৰসন্ন কুমাৰ ডেকাই। এই সংকলন আৰু মুখপত্ৰই সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত নবীন-প্ৰবীণৰ মাজত প্ৰেৰণা যোগাই আহিছে। ইয়াৰ উপৰি কেইবাগৰাকী লেখক-লেখিকাই নিজাববীয়াকৈ ছপা কিতাপ উলিয়াই সাহিত্য সেৱাৰ পৰিবেশ সৃষ্টি কৰাত সহায় কৰে। এই গ্ৰন্থসমূহৰ বেছি ভাগ ভাৰতী অধ্যয়ন চক্ৰৰ বৈঠক বিশেষ বা অধিৱেশনত উন্মোচিত হৈছে। কিছুমানে ছপা কিতাপ উলিয়াব নোৱাৰিলেও প্ৰবন্ধ-পাতি লিখি আলোচনী, বাতৰি-কাকত আদিত প্ৰকাশ কৰি সেৱা আগবঢ়াইছে। ইয়াৰ উপৰি দুই-চাৰিজনে নিজাববীয়াকৈ আলোচনী, প্ৰচীৰ-পত্ৰিকা আদি উলিয়াই অঞ্চলটোত সাহিত্যিক বাতাবৰণ সৃষ্টি কৰাত অৰিহণা যোগাইছে। এই দিশত মুখ্য সম্পাদক শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা আৰু সম্পাদক শ্ৰীচক্ৰেশ্বৰ ডেকাৰ সম্পাদনত উলিওৱা 'জিৰণি' উল্লেখনীয়। ইতিমধ্যে জিৰণিৰ তিনিটা সংখ্যাৰ উপৰিও বিশেষ কবিতা সংখ্যা এটা আমাৰ হাতত পৰিছে।

ভাৰতী অধ্যয়ন চক্ৰৰ সাংগঠনিক দুৰ্বলতা দূৰ কৰাৰ বাবে চক্ৰৰ সদস্যসকলে সৰ্বতোপ্ৰকাৰে চেষ্টা কৰি আহিছে যদিও স্থায়ীভাৱে নিৰ্মাণ নোহোৱা পৰ্যন্ত এটা হতাশাৰভাৱ সদায় অনুভৱ কৰি আহিছিল। শেষত যেনিবা নবীন-প্ৰবীণ সকলো সদস্যৰ নেৰা-নেপেৰা চেষ্টা আৰু সৰ্থেবাৰীৰ ৰাইজৰ সহযোগত ১৯৮৮ চনত ভাৰতী অধ্যয়ন চক্ৰৰ স্থায়ী ভৱন "কোহিৰাম দাস ভৱন" নিৰ্মাণ কৰা হ'ল। পণ্ডিতপ্ৰবৰ কোহিৰাম দাস দেৱৰ দুহিতা শ্ৰীমনোৰমা দাসে ভৱন নিৰ্মাণৰ অৰ্থে তিনিহেজাৰ টকা দান কৰি আমাক বৰ উপকৃত কৰিছিল। আমি তেওঁৰ ওচৰত সদায় কৃতজ্ঞ হৈ ৰম। নৱনিৰ্মিত ভৱনৰ দ্বাৰ উদ্‌ঘাটন কৰিছিল প্ৰবীণ সাংবাদিক আৰু সাহিত্যিক শ্ৰীকীৰ্ত্তিনাথ হাজৰিকাদেৱে। এই ভৱনটো নিৰ্মাণ কৰোঁতে সকলো সদস্য আৰু ইয়াৰ পৃষ্ঠপোষক জড়িত যদিও সৰ্বশ্ৰী প্ৰসন্ন কুমাৰ ডেকা, মহেশ্বৰ ভূএগ্ৰা, দধি ডেকা, ডঃ কৃষ্ণবল্লভ ডেকা, গিৰীশ ডেকা, কুলৰঞ্জন ভূএগ্ৰা, প্ৰফুল্ল তামুলী, দক্ষেশ্বৰ ডেকা, খগেন্দ্ৰ নাথ ভূএগ্ৰা, কবি ডেকা, মৃণাল মল্ল পাটোৱাৰী, লম্বোদৰ চৌধুৰী, মানবেন্দ্ৰ ডেকা, জয়চন্দ্ৰ ভূএগ্ৰা প্ৰমুখ্যে বহুতো নবীন-প্ৰবীণ সদস্যৰ ত্যাগ স্মৰণীয়। আনকি সেইসকলৰ ভিতৰত কেইজনমানে বহা চকী পৰ্যন্ত নিজাববীয়াকৈ কিনি দি বহা মেলাত সহায় কৰিছিল। উল্লিখিত ব্যক্তিসকলৰ উপৰিও অধ্যয়ন চক্ৰৰ বিভিন্ন কাৰ্যত লোহিত চন্দ্ৰ ডেকা, ধৰ্মেশ্বৰ ডেকা, হৰিচৰণ তালুকদাৰ, শ্ৰীতীৰ্থলোচন তামুলী, শ্ৰীচাৰুপ্ৰসাদ শৰ্মা, শ্ৰীমথুৰা মোহন গোস্বামী, ডঃ প্ৰফুল্লচন্দ্ৰ ভূএগ্ৰা, শ্ৰীকাশীনাথ ডেকা, শ্ৰীকল্পনাথ ডেকা, শ্ৰীমৃগেন্দ্ৰ নাথ ডেকা, শ্ৰীভগৱান ডেকা, শ্ৰীচক্ৰেশ্বৰ ডেকা, শ্ৰীপ্ৰবোধ শৰ্মা, বিশ্ব তালুকদাৰ, গণেশ গোস্বামী আদি সদস্য বিশেষভাৱে জড়িত।

১৯৮২ খৃঃত কোহিৰাম দাসদেৱৰ জন্ম শতবাৰ্ষিকী ভাৰতী অধ্যয়ন চক্ৰৰ উদ্যোগত জাক-জমকতাৰে অনুষ্ঠিত কৰা হয়। মুকলি সভাত সভাপতিত্ব কৰে তেতিয়াৰ সাহিত্য সভাৰ সভাপতি শ্ৰীঅতুলচন্দ্ৰ বৰুৱাদেৱে। এই শতবাৰ্ষিকীতে হেমন্ত কুমাৰ শৰ্মাদেৱৰ সঞ্চালনাত 'কামৰূপৰ লোক-সাহিত্য' শীৰ্ষক এখনি আলোচনাচক্ৰৰো আয়োজন কৰা হৈছিল কামৰূপ সাহিত্য পৰিষদৰ উদ্যোগত। 'কোহিৰাম দাস' নামৰ স্মৃতিগ্ৰন্থ এখনো প্ৰকাশ কৰা হৈছিল। সম্পাদক আছিল শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা।

১৯৮৪ খৃঃত জন্ম লাভ কৰা বৰপেটা জিলা সাহিত্য পৰিষদৰ প্ৰথম কাৰ্য নিৰ্বাহকৰ বৈঠক ভাৰতী অধ্যয়ন চক্ৰৰ উদ্যোগতে সৰ্থেবাৰীত অনুষ্ঠিত হৈছিল। উল্লেখযোগ্য যে ভাৰতী অধ্যয়ন চক্ৰৰ প্ৰতিষ্ঠাপক সভাপতি শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা বৰপেটা জিলা সাহিত্য পৰিষদৰো (এতিয়াৰ সভা) প্ৰতিষ্ঠাপক সভাপতি। শ্ৰীডেকা এগৰাকী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক। ২৫-১০-৮৭ ইং তাৰিখে

ভাৰতী অধ্যয়ন চক্ৰৰ উদ্যোগত বৰপেটা জিলা সাহিত্য পৰিষদৰ ২য় লেখক শিবিৰ অনুষ্ঠিত হৈছিল। প্ৰকাশন পৰিষদৰ সচিব শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্যৰ সঞ্চালনাত অনুষ্ঠিত আলোচনাৰ বিষয় আছিল— 'হলীৰাম ডেকাৰ সাহিত্য'।

যোৱা ১৪-৭-৯৪ ইং তাৰিখে অসম সাহিত্য সভাৰ সভাপতি লীলা গগৈয়ে ৬১ তম সৰ্থেবাৰী অধিবেশনৰ অগ্ৰগতিৰ বুজ ল'বলৈ আহোতে আদৰণী সমিতিৰ লগতে ভাৰতী অধ্যয়ন চক্ৰৰপৰাও তেখেতক সম্বৰ্দ্ধনা জনোৱা হৈছিল।

ভাৰতী অধ্যয়ন চক্ৰই জন্ম লাভ কৰাৰ কিছুবছৰ পিছত এই অঞ্চলত আমৃখোৱা সাহিত্য সভা, সৰুক্ষেত্ৰী সাহিত্য সভা, ব্যাসকুছি সাহিত্য সভাই জন্ম লাভ কৰি যথা শক্তি ভাবা জননীৰ সেৱা কৰি আছে।

ভাৰতী অধ্যয়ন চক্ৰৰ 'কোহিৰাম ভৱন' নিৰ্মাণ হৈ উঠাৰ পাছৰপৰা সাহিত্য চৰ্চাৰ লগতে সাংগঠনিক কাম-কাজৰ ক্ষেত্ৰত যথেষ্ট সহায়ক হয়। আনহাতে সাধাৰণ সভ্যৰ সংখ্যা ক্ৰমশ বাঢ়ি আছে। আজীৱন সভ্যৰ সংখ্যাও ভালেখিনি বাঢ়িছে। ১১ বছৰ ধৰি ভাৰতী অধ্যয়ন চক্ৰই অসম সাহিত্য সভাৰ অধিৱেশন নিমন্ত্ৰণ কৰি আহিছে। এইবেলি আমাৰ নিমন্ত্ৰণ সাদৰে গ্ৰহণ কৰি ৬১ তম অধিবেশন সৰ্থেবাৰীত অনুষ্ঠিত কৰিবলৈ সিদ্ধান্ত লোৱাত আমি উৎসাহিত হোৱাৰ লগতে গৌৰৱবোধ কৰিছোঁ। এই ছেগতে অসম সাহিত্য সভাৰ গুৰি ধৰোতাসকলক আমি সশ্ৰদ্ধ ধন্যবাদ জ্ঞাপন কৰিছোঁ।

বৰ্তমান অসমীয়া জাতিয়ে অস্তিত্ব ৰক্ষাৰ বাবে সংগ্ৰাম কৰিবলগা হৈছে। গোষ্ঠীগত অনৈকাই জাতীয় জীৱন বিপন্ন কৰিব ধৰিছে। ৰাজনৈতিক কূট-কৌশলে সকলোকে বিভ্ৰান্ত কৰিছে। এনে এটা সন্ধিক্ষণত সাহিত্য সভাৰ কৰণীয় বহুতো। আমি আশা ৰাখিছোঁ সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে সকলো দিশতে তীক্ষ্ণ দৃষ্টি ৰাখিব আৰু অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ জাগ্ৰত প্ৰহৰী অসম সাহিত্য সভাক অধিক শক্তিশালী কৰাত গুৰুত্ব আৰোপ কৰিব।●



*'অসম সাহিত্য সভা'* জাতীয় অনুষ্ঠানেই নহয়, ই এটি মহাজাতীয় অনুষ্ঠান হ'বলৈ আগবাঢ়িছে। এই অনুষ্ঠানৰ সভাপতি আৰু কৰ্মকৰ্তাসকল, ৰাইজে গণতান্ত্ৰিক পদ্ধতিৰে বাছি দিয়া ৰাইজৰ প্ৰতিনিধি। গতিকে সাহিত্য সভাৰ লোকসকল কোনো ধৰ্ম, বৰ্ণ, গোষ্ঠী, জাত-কূল, ৰাজনৈতিক আদৰ্শৰ প্ৰতিনিধি নহয়। একমাত্ৰ সাহিত্য সভাৰ আদৰ্শৰ বাহকহে। যদি কোনোৱে ইয়াৰ বিপৰীত আচৰণ কৰে, তেনে লোক সভাৰ শত্ৰু, ৰাইজৰ শত্ৰু। সাহিত্য সভা সাহিত্যিকৰ সভা মাত্ৰ নহয়, ই সকলো সাহিত্যপ্ৰেমী, ভাষাপ্ৰেমী, দেশপ্ৰেমী ৰাইজৰ উমৈহতীয়া মিলনভূমি।

মহিম বৰা, ডুমডুমা, ১৯৮৯॥





# নাট্য আন্দোলনৰ পৰম্পৰাগত সৰুক্ষেত্ৰি অঞ্চলৰ ভূমিকা

*জ্যোতিষ পাটোৱাৰী*

বৰ্তমানৰ সৰুক্ষেত্ৰি অঞ্চল বুলি ক'লে অসম সাহিত্য সভাৰ ৬১ তম অধিবেশনৰ স্থলী সৰ্থেবাৰী সমন্বিতে প্ৰায় ষাঠিখনমান গাওঁ এই অঞ্চলৰ অন্তৰ্ভুক্ত। বৰ্তমানে ই এখন সুকীয়া মৌজা যদিও, ইয়াৰ ঐতিহাসিক পৰম্পৰাৰ ক্ৰম চিৰ বিচাৰ্য। কাৰণ প্ৰাচীন কালত এই ক্ষেত্ৰি অঞ্চল অকল বৰ্তমানৰ সৰুক্ষেত্ৰি মৌজাত আৱদ্ধ নাছিল। মহাপুৰুষ শঙ্কৰদেৱে ১৫৪৭ খৃঃত আহোম ৰাজ্য পৰিত্যাগ কৰি কোচৰাজ্য অভিমুখে আহোতে কামৰূপৰ বৰভাগ বনভাগ অঞ্চল অতিক্ৰমি ক্ষেত্ৰি অঞ্চল পায় আৰু সেই প্ৰসঙ্গতে গুৰুচৰিতত ক্ষেত্ৰি অঞ্চলৰ প্ৰসঙ্গ অৱতাৰণা কৰি লিখিছে—

"পূৰ্ব্বে ভৃগুপুত্ৰে ক্ষেত্ৰিয়ক মাৰি আছে।
সেই ক্ষেত্ৰিয়ক নামে গ্ৰাম গোট আছে।"

এই কথাখিনিৰ পৰা বুজা যায় যে, শঙ্কৰদেৱৰ আগৰপৰাই এই অঞ্চলৰ নাম 'ক্ষেত্ৰি' আৰু বৈষ্ণৱ যুগৰ পৰাই চৰিত পুথিত উল্লেখ কৰা মতে "ক্ষেত্ৰি বিলাইত" নামে প্ৰচলিত হৈ আহিছে। চৰিত পুথিত উল্লেখিত ক্ষেত্ৰি অঞ্চল বৃটিছৰ আমোলৰ পৰাহে প্ৰশাসনীয় সা-সুবিধাৰ বাবে তিনিটা সুকীয়া গোটতত বিভাজন হ'লেও 'ক্ষেত্ৰি' শব্দটো উভয়ে বাদ দিব পৰা নাই— বৰক্ষেত্ৰি, সৰুক্ষেত্ৰি আৰু ক্ষেত্ৰি ধৰ্মপুৰ। ক্ষেত্ৰি শব্দটোৰ মূল বোধহয় ক্ষেত্ৰ শব্দ। এই শব্দটোৰ প্ৰয়োগ, বিকাশ আৰু অৰ্থৰ বিষয়ে অনুসন্ধান কৰাৰ ঠাই আছে। 'ক্ষেত্ৰ' শব্দই পৱিত্ৰ ঠাইকে বুজায় বুলি এই অঞ্চলৰ মানুহে বিশ্বাস কৰে। মহাভাৰত উল্লেখিত ধৰ্মযুদ্ধ কুৰুক্ষেত্ৰৰ লগত ইয়াৰ অৰ্থগত সাদৃশ্য মনকৰিবলগীয়া। গ্ৰাম্য সংস্কাৰ আৰু বিকাশৰ জৰিয়তে এই অঞ্চলৰ জনসাধাৰণে আধুনিক নগৰীয়া সা-সুবিধালৈ ঢাপলি মেলাৰ উপক্ৰম কৰিছে যদিও, সৰ্থেবাৰীৰ বাহিৰে ইয়াত আৰু দ্বিতীয় নগৰ বুলিবলৈ নাই। এই অঞ্চলৰ উন্নয়নমূলক কাম-কাজবোৰ সৰুক্ষেত্ৰি আঞ্চলিক ভিত্তিতে বৃটিছৰ পূৰ্বৰ পৰাই সৰ্থেবাৰী নগৰ হোৱাৰ পিছতো চলি আছে। ক্ষেত্ৰি ছাত্ৰ সন্মিলন, সৰুক্ষেত্ৰি ডাক্তৰখানা, সৰুক্ষেত্ৰি হাইস্কুল তথা ডাকঘৰৰ পৰা আৰম্ভ কৰি সৌ-সিদিনাৰ বাপুজী মহাবিদ্যালয়ে ঐকাৰ মহান আদৰ্শ বহন কৰি আছে। সৰ্থেবাৰী নগৰ সৃষ্টি হোৱাৰ অনেক বছৰ হ'ল যদিও, নাগৰিক সা-সুবিধাৰ পৰা সৰ্থেবাৰী নগৰ একেবাৰে বিছিন্ন হৈ থকা বুলি ক'লেও অত্যুক্তি কৰা নহয়। সেয়ে এই অঞ্চলৰ কলা-কৃষ্টি, সাহিত্য-সংস্কৃতি সকলোতে গ্ৰাম্য-আদৰ্শ, সংস্কাৰৰ ভিত্তিতে বিকাশ লাভ কৰি সোণা-পুটুকা হৈ আধুনিকতাৰ পিনে মন্থৰ গতিৰে আগবাঢ়িব ধৰিছে।

আমি এতিয়া এই প্ৰবন্ধটোত অতীতৰ বিৰাট বিশাল ক্ষেত্ৰি অঞ্চল বাদ দি বৰ্তমানৰ সৰুক্ষেত্ৰি মৌজাৰ নাট্য-সংস্কৃতিৰ পৰম্পৰাৰ বিষয়ে থূলমূল আভাষ এটি দিয়াৰ প্ৰচেষ্টা কৰিমহঁক। এই অঞ্চলৰ নাট-ভাওনাৰ ধাৰাটোক প্ৰধানতঃ দুটা ভাগত ভগাব পাৰি— প্ৰাচীন কালৰ পৰা উনবিংশ শতিকাৰ শেষলৈকে আৰু বিংশ শতিকাৰ আৰম্ভণিৰ পৰা বৰ্তমানলৈকে। এই ক্ষুদ্ৰ পৰিসৰৰ নিৱন্ধটিৰ মাজেৰে পুংখানুপুংখ বৰ্ণনা আৰু চন তাৰিখেৰে ভাৰাক্ৰান্ত কৰি পাঠকক আমনি দিয়াৰ ইচ্ছা আমাৰ সমুলি নাই।

অসমীয়া ভাষা-সাহিত্যত নাট সম্পৰ্কীয় দুই-চাৰিখন উচ্চমানবিশিষ্ট গ্ৰন্থ ৰচিত হৈছে যদিও, তাত প্ৰাচীন কালৰ পৰা বৰ্তমানলৈকে ক্ৰমানুসাৰে নাট-ভাওনা, গীত-পদ, নৃত্য-বাদ্য, ভাও-ভাৱৰীয়াৰ ইতিহাস প্ৰকাশ পোৱা নাই, প্ৰকাশৰ তুলনাত অপ্ৰকাশে পাহৰণিৰ গৰ্ভত অধিক ঠাই দখল কৰি আছে। উক্ত গ্ৰন্থসমূহত সৰুক্ষেত্ৰিৰ দৰে ঐতিহ্যমণ্ডিত নাট-ভাওনাৰ আধাৰ ভূমিৰ কোনো ব্যক্তি বা অনুষ্ঠানৰ উল্লেখ হোৱা নাই। অকল সৰুক্ষেত্ৰি অঞ্চলেই নহয়, অসমৰ অতীত কলা-কৃষ্টিত জাকত জিলিকা অৱদান যগোৱা অঞ্চলৰ ওপৰতো সমালোচক, গৱেষক বা কোনো সংগ্ৰাহকে গভীৰভাৱে অধ্যয়ন কৰা পৰিলক্ষিত হোৱা নাই। আমাৰ সাহিত্যৰ বুৰঞ্জী বা বিশ্ববিদ্যালয়ৰ গৱেষণা স্থান সংগ্ৰহালয়ত বা কোনো জাতীয় অনুষ্ঠানসমূহত বৈষ্ণৱ যুগৰ যিকেইখন নাট-ভাওনাৰ পুথি সংগৃহীত হৈছে তাৰ তুলনাত অসমৰ কোনো অঞ্চলৰ হাতেলিখা পুথিৰ সংখ্যা নিশ্চয় কম নহ'ব। এই নাটবোৰৰ বিষয়বস্তু চৰ্বিত চৰ্বন হ'লেও তাৰ মাজত সমাজ অধ্যয়নৰ দিশ এটা লুকাই থকাৰ উপৰিও এটি ক্ৰমবৰ্দ্ধমান জাতি বা ভাষাৰ জীৱন্ত ইতিহাস বহন কৰি থাকে। সেয়ে এই প্ৰাচীন গ্ৰন্থ আৰু ব্যক্তিসকলক উদ্ধাৰৰ একান্ত প্ৰয়োজন হৈ পৰিছে।

শঙ্কৰদেৱে অসমীয়া নাট-ভাওনা সৃষ্টি কৰাৰ আগৰ পৰাই প্ৰাচীন অসমত কিছুমান চিত্ত-বিনোদন থলুৱা গীত-পদৰ অনুষ্ঠান নিশ্চয়কৈ চলি আছিল। পুতলা নাচ, ওজাপালি, ঢুলীয়া-কালীয়া আদি আজিও অঞ্চল বিশেষে

প্ৰচলিত হৈ আছে। সংস্কৃত নাটক আৰু থলুৱা ওজাপালি অনুষ্ঠান আদিৰ আদৰ্শৰ পৰাই শঙ্কৰদেৱে অসমীয়া ভাওনাৰ পাতনি মেলিছিল। ওজাপালি আৰু পুতলা নাচৰ প্ৰয়োজনৰ সাদৃশ্য অঙ্কীয়া নাটৰ লগত মনকৰিবলগীয়া। তেনেদৰে ঢুলীয়াৰ দলটোৱে কোনো এটা কাহিনীৰ আলমলৈ হাঁহি কৌতুকৰ মাজেৰে নাটকীয় চৰিত্ৰ প্ৰকাশ কৰে। অঙ্কীয়া নাটৰ উসি আৰু পৰম্পৰা বিচাৰিব গলে এই থলুৱা অনুষ্ঠানবোৰৰ আলোচনা আৱশ্যক হৈ পৰে। সৰুক্ষেত্ৰি অঞ্চলতো ওজাপালি, ঢুলীয়া আদিৰ প্ৰচলন প্ৰাচীন কালৰ পৰাই আছিল। ব্যাসকুছি, বৰকাপলা, ৰাউলী, আমৃখোৱা, মুগদি প্ৰভৃতি ঠাইৰ ঢুলীয়া আৰু ওজাপালিৰ সুনাম আজিও বৰ্তি আছে। এই অঞ্চলৰ মুছলমান সম্প্ৰদায়ৰ লোকে ওজাপালিৰ পদ মাৰৈ পূজাত গাইছিল। ভকুৱাটেপা গাওঁৰ আকলু শেখ্ ওজাৰ নাম এই ক্ষেত্ৰত উল্লেখযোগ্য। বৰকাপলাত এদুল বিখ্যাত ঢুলীয়া আছিল আৰু তেওঁলোকে ব্ৰহ্মপুত্ৰৰ দক্ষিণে গোৱালপাৰা, দেৱালপাৰা আদি ঠাইত ঢোলৰ চেওদি জনসাধাৰণক আকৰ্ষিত কৰাৰ উপৰিও নিজ ঠাইৰ বিষয়ে অনুষ্ঠান প্ৰদৰ্শন কৰি গৌৰৱান্বিত হৈছিল। ঢুলীয়া দলৰ লেতিয়া ভাওৰীয়া, মহীভাওৰীয়াৰ নাম আজিও জনসাধাৰণৰ মুখত শুনা যায়। অসমীয়া নাটকীয় হাস্যৰসৰ ইতিহাসত ঢুলীয়ৰ, মৌখিক উদ্ভাৱনে নিশ্চয় প্ৰথমস্থান অধিকাৰ কৰিব।

শঙ্কৰদেৱে আহোমৰাজ্য পৰিত্যাগ কৰি ভটিয়াই অহাৰ আগৰ পৰাই যে সৰুক্ষেত্ৰি অঞ্চলত গীত-পদ, ভাও-সবাহ আদিৰ প্ৰচলন আৰু চৰ্চা আছিল তাৰ প্ৰমাণ, ওপৰত উল্লেখ কৰা ওজাপালি, ঢুলীয়া আদি অনুষ্ঠানৰ পৰাই অনুমান কৰিব পাৰি। কাপলাত মাধৱদেৱৰ মাতৃৰ মৃত্যুত হেনো ক্ষেত্ৰি অঞ্চলৰ লোকৰ দ্বাৰাই নাম গোৱাইছিল। তদুপৰি এই অঞ্চলত শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ চাৰি গুৰুৰ উপৰিও তেৰাসৰৰ শিষ্য প্ৰশিষ্যই অনেক সত্ৰ-ধাম আদি প্ৰতিষ্ঠা কৰি গৈছে। ব্যাসকুছি, গোমুৰা, কাৰাকুছি, কাপলা, ৰাউলী, আমৃখোৱা, বেলবাৰী প্ৰভৃতি সত্ৰসমূহত বৈষ্ণৱ যুগৰ পৰা গীত-পদ, নাট-ভাওনাৰ এটি প্ৰৱল সুঁতি বৈ আছে।

সৰ্থেবাৰীৰ নিকটবৰ্তী গোমুৰাত ঘাথৰ মাজিৰ সন্ধানত মাধৱদেৱ আহি ছমাহ কাল নাম কীৰ্তন কৰি, সত্ৰপাতি থাকে আৰু তেতিয়াৰ পৰাই ইয়াত অঙ্কীয়া নাট-ভাওনাৰ প্ৰচলন হয় বুলি সত্ৰৰ বুঢ়া ভকত এমুখ্যে কেইগৰাকীমান বিজ্ঞলোকে কয়। আনহাতে কাপলাতো শঙ্কৰদেৱে ছমাহ কাল অতিবাহিত কৰাৰ কথা গুৰুচৰিতত উল্লেখ আছে। যি ঠাইত মহাপুৰুষদ্বয়ৰ প্ৰতিজনে ছমাহকৈ আছিল, তাত নিশ্চয় গীত-পদ, নাম-প্ৰসঙ্গ, নাট-ভাওনাৰ চিন্তা-চৰ্চা হোৱাটো ধ্ৰুৱপ।

গোমুৰা সত্ৰৰ গাম্ভীৰ্য্য আৰু সৌষ্ঠৱ আজিও বিৰাজমান। গুৰু দুজনাৰ তিথিত ভজনবিহাৰ, ব্ৰহ্মামোহন আদি ভাওনা কৰাৰ নীতি প্ৰচলন হৈ আহিছে। গোমুৰা সত্ৰৰ গোপী আতৈ এজন বিখ্যাত গায়ক আৰু বাদক আছিল। নাট-ভাওনাৰ সকলোটি অঙ্গৰ ওপৰত সম্যক জ্ঞান থকাৰ বাবে আৱশ্যক অনুসাৰে গায়ন-বায়ন, সূত্ৰধাৰ, ভাৱৰীয়া হোৱাৰ উপৰিও তেখেতে নাট ৰচনাও কৰিব পাৰিছিল।

আজিৰ পৰা প্ৰায় একশ বছৰ আগেয়ে কাৰাকুছি আৰু গোমুৰাৰ বাইজে উমৈহতীয়াভাৱে বালকবৃন্দৰ দ্বাৰাই গুৰু দুজনাৰ মৃত্যু তিথিত দিন দুপৰতে ভোজন বিহাৰ, ব্ৰহ্মামোহন নাট অভিনয় কৰিছিল। পৰৱৰ্তী কালৰ পৰা দুয়োখন গাঁৱে যথাক্ৰমে গোমুৰা আৰু কাৰাকুছি সত্ৰত সুকীয়া সুকীয়াকৈ নাট-ভাওনা কৰি আছে। সাধাৰণতে এই নাটবিলাকত খোলৰ প্ৰাধান্য অধিক, ঘোষা আৰু ধুৰাবিলাক গোৱা হয় খোলৰ তালে তালে। 'অঘাসুৰ বধ' নাটখন হেনো বৰপেটা সত্ৰৰ পৰা আনি অভিনয় কৰা হৈছিল। কাৰাকুছিৰ অঙ্কোৰাম পাঠকে শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ কাহিনীটোৰ নাট্যৰূপ দিছিল, উক্ত নাটখন বৰ্তমান চিত্তৰঞ্জন পাঠকৰ হাতত সংৰক্ষিত। অভিৰাম মেধি আন এজন উল্লেখযোগ্য বায়ন। নৰেন্দ্ৰ নাথ পাঠক এজন সুদক্ষ নাট পৰিচালক আছিল।

বুঢ়া লুইতৰ পাৰৰ ব্যাসকুছিত দামোদৰদেৱৰ একান্ত শিষ্য অসমীয়া গদ্যৰ জনক ভট্টদেৱে সত্ৰ প্ৰতিষ্ঠা কৰি জীৱনৰ প্ৰৌঢ় জ্ঞান-গৰিমাৰ সময়খিনি অতিবাহিত কৰিছিল। তেতিয়াৰ পৰাই এই অঞ্চল শিক্ষা-দীক্ষাত আনৰ তুলনাত এখোপ আগবঢ়া। ব্যাসকুছি সত্ৰত পুৰণি কালৰ পৰাই অনেক মূল্যৱান গ্ৰন্থৰ ৰচনা কৰা হৈছিল, কিন্তু প্ৰতি বছৰে সংঘটিত বানপানীত এই আপুৰুগীয়া গ্ৰন্থবোৰ নিচিহ্ন হৈ যায়। তথাপি দুৰ্য্যোগৰ মাজতো কেইখনমান আপুৰুগীয়া পুথি উদ্ধাৰ হৈছে যদিও, তাৰ ভিতৰত নাট সম্পৰ্কীয় কোনো বিশেষ ৰচনা পোহৰলৈ অহা নাই। কোনো সদাশয় লোকৰ হাতত তেনে পুথি থাকিলে পোহৰলৈ আনিব লাগে।

ব্যাসকুছি সত্ৰত হেনো নাট-ভাওনাৰ প্ৰচলন বিপুলভাঁৱে হৈছিল। এই সত্ৰৰ গায়ন, বায়ন আৰু ভাৱৰীয়াসকলে অভিনয়ত বিশেষ কৃতিত্ব লাভ কৰিছিল। অভিনয়ৰ আৱশ্যকীয় মুখা, সাজ-সজ্জা বেশ-ভূষা ইত্যাদি ভাৱৰীয়াসকলে নিজে তৈয়াৰ কৰি লৈছিল। ফেলনু বায়ন অকল বায়নেই নহয়, এজন সুদক্ষ অভিনেতা আৰু নাট্যকাৰো আছিল। তেওঁ নিজহাতে 'হৰিশ্চন্দ্ৰ', 'অভিমন্যু বধ' ইত্যাদি কাহিনী অঙ্কীয়া নাটৰ ঠাঁচত ৰচনা কৰিছিল। মণিকান্ত পাঠক আন এজন উল্লেখযোগ্য নাট্যকাৰ। যোগেশ্বৰ গোস্বামীয়েও কেইখনমান নাট ৰচনা কৰিছিল।

নামশালা এসময়ত গীত-পদ, নাট-ভাওনাত বিশেষ আগবঢ়া আছিল। নামশালা সত্ৰ বুলি জনাজাত নহ'লেও ইয়াৰ সত্ৰীয় ঐতিহ্য চিৰবিৰাজমান। এই গাওঁৰ এটি চুবুৰীৰ নাম সম্ভৱ চুপা (সত্ৰ চুপা)। সমস্ত গাওঁখনেই দামোদৰী পন্থৰ লোক বুলি ক'ব পাৰি। সৌ-সিদিনালৈকে উদ্‌যাপন কৰা মৌজানাম বা বৰনামে প্ৰাচীন ঐতিহ্য বহন কৰি আছিল। কণ্ঠিৰাম ভূঞা আৰু আদিত্য কাকতি যথাক্ৰমে বায়ন আৰু গায়ন আছিল। তেওঁলোকৰ পিচত গায়ন-বায়ন হোৱা বা অভিনয় কৰা জীৱিতসকলক আজিও নাটকীয় ভাওৰ বিপৰীতে বায়ন, গায়ন, ভীম ইত্যাদি নামেৰে জনাজাত হৈ আছে। ৰূপমল ভূঞা আন এজন উল্লেখযোগ্য অভিনেতা। পৰৱৰ্তীকালত "নামশালা ভাতৃ সংঘ" নামৰ এটি বিশেষ দলৰ দ্বাৰাই বিভিন্ন ঠাইত অভিনয় কৰি খ্যাতি অৰ্জন কৰিছিল। বৰ্তমানে ব্যৱসায়িক ভিত্তিত বৰ্তি থকা নাট্যগোষ্ঠীৰ সুনাম অৰ্জন কৰা গুণেশ্বৰ ভূঞা নামশালা গাওঁৰেই লোক। তেওঁ কেবাখনো নৃত্য নাটিকা, নাট ৰচনা





কৰিছে।

ৰাগ-ৰাগিনীৰ ক্ষেত্ৰত পল্লা সত্ৰৰ নাম উল্লেখযোগ্য। ভোলা ভাৱৰীয়া গীত-পদ, ৰাগ-ৰাগিনী, অভিনয় আদিত প্ৰখ্যাত আছিল। ভোলা ভাৱৰীয়াৰ পিতাক গুণাৰামো এজন খ্যাতিসম্পন্ন বাদক আৰু অভিনেতা আছিল। ১৮৯৭ ৰ ভূমিকম্পত গুণাৰামৰ পৰিয়াল পল্লাৰ পৰা মুগদিলৈ স্থানান্তৰিত হয়। তেওঁলোকৰ পৰিয়ালটোৰ অভিনয় এটা বিশেষ বৃত্তি আছিল। দহ-বাৰজনীয়া দলটোৰ সৰহ সংখ্যক অভিনেতা তেওঁলোকৰ পৰিয়ালৰ মানুহ। তাৰ ভিতৰত ভোলা ভাৱৰীয়াৰ ভায়েক সাধিৰাম, দাসীৰামৰ নাম উল্লেখযোগ্য। ভোলাৰ পুতেক সদানন্দও আন এজন ভাল অভিনেতা আছিল। ভাওনাত চৌ, মুখা আদি ব্যৱহাৰ কৰিছিল। ভোলাই নিজে কীৰ্ত্তন ঘোষা আৰু দশমৰ অধ্যায় বিশেষৰ কাহিনীৰ আলমত নাট ৰচনা কৰিছিল। শিশুপাল বধ, বলিচলন, প্ৰহ্লাদ চৰিত, ৰামায়ণৰ সীতা হৰণৰ উপৰিও মহাপুৰুষ দুজনাৰ নাট অভিনয় কৰিছিল। মুগদিৰ ৰজনী তালুকদাৰ আন এজন উল্লেখযোগ্য যশস্বী অভিনেতা। চিনাদিৰ নামও এইক্ষেত্ৰত স্মৰণ কৰিব লাগিব।

আমৃখোৱা গাওঁ নাট-ভাওনাত প্ৰাচীন। অষ্টাদশ শতিকাতে এই গাওঁত নাট্য আন্দোলনৰ সূচনা হয় বুলি শুনা যায়। গায়ন বুঢ়া নামৰ ব্যক্তিজনেই হেনো ইয়াৰ উদ্যোক্তা আছিল। পৰৱৰ্তী কালত আমৃখোৱাত কেবাটাও নাট্যদল গঠিত হয়। বিশেষকৈ 'সুকুমাৰ কলা সংঘ'ৰ জৰিয়তে ইয়াৰ ডেকা চামে আধুনিক নাট্য-আন্দোলনৰ সক্ৰিয় ভূমিকা ল'বলৈ সুবিধা পায়। সময়ত সৰুক্ষেত্ৰি মৌজাৰ ভিতৰতে ৰাজহুৱা অনুষ্ঠানৰ যোগেদি বহুলভাৱে নাট্যকলা অভিনয়ৰ দিশত আমৃখোৱাই প্ৰথম স্থান অধিকাৰ কৰিছে। বৰ্তমান শতিকাৰ চল্লিচৰ দশকতে "আমৃখোৱা বাসুদেৱ অপেৰা পাৰ্টি" নামে এটি নাট্য অনুষ্ঠান গঠন হৈছিল। এই দলটোৱে সৰুক্ষেত্ৰি অঞ্চলৰ বাহিৰতো ব্যৱসায়িক ভিত্তিত নাট প্ৰদৰ্শন কৰি সফল হৈছিল। পুৰণি কালৰ পৰাই ইয়াত নাট্যকলাৰ চিন্তা-চৰ্চা কৰাৰ নজিৰ আছে। শিৱদত্ত অধ্যাপকৰ 'ৰাম বনবাস' আৰু 'প্ৰহ্লাদ চৰিত' দুখন উল্লেখযোগ্য অঙ্কীয়া নাট। শিৱনাথ ডেকাই কেবাখনো বঙলা ভাষাৰ নাট অসমীয়ালৈ তৰ্জমা কৰিছিল। সৰ্বানিন্দ ৰায়, ৰতিকান্ত ৰায় আধুনিক যুগৰ সফল নাট্যকাৰ। ৰতিকান্ত ৰায়ৰ 'শনিৰ দৃষ্টি' এখন উল্লেখযোগ্য পাঁচ অঙ্কীয়া নাট। তদুপৰি ক্ৰমে ১৯৭৫ আৰু ১৯৭৬ চনত ব্যৱসায়িক ভিত্তিত সংগঠন কৰা 'উদয়ন নাট্য গোষ্ঠী' আৰু "লাভেশ্বৰী নাট্য" দলে একেৰাহে কেবাবছৰো জনতাৰ মাজত নাট্যৰস বিলাই আছিল। সৌ সিদিনা ৰূপধন পাঠকৰ পৰিচালনাত সংগঠন হোৱা থিয়েটাৰেও প্ৰায় দুবছৰ কাল মঞ্চ সফল নাট প্ৰদৰ্শন কৰে। আজি কালিও আমৃখোৱা গাওঁত অব্যৱসায়িকভাৱে প্ৰতি বছৰে যুবচামে দৌল, লক্ষ্মীপূজা, শঙ্কৰদেৱৰ জন্মোৎসৱ আদিত কমেও তিনি-চাৰিখনমান নাট মঞ্চস্থ কৰে।

১৮৭৫ খৃঃত সৰ্থেবাৰীৰ এটি মধ্য বিত্ত পৰিয়ালত চেনিৰাম বায়নৰ জন্ম হয়। তেওঁ মহাপুৰুষৰ ৰচিত নাটৰ বাহিৰেও প্ৰাচীন পুথি আৰু আখ্যানসমূহক আধাৰৰূপে গ্ৰহণ কৰি অনেক নাট ৰচনা কৰিছিল। আনকি শঙ্কৰদেৱৰ 'ৰাম বিজয়' নাটখনো নিজে নতুনকৈ সজাই পৰাই 'হৰধনু ভঙ্গ' নামেৰে অভিনয়ৰ উপযোগী কৰি অভিনয় কৰিছিল। কুৰুক্ষেত্ৰ, কংসবধ, ৰাধাৰ কলঙ্ক মোচন, অভিমন্যু বধ, অশ্বমেধ যজ্ঞ প্ৰভৃতি আছিল তেওঁৰ ৰচিত আৰু অভিনীত নাট। সেই সময়ত অভিনয়ত ব্যৱহাৰ্য্য সাজপাৰৰ ভিতৰত প্ৰধান আছিল হাতত কেৰু, কাণত সোণা, গলত মালা, বাহুত বলয়, পদত ঘুগুৰা আৰু মুখাৰ প্ৰচলনো আছিল। সেই সময়ত অৱশ্যে পোছাক-পাতিবোৰ বঙ্গদেশৰ পৰা অনা হৈছিল। অৰ্থাৎ সেই সময়ৰ পৰা নামনি অসমত খাঁচ অসমীয়া ভাওনাত বঙ্গদেশৰ প্ৰভাৱ পৰিলক্ষিত হোৱা দেখা যায়। চেনিৰাম বায়নৰ দলত মুঠ মানুহৰ সংখ্যা প্ৰায় চল্লিচজনমান আছিল। কাৰণ সেই সময়ত অভিনয়ৰ শেষত নাম প্ৰসঙ্গ কৰা, বৰগীত গোৱা নিয়ম প্ৰচলিত আছিল। ভৱ ভূঞা, বনমালী ভূঞা, অম্বুল ভূঞা আদি দলৰ প্ৰধান সঙ্গী আছিল।

চেনিৰাম বায়নৰ স্বৰচিত ৰুক্মিণীহৰণ আৰু ঘুনুচা যাত্ৰা নামৰ দুখন নাট হাতেলিখা অৱস্থাত পোৱা হৈছে। ৰুক্মিণীহৰণ নাটত কেবাটাও পাৰ্শ্ব চৰিত্ৰ (Sub Character) আৰু পাৰ্শ্ব ঘটনাৰ (Sub Plot) সৃষ্টি কৰিছে। মেণী-বেণী, অনন্ত নাগৰ উপৰিও গৰ্গমুণি, বিশ্বকেতু, ইন্দ্ৰ আদিৰ ভূমিকা মহাপুৰুষতকৈ পৃথকে প্ৰকাশ কৰিছে। নাটখন স্থানীয় ভাষাত ৰচনা কৰা হৈছিল।

সৰুক্ষেত্ৰি অঞ্চলত প্ৰাচীন অভিনয়ৰ কলাশৈলী আৰু আধুনিক নাট পৰিবেশনৰ সংযোগ ঘটে ওস্তাদ জলতি মোহন তামুলীৰ যোগেদি। তেওঁ সৰুৰে পৰা পিতাক দত্তৰাম তামুলী আৰু চেনিৰাম বায়নৰ ছত্ৰছায়াত থাকি নাট্য কলা-কৌশল আয়ত্ব কৰে। এই অঞ্চলৰ প্ৰথম হাৰমনিয়ম বাদক আৰু প্ৰচলন কৰোতা হিচাবে তামুলীৰ নাম আছে। তেওঁ নিজে অভিনয়ৰ উপযোগীকৈ কুৰিখনৰো অধিক বঙলা ভাষাৰ নাট অনুবাদ কৰি মঞ্চস্থ কৰিছিল। তামুলী অকল এজন নাট্যকাৰ, গায়ক বা অভিনেতাই নাছিল, তেওঁ আছিল এজন সুদক্ষ নাট্য সংগঠকো। তেওঁৰ যত্নতে কুৰি পচিশটামান নাট্যদল সংগঠিত হৈছিল। এজন মানুহৰ জীৱনত একেলগে ইমান নাট্যদল সংগঠন কৰাটো কম পৰিশ্ৰম আৰু দক্ষতাৰ পৰিচয় নহয়। সৰ্থেবাৰীতো তেওঁ কেবাটাও যাত্ৰা দল সংগঠন কৰিছিল। তাৰ ভিতৰত সৰ্থেবাৰী 'ডায়মণ্ড পাৰ্টি', 'সৰ্থেবাৰী বংশী নৱজাগৰণ' উল্লেখযোগ্য। আনকি অসমৰ বিভিন্ন ঠাইত তেওঁ নাট্য সংগঠনৰ কাম কৰোতে কেতিয়াবা সমাজৰ পৰা গৰিহণাও পাইছিল তথাপি তাৰ পৰা তেওঁৰ মনে আঁতৰি অহা নাছিল। তেওঁ কলিকতাৰ শ্ৰীচৰণ ভাণ্ডাৰীৰ যাত্ৰা পাৰ্টিত কিছুকাল থকাৰ পিচত "শৈলবালা" নামৰ আন এটি পাৰ্টিত যোগদান কৰে। "শৈলবালা পাৰ্টিটো অসমলৈ লৈ আহিছিল আৰু অসমৰ বিভিন্ন ঠাইত চাৰিমাহ ধৰি নাট প্ৰদৰ্শন কৰি ফুৰিছিল। অসমতো শৈলবালাৰ দৰে এটি সহ-অভিনয়ৰ নাট্য দল গঠন কৰা মানসেৰে তেওঁ পুনৰ কলিকতালৈ উভতি নগৈ পাঠশালাৰ ওচৰৰ দুৱিত থকা শিৱ মন্দিৰত অধিকাৰ আৰু নৰ্ত্তকীসকলৰ সহযোগত "শিৱলিঙ্গ অপেৰা পাৰ্টি" গঠন কৰে। (১৩২৩ শক, ১৯২০ খৃঃ) উক্ত পাৰ্টিত মহিলা শিল্পী আছিল-- সুশীলা, কৌশল্যা, যামিনী, ৰয়াবালা, হালধিবালা, অম্বালিকা, সাবিত্ৰী, নৰেশ্বৰী প্ৰভৃতি। সম্ভৱতঃ অসমত

তামুলী সহ অভিনয়ৰ পথ প্ৰদৰ্শক।

সময়ৰ প্ৰয়োজনত সৰ্থেবাৰীত কেবাটাও নাট্যদল সংগঠন হৈ আহিছে। তাৰ ভিতৰত করুণা বৰ্মণৰ "মঞ্চজ্যোতি মিনি থিয়েটাৰ" উল্লেখযোগ্য। ব্যৱসায়িক ভিত্তি এই থিয়েটাৰখনে দুই-তিনিবছৰমান বৰ্তি আছিল। বৰ্তমানে বাণী বৰ্মণৰ প্ৰযোজনাত "সৰ্থীদেৱী নাট্য সমাজ" নামৰ নাট্য অনুষ্ঠান এটি গঢ়ি উঠাটো সন্তোষৰ কথা। সৰ্থেবাৰীত কেবাজনো বিশিষ্ট নাট্যকাৰ আৰু অভিনেতা আছে। নাট্যকাৰ হিচাবে, বিদুৰ ডেকা (জন্মাষ্টমী), ধৰণীধৰ ডেকা (মানৱ দিন), মহেশ্বৰ ভূঞা (ৰাইজমেল), মৃণাল ডেকা (দায়ী কোন?) প্ৰভৃতিয়ে খ্যাতি অৰ্জন কৰিছে।

নাট্য আন্দোলনত সৰুক্ষেত্ৰি অঞ্চলৰ অৱদান নিশ্চয়কৈ লেখত লবলগীয়া। নাট-ভাওনাত এই অঞ্চল প্ৰাচীন কালৰ পৰাই যে অকল আগবঢ়া এনে নহয়, নব্য-নাট্য আন্দোলনৰ পৰম্পৰাতো। ব্যৱসায়িক ভিত্তিত সংগঠিত কেবাটি দলেও নিজৰ কলা-কৌশল প্ৰয়োগ কৰি দৰ্শকক মোহিত কৰি আহিছে। তাৰ ভিতৰত বনিয়াকুছিৰ বাপুৰাম দাসৰ তত্বাৱধানত গঢ়ি উঠা "বীণাপাণি অপেৰা পাৰ্টি"য়ে এসময়ত সমগ্ৰ অসমতে আলোড়ন সৃষ্টি কৰিছিল। বাপুৰাম দাস নিজেও এজন নাট্যকাৰ আৰু শিল্পী আছিল। বনিয়াকুছিৰ গিৰিন দাসৰ গিৰিৰাজ থিয়েটাৰেও এসময়ত দৰ্শকৰ মন আকৰ্ষণ কৰিব পাৰিছিল। ৰামদাস বৰ্মণৰ বীণাপাণি নাট্য সমাজেও প্ৰায় পোন্ধৰ বছৰ ধৰি ৰাইজৰ মাজত নাটৰস যোগাই আহিছে। "বীণাপাণি মিনি থিয়েটাৰ" নামৰ এটি নতুন নাট্য সংগঠন অলপতে ঠন ধৰি উঠিছে। লচিমাৰ শশী বৰ্মণৰ "চন্দ্ৰভানু", বেলবাৰীৰ যাত্ৰাপাৰ্টি প্ৰভৃতি অনুষ্ঠানে নাট্য আন্দোলনৰ পৰম্পৰাত নিসন্দেহে অৰিহণা যোগাই আহিছে। লচিমাৰ গিৰিধৰ লহকৰ আন এজন নাট্য সংগঠক। তেওঁ কেবাটাও নাট্যদলৰ লগত প্ৰত্যক্ষভাৱে জড়িত। আনহাতে বেলবাৰী গাওঁৰ কটন মহাবিদ্যালয়ৰ অধ্যাপক বিশিষ্ট সমালোচক ৰামমল ঠাকুৰীয়া এজন অভিনেতা তথা নাট্য কলা-কুশলী লোক আছিল। তেওঁ পুৰণি নাট-ভাওনাৰ পৰা আধুনিক যুগৰ নাট-থিয়েটাৰলৈ বিশেষভাৱে জড়িত আছিল।

অব্যৱসায়িক ভিত্তিত সংগঠিত সংঘ, ক্লাৱ আদিৰ যোগেদিও এই অঞ্চলত ভালেখন নাট মঞ্চস্থ কৰা হৈছে। তাৰ ভিতৰত বৰশলা, ৰাউলী, চিনাদী, বেঙাপাৰা, বাঘমাৰা আদি গাওঁৰ অনুষ্ঠানসমূহ লেখত লবলগীয়া।

আমি আশাৱাদী। অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিৱেশনে এই অঞ্চলৰ নাট্যকাৰ, অভিনেতাক উৎসাহিত কৰিব পাৰিব আৰু ন ন সৃষ্টিৰ মাধ্যমত ভাষা-জননীৰ সেৱাত ব্ৰতী হোৱাৰ প্ৰেৰণা যোগাব।●



*ভালেমান নিষ্ঠাবান আৰু একানপতীয়া সাহিত্যসাধক সাহিত্য সভাৰপৰা আঁতৰি আছে বা সমূলঞ্চে আঁতৰি নাথাকিলেও তেলে-পানীয়ে থকা দি আছে। এনে এটা আসোঁৱাহৰ কথা কোৱা মাজে-মধ্যে কাণত পৰে। পাছে এইষাৰ যে খুচৰি উলিওৱা দোষহে তেনে কথাও নহয়। হলেও সেইটো সাহিত্য সভাৰ দোষ বুলি ক'ব নোৱাৰি। অযোগ্য লোকে ভিৰ কৰে, যোগ্যলোকে হেঁহকা-পিছলা কৰে। তাতোকৈ সাধনমগ্ন সাহিত্যিক আৰু নিপুণ শিল্পীসকলে নিজে মোক ল মোক ল বুলি আগবাঢ়ি যাবলৈ নিবিচাৰে। অথচ সেইসকলক বাদ দি সাহিত্যপ্ৰেমীৰ নামত বহুতক পাছতালি মাৰিবলৈ সুযোগ দিয়াযাৱো যুক্তিসিদ্ধ কথা নহয়।*

তীৰ্থনাথ শৰ্মা





# বিহঙ্গম দৃষ্টিত পাকামৌজা

*দধিৰাম ডেকা*

বৰপেটা জিলাৰ মৌজাবোৰৰ ভিতৰত পাকা মৌজাখন অতি প্ৰাচীন। আগতে এই মৌজাখন সৰুক্ষেত্ৰী মৌজাৰ অন্তৰ্গত আছিল। ই বৰপেটা জিলাৰ পূব সীমাত অৱস্থিত। ইয়াৰ উত্তৰ সীমাত বজালী মহকুমাৰ উত্তৰ বজালী আৰু সৰিহ মৌজা, পূবে নলবাৰী জিলা, দক্ষিণে সৰুক্ষেত্ৰী মৌজা আৰু পশ্চিমে বেটবাৰী মৌজা। এই ভূখণ্ডৰ মাটিকালি ১,০৯,৪৯৬ বিঘা ১২ লেচা (প্ৰায় ১৪,৫৯৩ হেক্টৰ)। ইয়াৰ খাজনাৰ পৰিমাণ ৬৯,২৬৯.৪০ টকা, স্থানীয় কৰ ১৭,৮১৩.৩০ টকা আৰু মহকুমা পৰিষদৰ কৰ ৩,৫৫৮.৪৩ টকা। মৌজাখন সৰ্থেবাৰী ৰাজহ চক্ৰৰ অন্তৰ্গত। অসম বিধান সভাৰ ৪৬ নং সৰুক্ষেত্ৰী সমষ্টিৰ ৩ খন মৌজাৰ (সৰুক্ষেত্ৰী, পাকা আৰু বেটবাৰী) ভিতৰত পাকা মৌজাও এখন। যোৱা ১৯৯১ চনৰ লোকপিয়লত ইয়াৰ লোকসংখ্যা আছিল ৭০,৩৯৪ জন) ইয়াৰ ভিতৰত অনুসূচীত জাতিৰ ৩,৫১৩ জন (সৰ্বমুঠ জন সংখ্যাৰ ৪.৯৯ শতাংশ) অনুসূচীত জনজাতিৰ ১২,৩৭০ জন (১৭.৫৭ শতাংশ) আছিল। মৌজাখনত শিক্ষিতৰ (সাধাৰণ লিখা-পঢ়া জনা) সংখ্যা আছিল ৬,৫১১ জন মাত্ৰ। (মুঠ জন সংখ্যাৰ ৯.২৪ শতাংশ)। ইয়াৰ দ্বাৰা সহজে বুজিব পাৰি যে— এই মৌজাখনৰ লোকসকল শিক্ষালাভৰ ক্ষেত্ৰত অতিশয় পিছপৰি আছে। ১৯৯০ চনত সৰুক্ষেত্ৰী সমষ্টিৰ ভোটাৰৰ সংখ্যা আছিল ১,০৫,৫৬০। ১৯৯৩-৯৪ চনৰ ভোটাৰৰ তালিকা প্ৰস্তুতিৰ কাম চৰকাৰৰ প্ৰশাসনীয় স্তৰত বৰ্তমানো চলি আছে।

আগতে এই মৌজাখন বৰপেটা উন্নয়ন খণ্ডৰ ভিতৰত আছিল। দুবছৰমান হ'ল— ইয়াক বেটবাৰী মৌজাৰ লগ লগাই, সেইখন মৌজাৰ কয়াকুছি গাঁৱত কাৰ্যালয় পাতি, নতুনকৈ উন্নয়ন খণ্ড কৰা হৈছে।

**পঞ্চায়ত ব্যৱস্থা**— ১৯৫২ চনত মৌজাখনত মাত্ৰ এখন পঞ্চায়ত গঠন কৰা হৈছিল। বিশিষ্ট সমাজকৰ্মী তথা প্ৰবীণ শিক্ষক শ্ৰীসুনন্দি ডেকা প্ৰথমে তাৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। কেইবছৰমানৰ পিছত পঞ্চায়ত ব্যৱস্থাৰ পৰিবৰ্ত্তিত নিয়ম অনুসৰি দুখন আঞ্চলিক পঞ্চায়ত গঠন কৰা হয়, লোকপ্ৰিয় পঞ্চায়ত আৰু দেশভক্ত পঞ্চায়ত। গণতান্ত্ৰিক পদ্ধতিত নিৰ্বাচিত প্ৰতিনিধিৰে গঠিত এই পঞ্চায়তৰ দ্বাৰা গ্ৰামোন্নয়নৰ সকলোধৰণৰ কাম কৰা হয়। প্ৰত্যেক পঞ্চায়ত এলাকাত থকা সমবায় সমিতিৰ জৰিয়তে জনসংখ্যাৰ ভিত্তিত চাউল, চেনি আদি সুলভ মূল্যৰ খাদ্য-দ্ৰব্য বিতৰণ কৰা হয়।

**গাওঁবোৰৰ ঐতিহাসিক পটভূমি**— পাকা মৌজাখন ৬৩ খন গাঁৱেৰে গঠিত। ১৮৯৭ চনৰ ঐতিহাসিক প্ৰলয়ঙ্কৰী ভূমিকম্পৰ ফলত বৰপেটা মহকুমাৰখনৰ (বৰ্তমান জিলাখনৰ) যথেষ্ট ক্ষতি হৈছিল, ফলস্বৰূপে কিছুমান গাওঁ ধ্বংস হৈ বিল-খাল, জলাশয় আদিত পৰিণত হৈছিল। পাকা মৌজাখনেও এই প্ৰাকৃতিক দুৰ্যোগৰ পৰা হাত সাৰিব পৰা নাছিল। মৌজাখনৰ দক্ষিণ-পশ্চিম অঞ্চলৰ কিছুমান গাওঁ ধ্বংস হোৱাত খাল, বিল আৰু দলনি-পিটনিলৈ সৃষ্টি হৈছিল। দক্ষিণ অংশত পাকা গো-চৰণীয়া পথাৰ। ভূমিকম্পৰ আগতে এই চৰণীয়া পথাৰখনৰ চাৰিওফালে কেইবাখনো উন্নত গাওঁ আছিল। আশে-পাশে থকা ঠাইবোৰৰ নামৰ পৰাই ইয়াৰ প্ৰমাণ পাব পাৰি। তাত বামুণ পাকা, গোঁসাই পাকা, সত্ৰ পাকা, নটপাৰা, হীড়াবড়ি আদি গাওঁৰ নাম এতিয়াও আছে। প্ৰাকৃতিক দুৰ্যোগৰ সন্মুখীন হৈ তাত বাস কৰা মানুহবোৰ আন ঠাইলৈ উঠি যায়। তাৰে কেইবাঘৰো ব্ৰাহ্মণ-গোঁসাই সম্প্ৰদায়ৰ লোক বজালী মহকুমাৰ বনগাঁও, মুণ্ডৰীয়া, পিপ্‌লা আদি গাঁৱত বৰ্তমানে আছে। নগাঁও জিলাতো তেওঁলোকৰ বংশধৰ থকা বুলি জানিব পৰা গৈছে। তেওঁলোকৰ ব্ৰহ্মোত্তৰ মাটি পাকা গো-চৰণীয়া পথাৰৰ সীমাত এতিয়াও আছে ; তেওঁলোকে আধিয়াৰৰ পৰা সেই মাটিৰ কৃষিজাত পণ্য-দ্ৰব্য বৰ্তমানো পাই আছে। বামুণ পাকাৰ পৰা যোৱা লোকসকল টিহুৰ আশে-পাশে থকা বুলি জনা যায়।

১০ কিঃ মিটাৰমান উত্তৰে থকা ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়ৰ লগত ইয়াৰ নটপাৰা গাঁৱৰ 'নট'সকলৰ সম্পৰ্ক আছিল। শুনিবলৈ পোৱা যায়, যে- - এই নটপাৰা গাঁৱৰ নৃত্য পটীয়সী 'নট' সকলে ডুবি দেৱালয়ত 'নটী নৃত্য' প্ৰদৰ্শন কৰিছিল। প্ৰাকৃতিক দুৰ্যোগৰ পিছত তেওঁলোকেও আন ঠাইলৈ উঠি যায়। তেনেদৰে হীড়াবড়িৰ লোকসকলেও আন ঠাইলৈ যোৱাত গাওঁখন পাকা-চৰণীয়া পথাৰখনৰ অন্তৰ্ভূক্ত হৈ পৰে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সৰুক্ষেত্ৰী মৌজাৰ কাপলা সত্ৰলৈ আহোঁতে কিছুদিন 'ফুলবাৰী'তো আছিল; সেই কাৰণে তাত এখন সত্ৰ স্থাপিত হৈছিল। তাৰ ওচৰতে মহাপুৰুষ দামোদৰ দেৱৰ প্ৰিয় শিষ্য মনোহৰদেৱেও নতুনকৈ সত্ৰ স্থাপন কৰি ধৰ্ম প্ৰচাৰ কৰিছিল ; সেই বাবে সেই ঠাইৰ নাম 'নসত্ৰ' হয়। বৰ্তমান তাতেই 'কৃষ্ণগুৰু' সেৱাশ্ৰম প্ৰতিষ্ঠা কৰা হৈছে। মৌজাখনৰ দক্ষিণ-পূব সীমাত মহাপুৰুষ মাধৱদেৱে স্থাপন কৰা গোমূৰা সত্ৰ আৰু তাৰ পূবত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ নাতি ল'ৰা চতুৰ্ভুজ ঠাকুৰৰ দ্বাৰা স্থাপিত সত্ৰ আছে। এই সত্ৰবোৰত সত্ৰীয়া পদ্ধতিত প্ৰাত্যহিক নাম-কীৰ্ত্তন কৰা হয়। তাৰ উপৰিও প্ৰতি বছৰে মহাপুৰুষ শংকৰদেৱ আৰু মাধৱদেৱৰ তিৰোভাৱ তিথিত অঙ্কীয়া নাট-ভাওনা (ভোজন-বিহাৰ)

আৰু নটুৱা নৃত্য প্ৰদৰ্শন কৰা হয়। সত্ৰপাকাত শ্ৰীশ্ৰীদামোদৰদেৱৰ শিষ্য কপিলদেৱৰ সত্ৰ আছিল।

**জনগোষ্ঠীৰ সংমিশ্ৰণ** – প্ৰাচীন কালৰ পৰা এই মৌজাখনত উন্নত, অনুন্নত, অনুঃজাতি আৰু অনুঃজন জাতিৰ লোকসকলে বাস কৰি আহিছিল। প্ৰলয়ঙ্কৰী ভূমিকম্পৰ ফলত বাসৰ অনুপযোগী হোৱাত দক্ষিণ-পূৱৰ দৰে পশ্চিম অঞ্চলৰ লোকসকলেও আন ঠাইলৈ উঠি যায়। তেতিয়া দলনি-পিটনিৰে ভৰা অতিশয় দ খেতি-পথাৰবোৰ গৰাকীবিহীন খাছ মাটিত পৰিণত হয়। প্ৰাকৃতিক পৰিবৰ্তনৰ লগে লগে বহুত বছৰৰ পিছত সেই পথাৰবোৰ খেতিৰ উপযোগী হ'বলৈ ধৰে। সেই সময়তে চল্লিশৰ দশকত চাৰ চাদুল্লা চাহাব অসমৰ প্ৰধানমন্ত্ৰী (মুখ্যমন্ত্ৰী) হয়। অধিক শস্য উৎপাদন আৰু ৰাজহ বৃদ্ধিৰ অজুহাতত তেওঁ পূৰ্ববঙ্গৰ ৰংপুৰ, মৈমনসিং, কোচবিহাৰ আদি জিলাৰপৰা ভাষিক সংখ্যালঘু হিন্দু-মুছলমান লোকসকলক আনি অসমৰ খাছ মাটিত গাওঁ পাতি বহুওৱাৰ ব্যৱস্থা কৰে। তেতিয়া এই মৌজাখনৰো দক্ষিণ-পশ্চিম অঞ্চললৈ আহি তেওঁলোকে গাওঁ পাতি, খাছ মাটিত বাস কৰিবলৈ ধৰে। চৰকাৰে তেওঁলেকক মাটিৰ পট্টা দিয়াৰ ব্যৱস্থাও কৰে। বামুন্দী, পিঠেদী, নেউলাৰ ভিঠা, ভক্তৰ দৰা, কয়াকুছি, নেলিগাওঁ, ডেকাগাওঁ আদিত তেওঁলোকে বাস কৰিবলৈ ধৰে। তেতিয়া দক্ষিণ-পশ্চিম অংশত প্ৰাকৃতিক দুৰ্যোগৰ সন্মুখীন হৈও প্ৰাচীন কালৰ পৰাই বাস কৰি থকা এবা, বামুন্দী, নেউলাৰ ভিঠা আদি গাঁৱৰ অনঃজাতি, অনঃ জনজাতিৰ লোকসকল সংখ্যালঘুত পৰিণত হয়। লাহে লাহে তেওঁলোকৰ মাজত মিলা-প্ৰীতিৰ ভাৱ আহি পৰাত উভয়ে শান্তিপূৰ্ণ পৰিবেশত বাস কৰিবলৈ ধৰে। তেওঁলোকে (ভাষিক সংখ্যালঘুসকলে) অসমৰ ঘাই সুঁতিৰ লগত মিলি গৈ অসমীয়া মাধ্যমৰ বিদ্যালয় পাতি শিক্ষা লাভ কৰি আহিছে।

**শিক্ষা ব্যৱস্থা**– মৌজাখনৰ গাওঁবোৰত অসমীয়া আৰু বড়ো মাধ্যমৰ প্ৰাথমিক বিদ্যালয় আছে। প্ৰথম অৱস্থাত বামুন্দী, বিঠেদী, কাৰেমাৰী, ৰামপুৰ, বৰশিমলা, ফিঙুৱা, নেউলাৰ ভিঠা আদিত মইনৰ স্কুল আৰু আম্দ গাঁৱত মজলীয়া বিদ্যালয় স্থাপিত হৈছিল। উচ্চমাধ্যমিক বিদ্যালয়ৰ ভিতৰত মৌজাখনৰ সীমাত লেচেৰা হাইস্কুলখন প্ৰথমে স্থাপিত হয়। তাৰ বহু বছৰৰ পিছতহে ৰামপুৰ, বৰশিমলা, বালাপাৰা (বড়ো মাধ্যম), হাঠিনাপুৰ, বাগলা, গোলীবন্ধা, চাপাৰবড়ী হাইমাদ্ৰাছা, আম্দ, ফিঙুৱা, হাড়া ভাঙা (দঃ পাকা হাইস্কুল), দেব্ৰা, নেউলাৰ ভিঠা বজাৰ, বি. কে. পি. হাইস্কুল (বতিয়া গাঁৱৰ পূৱত), কয়াকুছি, নসত্ৰ আদিত উচ্চ মাধ্যমিক বিদ্যালয় স্থাপিত হয়। ইয়াৰ ভিতৰৰ অধিকাংশ বিদ্যালয় প্ৰাদেশীকৃত হোৱা নাই। ৰাইজৰ দান-বৰঙণিৰে উক্ত বিদ্যালয়বোৰ পৰিচালিত হৈ আছে। এই মৌজাখনত মহাবিদ্যালয় নথকা বাবে উচ্চমাধ্যমিক বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত ছাত্ৰ-ছাত্ৰীসকলৰ বাবে কলেজীয়া শিক্ষা লাভ কৰাটো কঠিন হৈ পৰিছিল। তেওঁলোকে পাঠশালা, পাটাচাৰকুছিত থকা উচ্চতৰ মাধ্যমিক তথা মহাবিদ্যালয়ত নাইবা টিহু মহাবিদ্যালয় আৰু সৰ্থেবাৰীত থকা বাপুজী মহাবিদ্যালয়তহে উচ্চশিক্ষা লাভ কৰিব লগাত পৰিছিল। বৰ্তমান ৰামপুৰত নতুনকৈ বতিকান্ত লহকৰ মহাবিদ্যালয় স্থাপন কৰা হৈছে। ওচৰতে থকা নবিহ মৌজাৰ বনগাঁৱত উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ উপৰিও এখন মহাবিদ্যালয়ো স্থাপিত হৈছে। ভক্তৰদৰাত নতুনকৈ 'হৰেন্দ্ৰ-চিত্ৰা কলেজ' আৰু নসত্ৰত 'কৃষ্ণগুৰু আধ্যাত্মিক মহাবিদ্যালয়' (সেৱাশ্ৰমৰ শিষ্যসকলৰ বাবে) স্থাপন কৰিছে। এইদৰে পলমকৈ হ'লেও মৌজাখনৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবে উচ্চশিক্ষা লাভৰ সু-ব্যৱস্থা কৰা হৈছে।

যাতায়ত– পাকা মৌজাৰ যাতায়ত ব্যৱস্থা অতিশয় দুখ লগা। মৌজাখনৰ মাজেদি দুখন ব্ৰহ্মপুত্ৰৰ উপনৈ বৈ গৈছে। পূব-দক্ষিণ ভাগত বুঢ়াদিয়া আৰু টিহু নৈ মিলিত হৈ পশ্চিমলৈ বৈ গৈছে। উত্তৰৰ পৰা কালদিয়া আহি পশ্চিম অংশত বুঢ়াদিয়া নদীৰ লগত মিলিত হৈছে। নদী দুখনৰ পাৰত থকা গাওঁবোৰৰ মানুহে খেতি-বাতি কৰি জীৱন নিৰ্বাহ কৰে। পাঠশালাৰ পৰা সৰ্থেবাৰীলৈ যিটো গড়কাপ্টানি পথ (ডাঃ জিনাৰাম দাস পথ) আছে, তাৰ ৬ কিঃ মিটাৰমান মৌজাখনৰ পূব অংশৰ মাজেদি গৈছে। ইয়াৰ খাৰসুতাৰ (বুঢ়া দিয়া নদীৰ এই অংশৰ নাম) দলংখনৰ অৱস্থা অতিশয় শোচনীয় হৈ আছে। ৩০ বছৰমান আগতে কাঠৰ দলংখন নদীৰ প্ৰৱল সোঁতে উটুৱাই নিয়াত তাত পকী দলং নিৰ্মাণ কৰিছিল। এই দলংখনৰ দক্ষিণ মূৰটো গড়াখহনীয়াত খহি যোৱাত কেইবা বছৰৰ পৰা তাৰ ওপৰেদি যাতায়ত বন্ধ হৈ আছে। তাৰ ফলত পাঠশালা-সৰ্থেবাৰী পথৰ যাত্ৰীবাহী বাছৰ চলাচলো ব্যাহত হৈছে। মৌজাখনৰ মাজ ভাগত পূবৰ পৰা পশ্চিমলৈ বৰশিম্লা ৰাজাখাট গড়কাপ্টানি পথ আছে। মেৰামতিৰ অভাৱত এই পথটোৰো অৱস্থা দুখলগা। বালাপাৰা গাঁৱৰ কালদিয়া নদীৰ কাঠৰ দলংখন আৰু অন্যান্য দলংবোৰ যাতায়তৰ বাবে অচল অৱস্থাত আছে। যাত্ৰীবাহী বাছৰ চলাচল ইয়াতো বন্ধ হৈ পৰিছে। উত্তৰ অংশত থকা ফিঙুৱা, বৰলা, আম্দ, চাপাৰবড়ী আদি গাঁৱলৈ পাঠশালা ৰেল ষ্টেচনৰ লগত সংযোগী পথ আছে যদিও সেইবোৰৰ অৱস্থাও তথৈবচ।

দক্ষিণ অংশৰ পাকা গো-চৰণীয়া পথাৰৰ কাষেদি পশ্চিমে ৮ কিঃ মিটাৰমান দূৰৰ হাড়াভাঙালৈ এটি গড়কাপ্টানি পথ আছে। দলংবোৰ বানপানীৰ ফলত ভাগি যোৱাত ইয়াতো যাত্ৰীবাহী বাছৰ চলাচল বন্ধ হৈ আছে। এই পথৰ ২ কিঃমিটাৰমান দূৰলৈহে (নসত্ৰলৈ) যাত্ৰীবাহী বাছ চলে।

পঞ্চায়ত তথা চৰকাৰৰ গ্ৰামোন্নয়ন বিভাগৰ দ্বাৰা নিৰ্মাণ কৰা আলি-বাটবোৰৰ অৱস্থা ইমান শোচনীয় যে– বাৰিষা সেইবোৰ পথৰ বোকা-পানীৰ মাজেদি খোজকাঢ়ি যোৱাটো কষ্টকৰ হৈ পৰে। আনকি অফিচ-কাছাৰীৰ কামত জিলাৰ সদৰ ঠাই বৰপেটা নাইবা গুৱাহাটীলৈ ইয়াৰ মানুহ যাব লাগিলে উত্তৰৰ পাঠশালা নাইবা দক্ষিণৰ সৰ্থেবাৰীলৈ ১০-১২ কিঃমিটাৰ খোজ কাঢ়ি গৈহে যাত্ৰীবাহী বাছ পাব পাৰে।

স্বাধীনতা লাভ কৰাৰ ৪৭ বছৰৰ পিছতো যাতায়তৰ ক্ষেত্ৰত সীমাহীন দুৰ্গতি ভোগ কৰিবলগা এনেকুৱা অঞ্চল আন কৰবাতো আছে বুলি ভাবিবই নোৱাৰি।

হাট-বজাৰ– ধান খেতিৰ উপৰিও মৌজাখনৰ খেতিয়কসকলে মৰাপাট, সৰিয়হ, মাহ-মচুৰ, আলু-পিয়াজ আদিৰ খেতি কৰে। পণ্য-দ্ৰব্যবোৰ বেচা-কিনাৰ সুবিধাৰ্থে নেউলাৰ ভিঠা, চাপাৰবড়ী আৰু বালাপাৰত অৰ্দ্ধসাপ্তাহিক ডাঙৰ বজাৰ বহে। নদীৰ পাৰতে তিনিওখন বজাৰ অৱস্থিত। সেইবাবে নাৱৰীয়া ব্যৱসায়ীসকলৰ বেহা-বেপাৰৰ বাবে বিশেষ সুবিধা হয়। কৃষিজাত দ্ৰব্যবোৰৰ উপৰিও মৌজাখনত মৎস্য ব্যৱসায়ৰো সুবিধা আছে। তাভাবিলৰ উপৰিও বুঢ়াদিয়া, কালদিয়া নদী মীন-মহল হিচাপে ডাকত দি বৰপেটা মহকুমা পৰিষদে লাখ-লাখ টকা সংগ্ৰহ কৰে। এই মীন-মহলৰ উপৰিও বজাৰবোৰ ডাকত দিও মহকুমা পৰিষদে বহুত টকা পাই থাকে।

চিকিৎসা ব্যৱস্থা– জনসাধাৰণৰ চিকিৎসাৰ ক্ষেত্ৰত এই মৌজাখনৰ অব্যৱস্থা লক্ষণীয়। দক্ষিণ-পশ্চিম অঞ্চলত এখনো চৰকাৰী চিকিৎসালয় প্ৰতিষ্ঠিত হোৱা নাই। অনুসূচীত জাতিৰ বসতি প্ৰধান এবা গাঁৱত এখন চৰকাৰী সাহায্যপ্ৰাপ্ত ডাক্তৰখানা আছে যদিও ডাক্তৰ আৰু আৱশ্যকীয় ঔষধ-পাতিৰ অভাৱত ৰোগীসকল প্ৰাথমিক চিকিৎসাৰ পৰাও বঞ্চিত হৈ পৰে। এনে অৱস্থাত বহুত ৰোগী অকালতে মৃত্যুমুখত পতিত হয়। চিকিৎসা শাস্ত্ৰত অনভিজ্ঞ, কোনো মেডিকেল স্কুল-কলেজত শিক্ষা লাভ নকৰা তথাকথিত স্বয়ম্ভু ডাক্তৰসকলেই ইয়াৰ হোজা গাঁৱলীয়া মানুহৰ মাজত ভাল চিকিৎসক। উত্তৰ অঞ্চলৰ আম্দ গাঁৱত মধ্য ভাগত কাৰেমাৰীত চৰকাৰী ডাক্তৰখানা আছে। এইবোৰ ডাক্তৰখানাৰো চিকিৎসা ব্যৱস্থা তথৈবচ। চিকিৎসাত এনেকুৱা চৰকাৰী অব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত 'কুৰি শতিকাত সকলোৰে বাবে স্বাস্থ্য' বুলি চৰকাৰে প্ৰচাৰ কৰা কথাষাৰ অসাৰ্থক হ'ব যেনহে লাগে।

উৎসৱ-পাৰ্বণ– আগতে প্ৰকাশ কৰা হৈছে যে– এই মৌজাখন বিভিন্ন জনগোষ্ঠীৰ লোকৰ বাসস্থান। বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিও ভিন্ ভিন্। প্ৰাচীন অসমীয়া হিন্দুসকলে অসমৰ জাতীয় উৎসৱ বিহু উলহ-মালহেৰে পালন কৰে। গাঁৱৰ মানুহবোৰে সভা মহোৎসৱ পাতি নাম-কীৰ্ত্তন কৰাৰ উপৰিও ঢুলীয়া, যাত্ৰাগান, ওজাপালী, থিয়েটাৰ আদি প্ৰদৰ্শনেৰো ব্যৱস্থা কৰে। আম্দ, এবাগাওঁ, ৰামপুৰ, কাৰেমাৰী (লক্ষ্মীপূজা উপলক্ষে) আদিত প্ৰতিবছৰে সভা-মহোৎসৱ পতা হয়। জনজাতীয় লোকসকলে ঠায়ে ঠায়ে বাথৌপূজা পাতি খেৰাই নাচ-গান আদি সাংস্কৃতিক অনুষ্ঠানৰ ব্যৱস্থা কৰে। মুছলমানসকলেও ঈদ্-উজ্জহা, ঈদলফেট্ৰ আদি তেওঁলোকৰ ধৰ্মীয় অনুষ্ঠানবোৰ উৎসাহ-উদ্দীপনাৰে পালন কৰে। এই উৎসৱ-পাৰ্বণবোৰৰ জৰিয়তে কৰ্মব্যস্ত লোকসকলৰ নৈতিক, মানসিক, আধ্যাত্মিক দিশৰ উৎকৰ্ষ সাধিত হোৱাৰ উপৰিও শান্তি-সম্প্ৰীতিৰ বাতাবৰণ সৃষ্টি হয়।

পাকা মৌজাখনৰ শিক্ষা-দীক্ষা, যাতায়ত, চিকিৎসা, বেপাৰ-বাণিজ্য, কলা-সংস্কৃতি আদি সকলো ধৰণৰ অনগ্ৰসৰতাৰ ওপৰত দৃষ্টি ৰাখি ইয়াত এটি থূল-মূল বিৱৰণ দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে। স্বাধীনতা লাভৰ ৪৭ বছৰৰ পিছতো বিভিন্ন দিশত এনেকুৱা অনগ্ৰসৰ অঞ্চল আন ক'ৰবাত থকা বুলি আমি ভাবিবই নোৱাৰোঁ। সেয়েহে চৰকাৰী-বেচৰকাৰী সকলো পক্ষৰে দৃষ্টি আকৰ্ষণ কৰি আমাৰ অনিচ্ছাকৃত ভুল-ত্ৰুটিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। জয়তু পাকা মৌজা।●



*আধুনিক অসমীয়া মনৰ প্ৰতিভূ যি কোনো অসমীয়া লেখক আৰু শিল্পীয়ে বৰ্তমানৰ ৰাজনৈতিক চেতনাৰ পৰা নিজক বিচ্ছিন্ন কৰিব নোৱাৰে। কৰিবলৈ গ'লে তেওঁ আধুনিক অসমীয়া মনৰ মূল বেদনা বা সত্যক শব্দত প্ৰকাশ কৰিব নোৱাৰিব। বিশ্ব, সমাজ, জাতি আৰু জাতীয় গোটৰ লগত আত্মীয়তা জীৱন্ত কৰি ৰাখিবলৈ হ'লেও তেওঁ ৰাজনৈতিক বাস্তৱতাৰ হৃৎপিণ্ডৰ স্পন্দন অনুভৱ কৰিব লাগিব। নহ'লে তেওঁ যুগচেতনা আৰু আধুনিক মনৰ সাৰ্থক প্ৰতিভূ হ'ব নোৱাৰিব।*

ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

# জনবিশ্বাসত ক্ষেত্ৰী

অনিৰুদ্ধ ভূঞা

জন্ম-মৃত্যু, বিয়া-বাৰু, চাল-চলন, প্ৰচলিত নীতি-নিয়ম, বেজ-বেজালি, জ্যোতিষৰ ধাৰণা, ধৰ্মীয় বিশ্বাস আদি বহুতো দিশ মানুহৰ জীৱনটোৰ সৈতে জড়িত। ইয়াৰ মাজেদিয়ে সৃষ্টি হৈছে প্ৰচলিত বিশ্বাসসমূহৰ। আমি ইয়াত ক্ষেত্ৰীৰ জন বিশ্বাসসমূহ আলচ কৰিবলৈ ওলাইছোঁ।

**(ক) সময়ভিত্তিক ধাৰণা বা বিশ্বাস**– দিন-বাৰ, মাহ-তিথি, পক্ষ-বৰ্ষ আদি সময়ভিত্তিক ধাৰণা কিছুমান অতীজৰেপৰা আমাৰ সমাজত চলি আহিছে। অমাবস্যা আৰু গ্ৰহণৰ বাদে সোমবাৰ আৰু বৃহস্পতিবাৰ কৰ্মাৰম্ভৰ বাবে উত্তম। গ্ৰহ দোষ খণ্ডণৰ বাবে বিভিন্ন বাৰ পালন কৰা হয়। বহুতে দেহাত্মাৰ মঙ্গলাৰ্থে পূৰ্ণিমা-অমাবস্যা আৰু একাদশী পালন কৰে। বহুতে তিথি বিশেষত আৰু বৃহস্পতিবাৰে আমিষ ভোজন বৰ্জন কৰে। সোম-বৃহস্পতিবাৰে পথাৰত শালি খেতি আৰম্ভৰ দিন। সেইদৰে শনি-মঙ্গলবাৰে প্ৰথম আহু খেতি সিঁচাৰ দিন। দেওবাৰে গাই খীৰোৱাৰ যাত্ৰা ভাল। দেওবাৰে ভলুকা বাঁহ আৰু শনি-মঙ্গলবাৰে আন বাঁহ নাকাটে। উক্ত বাৰত বাঁহ কাটিলে ফুলি মৰিব বুলি বিশ্বাস। শনি আৰু মঙ্গলবাৰে জৰা-ফুকা কৰা, জাপ-মাদুলী আদি দিয়াৰ উৎকৃষ্ট সময়। উক্ত দুই দিনত ভূত ওলায়। বহুতে নখ নাকাটে। কাটিলে নখ ফুলিব বুলি বিশ্বাস কৰে। শনিবাৰে মাটি কটা নিষেধ, মঙ্গলে বাঁহৰ কাম। "শনিয়ে মাটি, মঙ্গলে গাঠি" হ'ল এইক্ষেত্ৰত নিষেধ বচন। পত্নীয়ে স্বামীৰ জনম বাৰত মাকৰ ঘৰলৈ নাযায়, মূৰ নুধুৱে। যাত্ৰাৰ ক্ষেত্ৰত সোম আৰু শনিবাৰত পূবে বাধা, ৰবি-শুক্ৰত পশ্চিমে বাধা। বিজয়া দশমীক উত্তম তিথি জ্ঞান কৰে। কন্যা সন্তানৰ নাক-কাণ পিন্ধোৱাকে আদি কৰি আন আন শুভ যাত্ৰাত উক্ত তিথি প্ৰশস্ত। সন্ধ্যা বা কাল সন্ধিয়াৰ প্ৰতিও মানুহৰ শঙ্কা আছে। হিৰণ্যাক্ষ বধৰ সময়। জ্যোতিষ সম্পৰ্কীয় ধাৰণা কিছুমানও আমাৰ সমাজত ক্ৰিয়া কৰি আছে। জেঠ, ভাদ, পুহ, চ'তত ছোৱালী পুষ্পিতা হোৱাটো বেয়া। জেঠত ওপজা সন্তান হেনো ৰুগ্ন হয়। সেই দেখি জাতকৰ মঙ্গলৰ হেতু জেঠুৰা বা মূৰ ভঙা আদি পাৰ্বণ কৰা হয়। ভাল মাহৰ ক্ষেত্ৰত মিশ্ৰ ধাৰণা আছে। ধন সম্পদ অহাৰ ক্ষেত্ৰত "তিনি ভৈদা (ভদীয়া) যাৰ সোণৰ নাঙল-তাৰ" বুলি কোৱা হয়। আনহাতে ভদীয়া থকা পৰিয়ালত মাহটোৰ সংক্ৰান্তিৰ দিনা পাক-হাড়ী ধুৱাৰ নিয়ম। ভাদত পোৱালি জগা গাইৰ গাখীৰ পূজা-পাৰ্বণত নালাগে। আঘোণ আৰু মাঘ পূণ্য মাহ। জেঠত কাছ খোৱা হেনো শৰীৰৰ বাবে ভাল। সময়োপযোগী খাদ্যেৰে দেহৰ যতন লোৱাৰ ক্ষেত্ৰত এনে বিশ্বাসৰ প্ৰচলন দেখা যায়--

জেঠত খৈ, আহাৰত দৈ<br>
শাওনত মৰাপাটা ভাদ্ৰত বেহাৰ বটা<br>
আহিনত কল কাতিত কচু<br>
আঘোণত পুঁই পুহত জুই<br>
মাঘত পানী পান্তা ফাগুণত তেল<br>
চ'তত বেল, বহাগৰ লাৰু পিঠাই বছৰটো গেল।

**(খ) উৎসৱ-পাৰ্বণ আদিৰ লগত জড়িত বিশ্বাস**– সামূহিক উৎসৱ-পাৰ্বণ আৰু ব্যক্তিগত সকাম নিকামৰ ক্ষেত্ৰত মানুহৰ মনত ধৰ্মৰ প্ৰভাৱ অপৰিসীম। বিয়াত শৈলমালাৰ কল পুলিৰ গাতত তাম দিয়া আৰু দৰা-কইনাঘৰলৈ ওলাওঁতে নাৰদ মতা পৰম্পৰাগত বিশ্বাস। মোমায়েকে নিজৰ বিয়াত ভাগিনীয়েকক শ্ৰেষ্ঠ মানি সেৱা কৰা নিয়ম। মোমাই-ভাগিনক দেখিলে বনৰ বাঘো পলায় হেনো। মোমাই মৰিলে ভাগিনে আৰু ভাগিন মৰিলে মোমায়ে এদিন লঘোন দিব লাগে। কাতি বিহু আৰু লক্ষ্মীপূজাৰ দিনা পথাৰত চাকি-বন্তি জ্বলালে ধন-ধান্য বৰ্দ্ধন হয়। বসুন্ধৰাও অশুচি হয় অম্বুবাচীত। আহাৰমাহৰ ১১ তাৰিখে অম্বুবাচী নিবৃত্তি হয়। সেইদিনা কাপোৰ-কানি তিয়াই আৰু চৰু-হাড়ী ধুই সকলোবোৰ শুচি কৰা হয়। চোতালত গোবৰ পানী চতিয়াই শুচি কৰা হয়। ঋতুমতি তিৰোতাই তিনি দিন আৰু প্ৰসূতিয়ে এমাহ পৰ্যন্ত একোৰে নুচুৰে। এসাজ বা এদিনৰ লঘোনৰ পিছতহে পাৰিবাৰিক কাম-বন কৰিব পাৰে। শ্মশানৰপৰা আহি পোনে পোনে ঘৰ নোসোমাই গা-পা ধুই জুইত ভৰি-হাত সেকাৰ নিয়ম। পাপীজনে মৰণকালত যন্ত্ৰণাত ভোগে। আত্মঘাতী লোকৰ আত্মাৰ মুক্তি নাই বুলি বিশ্বাস।

আমাৰ সমাজত অন্নপ্ৰাশন, পাকদিয়নী আদি কিছুমান ব্যক্তিগত সকামৰ প্ৰচলন আছে। অন্নপ্ৰাশনৰ দিনা শিশুটোৰ আগত দিয়া ফলি-পেঞ্চিল, কিতাপ, ধান বা টকাৰ ভিতৰত যিটো বস্তু শিশুটোৱে লয় তাৰদ্বাৰা শিশুটোৰ ভৱিষ্যত সম্বন্ধে ধাৰণা কৰা হয়। তিৰোতাই শৰণৰ পিছত পাকদিয়নি লৈহে বয়সীয়াল বা সম্বন্ধত ডাঙৰ জনক ভাত দিব পাৰে। কাতি বিহুত তুলসীৰ তলৰ লগতে ভঁৰাল, তাতশাল, গোহালি, ধাননি আৰু তামোল-পাণৰ বাৰীতো চাকি জ্বলোৱা হয়। মাঘ বিহুৰ মেজিৰ আধা পোৰা বাঁহেৰে তামোল, নাৰিকল আদিতে কোবোলে ভালকৈ ফল দিয়া বুলি বিশ্বাস আছে। বিহুৰ বিহুৱানবোৰ সাধাৰণতে ফাগুণ মাহত লগোৱাৰ নিয়ম। চ'তত লগাবলৈ হ'লে ফাগুণতে সাঁচি ৰখা পানীৰে সূতা তিয়াব লাগে।

**(গ) পশু-পক্ষী আদি প্ৰাণীৰ মাত বা আচৰণ সম্বন্ধীয় বিশ্বাস**– পশু-পক্ষী, সৰীসৃপ আদিৰ মাত বা আচৰণে অজানিতে মানুহৰ মনৰ দুৱাৰ কঁপাই তোলে। ইয়াৰ কাৰণ হ'ল বিশ্বাস। ঘৰ-চোতালৰ কোনো এঠাইত ৰৈ কাউৰীয়ে মুখত আধাৰ লৈ মাতিলে বা পৰস্পৰ আধাৰ বাটিলে আলহী অহা বুলি বিশ্বাস কৰে। যাত্ৰা কালত সমুখেৰে মেকুৰী বা শিয়াল দৌৰা ; শগুণ, সাপ আদি পাৰ হৈ যোৱা অশুভ। ঘৰৰ চাল বা মজিয়াত শগুণ পৰা আৰু গোহালিৰ গৰুৰে খুটাত নেজ মেৰিওঁৱা গৃহস্থৰ বাবে অশুভ বুলি জন বিশ্বাস আছে। দিন দুপৰতে শিয়ালে হোৱা দিলে আৰু নিশা কাউৰীয়ে চিঞৰিলে ৰাইজৰ অমঙ্গল ঘটে। কাউৰীৰ ৰমণ দেখাৰ ফল অতি ভয়ানক। যোৰ খোৱা ফেঁটী সাপৰ গালৈ আনাকা টা কাপোৰ দয়িাই দিলে আৰু কাপোৰখন মেৰিয়াই লৈ এৰি গ'লে কাপোৰখন যাদুকৰী গুণ প্ৰাপ্ত হয়। এই কাপোৰ গাত লওঁতাই মেলে দৰবাৰে জয় লাভ কৰে বুলি বিশ্বাস। ডাউক চৰাই গোসাইৰ ভকত মাৰিবলৈ নাপায়। নিশা গোহাতি গুৱালা সাপে গাইৰ গাখীৰ খোৱা বন্ধ কৰিবলৈ গোবৰ পেলোৱা খদাটো গোহালিৰ দুৱাৰমুখত উলটাই ৰাখিব লাগে। যিঠাইত ভেকুলীয়ে সাপ গিলে, সেই ঠাই মাহাত্মাপূৰ্ণ ঠাই বুলি বিশ্বাস। বিষাক্ত সাপে খুটিলে মানুহ মৰে। ভাল ওজাই ঠিক সময়তপালে মৰা মানুহকো জীয়াব পাৰে।

**(ঘ) প্ৰচলিত নিয়ম, সপোন আদিৰ আধাৰত সৃষ্ট বিশ্বাস**– দাঁত সৰা সপোনক সকলোৱে সমীহ কৰে। সপোনত তলৰ দাঁত সৰিলে দেখোতাজনতকৈ সৰু কোনোবা আত্মীয় আৰু ওপৰৰ দাঁত সৰিলে নিজতকৈ ডাঙৰ কোনো আত্মীয়ৰ মৃত্যু হোৱাৰ আশঙ্কা কৰা হয়। সপোনত সাপ বা হাতীয়ে খেদিলে দেৱ-দেৱীৰ ধাৰ থকা বুলি বিশ্বাস কৰে। সপোনত উৰি ফুৰাজন উচ্চাভিলাষী, সপোনত বগা হাতী দেখাটো ভাল। আকাশত ধূমকেতু বা নেজাল তৰা ওলালে দেশ তথা সমাজৰ অনিষ্ট হয়। সোণ-ৰূপ হেৰোৱা আৰু পোৱা দুয়োজনৰে বেয়া। আনহাতে সোঁহাতৰ তলুৱা খুজালে ধন ওলাই যায় আৰু বাওঁ হাতৰ ক্ষেত্ৰত আহে বুলি কোৱা হয়। নজৰ নালাগিবলৈ শিশুক তাৰ নিজৰ পেচাব কৰা ঠাইৰ মাটিৰে ফোট দিয়া হয়। এৰা গাখীৰৰ লগত নিমখ খালে দামুৰীৰ ছাল যায় বুলি বিশ্বাস কৰা হয়। হাঁহ-পাৰই নিয়মীয়াকৈ কণী বা পোৱালি দিয়াত বেমেজালি ঘটিলে বাহত সাপৰ মোট দিলে সুফল পায় বুলি বিশ্বাস আছে। লাও-কোমোৰা বেছিকৈ পচিলে চাৰিডাল খৰিকাৰে ঘোঁৰা কৰি বা এনেয়ে মানুহে দেখা ঠাইত থয়। কিবা খাওঁতে গাঁঠি লাগিলে বা বাট বুলোঁতে উজুটি খালে কোনোবাই নাম লৈছে বুলি কয়। ঠিকনা বা মঙ্গল চাই হেৰোৱা বস্তু বিচাৰি যায়। খেতিয়কে ধান বেচোতে অতিৰিক্তকৈ তিনিমুঠা দি তিনি চিম্‌টা ৰখাৰ নিয়ম। শিশুক অপায়-অমঙ্গলৰ পৰা সুৰক্ষা দিবলৈ ডিঙিত হাইঠা ওলমাই ছাই বা কাজলেৰে ডাঙৰকৈ ফোঁট দিয়ে। পৰিয়ালৰ বিঘিনি আঁতৰাবলৈ পোহনীয়া হাতীৰ কপালত তেল সিন্দুৰ ঘহি দিয়ে। দুৱাৰ-খিৰিকীৰ ওপৰত কাঁইটীয়া গছৰডাল আঁৰি, জৰা সৰিয়হ চতিয়াই প্ৰসূতি তিৰোতাক অপায়-অমঙ্গলৰ পৰা সুৰক্ষা দিয়াৰ নিয়ম আজিও আছে। পপীয়া তৰা দেখিলে তিনিজন বামুণৰ নাম উচ্চাৰণ কৰা হয়। কেৰা চকুৰা মানুহক ভাগ্যবান বুলি ভৰা হয়। ইয়াৰ বাহিৰেও মনত সৰ্পভয় উপজিলে আস্তিকৰ নাম লোৱা, খাদ্য হজম নিয়াবলৈ খাই উঠি অগস্তিৰ নাম সোঁৱৰণ কৰা, ভূতৰ ভয়ত ৰাম নাম লোৱা, কেঁচুৱাই হেকেটিয়ালে মাকে নিজৰ কেঁএগ আঙুলি কামোৰা আদি বিশ্বাস আছে। শিশুৱে ডাঙৰতো বিচনাত মূতিলে তাক পাটীমূত্ৰা মাছ খুউৱা হয়। নামৰ ধূপ বিন্ধোৱা কলো খুওৱা হয়। ভয় পালে বা চক খালে শিশুক থুৰাই-থপৰিয়াই দি ভৰা কলহৰ পানী খুৱাই পিছত জাপ মাদুলী আদি দিয়াৰ ব্যৱস্থা আছে। ইয়াৰ উপৰি কোনো বাদ-বিবাদৰ চয়-নিচয় একো এটা সমাজে ল'ব নোৱাৰিলে শেষত নামঘৰত শপত খাবলৈ দিয়া, হাল বাওঁতে যুৱলি চিঙিলে হালোৱাই লঘোন দিয়া ; শৰণ-ভজন লোৱা ব্যক্তিক কোনোৱে অখাদ্য (গৰু-মানুহ) খাবলৈ ক'লে তুলসী তলৰ শিলত পানী ঢালি চিত্ত শুদ্ধি কৰাৰ পদ্ধতি তাহানি কালৰেপৰা চলি আহিছে। মজিয়াত ভাত খাই থকাপৰত ভিক্ষাৰীক ভিক্ষা দিবলৈ মানুহে কুণ্ঠাবোধ কৰে। সূৰ্যত চক্ৰ দিলে বতৰ ডাৱৰীয়া আৰু চন্দ্ৰ চক্ৰই বতৰ খৰাং হোৱাটোকে বুজায়। খৰাং বতৰৰ ক্ষেত্ৰত ভেকুলী বিয়া পাতি বৰষুণ বিচৰাৰ দৰে ঢেঁকী পুতা ব্যৱস্থাও আছে। পূৰত ৰামধনু ওলালে ধান আৰু পশ্চিমে ওলালে বানপানী হয় বুলি ভাৱে– 'পূৱে ধেনু (ধনু) ধান, পশ্চিমে ধেনু বান।' ন-খোৱাৰ দিনা গৰু-হালকো খুওৱাৰ নিয়ম। নতুনকৈ গৰু কিনি আনিলে কপালত চূণৰ ফোট দিয়া, ভৰা কলহৰ পানীৰে ভৰি ধুৱাই দিয়া, দানা-পানীৰ লগত পোহ মনাবলৈ মজিয়াৰ মাটি মিহলাই দিয়া বিশ্বাসো তাহানিৰেই। পোৱালি দিয়া গাইৰ জল নপৰিলে কপালত চূণ বা সেন্দুৰৰ ফোট দিয়াৰ লগতে মূৰত ধান বা ওকণি দি কাউৰীয়ে শৌচ কৰা কলপাত খাবলৈ দিব লাগে। গাইৰ ফেহু পগাই সূৰ্য, বৰুণ, বিৰিণা, তুলসী আদিক দেখুৱাইহে খোৱা হয়। দামুৰী হেৰালে গোপীথানলৈ গাখীৰ-কল আগবঢ়োৱাৰ সংকল্প কৰে। গাইৰ অহাৰত নজৰ লাগিলে গাখীৰৰ বেয়া গোন্ধ ওলায়। এনে অৱস্থাত বাটত গোবৰৰ গাত কৰি তাতে গাইজনীৰ গাখীৰ ঢালি দি খৰিকাৰ খুটিত এৰাঁ সূতা মেৰিয়াই দিলে সুফল পোৱাৰ বিশ্বাস অতি প্ৰাচীন। প্ৰচলিত বিশ্বাস অনুযায়ী যাত্ৰা কালত সমুখত দা-কুঠাৰ দেখা, নিসন্তান, নপুংসক, হাড়ি গোঁফ নগজা লোক, ক'লা বামুণ আদি দেখিলে যাত্ৰা সফল নহয়। পৰিবেষত আমাৰ সমাজৰ জনপ্ৰিয় পটন্তৰ এটিৰে সামৰিব খুজিছোঁ– "বিশ্বাসে মিলয় হৰি, তৰ্কে বহু দূৰ।"

প্ৰকৃতাৰ্থত বিচাৰ বিবেচনাৰে জুকিয়াই চালে, সমাজৰ এনেবোৰ বিশ্বাস বা ধাৰণাৰ সকলোখিনিৰে বাস্তৱ সত্যতা বিচাৰি পোৱা নাযায়। সেই বুলিয়ে ইয়াক সম্পূৰ্ণৰূপে উলাই কৰিবলৈকো টান। সমাজ বিবৰ্তনৰ লগে লগে জনবিশ্বাস কিছু এৰা পৰিলেও সম্পূৰ্ণ বিলুপ্ত নহয়।●

*আধুনিক যুগৰ চিন্তাশীল সাহিত্যই অসমীয়া জীৱনৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যাবিলাক সামৰিবলৈ চেষ্টা কৰিছে। কিন্তু উপন্যাস আৰু নাটৰ কথা নধৰিলে বৰ্তমান সংস্কৃতিয়ে কেইটামান বিষয়ত পুৰণি সংস্কৃতিতকৈ বিশেষ উদ্‌গতি কৰিব পৰা নাই। নৃত্য, চিত্ৰাঙ্কন, ভাস্কৰ্য আদি বিভাগত বৰ্তমান অসমৰ সুকৃতি নাই বুলিলেও অত্যুক্তি নহয়। আজি-কালিৰ অৰ্থনৈতিক নিষ্পেষণৰ দিনত দৈনন্দিন জীৱনৰ সৈতে সম্বন্ধ ৰাখিব নোৱাৰিলে কলা বা সংস্কৃতিৰ অনুশীলন সম্ভৱো নহয়। গোটেই সমাজ বা ৰাষ্ট্ৰৰ সমূহীয়া প্ৰেৰণা লভিলেহে এইবিলাকৰ উৎকৰ্ষ সম্ভৱ হ'ব পাৰে।*

ডঃ প্ৰফুল্ল দত্ত গোস্বামী

# সৰ্থেবাৰীৰ একপইচাৰ নামৰ ইতিবৃত্ত

লম্বোদৰ চৌধুৰী

আজিৰ পৰা এক শতাব্দীৰ আগৰ কথা। তেতিয়াৰ সৰ্থেবাৰী আজিৰ সৰ্থেবাৰীতকৈ বহুত বেলেগ আছিল। মানুহৰ বসতি ঘন হ'লেও সৰ্থেবাৰী ভোগৰ ঠাই আছিল। মাছ—গাখীৰ, খৰি-খেৰ উভৈনদী। গাওঁৰ মানুহবোৰ বৰ সহজ-সৰল আৰু ধৰ্মভীৰু আছিল। গাওঁখনত পাঁচটা খেল-- শালাকাঠিয়াখেৰ, কাজিখেৰ, আতাখেৰ, তালুকদাৰখেৰ আৰু তামুলী খেল। আজিও এই খেল পাঁচটা আছে যদিও চুপা বহুত বাঢ়িছে। মানুহৰ অধিকাংশ কাঁহ শিল্পৰ লগত জড়িত। কিন্তু ঠাইখনৰ যাতায়ত ব্যৱস্থা ভাল নাছিল। বছৰৰ ভিতৰত সাত-আঠ মাহ পানীৰ তলত বুৰ গৈ থাকে। তেতিয়া নাও একমাত্ৰ যাতায়তৰ ব্যৱস্থা। সদায় বাৰিষাকালত বানপানীত মানুহৰ ঘৰ-চোতাল বুৰ গৈছিল আৰু বাঁহৰ চাং আদি পাতি পানীৰ মাজত বাস কৰিছিল। প্ৰকৃতিৰ লগত সহাৱস্থানে একমাত্ৰ পথ। শৌচ-পেচাব য'তে ত'তে কৰিছিল। বিজ্ঞানসন্মত চিকিৎসাৰ ব্যৱস্থা নাছিল। বেজ-জ্ঞানী মাতি চিকিৎসা কৰিছিল। কবিৰাজী চিকিৎসাও চলিছিল। প্ৰায়বোৰ মানুহে আসুৰী চিকিৎসা কৰি বনৌষধি ব্যৱহাৰ কৰিছিল। তন্ত্ৰ-মন্ত্ৰতো বিশ্বাসী আছিল। ভূত-প্ৰেতৰ বিশ্বাসো কম নাছিল। ভূত-প্ৰেত আৰু অপদেৱতাবিলাকে মানুহৰ মাজত বেমাৰ-আজাৰ, অপায়-অমঙ্গল জাপি দিয়ে— এনে বিশ্বাসে ঠাই পাইছিল। এইবোৰৰ পৰা হাতসৰাৰ উদ্দেশ্য তন্ত্ৰ-মন্ত্ৰ আৰু ওজা-ধনন্তৰিৰ ওচৰ চাপিছিল। প্ৰকৃত চিকিৎসাৰ অভাৱত বহুতৰে মৃত্যু হৈছিল।

সেই সময়ত গাওঁখনত বিশেষকৈ কলাজ্বৰ, বসন্ত আৰু হাইজা ববকৈ হৈছিল। আহিন-কাতি আৰু চ'ত-বহাগ মাহত এই বেমাৰবোৰে মহামাৰী ৰূপ ধাৰণ কৰিছিল। বসন্ত ৰোগত সৰু ল'ৰা-ছোৱালী ববকৈ মৰিছিল। ক'লা জ্বৰ এটা সাংঘাতিক ৰোগ। কলাজ্বৰ হোৱা মানুহজনৰ কিছুমান অস্বাভাৱিক লক্ষণে দেখা দিছিল। বুঢ়া দুই-এজনৰ মুখত শুনিছিলো যে কলাজ্বৰ হোৱা মানুহজনৰ হাতভৰি চিচা (সৰু) হয় আৰু পেটটো ঢোলৰ নিচিনা অতিপাত ডাঙৰ হয়। চকু গাতত সোমাই যায়। ৰোগীজন অতিপাত খকুৱা হয়। তাৰ গাত হেনো ভূতে লম্ভে। খোৱা বস্তু নাপালে নিজৰ হাত-ভৰিকে কামুৰি খায়। ৰাতি ৫-৬ জন মানুহে হাতত দা কটাৰীলৈ বেমাৰী ৰখিছিল। তাৰ মাজত ৰোগীয়ে বিকট চিঞৰ মাৰি উঠি বহিছিল। ৰখীয়াই সাহস গোটাই কোনোমতে পৰিস্থিতি নিয়ন্ত্ৰণ কৰিছিল। আন এবিধ মাৰাত্মক শোচৰা ৰোগ হ'ল হাইজা বা কলেৰা। এইৰোগ বেছিকৈ মাছ-গাখীৰৰ পৰা সংক্ৰামিত হয়। এই ৰোগত একোখন ঘৰত একেলগে চাৰি পাঁচজন পৰ্যন্ত আক্ৰান্ত হৈছিল। শেষলৈ পানী এটোপা দিবলৈ ঘৰখনত এজনো ভাল নিৰোগী মানুহ নাইকিয়া হৈছিল। য'ত হাইজা হৈছিল তাত ব্যাপক হাৰত মানুহ মৰিছিল। মানুহৰ মৰাশৰে ওচৰৰ আল্লাজান নধৰা হৈছিল। গধূলিৰ পিছত মানুহ অকলে ঘৰৰ বাহিৰ নহৈছিল।

১৮৯০ চনত সৰ্থেবাৰী আৰু সৰুক্ষেত্ৰী মৌজাৰ প্ৰায়বোৰ গাওঁতে মহামাৰী ৰূপত হাইজা ৰোগে দেখা দিছিল। চৰকাৰৰ ফালৰপৰা গাঁৱত প্ৰতিষেধক ব্যৱস্থা কৰা নাছিল। গাওঁবাসীয়ে নিজাববীয়াকৈ যি কৰিছিল সেয়ে যথেষ্ট আছিল। মহামাৰীৰ পৰা হাত সাৰিবলৈ বহুতে তন্ত্ৰ-মন্ত্ৰৰ আশ্ৰয় লৈছিল, কোনো কোনোৱে যাগ-যজ্ঞাদি, কোনোবাই নাম-কীৰ্ত্তনাদি, কোনো কোনোই গ্ৰহস্তবাদি, কোনো কোনোই নানা দেৱ-দেৱীৰ পূজা-পাতাল কৰিছিল। পাণ্ডা জক দিয়াই অশৰীৰী আত্মাৰ দ্বাৰা মঙ্গল চাইছিল। গঞা ৰাইজে খোল-তাল আদি বজাই মহামাৰীৰ ভূত খেদিবলৈ প্ৰয়াস কৰিছিল।

সেই সময়ত সৰ্থেবাৰী গাওঁৰ সিন্ধুমল পাঠক, কাণকটা মেলকী (কনক ডেকা), ভকত ৰাম মেম্বৰ, চন্দ্ৰা বুঢ়া, ঘুটলে কঁহাৰ, পুষ্পৰাম কঁহাৰ, মুলুং কঁহাৰ, ভৰনা সদাগৰ আদি ব্যক্তিসকল আগশাৰীৰ সমাজকৰ্মী আৰু মেলকী আছিল। তেওঁলোকৰ মুখৰ পৰা শুনা বুঢ়া ব্যক্তিৰ পৰা শুনিছোঁ যে গাঁওখনত অকল হাইজা বেমাৰতে ১৮৯০ চনত শতাধিক মানুহ মৰিছিল। একোখন ঘৰত আটাইবোৰ মানুহ মৰি শেষ হৈছিল। হতাশা আৰু দুশ্চিন্তাত মানুহৰ পেটত ভাত নোযোৱা অৱস্থা হৈছিল। ওপৰত উল্লেখ কৰা ব্যক্তি সমন্বিতে গঞা ৰাইজ মাৰি-মৰকৰ পৰা ৰক্ষা পোৱাৰ উদ্দেশ্য বৰ গোঁসাইঘৰত মিলিত হৈছিল। সকলোৱে এটাই চিন্তা কেনেকৈ মানুহে মহামাৰীৰ প্ৰকোপৰপৰা উদ্ধাৰ পাব পাৰে। বিদেশী চৰকাৰৰ কোনো খবৰে নাই। কেৱল খাজনা তুলিবৰ সময়তহে ৰাইজক লাগে। বহুতে চৰকাৰক দোষাৰোপ কৰিচে। বহুত আলোচনা কৰা হ'ল। কোনোৱে কয় সমূহীয়া পূজা কৰিব লাগে, কোনোৱে কয় ম'হ বলি দি কালীপূজা কৰিব লাগে। দুই এজনে ক'লে যে মৃত্যুৰ অধিকাৰী শিৱ। শিৱক তুষ্ট কৰিলে বিপদ আঁতৰিব। গতিকে ভাঙুৰী সেৱা কৰা উচিত। নানা জনৰ নানা মত। শেষত কাণকটা মেলকীয়ে বৰপাঠকক শেষ সিদ্ধান্ত দিবলৈ ক'লে যাতে ৰাইজ ঐকামতত উপনীত হ'ব পাৰে। তেতিয়া বৰ পাঠকে থিয় হৈ ৰাইজক সম্বোধন কৰি ক'লে-- "আমি বহুত আলোচনা কৰিলোঁ কিন্তু আটাইবোৰে মোৰ মনত লগা নাই। গতিকে মোৰ মতামতখিনি প্ৰকাশ কৰোঁ। ৰাইজৰ মনঃপুট হ'লে ল'ব, নহ'লে নাই। এই বিশ্বব্ৰহ্মাণ্ডৰ সৰ্বকৰ্ত্তা একমাত্ৰ জগদীশ্বৰ হৰি। তেওঁ নাৰাখিলে কোনেও ৰাখিব নোৱাৰে। কথাতে কয় নহয়— ৰাখে হৰি মাৰে কোনে ; মাৰে হৰি ৰাখে কোনে? গতিকে আমি আটাইবিলাকে পাগ-হাড়ী ধুই ব্ৰতে-উপবাসে থাকি শুদ্ধচিত্তে বহাগৰ আৰম্ভণিতে বৰগোঁসাইঘৰত সৰ্বমঙ্গলময় হৰিৰ উদ্দেশ্যে নাম-কীৰ্ত্তন কৰিব লাগে। মাহ-প্ৰসাদৰ বাবে জনমূৰি একপইচাকৈ তোলা হওক। আটাইখিনি পইচা ভগৱানৰ নামত লাগক। তেওঁৰ কৃপা বিনে আমাৰ গতি নাই। এই কথাত সকলোৱে একমতনে? নে কাৰোবাৰ কিবা ক'ব লগা আছে?"

কিছুসময় নিতাল-নিস্তব্ধ। কাৰো মুখত কথা নাই। শুনা-নুশুনাকৈ দুই-এজনে আন কথা ক'লেও প্ৰায় সকলো মানুহে নাম-কীৰ্ত্তন কৰাত সন্মতি দিছিল। গঞা ৰাইজে বহাগমাহৰ আৰম্ভণিতে শুভ দিন বাৰ চাই শুক্লা তিথি ঠিক কৰি মহা সমাৰোহেৰে পাঁচখেলৰ বৰগোঁসাই ঘৰত নাম কীৰ্ত্তন কৰিছিল। লগতে বছৰৰ আৰম্ভণিতে গাওঁখনত পইচাৰ লেখ অনুযায়ী মানুহৰ সংখ্যাটো লিখি ৰাখিলে যাতে পিছৰ বছৰ গণনাত মানুহ বাঢ়ে নে টুটে সহজে জানিব পাৰে। ইয়াৰ পিছত সাত বিহুৰ পাৰ সুঁৰেৰিৰ শেষৰ থিয় নাম শেষ কৰি ৰাইজে আলোচনা ক্ৰমে একপইচাৰ নামৰ দিন ঠিক কৰি আগৰদৰে জনমূৰি এক পইচাকৈ তুলি বৰগোঁসাইঘৰত নাম-কীৰ্ত্তন কৰা হয়। দুই-তিনি বছৰৰ ভিতৰত গাওঁখনত বেমাৰ-আজাৰ বিলুপ্ত হৈছিল আৰু মানুহৰ মৃত্যুৰ হাৰ বহুতো কমিছিল। ধৰ্মপ্ৰাণ গঞা ৰাইজে বিশ্বাস কৰিছিল যে নামৰ প্ৰভাৱতে এইটো হৈছিল।

আদ্যাবধি সৰ্থেবৰীয়া ৰাইজে বৰ নিষ্ঠাসহকাৰে এই একপইচাৰ নাম পালন কৰে। বস্তুৰ দাম বৰকৈ বাঢ়ি যোৱাত বৰ্তমান ৰাইজে একপইচাৰ পৰিবৰ্তে জনমূৰি পচিশ পইচাকৈ তোলে। পইচা বাঢ়িলেও জনসাধাৰণে 'একপইচা'ৰ নাম বুলিয়ে কয়। নাম শেষ হোৱাৰ পাছত পাঁচখেল গঞা গয়বহৰ মজুমদাৰ ভাঙৰীয়াই নামৰ জমা-খৰচ ৰাইজক পঢ়ি শুনাই দিয়ে। লগতে কিমান জনসংখ্যা হ'ল ৰাইজক শুনাই দিয়ে। পাঠকে সকলোৱে মঙ্গলৰ অৰ্থে জগন্নাথ মহাপ্ৰভুক সুমৰি হৰিধ্বনি কৰে। ১৯৯৪ চনৰ একপইচাৰ নামৰ পইচাৰ হিচাপমতে সৰ্থেবাৰীৰ মুঠ জনসংখ্যা ১০,৫৭৫ জন। নামৰ মুঠ খৰচ হয় ৪,৩৭৫.৬৫ টকা। মুঠ টকা উঠে ২,৬৪৩.৭৫ টকা। ওপৰঞ্চি টকাখিনি পাঁচখেল গঞা গয়বহৰ মূল পুঁজিৰ পৰা খৰচ কৰা হয়।

ধৰ্মো ধাৰ্মিকং ৰক্ষতু অৰ্থাৎ ধৰ্মই ধাৰ্মিকক ৰক্ষা কৰক।●



*অসমীয়া মানুহ কিয় আজি সাহিত্যবিমুখ হ'ল, এই প্ৰশ্নৰ উত্তৰত বহুতো কথাই ক'ব পাৰি। কিন্তু মোক যদি সোধে, মই একে আষাৰেই ক'ম যে যোৱা ডেৰ কুৰি বছৰৰ পাঠ্য-পুথিয়েই (হাইস্কুলৰ পৰা কলেজলৈ) ইয়াৰ প্ৰধান কাৰণ। পাঠ্য-পুথিতকৈও পাঠ্য তালিকাবিলাকে ছাত্ৰ-ছাত্ৰীসকলক চিৰ কালৰ বাবে অসমীয়া সাহিত্যবিমুখ কৰি তুলিলে। আমাৰ পাঠ্য তালিকাত পাণ্ডিত্য আছে কিন্তু কল্পনা নাই।*

মহিম বৰা, ডুমডুমা, ১৯৮৯।

# সৰুক্ষেত্ৰীৰ সমন্বয়ৰ প্ৰতীক – নামশালাৰ বৰনাম

*শৰৎ বৰ্মণ*

এই ৰচনাৰ জৰিয়তে সৰুক্ষেত্ৰী মৌজাৰ পূৰ প্ৰান্তত অৱস্থিত আৰু সৰ্থেবাৰী নগৰৰ গাতে লাগি থকা নামশালা গাওঁত অতীজৰে পৰা পৰম্পৰাগতভাৱে চলি অহা নাম-প্ৰসঙ্গৰ উৎসৱ 'বৰনামৰ' এটি চমু আভাষ দিবলৈ প্ৰয়াস কৰা হৈছে।

এই বৰনামৰ বিষয়ে কোনো লিখিত তথ্যপাতি পাবলৈ নাই। ততাপিও আনুমানিক ওঠৰ শতিকাৰ আদি ভাগৰ পৰাই ই পৰম্পৰাগতভাৱে প্ৰচলিত হৈ অহা বুলি ক'ব পৰা যায়। নামশালা গাওঁৰ ইতিবৃত্ত বিচাৰ কৰি চালেই ইয়াৰ কিছু আভাষ পোৱা যায়। প্ৰাপ্ত তথ্যমতে আনুমানিক ১৭২৬ খৃষ্টাব্দত বাৰভূঞা বংশৰ বংশধৰ ভকত চৰণ ভূঞাই আল্পা নদীয়েদি (বৰ্তমান আল্পা জান। তথ্যমতে তেতিয়া আল্‌পা নদী হেনো সেইসময়ৰ নামশালা গাওঁৰ পশ্চিম ফালেদি বৈ গৈ বৰ্তমানৰ যোগীৰ বড়ীৰ দক্ষিণ পশ্চিম ফালেদিহে বৈ গৈছিল। প্ৰাকৃতিক দুৰ্যোগৰ ফলত নদীখন মৰাসুতিত পৰিণত হোৱাৰ পিচত বৰ্তমানৰ আল্‌পা জানটো খন্দা হয়।) ভটিয়াই আহি আল্‌পাৰ পাৰৰ এই ওখ ঠাইখনত থিতাপি লয়। নামশালা গাওঁৰ বংশাৱলী অধ্যয়ন কৰিলেই এইকথাৰ সত্যতা প্ৰতিপন্ন হয়। বৰ্তমান নামশালা গাওঁৰ ৯৫ শতাংশ পৰিয়ালেই ভকত চৰণ ভূঞাৰ বংশোদ্ভৱ। উক্ত ভকত চৰণ ভূঞাই তেওঁ থিতাপি লোৱা ঠাইতেই এখন সত্ৰ স্থাপন কৰে, আৰু এই সত্ৰখনৰ পৰিচালক হিচাবে দায়িত্ব অৰ্পণ কৰে দামোদৰদেৱৰ শিষ্য মনোহৰ দেৱৰ ওপৰত। সেয়েহে হয়তো নামশালা গাওঁৰ মাত্ৰ কেইটামান পৰিয়ালৰ বাহিৰে সকলোখিনি পৰিয়ালেই দামোদৰ পন্থী। উক্ত সত্ৰখনত শলা-বন্তি জ্বলাই নিয়মিতভাৱে নাম-প্ৰসঙ্গ কৰা হৈছিল। আৰু তাৰেই আলম লৈ গাওঁখনৰ নাম নামশলা (নামশালা)* হয়। কালৰ কুটিল গতিত এদিন এই সত্ৰখনৰ অস্তিত্ব হেৰাই গ'ল, সাক্ষী হিচাবে ৰৈ গ'ল সত্ৰৰ চুবা (বৰ্তমানৰ সত্তৰৰ চুপা) এই কথা সত্য যে নামক আলম হিচাবে লৈহে নামশালা গাওঁৰ উৎপত্তি হৈছে। সেয়েহে নাম আৰু নামশালা গাওঁ অভিন্ন। উক্ত সত্ৰক ভেটি কৰিয়েই গাঁওখনৰ লগতে বৰনাম বা বৰনামৰ লগতে গাওঁখনৰ উৎপত্তি, ইয়াত দ্বিমত হ'বলগীয়া একো নাই। এই সত্ৰখনত যে নামৰ পয়োভৰ আছিল তাৰ প্ৰমাণৰ বাবে বেছি দূৰলৈ যাব নালাগে। তাহানিৰ সত্ৰৰ আশে-পাশে থকা বৰ্তমানৰ পৰিয়ালবোৰৰ উপৰি পুৰুষসকলেই তাৰ সাক্ষী। সত্ৰৰ আশে-পাশে থকা মেধি, দেউৰী, পাঠক, কাকতী আদি ফৈদৰ পৰিয়ালবোৰ এতিয়াও বিদ্যমান আৰু এই পৰিয়ালবোৰে সত্ৰত পালন কৰিবলগীয়া দায়িত্বও আছিল এনেধৰণৰ– মেধি সত্ৰৰ মুৰব্বী, ধৰ্ম্ম শাস্ত্ৰ পাঠ আৰু নাম-প্ৰসঙ্গৰ দায়িত্ব পাঠকৰ, বিতৰণ দায়িত্ব দেউৰীৰ আৰু হিচাবৰ দায়িত্ব কাকতীৰ। ওপৰৰ আলোচনাৰ আঁত ধৰি এই বৰনাম যে প্ৰায় দুই শতিকা ধৰি পৰম্পৰাগতভাৱে চলি আহিছে তাক খাটাংকৈ ক'ব পৰা যায়।

'বৰনাম' এই নামেৰে জনাজাত হ'লেও ই নামৰ শ্ৰেণীবিভাগক বুজোৱা নাই! কাৰণ নামৰ আকৌ কি সৰু-বৰ থাকিব? অৱশ্যে এটা কথা সত্য যে সত্ৰ, দেৱালয়, নাম-প্ৰসঙ্গ আদি যুগস্ৰষ্টা চাৰিজনা গুৰুৰেই অৱদান। ঠাই বিশেষে মাত্ৰ পালনৰ পদ্ধতিয়েহে সুকীয়া সুকীয়া। নাম বুলি ক'লে নামনি অসমত বিশেষকৈ কামৰূপ, দৰং আদিত সাধাৰণতে ভোৰতাল নাম, নাগাৰা নাম, থিয়নাম আদিকেই বুজায়। নাম বুলিলে এঠাইত কিছুমান মানুহ একেলগ হৈ এক বিশেষ বাদ্য সংগত কৰি নাম গোৱাকে বুজায়। কিন্তু এই বৰনামত একেখন ঠাইতে বিভিন্ন গাওঁৰ ভিন্ন ভিন্ন দলে একে সময়তে ভিন্ন ভিন্ন ধৰণৰ নাম অনুষ্ঠিত কৰে। একেলগে সহস্ৰাধিক মানুহৰ হাত চাপৰি তথা বিভিন্ন বাদ্যযন্ত্ৰৰ ধ্বনিয়ে এটা বৰ্ণনাতীত সুৰৰ লহৰ তোলে। সেয়েহে নামৰ এই বিৰাট সমাহাৰটোক বৰনাম বুলি কোৱা একো অস্বাভাৱিক নহয়। অৱশ্যে নামশালা গাওঁৰ মানুহে ইয়াক বৰনাম বুলি ক'লেও অইন গাওঁৰ মানুহে ইয়াক মৌজাৰ নাম বাম ৰাইজা (ৰাজহুৱা) নাম বুলিহে কয়। তাৰো অৱশ্যে যুক্তি নোহোৱা নহয়। যদিও এই নামৰ উদ্যোক্তা নামশালা গাওঁ তথাপিও ইয়াত সৰুক্ষেত্ৰীকে ধৰি আশে-পাশে থকা মৌজাৰ ৰাইজো জড়িত হৈ পৰে। সেয়েই ই মৌজাৰ নাম আৰু বহুত ৰাইজ একেলগে গোট খাই নাম ধৰে বাবে ই ৰাইজা (ৰাজহুৱা) নাম।

এদিনীয়া এই উৎসৱটোৰ কোনো নিৰ্দিষ্ট দিন বাৰ আদি নাই। অতীজতেও নাছিল। সঁচৰাচৰ চ'ত মাহৰ পূৰ্ণিমাৰ পিচদিনাখন এই নাম অনুষ্ঠিত কৰিলেও ইয়াৰ হীন দেৰিও হৈছিল। পিচলৈ অৱশ্যে বহাগ মাহৰ বুদ্ধ পূৰ্ণিমাৰ দিনাখন ইয়াক অনুষ্ঠিত কৰা হৈছিল। দিনটো বুদ্ধ পূৰ্ণিমা হলেও কিন্তু ইয়াত বৌদ্ধ ধৰ্মৰ কোনো প্ৰভাৱ নাই। বৰং এই কথা ক'ব পাৰি যে ব্যৱসায়-বাণিজ্য আৰু খেতি-খোলাত ব্যস্ত থকা মানুহখিনিৰ সময়ৰ সুৰুঙা চাইহে বহাগ মাহটো বাচি লোৱা হৈছিল। কাৰণ ব্যৱসায়ী মানুহখিনিৰ প্ৰায়ভাগেই বাহিৰত থাকিয়েই (যাক স্থানীয় ভাষাত পৰবাহ কৰা বুলি কয়) ব্যৱসায়-বাণিজ্য কৰে। শৰতৰ পৰা বসন্তলৈকে এই সময়খিনিয়েই ব্যৱসায়ৰ সুচল সময়। গতিকে মানুহখিনিয়ে বসন্তৰ পিচতহে আজৰি পায়। আনহাতে কৃষিজীৱিখিনিৰো একেই অৱস্থা। বহাগ বিহুৰ পিচতহে খেতি-বাতিৰ কামৰ পৰা আহৰি পায়। সেয়েহে বহাগকেই প্ৰশস্ত সময় হিচাবে ধৰাটো একো অস্বাভাৱিক নহয়। আৰু পূৰ্ণিমা তিথি। প্ৰকৃতি নিৰ্ভৰশীল সমাজত পূৰ্ণিমাৰ ৰূপালী পোহৰকণৰ অনাদৰ হ'ব কেনেকৈ?

* অধ্যাপক প্ৰসন্ন কুমাৰ ডেকাৰ মতে সলাবিলৰ নামনিত থকা বাবে নামসলা (নামশলা) হয়। — সম্পাদক





আৰম্ভণিৰ পৰাই এই নামে এনেকুৱা ৰাজহুৱা অনুষ্ঠানত পৰিণত হৈছিল নে নাই জনা নাযায়। তথাপিও এই শতিকাৰ দ্বিতীয় দশকমানৰ পৰাই ই ৰাজহুৱা ৰূপ পাই আহিছে। তেতিয়াৰ দিনত অৱশ্যে নাম-প্ৰসঙ্গলৈ মানুহক নিমন্ত্ৰণ কৰা প্ৰথা নাছিল। নাম বুলি শুনিলেই নিজে নিজেই মানুহবোৰ আহি উপস্থিত হৈছিল। নামশালাৰ সত্ৰৰ নামলৈও ওচৰৰ গাওঁৰ পৰা মানুবোৰ নিজে নিজেই আহিছিল আৰু কালক্ৰমত ই এক ৰাজহুৱা অনুষ্ঠানত পৰিণত হৈছিল। এনেকৈয়ে এবা-খুবা ধৰণে এই নাম প্ৰচলিত হৈ আছিল। বিশেষকৈ যাঠিৰ দশকমানৰপৰা তেতিয়াৰ উৎসাহী ডেকা যদুৰাম বৰ্মণ, ৰূপৰাম ভূঞা আদিৰ অশেষ চেষ্টাৰ ফলত এই নামে উৎসৱমুখিতাৰ ৰূপ লাভ কৰে। তেতিয়াৰ পৰা সৰুক্ষেত্ৰী মৌজাকে ধৰি আশে-পাশে থকা মৌজা কেইখনৰ বিভিন্ন গাওঁৰ ৰাইজক নিমন্ত্ৰণ কৰাৰ প্ৰথা আৰম্ভ হয়। বৰনামৰ এসপ্তাহমানৰ আগতেই গাওঁৰ পৰিচালক সমিতিয়ে নিৰ্দ্ধাৰণ কৰি দিয়া পাঁচ-ছয়জনীয়া এটি দলে গাঁৱে গাঁৱে ঘূৰি গাওঁৰ মূল পাঠকৰ হাতত তামোল-পাণৰ মাননী আগবঢ়াই গঞাক নাম-প্ৰসঙ্গ কৰিবলৈ আমন্ত্ৰণ জনায়।

বুদ্ধ পূৰ্ণিমাৰ এমাহমানৰ আগতেই গাওঁৰ পৰিচালক সমিতিৰ সাধাৰণ সভা বহে। এই সভাতেই গাওঁৰ প্ৰতিঘৰ মানুহৰ বিপৰীত সামৰ্থ্য অনুসৰি বৰঙণিৰ নিৰিখ নিৰ্দ্ধাৰণ কৰা হয়। পিচত সেইমতে বৰঙণি সংগ্ৰহ কৰা হয়। উল্লেখযোগ্য যে এই নামৰ বাবে দান বৰঙণি নামশালা গাওঁৰ পৰিয়ালৰ বাহিৰে অইনৰ পৰা লোৱা নহয়।

নামৰ তিনিদিনমান আগতেই নৈবেদ্যৰ বাবে আৱশ্যকীয় উপকৰণসমূহ সংগ্ৰহ কৰা হয়। বুট-মাহবোৰ গাওঁৰ জীয়ৰী-বোৱাৰীয়ে লগলাগি জাৰি-জোকাৰি ব্যৱহাৰৰ উপযোগী কৰি দিয়ে। তাৰ পিচত ডেকাবিলাকে বিভিন্ন ঘাটৰ পৰা ডাঙৰ নাও বা অইন ঠাইৰ পৰা ডাঙৰ পাত্ৰ আহৰণ কৰি বুট-মাহ তিওৱাৰ ব্যৱস্থা কৰে। সচৰাচৰ নামৰ খোলাৰ আশে-পাশে থকা মানুহৰ ঘৰত বা আন ৰাজহুৱা ঠাইত বুট-মাহ তিওৱা হয়। আৰু গোটেই ৰাতি ডেকা ল'ৰাবোৰে নাম-কীৰ্ত্তন কৰি সেইবোৰ পহৰা দি থাকে। নামৰ আগদিনাখনেই তামোল কটা, নৈবেদ্যৰ উপকৰণসমূহ কটা কুটা কৰা হয়। তদুপৰি প্ৰসাদৰ ডলাবোৰ পতাৰ বাবে মণ্ডপ আদিও আগদিনাখনেই সম্পূৰ্ণ কৰি উলিওৱা হয়। সাধাৰণতে মণ্ডপৰ কাম কলগছেৰেই কৰা হয় যদিও কোনো ধৰা-বন্ধা নিয়ম নাই। গোটেই খোলাখনতে তেনেকৈ ৰভা আদি দিয়া নহয়, অৱশ্যে বহিবৰ বাবে ঢাৰি, ধানখেৰ আদিৰ ব্যৱস্থা কৰা হয়।

নামৰ দিনাখন ৰাতিপুৱাই ফুল আদিৰে মণ্ডপটো সজোৱা হয়। দহমান বজাত গাওঁৰ আটাইকেইটা নামঘৰৰ পৰা গোঁসাই আনি অস্থায়ী মণ্ডপত স্থাপন কৰা হয়। তাৰ পিচত বুট-মাহ আদিৰে প্ৰসাদৰ ডলাবোৰ সজোৱা হয়। গোঁসাই স্থাপন কৰাৰ পিচৰে পৰা গাওঁৰ মানুহবোৰো মণ্ডপলৈ আহি সেৱা কৰি যায়। আবেলি একমান বজাত গাওঁৰ পাঠকে ভাগৱত পাঠেৰে মাঙ্গলিক কাৰ্য্য আৰম্ভ কৰে, যাক নাম ডাকা বুলি কোৱা হয়। তেতিয়ামানে নিমন্ত্ৰিত ৰাই‍়ে আহিবলৈ আৰম্ভ কৰে। সেই সময়ৰ পৰা ৰাতিলৈকে নামৰ খোলালৈ সোমোৱা পথবোৰত তামোলৰ বঁটা লৈ ৰৈ থকা হয় আৰু নিমন্ত্ৰিত অতিথিসকলক তামোলেৰে সন্মান জনোৱা হয়।

নিমন্ত্ৰিত বিভিন্ন গাঁৱৰ মানুহবোৰে ভাগে ভাগে বহি নিজৰ নিজৰ পছন্দমতে নাম গাবলৈ আৰম্ভ কৰে। তাৰ ভিতৰত ভোৰতাল নাম, থিয়নাম, নাগাৰা নাম আদিয়েই উল্লেখযোগ্য। সহস্ৰাধিক গঞাৰ উপস্থিতিত এই নাম-প্ৰসঙ্গ ৰাতি প্ৰায় দহবজামানলৈকে চলি থাকে। তাৰ পিচত গাওঁৰ পাঠকৰ তত্বাৱধানত সপাপ্তিৰ (থোৱানাম) নাম গোৱা হয়। শেষত সমবেত হৰিধ্বনিৰে নাম-প্ৰসঙ্গৰ সমাপ্তি কৰা হয়। তাৰ পিচত প্ৰত্যেক গাওঁৰ পাঠকৰ জৰিয়তে প্ৰত্যেক গাওঁৰ ৰাইজলৈ প্ৰসাদ, তামোল-পাণ আৰু টকাৰে মাননী আগবঢ়োৱা হয়। অৱশ্যে পাঠকসকলে প্ৰসাদ আৰু তামোল-পাণখিনি ৰাখি টকাখিনি গাওঁলৈ দান হিচাবে ওভোটাই দিয়ে। তাৰপিচতে আৰম্ভ হয় শতাধিক বিলনীয়াৰ প্ৰসাদ বিতৰণৰ পৰ্ব। আৰু এঘণ্টা মানৰ ভিতৰতে এই অনুষ্ঠানৰ অন্ত হয়। নিশাৰ ভাগলৈ গাওঁৰ ডেকা-গাভৰুৰ সহযোগত যাত্ৰাভিনয় আদিও অনুষ্ঠিত কৰা হয়।

বৰ্তমান বিভিন্ন অঞ্চলত মহাপুৰুষীয়া পন্থী, হৰিদেৱ পন্থী, দামোদৰ দেৱ পন্থীৰ মাজত যি অনৈক্যৰ ভাৱে গা-কৰি উঠিছে, তেতিয়াৰ সৰুক্ষেত্ৰী অঞ্চল এইবিলাকৰপৰা সম্পূৰ্ণ মুক্ত আছিল। নামশালাৰ বৰনাম তাৰ সুন্দৰ উদাহৰণ। কাৰণ এই বৰনামত একেখন খোলাতে একেলগে বহি বিভিন্ন পন্থৰ মানুহবোৰে একেলগে নাম গাইছিল। একেখন থাপনাত একেলগে নাম গাইছিল। সঁচাকৈয়ে এই বৰনাম আছিল এক সমন্বয়ৰ প্ৰতীক। আনকি এই সাৰ্বজনীন নামৰ অনুষ্ঠানলৈ সৰুক্ষেত্ৰী মৌজাৰ মুছলমান মানুহখিনিও আমন্ত্ৰিত হৈছিল। তদুপৰি তাহানিৰ দিনতেই আবুৰৰ ভিতৰত থকা তিৰোতাখিনিয়েও বৰনামৰ খোলাত বহি পুৰুষৰ লগতে একেলগে নাম-প্ৰসঙ্গ কৰাৰ সুবিধা পাইছিল।

এনেধৰণৰ নাম-প্ৰসঙ্গৰ অনুষ্ঠান অইন ঠাইতো নোহোৱা নহয়। কিন্তু তাত বৰনামৰ নিচিনা উমৈহতীয়া বা ৰাজহুৱা ভাবৰ অভাৱ পৰিলক্ষিত হয়। সেয়েহে ক'ব পাৰি এই বৰনাম সম্পূৰ্ণভাৱে সৰুক্ষেত্ৰী মৌজাৰ এটা উমৈহতীয়া নাম-প্ৰসঙ্গৰ অনুষ্ঠান। আনকি নামশালা গাওঁ ইয়াৰ উদ্যোক্তা হ'লেও কোনোদিনে গাওঁত আমাৰ বৰনাম বুলি কোৱা শুনিবলৈ পোৱা নগৈছিল। অইন মানুহেও ইয়াক নামশালাৰ নাম বুলি নকৈ ৰাইজা নাম বা মৌজাৰ নাম বুলিহে কৈছিল।

সত্তৰৰ দশকৰ শেষভাগৰ পৰা নানা প্ৰাকৃতিক দুৰ্যোগ আদিৰ কবলত পৰি গাঁৱৰ মানুহখিনি আৰ্থিকভাৱে জুৰুলা হৈ পৰে। সেয়েহে আশীৰ দশকৰ আৰম্ভণিৰ পৰা বৰনামৰ উৎসৱমুখিতা পৰিহাৰ কৰি মাত্ৰ আনুষ্ঠানিকতাখিনিহে বজাই ৰাখি চলি থকা হৈছে। বৰ্তমানেও উঠি অহা নবীন চামটোৱে মন মেলিলে নিশ্চয় পূৰ্ববৎ জাক-জমকতাৰে এক উৎসৱ মুখৰ পৰিবেশৰ বৰনাম অনুষ্ঠিত কৰিব পাৰিব। তদুপৰি ভালদৰে বিচাৰ-খোচাৰ কৰিলে হয়তো নামশালা গাওঁত পৰম্পৰাগতভাৱে চলি অহা এই বৰনাম আৰু পালনামৰ (এই ৰচনাত আলোচিত হোৱা নাই) বিষয়ে অধিক তথ্য উলিয়াব পৰা যাব পাৰে।●



4

# সৰ্থেবাৰীৰ বৈষ্ণৱধৰ্মীয় পৰম্পৰা, কীৰ্ত্তনঘৰ-বিগ্ৰহ আদি

*দক্ষেশ্বৰ ডেকা, শাস্ত্ৰী*

বৰপেটা জিলাৰ পূৰ্বপ্ৰান্তৰ প্ৰাণকেন্দ্ৰ, শিল্প সমবায়ৰ মিলনভূমি, সৰ্বোপৰি ঐক্য সম্প্ৰীতিৰ কেন্দ্ৰস্থলী সৰ্থেবাৰী বৈষ্ণৱ গুৰুসকলৰ ভাৱধাৰাৰে প্লাৱিত। সৰ্থেবাৰীৰ সকলো অধিবাসী বৈষ্ণৱ। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ, শ্ৰীশ্ৰীদামোদৰ দেৱ আৰু শ্ৰীশ্ৰীহৰিদেৱ — এই তিনিওজনা বৈষ্ণৱ গুৰুৰে অনুগামী সৰ্থেবাৰীত আছে। সৰ্থেবাৰীত হৰিদেৱী পন্থৰ মানুহে সৰ্বাধিক। তাৰ পাছতে শংকৰী বা মহাপুৰুষীয়া সম্প্ৰদায়ৰ আৰু তাতকৈ কিছুকম দামোদৰী সম্প্ৰদায়ৰ লোক সৰ্থেবাৰীত বাস কৰে। কিন্তু লক্ষণীয় দিশ হ'ল ইয়াত সম্প্ৰদায়ৰ বিভেদ লেখমানো নাই। সৰ্থেবৰীয়া লোকে সকলো বৈষ্ণৱ গুৰুকে ধৰ্মগুৰু হিচাপে সমান দৃষ্টিৰে চায়। মহাপুৰুষ প্ৰবৰ্তিত নাম ধৰ্মত সকলোৰে গভীৰ নিষ্ঠা। গুৰুসকলৰ তিথি, জন্মাষ্টমী, বৈষ্ণৱপৰ্ব, সকাম-নিকাম সকলেতে ভোৰ-তাল বজাই নাম কীৰ্ত্তন কৰে। নাম-কীৰ্ত্তন বা প্ৰসঙ্গ প্ৰণালী— বৰপেটা-সত্ৰৰ পদ্ধতিৰ অনুৰূপ। নামৰ আৰম্ভণিতে পাঠকে কীৰ্তনঘোষা বা নামঘোষাৰ পদ কিয়দংশ পাঠ কৰে। এই কাৰ্যক পাঠ পঢ়া বুলি কয়। তাৰপাছত নামঘোষাৰ 'কৃষ্ণ ৰাম' আদি নামছন্দেৰে নাম ডাকে। তাৰপাছত নামঘোষাৰ এযোৰ বা দুযোৰ যুগল গায়। যুগলৰ অন্তত কীৰ্তন ঘোষাৰ পৰা ঘোষা গায়। তাৰপাছত একবিশেষ পদ্ধতিৰে (বৰপেটা সত্ৰৰ লগত একে) নাম সংবৰণ কৰে। নাম ডকা পাঠক প্ৰমুখে অন্যান্য পাঠকসকলে ভোৰতাল ায়। উল্লেখযোগ্য যে অসমৰ সংস্কৃতিৰ মূল্যবান সম্পদ ভোৰতাল াৰীতে তৈয়াৰী। পালিসকলে (নামত অংশলোৱা ৰাইজ) তালৰ চাবৰ লগত ৰজিতা খুৱাই চাপৰি বজায়। এই নাম কীৰ্ত্তনে দেহমন পৱিত্ৰ কৰা লগতে মনত এক অনাবিল আনন্দ জন্মায়। সৰ্থেবাৰীত বাস কৰা সকলো সম্প্ৰদায়ৰ লোকে এই একে পদ্ধতিৰে নাম কীৰ্ত্তন কৰে। নামত সকলোৱে ভাগ লয়, উচ্চ-নীচ ভেদাভেদ ভাৱ নাই। আইনসকলৰ নামৰ পদ্ধতিও একে। তেওঁলোকে কেৱল খোল বা ভোৰতাল ব্যৱহাৰ নকৰে। সৰ্থেবাৰীৰ আইসকল ধৰ্মপ্ৰাণা। তেওঁলোকে বছৰৰ অধিক সময় নাম-কীৰ্ত্তনতে ৰত থাকে।

আমি শুনামতে সৰ্থেবাৰীৰ বৰগোসাইঘৰত চাৰিও জনা বৈষ্ণৱ গুৰুৰে তিৰোভাৱ তিথি সমূহীয়াভাৱে পালন কৰা হৈছিল। (চুপাই চুপাই থকা নামঘৰতো পালিত হৈছিল)। কিন্তু সৰ্থেবাৰীত হৰিদেৱ ধাম নিৰ্মাণ হোৱাৰ পাছত তাত মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ তিথি হৰিদেৱী সম্প্ৰদায়ৰ সমূহলোকে পালন কৰিবলৈ লোৱাত বৰগোসাইঘৰত পালন কৰা উমৈহতীয়া তিথি পালন উঠি গ'ল। কেৱল প্ৰতি চুপাৰ নামঘৰত এই তিথি পালন কৰা হয়। হৰিদেৱ ধামত সমূহীয়াভাৱে শ্ৰীশ্ৰীহৰিদেৱৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱ তিথি ডাঙৰকৈ পালন কৰা হয়। অন্য সম্প্ৰদায়ৰ লোকেও সেই নাম-কীৰ্ত্তনত ভাগ লয়। কাজিথেৰ চুপাৰ, কাতিয়াথেৰ চুপাৰ আৰু জমথেৰ চুপাৰ নামঘৰত শ্ৰীমন্তশংকৰদেৱৰ তিথিত নাম কীৰ্ত্তন কৰা হয়। এই কীৰ্তনত বাসৰঘোষা গোৱা হয়। জমথেৰ চুপাৰ নামঘৰত দহদিন আগৰপৰা আৰু কাজিথেৰ আৰু কাতিয়াথেৰ নামঘৰত সাতদিন আগৰেপৰা কীৰ্ত্তন পাতি বাপুসকলে আৰু আইসকলে উভয়ে নাম কীৰ্ত্তন কৰে। ডাবোৰ চুপাৰ উত্তৰাংশৰ নামঘৰত শ্ৰীশ্ৰীদামোদৰ দেৱৰ তিথিত সৰ্থেবাৰীৰ পাঁচখেল গঞাগয়ৰহৰ সমূহ ৰাইজক মাতি ন্যম ধৰা হৈছিল। এতিয়াও সাধ্যমতে নাম-কীৰ্ত্তন কৰা হয়। জমথেৰ চুপাৰ আৰু চৌধুৰীচুপাৰ নামঘৰতো নাম-কীৰ্ত্তন কৰা হয়। শ্ৰীশ্ৰীমাধৱদেৱৰ তিথিত কাজিথেৰ, কাতিয়াথেৰ আৰু জমথেৰ চুপাৰ নামঘৰত দহদিন আগৰেপৰা কীৰ্ত্তনপাতি নাম-কীৰ্ত্তন কৰা হয়। এই কীৰ্ত্তনত শিশুলীলা আৰু কংসবধৰ ঘোষা গোৱা হয়। হৰিদেৱৰ প্ৰধান শিষ্য জগন্নাথৰ তিথি হৰিদেৱ ধামত নাম-কীৰ্ত্তনেৰে পালন কৰা হয়। তামুলী চুপাৰ নামঘৰতো এই তিথি জাকজমকতাৰে দুদিনীয়াকৈ পালিত হৈ আছে। তিথিৰ আগদিনাখন নামঘৰত বন্তি প্ৰজ্বলন কৰে। শংকৰদেৱৰ জন্মোৎসৱো কাজিথেৰ, কাতিয়াথেৰ আৰু জমথেৰ চুপাত পালিত হয়। তিথিৰদিনা সখি সংঘৰ দ্বাৰা জমথেৰ চুপাৰ ৰাস্তাৰ সকলোতে কলপুলি পুতি বন্তি প্ৰজ্বলন কৰাৰ উপৰিও নাম-কীৰ্ত্তন কৰা হয়।

কাঁহশিল্পখ্যাত সৰ্থেবাৰী শ্ৰমজীৱী কঁহাৰসকলৰ আবাসভূমি। কঁহাৰসকল বৰ উদ্যমী পুৰুষ। দিনটো কঠোৰ পৰিশ্ৰম কৰিও এওঁলোকে নাম-কীৰ্ত্তনত মন-প্ৰাণ ঢালি দিয়ে। ইয়াত সমূহ ৰাইজৰ ডাঙৰ ডাঙৰ নাম অনুষ্ঠিত হৈছিল। এই নামক 'ৰাইজা নাম' কয়। এই নামত পৰম শ্ৰদ্ধাৰে সকলোৱে অংশ লয়। এতিয়া বয়-বস্তুৰ চৰা দামৰ কোবত 'ৰাইজা নাম' হ্ৰাস পালেও টুটি যোৱা নাই। গুৰুসকলৰ তিথি আৰু অন্যান্য নাম বা উৎসৱ-পাৰ্বণত কঁহাৰসকলে গঢ়খটি কৰে (কাঁহৰ বাচন নগঢ়ে)। তেওঁলোকে পৰম অকপটে হৰিৰমনে নাম-কীৰ্ত্তনত গা এৰি দিয়ে। মনত পন্থ বা সম্প্ৰদায় ভেদৰ অকণো ঠাই নাপায়।

অসমৰ ধৰ্মীয়, সামাজিক আৰু সাংস্কৃতিক জীৱনত নামঘৰৰ প্ৰভাৱৰ তুলনা নাই। অসমৰ গাঁৱে গাঁৱে নগৰে নগৰে, সত্ৰই সত্ৰই নামঘৰ বা কীৰ্ত্তনঘৰ বিৰাজমান। ই মহাপুৰুষৰ সৃষ্টি। অসমৰ বৈষ্ণৱ ধৰ্মৰ পূৰ্বে ঠায়ে ঠায়ে মঠ-মন্দিৰ বা দেৱালয়হে আছিল, নামঘৰ বা কীৰ্ত্তনঘৰৰ অস্তিত্ব নাছিল। মহাপুৰুষ শংকৰদেৱে ভৰ ডেকাকালতে বৰদোৱাত প্ৰথম নামঘৰ বা কীৰ্ত্তনঘৰৰ ভেঁটি তুলিবলৈ মাটি খান্দোতে শিলৰ বিষ্ণুমূৰ্ত্তি এটি পাইছিল। পাছত কীৰ্ত্তনঘৰ বা নামঘৰ নিৰ্মাণ হ'লত বিষ্ণুমূৰ্ত্তিক তাত স্থাপন কৰা হ'ল। নামঘৰৰ ওচৰতে বৰদৌল সজা হ'ল। এই বৰদৌলতে শ্ৰীকৃষ্ণৰ দৌলযাত্ৰা পালন কৰা হৈছিল। বিগ্ৰহৰ পূজাৰী আছিল ব্ৰাহ্মণ ৰাম ৰাম গুৰু।

ভাগৱতত ভগৱানৰ আঠবিধ মূৰ্ত্তিৰ উল্লেখ একাদশ স্কন্ধত পোৱা যায়।—

শৈলী দাৰুময়ী লৌহী লেখ্যা লেখ্যা চ সৈকতী।
মনোময়ী মণিময়ী প্ৰতিমা অষ্টাবিধাঃ স্মৃতাঃ।।

(ভাগৱত ১১।২৭।১২)

শিল, কাঠ, সুবৰ্ণাদি ধাতু, লেপন, লেখা, বালি হীৰকাদি মণিৰে মূৰ্ত্তি সাজি আৰু ভগৱানৰ মানসিক মূৰ্ত্তি কল্পনা কৰি ভগৱানক সেৱা ভক্তি কৰা হয়। এই অষ্টমূৰ্ত্তি সগুণ ব্ৰহ্ম বা ঈশ্বৰৰ প্ৰতীক। প্ৰতীকৰূপে শালগ্ৰামশিলাতো বিষ্ণুক অৰ্চনা কৰা হয়।

"শালগ্ৰামশিলা যত্ৰ তত্ৰ সন্নিহিতো হৰিঃ।"

সমগ্ৰ অসমৰ কীৰ্ত্তনঘৰ বা নামঘৰৰ মণিকূটৰ থাপনাত বা সিংহাসনত (সিংহাসন বিষ্ণুৰ কমলাসত্ৰৰ প্ৰতীক) এই মূৰ্ত্তিসমূহৰ এবিধ মূৰ্ত্তি ভক্তৰ মনৰ একাগ্ৰতা বৰ্ধনৰ অৰ্থে স্থাপন কৰা হৈছে। বহুত সত্ৰত বা নামঘৰত ভগৱানৰ বাঙ্ময় বিগ্ৰহ শ্ৰীমদ্ভাগৱত ৰখা হয়। ভাগৱতৰ দুটা সম্প্ৰদায়— নাৰায়ণ প্ৰোক্ত ভাগৱত আৰু সংকৰ্ষণ বা অনন্ত প্ৰোক্ত ভাগৱত। অসমৰ দামোদৰী সত্ৰসমূহত সাধাৰণতে ভাগৱতপ্ৰবক্তা নাৰায়ণ বা বাসুদেৱৰ বিগ্ৰহ স্থাপন কৰা আছে আৰু হৰিদেৱী সত্ৰসমূহত অনন্তদেৱৰ মূৰ্ত্তি স্থাপিত হৈছে। অৱশ্যে ইয়াৰ ব্যতিক্ৰমো আছে। সৰ্থেবাৰীৰ ওচৰৰে দামোদৰী পল্লাসত্ৰত অনন্তদেৱৰ মূৰ্ত্তিহে বিদ্যমান।

এতিয়া আহিছোঁ সৰ্থেবাৰীৰ নামঘৰলৈ সৰ্থেবাৰীৰ পাঁচখেল গঞাগয়ৰহৰ বা সমূহৰে উমৈহতীয়া নামঘৰ বা কীৰ্ত্তনঘৰ আছে। বৃহৎ আকাৰৰ এই কীৰ্ত্তনঘৰটোক স্থানীয় লোকে বৰগোসাইঘৰ (বৰগহেৰঘৰ) কয়। ইয়াত জগন্নাথ মহাপ্ৰভুৰ মনোময়ী বিগ্ৰহ স্থাপিত। অৰ্থাৎ বৰ্তমানলৈ এই কীৰ্ত্তনঘৰত কোনো দৃশ্যমান বিগ্ৰহ নাই। কিন্তু জগন্নাথ মহাপ্ৰভুৰ বিগ্ৰহ ইয়াত মনেৰে স্থাপন কৰা আছে। জগন্নাথ সৰ্থেবাৰী পাঁচখেলৰ উপাস্যদেৱ। সেয়ে পাঁচখেল গঞাগয়ৰহৰ সমস্ত ধৰ্মীয় কাৰ্য জগন্নাথ বিগ্ৰহৰ নামত কৰা হয়। ইয়াত অনুষ্ঠিত সমস্ত নাম-কীৰ্ত্তন বা মেল-মিটিঙৰ অন্তত জগন্নাথ মহাপ্ৰভুক সুঁৱৰি হৰিধ্বনি কৰা হয়। উল্লেখযোগ্য যে অসম সাহিত্য সভাৰ অন্যতম শাখা ভাৰতী অধ্যয়ন চক্ৰই সাহিত্য সভাৰ একষষ্ঠিতম অধিৱেশন নিমন্ত্ৰণ কৰাৰ আগমুহূৰ্ত্তত সৰ্থেবাৰী পাঁচখেল ৰাইজৰ অনুমোদন বিচাৰিছিল আৰু জগন্নাথ বিগ্ৰহৰে ভঁৰালঘৰত মজুমদাৰে আহ্বান কৰা ৰাজহুৱা সভাত অনুমোদন দিয়া হৈছিল। আৰু জগন্নাথ মহাপ্ৰভুৰ আশিষ কামনা কৰি হৰিধ্বনি কৰা হৈছিল। আজিও ৰাজহুৱা কাম সফল হ'ব নে নহ'ব এই প্ৰশ্ন উত্থাপন হ'লে সৰ্থেবাৰীৰ লোকে "পাঁচখেলৰ ধৰ্মহি যি কৰে" এইদৰে কয়। এয়া সৰ্থেবৰীয়া লোকৰ সৰল বিশ্বাস।

ইয়াতে (বৰগোসাই ঘৰত) কলিযুগাদ্যা মাঘী পূৰ্ণিমাত বছৰি সৰ্থেবাৰীৰ সভা মহোৎসৱ অনুষ্ঠিত হয়। এই সভাখন সমন্বয়ৰ জ্বলন্ত নিদৰ্শন। সভাৰ গোন্ধৰ দিনাখন সৰ্থেবাৰীৰ বিভিন্ন চুপাত থকা বিগ্ৰহসমূহ এই কীৰ্ত্তনঘৰত স্থাপন কৰা হয়। মাঘী পূৰ্ণিমাৰ দিনাখন সৰ্বব্যাপক বিষ্ণু বা নাৰায়ণৰ উদ্দেশ্যে হোম-যজ্ঞৰ আয়োজন কৰা হয়। এই মুখ্য যাজকৰ পদত অভিষিক্ত কৰা হয় দামোদৰপন্থৰ গোসাই এজনক। ভাগৱত পাঠৰ বাবে হৰিদেৱী পন্থৰ গোসাই এজনক বৰণ কৰা হয়। অৱশ্যে কেতিয়াবা বিশেষ পাণ্ডিত্য থকা দামোদৰী পন্থৰ গোসাইকো ভাগৱত পাঠকৰূপে বৰণ কৰা হয়। আমি দেখাত ৰাইজ মেলৰ নায়ক বাক্‌সিদ্ধপুৰুষ যোগেশ্বৰ গোস্বামীৰ সুপুত্ৰ বিদগ্ধ সংস্কৃত পণ্ডিত হৰিদেৱ গোস্বামীয়ে বহুত বছৰ ধৰি সৰ্থেবাৰী সভাত ভাগৱত পাঠ কৰিছিল। সেই বংশৰ ব্যাসকুছিয়া গোসাই শ্ৰীযুত প্ৰিয়কান্ত গোস্বামীদেৱেও ভাগৱত পাঠ কৰিছিল। কিন্তু ভাগৱত পাঠ সাধাৰণতঃ হৰিদেৱী সম্প্ৰদায়ৰ গোসাইৰ ভাগত। ইয়াৰ পাছত নামৰ আচাৰ্য বা বৰপাঠকৰ পদত নিযুক্ত হয় শঙ্কৰী পন্থৰ পাঠক এজন। কাজিথেৰ খেলৰ পৰা বৰ পাঠকজন নিৰ্বাচিত হয়। আমি জনাত মুকুন্দৰাম পাঠক, মহেশ্বৰ পাঠক আৰু শ্ৰীযুতৰাজেন্দ্ৰ নাথ পাঠকে বহুবছৰ ধৰি বৰপাঠকৰ দায়িত্ব পালন কৰিছিল। অসমৰ বিভিন্ন স্থানৰপৰা আহি অগণন জনতা সমবেত হোৱা নামত নাম ডাকে বৰপাঠকে। তেওঁ প্ৰত্যেকদিনে দুপৰীয়া আৰু ৰাতিৰ প্ৰসঙ্গত নাম পৰিচালনা কৰে আৰু পাঁচদিনীয়া সভাৰ শেষদিনাৰ ৰাতিৰ নামত নাম সংবৰণ কৰে। আমি শুনামতে শ্ৰীশ্ৰীমাধৱদেৱ স্থাপিত গোমূৰাসত্ৰৰ সত্ৰাধিকাৰ পদত থকা উদাসীন ভকতে সভাৰ শেষৰ দিনাৰ ৰাতিৰ সামৰণিৰ নামটোত নাম ডাকি নাম পৰিচালনা কৰিছিল। আজিকালি বৰপাঠকজনেই এই নাম পৰিচালনা কৰে। আৰু এটা বৈশিষ্ট্য হ'ল সৰ্থেবাৰীক কেন্দ্ৰ কৰি থকা পাকা সৰুক্ষেত্ৰীৰ সকলো সত্ৰৰে অধিকাৰ আৰু গোসাইসকলক এই সভাৰ হোমলৈ নিমন্ত্ৰণ কৰি মান ধৰা হয়, সৎকাৰ কৰা হয়। নিমন্ত্ৰিত ৫০ জন ব্ৰাহ্মণে বিভিন্ন পাঠ কৰে আৰু নামৰ অন্তত নিৰ্মালি বিতৰণ কৰে আৰু হোমৰ ছাইৰ ফোঁট দিয়ে। ওচৰৰ সমগ্ৰ গাওঁকে নামলৈ নিমন্ত্ৰণ কৰা হয়। সমন্বয়ৰ এনে দৃষ্টান্ত অন্যত্ৰ দুৰ্লভ। এই সভাৰ শেষৰ দিনাৰ ৰাতিৰ নামটোক 'ভকতৰ নাম' কয়। এই নামৰ অন্তত বৰগোসাইঘৰত স্থাপিত বিগ্ৰহসমূহ নিজ নিজ চুপাৰ নামঘৰলৈ নাম-

কীৰ্ত্তন কৰি অনা হয়। পিছদিনাখন নাম ঘৰত সৰ্থেবাৰীক কেন্দ্ৰ কৰি এক বিৰাট অঞ্চলৰ আইসকলৰ নাম অনুষ্ঠিত হয়। এই নামটোক 'ভকতনীৰ নাম' বুলি কোৱা হয়।

সৰ্থেবাৰীত কেবাখনো চুপা আছে। প্ৰত্যেক চুপাতে এটা বা একাধিক নামঘৰ আছে। আমাৰ ইয়াত নামঘৰ বা কীৰ্ত্তনঘৰতকৈও গোসাইঘৰ (গহেৰঘৰ) শব্দটোৰ চলন্তি বেছি। এই গোসাইঘৰসমূহৰ প্ৰায়বোৰতে ভগৱন্তৰ বিগ্ৰহ আছে আৰু এই বিগ্ৰহসমূহ নিতৌ বা তিথি বিশেষত অৰ্চিত হয়। সৰ্থেবাৰীৰ পূৰণ আতাথেৰ চুপাৰ নামঘৰটো সবাতোকৈ প্ৰাচীন। এই নামঘৰত কলীয়া ঠাকুৰৰ বিগ্ৰহ বিদ্যমান। কলীয়া ঠাকুৰলৈ মানুহৰ অতিশয় ভক্তি। অনেকে সভক্তিৰে কলীয়া ঠাকুৰলৈ সোণ, ৰূপৰ ফুলকে আদি কৰি বিভিন্ন বস্তুৰ উপৰি নৈবদ্য আগবঢ়ায়। কলীয়া ঠাকুৰৰ দৌলোৎসৱ এই অঞ্চলৰ ভিতৰতে প্ৰাচীন। এই একেটা নামঘৰতে নতুন আতাথেৰ চুপাৰ গোপাল বিগ্ৰহো বিদ্যমান। গোপাল গোসাইৰো বেলেগ দৌল আৰু চৰা আছে। পুৰণ তালুকদাৰ চুপাৰ কীৰ্ত্তনঘৰতো গোপাল গোসাইৰ বিগ্ৰহ আছে। এই বিগ্ৰহৰ দৌল নাই। কাজিথেৰ চুপাৰ কীৰ্ত্তনঘৰত বাসুদেৱ বিগ্ৰহ আৰু গোপাল বিগ্ৰহ বিদ্যমান। দৌলোৎসৱৰ সময়ত সৰিলৈ কেৱল গোপালবিগ্ৰহকহে নিয়া হয়। উল্লেখযোগ্য যে কাজিথেৰ চুপাৰ সকলো মানুহ শংকৰী বা মহাপুৰুষীয়া। কাতিয়াথেৰ চুপাৰ কীৰ্ত্তনঘৰতো গোপালবিগ্ৰহ আছে। এই বিগ্ৰহৰো দৌলোৎসৱ আছে। চৌধুৰী চুপাৰ কীৰ্ত্তনঘৰত শ্যামৰায় বিগ্ৰহ আৰু গোপাল বিগ্ৰহ বিদ্যমান। দুয়োটা বিগ্ৰহ মণিকূটত দুখন সুকীয়া আসনত থাকে। পূজাৰী ব্ৰাহ্মণো দুজন। এই দুখন বিগ্ৰহ শালাকাতিয়াথেৰ খেলৰ। এই বিগ্ৰহ দুটাৰ দৌল নাই। জমথেৰ চুপাৰ নামঘৰত গোপাল বিগ্ৰহ বিদ্যমান। এই বিগ্ৰহকলৈও দৌলোৎসৱ কৰা হয়। তামুলী চুপাৰ নামঘৰত ৰাধাকৃষ্ণৰ বিগ্ৰহ আছে। এই বিগ্ৰহ ব্ৰাহ্মণৰদ্বাৰা নিতৌ অৰ্চিত হয়। এই বিগ্ৰহৰো দৌলোৎসৱ নাই। নতুন তালুকদাৰ চুপাৰ কীৰ্ত্তনঘৰত চতুৰ্ভুজ বিষ্ণু আৰু গোপাল বিগ্ৰহ আছে। এই বিগ্ৰহৰ দৌলোৎসৱ আছে। সৰ্থেবাৰীত সকলোবোৰ নামঘৰতে বিগ্ৰহ নাই। কিছুমানত ভগৱন্তৰ বাঙ্ময় মূৰ্ত্তি কীৰ্ত্তনঘোষা বা ভাগৱত স্থাপন কৰা আছে। সৰ্থেবাৰীত মুঠতে ছয়টা দৌল। কিছুমান বিগ্ৰহৰ দৌল নাই। সভাৰ সময়ত দৌল কৰা গোসাই সমূহ (ছয়টা) বৰগোসাইঘৰৰ মণিকূটৰ উত্তৰত আৰু দৌল নকৰা বিগ্ৰহৰ আসন চাৰিখন দক্ষিণফালে ৰখা হয় একেশাৰীতে।

বিশেষ মনকৰিবলগীয়া কথা হ'ল সৰ্থেবাৰীত অসমৰ আন কিছুমান ঠাইৰ দৰে সম্প্ৰদায়ৰ নামত নামঘৰ নাই। নামঘৰবোৰ সকলো সম্প্ৰদায়ৰে উমৈহতীয়া। ইয়াৰ উপৰি হৰিদেৱী পন্থৰ লোকৰ যি হৰিদেৱ ধাম আছে তাৰ নামঘৰতো অনন্তদেৱৰ বিগ্ৰহ বিদ্যমান। সৰ্থেবাৰী পাঁচখেল গঞাগয়ৰহৰ বৰগোসাইঘৰত আৰু হৰিদেৱ ধামত নিতৌ আবেলি বাপুসকলে ভাগৱত পাঠ কৰে আৰু শ্ৰৱণ কৰে। অমাৱস্যা-পূৰ্ণিমা-একাদশীকে ধৰি তিথি পাৰ্বণত আইসকলে প্ৰসঙ্গ কৰে। জন্মাষ্টমীৰ দিনাখন দুপৰীয়া বৰগোসাইঘৰত সৰ্থেবাৰীৰ সমূহ ৰাইজ মিলি নাম প্ৰসঙ্গ কৰে। ৰাতি প্ৰত্যেক চুপাৰ নামঘৰত চুপাৰ ৰাইজে নাম-কীৰ্ত্তনৰ জৰিয়তে জন্মাষ্টমী পালন কৰে। স্থানীয় ভাষাত গোসাই জন্মোৱা বুলি কয়। পাঁচদিনৰ দিনাখন পচতি পালন কৰে। বিশেষ অসুবিধা হ'লে সাত বা অন্যদিনৰ মূৰতো পচতি পালন কৰে। লক্ষণীয় কথা হ'ল সৰ্থেবাৰীত আইসকল আবেলিৰপৰা গধূলিপৰলৈ বৰ উলহ-মালহেৰে এই উৎসৱ পালন কৰে। ৰাতি পুৰুষসকলে পচতি পালন কৰে। প্ৰথমতে পাঠকে নাম ডাকি শিশুলীলাৰ আৰম্ভণিৰ ঘোষা তিনিটা বা চাৰিটা গাই পুৰণি বৈষ্ণৱ কবিসকলে ৰচনা কৰা 'পচতি' নামৰ অঙ্কীয়া নাটখন আবৃত্তি কৰে আৰু পালিসকলে সমস্বৰে ধৰে, উপস্থিত বুঢ়াৰ ভিতৰত কোনোবাই ৰুদ্ৰাক্ষৰ মালা পিন্ধি গৰ্গমুনিৰ ভাও লয়। প্ৰায় ৰাতি প্ৰভাতলৈকে এই উৎসৱ চলে। শেষত পাঠকে পদ্ধতিগতভাৱে নাম সম্বৰণ কৰে; হৰিধ্বনিৰ পিছত দেউৰীয়ে প্ৰসাদ বিতৰণ কৰে।

কোনো কোনো গৃহস্থই পাল নামৰো আয়োজন কৰে। চতুৰ্বিংশতি যুগল গোৱা নামৰো আয়োজন কৰে। নামঘোষাৰ পৰা নিৰ্ধাৰিত বাৰটা নামছন্দ আৰু বাৰটা শৰণ ছন্দ লৈ চতুৰ্বিংশতি যুগল। এই নামত আচাৰ্য্যৰূপে শ্ৰীশ্ৰীমাধৱদেৱ প্ৰতিষ্ঠিত গোমূৰাসত্ৰৰ সত্ৰাধিকাৰৰ পদত থকা উদাসীন ভকত বা কেতিয়াবা চাৰাবড়ীসত্ৰৰ সত্ৰাধিকাৰকো আহ্বান কৰা হয়। শংকৰী সম্প্ৰদায়ৰ লোকে এই নামৰ আয়োজন বেছিকৈ কৰে। দামোদৰী বা হৰিদেৱী সম্প্ৰদায়ৰ লোকেও আয়োজন কৰা দেখা যায়।

থিয়নাম সৰ্থেবাৰীৰ এটা বৈশিষ্ট্য। এতিয়া পৃথিৱী কঁপোৱা থিয় নাম ধৰা মানুহৰ সংখ্যা টুটিলেও লোপ পোৱা নাই। ৰাইজৰ নামবোৰ সাধাৰণতে ৰাতি ধৰা হয়। ৰাইজৰ নামৰ শেষৰছোৱাত থিয়নাম থাকিবই। সাতবিহুৰ দিনাখন সৰ্থেবাৰী সভাৰ খলাত পাৰসুঁৰেৰি অনুষ্ঠিত হয়। ইয়াতো সকলো পুৰুষ মিলি গগণভেদী থিয়নাম ধৰে। থিয়নামৰ অন্তত ৰাইজৰ মঙ্গলৰ অৰ্থে হৰিধ্বনি কৰা হয়। এই নামতে সৰ্থেবাৰীৰ শতাধিক বছৰ পুৰণি ঐতিহ্যমণ্ডিত 'এক পইচাৰ নাম'ৰ তাৰিখ স্থিৰ কৰা হয়। জনমূৰি এক পইচাকৈ তুলি ধৰা এক পইচাৰ নাম লোক গননাৰ উত্তম উপায়। আজিকালি একপইচাৰ ঠাইত ২৫ পইচাকৈ তোলা হ'লেও 'এক পইচাৰ নাম' এই ঐতিহ্যমণ্ডিত নাম সলনি হোৱা নাই। বহাগমাহৰ কোনোবা এটি ৰাতি বৰগোসাইঘৰত বৰ পাঠকৰ পৰিচালনাত (নাম ডকাকে আদি কৰি) এই নাম ধৰা হয়। সৰ্থেবাৰীৰ লোকৰ নাম ধৰ্মৰ প্ৰতি কিমান আস্থা এইবিলাকেই সূচায়।

সৰ্থেবৰীয়া লোকৰ এক বৈশিষ্ট্য হ'ল– জনম, মৰণ আৰু বিবাহ এই মুখ্য সংস্কাৰ তিনিটা বৈদিক প্ৰথামতে চলে। বেদপথ লঙ্ঘন নকৰাকৈ বৈষ্ণৱমাৰ্গ অৱলম্বন কৰে। প্ৰাজাপত্য বিবাহ ইয়াত প্ৰচলিত। আনহাতে সকলো কাৰ্যতে হৰিনাম। অধুনালপ্ত নাওখেলবোৰতো বৈষ্ণৱ প্ৰভাৱ বিদ্যমান। বঠাৰ চাৱে চাৱে হৰিনামৰ ধ্বনি আকাশ-বতাহ মুখৰিত কৰিছিল। পিতৃ-মাতৃৰ শ্ৰাদ্ধাদিত হৰিনাম নকৰা লোকৰ সংখ্যা বৰ কম। ইয়াৰ নাম-কীৰ্ত্তনত কীৰ্ত্তনঘোষা আৰু নামঘোষাৰহে পদ গোৱা হয়। অন্যপদ কাচিৎহে ওপৰঞ্চি হিচাপে গায়। প্ৰত্যেক চুপাতে নাম-কীৰ্ত্তন জনা পাঠক আছে। নাম-কীৰ্ত্তনকে ধৰি সামাজিক কাৰ্যত পাঠক, দেউৰী, বিলনীয়া আদি শৰণ-ভজন লোৱা লোকেহে হ'ব পাৰে। কটকটীয়াভাৱে এই নিয়ম পালন কৰা হয়।





সৰ্থেবাৰীৰ লোকসমূহে ব্ৰাহ্মণ-সজ্জন আৰু গুৰু-ভকতক বৰ শ্ৰদ্ধা কৰে। এওঁলোকে পৰম্পৰাগত বৈষ্ণৱধৰ্মত অটল বিশ্বাসী। পৰম্পৰা ভঙ্গ কৰা লোকক ইয়াৰ মানুহে ভাল নাপায়। সৰ্থেবাৰীৰ আশে-পাশে থকা গোমূৰা, কাৰাকুছি, নামশালা আদি গাঁৱতো একে ধৰণৰ পৰম্পৰাই চলে। তেওঁলোকেও বৈদিকপ্ৰথা মানি চলে কিন্তু নাম ধৰ্মত বৰ নিষ্ঠাপৰায়ণ। আটাইবোৰ গাঁৱৰ নামঘৰত বিগ্ৰহ আছে। এই বিগ্ৰহসমূহক লৈ দৌল পূৰ্ণিমাত দৌলযাত্ৰা পালন কৰে। সৰ্থেবাৰীৰ পশ্চিম প্ৰান্তত থকা শ্ৰীশ্ৰীদামোদৰদেৱৰ শিষ্য মনোহৰদেৱৰ সত্ৰ নসত্ৰৰ কীৰ্ত্তনঘৰতো গোপাল বিগ্ৰহ আছিল আৰু এই বিগ্ৰহকলৈ তাত দৌলোৎসৱ উদ্‌যাপিত হৈছিল। সেই দৌলৰ গোসাই সৰ্থেবাৰীৰ ছয়টা দৌলৰ ছয়টা গোসাইৰ লগত লগ হৈ সৰুক্ষেত্ৰী মৌজাৰ অন্যান্য গাঁৱৰ দৌলৰ গোসাইৰ লগত সৰ্থেবাৰীৰ দক্ষিণস্থ সুঁৰেৰি পথাৰলৈ লৈ যোৱা হৈছিল। বিৰাট থিয় নামৰ অনুষ্ঠান হৈছিল। নসত্ৰত কেইবছৰমান আগৰপৰা কৃষ্ণগুৰুৰ নতুন ধৰ্ম এটা প্ৰবৰ্ত্তন হোৱাৰ পাছত কীৰ্ত্তনঘৰত থকা গোপাল বিগ্ৰহ দূৰীভূত কৰা হয়। এতিয়া আৰু নসত্ৰৰ দৌলৰ গোসাই সুঁৰেৰি পথাৰ নেদেখে। আনহাতে আজি কিছুবছৰৰ পৰা আগৰ সৰি ফুৰোৱা পথাৰ জনাকীৰ্ণ হৈ পথাৰখন অনুপযুক্ত হৈ পৰাত সৰুক্ষেত্ৰীৰ কিছুমান গাঁৱৰ দৌলৰ গোসাই সুঁৰেৰিৰ দিনা নিজাৰবীয়াকৈ সৰি ফুৰায়। কেৱল সৰ্থেবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ দক্ষিণত থকা সৰ্থেবাৰী ৰাইজৰ নিজা মাটিত থকা সৰি স্থলীলৈ সৰ্থেবাৰীৰ ছয়টা, গোমূৰাৰ এটা, কাৰাকুছিৰ দুটা, লচিমাসত্ৰৰ এটা, বনিয়াকুছি সত্ৰৰ এটা আৰু হালধিবাৰী সত্ৰৰ এটা মুঠতে বাৰটা দৌলৰ বিগ্ৰহ অনা হয় বিৰাট সমাৰোহেৰে। কম সময়ৰ ভিতৰত হ'লেও আবাল-বৃদ্ধ-বনিতাকে ধৰি অগণন জনতাৰ সমাবেশত অনুষ্ঠিত সৰি উৎসৱত সকলোৱে ফাকু খেলে, পুৰোহিতৰপৰা ফাকুৰ ফোট লয় আৰু গগণভেদী থিয় নামৰ অন্তত হৰিধ্বনি কৰি সকলোৱে বিগ্ৰহৰ আগত আঠু লয়; পুৰোহিতে আশীৰ্বচন মাতে। পিছত বিগ্ৰহসমূহ নাম কীৰ্ত্তন কৰি নিজ নিজ নামঘৰলৈ লৈ যোৱা হয়। বিগ্ৰহ লৈ যাওঁতে পদূলিয়ে পদূলিয়ে মানুহে থাপনাপাতি চাকি-বন্তি জ্বলাই দৌলগোবিন্দৰ উদ্দেশ্যে নৈবদ্য আৰু অৰিহণা আগবঢ়ায়। তাৰপাছত ৰাতি সৰ্থেবাৰীৰ প্ৰত্যেকটো দৌল চৰাত অনুষ্ঠিত নামত সৰ্থেবাৰীৰ ধৰ্মপ্ৰাণ ৰাইজে অংশ লয়। প্ৰথমে জ্যেষ্ঠক্ৰমে কলীয়া ঠাকুৰৰ দৌল চ'ৰাত নাম অনুষ্ঠিত হয়। উল্লেখযোগ্য যে এই নামলৈ কাকো মাতিব নালাগে। পৰম্পৰাসূত্ৰে নমতাকৈয়ে ৰাইজে এই নামলৈ যায়। ই সৰ্থেবৰীয়া লোকৰ বৈষ্ণৱ ধৰ্মপৰায়ণতাকে সূচায়। ●

*সংস্কৃতিয়ে সাধাৰণতে একোটা জাতি বা জনগোষ্ঠীৰ সাহিত্য, সঙ্গীত, চিত্ৰকলা, ভাস্কৰ্য আৰু স্থাপত্য- এই পাঁচবিধ সুকুমাৰ কলাৰ মাজেদি প্ৰকাশিত মানসিক উৎকৰ্ষ বা কৃতিত্বকে বুজায়। কিন্তু বহল অৰ্থত তাৰ উপৰি জাতিটোৰ ধৰ্মবিশ্বাস, সংস্কাৰ, আচাৰ-অনুষ্ঠান, সাজ-পাৰ, গৃহ নিৰ্মাণ প্ৰণালী ইত্যাদি নানা কথা সংস্কৃতি শব্দটোৱে প্ৰকাশ কৰে। থুল-মূলকৈ এনেদৰে ক'ব পাৰি যে সংস্কৃতি মানুহৰ মাৰ্জিত, সুন্দৰ আৰু শুভ অনুভূতিবোৰৰ মনোৰম প্ৰকাশ। যদিও মানৱ জাতিৰ সংস্কৃতি মূলতে একেটাই তথাপি নানা কাৰণত ই বিভিন্ন অঞ্চলত বিভিন্নৰূপত প্ৰকাশ পায়। সকলো সংস্কৃতিয়েই একোটা জাতি বা জনগোষ্ঠীৰ মাজত আৰু একোটা ভৌগোলিক সীমাৰ মাজত গঢ় লৈ উঠে।*

তফজ্জুল আলি

# সৰুক্ষেত্ৰী অঞ্চলৰ
# ধৰ্মানুষ্ঠান আৰু উৎসৱ পৰ্ব

প্ৰতাপ চন্দ্ৰ চৌধুৰী

**বেলবাৰী আৰু কামাৰপাৰা সত্ৰ ঃ**

সৰুক্ষেত্ৰী অঞ্চলৰ বৈষ্ণৱ পন্থী সত্ৰ বিলাকৰ ভিতৰত বেলবাৰী আৰু কামাৰপাৰা এই দুখনেই ঐতিহ্যময় আৰু প্ৰথম মহাপুৰুষীয়া সত্ৰ। ১৫৪৬ খৃঃত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীশ্ৰী মাধৱ দেৱ আহোম ৰজাৰ উৎপীড়নত তিষ্ঠিব নোৱাৰি উজনিৰ ধুঁৱাহাট বেলগুৰিৰ পৰা ভটিয়াই আহি কামৰূপৰ সৰু-ক্ষেত্ৰী অঞ্চলৰ কাপ্‌লা বিলৰ পাৰত ছয় মাহ আছিল। তেওঁলোকে তাত বিলৰ দাঁতিত উত্তৰফালে অৱস্থিত কামাৰপাৰা আৰু বেলবাৰীত সত্ৰ সভা পাতি বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি ভটিয়াই যায়। তেতিয়া তেওঁলোকৰ লগত অহা ভকতবৃন্দৰ ভিতৰত ধাবলা মাঝি নামৰ শংকৰী কলাকৃষ্টিৰ বিশেষ পাৰ্গত ভকত এজন বেলবাৰীত ৰৈ গৈছিল। তেওঁৰ পুতেক কাজলা মাঝিয়ো গন্ধৰ্ব বিদ্যাত সুনিপুণ আছিল। বুঢ়া আতাই ১ "এবেলি নাৱেৰে সৰ্থেবাৰীৰ ওচৰত থকা গোমূৰা সত্ৰলৈ যাওঁতে বাটতে বেলবাৰীৰ কাজলা মাঝি নামৰ ডেকা লোক এজনে মধুৰ কণ্ঠস্বৰেৰে গীত গাই ধান কাটি আছিল। (কোনো কোনোৰ মতে এটি আঙুলিৰ ওপৰত ভৰ দি উৰি পাক দি খোল বজাই আছিল) আতাই তেওঁক দেখি বিমুগ্ধ হ'ল। এই সংগীতপ্ৰিয়, সুকণ্ঠী আৰু ধৰ্মপ্ৰাণ লোকজনে বুঢ়াআতাৰ অনুৰোধত বৰপেটালৈ আহে আৰু ইয়াত স্থায়ী ভাৱে থাকিবলৈ লয়। এৱেঁ বৰপেটা সত্ৰৰ সূত্ৰধাৰ বংশৰ আদি পুৰুষ। ("মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন" প্ৰণেতা অৰ্জুন চন্দ্ৰ দাস।)

কাজলা মাঝিয়ে বৰপেটা সত্ৰত ৰাগ, তাল মান যুক্ত গীত, বৰগীত, ভটিমা আদি সংগীত শিক্ষাৰ অনুশীলন কৰাঁৰ উপৰিও তেওঁ তাত সাত্বিক ভাৱে সংসাৰৰ ধৰ্ম পালন কৰিছিল। তেওঁৰ বংশধৰ সকলে আজিও তাত সেই কামকে কৰি আছে।

ইয়াত প্ৰতি বছৰে শংকৰ মাধৱৰ তিৰোভাৱ তিথি আৰু দৌল পূৰ্ণিমাত ফাকুৱা উৎসৱ পালন কৰা হয়।

**গোমূৰা সত্ৰ ঃ** সৰ্থেবাৰীৰ গাতে লাগি থকা গোমূৰা গাওঁ। ইয়াৰ কিছুদূৰত উত্তৰ পূব কোণত দুখন হাটী আছে; এখন পূব হাটী আৰু আনখন পশ্চিমৰ হাটী। পশ্চিমৰ হাটীত মহাপুৰুষ শ্ৰীশ্ৰী মাধৱ দেৱে ৯৭৩ ভাস্কৰাব্দত এখনি কেৱলীয়া সত্ৰ স্থাপন কৰে। ইয়াৰ পূব হাটীত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ নাতি চতুৰ্ভূজ ঠাকুৰৰ পৰা বঢ়া আন এখন গৃহী সত্ৰ আছে। গুৰুচৰিতৰ মতে মাধৱদেৱে পশ্চিম হাটীত ছয় মাহ চৈধ্য দিন আছিল। তেওঁ এই ঠাই ত্যাগ কৰাৰ আগতে কাৰাকুছিৰ জয়ৰাম পাঠক, নিৰঞ্জন পাঠক, আৰু জলেশ্বৰ পাঠক হাড়িযান্দিৰে জয়হৰি মেধি পাঠক আৰু সৰ্থেবাৰীৰ কাজিথেৰ চুপাৰ কাজিবুঢ়া আৰু যমথেৰ চুপাৰ যমবুঢ়াক মহাপুৰুষীয়া ধৰ্মত শৰণ ভজন দিছিল।

উল্লিখিত সত্ৰ দুখনৰ বাহিৰে গোমূৰা গাঁৱত থকা কীৰ্ত্তন ঘৰ চাৰিটাত নিতৌ চাকি বন্তি জ্বলাই নাম প্ৰসংগ কৰা হয় আৰু প্ৰতি বছৰে ইয়াৰ এটা কীৰ্তন ঘৰৰ পৰা বিগ্ৰহ উত্তোলন কৰি ফাকুৱা দৌল উৎসৱ পালন কৰা হয়।

**কাৰাকুছিৰ পদশিলা বা সত্ৰ ঃ**

শ্ৰী শ্ৰী মাধৱেদেৱে গোমূৰাত সত্ৰ স্থাপন কৰা সময়তে ইয়াৰ ওচৰৰ গাওঁ বিলাকত বৈষ্ণৱ ধৰ্মৰ বাণী আৰু উপদেশ প্ৰচাৰ কৰি ফুৰিছিল। তেতিয়া তেওঁ কাৰাকুছি গাঁৱৰ কঠৰবাৰীৰ দক্ষিণে আল্‌পা নৈৰ পাৰত এচটা শিলৰ ওপৰত বহি নিতৌ স্নান কৰিছিল। কালক্ৰমে তেওঁৰ শ্ৰীচৰণ যুগলৰ চিন শিলচটাৰ ওপৰত ৰৈ গৈ পিছলৈ তাৰে পৰাই মাহাত্ম্য প্ৰকাশ পাইছিল। এই কথা হৰিনাৰায়ণ দত্তবৰুৱা প্ৰকাশিত "কথা-গুৰু চৰিত"তো উল্লেখ আছে, — "আগিলাতে এচলা শিলা আছিল, তাতে গুৰজনে স্নান কৰিছিল। চিহ্ন ৰৈ পাচত মাহাত্ম্য ওলাল।"

১৩০৪ ভাস্কাৰাব্দ চনত (ইং ১৮৯৭চন) হোৱা ভূমিকম্পৰ ফলত গুৰুজনৰ গা ধোৱা শিলচটা কেনেবাকৈ আল্‌পা নৈৰ বুকুত সোমাই যায়।-তাতে নৈ খনৰ এটা কুৰো আছিল। এই ভূমিকম্পটোৰ পৰা প্ৰায় ৩৫ বছৰ পিছত এদিন মাজনিশা সেই গাওঁখনৰে গুৰুজনৰ বয়োবৃদ্ধ ভকতে এজনে সপোনত 'গুৰুজনৰ পদ্ শিলাখনৰ সন্ধান পালে আৰু পিছদিনা তাৰ ৰাইজে নাম-কীৰ্ত্তন কৰি আল্‌পা নৈৰ কুৰৰ তলিৰ পৰা সেই পদশিলাখন তুলি আনি কাৰাকুছিৰ কঠৰবাৰীত কীৰ্ত্তন





ঘৰ সাজি প্ৰতিষ্ঠা কৰিলে। সেই দিনটো আছিল ১৩৩৯ ভাস্কৰাব্দ চনৰ পহিলা বহাগ, অসমীয়া ৰঙালী বিহুৰ বৰদোমাহী তিথি। ইয়াতে প্ৰতি বছৰে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীশ্ৰী মাধৱদেৱৰ তিৰোভাৱ তিথি উপলক্ষে নাম-কীৰ্ত্তন আৰু যাত্ৰা ভাওনাৰে উৎসৱ পালন কৰা হয়।

কাৰাকুছিত পদ্‌শিলাৰ বাহিৰেও গাওঁখনৰ মাজত দুটা কীৰ্ত্তন ঘৰ আছে আৰু দুয়োটাতে শ্ৰীশ্ৰী কৃষ্ণৰ বংশীবদন বিগ্ৰহ আছে। ফাকুৱাৰ সময়ত প্ৰতি বছৰে তিনিদিনীয়াকৈ তাত দৌলোৎসৱ হয়।

**ব্যাসকুছি সত্ৰ আৰু সভা ঃ**

মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱৰ প্ৰিয় আৰু প্ৰধান শিষ্য ভট্টদেৱে ১৬২৫ খৃঃত ব্যাসকুছিত সত্ৰ পাতে।

ভট্টদেৱৰ আগৰ নাম আছিল বৈকুণ্ঠ নাথ ভট্টাচাৰ্য পিছত তেওঁৰ ভাগৱত ব্যাখ্যাত পণ্ডিত সকল সন্তুষ্ট হৈ তেওঁক "ভাগৱত ভট্টাচাৰ্য" বা "ভট্টদেৱ" উপাধি প্ৰদান কৰে। তেওঁ গুৰুৰ আদেশত "স্ত্ৰী-শূদ্ৰে" বুজিব পৰাকৈ কথাছন্দে "দ্বাদশ স্কন্ধ ভাগৱত" আৰু "কথা-গীতা" ৰচনা কৰিছিল। তাহানিৰ ভাৰতীয় প্ৰান্তীয় ভাষা বিলাকৰ ভিতৰত তেঁৱেই আছিল অসমীয়া ভাষাত 'কথাছন্দত' পুথি প্ৰণয়ন কৰা প্ৰথম পণ্ডিত বা গদ্য-সাহিত্যিক। ১৬২৯ খৃঃত পুহ মাহৰ কৃষ্ণা সপ্তমী তিথিত তেওঁৰ বৈকুণ্ঠ প্ৰয়াণ হয়। তেওঁৰ এই তিথিটোত ব্যাসকুছি সত্ৰত প্ৰতি বছৰে পাঁচদিনীয়াকৈ সভা মহোৎসৱ পতা হয়। মৌজাখনৰ ভিতৰতে "ব্যাসকুছিৰ ভট্টদেৱৰ সভা" প্ৰখ্যাত আৰু আকৰ্ষণীয় ধৰ্মানুষ্ঠান।

**বৰ কাপ্‌লা ঃ**

ইয়াত মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰ দেৱৰ আচাৰ্য তথা শিষ্য শ্ৰীশ্ৰী মনোহৰ কায়স্থ দেৱৰ সত্ৰ আছে। মনোহৰদেৱ আদিতে কোচৰাজ মহাৰাজ লক্ষ্মীনাৰায়ণৰ গৃহ মন্ত্ৰী আছিল। পিছত কামৰূপৰ বিভিন্ন ঠাইত বৈষ্ণৱধৰ্ম প্ৰচাৰ আৰু সত্ৰ স্থাপনৰ কাৰণে শ্ৰীশ্ৰীদামোদৰদেৱে তেওঁক মহাৰাজৰ অনুমতি সাপেক্ষে সৰুক্ষেত্ৰীলৈকে লৈ আহে। তেওঁ সৰুক্ষেত্ৰী মৌজাৰ ভিতৰত শিংৰা, নামশালা, আৰু পাকা মৌজাৰ নসত্ৰ গাওঁত (ইয়াৰ পুৰণি নাম ফুলবাৰী) সত্ৰ পাতে। তেওঁৰ বৃষপতি আৰু যজ্ঞপতি নামৰ দুজন শিষ্য আছিল। যজ্ঞপতিৰ বংশধৰ সকলে * নসত্ৰ গাঁৱত একাদিক্ৰমে সত্ৰখন চলাই আছে। মনোহৰদেৱে সৰুক্ষেত্ৰী অঞ্চলত প্ৰথমে নাওখেলৰ প্ৰচলন কৰিছিল। সেইকাৰণে তেওঁৰ তিৰোভাৱ তিথিটোত প্ৰতিবছৰে শাওন মাহৰ শুক্লা একাদশীত নসত্ৰ গাঁৱৰ ৰাইজে কুমাৰীকাটা নৈত নাও খেল উৎসৱ পাতে।

**পল্লা সত্ৰ ঃ—**

এই সত্ৰত উপৰিপুৰুষ হৰদত্ত বিদ্যাবাগীশ এজনা প্ৰখ্যাত সংস্কৃত পণ্ডিত আছিল। তেওঁৰ পৰবৰ্তী বংশধৰ সকলে তেওঁৰ তিৰোভাৱ তিথিটোত পৰম্পৰাভাৱে প্ৰতিবছৰে কাতি মাহৰ শুক্লা একাদশী তিথিত দুদিনীয়াকৈ সভা মহোৎসৱ পাতে। তেওঁৰ বংশৰে অন্যতম পুৰুষ বিশ্বম্ভৰৰ দিনত পল্লাসত্ৰৰ ভালেখিনি উন্নতি সাধন হয়। মৃদংগৰ ভোলা-ভাৰৰীয়াৰ ঘৰ প্ৰথমতে ইয়াতেই আছিল আৰু তেওঁ ইয়াত থাকিয়েই গায়ন-বায়নৰ সকলো প্ৰকাৰে আখৰা অনুশীলন কৰিছিল।

পল্লা সত্ৰত মূলখন সত্ৰৰ বাহিৰে দুটা কীৰ্ত্তন ঘৰ আছে। তাত সত্ৰৰ বিগ্ৰহ শ্ৰীশ্ৰী অনন্তদেৱ, কীৰ্ত্তন ঘৰ দুটাত এটাত গোপাল কৃষ্ণ আৰু আনটোত বলভদ্ৰৰ বিগ্ৰহ আছে। ফাকুৱাৰ সময়ত দৌলত শ্ৰীশ্ৰী অনন্দদেৱৰ পৰিবৰ্তে গোপাল কৃষ্ণ গোসাঁইক উত্তোলন কৰা হয়। এই সত্ৰৰ লগত আমৃখোৱা সত্ৰৰো এটা ভাগ আছে। গতিকে তেওঁলোকৰ ভাগত ইয়াৰ বলভদ্ৰৰ বিগ্ৰহটো পৰে।

**নামশালা ঃ**

ইয়াত চাৰিটা কীৰ্ত্তন ঘৰ আছে। আৰু প্ৰতিবছৰে তাত চাৰিটাকৈ দৌলোৎসৱ পতা হয়। আনহাতে ইয়াত অতীতৰে পৰা প্ৰতি বছৰে বৌদ্ধ পূৰ্ণিমা তিথিত সন্ধিয়াৰ ফালে সদৌ সৰুক্ষেত্ৰী মৌজাৰ ৰাইজৰ এটা ডাঙৰকৈ নাম ধৰা হৈছিল। তাক ইয়াৰ মানুহে "ৰাইজা নাম" বুলিছিল, কিন্তু সম্প্ৰতি সেই নাম মৌজা ভিত্তিক নকৰি গাওঁখনৰ মানুহে গাইগুটীয়া ভাৱে কৰিবলৈ লৈছে।

**"শ্ৰীশ্ৰী মা-মনসা দেৱীৰ মন্দিৰ"** এক গৃহস্থৰ ঘৰত সুকীয়াকৈ আছে। তাত প্ৰতিবছৰে পূজা অৰ্চনাৰ লগতে শুক নাৰী-ওজাপালিৰ পদ গোৱা হয়।

**আমৃখোৱাৰ সভা আৰু দৌলোৎসৱ**

[* শ্ৰীশ্ৰী মনোহৰ দেৱৰ স্থাপিত সত্ৰৰ কিছুদূৰত কুমাৰাকাটা নৈৰ উত্তৰ পাৰে ১৯৭৮ চনত ১১ ফেব্ৰুৱাৰীত শ্ৰী অৰুণ চন্দ্ৰ দত্ত (বৰ্তমান গোস্বামী) দেৱে আন এখন সত্ৰ প্ৰতিষ্ঠা কৰি তাৰ নাম "নসত্ৰ কৃষ্ণগুৰু আশ্ৰম" ৰাখিছে। সম্প্ৰতি ইয়াৰ নাম "কৃষ্ণগুৰু সেৱাশ্ৰম" হৈছে। এই আশ্ৰমখন সৰ্থেবাৰী নগৰৰ পৰা প্ৰায় দুই মাইল পশ্চিমে অৱস্থিত। আনহাতে পূৰ্বৰ "নসত্ৰ কৃষ্ণগুৰু আশ্ৰম"ৰ পৰা ফালৰি কাটি অহা কেইজনমান ভকতে সৰ্থেবাৰী নগৰৰ তামুলীথেৰ চুপাৰ দক্ষিণে থকা "খান্দাজান"ৰ সিপাৰে আন এখনি আশ্ৰম পাতি তাত তেওঁলোকে নিতৌ ভাগৱত পাঠ আৰু নাম-প্ৰসংগ কৰিবলৈ লৈছে।]

১৯৮২ চনৰ দুই মাঘৰ পৰা আমুখোৱাত এখনি নতুনকৈ সভা মহোৎসৱৰ শুভ উদ্বোধনী কৰা হৈছে। তেতিয়াৰ পৰা প্ৰতি বছৰে মাঘৰ উক্ত তাৰিখত তাত পাঁচদিনীয়াকৈ সভা অনুষ্ঠিত হয়।

উক্ত গাঁৱত মুঠতে সাতোটা চুপাত একোটাকৈ কীৰ্তন ঘৰ আছে আৰু তাতে পাঁচটাত একোটাকৈ আৰু দুটাত এটা মাত্ৰ বিগ্ৰহ আছে। ৰাৰতপাৰা চুপাৰ কীৰ্তন ঘৰত শ্ৰীমন্ত শংকৰদেৱৰ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ তিৰোভাৱ তিথি উৎসৱ ডাঙৰকৈ পালন কৰা হয়। সেইদৰে গাঁৱৰ প্ৰতিখন খেলে সমূহীয়াকৈ অসমৰ আন আন মহাপুৰুষ সকলৰো তিৰোভাৱ তিথিবোৰ পৰম শ্ৰদ্ধা আৰু ভক্তিভাৱে পালন কৰে। ইয়াৰ ভকতপাৰা বাসুদেৱ কীৰ্তনঘৰ আৰু বৰ আমুখোৱা বলভদ্ৰ কীৰ্তন ঘৰত থকা বিগ্ৰহ কেইখন দৌল উত্তোলন কৰি প্ৰতিবছৰে কাঁকুৱা উৎসৱ পালন কৰা হয়। বৰ আমুখোৱাত পৰম্পৰাভাৱে মাঁৰৈ পূজাও কৰা হয়।

**বৰশলা**

ইয়াত এটা কীৰ্তন ঘৰ আছে আৰু ইয়াৰ গাতে লাগি থকা (মূধৰ কালে) এশ বছৰৰ আগৰ এজোপা প্ৰকাণ্ড পাকৰি গছ আছে। কীৰ্তন ঘৰৰ মণিকূটত তুলাপাতত লিখা এখনি প্ৰাচীন "কীৰ্তন ঘোষা" আছে। প্ৰতিবছৰে ইয়াত নাম কীৰ্তন আৰু হোম-যজ্ঞৰ ভিত্তিত বৌদ্ধ পূৰ্ণিমাৰ দিনা "বৰুণ পূজা" আৰম্ভ হয় আৰু তিনিদিনৰ দিনা ইয়াৰ সামৰণি পৰে।

হালধিবাৰী আৰু বনিয়াকুছিৰ দুয়ো ঠাইতে কাঁকুৱাৰ সময়ত দৌলোৎসৱ পতা হয়। ইয়াৰ দৌলত ক্ৰমে চতুৰ্ভূজ গোপাল গোসাই আৰু শ্ৰীশ্ৰীঅনন্তদেৱৰ বিগ্ৰহ উত্তোলন কৰা হয়।

লছিমাত থকা কীৰ্তনঘৰ তিনিটা, এটা মূলসত্ৰৰ এটা দামোদৰী পন্থৰ আৰু আনটো হৰিদেৱীয় পন্থৰ। ইয়াত প্ৰতিবছৰে দৌলোৎসৱ হয়।

**মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱৰ সত্ৰ সমূহ**

ধৰ্মাচাৰ্য শ্ৰীশ্ৰী জগন্নাথদেৱ ঃ অসমৰ অন্যতম বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱৰ জোৱায়েক আৰু মুখ্য আচাৰ্য শ্ৰীশ্ৰীজগন্নাথদেৱৰ জন্ম হৈছিল ব্যাসকুছি আৰু বৰধোপাৰ মাজত অৱস্থিত চেংদি গাঁৱত। তেওঁ নৱদ্বীপলৈ গৈ বেদাচাৰ্য উপাধি লাভ কৰে। তেওঁ এগৰাকী অতিশয় ধাৰ্মিক আৰু বাকসিদ্ধ পুৰুষো আছিল। মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱে ১৫৫৩ খৃঃত তেওঁক বনিয়াকুছিত সত্ৰাধিকাৰ নিযুক্ত কৰি সৰুক্ষেত্ৰী অঞ্চলত বৈষ্ণৱ ধৰ্মপ্ৰচাৰ আৰু সত্ৰাদি স্থাপন কৰিবলৈ আদেশ কৰে। পিছত তেওঁ শ্ৰীশ্ৰীহৰিদেৱৰ আদেশানুযায়ী বনিয়াকুছি, আৰু চেংদিত একোখন সত্ৰ পাতে। তেওঁৰ তৃতীয় পুত্ৰ দামোদৰদেৱে হালধিবাৰী আৰু লচিমাত সত্ৰ পাতে। কোচ ৰজা নৰনাৰায়ণে লছিমা সত্ৰলৈ মাটি বৃত্তি দান কৰা বুলি কথিত আছে। ১৬৭০ খৃঃৰ ভিতৰত জগন্নাথ দেৱৰ নাতি গোবিন্দদেৱে বনিয়াকুছি আৰু হালধিবাৰীৰ মাজত "মাজু" বা "মাজৰ সত্ৰ" স্থাপন কৰে। প্ৰাচীন কালত বনিয়াকুছিত খৰ সত্ৰ" নামৰ এখনি হৰিদেৱী সত্ৰ আছিল। সেইখন কালৰ গৰ্ভত বিলীন হৈ গৈছে। প্ৰতি বছৰে বনিয়াকুছি সত্ৰত মাঘৰ বৰ দোমাহীৰ দিনা (মাঘৰ পহিলা তাৰিখত) আইসকলৰ "বৃষা নাম" মহোৎসৱ অনুষ্ঠিত হয়।

বহাগ মাহৰ শুক্লাষ্টমীত শ্ৰীশ্ৰীজগন্নাথদেৱৰ তিৰোভাৱ তিথিটো হৰিদেৱী পন্থৰ লোক সকলে প্ৰতিবছৰে "শ্ৰীশ্ৰী জগন্নাথ দেৱৰ সভা" হিচাপে পালন কৰে। তেওঁৰ তিথিটোৰ পোন্ধৰ দিনা হৰিদেৱী পন্থাৰ লোকেসকলে নিজ নিজ পৰিয়ালত থকা পুৰুষ মানুহৰ সংখ্যানুপাতে কীৰ্তন ঘৰত চাকি বত্তি জ্বলায় আৰু পিছদিনা ঠায়ে ঠায়ে নাম-কীৰ্তন, যাত্ৰা ভাওনাৰে সভা মহোৎসৱ হয়।

**শ্ৰীশ্ৰীহৰিদেৱ ধাম বা সত্ৰ**

১৯৫৭ চনত সৰ্বেবাৰী নগৰত শ্ৰীশ্ৰীহৰিদেৱ ধাম বা সত্ৰ এখন স্থাপন কৰা হৈছে কেন্দ্ৰীয় সত্ৰ নিৰ্মাণ সমিতিয়ে ৰাইজৰ পৰা দান বৰঙণি তুলি স্থাপন কৰা এইটো অসমৰ ভিতৰতে লেখত লবলগীয়া ধৰ্মানুষ্ঠান। ইয়াত মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱৰ এযোৰা খৰম আৰু তেওঁৰ ব্যৱহাৰ কৰা লাখুটি এডাল আছে। প্ৰতিবছৰে ইয়াত বিস্তাৰিত কাৰ্য্যসূচীৰ ভিত্তিত মহাপুৰুষ শ্ৰী শ্ৰী হৰিদেৱৰ তিৰোভাৱ তিথি, তেওঁৰ জোৱায়েক তথা আচাৰ্য শ্ৰীশ্ৰীজগন্নাথদেৱৰ তিৰোভাৱ তিথিৰ উপৰিও শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰীদামোদৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ তিৰোভাৱ তিথি সমূহো পালন কৰা হয়। ইয়াত নাম কীৰ্তন, ওজাপালি, যাত্ৰাভিনয় আদি বিচিত্ৰানুষ্ঠানো পতা হয়।

ওপৰত উল্লেখিত হৰিদেৱী সত্ৰ সমূহত বাহিৰে বৰুভুইকঁপত সৰুক্ষেত্ৰীৰ পৰা টিহু অঞ্চললৈ গৈ বসতি কৰা হালধিবাৰী বনিয়াকুছি আৰু লছিমা সত্ৰৰ গোসাঁই ব্ৰাহ্মণসকলে তাত এই ঠাইৰ পুৰণি নামেৰে একোখন সত্ৰ স্থাপন কৰি লৈছে। সেইবোৰৰ ভিতৰত নতুন হালধিবাৰী, নতুন বনিয়াকুছি আৰু লচিমা সত্ৰ প্ৰখ্যাত।

**সৰ্বেবাৰীৰ মহাসভা আৰু দৌল উৎসৱ**

সৰ্বেবাৰীৰ মহাসভা সমগ্ৰ অসমতে জনাজাত এখন মহামেলা। ইয়াক কোনে কেতিয়াৰ পৰা আৰম্ভ কৰিলে, তাৰ সম্পূৰ্ণ তথ্য পোৱা নাযায় যদিও ই প্ৰায় ডেৰশ বছৰৰ পুৰণি হব। শুনা যায় যে আদিতে বলি বিধান নোহোৱাকৈ ভদ্ৰাকালীৰ পূজা এভাগ কৰা হৈছিল। শেষত গাওঁখনৰ মুছলমান চুপাটোৰ বাহিৰে হিন্দু সকলে একমত হৈ ভদ্ৰ কালীৰ পৰিবৰ্তে সৰ্বদেৱতাৰ মূলাধাৰ জগন্নাথ মহাপ্ৰভুৰ নামতেই সাৰ্বজনীন ভাৱে সভা পাতিবলৈ সিদ্ধান্ত কৰিলে আৰু সেইমতে





কলিযুগাদ্যা মাঘী পূৰ্ণিমাৰ তিথিটোত প্ৰতিবছৰে পাঁচদিনীয়াকৈ এই সভাখন পাতি আহিছে। কিন্তু সৰুক্ষেত্ৰী ৰাইজমেলৰ (১৮৯২-৯৪) অজুহাত ধৰি বৃটিচ চৰকাৰে নিষিদ্ধ ঘোষণা কৰা সময়ত ইয়াৰ ৰাইজে প্ৰায় তিনি বছৰ (১৮৯৩-৯৫) ধৰি পতিত হৈ থকা সভাখনৰ কোনো উৎসৱ পৰ্ব নাপাতি কেৱল হোম যজ্ঞটো অতি সন্তৰ্পণে হাবিৰ মাজত সম্পন্ন কৰিছিল।

**বৰধোপা ঃ-**

ইয়াত ধৰ্মপ্ৰাণ ব্যক্তি সকলৰ কাৰণে তিনিটা কীৰ্তন ঘৰ আছে। প্ৰতিবছৰে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ, শ্ৰীশ্ৰী হৰিদেৱ, শ্ৰীশ্ৰী দামোদৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ তিৰোভাৱ তিথিত নাম কীৰ্তন হয় আৰু ৰঙালী বিহুটো অতি উলহ মালহেৰে পালন কৰা হয়। এই ঠাঁইৰ বড়ো কছাৰীৰ খেৰাই নৃত্য এটা স্বকীয় বৈশিষ্ট পূৰ্ণ উৎসৱ। প্ৰতি বছৰে ইয়াত পাচ দিনীয়াকৈ মা-মনসা দেৱীৰ পূজা (বা- মাঁৰৈ পূজা) হয়। এই পূজাখন মৌজাখনৰ ভিতৰতে অতি প্ৰাচীন আৰু লেখত লবলগীয়া ধৰণৰ। আনহাতে ইয়াৰ বড়ো কছাৰী চুপাটোত শিৱৰ থান আৰু জাকুৱাৰ থান আছে। তাত প্ৰতি বছৰে পূজা পাতল কৰা হয়।

**চিনাদি ঃ-** ইয়াত দুটা কীৰ্তন ঘৰ আৰু এটা শিৱ মন্দিৰ আছে। প্ৰতিবছৰে ইয়াত মাঘ মাহত অগাপিছা কৈ দুখন ধৰ্মানুষ্ঠান বা সভা অনুষ্ঠিত হয়। ইয়াৰ উপৰি তাত শ্ৰীকৃষ্ণৰ জন্মাষ্টমী পচতি, বিহু উৎসৱ, ভঠেলী আদি পালন কৰা হয়।

**মছজিদ ঃ-** সৰুক্ষেত্ৰী অঞ্চলৰ সৰ্বেবাৰী আৰু বৰশলাৰ মছজিদ দুটা প্ৰায় ডেৰশ বছৰৰ পুৰণি। ইয়াৰ বাহিৰেও বেলবাৰী, বৰমাৰা, কমলাবাৰী আদি ঠাইত মছজিদ আছে। মুছলমান সকলৰ বাৰ্ষিক উৎসৱ বিলাকৰ ভিতৰত মহৰম, ঈদ, সবেবাৎ আদিয়ে প্ৰধান। বিয়া-বাৰুৰ ক্ষেত্ৰত তেওঁলোকৰ সমাজখনত অতীতৰে পৰা প্ৰচলিত কিছুমান নীতি নিয়মৰ বৰ্ত্তমান কিছু পৰিবৰ্তন হৈছে। "চুন্নত" প্ৰথা তেওঁলোকৰ এটা ধৰ্মীয় অনুষ্ঠান আৰু স্বাস্থ্যৰ কাৰণে উত্তম ব্যৱস্থা।

**বৰমাৰা ঃ-** অতীত কালত ইয়াত বাস কৰা "জাহীল" সম্প্ৰদায়ৰ লোক সকলে বৰ ডাঙৰকৈ "মাঁৰৈ পূজা" পাতি দেওধনী নাচিছিল। সেই কাৰণে গাওঁখনৰ নাম "বৰমাৰা" হৈছে। ইয়াত এটি বিশেষত্বপূৰ্ণ শিল আৰু এজোপা আম গছ আছে।

বাঘমাৰা, কামাৰপাৰা, শিংৰা, ৰাউলী, ভকুৱাটেপা, গাহিয়া, গড়ৰটাৰি আদি ঠাইত থকা কীৰ্তন ঘৰ বিলাকত নিতৌ চাকি বত্তি জ্বলোৱা হয় আৰু মহাপুৰুষ গুৰু সকলৰ তিৰোভাৱ তিথি পালন কৰা হয়। প্ৰতি বছৰে গহিয়াত শ্যামা পূজা আৰু তাৰ ওচৰত বেচিমাৰীত কালীপূজা, দুৰ্গাপূজা আৰু চৰকপূজা হয়। গহিয়াত থকা থান দেৱালয়ৰ ভিতৰত শিলাগোসানীৰ মন্দিৰ বা মানি মুনিৰ থান, বুঢ়া বাথৌৰ থান, গাওঁ ৰজাৰ থান আদি প্ৰখ্যাত। গহিয়াৰ শিৱৰ থানত প্ৰায় ডেৰশবছৰীয়া বিশাল এজোপা পাকৰি গছ আছে। তাৰ তলত হেনো শিৱলিঙ্গ বা মূৰ্তি আছে। প্ৰতি বছৰে তাত শিৱ পূজা হয়। ভকুৱাটেপাত বাবেশ্বৰীৰ থান আছে। প্ৰতি বছৰে তাত পূজা পাতল কৰা হয়।

সৰ্বেবাৰী আৰু বৰকাপ্লাত প্ৰতিবছৰে অনুষ্ঠিত হোৱা বাসন্তীপূজা দুখন সৰুক্ষেত্ৰী অঞ্চলৰ ভিতৰতে অতি প্ৰাচীন। পল্লাসত্ৰ আৰু বেঙাপাৰাত শাৰদীয় দুৰ্গা পূজাখন প্ৰতি বছৰে গতানুগতিক ভাৱে চলি আহিছিল। বেঙাপাৰাত থকা বিষ্ণু মন্দিৰ এটাত প্ৰতিবছৰে বৰ ডাঙৰকৈ যজ্ঞানুষ্ঠান পতা হয়। সৰ্বেবাৰী, পল্লা সত্ৰ, আমুখোৱা, বনিয়াকুছি আদি ঠাইত লক্ষ্মীপূজা কৰা হয়। বনিয়াকুছি আৰু বৰকাপ্লাত শিৱ মন্দিৰ আছে, তাত শিৱ ৰাত্ৰিত মহামেলা অনুষ্ঠিত হয়। সৰুক্ষেত্ৰীৰ পঞ্চগ্ৰামত (বনিয়াকুছি, হালধিবাৰী, লছিমা, কামাৰপাৰা আৰু বেঙাপাৰাত) প্ৰতি বছৰে ৰাস পূৰ্ণিমাত পাঁচৰ পৰা আঠদিন পৰ্য্যন্ত বৰ জাক-জমককৈ শ্ৰীশ্ৰী কৃষ্ণৰ ৰাসপূজা অনুষ্ঠিত হয়। সৰ্বেবাৰীৰ হীড়াবড়ীতো ৰাস পূজা হয়। বাদেশিলা, বৰশলা আদি ঠাইত গো-পূজা হয়। সৰুক্ষেত্ৰীৰ বিভিন্ন ঠাইত বিশেষকৈ গো-মূৰা, সৰ্বেবাৰী, বৰশলা, আমুখোৱা, বনিয়াকুছি, হালধিবাৰী আৰু লছিমাত গোপীনাথ বা গোপালাৰ থান আছে। তাত প্ৰতিবছৰে নাম-কীৰ্তন কৰি ভোগ আদি দিয়া হয়। ওপৰত উল্লেখিত বিলাকৰ বাহিৰেও সৰুক্ষেত্ৰী অঞ্চলৰ হিন্দু সম্প্ৰদায়ৰ মাজত অতীতৰে পৰা বাৰটা মাহত তেৰটা পৰ্ব চলি আহিছে। সেইবোৰৰ ভিতৰত বিশেষ উল্লেখনীয় গণেশ পূজা, সৰস্বতীপূজা, শীতলা পূজা, সত্যনাৰায়ণ পূজা, অশোকাষ্টমী, ভাছুৰীসেৱা, কাতি বিহু, ভোগালী বিহু, ৰঙালী বিহু, তুলসীৰ গুৰিৰ নাম, কাতীয়ান নাম, কুমাৰী সকলৰ দেৱীপূজা, গ্ৰহ পাঠ বা গ্ৰহপূজা (সংস্কৃতত স্বস্ত্যয়ন) জন্ম মৃত্যুৰ অশুচীয়া পৰ্ব, নোৱাই তোলনি বিয়া, আগবিয়া, পাছ বিয়া, আঠ-মঙলা- খোৱা, পাগ-দিয়নি (পাগ লোৱা প্ৰথা), গৰ্ভধান, পুংসৱণ, জেউৰা খুউৱা (পঞ্চামৃত ভক্ষণ) গণণি, অন্নপ্ৰাসন, চূড়াকৰণ, উপাণয়ণ, জেঠুৱা মূৰ, ভদীয়া পাগ, ধানৰ গোছাদিয়া, নখোৱা, বনভোজ, মহোহো, নাৱৰ খেল আদিয়ে প্ৰধান।

১। বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ শ্ৰীশ্ৰী মথুৰাদাস বুঢ়া আতা। তেওঁৰ ১৬৬১খৃঃত আহিন মাহৰ কৃষ্ণাষ্টমী তিথিত মহাপ্ৰয়াণ হয়।

২। " কান্দেশ্বৰ পাঠক বুঢ়াভকত। প্ৰসিদ্ধ ওস্তাদ " পৰমানন্দ চৌধুৰীৰ পিতৃ।

# সংস্কৃত চৰ্চাত সৰুক্ষেত্ৰী অঞ্চল

*গণেশ চন্দ্ৰ গোস্বামী*

যেতিয়া বৃহত্তৰ সৰুক্ষেত্ৰী অঞ্চল গভীৰ অৰণ্য, হাবি বননিৰে ঠাহ খোৱা আছিল যেতিয়া বছৰৰ প্ৰায় ভাগ সময়েই অঞ্চলটো বানপানীয়ে প্লাবিত কৰি ৰাখিছিল ঠিক তেনে এটি দুৰ্যোগপূৰ্ণ সময়তো সৰুক্ষেত্ৰী আৰু ইয়াৰ আশে-পাশে সংস্কৃত টোলসমূহৰ জৰিয়তে সংস্কৃত ভাষা সাহিত্যৰ চিন্তাচৰ্চা হৈছিল। টোলসমূহ যদিও সংস্কৃত শিক্ষাৰ কেন্দ্ৰ আছিল ইয়াৰ মাজেৰে অসমীয়া আৰু বঙলা মাধ্যমৰ প্ৰাথমিক শিক্ষা গ্ৰহণ কৰাৰো সুন্দৰ ব্যৱস্থা আছিল। এই মহান অনুষ্ঠানসমূহে সমগ্ৰ ভাৰত ভূমিতে জ্ঞানামৃত বিতৰণ কৰি সংস্কৃত ভাষা সাহিত্যক জয়দৌলত সংস্থাপন কৰিছে।

১৬ শতিকাৰ ৰজা নৰনাৰায়ণৰ (১৫৮০-৮৪) শাসন কালন কামৰূপৰ নলবাৰী, বৰপেটা, বজালী, বৰনগৰ আদিত টোলৰ মাধ্যমেৰে সংস্কৃত ভাষা-সাহিত্যৰ চিন্তা-চৰ্চা হৈছিল। সৰুক্ষেত্ৰী অঞ্চলটোত প্ৰথম সংস্কৃত টোল স্থাপন হয় সৰ্থেবাৰীৰ নিকটৱৰ্তী কাৰাকুছি গাঁৱত। উক্ত টোল স্থাপন কৰে বিদগ্ধ সংস্কৃত পণ্ডিত বিদ্যানিবাসে আৰু টোল পৰিচালনা কৰে অধ্যাপক ৰামনাথ শৰ্মা আৰু অধ্যাপক ভূমিধৰ শৰ্মাদেৱে। (দুয়োজন ব্যক্তি সতীশ শৰ্মা দেৱৰ উপৰিপুৰুষ) আহোম ৰজা ৰুদ্ৰসিংহই দান কৰা ব্ৰহ্মোত্তৰ মাটিত এই টোল স্থাপন কৰিছিল। (সতীশ শৰ্মাৰ বৰ্তমানৰ ঘৰৰ ওচৰত উক্ত টোল আছিল)। উক্ত টোলত সংস্কৃত ভাষা-সাহিত্য, ব্যাকৰণ, বিভিন্ন শাস্ত্ৰ, চাৰিবেদ, উপনিষদৰ শিক্ষা ব্যৱস্থা থকাৰ উপৰিও দৰ্শন আৰু আধ্যাত্মিক জ্ঞানৰ বিশ্লেষণাত্মক ব্যাখ্যাৰে চিন্তা চৰ্চা কৰা হৈছিল। কাৰাকুছি টোলত অধ্যয়ন কৰা সু-ছাত্ৰ অনেক আছিল, তাৰ ভিতৰত পল্লাৰ তাৰানাথ শৰ্মা, হালধীবাৰীৰ কমলেশ্বৰ শৰ্মা, হেলচাৰ ৰামেশ্বৰ শৰ্মা, ৰঘুনাথ শৰ্মা, চন্দ্ৰকান্ত ভট্ট, মূৰকুছিৰ নাৰায়ণ শৰ্মা, দয়ানাথ শৰ্মা আঙৰাদিৰ আত্মাৰাম শৰ্মা আদিয়ে বিভিন্ন উপাধি লৈ অসমৰ বিভিন্ন সংস্কৃত টোলত অধ্যপকৰ পদত সোমাইছিল। অধ্যাপক ৰামনাথ শৰ্মাই ১৮৯৭ ইং চনৰ ভূমিকম্পৰ পিছত টিহুৰ (হেলৈচাপাৰা) ৰণাকুছিত পুনৰ নতুনকৈ টোল প্ৰতিষ্ঠা কৰে। কাৰাকুছি সংস্কৃত টোলৰ জৰিয়তে অনেক মূল্যবান পুথি ৰচিত হৈছে। সেইসমূহৰ ভিতৰত দশকৰ্ম পদ্ধতি, বিষ্ণুসহস্ৰনাম, বিবাহ পদ্ধতি, তীৰ্থ পদ্ধতি আদিয়েই প্ৰধান। উক্ত পুথিসমূহৰ দুই-চাৰিখন বৰ্তমানো সতীশ শৰ্মাৰ হাতত আছে।

এই অঞ্চলৰ আন এখন বিখ্যাত সংস্কৃত টোল প্ৰতিষ্ঠা হৈছিল সৰ্থেবাৰীৰ পূৰ প্ৰান্তৰ পল্লাসত্ৰত। পল্লাসত্ৰৰ চতুৰ্থ পুৰুষ হৰদত্ত বিদ্যাবাগীশ আছিল সংস্কৃত ভাষা সাহিত্য সংস্কৃতিৰ প্ৰতি অনুৰাগী লোক। তেখেতৰ দেউতাক চক্ৰপাণি আৰু ককাদেউতাক নৰসিংহ আৰু আজো- ককাক নৰোত্তম্। বংশৰ লোকসকলৰ পৰা স্পষ্টভাৱে জানিব পাৰি যে বিদ্যাবাগীশৰ আজোককাক নৰোত্তম্ নৰনাৰায়ণৰ ৰাজত্ব কালত কণৌজৰ পৰা কামৰূপৰ সৰুক্ষেত্ৰী পৰগনাৰ পল্লালৈ আহে। হৰদত্ত বিদ্যাবাগীশৰ পাণ্ডিত্য আছিল অতুলনীয়। তেখেতৰ পাণ্ডিত্যক প্ৰশংসা কৰি কাশীৰ পণ্ডিত মণ্ডলীয়ে তেখেতক 'বিদ্যাবাগীশ' উপাধিৰে বিভূষিত কৰিছিল। দামোদৰীয়া পল্লা সত্ৰৰ দক্ষিণ ফালে এখন সংস্কৃত টোল বাগীশদেৱৰ যত্নত প্ৰতিষ্ঠা হয়। হৰদত্ত বাগীশ দেৱৰ যে সংস্কৃত ভাষা- সাহিত্য-সংস্কৃতিত বিশেষ পাণ্ডিত্য আছিল তাক পল্লাৰ সংস্কৃত টোলখনে সোঁৱৰাই দিয়ে। এই সংস্কৃত টোলখনতে তেখেতৰ দুই পুত্ৰ ক্ৰমে নীলক আৰু ধৰাধৰে সংস্কৃত অধ্যয়ন কৰি পাণ্ডিত্য অৰ্জন কৰিছিল। ১৭৫৯ ইং খ্ৰীঃ আহোম ৰজা ৰাজেশ্বৰ সিংহই তাম্ৰপত্ৰ আৰু তিনিশ বিঘা ভূমি দান দি সত্ৰৰ লগতে টোল খনৰো কলেবৰ বৃদ্ধি কৰিছিল। ডঃ মহেশ্বৰ নেওঁগ সম্পাদিত প্ৰাচ্য শাসনাৱলীত পল্লা সত্ৰৰ তামৰ ফলিৰ সম্পৰ্কে এনেদৰে লিখা আছে। "সৰুক্ষেত্ৰী-[৮৭] পূৰ্ণগ্ৰাম-[৯০] (পোৰ্ল্লাসত্ৰ) পৃষ্ঠা ১১৪।

পল্লা সত্ৰৰ আন এজন বিদগ্ধ পণ্ডিত মুকুন্দ গোস্বামী (ডিব্ৰুঃ মেডিকেল কলেজৰ প্ৰাক্তন অধ্যক্ষ ৰুদ্ৰ গোস্বামীৰ ককাদেউতাক) আৰু বিশ্বম্ভৰৰ দিনত সংস্কৃত টোলখনৰ ভালেখিনি উন্নতি হয়। এই টোলত এই অঞ্চলৰ বহুতো ছাত্ৰই পাঠ গ্ৰহণ কৰাৰ উপৰিও সংস্কৃত ভাষা-সাহিত্যৰ বিদগ্ধ পণ্ডিত মহা মহোপাধ্যায় ধীৰেশ্বৰ আচাৰ্য্যদেৱে এইখন টোলতেই অধ্যয়ন কৰি সংস্কৃত ভাষা-সাহিত্যত বিশেষ পাৰদৰ্শিতা লাভ কৰিছিল। এইজনা বিদগ্ধ পণ্ডিতে পিছত পাণ্ডুলা (দামোদৰ দেৱ ধাম) সংস্কৃত টোল প্ৰতিষ্ঠা কৰে। সেই সময়ৰ কোচবিহাৰ চহৰ নিবাসী সিদ্ধিনাথ বিদ্যাবাগীশো এই টোলৰে ছাত্ৰ আছিল। সিদ্ধিনাথ শৰ্মাদেৱে এই টোলতে অনেক টীকা টীপ্পনীৰে সংস্কৃত ব্যাকৰণ লিখি থৈ গৈছে। বৰ্তমানো তেখেতৰ গ্ৰন্থৰাজি টোলসমূহৰ পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত। পল্লাসত্ৰত টোলৰ জৰিয়তে গায়ন-বায়নৰ শিক্ষা দিয়াৰো ব্যৱস্থা আছিল। অসমীয়া কলা-সংস্কৃতিৰ গায়ন-বায়নৰ অন্যতম গুৱিয়াল কামৰূপ অঞ্চলৰ সৰ্বজনবিদিত এই গৌৰবেই ভোলা ভাৰৰীয়াই গায়ন-বায়নৰ নৃত্যৰ মাজেৰে সকলোৰে প্ৰশংসা বুটলিবলৈ সমৰ্থ হৈছিল। তেখেতৰ গায়ন-বায়নৰ নাচৰ বহুতো মিল আছিল। ভোলা-ভাওৰীয়াৰ খোলৰ বোল আৰু খোজ-কাটল অংগী-ভংগী আদিয়ে দৰ্শকক প্ৰাণভৰা তৃপ্তি দিব পাৰিছিল। উক্ত টোলৰ জৰিয়তে পল্লা, আমৃখোৰা, নামশালা আদিৰ বহুতো কলিতা সম্প্ৰদায়ৰ ছাত্ৰই প্ৰাথমিক শিক্ষা লাভ কৰিছিল। এইসমূহৰ ভিতৰত আছিল পল্লাৰ





অমৃত পাঠক, আমৃখোৱাৰ বংশী পাঠক (কৃষ্ণ পাঠকৰ ককাদেউতা) ইত্যাদি।

সৰ্থেবাৰী অঞ্চলৰ আন এখন প্ৰসিদ্ধ সংস্কৃত টোল হ'ল গোমূৰা। গোমূৰা টোল প্ৰতিষ্ঠাৰ ক্ষেত্ৰত অগ্ৰণী ব্যক্তি আছিল অধ্যাপক সীতাকান্ত শৰ্মা, লোকনাথ শৰ্মা, (অনাথবন্ধু শৰ্মাৰ দেউতাক)। অধ্যাপক থানেশ্বৰ শৰ্মা (প্ৰাণহৰি শৰ্মাৰ দেউতাক) আছিল গোমূৰা টোলৰ প্ৰধান পৃষ্ঠপোষক আৰু অধ্যাপক। উক্ত টোলখন গোমূৰা সত্ৰৰ সন্মুখত আছিল। বৰ ভূমিকম্পৰ কিছুবছৰ পিছত ই লুপ্তপ্ৰায় হয় যদিও পিছত ১৯৫০ ইং চনত প্ৰাণহৰি শৰ্মাই এই টোলখনৰ অধ্যাপক হৈ পৰিচালনাৰ দায়িত্ব লয়। এই টোলখনত সৰ্থেবাৰীৰ অধ্যাপক সু-সাহিত্যিক প্ৰসন্ন কুমাৰ ডেকা, হৰবল্লভ ডেকা, প্ৰতাপ চন্দ্ৰ চৌধুৰী, আমৃখোৰা হাইস্কুলৰ প্ৰধান শিক্ষক প্ৰাণকান্ত তালুকদাৰ আদিয়ে ছাত্ৰ কালত নাম ভৰ্ত্তি কৰি সংস্কৃত ভাষা আৰু সাহিত্যৰ শিক্ষা লাভ কৰিছিল বুলি জনা যায়।

সৰ্থেবাৰী অঞ্চলৰ ধৰ্মপুৰ মৌজাৰ পশ্চিমে অৱস্থিত আন এখন প্ৰসিদ্ধ টোল হ'ল দাহুদি। শ্ৰেষ্ঠ পণ্ডিত ভাগৱতী নাৰায়ণ অধ্যাপক আছিল উক্ত টোলৰ পৃষ্ঠপোষক। ধৰ্মপুৰ মৌজাৰ আন এখন টোল হৈছে হেলচা। উক্ত টোলৰ পৃষ্ঠপোষক আছিল অধ্যাপক ৰামচন্দ্ৰ শৰ্মা, গোপী চন্দ্ৰ শৰ্মা, পুষ্প চন্দ্ৰ শৰ্মা দলৈ (শৰৎ চন্দ্ৰ শৰ্মা দলৈৰ উপৰি পুৰুষ)। হেলচা টোলত বহুত কেইজন সংস্কৃত পণ্ডিতৰ জন্ম হৈছিল। হেলচাৰ অধ্যাপক খৰ্গনাথ শৰ্মা আছিল অন্যতম বিদগ্ধ পণ্ডিত। এই পণ্ডিতসকলে অসমৰ বিভিন্ন ঠাইত সংস্কৃত টোল প্ৰতিষ্ঠা কৰে। সৰ্থেবাৰী চহৰৰ দক্ষিণ ফালে ছয় কিলোমিটাৰ আঁতৰত আঙৰাদি গাঁৱতো টোল প্ৰতিষ্ঠা কৰে আত্মাৰাম অধ্যাপকে। আন এখন টোল বেঙাপাৰা গাঁৱত, প্ৰতিষ্ঠা কৰে হেলচাৰ ৰঘুনাথ অধ্যাপকে। উক্ত টোলখন সৰুক্ষেত্ৰী হাইস্কুলৰ অৱসৰ প্ৰাপ্ত সংস্কৃত শিক্ষক ভূমিধৰ শৰ্মা দেৱে কিছুবছৰ চলাই আছিল। উক্ত টোলত বহু অঞ্চলৰ বহু ছাত্ৰই অধ্যয়ন কৰিছিল।

আন এখন লেখত ল'বলগীয়া টোল হ'ল সৰ্থেবাৰীৰ উত্তৰে প্ৰায় ছয় কিলোমিটাৰ আঁতৰত বনগাওঁ টোল। বৰ্তমানো উক্ত টোলখন চলি আছে। এই টোলকনৰ প্ৰধান ছাত্ৰ আছিল জীৱেশ্বৰ গোস্বামী কাব্য-তৰ্ক ষড়দৰ্শন তীৰ্থ, দৰ্শন বাচপতিদেৱ। এখেতৰ ঘৰ আছিল সৰ্থেবাৰীৰ নিচেই ওচৰত থকা পাকা মৌজাৰ পাকা সত্ৰত। এই সত্ৰৰ প্ৰথম পুৰুষ আছিল উমাপতি দেৱ। উমাপতি দেৱৰ পৰৱৰ্তী বংশধৰ জীৱেশ্বৰ গোস্বামীৰ জন্ম হয় ১৮৯২ ইং চনৰ এপ্ৰিল মাহৰ ২৪ তাৰিখ ৰবিবাৰে পাকা সত্ৰত। ১৮৯৭ ইং চনৰ বৰভূঁইকপৰ উৎপাতৰ ফলত ১৮৯৮ ইং চনত বনগাওঁলৈ উঠি আহে আৰু ইয়াত কিছুবছৰ থকাৰ পিছত টিহুলৈ আহে। গোস্বামীদেৱে বনগাওঁ সংস্কৃত টোলত অধ্যয়ন কৰি থকা কালত সেই টোলৰ অধ্যাপক— সভানাথ শৰ্মাই তেখেতৰ পাণ্ডিত্যত মুগ্ধ হৈছিল। গোস্বামী দেৱৰ উপৰি পুৰুষ উমাপতি, হৰিশ্চন্দ্ৰ, সূৰ্য্যকান্ত আদিয়ে পাকা সত্ৰত শিক্ষা লাভ কৰিছিল। খ্ৰীষ্টীয় ১৬ শতিকাৰ পৰাই বৃহত্তৰ পাকা সৰুক্ষেত্ৰী ধৰ্মপুৰ অঞ্চলত সংস্কৃত শিক্ষাৰ কেন্দ্ৰস্থল আছিল। এই অঞ্চলৰে ব্যাসকুছি সত্ৰৰ উত্তম পুৰুষ গদ্য সাহিত্যৰ জনক আৰু ধৰ্মজগতৰ অন্যতম পুৰোধা ভট্টদেৱৰ স্থান সংস্কৃত ভাষা সাহিত্যৰ ক্ষেত্ৰত সবাতোকৈ উচ্চত। অসমৰ বিভিন্ন ঠাইত অধ্যয়ন কৰাৰ উপৰিও ভাৰতবৰ্ষৰ অনেক ঠাই ঘূৰি-পাকিজ্ঞানামৃত পান কৰে। তেখেতৰ পাণ্ডিত্যত মুগ্ধ হৈ গোপাল দেৱ কবিৰত্নই তেখেতক "ভাগৱত ভট্টাচাৰ্য" আৰু (সৰভোগৰ) বৰনগৰীয়া সমাজে তেখেতক "কবিৰত্ন" উপাধি প্ৰদান কৰে। এই ব্যাসকুছি সত্ৰতে যোগেশ্বৰ গোস্বামী, হৰিদেৱ গোস্বামী, প্ৰিয়কান্ত গোস্বামী আদি অনেক সংস্কৃত পণ্ডিতৰ জন্ম হৈছিল। সৰ্থেবাৰীত জন্ম গ্ৰহণ কৰা অসমৰ সু-সন্তান চন্দ্ৰকান্ত অভিধানৰ মুখ্য সংকলক, ভাৰতৰ ধৰ্মগুৰুসকলৰ ৰচক, বিভিন্ন তত্ত্ব গধুৰ প্ৰৱন্ধৰ লেখক কোহিৰাম দাস দেৱে কোচবিহাৰৰ ভিক্তোৰিয়া কলেজৰ পৰা সংস্কৃতত লেটাৰ মাৰ্ক সহ এফ, এ, পাছ কৰে ১৯০১ চনত। সেই কলেজৰ পৰা তেওঁ দৰ্শনতো অনাৰ্চ সহ বি, এ, পাছ কৰে। দাসদেৱ আছিল সকলো বিষয়তে আগ্ৰহী। গোমূৰা সত্ৰ নিবাসী সংস্কৃত ভাষা সাহিত্যৰ বিদগ্ধ পণ্ডিত লোকনাথ শৰ্মাই সংস্কৃত আৰু অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনা কৰে। আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দ্বাৰা পাণ্ডিত্যৰ বঁটা বাহক হেলচা গাওঁৰ বিদগ্ধ পণ্ডিত লক্ষ্মীনাথ দ্বিজ দেৱে ৰচনা কৰা "মহাভাৰতৰ শান্তি পৰ্ব" নামৰ পুথিখনো এটা সময়ত স্নাতক মহলাৰ পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত আছিল। বৰকাপলাৰ সংস্কৃত পণ্ডিত গোবিন্দ মিশ্ৰই কামৰূপী শব্দ প্ৰয়োগ কৰি অসমীয়া পদ্য-গীতা ৰচনা কৰে। (সৰুক্ষেত্ৰী সমীক্ষা পৃঃ ৩৬) হাৰিঘাটাটো কেইবাজনো সংস্কৃত পণ্ডিতৰ জন্ম হৈছিল। তেখেতসকলে 'জ্যোতিষ'ৰ বিষয়ে পুথি ৰচনা কৰিছিল। সৰ্থেবাৰীৰ সু-সাহিত্যিক আৱাহন যুগৰ শ্ৰেষ্ঠ লেখক অসমৰ প্ৰথম অসমীয়া মুখ্য-ন্যায়াধীশ হলিৰাম ডেকা দেৱেও সংস্কৃত শিক্ষাৰ প্ৰতি আগ্ৰহী আছিল। বেলবাৰীৰ অনিৰুদ্ধ শৰ্মা, পল্লাৰ বলভদ্ৰ গোস্বামী, বাসুদেৱ গোস্বামী, ভূমিধৰ গোস্বামী, মাধৱ গোস্বামী ; সৰ্থেবাৰীৰ শান্তিৰাম পাটোৱাৰী ; বেঙাপাৰাৰ ভূমিধৰ শৰ্মা কাৰাকুছিৰ গজেন্দ্ৰ শৰ্মা, বলভদ্ৰ শৰ্মা আদিয়ে অধ্যয়ন কৰি সংস্কৃত চৰ্চা কৰিছিল। গোমূৰা সত্ৰৰ অনাথ বন্ধু শৰ্মা ইংৰাজী আৰু সংস্কৃত বিষয়ৰ কৃতী শিক্ষক আছিল। আজি কিছুবছৰ আগলৈকে গোমূৰা টোলত আমৃখোৰা, সৰ্থেবাৰী, বেলবাৰী আদিৰ সকলো সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীয়ে সংস্কৃত শিক্ষা লাভ কৰিছিল।

কাৰাকুছিৰ শ্ৰীসতীশ শৰ্মা কাব্য ব্যাকৰণ আৰু দৰ্শন বিভাগৰ এজন সু-পণ্ডিত। বৰ্তমানো পুৰণি টোল সমূহত ৰচনা কৰা অনেক পুথি শৰ্মাদেৱৰ ঘৰত আছে। ইয়াৰ উপৰি আমৃখোৱাৰ শ্ৰীহৰেন্দ্ৰ গোস্বামী দেৱো এজন সংস্কৃত ভাষাৰ পণ্ডিত। নতুন চামৰ ভিতৰত সৰ্থেবাৰীৰ শ্ৰীদক্ষেশ্বৰ ডেকা সংস্কৃত ভাষা-সাহিত্যৰ এজন জনাবুজা লোক। বৰ্তমান ৰঙিয়া মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ মূৰব্বী প্ৰৱক্তা ডেকাই ম[illegible]শ্ৰমৰ অধ্যক্ষ মহামহিমোপাধ্যায় বিপিন গোস্বামীৰ টোলৰ পৰা প্ৰ[illegible]ম শ্ৰেণীৰ প্ৰথম আসন লৈ সাহিত্য শাস্ত্ৰী উপাধি লাভ কৰে। তেখেতে অসমীয়াৰ উপৰিও সংস্কৃত বিষয়তো দুটা স্নাতকোত্তৰ ডিগ্ৰী অতি সুখ্যাতিৰে লাভ কৰে। ইয়াৰ উপৰি চক্ৰেশ্বৰ শৰ্মা, যজ্ঞেশ্বৰ শৰ্মা, হৰমোহন গোস্বামী, হেমেন্দ্ৰ শৰ্মা, নৱবল্লভ ডেকা আৰু মৃণাল গোস্বামীয়ে কলেজীয়া শিক্ষা অৰ্জন কৰাৰ উপৰিও, টোলৰ জৰিয়তে সংস্কৃত শিক্ষা লাভ কৰি বৰ্তমানো সংস্কৃত চিন্তা-চৰ্চা কৰি আছে। হাইস্কুলৰ শিক্ষক শ্ৰীহৰিচৰণ চৌধুৰী আৰু শ্ৰীঅমৰেন্দ্ৰ শৰ্মাৰ সংস্কৃতত চৰ্চা আছে।

বৃহত্তৰ সৰ্থেবাৰী অঞ্চলত দেৱ ভষা সংস্কৃতৰ উন্নতি কৰিবলৈ হ'লে আমি সকলোৱে পুনৰ মৰহি যোৱা সংস্কৃত টোলসমূহক ন-ৰূপ দিব লাগিব।●

# ক্ষেত্ৰীধৰ্মপুৰৰ চাৰাবৰি সত্ৰৰ হেৰাই যাব খোজা
## অতীত আৰু বৰ্ত্তমান

*খগেন্দ্ৰ নাথ দত্ত*

এটি সীমামুৰীয়া অঞ্চল ; কিন্তু কাইটীয়াবেৰ নাই। অসমৰ মেপত নলবাৰী জিলাৰ সীমান্ত ৰেখা এই অঞ্চলটোৰ সমীপেদি অংকিত হৈছে। জিলাখনৰ পশ্চিম প্ৰান্তত এনেকুৱা পিছপৰা অঞ্চল এটিত অৱস্থিত চাৰাবৰি গাওঁৰ করুণ বিননি শুনিবৰ আজি কাৰো আহৰি নাই। আগন্তুক অসম সাহিত্য সভাৰ ৬১ তম অধিৱেশন পাতিব খোজা কাঁহ শিল্পৰ কেন্দ্ৰস্থল সৰ্থেবাৰীৰ পৰা প্ৰায় ছয় কিলোমিটাৰ উত্তৰ পূৱ কোণত অৱস্থিত এই গাওঁখন।

অতীজতে এই অঞ্চল নল-খাগৰি, গছ-গছনিৰে পৰিবেষ্টিত এটি চৰ বা চাপৰি আছিল আৰু সেয়েহে ইয়াত স্থাপিত গাওঁখনৰ নামো পোনতে চৰাবৰি আৰু পিছত চাৰাবৰি বুলি আখ্যা দিয়া হৈছিল। ১৫ শতিকাত মহাপুৰুষ শ্ৰীমাধৱদেৱৰ পদাৰ্পণে এই ঠাইৰ ঐতিহ্যক আজিও জীয়াই ৰাখিছে। মহাপুৰুষ জনাই নিজহাতে স্থাপন কৰি যোৱা সত্ৰখন আজি কালৰ বুকুত হেৰাই যোৱাৰ উপক্ৰম হৈছে।

একাধিক 'গুৰু চৰিত'ত চাৰাবৰি সত্ৰৰ এটি সম্যক আৰু অৰ্থপূৰ্ণ আভাষ পোৱা যায়। পোনতে দৈত্যাৰি ঠাকুৰ বিৰচিত গুৰুচৰিত-- 'মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ চৰিত'ত সপ্তদশ অধ্যায়ত 'চৰাবৰি' সত্ৰৰ কথা উল্লেখ আছে--

এনেদৰে--

**ক্ষেত্ৰীত ধৰ্মপ্ৰচাৰ**

আত অনন্তৰে ক্ষেত্ৰি বিলাইতৰ লোক।<br>
অনেক দিনৰ পৰা মাধৱ দেৱক।।<br>
কৰি কাঁৰো কাকুতি ক্ষেত্ৰিক লাগি নিল।<br>
চৰাবৰিত দেৱ মাধৱ ৰহিল।। ১১২৬<br>
দিন দুইমান তৈত আনন্দে আছন্ত।<br>
সবাকো হৰিৰ কৰাই কৃষ্ণ কথা কন্ত।।<br>
বিদ্যাধৰ গণক আৰৰ কতোজনে।<br>
শুনিলন্ত তাৰালোকে ভজাৱে আপোনে। ১৭২৭

তেতিয়াই গুৰুজনাৰদ্বাৰা স্থাপিত সত্ৰখন আজিও চাৰাবৰিত বিদ্যমান। আকৌ, শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত "কথা গুৰু চৰিত'ৰ পাতনিতে তেখেতে উল্লেখ কৰি থৈছে---

"শ্ৰীশংকৰদেৱৰ ৭৫ বৰ্ষ যোৱাত শ্ৰীমাধৱদেৱৰ ৩২ বছৰ যাওঁতে বেলগুৰিত লগ পাইছে--

গোমূৰাত ৩ মাহ<br>
চৰাবৰিত ৭ দিন

লেখাৰুদেৱৰ উক্ত লিখনিখিনিয়ে ইয়াকে সূচায় যে, গুৰুজনাই চাৰাবৰিত সাতদিন থাকিয়েই ইয়াৰ থলুৱা বাসিন্দাসকলক আকৃষ্ট কৰিব পাৰিছিল।

ডঃ মহেশ্বৰ নেওগ সম্পাদিত 'বৰদোৱা-গুৰু চৰিত'ৰ ষট্‌ত্ৰিংশ অধ্যায়ত আছে--

"হাজোত হয়গ্ৰীৱ মাধৱক দৰ্শন কৰি ভটীয়াই আহিছে; হাজোৰ পৰা ব্ৰহ্মপুত্ৰলৈ সেৰকীয়া সহিতে নাৱত উঠিছে; মথুৰাদাস আতা আৰু ৰামচৰণ পিছ পৰি থাকিল; পুৰুষে নৌকা মেলি ভটীয়াইছে। অলপ পিচত এওঁলোক দুজন আহি নাও লগ নাপাই বালিয়ে বালিয়ে কিছুদূৰ গৈছে। বালিত খোজ কাঢ়ি কষ্ট পাই নাও ৰখাবলৈ কোৱাত লগ লাগি নহাত সঙ্গী ভকতসকলে আওকাণ কৰি নাও চলাইছে। বালি সূৰ্যৰ তেজত তপত হৈছে; খোজ কঢ়াত কঠিন, অতিশয় কষ্টবোধ হোৱাত, এক ঠাইত বহি 'ৰুক্মিণী হৰণ'ৰ বিলাপৰ গীত গাই কাকুতি কৰাত নাও ৰাখি তুলি লৈছে। চৰাবড়ী লৈ আহি চৈধ্যদিন আছিল, তাৰপৰা গোমূৰাত ছয়মাহ থাকি গাওঁ চাৰিখন ভকত কৰালে।"

গুৰু চৰিতসমূহৰ পৰা মুঠতে ইয়াকে পোৱা যায় যে চাৰাবৰি গাওঁৰ এটি আপুৰুগীয়া ঐতিহ্য আছে-- যত গুৰুজনাই থাকি ইয়াৰ থলুৱা লোকসকলৰ লগত মিলিজুলি নিচেই কমদিনৰ ভিতৰত হলেও তথাকথিত বাসিন্দাসকলক আকৃষ্ট কৰিব পাৰিছিল। আজি তাৰেই সাক্ষ্য বহন কৰি আছে ইয়াত অৱস্থিত জৰাজীৰ্ণ চালবেৰেৰে আবৃত সত্ৰখনে।

কথিত আছে ১৫ শকিৰ মাজভাগত মহাপুৰুষ শ্ৰীমাধৱদেৱে গোমূৰাত বাস কৰি চাৰাবৰিলৈ আহি ইয়াৰ স্থানীয় ৰাইজক একগোট কৰাই একেধাৰে সাতদিন থাকি এক শৰণীয়া ভাগৱতী ধৰ্মপ্ৰচাৰ কৰি এই ঠাইত এগছি বন্তি জ্বলাই থয়। তেৰাই এই গাওঁৰে ধৰ্মভীৰু আত্মাৰাম তালুকদাৰৰ কেইবা পুৰুষ ওপৰৰ মনুভকতক উক্ত বন্তিগছি জ্বলাই ৰখাৰ দায়িত্ব অৰ্পণ কৰে। তাৰ পিছত তেওঁলোকৰ বংশত উপযুক্ত লোক নথকাত মনুভকতে বৰ্তমান বৰপেটা জিলাৰ অন্তৰ্গত চেঙালৈ গৈ নীনমণি ভূঞাঁক সপৰিয়ালে আনি উক্ত বন্তিগছিৰ সম্পূৰ্ণ ভাৰ দি অধিকাৰ সাব্যস্ত কৰে। সেয়ে তেওঁলোকে বংশানুক্ৰমে আজিও চাৰাবৰি সত্ৰৰ সত্ৰাধিকাৰ উপাধিৰে বিভূষিত হৈ আছে।

অতীজতে এই চাৰাবৰি সত্ৰৰ লগত প্ৰসিদ্ধ সত্ৰদ্বয় বৰপেটা আৰু সুন্দৰীদিয়াৰ এক ঘনিষ্ঠ যোগাযোগ আছিল। মহাপুৰুষকিজনাৰ জীৱনাদৰ্শৰ ভাৱধাৰাই এই সত্ৰসমূহৰ লগত সমন্বই ৰক্ষা কৰি আছিল। আনকি সামাজিক অনুষ্ঠান হিচাবে বিয়া বাৰুৰ জৰিয়তেও উক্ত গুৰুজনাৰ প্ৰসিদ্ধ ঠাই দুখন চাৰাবৰিৰ লগত বান্ধ খাই আছিল। এই চাৰাবৰি গাওঁৰে ১৮০০ খৃঃৰ প্ৰাৰম্ভণিতে এটি কায়স্থ সম্প্ৰদায়ত জন্ম লাভ কৰা আজীৱন কেওলীয়া ভকত বনমালীদেৱে সুন্দৰীদিয়া সত্ৰত থাকি সত্ৰখনৰ জেউতি চৰাই প্ৰায় ছয়কুৰি বছৰ বয়সত সেই তীৰ্থভূমিতে ১৯৩১ চনৰ আঘোণ মাহৰ কৃষ্ণা দ্বিতীয়া তিথিত দেহত্যাগ কৰিছিল। কিন্তু এইজনা পৰম ব্যক্তিত্ব থকা আধ্যাত্মিক ভকতৰ স্মৃতি চিহ্ন সামান্য হ'লেও আজি তাত দেখিবলৈ পোৱা নাযায়।

স্বাধীনচিতিয়া অসমীয়া জাতিটোক কলা, সংস্কৃতি আদিৰ দিশত এখোপ আগবঢ়াই নিয়াত মহাপুৰুষসকলৰ অৱদান লেখত লবলগীয়া। শংকৰী যুগত মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ প্ৰমুখ্যে মহাপুৰুষসকলে অসমীয়া জাতিটোক অধঃপতনৰপৰা ৰক্ষা কৰিবৰ বাবে অসমৰ দিহিঙে দিপাঙে ঘূৰি ফুৰি নাম কীৰ্ত্তনৰ তাত্বিক ভাৱধাৰাৰে মানুহৰ মন জাগৰিত কৰি তুলিছিল। তাৰ প্ৰভাৱ এই চাৰাবৰি গাওঁতো পৰিছিল। চাৰাবৰিত স্বয়ং গুৰুজনা মাধৱদেৱ আহি সাত দিন থাকি ইয়াৰ লোকসকলক হৰিনামত আসক্ত কৰাই সত্ৰ স্থাপন কৰিছিল।

আনহাতে ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ ফলত অসমখন ইংৰাজৰ অধীনলৈ যাব লগা হোৱাত স্বাভাৱিকতে জাতীটোৱে মৌলিক সত্তা কিছু হ'লেও হেৰুৱাই পেলোৱাৰ উপক্ৰম হৈছিল। দৰিদ্ৰতাৰে জৰ্জৰিত এই চাৰাবৰিৰ এচাম লোকেও তেতিয়া হাতত জোৰ লৈ এক্কাৰত বাট পোনাই আনিবলৈ সক্ষম হৈছিল। শেহত ভাৰতবৰ্ষৰ স্বাধীন হ'ল, অসমীয়াইও স্বাধীনতাৰ সোৱাদ পাবলৈ ধৰিলে। কিন্তু স্বাধীনতাৰ চাৰি দশক পাৰ হৈ যোৱাৰ পিচতো অসমৰ অনুসন্ধিৎসু কৃতী সন্তানসকলে চাৰাবৰি সত্ৰখনক আজিও আৱিষ্কাৰ নকৰি গুৰুজনাক হেয় প্ৰতিপন্ন কৰিলে। দুৰ্ভগীয়া জাতিটোৰ ক্ষমতালিপ্সু চৰকাৰখনেও ইয়ালৈ কোনো দৃষ্টিপাত নকৰিলে।

আমি জনাত বৰ্তমান চৰকাৰখন ভিন্নসুৰী অনুষ্ঠান প্ৰতিষ্ঠানৰ প্ৰতি বেছি আগ্ৰহী যেন লাগে। এনে সন্ধিক্ষণত তাহানিৰ দিনত মোগল সম্ৰাটসকলেও বশ কৰিব নোৱাৰা অসমীয়া জাতিটো আজি বিলুপ্তিৰ পথত।

শংকৰ মাধৱক সদনৰ মজিয়াতে ৰাঙ্গ কৰি প্ৰকাশ কৰা হ'ল। আনহাতে গীৰ্জ্জা, মচজিদবোৰৰ উন্নতি দোপত দোপে আগবাঢ়ি গৈ থাকিল ; পিছপৰি থাকিল অসমীয়াৰ কলা-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ সত্ৰসমূহ। তাৰ নমুনা এই চাৰাবৰি সত্ৰখনতে পোৱা যায়।

চাৰাবৰি সত্ৰখনৰ এটি বিশেষ তাৎপৰ্য আছে, প্ৰতি বছৰে মাঘ মাহৰ ১ তাৰিখে (বৰ দোমাহীত) চৌদিশৰ পৰা অহা আইসকলৰ নাম প্ৰসংগ চাবলগীয়া হয়। সেই দিনটোতে এই ঠাইলৈ বহু সাধুপুৰুষৰ সমাগম হয়। এই সত্ৰখনতে ইপ্সীত কামনা সিদ্ধ হয় বুলি আজিও প্ৰবাদ আছে।

মহাপুৰুষজনাই স্থাপন কৰি যোৱা চাৰাবৰি সত্ৰখন নলবাৰী জিলাৰ ভিতৰতে অদ্বিতীয়। ৯৯ শতাংশ চহা খেতিয়ক লোক থকা গাওঁ এখনে এই সত্ৰখনক নতুনকৈ প্ৰলেপ দি চিৰসুন্দৰ কৰাত আজিও অসমৰ্থ হৈ আছে। সেয়ে চাৰাবৰি সত্ৰৰ অতীত আজি ম্ৰিয়মাণ।

চাৰাবৰি সত্ৰৰ দুৰ্দশাৰ লগতে আজি অসমৰ চুকে-কোণে পৰি থকা মহাপুৰুষীয়া সত্ৰবোৰৰ অধঃপতনে আমাৰ অসমীয়া জাতিটোৰ অধঃপতনৰ সংগিত দিয়ে। মহাপুৰুষসকলৰ আদৰ্শ তথা কলা-কৃষ্টি, সংস্কৃতিক জীয়াই ৰাখিব লাগিলে দেশখনৰ সচেতন নাগৰিকসকল আজি ভেদাভেদ পৰিহাৰ কৰি ঐক্যবদ্ধ হওঁক। তেৰাসৰে ৰোপণ কৰি যোৱা অসমৰ চৌদিশে পৰি থকা ধৰ্মবৃক্ষৰ নুমাই যাব খোজা বন্তিগছি আকৌ উজ্জীৱিত কৰি তোলক। তেতিয়া হলেহে আমাৰ জাতীয় সত্বা আকৌ বিচাৰি পাম।●

*ডাক্তৰ জনছনে ইংৰাজী লিখক এডিশনৰ ৰচনা পদ্ধতি প্ৰশংসা কৰি কৈছিল যে, যিসকলে নিভাঁজ প্ৰাঞ্জল অথচ সৰস ইংৰাজী লিখিব খোজে, সেইসকলে আগেয়ে এডিশ্যনৰ ৰচনাৱলী ভালকৈ পঢ়ি ল'ব। অসমত নিজক বাদ নিদিয়াকৈ সকলো উৎসাহী অসমীয়া লিখকক ক'ব খোজো, বেজবৰুৱাৰ ৰচনা পদ্ধতিৰ প্ৰতি সবিশেষ মন নিদিয়াকৈ অসমীয়া লিখিবলৈ যোৱাটো ভাষাৰ প্ৰতি অবিচাৰ কৰা হ'ব।*

ডঃ বাণীকান্ত কাকতি

# সৰ্থেবাৰী নামৰ উৎপত্তি

কাশীনাথ ডেকা

সৰ্থেবাৰী অসম তথা উত্তৰ-পূব ভাৰতৰ কাঁহ শিল্পৰ এখনি প্ৰসিদ্ধ ঠাই। সৰ্থেবাৰী বৰপেটা জিলাৰ আঠোটা ৰাজহচক্ৰৰ ভিতৰৰ এটা। এই (সৰ্থেবাৰী) ৰাজহচক্ৰৰ ভিতৰত পাকা আৰু সৰুক্ষেত্ৰী নামে দুখন মৌজা আছে। সৰুক্ষেত্ৰী মৌজা বৰপেটা জিলাৰ পূব প্ৰান্তত অৱস্থিত। এই (সৰুক্ষেত্ৰী) মৌজাৰ মধ্যমণি স্বৰূপ হ'ল সৰ্থেবাৰী। ইয়াতেই মিলন হৈছে শিল্প আৰু সমবায়ৰ। সৰ্থেবাৰী অঞ্চল পুৰণি কালত অতি দ ঠাই আছিল। ইয়াৰ চাৰিওফালে থকা বিল, জলাশয়বোৰেই তাৰ সাক্ষী আজিও বহন কৰি আছে। ১৮৯৭ চনৰ ভূমিকম্পত এই অঞ্চল বহি গৈ দ ঠাইত পৰিণত হয়। সৰ্থেবাৰীৰ পূবে কাবাকুছি গাওঁ যি গাওঁত মাধৱদেৱৰ পদশিলা আজিও বিদ্যমান। কাবাকুছি গাওঁৰ পূবত বৰবিলা বিল। এই বিলত অপৰ্য্যাপ্ত পৰিমাণে মাছ পোৱা যায়। নামশালা, হেলচা, চাৰাবৰি, দাহুদি সৰ্থেবাৰীৰ পূবৰ গাওঁ। সৰ্থেবাৰীৰ দক্ষিণে আছে বেঙাপাৰা, লাছিমা, বনিয়াকুছি, হালধিবাৰী, কামাৰপাৰা আৰু কাপলা বিল যি বিলৰ পাৰত মহাপুৰুষ শঙ্কৰদেৱে ভকতবৃন্দৰে সৈতে উজনিৰ পৰা ভটিয়াই আহি ছয়মাহ কাল কটোৱাৰ কথাটো গুৰুচৰিতত পোৱা যায়। সৰ্থেবাৰীৰ পশ্চিমে পাকা মৌজাৰ ফুলবাৰী, সত্ৰপাকা, বামুণপাকা, বামুন্দি, পিঠাদি আদি গাওঁবোৰ। মাছ-কাছ বেছি পৰিমাণে পোৱা তাভাবিল, মালজানা আদি জলাশয়বোৰ সৰ্থেবাৰীৰ পশ্চিমে আছে। পাকা ৰিজাৰ্ভ এক সময়ত নল, খাগৰি, বাটা, বিৰিণাৰে ভৰপূৰ আছিল। সৰ্থেবাৰীৰ পশ্চিমে থকা এই ৰিজাৰ্ভখন পাকা মৌজাত অৱস্থিত বাবে ইয়াৰ নাম পাকা ৰিজাৰ্ভ হয়। এই পাকা ৰিজাৰ্ভত আজি নল, খাগৰি, বাটা বন নাই। ইয়াত গঢ়ি উঠিছে সৰ্থেবাৰী আৰক্ষী চকী, সৰ্থেবাৰী আদৰ্শ উচ্চ বিদ্যাপীঠ আৰু অসম সমবায় কঁহাৰ সংঘৰ উদ্যোগ আঁচনিৰ অধীনত "Common Facilities Service Centre" নামৰ উদ্যোগ কেন্দ্ৰটো। আগৰ ফুলবাৰী এতিয়াৰ নসত্ৰ। ইয়াত মনোহৰদেৱে সত্ৰ স্থাপন কৰাৰ পিছত ইয়াৰ নাম নসত্ৰ হয়। এই নসত্ৰতেই পাগলা গোঁসাইৰ থান আছিল। এই থান আজি কৃষ্ণগুৰু সেৱাশ্ৰম নামে জনাজাত। ইয়াত নতুনকৈ মঠ, কীৰ্ত্তনঘৰ গঢ়ি উঠিছে। সৰ্থেবাৰীৰ উত্তৰে গোমূৰা গাওঁ। এই গোমূৰা গাওঁতেই শ্ৰীমন্ত শংকৰদেৱৰ প্ৰিয়তম শিষ্য মাধৱদেৱে গোমূৰা সত্ৰ স্থাপন কৰিছিল। মাধৱদেৱে এই সত্ৰত ছয়মাহ কাল কটোৱাৰ কথাটো গুৰু চৰিতত উল্লেখ আছে। শংকৰদেৱৰ নাতি চতুৰ্ভুজ ঠাকুৰে গোমূৰা সত্ৰৰ পূবত বৰ গোমূৰা সত্ৰ স্থাপন কৰে।

১৯৫৫ চনৰ ৩১ ডিচেম্বৰ তাৰিখে অসম গৌৰৱ কাঁহ শিল্পৰ এই বিখ্যাত গাওঁখনিক এখনি সৰু নগৰলৈ উন্নীত কৰা হৈছে। ১৯৭১ চনৰ লোক গণনামতে ইয়াৰ জনসংখ্যা আছিল ৬৪৭৩ জন। ইয়াৰ মাটি কালি ২.৯০ বৰ্গ কিলোমিটাৰ। অতি পুৰণি কালত সৰ্থেবাৰী অঞ্চল পিচ পৰা ঠাই আছিল। ইয়াৰ যাতায়তী ব্যৱস্থা বৰ দুৰ্গম আছিল। বাৰিষাৰ ছয়মাহ নাওঁ নহলে ইয়াৰ মানুহে যাতায়ত কৰিব নোৱাৰিছিল। বৰ্তমান বৰপেটা, নলবাৰী, টিহু, পাঠশালা আৰু গুৱাহাটীৰ লগত ইয়াৰ যাতায়তৰ সংযোগ স্থাপিত হৈছে। সৰ্থেবাৰীৰ নিকটতম ৰেল ষ্টেচনটো হ'ল টিহু। কাঁহ শিল্পৰ এই ক্ষুদ্ৰ নগৰ সৰ্থেবাৰীৰ মানুহৰ আৰ্থিক অৱস্থা পানীত হাঁহ নচৰাবিধৰ। ইয়াৰ বহু মানুহে আজিও দাৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰে। কাঁহ শিল্পৰ লগত সৰ্থেবাৰীৰ অধিক সংখ্যক লোক জড়িত। কিন্তু শিল্পটোৰ অৱস্থা আজি দুখ লগা। যান্ত্ৰিক যুগৰ প্ৰতিযোগিতাৰ লগত ফেৰ মাৰিব নোৱাৰাৰ বাবে শিল্পটোৱে আজি মৃত্যুৰ ক্ষণ গণিব লগা হৈছে। আজিৰ বজাৰত এলুমিনিয়াম, ষ্টেইনলেচষ্টীল, চীনামাটিৰ বাচন যথেষ্ট পৰিমাণে ওলাইছে। এইবোৰ বস্তুৰ দাম কাঁহৰ সাজ-বাচনৰ তুলনাত বহুত কম। সেইকাৰণে মানুহে কাঁহৰ সাজ-বাচনৰ পৰিবৰ্তে কমদামতে এই বস্তুবোৰ কিনে। এই বস্তুবোৰ ভাঙিলে মূল্য পোৱা নাযায়। কিন্তু কাঁহৰ সাজ-বাচন ভাঙিলে ইয়াৰ মূল্য পোৱা যায়। বৰ্তমাপ কাঁহ এবিধ মূল্যবান ধাতু। এই কাঁহ শিল্পৰ ক্ষুদ্ৰ নগৰী সৰ্থেবাৰীৰ জনসংখ্যা ১৯৯১ চনৰ লোক গণনামতে ৭৭০৭ জন। এই অসম গৌৰৱ বিখ্যাত কাঁহ শিল্পৰ নগৰ সৰ্থেবাৰীৰ নামটোৰ কেনেকৈনো উৎপত্তি হ'ল, তাৰ বিষয়ে নানাজনে আগবঢ়োৱা মতবোৰৰ এটি চমু আলচ তলত আগবঢ়োৱা হ'ল।

ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা অসমৰ এগৰাকী প্ৰথিতযশা সাহিত্যিক আৰু গৱেষক পণ্ডিত। তেখেতে "অসমীয়া ভাষা আৰু সংস্কৃতি" নামৰ গ্ৰন্থত "অসমৰ ঠাইৰ নামৰ বৈশিষ্ট্য" প্ৰবন্ধটিত ঠাইৰ নামৰ উৎপত্তি সম্বন্ধে কেবাটাও কাৰণ নিৰ্ণয় কৰিছে। তাৰ ভিতৰত দেৱ-দেৱী, ঋষি-মুনিৰ নাম, কাহিনী অথবা ঘটনা প্ৰসূত নাম, লোক বিশ্বাসৰ ওপৰত গঢ় লোৱা নাম, প্ৰাকৃতিক আৰু ভৌগোলিক বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰ কৰি গঢ়ি উঠা নাম, গছ-গছনি, জীৱ-জন্তুৰ নাম, মাছৰ নাম, জাতি বা ব্যৱসায়ৰ নাম অনুসৰি হোৱা নাম, নদী, পৰ্বত, শিল, জঙঘল, সংখ্যা বুজোৱা শব্দযুক্ত নামৰপৰা ঠাইৰ নামৰ উৎপত্তি হোৱা বুলি তেখেতে মন্তব্য কৰিছে। এই দৃষ্টিভঙ্গীৰে চাব গলে সৰ্থেবাৰী নামটো লোকবিশ্বাস, জনশ্ৰুতি আৰু প্ৰাকৃতিক বৈশিষ্ট্যৰ ওপৰত উৎপত্তি হোৱা বুলি ভবাৰ থল আছে। বহুলোকে কিন্তু নিজৰ গাওঁখনৰ নাম ঐতিহ্যমণ্ডিত কৰাৰ উদ্দেশ্যে পৌৰাণিক বা ঐতিহাসিক কাহিনী এটাৰ লগত জড়িত কৰিব বিচাৰে। তাকে কৰিব নোৱাৰিলে কল্পিত কাহিনী একোটাকে ৰচনা কৰি গাওঁখনৰ নামকৰণ কৰে। আন কিছুমান লোকে অসমৰ চাৰিজনা গুৰু— শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ— এখেতসকলৰ আগমন বা প্ৰত্যাগমনৰ লগত সঙ্গতি ৰাখিও গাওঁৰ নাম ৰখা দেখা যায়।

সৰ্থেবাৰী নামৰ উৎপত্তি সম্বন্ধে কেবাটাও লোক বিশ্বাস, জনশ্ৰুতি সৰ্থেবাৰীৰ মানুহৰ মুখত শুনা যায়। দুই এজন লোকে সৰ্থেবাৰী নাম সম্পৰ্কে লিখা দুই-এটি কথাও কিতাপত পোৱা যায়। কিন্তু সেইবোৰৰ সত্যতা নিৰ্ণয় কৰাটো সহজসাধ্য নহয়। তথাপিও সেইমতবোৰৰ মাজত যে যুক্তি নাই, সত্যতা নাই, তাক ঠাৱৰকৈ ক'ব নোৱাৰি। সৰ্থেবাৰীৰ সুযোগ্য সন্তান, সাহিত্যিক, অৱসৰপ্ৰাপ্ত সমবায় বিভাগৰ অৱৰ সচিব শ্ৰীযুত ভূপেন্দ্ৰ নাথ চৌধুৰী এম, এ, দেৱে "কোহিৰাম দাস— স্মৃতিগ্ৰন্থ"ৰ "কাঁহ শিল্পৰ গাওঁ সৰ্থেবাৰী" নামৰ প্ৰবন্ধটিত সৰ্থেবাৰী নামৰ উৎপত্তি সম্বন্ধে চাৰিটা মত দাঙি ধৰিছে। তেখেতৰ প্ৰথম মতটি হ'ল— কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাৰ দিনৰে পৰা সৰ্থেবাৰী নামটো থকা বুলি ইয়াৰ ৰজা হৰ্যবৰ্দ্ধনলৈ পঠোৱা সুন্দৰ উপহাৰবোৰৰ ভিতৰত সৰ্থেবাৰীৰ কাঁহৰ সাজ-বাচনো আছিল বুলি ৰায়চাহাব কনকলাল বৰুৱাৰ কামৰূপৰ বুৰঞ্জীত উল্লেখ আছে। ভাস্কৰ বৰ্মাৰ দূত হংসবেগৰ লগত কামৰূপৰ পৰা বহুত শিল্পীও কনৌজলৈ গৈছিল। এই শিল্পীসকলৰ লগত সৰ্থেবাৰীৰ সতনাথ নামৰ এজন সুশ্ৰী আৰু সুঠাম দেহৰ কাঁহ শিল্পীও যোৱা বুলি কোনো কোনোৱে কয়। তেওঁ কনৌজত কিছু বছৰ থাকি বৌদ্ধ ধৰ্ম গ্ৰহণ কৰি বুঢ়া বয়সত নিজ গাওঁলৈ ঘূৰি আহে। তেওঁৰ লগত কেইজনমান শিষ্যও আহে। সতনাথে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰি "থেৰ"ৰ শাৰীত উঠিছিল। যিসকল পুৰুষ-মহিলাৰ ধৰ্ম আচৰণৰ ফলত ইন্দ্ৰিয় স্থৱিৰ বা স্থিৰ হৈছে, সেইসকলক "থেৰ"ৰ বা "থেৰী" কোৱা হয়। বৌদ্ধ ধৰ্মত "থেৰ" বা "থেৰী"ৰ আসন অতি উচ্চত। সতনাথ আৰু তেওঁৰ লগত অহা শিষ্যসকলৰ উদ্দেশ্য আছিল— গাওঁখনৰ মানুহক বৌদ্ধ ধৰ্মত দীক্ষিত কৰা। সতনাথ আৰু তেওঁৰ লগত অহা শিষ্য কেইজনক গাওঁৰ মানুহে "থেৰ" বুলিব ধৰিলে। সতনাথ আৰু তেওঁৰ লগত অহা "থেৰ"সকলে ইয়াত বাস কৰিবলৈ লোৱাৰ পিছৰ পৰাই গাওঁখনক মানুহে সতথেৰ বাৰী বুলি মাতিব ধৰিলে। এই সতথেৰ বাৰীয়েই সময়ত মানুহৰ মুখত পৰি সৰ্থেবাৰী হয়। এনেকৈয়ে গাওঁখনৰ নাম সৰ্থেবাৰী হোৱা বুলি বহুতে বিশ্বাস কৰে। শ্ৰদ্ধেয় চৌধুৰীদেৱে উল্লেখ কৰিছে যে— সৰ্থেবাৰী নাম বৰ প্ৰাচীন আৰু ই বৌদ্ধমূলৰ। বৌদ্ধ ধৰ্মৰ প্ৰভাৱ যে— এই গাওঁত পৰিছিল, তাৰ প্ৰমাণ সৰ্থেবাৰীৰ খেলবোৰৰ নামৰ পিছত ব্যৱহাৰ হোৱা "থেৰ" শব্দটিৰ পৰাই সহজে অনুমান কৰিব পাৰি। যেনে— শালাকাঠিয়াথেৰ খেল, তামুলীথেৰ খেল, আতাথেৰ খেল ইত্যাদি। অৱশ্যে "থেৰ" শব্দটি কামৰূপত সম্বন্ধ বুজোৱা পদৰ পিছত ব্যৱহাৰ হোৱা দেখা যায়। যেনে— মোমাইহঁতৰ ঘৰ বা মামাথেৰ ঘৰ, পেহাহঁতৰ ঘৰ বা পেহাথেৰ ঘৰ ইত্যাদি।

তেখেতে উল্লেখ কৰা আন এটি জনশ্ৰুতিমতে— এই গাওঁত এজন পৰম ধাৰ্মিক আৰু ঈশ্বৰ বিশ্বাসী লোক বাস কৰিছিল। গাওঁৰ আন পৰিয়ালৰ কিবা অপায়-অমঙ্গল হ'লে এই লোকজনে ভগৱানৰ নামত ভাৰ বস্তু আগবঢ়াইছিল আৰু অপায়-অমঙ্গল আঁতৰি যোৱাৰ পিছত ভগৱানৰ নামত অৰ্পিত বস্তুখিনি যোগাৰ কৰি আনি মানুহ মাতি পূজা-সেৱা কৰিছিল। এই ধাৰ্মিক লোকজনক গাওঁৰ মানুহে "সথাথোৱা" বুলি মাতিছিল। ওচৰৰ গাওঁৰ মানুহবিলাকে গাওঁখনক "সথাথোৱা থেৰ বাৰী" বুলি মাতিবলৈ ধৰে। এই "সথাথোৱা থেৰ বাৰী"ৰ পৰাই সময়ত সৰ্থেবাৰী হোৱা বুলি বহুতে বিশ্বাস কৰে।

শ্ৰীযুত চৌধুৰীদেৱৰ তৃতীয় মতটি হ'ল— পুৰণি কালত সৰ্থেবাৰী অঞ্চলটি বৰ দ আৰু জলাতন ঠাই আছিল। ইয়াৰ চাৰিওফালে থকা, দ ঠাইবোৰত "সথ" বুলি এবিধ খাৰ জাতীয় বন পানীত বৰ বেছিকৈ হৈছিল। এই "সথ" বন মানুহে পানীৰ পৰা তুলি আনি ৰদত শুকাই জুইত পুৰি তাৰ ছাইৰ পৰা খাৰ তৈয়াৰ কৰিছিল। নিমখৰ সলনি এই খাৰ মানুহে ব্যৱহাৰ কৰিছিল। সৰ্থেবাৰীৰ আশে-পাশে থকা গাওঁবোৰৰ মানুহে এই গাওঁখনক "সথৰ বৰি" বুলি মাতিছিল। এই "সথৰ বৰি"ৰ পৰাই সৰ্থেবাৰী হোৱা বুলি ইয়াৰ এচাম লোকে মত পোষণ কৰে।

শ্ৰীযুত চৌধুৰীদেৱৰ শেষৰ মতটি হ'ল— অসমত নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰোতে মহাপুৰুষ শ্ৰীমন্তশঙ্কৰদেৱে তেওঁৰ শিষ্যসকলৰ লগত আহি এই ঠাইত সৰ্থিছিল বা জিৰাইছিল। সেয়েহে কোনো কোনোৱে ক'ব খোজে যে শঙ্কৰদেৱে ইয়াত জিৰণি লৈছিল বা সৰ্থিছিল বাবে এই ঠাইখনৰ নাম সৰ্থেবাৰী হয়। ইয়াৰ এজন ভকতে বোলে শ্ৰীমন্ত শঙ্কৰদেৱৰ কাৰণে নিজৰ গৰুৰ গাখীৰৰ সৰখিনি ৰাহি কৰি শঙ্কৰদেৱক দি আছিল। পিছত ভকতজনক মানুহে "সৰথোৱা" বুলি মাতিছিল। তেওঁৰ ঘৰ খনক "সৰথোৱা থেৰ বাৰী" বুলি মানুহে মাতিবলৈ ধৰিলে। সময় বাগৰাৰ লগে লগে এই "সৰথোৱা থেৰ বাৰী"ৰ পৰাই সৰ্থেবাৰী হোৱা বুলিও ইয়াৰ এচাম লোকে মত প্ৰকাশ কৰে। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, হৰিদেৱ আৰু দামোদৰদেৱে এই অঞ্চললৈ আহিছিল বুলি ভবাৰ থল আছে। কিয়নো সৰ্থেবাৰীৰ উত্তৰে থকা গোমূৰা সত্ৰখন মহাপুৰুষ মাধৱদেৱে স্থাপন কৰে। তেখেতে এই গোমূৰা সত্ৰত ছয়মাহমান থকা কথাটো গুৰুচৰিতত পোৱা যায়। সৰ্থেবাৰীৰ দক্ষিণে থকা কাপলা বিলৰ পাৰত শ্ৰীমন্তশঙ্কৰদেৱে ছয়মাহ কাল থকা কথাটো গুৰুচৰিতত আছে। ঠিক তেনেকৈ সৰ্থেবাৰীৰ মাজেৰে বৈ থকা আলপা নদীৰ পাৰত অৱস্থিত শ্ৰীশ্ৰীহৰিদেৱ ধাম, নামশালা, ৰাউলী আদি গাওঁত থকা দামোদৰদেৱৰ সত্ৰৰ পৰাই সহজে অনুমান কৰিব পাৰি যে মহাপুৰুষ হৰিদেৱ আৰু দামোদৰদেৱেও এই অঞ্চললৈ আহি তেৰাসবৰ ধৰ্মৰ সাৰ কথাখিনি শিষ্যসকলৰ মাজত প্ৰচাৰ কৰিছিল। সেয়েহে ক'ব পাৰি যে— সৰ্থেবাৰী অঞ্চল মহাপুৰুষসকলৰ পদৰেণুৰে পৱিত্ৰিত হৈছিল।

শ্ৰীযুত চৌধুৰীদেৱৰ উপৰিও সৰ্থেবাৰী নামৰ উৎপত্তিৰ বিষয়ে আৰু কিছুমান মত পোৱা যায়। "সৰ্থী বৃজাভাৰ" উত্তৰ ভাৰতত প্ৰচলিত

"ভোজপুৰী" ভাষাৰ এখন অতি জনপ্ৰিয় প্ৰাচীন লোক কাব্য। এই কাব্যৰ মূল নায়িকা হ'ল— সৰ্থীদেৱী। সৰ্থী বৃজাভাৰ কাব্যৰ নায়ক বৃজাভাৱে সৰ্থীদেৱীক লাভ কৰিবলৈ সুদূৰ দাক্ষিণাত্যৰ পৰা ভাৰতৰ পূব প্ৰান্তত অৱস্থিত সাৰথপুৰলৈ আহিছিল। সময়ৰ সোঁতত এই সাৰথপুৰেই সাৰথবাৰীলৈ ৰূপান্তৰ হয়। আমি সৰুতে ভূগোলৰ মেপত এই সাৰথবাৰী নাম লিখা থকা দেখা পাইছিলো। সৰ্থী দেৱীৰ এই সাৰথবাৰীৰ পৰাই মানুহৰ মুখ বাগৰি সৰ্থেবাৰী হোৱা বুলিও বহুতে মত পোষণ কৰে।

সৰ্থেবাৰী নামৰ উৎপত্তিৰ সম্বন্ধে আজিৰ পৰা বহুবছৰ আগতে প্ৰকাশ পোৱা "আমাৰ প্ৰতিনিধি" নামৰ আলোচনীখনৰ এটা সংখ্যাৰ অৰ্থশাস্ত্ৰীৰ চ'ৰাত সৰ্থেবাৰীৰ কাঁহ শিল্পৰ আলচ এটিৰ লগতে সৰ্থেবাৰী নামটোৰ সম্ভাব্য ব্যুৎপত্তিৰ আলোচনা এটি দাঙি ধৰিছিল। চ'ৰাৰমতে পুৰণি কালৰ পণ্য ব্যৱসায়ী বুজোৱা "সাৰ্থবহ" শব্দৰ পৰাও সৰ্থেবাৰী নামৰ উৎপত্তি হ'ব পাৰে বুলি মত পোষণ কৰা হৈছিল।

ইয়াৰ উপৰিও অধ্যাপক, সমালোচক, সু-সাহিত্যিক শ্ৰীযুত প্ৰসন্ন কুমাৰ ডেকাদেৱে "ৰং বিৰং" নামৰ সাহিত্য পত্ৰিকাৰ (১৯৮৩) প্ৰথম সংখ্যাত "সলাবিলৰ সূত্ৰধৰি" নামৰ প্ৰবন্ধ এটিত সৰ্থেবাৰী নামৰ উৎপত্তি সম্বন্ধে এটি মত দাঙি ধৰিছে। তেখেতৰ মতে "বাৰী" শব্দই গছ-গছনি, ফল-ফুল আদিৰ বাগান বুজায়। অসমীয়াত "ঘৰ-বাৰী" আৰু "বাৰী" শব্দৰ অভিধা সুকীয়া। "ঘৰ" বা "ঘৰ-বাৰী" বুলিলেহে ঘৰ আৰু ঘৰৰ লগত জড়িত বস্তুক বুজায়। অসমীয়া মানুহে "মামাৰবাৰী", "বাবাৰবাৰী" বুলি নকয়। মোমাইহঁতৰ ঘৰ, দেউতাহঁতৰ ঘৰ বুলিহে কয়। নাম বাচক পদৰ লগত "বাৰী" শব্দ যুক্ত হৈ গাওঁৰ নাম হোৱা কাচিৎহে দেখা যায়। যোগীৰবৰি আৰু সৰ্থেবাৰী সলাবিলৰ পশ্চিম পাৰত অৱস্থিত। "বৰি" শব্দই বাম ঠাইক বুজায়। যোগীৰবৰি আজিও বাম জাগা। সৰ্থেবাৰী আগতে বাম ঠাই আছিল। ১৮৯৭ চনৰ ভূমিকম্পত ই বহি গৈ দ ঠাইত পৰিণত হয়। সলাবিলৰ পশ্চিমপাৰৰ বৰি ঠাই এডোখৰত যুগী মানুহ থকাৰ কাৰণে ঠাই ডোখৰৰ নাম যুগীৰবৰি হোৱা বুলি এখেতে উল্লেখ কৰিছে। আন অংশটোত তেতিয়াও মানুহৰ বসতি নাছিল। ই "সথ" বনেৰে ঠাহ খাই আছিল। সেয়েহে এই অংশৰ নাম "সথৰ বৰি" বুলি মানুহে কৈছিল। কালক্ৰমত ইয়াতো মানুহে বসবাস কৰিবলৈ লয়। "বৰি"ৰ পৰা "বাৰী" হোৱা উদাহৰণ বিৰল নহয়। উদাহৰণস্বৰূপে "বেলবাৰী" গাওঁৰ নামটোক আঙুলিয়াব পাৰি। বেল গছেৰে ভৰা কাপলা বিলৰ পাৰৰ বৰি বুজোৱা বেলৰ বৰিয়েই বৰ্তমান বেলবাৰী। বেলৰ বৰিয়েই বেলবাৰী হোৱাৰ নিচিনা "সথৰ বৰি"য়েই পোনতে সথৰবাৰী-সথবাৰী-সৰ্থেবাৰী হয়। এনেকৈয়ে শ্ৰীযুত ডেকাদেৱে সৰ্থেবাৰী নামৰ উৎপত্তিৰ বিষয়ে ব্যাখ্যা দাঙি ধৰিছে।

আমাৰ বোধেৰেও শ্ৰীযুত ভূপেন্দ্ৰ নাথ চৌধুৰীদেৱৰ সৰ্থেবাৰী নামৰ উৎপত্তিৰ তিনি নম্বৰ মতটিৰ লগত অধ্যাপক শ্ৰীযুত প্ৰসন্ন কুমাৰ ডেকাদেৱৰ সৰ্থেবাৰী নামৰ উৎপত্তিৰ মতটিৰ লগত মিল থকা দেখা যায়। সেয়েহে আমিও এই মতটিকে সৰ্থেবাৰী নামৰ উৎপত্তি সম্বন্ধে প্ৰত্যয়জনক মত বুলি ভাবো। ●



*"চৰকাৰ ৰাজহৰা ধনৰ গৰাকী। সাহিত্য সভাৰ বিভিন্ন আঁচনি কাৰ্যকৰী কৰিবৰ কাৰণে অৰ্থ সাহায্য দি ৰাইজৰ ধনেৰে ভাষা সাহিত্যৰ শক্তি-সমৃদ্ধি বৃদ্ধি কৰাটো গণতান্ত্ৰিক চৰকাৰৰ এটা দায়িত্ব।"*

চৈয়দ আব্দুল মালিক





# এৰা ৰামুন্দিৰ মানুহৰ জীৱন

*নিবাৰণ চন্দ্ৰ সৰকাৰ*

সময়ে ৰীতি-নীতি পৰিবৰ্ত্তন কৰে। বুৰঞ্জীয়ে তাৰ সাক্ষী দিয়ে।

বুৰঞ্জীয়ে ঢুকি পোৱা এটা কথা ইয়াত কোৱা হৈছে। আহাৰ মাহ। বৰ্ষা কাল। বানপানী হৈছে। আকাশ ভৰা মেঘ। বৰষুণ দি আছে। অম্বুবাচীয়ে উকি মাৰিছে। বিপদৰ সময়ত আকৌ বিপদ।

শনিবাৰ। আবেলি চাৰে চাৰিটা। ইং ১৮৯৭ চন। জুন মাহৰ ২১ তাৰিখ। ঘুৰ ঘুৰ— এটি শব্দ বায়ু কোণৰ পৰা মিহি সুৰে উঠি ভীষণ ভীমনাদ আৰম্ভ হ'ল। কেই চেকেণ্ডমান শব্দ হোৱাৰ পাছত বসুমতী আই— আমাৰ অসমী মাতৃয়ে টোপনিত সপোন দেখি কঁপি সাৰ পোৱাৰ দৰে এটা কঁপনি মাৰিলে। মুহূৰ্ত্ত মাত্ৰ থিৰ থাকি আকৌ কঁপনি। এইবাৰৰ কঁপনি কিন্তু বিৰামহীন। কঁপনি জোকাৰণিলৈ ৰূপান্তৰিত হ'ল। 'ভুইকঁপ', 'ভুঁইকঁপ' বুলি ডেকা, বুঢ়া সকলোৱে উধাতু খাই উঠিছিল।

আজিকালিৰ দৰে সেই সময়ত বাট-পথ, আলি-পদুলি, যান-বাহন নাছিল। এশ বছৰ আগৰ আহাৰ মাহ। গাই-গৰু লগতলৈ সতি-সন্ততিসহ মানুহে কলৈকো গুচি যোৱাৰ উপায় নাপালে। অসম মাতৃয়ে সন্তানৰ কুলাই-পাচিয়ে নধৰা দুখ চাই সহ্য কৰিব নোৱাৰা হ'ল। শেষত সিহঁতক বুকুত সাৱটি লোৱাই উচিত বুলি ভাবি ল'লে।

উপায়হীন হৈ অসমী আয়ে বমি কৰিবলৈ ধৰিলে। সেই বমিত মাটিফাটি ভিতৰৰ পৰা বালি, গলিত মাটি আৰু পানী দিখিদিক নেচাই ১০-১১ মিটাৰ ওপৰলৈ প্ৰবল বেগে উঠিলগৈ। আৰু মানুহৰ ঘৰ-বাৰীৰ ওপৰত পৰিলগৈ। এনেকুৱা হোৱাত অসম মাতৃৰ দেহাত একোটা ডাঙৰ ডাঙৰ গাত হ'ল্। ভাবিব নোৱাৰাকৈ একো একোটা চুবুৰি, গাওঁ, গছ-গছনি, মানুহ-দুনুহ, গৰু-ছাগলী, কুকুৰ-মেকুৰী আদি জন্তু ; হাঁহ, পাৰ, কাউৰী, বগলী আদি চৰাই সেই ডাঙৰ গাতবোৰত থিতাপি ল'লে। ওপৰলৈ ওলাই অহা মাটি-পানী সেই গাতবোৰত পৰি ঢাকি পেলালে। সেইবোৰক বাহিৰৰ শত্ৰুৰ আক্ৰোশৰ পৰা সিফলীয়া কৰি ল'লে। এই ঘটনাত কিমান যে মানুহ, গৰু, জীৱ-জন্তু মৰা পৰিল তাৰ সীমাসংখ্যা নাই।

এই ভূমিকম্প দুই-চাৰি দিনলৈ দিনটোত কেইবাবাৰো হৈছিল। ভূমিকম্পত নামনি অসমৰ অপৰিমিত ক্ষতি হৈছিল।

আজিকালিৰ ধুবুৰী, কোক্ৰাঝাৰ, বঙাইগাওঁ, গোৱালপাৰা, বৰপেটা, নলবাৰী, কামৰূপ, নগাওঁ, মৰিগাওঁ, প্ৰাগ্‌জ্যোতিষপুৰ, দৰং, শোণিতপুৰ জিলাৰ ক্ষয়ক্ষতি অবৰ্ণনীয় হৈছিল।

গাওঁ, নগৰ, নৈ, বিল, খাল আদি এই ভূমিকম্পত পোত যায়। হাজাৰ হাজাৰ মানুহ মাটিৰ তলত পোত গ'ল। কোনো কোনো ঠাইত যি অলপ মানুহ ৰক্ষা পৰিল, তেওঁলোকৰো অঙ্গ-প্ৰত্যঙ্গত খুন-জখম হৈছিল।

খোৱা খাদ্যৰ অভাৱ। বেজ, চিকিৎসক নাই। বৰষুণ আৰু বান পানী। ঘৰ-দুৱাৰ নোহোৱা অৱস্থা। পানী থাকিলেও খোৱা পানীৰ অভাৱ। মহামাৰী লাগি জীয়া মানুহো অলেখ মৰা পৰে। প্ৰকাশ থাকে যে, অসম বা ব্ৰহ্মপুত্ৰ উপত্যকাৰ আটাই কেইখন জিলাতেই অলপ অচৰপ অনিষ্ট হৈছিল।* .

লাহে লাহে দিন গৈ থাকে। খৰালি কাল আহে। বানপানী নোহোৱা হয়। ৰৈ থাকিল মাথোন জনশূন্য বিস্তৃত ঠাই। আগতে যি ঠাইত বসতিপূৰ্ণ গাওঁ আছিল, সেই ঠাই চিনি পাবলৈ টান হৈ পৰিল। সেইবোৰ ঠাইত ক্ৰমে নল, খাগৰি, ইকৰা গজি উঠি ৰিজাৰ্ভ যেন হৈ পৰিল। তাত বনৰাজ বাঘ, ম'হ, গাহৰি, পহুৱে বাহৰ পাতিলে। অজগৰ, বিষাক্ত সাপ আদিয়ে অবাধে ৰাজত্ব পাতিলে।

.৩ বছৰ পিছত ১৯০০ চন পাৰ হৈ গ'ল। বিংশ শতাব্দীয়ে অসমক আকোৱালি ল'লে। অসমখনত এহাতেদি হৈ উঠিল জনসংখ্যা কম আৰু আনহাতেদি হ'ল জনশূন্য ঠাই বেছি।

১০ বছৰ মান পিছত সৰহ সংখ্যক জলাতন ঠাই তৰ পৰি উঠিল।

দিন যায় আৰু পৰিবেশৰ সলনি ঘটে।

পৰমেশ্বৰে সৃষ্টি কৰা জীৱৰ ভিতৰত মানুহ মৰমিয়াল আৰু সমাজপ্ৰিয়। সেয়ে মানুহ জীৱ শ্ৰেষ্ঠ। অসমত জনশূন্য বহুতো মাটি আছে বুলি চাৰিওফালে। প্ৰচাৰ হৈ গ'ল। অখণ্ড ভাৰতৰ বঙ্গদেশ মানুহে ঠাই খাই থকা এখন ৰাজ্য। সেই ৰাজ্যৰ পৰা মানুহ আহি খালী থকা অসমৰ ঠাইবোৰত বসতি পাতিলে।

কাঁহৰ বাচন শিল্প কলাৰ বাবে বৰপেটা জিলাৰ সৰ্থেবাৰী অসমৰ প্ৰসিদ্ধ গাঁও (বৰ্তমানে নগৰ)। সৰ্থেবাৰীৰ ওচৰত বামুণপাকা, সত্ৰপাকা, কুৰিহাৰ পাম, বামুন্দি, বৈঠাভাঙ্গা, এৰাৰতাৰী, নেউলাৰভিঠা, জাত্ৰিকুছি, এৰা হাড়ভাঙ্গা, পিঠাদি, বোগ্‌ছাবা, যশোদাৰ পাম আদি গাঁও। এই গাঁওসমূহত তথা কথিত বঙ্গদেশৰ পৰা মানুহ আহি পাম ধৰি গাঁও পাতি নিগাজীকৈ বসতি স্থাপন কৰি খেতিৰ কামত লাগিল। ভূমিকম্পত পোত গৈ উঠা মাটি সাৰুৱা হৈ আছিল। সেই মাটিত তেজাল শস্য উৎপাদন হোৱা দেখা পাই

ইং ১৯১৭ চনত বামুন্দিত (এৰা বামুন্দিত) কিছুমান মানুহে প্ৰথমতে পাম পাতে। ইং ১৯১৯ চনৰ পৰা ১৯২৩ চনৰ ভিতৰত বামুন্দিত আকৌ এখন গাঁও স্থাপিত হয়। ওচৰৰ সৰ্থেবাৰীৰ লগত ইং ১৯২৪ চনত বামুন্দি ৰাইজৰ পৰিচয় ঘটে। এই বামুন্দিত বাসকৰা আগৰ বামুণ গোসাইসকলৰ উত্তৰ পুৰুষসকল এতিয়াও নলবাৰী জিলাৰ ঠায়ে ঠায়ে আছে। ইং ১৯২৫ চনত হাট বজাৰ কৰিবলৈ দোকান পোহাৰৰ মালবস্তু অনা নিয়া কৰিবলৈ, চিকিৎসাৰ ঔষধ-পাতি সংগ্ৰহ কৰিবলৈ আৰু ৰঙালাউ বেচিবলৈ সৰ্থেবাৰীলৈ বামুন্দিৰ মানুহে নিয়া বুলি এই লিখকক ইং ১৯৬৫ চনত সৰ্থেবাৰী নিবাসী স্বনামধন্য শিক্ষাবিদ* হৰিচৰণ তালুকদাৰদেৱে কৈছিল। তেখেত ইং ১৯০২ চনত জন্মিছিল।

ওপৰত উল্লেখ কৰা আন আন গাঁওবোৰতো একে সময়তে পুনৰ্বসতি স্থাপন কৰা হয়। বামুন্দিত (এৰাবামুন্দিত) শ্ৰীশৰৎ বেপাৰীৰ খালত মাটি খান্দোতে ইং ১৯৯৩ চনৰ মাৰ্চ মাহত এটা অক্ষত পাটকুৰা ওলাইছে। সেইটো ইং ১৮৯৭ চনৰ ভূমিকম্পত পোত যোৱা বুলি ঠাৱৰ কৰা হৈছে।

এইবিলাক গাঁৱৰ মানুহ কৃষক শ্ৰেণীৰ। এই মানুহবিলাকে কৃষি শস্য উৎপাদন কৰিবলৈ পাই অসমক বৰ শ্ৰদ্ধা কৰিছিল। অসমতে কামাখ্যা দেৱীৰ মন্দিৰ। নতুনকৈ অহা মানুহে অসমক মাতৃদেশ বুলি মানিছিল। তেওঁলোকে কৈছিল— "আচাম কামাখ্যা মাৰ দেছ। বঙ্গদেছ ছেৰে যখন মাৰ দেছে আছলাম্ তখন আচামেই থাক্‌বো। খেটে খাবো। মৰতে হইলে আচামেই মৰবো আৰ বাচতে হইলে আচামেই বাচবো।"

বুৰঞ্জীয়ে বাধা নামানে। তথা কথিত গাওঁবিলাক কুৰিশতিকাৰ তিনিদহকতে সজীৱ হৈ উঠিছে। সেই সময়ত যিমান আহিছিল তাৰ সৰহভাগ মানুহ পৰলোকলৈ গতি কৰিছে। আজি যিসকল মানুহ আছে, ইয়াৰ প্ৰায়ভাগেই অসমত জন্মিছে।

তাহানিৰ বঙ্গদেশৰ আধা অংশ ভাৰতৰ স্বাধীনতাৰ আগদিনা পাকিস্থান হয়। সেই দেশ ক্ৰমে পাকিস্থান; জয় বাংলা তাৰ পিছত বাংলাদেশ হৈছে। কেইবাবাৰো চলং এৰোৰাত অসমত জন্মা নতুন পুৰুষৰ বাবে সেই দেশ এতিয়া সম্পূৰ্ণ বিদেশ। নতুন পুৰুষসকলে সেই দেশক কোনো ৰকমে আপোন বুলি নাভাবে। ভবাৰ থলো নাই।

অহাসকলে ইয়াতে আহি অন্য কথা নাভাবি ঘৰ-দুৱাৰ বান্ধিলৈ কেতি কৰিবলৈ লৈছিল। তেওঁলোকৰ পুত্ৰাপৌত্ৰাদিক্ৰমে আজিও সময়মতে পথাৰত আহুধান, বাওধান, শালি আদি ধানৰ খেতি, মৰাপাট, মাহ, মুগ, মটৰ, গোমধান, দীনাধান, আলু, কচু, বেঙেনা, জলকীয়া, আদা, হালধি, তিল, গুজিতিল, ধনিয়া, অমিতাল লাউ, কোমোৰা, ভোল, জিকা, ভেণ্ডী, কবি, মূলা, তামোল, পাণ, নাৰিকল আদিৰ খেতি কৰি, শস্য উৎপাদন কৰি নিজে খাই আৰু বজাৰত বেচি পূৰ্বপুৰুষসকলৰ বৃত্তি ৰক্ষা কৰি আছে।

তেওঁলোকে গাঁৱে গাঁৱে অসমীয়া মাধ্যমৰ প্ৰাইমাৰীস্কুল, মাইনৰ স্কুল আৰু হাইস্কুল পাতিছে। ল'ৰা-ছোৱালী সমানে তাত পঢ়ি আছে। দূৰৰ গাঁও আৰু নগৰত তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে কলেজীয়া শিক্ষা লৈ আছে।

তাহানিত মানুহখিনিয়ে অসমলৈ আহি আগতে শিক্ষাত সিমান মনোযোগ নিদি খেতিতহে দেহ-মন ঢালি দিছিল। আজি প্ৰায় ৭০ বছৰ পিছতো বামুন্দি আদি গাঁৱৰ পৰা এজনো ৰাজনীতিত সোমোৱা মানুহ ওলোৱা নাই। ইয়াৰ মানুহবিলাক শান্তিপ্ৰিয়। কাৰো লগত ৰাজনীতি পাতি বা শিকি কাজিয়া নকৰে। এজনো বুদ্ধিজীৱী নাই। আজিকালিহে এই অঞ্চলবোৰত কেইবাজনো মানুহে শিক্ষকতা কৰিছে।

ইং ১৯৬০ চনত অসমৰ ৰাজ্যিক ভাষা অসমীয়া হ'ব লাগে বুলি আন্দোলন হৈছিল। তাৰেপৰা আজিলৈ অসমত ভিন্ ভিন্ বিষয়ৰ আন্দোলন হৈয়ো আছে ; কিন্তু বামুন্দি আৰু ইয়াৰ আশে-পাশে থকা গাওঁসমূহৰ পৰা কোনেও অসমৰ স্বাৰ্থৰ বিপৰীতে মূৰ দাঙা নাই। ই এক গৌৰৱৰ বিষয়।

মুড়ি এবিধ বৰ ৰুচিকৰ খাদ্য। মুড়ি মাথোন চাউল ভাজিলেই নহয়। জাতপাত চাইহে মুড়িৰ ধান নিৰ্বাচন কৰা হয়। এবাৰ নহয়, ধান দুবাৰ উহাব লাগে। ধান শুকোৱা, নিয়মো পৃথক। সেই মতে কৰিলেহে চাউল ভাজিলে মুড়ি হয়। বামুন্দি আদি গাঁৱৰ মানুহৰ মুড়িভজা কৃষ্টি আগৰ পৰাই আছে।

আগতে উল্লেখ কৰি অহা গাঁও কেইখনত প্ৰায়ভাগ মানুহ হিন্দু। তেওঁলোকে দেৱ-দেৱী মানে। পূজা-পাৰ্বণ কৰে। চ'ত মাহত সদাশিৱ মহাদেৱৰ পূজা কৰি বৰ আমোদ-প্ৰমোদ কৰে। এই পূজাত চড়ক পূজাও কৰে ; তাত মানুহ ওলোমাই গছত বান্ধি ঘূৰায়। দুৰ্গা পূজাও কৰে। গাঁৱে গাঁৱে কালীপূজা কৰে। জন্মাষ্টমী কৰে।

বিহু অসমৰ ৰাপতি সাহোন। বামুন্দি, নেউলাৰভিঠা আদি গাঁৱৰ মানুহে অসমৰ তিনিও বিধ বিহু পালন কৰে। বহাগ বিহুত দলবান্ধি বিহুনাচ নাচে আৰু গায়। কাতি বিহুত পথাৰত চাকি জ্বলায়। মাঘ বিহুত গৰুক গা ধুৱায়। পিঠা-পনা খায়, মেজি ঘৰ সাজি পোৰে। তেওঁলোকে অসমৰ কৃষ্টি, সংস্কৃতি ধৰিছে আৰু তেওঁলোকৰ পুত্ৰ-পৌত্ৰাদি ক্ৰমে এই কৃষ্টি বাহাল থাকিব।

সৌষ্ঠৱ মানৱৰ দেশ অসম। ভাৰত— অকল ভাৰত বুলিলে ভুল হ'ব। পৃথিৱীত যিমানবোৰ মানৱ বসতিপূৰ্ণ দেশ আছে, তাৰ মানুহবোৰৰ দেহাৰ আকৃতি আৰু প্ৰকৃতি চাই একবাক্য ক'ব পাৰি যে অসমৰ মানুহ ধুনীয়া। এনে দেশত থাকি নিজকে ধন্য মানিছোঁ।●

* এই ভূমিকম্পৰ বিৱৰণ এই লিখকে সৰ্থেবাৰী নিবাসী স্বনামধন্য শিক্ষাবিদ* হৰিচৰণ তালুকদাৰ দেৱৰ পৰা বিতংকৈ জানিছিলোঁ। — লেখক

*অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু জাতীয়তাৰ স্বাৰ্থ-স্বত্ব সংৰক্ষণ আৰু বিকাশৰ অৰ্থে অসম সাহিত্য সভাই অকলশৰীয়াকৈ কাম কৰি আহিছে। অসমীয়া ভাষা, সংস্কৃতি আৰু জাতীয়তা যেতিয়া বিপন্ন হৈছে, তেতিয়া কেৱল সাহিত্য সভাই দৃঢ়তা আৰু নিৰ্ভীকতাৰে মাত মাতি আহিছে।*

ডঃ লীলা গগৈ





# সৰ্থেবাৰীৰ সমাজ-জীৱনৰ সত্তা

*তীৰ্থলোচন তামুলী*

সৰ্থেবাৰী এখন অতি প্ৰাচীন ঠাই। অসমৰ আন আন প্ৰাচীন ঠাইবোৰৰ ভিতৰৰ সৰ্থেবাৰীও এখন । প্ৰাচীন ঠাইবোৰৰ কিছুমান ইতিহাস প্ৰসিদ্ধ! আন কিছুমান ইতিহাস প্ৰসিদ্ধ নহৈয়ো প্ৰাচীন ঠাই হিচাপে পৰিচিত। সৰ্থেবাৰী এই দ্বিতীয় শ্ৰেণীৰ প্ৰাচীন ঠাই বুলি আমি পৰিচিত কৰাব পাৰোহঁক।

ইয়াৰ প্ৰাচীন ঐতিহাসিক কোনো গুৰুত্ব আজি দেখা নগলেও অথবা পুৰাতত্ত্ব সম্পৰ্কীয় কোনো সম্পদ বা স্মৃতি-চিহ্ন ওলাই নাথাকিলেও, ইয়াৰ মানুহৰ জীৱনধাৰা, ব্যৱসায়, শিল্প-বাণিজ্য, উৎসৱ-পাৰ্বণ, শিক্ষা, সভ্যতা, সংস্কৃতি আদিয়ে প্ৰমাণ কৰে যে সৰ্থেবাৰী এখন অসমৰ অতি পুৰণি ঐতিহ্যপূৰ্ণ ঠাই। উল্লেখ আছে যে সৰ্থেবাৰী "ঠাইৰ নামটোত হ'লে পুৰণি পুৰণি গোন্ধ এটা আছে। সংস্কৃত ভাষাত 'সাৰ্থ' শব্দটোৰ অৰ্থ 'পণ্য'। 'সাৰ্থবাহ' শব্দটোৰ অৰ্থ এঠাইৰপৰা আন ঠাইলৈ যোৱা পণ্যবাহী মানুহৰ সমদল (কাফিলা)। গতিকে ঠাই টুকুৰ প্ৰাচীন কামৰূপৰ অন্যতম বাণিজ্য কেন্দ্ৰ হিচাপে 'সৰ্থেবাৰী' নামটো পাব পায়। এই অনুমান অৱশ্যে প্ৰমাণ সাপেক্ষ।"[1]

"সৰ্থেবাৰী গাওঁখনৰ বয়স দুহেজাৰ বছৰৰ কম নহয়। কিন্তু সৰ্থেবাৰী নামটোৰ চলন্তি খ্ৰীষ্টীয় সপ্তম শতিকাৰপৰা হোৱা বুলি অনেকে বিশ্বাস কৰে। এওঁলোকৰমতে কামৰূপৰ ৰজা ভাস্কৰ বৰ্মাৰ দিনৰপৰা গাওঁখনৰ নামটো সৰ্থেবাৰীলৈ পৰিবৰ্তিত হয়। তেতিয়াই এই গাওঁৰ কাঁহ শিল্পই উন্নতি-উৎকৰ্ষতাৰ শীৰ্ষ বিন্দুত উপনীত হয়।"[2]

কাঁহ অথবা ব্ৰোঞ্জ, এই ধাতুটোৰ সৃষ্টিৰ অনুসন্ধানেৰেও সৰ্থেবাৰীৰ প্ৰাচীনত্ব নিৰ্ণয় কৰিব পৰা যায়। এবাৰ কথা আছে— 'এক ভাগ টিন, দহ ভাগ তাম।' টিনক আমাৰ কঁহাৰসকলে দস্তা বুলিও কয়। টিন আৰু তাম— এই ধাতু দুবিধ উক্ত পৰিমাণত, অৰ্থাৎ এক ভাগ টিনৰ লগত দহভাগ তাম মিহলাই ল'লে কাঁহ বা ব্ৰোঞ্জ পোৱা যায়। এই ৰাসায়নিক ৰহস্যটি আমাৰ কঁহাৰসকলে অতি প্ৰাচীন কালৰপৰাই পুৰুষানুক্ৰমে আজিলৈ জানি আহিছে। কঁহাৰসকলে নিৰ্দিষ্ট পৰিমাণত টিন আৰু তাম মিহলাই কাঁহ তৈয়াৰ কৰি ল'ব পাৰে। এই কাঁহ বা ব্ৰোঞ্জ তৈয়াৰ কৰা প্ৰক্ৰিয়াটো অতি প্ৰাচীন। বঙালী গৱেষক-লেখক সুভাষ সমাজদাৰে টিন আৰু তাম মিহলাই ব্ৰোঞ্জ তৈয়াৰ কৰা প্ৰক্ৰিয়াটো আমাৰ দেশত খ্ৰীষ্টপূৰ্ব দুহাজাৰ বছৰ আগৰে পৰাই চলিছিল বুলি উল্লেখ কৰিছে।[3] এনেকুৱা কাৰণতেই সৰ্থেবাৰী ঠাইখনক আৰু ইয়াৰ কাঁহ শিল্পটো অতি প্ৰাচীন শিল্প বুলি ক'ব পৰা যায়।

আমাৰ এই কাঁহ শিল্প আৰু ইয়াৰ বাণিজ্যিক সভ্যতা আমবাৰী (প্ৰাগ্‌জ্যোতিষপুৰ-গুৱাহাটী) সভ্যতাৰ সমসাময়িক বুলিও অনুমান কৰিব পাৰি। কিয়নো আমাৰ সৰ্থেবাৰীৰ মানুহখিনি প্ৰাচীন কালৰপৰা আজিলৈ মুখ্যতঃ কাঁহ শিল্পী আৰু এই শিল্পীসকলে গঢ়া বাচন-বৰ্তনৰ বণিক। অতি প্ৰাচীন কালৰপৰাই সৰ্থেবাৰীৰ কঁহাৰসকলৰ কাঁহ শিল্পৰ বাণিজ্য কেন্দ্ৰ হৈছে গুৱাহাটী। বিশ্বৰ বিভিন্ন দেশ— বিশেষকৈ মধ্য এচিয়াৰ দেশবোৰ, পূৰ্বভাৰতীয় দ্বীপপুঞ্জৰ দেশবোৰ আৰু ইউৰোপৰ বিভিন্ন দেশবোৰৰপৰা জলপথেদি অহা-যোৱা কৰা সাৰ্থবাহসকলে যেনেকৈ আমবাৰী-গুৱাহাটী অথবা প্ৰাগ্‌জ্যোতিষপুৰক বিশ্বৰ ভিতৰৰে অন্যতম এখন বাণিজ্য কেন্দ্ৰ হিচাপে গঢ়িছিল ; তেনেকৈ বিশ্বৰ বিভিন্ন প্ৰান্তৰপৰা আহি সাগৰ সদৃশ মহাবাহু ব্ৰহ্মপুত্ৰক মাজত লৈ প্ৰাগ্‌জ্যোতিষপুৰৰ বিপৰীত দিশৰ উত্তৰ পাৰত বসবাস কৰা সাৰ্থবাহসকলেও সৰ্থেবাৰীক এখন অন্যতম প্ৰাগ্‌জ্যোতিষপুৰ সম বাণিজ্য কেন্দ্ৰ হিচাপে লোৱাটো নিশ্চয় ভাবিব পাৰি। বিশ্বৰ বিভিন্ন প্ৰান্তৰপৰা অহা পণ্যবাহী মানুহৰ সমদল বা কাফিলাবোৰে সৰ্থেবাৰীত একোটি নিজস্ব কাফিলা হিচাপে থাকি একোটি 'খেল' গঢ়িছিল। এনেধৰণে বেলেগ বেলেগ পাঁচটি সমদলে গঢ়া 'পাঁচখেলে'ই আজিৰ সৰ্থেবাৰীৰ 'পাঁচখেল'। খনন কাৰ্যত আজি যেনেকৈ আমবাৰী সভ্যতা আৱিষ্কৃত হ'ল, অনুসন্ধান কৰিলে সৰ্থেবাৰতো 'সাৰ্থবাহ সভ্যতা' আৱিষ্কাৰ হ'ব বুলি ভাবিবৰ থল আছে।

নৈসৰ্গিক সৃষ্টি-ধ্বংসৰ প্ৰক্ৰিয়াত অৰ্থাৎ বতাহ-বৰষুণ-ধুমুহাৰ ক্ৰিয়াত, বানপানী-নদী-নলাৰ প্ৰলয়ংকৰী কাৰ্যত, ভূমিকম্প, আগ্নেয়গিৰিৰ উৎপাতত যেনেকৈ হাজাৰ-হাজাৰ বছৰীয়া পুৰণি পৃথিৱীখনত নানা প্ৰকাৰ ভৌগোলিক আৰু জৈৱিক পৰিবৰ্তন সংঘটিত হৈ আছে, তেনেকৈ অতি প্ৰাচীন কালৰপৰা বৰ্তমানলৈ সৰ্থেবাৰীৰো ভৌগোলিক পৰিবৰ্তনৰ লগে লগে ইয়াৰ জন-জীৱন তথা সমাজ-জীৱনৰো পৰিবৰ্তন নিশ্চয় নোহোৱাকৈ থকা নাই। আমাৰ ল'ৰা কালত, আজিৰপৰা চল্লিছ-পঞ্চাছ বছৰ আগতে দেখা সৰ্থেবাৰীৰ সামগ্ৰিক ৰূপৰ যথেষ্ট পৰিবৰ্তন হোৱা আজি আমাৰ দৃষ্টিত পৰিছে। এই গতিশীল জগতত প্ৰগতিশীল মানসিকতা বিশিষ্ট মানৱ সমাজত পৰিবৰ্তন অৱশ্যম্ভাৱী। এনেকুৱা পৰিবৰ্তনৰ মাজেদি আগবাঢ়ি আহি থকা সেইখনেই প্ৰাচীন সমাজ, যাৰ শাশ্বত সত্ত্বা হাজাৰ পৰিবৰ্তনেও বিধ্বংস কৰিব নোৱাৰে। পৃথিৱীৰ বিভিন্ন সভ্যতাবোৰো সেই সেই সভ্যতা সৃষ্টিকাৰী জনগোষ্ঠীৰে অক্ষুণ্ণ সত্ত্বাকে সুঁচাই আছে। চীন, ৰোম, ইজিপ্ত, মছেপটেমিয়া, ভাৰত আদি দেশৰ প্ৰাচীন আৱিষ্কৃত সভ্যতাবোৰে সেই সেই দেশৰ জনগোষ্ঠীৰেই মৌলিক সত্ত্বাৰ পৰিচয়

আজিয়ো দি আছে। নানা পৰিবৰ্তনৰ মাজেদি আহি থকা অসমৰ অন্যতম প্ৰাচীন ঠাইডুখি সৰ্থেবাৰীৰো এটি মৌলিক সত্তা আছে, যাৰ প্ৰভাৱত সৰ্থেবাৰী অসমতে নহয়, ভাৰতেতো নহয়— বিশ্বৰ বিভিন্ন প্ৰান্তৰ দেশ-বিদেশতো সুপৰিচিত হৈ আছে। সেই শাশ্বত সত্তাটো হৈছে, আমাৰ ঐতিহ্যপূৰ্ণ কাঁহ শিল্প, কঁহাৰসকলৰ শিল্প নিপুণতা আৰু কাঁহৰ বিভিন্ন বাচন-বৰ্তনৰ বিস্তৃত বাণিজ্যিক ব্যৱস্থা। এই মূল সত্তাৰ বাহক হৈছে আমাৰ কঁহাৰ-বণিকসকল— সাৰ্থবাহসকল। এওঁলোকৰ বাণিজ্যিক কৌশল, সৎসাহস, ধৈৰ্য্য আৰু শক্তি-সামৰ্থ্যই আমাৰ সামগ্ৰিক অৰ্থনৈতিক কাঠামো সৃষ্টিতো বিশেষ অৰিহণা যোগাই আহিছে। সৰ্থেবাৰীৰ কঁহাৰ আৰু কাঁহৰ বেপাৰীসকলৰ যুটীয়া অথচ ঐক্যবদ্ধ প্ৰচেষ্টাত ইয়াৰ সমাজ-জীৱনৰো অবিচল সত্তাটো গঢ় লৈ উঠিছে। সেইবাবেই ইয়াৰ বৈশিষ্ট্য প্ৰেৰণাদায়ক আৰু প্ৰগতিশীল। সাহস, দৃঢ়তা, মনোবল, বুদ্ধিনিষ্ঠতা আৰু ধৈৰ্য-সহনশীলতাই সৰ্থেবাৰীয়া সমাজখনক এখন সুস্থ-সভ্য সমাজ হিচাপে গঢ় দিয়াত অতি পূৰ্বৰে কালৰপৰাই সহায় কৰি আহিছে। এই সুস্থ সমাজখনৰ এই চাৰিত্ৰিক বৈশিষ্ট্য ইয়াৰ সভা-মহোৎসৱ, অনুষ্ঠান-প্ৰতিষ্ঠান, ধৰ্ম-কৰ্ম, নাম-প্ৰসংগ, খেল-ধেমালি, বিচাৰ-ব্যৱস্থাৰ মাজত উদ্ভাষিত হৈ আছে।

সৰ্থেবাৰীৰ সমাজ-জীৱনৰ মূল সত্তা কাঁহ শিল্পই ৰাষ্ট্ৰীয় মৰ্যাদা লাভ কৰাই নহয়, ই আন্তৰ্জাতিক ৰাজকীয় মৰ্যদা লাভ কৰিবলৈও সমৰ্থ হৈছে। ঊনৈশ শতিকাৰ সপ্তম দহকত বৃটিছ সাম্ৰাজ্যৰ ৰাজধানী লণ্ডনত অনুষ্ঠিত কৃষি-শিল্প প্ৰদৰ্শনীলৈ নিয়া সৰ্থেবাৰীৰ পুষ্পৰাম কঁহাৰৰ বিস্ময় কাৰু-কাৰ্য নিপুণভাৱে নিৰ্মিত 'জাতকাঁহী'খন ভাৰত সম্ৰাজ্ঞী আৰু বৃটেনৰ মহাৰাণী ভিক্টোৰিয়াই প্ৰদৰ্শনী মুকলি কৰি তাত সোমায়েই দেখি বিমুগ্ধ হৈ পৰিছিল আৰু সেই অপুৰুগীয়া সম্পদটি কোন দেশৰ, কোন প্ৰদেশৰ কোন ঠাইৰ কোন শিল্পীয়ে গঢ়িছিল তাক জানিবলৈ বিচৰাত সেই 'জাতকাঁহী'খন ভাৰতৰ অসম প্ৰদেশৰ কামৰূপ জিলাৰ বৰপেটা মহকুমাৰ সৰ্থেবাৰী গাঁৱৰ বিশ্বকৰ্মা সদৃশ বিচক্ষণ কঁহাৰ পুষ্পৰাম কঁহাৰে গঢ়া বুলি মহকুমাধিপতিৰ দ্বাৰা মহাৰাণীক পুনৰ প্ৰত্যায়িত কৰা হৈছিল। মহাৰাণী ভিক্টোৰিয়াই পুষ্পৰাম কঁহাৰৰ শিল্প নিপুণতাত মুগ্ধ হৈ তেওঁক 'জায়গীৰ' দিবলৈ হুকুম দিছিল ; কিন্তু মহকুমাধিপতিৰ চক্ৰান্তত সেই হুকুম আহি নাপালে। বৃটিছ মিউজিয়ামত আজিয়ো পুষ্প কঁহাৰে গঢ়া 'জাতকাঁহী'খন সযত্নে সংৰক্ষিত হৈ আছে। ইয়াৰ লগতে তেওঁ গঢ়া 'কাঁহৰ তামোল ঠোকো' তাত সংৰক্ষণ হোৱা বুলি শুনা যায়। আমাৰ সমাজ জীৱনৰ মূল সত্তাৰ এয়ে আন্তৰ্জাতিক ৰাজকীয় মৰ্যদাৰ সুন্দৰ চানেকি। ১৯২৬ চনৰ জাতীয় কংগ্ৰেছ-মহাসভাৰ পাণ্ডু অধিৱেশনৰ প্ৰদৰ্শনীত প্ৰদৰ্শন কৰা 'নাগফেটী' বটাৰ বাবে গঙ্গাৰাম তামুলী কঁহাৰে শ্ৰেষ্ঠ শিল্পী হিচাপে মানপত্ৰ লাভ কৰিও কাঁহ শিল্পৰ মৰ্যদা বঢ়াইছিল। ইয়াৰ পিছত ১৯৬৬ চনত ভাৰত চৰকাৰৰদ্বাৰা আয়োজিত দ্বিতীয় ৰাষ্ট্ৰীয় হস্ত-শিল্পৰ প্ৰদৰ্শনীত প্ৰদৰ্শিত প্ৰকাণ্ড 'নাগফেটী' বটাৰ বাবে শ্ৰেষ্ঠ শিল্প কৰ্ম হিচাপে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে হৰেশ্বৰ ডেকা কঁহাৰে (১৯৩০-১৯৮৬)। ১৯৮৪ চনত কাঁহৰ 'জাতকাঁহী' প্ৰদৰ্শন কৰাই সৰ্থেবাৰীৰে বিশিষ্ট কঁহাৰ শ্ৰীভগৱান চন্দ্ৰ ডেকাই শ্ৰেষ্ঠ শিল্পী হিচাপে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। ভাৰতীয় শিল্প কলাৰ প্ৰাচীন পৰম্পৰাক জীয়াই ৰাখোঁতা হিচাপে শ্ৰীডেকাই এই পুৰস্কাৰ লাভ কৰে। এই ৰাষ্ট্ৰীয় পুৰস্কাৰবোৰে সৰ্থেবাৰীৰ সমাজ-জীৱনলৈ যেনেকৈ গৌৰৱ কঢ়িয়াই আনিছে তেনেকৈ আমাৰ প্ৰাচীন পৰম্পৰা বিজড়িত কাঁহ শিল্পই আমাৰ সমাজ-জীৱনৰ মৰ্যদাও বঢ়াইছে।

যি পুৰুষে সৰ্থেবাৰীৰ এই মূল সত্তাটোত অনুপ্ৰাণিত হৈ, ইয়াৰ তত্ত্ব উপলব্ধি কৰি সাহস, মনোবল, দৃঢ়তা, ধৈৰ্য্য আৰু বুদ্ধিনিষ্ঠতাৰে স্বকীয় জীৱন যাত্ৰাত অৱতীৰ্ণ হৈ সৰ্থেবাৰীৰ সমাজ-জীৱনৰ গৌৰৱৰ প্ৰকৃত সমল হ'ব পাৰিছে, তেঁৱেই জীৱনৰ অমূল্য সম্পদ যুগজয়ী খ্যাতি ৰাখি যাব পাৰিছে। এনেকুৱা গৌৰৱময় যুগজয়ী খ্যাতি থৈ যোৱা সৰ্থেবাৰীৰ বীৰপুৰুষ আছিল পুষ্পৰাম তামুলী কঁহাৰ। ১৮৯৪ চনৰ জানুৱাৰী মাহত অনুষ্ঠিত হোৱা সৰ্থেবাৰীৰ গাতে লগা পানাগাঁৱৰ টুপৰ 'ৰাইজ মেল-প্ৰজাবিদ্ৰোহ'ৰ বীৰ নেতা হিচাপে তেওঁৰ বীৰত্ব, মনোবল, দৃঢ়তা, ধৈৰ্য আৰু বুদ্ধি-পটুতাৰে তেওঁ সৰ্থেবাৰীৰ জন-জীৱনৰ মনত চিৰ উজ্জ্বল হৈ আছে আৰু থাকিবও। সৰ্থেবাৰীৰ সু-সন্তান কোহিৰাম দাস বি. এ. (অনাৰ্চ) দেৰো এগৰাকী দৃঢ়মনা, তীক্ষ্ণবুদ্ধি বিশিষ্ট, সৎ সাহসী, সমাজসেৱী, দেশ হিতৈষী পুৰুষ আছিল। 'চন্দ্ৰকান্ত অভিধান'খন সংকলনৰ কামত তেওঁ যোগ দিব পাৰিছিল, তেওঁৰ নিৰ্ভুল বুদ্ধিনিষ্ঠতা আৰু ধৈৰ্যৰ গুণত। 'অসম সমবায় কঁহাৰ সংঘ' প্ৰতিষ্ঠাই তেওঁৰ দৃঢ় মনোবলৰ পৰিচয় দি আছে। কাৰ্যক্ষেত্ৰত তেওঁ বৃটিছ চৰকাৰৰ গোলামীৰ বিৰুদ্ধে ও কাকো পৰোৱা নকৰাকৈ দৃঢ়ভাৱে প্ৰতিবাদ কৰিছিল। সৰ্থেবাৰীৰ সমাজ-জীৱনৰ মূল সত্তা তেওঁ সম্পূৰ্ণৰূপে আয়ত্ত কৰিব পাৰিছিল বাবেই তেওঁ বৃটিছ চৰকাৰৰ অধীনত, তীক্ষ্ণ বুদ্ধি বৃত্তিৰ অধিকাৰী হৈয়ো কোনো বিল্লয় বাব নললে। এইজনা স্বনামধন্য পুৰুষ সৰ্থেবাৰীৰ সমাজ-জীৱনাকাশৰ এটি উজ্জ্বল নক্ষত্ৰ স্বৰূপ। সৰ্থেবাৰীৰ আন এটি ভোটাতৰা হৈছে—গুৱাহাটী উচ্চ ন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ কথাশিল্পী হলীৰাম ডেকা, এম. এ. বি-এল দেৱ। তেওঁকো সৰ্থেবাৰীৰ সমাজ-জীৱনৰ মূল সত্তাৰ তাত্বিক দিশটোৱে সাহসী, দৃঢ়মনা, বুদ্ধিমান আৰু ধৈৰ্যশীল কৰি তেওঁৰ জীৱনৰ গতিপথ সুচল কৰিছিল।

হলীৰাম ডেকা কেৱল আইন-আদালতৰ মানুহেই নাছিল ; তেওঁ অসমীয়া সাহিত্যৰো এগৰাকী বিশিষ্ট সাহিত্যিক আছিল। তেওঁৰ 'অলকালৈ চিঠি' আৰু 'অৰুণালৈ চিঠি' পত্ৰোপন্যাস দুখন মাৰ্জিত গদ্যশৈলীৰ সুন্দৰ নিদৰ্শন। চিত্ৰসেন যখবীয়াৰ নামত দিয়া 'যৎ কিঞ্চিৎ'খন তেওঁৰ বুদ্ধিনিষ্ঠ ব্যঙ্গাত্মক বচন ভংগীৰ সুন্দৰ চানেকি। তেওঁৰ লেখাত সৰ্থেবাৰীয়া কথন ভংগীৰ চানেকি বিৰাজমান। নন্দেশ্বৰ দাসদেৱেও যোগবাশিষ্ঠ ৰামায়ণ, সাবিত্ৰী আদি গ্ৰন্থেৰে আমাৰ সত্তাৰেই পৰিচয় দি গৈছে। ঔপন্যাসিক, কবি নবীনচন্দ্ৰ ডেকা, এম. এ. দেৱেও আমাৰ সাহিত্য-সংস্কৃতিৰ সত্তাটোক তেখেতৰ উপন্যাস এম্ এল্ এ আৰু মৃগতৃষ্ণাত সুদৃঢ় কৰি গৈছে। এখেতসকলে নিজৰ নিজৰ ব্যক্তিগত জীৱনৰ গুণ-গৰিমাখিনি সৰ্থেবাৰীৰ সমাজ-জীৱনৰ সামগ্ৰিক গুণ-গৰিমাৰপৰা তিল্ তিল্‌কৈ গোটাই নিজৰ জীৱনক মহীয়ান, অমৰ, কীৰ্ত্তিমন্ত কৰি থৈ যাব পাৰিছে। তদুপৰি সৰ্থেবাৰীৰ সমাজ-জীৱনৰ সত্তাৰ সুদৃঢ় ভেটিত থিয় দি ইয়াৰ সাহিত্য-সংস্কৃতিৰ সত্তাটোকো জীৱন্ত কৰি আছে কঁহাৰ





শ্ৰীধৰণীধৰ ডেকা, স্বভাৱ কবি শ্ৰীগদাধৰ তামুলী, প্ৰখ্যাত ঔপন্যাসিক শ্ৰীহিতেশ ডেকা, নীৰৱ সাহিত্যিক শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা, জন সাহিত্যিক শ্ৰীপ্ৰতাপ চন্দ্ৰ চৌধুৰী আৰু সাহিত্য অকাডেমি পুৰস্কাৰ পাওঁতা আধুনিক কবি শ্ৰীহৰেকৃষ্ণ ডেকা প্ৰমুখ্যে এই অঞ্চলৰ উদীয়মান সাহিত্যিকসকলে।

ইয়াৰ অভিনয় শিল্পৰ ভেঁটি স্থাপন কৰি গৈছে ধুৰানাটৰ নাট্যকাৰ সূত্ৰধাৰ-শিল্পী চিনিৰাম দাস বায়নদেৱে আৰু ইয়াক আধুনিক অভিনয় শিল্পলৈ উত্তীৰণ কৰি গৈছে ওস্তাদ জলতি মোহন তামুলীদেৱে।

সৰ্থেবাৰীৰ সমাজ-জীৱনৰ সত্তাৰ লগত অতি সূক্ষ্মভাৱে বিজড়িত পাৰমাৰ্থিক উত্তৰণৰ আন এটি উৎস হৈছে ইয়াৰ ধৰ্ম— যাক কোৱা হয় 'পাচো খেলৰ ধৰ্ম'। সৰ্থেবাৰী পাঁচখেলৰ জনমানসৰ বিশ্বাসৰ অনুভূতিটোৱেই ইয়াৰ ধৰ্ম, ইয়াৰ প্ৰাণ, ইয়াৰ সমাজ পৰিচালনাৰ ধৰ্মনীতি। ই কোনো সাম্প্ৰদায়িক, পুঁথিগত অথবা কোনো ধৰ্ম প্ৰচাৰকৰ দ্বাৰা প্ৰচাৰিত ধৰ্মও নহয় ; ই আমাৰ জন-জীৱনৰ উমৈহতীয়া দৃঢ় বিশ্বাস, সততা, ন্যায় আৰু অহিংসাৰ আদৰ্শ ধৰ্ম।

আমাৰ এই 'পাচোখেলৰ ধৰ্মৰ' লগে লগে প্ৰবাহিত হৈ আছে আমাৰ সংস্কৃতিৰ জীৱন্ত স্ৰোতটিও। গীত-পদ, নাম-কীৰ্ত্তন, সকাম-নিকাম, বোৰন-ধোৰন, খাৱন-দাৱন, পিন্ধন-উৰণ আদিয়ে আমাৰ সংস্কৃতিক জীৱন্ত কৰি ৰাখিছে। আমাৰ সমাজ-জীৱনৰ বিভিন্ন বৈশিষ্ট্যসমূহে সৰ্থেবাৰী অঞ্চলক অন্যতম— এটি বিশিষ্ট অঞ্চললৈ ৰূপ দিয়াত নিয়ত অৰিহণা যোগাই আহিছে। আমাৰ 'পাচোখেলৰ ধৰ্ম' আমাৰ নিজস্ব নগৰ-অঞ্চলৰ পৰিসৰতেই আবদ্ধ। আমাৰ সভা-মহোৎসৱে ইয়াক চেৰাই ওচৰ-চুবুৰীয়া জিলা পৰ্যন্ত বিয়পাইছে। আমাৰ সাহিত্যিকৰ সাহিত্য কৰ্ময়ো আমাৰ অঞ্চলৰ পৰিসৰ বৃদ্ধিত সহায় কৰিছে। আমাৰ কাঁহ-শিল্পীসকলৰ শিল্প সত্তাই আমাৰ অঞ্চলৰ পৰিসৰ ৰাজ্য-ৰাষ্ট্ৰৰপৰা আন্তৰ্জাতিক ক্ষেত্ৰলৈয়ো বিস্তাৰিত কৰি নিয়া বুলি আমি ক'ব নোৱাৰোনে? যি যি কি নহওঁক এনেকৈয়ে একোটি অঞ্চল গঢ়লৈ উঠে আৰু সেই বসবাস কৰা মানুহৰ মনত আঞ্চলিক উদাৰ মানসিকতাৰ সৃষ্টি হয়। একোটি অঞ্চল প্ৰধানতঃ একোখন বিশিষ্ট গাওঁ বা নগৰক কেন্দ্ৰ কৰিয়েই গঢ় লয়। সৰ্থেবাৰী অঞ্চলটোও সৰ্থেবাৰী গাওঁ তথা নগৰক কেন্দ্ৰ কৰিয়েই গঢ় লৈছে।

সৰ্থেবাৰীৰ জন-জীৱনৰ সত্তাৰ ক্ৰমবিকাশত সৰ্থেবাৰী অঞ্চলটোৱে সেই অতীতৰ সাৰ্থবাহসৰৰ দিনৰেইপৰা আজিলৈ যুগে যুগে বিশিষ্ট অৱদান দি আহিছে। এই অৱদানবোৰো সৰ্থেবাৰীৰ ইতিহাসৰ সমল হ'ব পাৰিব। আমাৰ সাহিত্য-সাংস্কৃতিক জীৱনৰ বিকাশতো সৰ্থেবাৰীৰ অৱদান কোনেও নুই কৰিব নোৱাৰে। সেয়েই ই আমাৰ গৌৰৱৰ জন্মভূমি।

**প্ৰবন্ধটোৰ আনুসংগিক টোকা ঃ**

১। 'আমাৰ প্ৰতিনিধি, ১৯৬৯ ইং চনৰ নৱম সংখ্যাৰ অৰ্থশাস্ত্ৰীৰ চ'ৰা, সম্পাদক— ডঃ ভূপেন হাজৰিকা। 'সাৰ্থ' শব্দৰ আভিধানিক অৰ্থ—
   ১। সমূহ, সংগী, সাথী।
   ২। বণিকসমূহ।
   ৩। অৰ্থযুক্ত, ধনবান। সাৰ্থবাহ— দলবদ্ধ হৈ বেপাৰ-বণিজ কৰা লোক, বণিক, পথ প্ৰদৰ্শক। সাৰ্থবাহসকল দুঃসাহসী আৰু উচ্চাভিলাষী লোক।

২। 'স্মৃতিগ্ৰন্থ'— কোহিৰাম দাস শতবাৰ্ষিকী উৎসৱ, ১৯৮২ চন, প্ৰবন্ধকাৰ— শ্ৰীভূপেন্দ্ৰ নাথ চৌধুৰী, এম. .।

৩। 'এপাৰ গঙ্গা ওপাৰ আমুদৰিয়া'— সুভাষ সমাজদাৰ, কলিকতা, প্ৰথম প্ৰকাশ, ১৩৮৮ চন, পৃঃ ৬।

*মহাৰাজ ৰুদ্ৰসিংহৰ দিনত তিব্বত আৰু চীনদেশৰে সৈতেও এই (অসম) দেশৰ বেহা-বেপাৰ বৰ ডাঙৰ ভাৱেই চলিছিল। কাঁহ পিতল তাম প্ৰভৃতি ধাতুবিলাক চীন আৰু তিব্বতৰ পৰা আন বস্তুৰ সলনিত আমাৰ দেশলৈ অনা হৈছিল। ইয়াৰ পৰা কিন্তু এনে ভাবিব নালাগে যে আহোম ৰজাৰ দিনত অসমীয়া মানুহ কাঁহ, পিতল আনিবলৈ গৈ চীন আৰু তিব্বত দেশ পৰ্যন্ত পাই ছিলগৈ। তিব্বতৰ ৰাজধানী Lassa নগৰৰ পৰা আসামৰ ফালে দুমাহৰ বাটত চৌনা (Chouna) নামে এডোখৰ ঠাইত তিব্বতীবিলাকৰ এখন হাট আছিল ; আৰু চৌনাৰ পৰা প্ৰায় ৪ মাইলমান দূৰৈত আমাৰ দেশৰ ফাললৈ জীগনচুৰ (Geogunshur) নামে ঠাইত আহোম ৰজাৰ এখন হাট আছিল। এই হাট দুখন বছৰেকত একে সময়তে দুমাহলৈ মাথোন বহাৰ নিয়ম আছিল। জাৰকালি চৌনা হাটলৈ চীনা আৰু তিব্বত দেশৰ বেপাৰীবোৰে কাঁহ, পিতল, তাম, কৰ্কশ, লৱণ প্ৰভৃতি অনেক বেপাৰৰ বস্তু লৈ আহে, আৰু আমাৰ দেশৰ মুদৈ আৰু ৰজাৰ সঁজাতিবোৰেও চাউল, মুগা আৰু এৰী কাপোৰ, হাতীদাঁত, লো, লা, মজাতি, কস্তুৰি প্ৰভৃতি বস্তু লৈ জীগনচুৰ হাটত বহেগৈ। ইয়াৰ খবৰ পালেই চৌনা হাটৰপৰা চীনা আৰু তিব্বতী বেপাৰীবিলাক জীগনচুৰ হাটলৈ আহি, কাঁহ, পিতল আদি বস্তু দি আমাৰ মানুহৰ লগত বেচা-কিনা কৰেহি।*

হিতেশ্বৰ বৰবৰুৱা

# স্বাধীনতাৰ আগৰ সৰ্থেবাৰী গাঁও

*ধৰ্মেশ্বৰ ডেকা*

১৮৯৭ চনৰ আগলৈ সৰ্থেবাৰী গাৱঁকে ধৰি অঞ্চলটো বাম আছিল্ । সৰ্থেবাৰীৰ উত্তৰফালে বুঢ়াদিয়া, টিহু আৰু কালদিয়া নৈৰ মাজত এখন ডাঙৰ হাবি আছিল । ইয়াৰ নাম কাৱৈমাৰী হাবি । এই হাবিত নানা তৰহৰ বনৰীয়া জন্তু বাস কৰিছিল । এই হাবিত বনৰীয়া ম'হো পোৱা গৈছিল । কোনো কোনো মানুহে কাৱৈমাৰী হাবিত বনৰীয়া কাচৰ ম'হ ধৰিছিল । সৰ্থেবাৰীৰ পশ্চিমে হীৰা বড়িতোণ্ডাঠ হাবি আছিল । ল'ৰা কালত আমি সেই হাবিৰ অংশ বিশেষ দেখিবলৈ পাইছিলো । সৰ্থেবাৰীৰ ৰাইজে কাৱৈমাৰী হাবিৰ দক্ষিণে থকা বৌমাৰী বিলত পশু চিকাৰ কৰিছিল । চাৰিওফালে হাবি থকা কাৰণে ম'হ ৰখা সুবিধা আছিল । ধনী মানুহবোৰৰ কাচৰ ম'হৰ পাল থকা কাৰণে এঠা দৈ, ঘি মাখন আদি সহজলভ্য আছিল । ইয়াৰউপৰি এই ঠাইৰ ওচৰতে কাপলা, তাভা, বৌমাৰী, ন-বিলা, ছাগমাৰা আদি বিলবোৰ থকাৰ কাৰণে আল্লা, মালজানা, গোধা ডবা, বৰুৱাৰ কুড় আদি জান আৰু জলাহবোৰত নানা তৰহৰ মাছ পোৱা গৈছিল । একে পৰিবেশ, একে ধৰণৰ অৱস্থা আৰু অঙহী-বঙহী হোৱা কাৰণে তেতিয়াৰ মানুহখিনিৰ মাজৰ সম্প্ৰীতি আৰু সহযোগৰ এনাজৰী চিঙিব নোৱাৰা ধৰণৰ আছিল।

তেতিয়া মানুহৰ জীৱনধাৰা আছিল স্বাভাৱিক, জীৱন ধাৰণৰ মান নিম্নখাপৰ, অভাৱ অনটন লেশমাত্ৰ নাছিল । স্বতঃস্ফূৰ্ত্ত আনন্দ আৰু সবল সতেজ উৎসাহ উদ্দীপনাই তেওঁলোকৰ শৰীৰ আৰু মন প্ৰাণৱন্ত কৰি ৰাখিছিল । পিন্ধাউৰা, খোৱাবোৱা, ঘৰদুৱাৰ সজাৰ বাবে দৰ্কাৰী সামগ্ৰী প্ৰকৃতিৰ বুকুত সহজলভ্য আছিল ; [illegible] কম আয়াসতে মানুহে জীৱনৰ নিম্নতম চাহিদাখিনি পূৰণ কৰি ল'ব পাৰিছিল ।

সেই সময়ত গাওঁখনত চিকিৎসাৰ একো ব্যৱস্থা নাছিল । গাঁৱত কেইজনমান জৰাফুকা কৰা বেজ আছিল । কিছুমান বঙালী কবিৰাজ আহি সময়ে সময়ে চন্দ্ৰ সিন্দুৰ, মকৰধ্বজ আৰু গজসিংহ বড়ি বিক্ৰী কৰিছিল ।

সৰ্থেবাৰী গাঁৱৰ মানুহ তেতিয়া প্ৰায়ে প্ৰৱসুৱা । কাম কৰিব পৰা মানুহ ঘৰত নাথাকে । খেতি কৰা মানুহৰ সংখ্যা নগণ্য । খেতি-বাতি কৰা আৰু ম'হৰ কাৰবাৰ কৰা মানুহ খিনিত বাহিৰে বাকী কাহঁৰ ব্যৱসায় কৰা মানুহখিনি প্ৰৱাসত আছিল । প্ৰৱাসলৈ যোৱাৰ আগে মতা মানুহবোৰে ধান, কলাই মাহ, নোণ, কেৰাচিন, সূতা আৰু খৰি যোগাৰ কৰি ঘৰত দি যায় । ঘৰ-বাৰীতো নল-খাগৰি পোৱা গৈছিল ।

সেই সময়ত বাঁহ-বেতৰ কাম কৰাটো গাঁৱলীয়া মানুহৰ নিত্য-নৈমিত্তিক কাম আছিল । কঁহাৰ বিলাকে বাৰিষা গৰম কালি কাঁহৰ কাম নকৰিছিল । তেওঁলোকৰ বাঁহৰ বাৰীও নাছিল । সেইদেখি বাৰিষা পানী হ'লে টিহু, বজালী, ধৰ্মপুৰ আদি মৌজাৰ নদী কাষৰীয়া ঠাইলৈ বাঁহ কাটিবলৈ যায় আৰু মাৰ সাজি টিহু, কালদিয়া, বুঢ়াদিয়া আদি নদীৰে বাঁহৰ মাৰবোৰ উটাই লৈ আহে । গৰমকালি ৰ'দ আৰু বৰষুণীয়া বতৰত নিজৰ ঘৰতে বা নামঘৰত লগ হৈ বাঁহ-বেতৰ কাম কৰে । ঘৰৰ লাগতিয়াল ঢাৰি, পাচি, চালো, কুলা-চালনি, জাকৈ-জুলুকি, খৰাহি-কুকি আদি সাজি লোৱাৰ উপৰিও জপা, চুটকেচ, বাঁহ-বেতৰ মুঢ়া আদি নানা প্ৰকাৰৰ ঘৰুৱা সা-সঁজুলি তৈয়াৰ কৰি লয় । এনেদৰে লগ হৈ এইবোৰ কাম কৰোঁতে জনা মানুহ কিছুমানে সাধুকথা কয় আৰু পুথি পাঠ কৰে । ইয়াৰ ফলত লিখা-পঢ়া নজনা মানুহখিনিয়ে বহু জ্ঞান আহৰণ কৰিব পাৰিছিল । তদুপৰি সৰু ল'ৰাবোৰেও হাতৰ কাম শিকা আৰু ৰামায়ণ মহাভাৰতৰ কাহিনী জনা সম্ভৱ হৈ উঠিছিল । সাধাৰণতে লিখা-পঢ়া নজনা কঁহাৰসকলে এনেদৰে সামাজিক আৰু নৈতিক শিক্ষা লাভ কৰিছিল । তাৰ ফলত কঁহাৰৰ সামাজিক আৰু নৈতিক মান উন্নত শ্ৰেণীৰ হৈ উঠিছিল ।

সেই সময়ত সৰ্থেবাৰী গাঁৱৰ মানুহৰ ভাত আছিল নিয়াৰিৰ মূৰত । অৰ্থাৎ প্ৰায় আটাইবিলাক মানুহেই কাঁহৰ কাম কৰিছিল । ল'ৰাবোৰেও দেখি-শুনি কাঁহৰ কামকে শিকিছিল । বেছিভাগ কঁহাৰে কামৰূপ, দৰং, গোৱালপাৰা আৰু উজনিৰ নগৰ আৰু গাওঁবোৰত শালপাতি কাঁহৰ বাচন তৈয়াৰ কৰিছিল । কঁহাৰ শিল্পীসকলে ভঙা কাঁহ আৰু গঢ়া বাচন নিৰাপদে ৰাখিবলৈ একোটা মটীয়া গাঁত খান্দি লৈছিল আৰু তাৰ ওপৰত বাঁহৰ জেলাঙৰ চাং সাজি তাৰ ওপৰত শুইছিল ।

কেবাবছৰ আগৰে পৰা সৰ্থেবাৰীত মাঘী পূৰ্ণিমাত এটা পাঁচদিনীয়া সভা মহোৎসৱ হয় । সেই দূৰ অতীতত সৰ্থেবাৰীৰ প্ৰায় আটাইবোৰ মতা মানুহ প্ৰৱসুৱা আছিল । সভা উপলক্ষে মাঘী পূৰ্ণিমাৰ





সময়ত সকলো মানুহ ঘৰলৈ অহা বাধ্যতামূলক আছিল ।

ইয়াত ডাকঘৰ আৰু চৰকাৰী মজলীয়া স্কুল আছিল । ইয়াৰ ওচৰৰ পানীগাঁৱৰ টুপত চৰকাৰী জিৰণি ঘৰ আৰু তহচিলদাৰৰ কাৰ্য্যালয়ো থকা বুলি জনা যায় । ১৮৯৪ চনত কামৰূপৰ উত্তৰ পাৰ আৰু পাতিদৰঙৰ ৰাইজৰ মাজত এটি গণ আন্দোলন হৈছিল । এই আন্দোলন 'ৰাইজমেল' নামে জনাজাত । ক্ষেত্ৰী, ধৰ্মপুৰ, বাউসী আদি অঞ্চলৰ ৰাইজৰ সহযোগত সৰুক্ষেত্ৰীৰ ৰাইজে পানাগাঁৱৰ টুপত ৰাইজমেল পাতি চৰকাৰৰ বিৰুদ্ধে মাৰ বান্ধিছিল । ক্ষেত্ৰী অঞ্চল্ পুলিচ মিলিটেৰীৰে ভৰি পৰিছিল । পুলিচৰ শাস্তিৰ ভয়ত বেছিভাগ মতা মানুহ পলাই গৈ হাবিৰ মাজত আশ্ৰয় লৈছিল । কিছুমানক ধৰি নাঙলত জুৰি হালবোৱা হৈছিল । আন কিছুমানৰ ফাটেক হৈছিল । সৰ্থেবাৰীত থকা চৰকাৰী মজলীয়া স্কুল উঠাই নিলে ডাকঘৰ উঠি গ'ল ।

ৰাইজমেলৰ পাছত সৰ্থেবাৰীৰ ৰাইজ মাথোন দুবছৰমানহে শান্তিৰে বাস কৰিবৰ সুযোগ পাইছিল । কিয়নো ১৮৯৭ চনৰ জুন মাহত এটা ডাঙৰ ভুইকঁপ আবেলি পৰত হৈছিল । পৃথিৱীৰ ওপৰ ভাগত ডাঙৰ ডাঙৰ ফাট মেলিছিল । সেই ফাটবোৰেৰে ভূ-গৰ্ভৰ পৰা বালি, পানী ওলাই আহি পানীৰে অঞ্চলটো বুৰাই পেলাইছিল । এই ভূমিকম্পত ঠাইখন বহি গ'ল । সৰ্থেবাৰীৰ দক্ষিণে বৈ থকা আলপা নৈ খন বাম হৈ মৰি গ'ল । বৰ ভুইকঁপত সৰ্থেবাৰী প্ৰকৃতিৰ কোপ দৃষ্টিত পৰিল । এই ভুইকঁপত সৰ্থেবাৰী দ হ'ল আৰু জলাতন হৈ পৰিল । ফলত অধিবাসীসকলে বাৰিষা এনেকুৱা ডাঙৰ ডাঙৰ বানপানীৰ গৰাহত পৰিবলগীয়া হ'ল, যে গৰু-বাচুৰ ৰখা, খেতি-বাতি কৰা দূৰৰ কথা মূধৰে বাট কাটিও বানপানীৰপৰা প্ৰাণ ৰক্ষা কৰা টান হৈ পৰিল । ইয়াৰ লগে লগে ভুতৰ ওপৰত দানহ পৰাৰ দৰে আহি ওলাল প্ৰলয়ংকৰী মহামাৰী । ভুইকঁপ, কলাজ্বৰ আৰু হাইজা মহামাৰীৰ ফলত সৰ্থেবাৰীৰ চেহেৰা বদলি গ'ল । এইবোৰ কাৰণত সৰুক্ষেত্ৰীৰ আন গাঁৱৰ মানুহ বিভিন্ন ঠাইলৈ উঠি গ'ল, সৰ্থেবাৰীৰ মানুহ কিন্তু নলৰিল । কাৰণ সৰ্থেবাৰীৰ মানুহৰ প্ৰধান ব্যৱসায় কাঁহশিল্প, সেয়ে তেওঁলোক প্ৰৱাসত থাকিবলগীয়া হয় । খেতি-বাতি নথকাৰ কাৰণে তেওঁলোকৰ বেছি মাটিৰো প্ৰয়োজন নাছিল । পৰিয়াল থাকিবৰ কাৰণে ওখকৈ ভেটি বান্ধি প্ৰায়ে টিনৰ ঘৰ বান্ধি লৈছিল । আন আৱশ্যকীয় পণ্যদ্ৰব্য কিনিবৰ কাৰণে টকা কড়িয়ো পাইছিল । তদুপৰি সৰ্থেবাৰী-সভাৰ প্ৰতি ডাঙৰ আকৰ্ষণ আছিল ।

সেই কালত যি বানপানী হৈছিল —সি গঞা ৰাইজলৈ আনন্দ, সুখ আৰু সমৃদ্ধি কঢ়িয়াই আনিছিল । বানপানী আহিলেই গাঁৱে গাঁৱে নাওঁখেল পাতে । নাওঁখেলৰ গীত, ৰঠা মৰা তাল, পাঠকৰ নামৰ মূৰ্চ্ছনা, পানীবোৰৰ লয়লাস আৰু মুক্ত জীৱনৰ ঝুমুৰী কেনে যে উপভোগ্য আছিল ! বিভিন্ন ধৰণৰ ঝুমুৰী গীত আৰু নাওঁখেলৰ গীত শুনি মানুহৰ গাত নাচোন উঠি যায়

'কলীয়া মেকুৰী, নাওঁ যায় চেকুৰি, বঠা যায় ফেকুৰি
আমি যাওঁ ঝুমুৰী মাৰিহে ।'

* * * * * * *

'বকুল ফুলৰ শাৰী কোৱা গেৰি মাৰি
আমিও লগতে যাওঁ হে ।'

* * * * * * *

'অ' হৰিয়ে হে হৰি ৰাম ৰাম হে
অজামিল নামে হৰি ৰাম ৰাম হে
আছিল ব্ৰাহ্মণ হৰি ৰাম হে'

* * * * * * *

'এ হেজ্জুৰ বা হেই ও হা
কেকতিৰ বৰণে
নৈলো চৰণৰে ধুলিহে
ঘাটে নাওঁ চপাই দিয়া ও বনমালী হে'

* * * * * * *

'অ' মোৰ ভায়া, হুইচো ভায়া
কি চাই আছিলা ভায়া কি এহে'

ইয়াৰ লগতে বানপানীয়ে আনিছিল পুঠি খলিহা, বৌ-বৰালী, নাৰ পাভ আদি নানা ৰঙ আৰু আকৃতিৰ মাছৰ জাক । সেইবোৰে পানীৰ তলে তলে জাক পাতি খেলি ফুৰে আৰু ডেকা-গাভৰু, ল'ৰা-ছোৱালীয়ে জাকৈ-জুলুকী, কচ-প'ল আদি সঁজুলিৰে সিহঁতৰ মাজত ত্ৰাস সঞ্চাৰ কৰি সেইবোৰ ধৰে । প'লো, জাল, বৰশী, ডিঙাৰত ধৰা পৰি অত্ৰাহি হৈ সিহঁতে জঁপিয়াবলৈ ধৰিলে মাছুৰৈৰ মাজত হাঁহি তামচাৰ ৰোল উঠে । তদুপৰি ডাঙৰ বিলাকে নাৱেৰে পথাৰু বা বিললৈ গৈজোন মাৰি, আনাৰ ঢাকি, চালি মাৰি, খাৰুৱা হানি বা তল চাই নানা প্ৰকাৰে কাছ, বৰালী, বাহু, চিতল আদি মাছেৰে নাওঁৰ কুন্ধ ভৰাই আনিলে বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালীৰ মাজত কেনে ৰঙৰ উদ্ভুৰ হয় - —তাক কৈ শেষ কৰিব নোৱাৰি ।

এয়াতো এয়াই । তাৰ উপৰি আৰু পহু চিকাৰ । বানপানীত পথাৰ বগা পৰে । ৰিব্ ৰিব্ বতাহত পানীৰ ওপৰৰ লহৰ আৰু দল বন বা কঁহুৱা পাতৰ চিলমিলিয়া কঁপনিৰ যেন প্ৰতিযোগিতা চলে । তাৰে মাজেৰে হেঞুল হাইতালেৰে চিতা ডাঙৰ ডাঙৰ নাওঁৰে ঝুমুৰী মাৰি জঁপিয়াই জঁপিয়াই ডেকা বিলাকে যায় পহু চিকাৰলৈ । জাতি-

জোং, খাপৰ-বল্লম নাওঁৰ বুকুত হিংসাৰ সঁজুলি । জাত-জাত ঝুমুৰিৰ সুললিত গীতৰ অহিংস লয়লাস । বিচিত্ৰ সংসাৰৰ এয়াই মায়া প্ৰপঞ্চ । ডেকাৰ মাজত মৃগয়া বিলাসৰ উত্তেজনা । ঘৰত জীয়ৰী-বোৱাৰী, ল'ৰা-ছোৱালীৰ আদা-পচলা, মা-মছলা যোগাৰৰ ব্যস্ততা । শিশুৰ ভজা পছুৰ মাংস মোনাত লৈ ধেমালি কৰি ফুৰা লোলুপ আশা । আমি চকুৰে নেদেখা তাভোঁকৈ মধুৰ আৰু সুখময় জীৱনৰ কথা বুঢ়া-বুঢ়ীৰ মুখত শুনিছিলোঁ । কিন্তু আমাৰ শিশুকালত সেই সুখ আৰু আনন্দৰ জীৱনৰ ক্ষীণ হৈ অহা অৱশিষ্ট খিনিৰ যি অলপ-অচৰপ চকুৰে দেখিছিলোঁ নাইবা নিজে উপভোগ কৰিবৰ সুযোগ পাইছিলো সেই কথাবোৰ ৰিণিকি ৰিণিকি মনত পৰিলে এতিয়াও সেই নীচলা দিন বোৰলৈহে উলটি যাবৰ মন যায় ।

১৯১৭ চনত পুনৰ সৰ্থেবাৰীত মজলীয়া স্কুল স্থাপিত হ'ল । মৌজা ছাত্ৰ সন্মিলনৰ উদ্যোগত ডাকঘৰ খোলা হ'ল । তাৰ লগে লগে সৰ্থেবাৰীত মাইনৰ শ্ৰেণীও খোলা হ'ল । ক্ৰমান্বয়ে মানুহৰ বিদ্যোৎসাহ আৰু শিক্ষানুৰাগ এনেদৰে বাঢ়ি আহিল যে ১৯৪০ চনত সৰ্থেবাৰী হাইস্কুল প্ৰতিষ্ঠা হ'ল ।

১৯৩২ চন । মই মজলীয়া ইংৰাজী বিদ্যালয়ৰ শেষ পৰীক্ষা দিছিলোঁ । তেতিয়া মজলীয়া বিদ্যালয়ৰ শেষান্ত পৰীক্ষা মহকুমাৰ সদৰ, বৰপেটাত গৈ দিব লাগিছিল । আমি বৰপেটালৈ যাবলৈ ওলালোঁ । এখন গৰুৰ গাড়ীত খৰি, চাউল, কিতাপ, কাপোৰ-কানিৰ টোপোলা বোজাই দি আমি ছাত্ৰবিলাকে খোজ কাঢ়ি গৈছিলোঁ । ওঠৰ মাইল বাট খোজ কাঢ়ি গৈছিলোঁ । বৰপেটা নগৰ দেখা পাম । মহকুমাৰ সদৰত গৈ পৰীক্ষা দিম ! নানা ৰং ৰহস্যৰ আলাপ কৰি বাট কুৰি বাইছিলোঁ ।

আকৌ ১৯৩৪ চন । চামতা হাইস্কুলত পঢ়ি আছোঁ । বাৰিষা কাল । গ্ৰীষ্ম বন্ধৰ ভিতৰত ককাই এদিন নাৱেৰে মোক ঘৰলৈ লৈ গ'ল । আবেলি কথা বতৰা শেষ কৰি আমি নাওঁ মেলি দিলোঁ । বানপানীৰে পথাৰপেচি আছিল । মনৰ আনন্দেৰে বাৰিষাৰ প্ৰাকৃতিক দৃশ্য উপভোগ কৰি উলটিছিলো । কেউফালে ধুপল বগা । মৃদু বতাহত গা-মন জুৰ পৰি যায় । পানীৰ ওপৰত ৰিব্ ৰিব্ লহৰ । ঠায়ে ঠায়ে দল ঘাঁহবোৰ আনন্দত নাচি আছে । ঠাই বিশেষে বনৰীয়া চৰায়ে তাৰ মাজত বাঁহ সাজি কণী পাৰিছে । আমাৰ নাওঁ গৈ বাঁহৰ ওচৰ পালে উমনি লৈ থকা চৰাইবোৰ উৰা মাৰি গুচি যায় । আমাৰ নাওঁ আগবাঢ় গৈ থাকে । আমি আহি মনেৰী বিলৰ কাষেৰে আগবাঢ়ি আন্ধাৰে আহি ঘৰ পাওঁ।

আলি পদূলি বান্ধি যাতায়াতৰ সুবিধা কৰিবৰ নিমিত্তে ডেকাসকলৰ মাজত মাজে সময়ে প্ৰচেষ্টা চলিছিল । মোৰ শৈশৱ কালত এবাৰ দেখিছিলোঁ গাঁওৰ মানুহে গিৰি মূৰি ভগাই লৈ ৰাস্তাৰ কাষতে গৰখাৰৈ দি কোদালেৰে মাটি কাটি আলি বন্ধা যো-জা কৰিছিল । ডেকাসকলে লগ লাগি 'যুৱক সংঘ' নাম দি এটা অনুষ্ঠান খুলিছিল । আৰু এই অনুষ্ঠানে আলি বান্ধিবৰ কাৰণে ৰাস্তাটো ভাগ কৰি দিছিল । বৰকৈ খাটি মেলি খৰালি কালত যদিও আলি বান্ধি উলিয়ালে বাৰিষা পানী আহি আটাইবোৰ উটুৱাই লৈ গ'ল । কিয়নো সৰ্থেবাৰীৰ মাটি তেনেই বালিময় । তাৰ পাছত সৰ্থেবাৰীত আলি বন্ধা প্ৰচেষ্টা বন্ধ হৈ গৈছিল ।

১৯৪৪ -৪৫ চনত মই সমবায় কঁহাৰ সংঘৰ সম্পাদক আছিলোঁ ! সেই বছৰ সংঘৰ প্ৰায় ৪৭০০০ টকা লাভ হৈছিল । তেতিয়া সংঘ কৰি কঁহাৰসকল গাঁওতে থকাত বহাগৰ পৰা আঘোণলৈ বোকা পানীৰে অহা-যোৱা কৰাত মানুহে বৰ তিক্ততা অনুভৱ কৰি আছিল । এইবেলি গাঁওৰ আলি পদূলিৰ উন্নতিৰ কাৰণে সংঘৰ লাভৰ পৰা ৫০০০ টকা আচুতীয়াকৈ দিবৰ কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰিলে । ১৯৪৫ চনত আলি বান্ধিবৰ কাৰণে ৰাইজৰ মিটিঙত 'সৰ্থেবাৰী ৰোড বোৰ্ড' নাম দি এখন পৰিষদ গঠন কৰা হ'ল । প্ৰত্যেক চুপাৰ একোজন সভ্য দি অনুষ্ঠানটো গঠন কৰা হ'ল । এই অনুষ্ঠানৰ সভাপতিৰূপে মহেন্দ্ৰ বৰ্মাক আৰু সম্পাদকৰূপে মোক বাচনি কৰে । মুকুন্দৰাম পাঠক আৰু হৰিচৰণ তালুকদাৰ অন্যতম সদস্য আছিল ।

সৰ্থেবাৰী গাওঁৰ প্ৰতিঘৰ মানুহৰ আৰ্থিক অৱস্থা বিবেচনা কৰি বৰঙণি নিৰ্ণয় কৰা হ'ল । সৰ্থেবাৰীত মাটিৰ বৰ সমস্যা । কম কম মাটিত কেৰাটাও পৰিয়াল থাকে । ৱাৰী মাটি নাই বুলিলেও হয় । দুই এঘৰ মানুহৰহে তেনেকুৱা মাটি আছে । গতিকে আলি বান্ধিবৰ কাৰণে মাটি সংগ্ৰহ কৰাটো এটা ডাঙৰ সমস্যা ৰূপে দেখা দিলে । অৱশেষত ডাক্তৰখানাৰ ওচৰত থকা ৰাইজৰ মাটি আৰু পুৰণি সভাৰ খোলাৰ মাটি কটা ঠিক কৰা হ'ল । তদুপৰি ৰুদ্ৰপাল ডেকা আৰু হৰনাথ পাটোৱাৰীৰ বৃহৎ পৰিমাণৰ মাটি বন্দোবস্ত কৰাৰ উপৰিও সৰু-সুৰা খালৰ মাটি কিনি লোৱাৰো দিহা কৰি ১৯৪৬ চনৰ জানুৱাৰী মাহত আলি বন্ধা কাম আৰম্ভ কৰা হ'ল ।

শেষত বাৰিষা নাওঁ নহ'লে ইঘৰ সিঘৰ কৰিব নোৱৰা গাঁওখনত তিনিবছৰৰ মূৰত বাৰিষা-খৰালি আলিয়েদি অহা-যোৱা কৰিব পৰা হ'ল । সৰ্থেবাৰীৰ ৰাইজে শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীৰ (পিছত অসমৰ মুখ্য মন্ত্ৰী) সভাপতিত্বত বহা এখন ৰাজহুৱা সভাত মোৰ এই কামৰ শলাগনি স্বৰূপে এটি সোণৰ আঙুঠি পুৰস্কাৰ দিছিল । সৰ্থেবাৰী পূব ষ্টোৰ আৰু সৰ্থেবাৰী পশ্চিম ষ্টোৰেও নিজ নিজ এলেকাত কিছু আলিৰ কাম কৰিছিল । কিন্তু ১৯৫০ চনৰ ভূমিকম্পৰ পাছত হোৱা বানপানীত এই আলিবোৰৰ যথেষ্ট ক্ষতি সাধন হয় । ●





# সৰুক্ষেত্ৰীৰ শিক্ষাবিস্তাৰৰ চমু বিৱৰণ

*কিৰণ চন্দ্ৰ মেধি*

বৃটিছ ৰাজত্বৰ আগে আগে সৰুক্ষেত্ৰী অঞ্চলত সংস্কৃত সাহিত্যৰ পঠন-পাঠন হৈছিল। দামোদৰদেৱৰ প্ৰপন্ন শিষ্য ভট্টদেৱে ব্যাসকুছি সত্ৰত চতুষ্পাঠী খুলি ছাত্ৰসকলক সংস্কৃত ভাষাৰ জৰিয়তে শিক্ষা দান কৰিছিল। সৰ্থেবাৰী উপকণ্ঠৰ পল্লাসত্ৰৰ হৰদত্ত বিদ্যা বাগীশৰ টোলত আমাৰ অঞ্চলৰ বাহিৰে অন্যান্য ঠাইৰ বিভিন্ন ছাত্ৰ আহি সংস্কৃত ভাষাৰ জৰিয়তে শিক্ষা লাভ কৰিছিল। মহামহোপাধ্যায় পণ্ডিত ধীৰেশ্বৰাচাৰ্যৰ জ্ঞানৰ উন্মেষ ঘটিছিল পল্লা সত্ৰতে। সেইদৰে সৰুক্ষেত্ৰীৰ প্ৰাণ কেন্দ্ৰ সৰ্থেবাৰীৰ আশে-পাশে থকা গোমূৰা, কাৱাকুছি, পাকাসত্ৰ, লচিমা, বনিয়াকুছি, হালধিবাৰী, কাপলা, ৰাউলী আদি সত্ৰসমূহত সংস্কৃত শিক্ষাৰ টোল আছিল আৰু সেই টোলসমূহত সংস্কৃত শিক্ষাৰ পঠন-পাঠন হৈছিল। চতুষ্পাঠীসমূহৰ প্ৰভাৱতে যোগেশ্বৰ গোস্বামী, হৰিদেৱ গোস্বামী, লোকনাথ শৰ্মা প্ৰমুখ্যে বহুতো বিদগ্ধ পণ্ডিতৰ জন্ম হৈছিল এই সৰুক্ষেত্ৰীত। দুৰ্ভাগ্যৰ কথা যে আজি সৰুক্ষেত্ৰীৰ এখনো টোলো জীৱিত অৱস্থাত নাই। আজিও দুই চাৰিজন সংস্কৃতজ্ঞ পণ্ডিত জীৱিত আছে।

বৃটিছৰাজ অসমলৈ অহাৰ লগে লগে সংস্কৃত টোলসমূহৰ স্থান অধিকাৰ কৰিলে বঙালী আৰু ইংৰাজী মাধ্যমৰ স্কুলবোৰে। ১৮৬৮ খ্ৰীষ্টাব্দত সৰ্থেবাৰীত বঙলা মাধ্যমৰ চৰকাৰী ছাত্ৰবৃত্তি স্কুল এখন স্থাপিত হৈছিল। ১৮৯৪ চনত ক্ষেত্ৰীৰ ৰাইজে মাটিৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদত বৃটিচ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। এই বিদ্ৰোহ ইতিহাসৰ পাতত ৰাইজমেল নামে খ্যাত। এই বিদ্ৰোহৰ ফলত চৰকাৰে আৰক্ষী চকী, বঙলা আৰু লগতে সৰ্থেবাৰীৰ চৰকাৰী ছাত্ৰবৃত্তি স্কুলখন উঠাই নিয়ে। চৰকাৰে চিপাহী চন্তৰী মেলি দি প্ৰজাৰ ওপৰতো অমানুষিক অত্যাচাৰ চলায়। এই নিৰ্যাতন শেষ নৌহওঁতেই ভূতৰ ওপৰত দানহ পৰাদি ১৮৯৭ চনত প্ৰবল ভূমিকম্প হয়। ভূমিকম্পৰ ফলত বানপানী, কলাজ্বৰ, কলেৰা আদিয়ে গাওঁবোৰ জনশূন্য আৰু অৰণ্যত পৰিণত কৰিলে। সৰ্থেবাৰীকেন্দ্ৰী বিৰাট অঞ্চল তললৈ বহি গৈ দ ঠাইত পৰিণত হ'ল। অনুষ্ঠান-প্ৰতিষ্ঠানবোৰ প্ৰায় নিশ্চিহ্ন হৈ গ'ল। যি খনচেৰেক গাওঁ আৰু পৰিয়াল বৰ্ত্তি থাকিল, সেইবোৰ বাহিৰৰ লগত বিচ্ছিন্ন হৈ পৰিল যাতায়তৰ অসুবিধাৰ বাবে। ১৯০৪ চনত সৰ্থেবাৰী, ব্যাসকুছি, নামশালা আৰু কাৱাকুছিত মুঠ চাৰিখন মাত্ৰ প্ৰাইমাৰী স্কুল আছিল। ১৯১৪ চনত সৰ্থেবাৰীত এখন নতুনকৈ অসমীয়া মাধ্যমৰ ছাত্ৰবৃত্তি স্কুল স্থাপন হয়। বুঢ়া পণ্ডিতৰূপে খ্যাত, অসম গৌৰৱ হলীৰাম ডেকাৰ পিতৃ জয়ৰাম ডেকাই ইয়াত শিক্ষা দান কৰিছিল। ১৯১৮-১৯১৯ চনত কোহিৰাম দাস ডাঙৰীয়াই কাৱাকুছি গাওঁত এখন এম, ই স্কুল স্থাপন কৰিছিল, কিন্তু ৰাইজৰ উদ্যোগৰ অভাৱত স্কুলখন বেছিদিন নিটিকিল। ১৯১৪ চনত বিদ্যোৎসাহী ৰাইজৰ প্ৰচেষ্টাত পুনৰ এম,ভি স্কুল স্থাপন কৰা হৈছিল। ১৯২৬ চনত এই এম, ভি স্কুলৰ লগত এম, ই শাখাটোও সংযোগ কৰে। ১৯৩২ চনত আমৃখোৱাত এখন এম, ই স্কুল স্থাপিত হৈছিল। ১৯৩৬ চনত সৰুক্ষেত্ৰীবাসী ৰাইজে বনিয়াকুছিত সৰুক্ষেত্ৰী হাইস্কুল স্থাপন কৰে। ১৯৪০ চনত সৰ্থেবৰীয়া ৰাইজে সৰুক্ষেত্ৰী মৌজাৰ দ্বিতীয়খন হাইস্কুল সৰ্থেবাৰী হাইস্কুল স্থাপন কৰে। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আছিল প্ৰবীণ শিক্ষাবিদ, সাহিত্যিক ৰঘুনাথ দেৱ চৌধুৰী। শ্ৰীভোলানাথ দাস, প্যাৰী চৌধুৰী, লক্ষ্মীনাথ গোস্বামী, চন্দ্ৰমোহন শৰ্মা, অনাথবন্ধু শৰ্মা, ধৰ্মেশ্বৰ ডেকা, কেশৱ শৰ্মা, গুণেশ্বৰ ৰয়, শ্ৰীপৰ্শুৰাম প্ৰাটোৱাৰী, শ্ৰীসতীশচন্দ্ৰ শৰ্মা, শ্ৰীউদয় চন্দ্ৰ ডেকা, লোহিত চন্দ্ৰ ডেকা প্ৰমুখ্যে প্ৰবীণ শিক্ষাবিদ তথা কৃতী শিক্ষকসকলে সৰ্থেবাৰী হাইস্কুলত শিক্ষাদান কৰিছিল অতি নিষ্ঠা সহকাৰে। ১৯৫০ চনত আমৃখোৱাৰ ৰাইজে আমৃখোৱা হাইস্কুল স্থাপন কৰে। ১৯৪২ চনত স্ত্ৰী শিক্ষাৰ বাবে সৰ্থেবাৰীত ছোৱালী প্ৰাথমিক বিদ্যালয় এখন স্থাপন কৰা হয়। পিছলৈ ইয়াক বালিকা এম, ভি, স্কুললৈ উন্নীত কৰা হয়। ইয়াৰ প্ৰথম প্ৰধান শিক্ষক আছিল কন্দৰ্প ডেকা। ইয়াৰ পাছত ১৯৬২ চনত সৰ্থেবাৰী ছোৱালী হাইস্কুল স্থাপন কৰা হয়। প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আছিল মাধৱ চন্দ্ৰ গোস্বামী। ইয়াৰ পাছত ১৯৬৪ চনত গহিয়া হাইস্কুল, ১৯৬৭ চনত ব্যাসকুছি হাইস্কুল, ১৯৭৬ চনত বি, আৰ, মিলন হাইস্কুল আৰু নৱজ্যোতি হাইস্কুল, ১৯৭৮ চনত মধ্য সৰুক্ষেত্ৰী ছোৱালী হাইস্কুল, ১৯৭৯ চনত চটলা হাইস্কুল, ১৯৮২ চনত বৰঘোপা হাইস্কুল, ১৯৮৫ চনত আমৃখোৱাত এখন ছোৱালী হাইস্কুল স্থাপন কৰা হয়। গোমূৰা আৰু চিনাদীত এম, ই স্কুল স্থাপিত হৈছে। নসত্ৰত এক উচ্চ বিদ্যালয় আৰু ১৯৯১ চনত এখন মহাবিদ্যালয় স্থাপন হয়। অঞ্চলটোত সঙ্গীত চৰ্চাৰ পৰিৱেশ সৃষ্টি কৰাৰ বাবে সৰ্থেবাৰীত এখন সঙ্গীত মহাবিদ্যালয়

স্থাপন কৰা হৈছে। সৰ্থেবাৰীত বৰ্তমান আঠখন প্ৰাথমিক বিদ্যালয় আছে। দুখন প্ৰাথমিক বিদ্যালয় এম, ভি, স্কুল দুখনৰ লগ হৈ আছে। অধ্যয়নৰ সুবিধাৰ অৰ্থে প্ৰায়বোৰ গাঁওতে পুথিভঁৰাল আছে। সৰ্থেবাৰী ৰাজহুৱা পুথিভঁৰালটো ১৯৩১ চনতে স্থাপিত হৈছিল। উপযুক্ত তদাৰকৰ অভাৱত আজি ই মৃতপ্ৰায়। পুথিভঁৰালটোৰ বহুতো মূল্যৱান কিতাপ নোহোৱা হৈছে উপযুক্ত ৰক্ষণাবেক্ষণৰ অভাৱত।

যাতায়ত আৰু আৰ্থিক দিশত পিছপৰা সৰুক্ষেত্ৰী আৰু পাকাৰ ৰাইজে মহাবিদ্যালয় এখনৰ অভাৱ বৰকৈ অনুভৱ কৰিছিল। আমৃখোৱা গাওঁৰ শ্ৰীডালিম পাঠকে কলেজ খোলাৰ বাবে আগবাঢ়ি আহি ১৯৬৪ চনত এখন ৰাজহুৱা সভা আহ্বান কৰে। এই সভাত কলেজ স্থাপন কৰাৰ বাবে এখন পৰিচালনা সমিতি গঠন কৰে আৰু আমাৰ ওপৰত সম্পাদকৰ গুৰুদায়িত্ব ভাৰ অৰ্পণ কৰে। আমি সৰুক্ষেত্ৰী আৰু পাকা মৌজাৰ বিভিন্ন গাওঁত সভা-সমিতি আহ্বান কৰি চাদা, বৰঙণি আদি আদায় কৰি কামত আগবাঢ়ি যাওঁ। শেষত বিভিন্ন সমস্যা অতিক্ৰম কৰি ১৯৭০ চনত সৰুক্ষেত্ৰী-পাকাৰ ৰাইজে বাপুজী কলেজ স্থাপন কৰে। বৰ্তমান বাপুজী কলেজৰ পৰা বি. এ. পাছ কৰা ল'ৰা-ছোৱালী সৰুক্ষেত্ৰী আৰু পাকাৰ ঘৰে ঘৰে। বাপুনাথ দাস, ৰাজেন্দ্ৰ নাথ ডেকাও কলেজৰ সম্পাদক আছিল। প্ৰতিষ্ঠাপক অধ্যক্ষ শ্ৰীভৱানন্দ ডেকাই কলেজখন নানা দিশত আগবঢ়াই নিছিল।

বাপুজী কলেজত কেৱল কলা বিভাগহে খোলা হৈছে। বিজ্ঞান আৰু বাণিজ্য বিভাগৰ শিক্ষাৰ্থে ছাত্ৰ-ছাত্ৰী বাহিৰলৈ যাব লাগে। আমি সৰ্থেবাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব লৈয়ে উচ্চতৰ মাধ্যমিকলৈ উন্নীতকৰাৰ যত্ন কৰোঁ। নেৰানেপেৰা যত্নৰ ফলত ১৯৮৫ চনত আমি কৃতকাৰ্য হওঁ। আমি আশাকৰামতে প্ৰথমে বিজ্ঞান আৰু বাণিজ্য শাখা মুকলি কৰা হয়। ১৯৯১ চনত কলা শাখাও খোলা হয়। লগতে বৃত্তিমূলক শিক্ষাৰ T.V. & Radio আৰু Steno & Type-- এই দুটা বিষয়ো প্ৰবৰ্তন কৰা হৈছে। বৰ্তমান সৰ্থেবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ চাৰিওটা শাখাই এই অঞ্চলৰ ৰাইজৰ যথেষ্ট পৰিমাণে উপকাৰ সাধন কৰিব পাৰিব বুলি আশা কৰা হৈছে। উল্লেখযোগ্য যে একষষ্ঠিতম সৰ্থেবাৰী অধিৱেশনৰ সভাপতি শ্ৰীহিতেশ ডেকা সৰ্থেবাৰী হাইস্কুলৰ ছাত্ৰ আছিল আৰু কিছুকাল ইয়াত শিক্ষকতাও কৰিছিল। হাইস্কুল স্থাপনৰ লগত জড়িত হৰিচৰণ তালুকদাৰদেৱ এই অঞ্চলৰ শিক্ষা জগতৰ উজ্জ্বল জ্যোতিষ্ক স্বৰূপ। হেডপণ্ডিত ছাৰ আমাৰ অঞ্চলৰ জীৱন্ত ইতিহাস স্বৰূপ আছিল।

পৰিশেষত ক'ব খুজিছোঁ যে আগৰ আৰু এতিয়াৰ শিক্ষাৰ ব্যাপক পৰিবৰ্তন হৈছে। এতিয়া আগৰ মধুৰ সৌহাৰ্দপূৰ্ণ সম্বন্ধৰ বিপৰীতে ছাত্ৰ-শিক্ষকৰ সম্বন্ধ ক্ৰমে যন্ত্ৰবৎ হ'ব ধৰিছে। শিক্ষা প্ৰায়ে টিউচনমুখী হৈছে। অভিভাৱক আগতকৈ বহুত সজাগ হৈছে কিন্তু দুখ লগা কথা হৈছে শিক্ষা ব্যৱস্থাও ক্ৰমে ঘুণে ধৰিব ধৰিছে। সমাজ সচেতন ব্যক্তি সকল আগবাঢ়ি আহি জনমত গঢ়ি তুলি শিক্ষা ব্যৱস্থাক দুৰ্নীতিমুক্ত আৰু নিকা কৰাত সচেষ্ট হোৱা উচিত।●



*সাহিত্যৰ সাৰ্থকতা নিৰ্ভৰ কৰে ভাষাৰ মাধুৰ্য্য, সাৱলীলতা আৰু সুষম বিন্যাসৰ ওপৰত। লেখক এজনৰ বৌদ্ধিক মানদণ্ড আৰু মানৱীয় চিন্তা-চৰ্চাৰ লগত সঙ্গতি ৰাখি ভাষায়ো গঢ় লয়।*

ডঃ লীলা গগৈ





# গোমূৰা সত্ৰৰ ইতিবৃত্ত

*অখিল ডেকা*

সৰ্থেবাৰীৰ উপকণ্ঠত মহাপুৰুষ মাধৱদেৱ আৰু গুৰু নাতি চতুৰ্ভুজ ঠাকুৰৰ চৰণ চিহ্নৰে গৌৰৱোজ্জ্বল গোমূৰা সত্ৰ। এই গোমূৰা নামটো মহাপুৰুষ মাধৱদেৱে দিছিল বুলি লোক প্ৰবাদ আছে। এই প্ৰবন্ধত আমি গোমূৰা সত্ৰৰ চমু ইতিবৃত্ত আলচ কৰিবলৈ প্ৰয়াস কৰিছোঁ।

মহাপুৰুষ শঙ্কৰদেৱৰ মহাপ্ৰয়ণৰ পাছত তেৰাৰ প্ৰধান শিষ্য মাধৱদেৱে আই মাতৃ কালিন্দীৰ উপদেশ মতে সুন্দৰীদিয়াত থাকিবলৈ লয়। এনে সময়তে পুৰণি দৰঙৰ ঘগ্ৰাঘাটৰ পৰা ঘাঘৰি মাজি নামৰ মানুহ এজন আহি ক্ষেত্ৰী বিলাইতৰ গাওঁ এখনত স্থায়ীভাৱে ঘৰ সাজি খেতি-বাতি কৰি চহকী হৈ উঠে। এওঁ মাধৱদেৱৰ তাৱৈ। এওঁৰ আশ্ৰয়তে মাধৱদেৱৰ শিশুকাল অতিবাহিত হৈছিল। এওঁ গুৰুজনে ভটীয়াই অহা শুনিছে। আনহাতে গুৰুজনেও মাজি ভটীয়াই আহি ক্ষেত্ৰী বিলাইতৰ কোনোৱা এঠাইত থকা বুলি শুনিছে। পৰস্পৰে পৰস্পৰক লগ পোৱাৰ বাবে প্ৰৱল হেপাহ। সৰ্থেবাৰীৰ পশ্চিমে নসত্ৰৰ ফুলবাৰীত বালকদাস নামৰ এজন কমাৰ আছিল। এই কমাৰৰপৰাই এদিন মাজিয়ে মাধৱদেৱ সুন্দৰীদিয়া সত্ৰত থকাৰ সম্ভেদ পায়। মাজিৰ কথামতে কুমাৰে মাধৱদেৱৰ ওচৰলৈ বাৰ্তা পঠোৱাৰ ব্যৱস্থা কৰাৰ আশ্বাস দি ক'লে যে মাধৱদেৱ নিশ্চয় আহিব।

১৫৬৬ চনৰ এটি দিনত মাধৱদেৱ মাজিৰ ঘৰ বিচাৰি আহিল। মাধৱদেৱৰ লগত তিনিজন ভকতো আহিল। তেওঁলোকে আম্লাৰে উজাই আহি কাৰাকুছিৰ কৰৈকুৰত নাও বান্ধিলে। মাজিক খবৰটো দিয়াৰ উদ্দেশ্যে নাৰায়ণ দাস ঠাকুৰ আতা আৰু শ্ৰীৰাম আতাক পঠাই দিলে। তেওঁ বিচাৰি বিচাৰি মাজিৰ ঘৰ পাই পৰিবেশটো ভাল নেদেখিলে। মাছমৰা জাল-জোঙেৰে মাজিৰ ঘৰ ভৰি আছে। দুয়োজনে তাত নবহি মাধৱদেৱৰ আগমনৰ সংবাদটো দিয়ে উভতিল। উভতি আহিয়ে মাজিৰঘৰৰ পৰিবেশ মাধৱদেৱৰ ওচৰত নিবেদন কৰিলে। মাধৱদেৱে তলমূৰ কৰি কিবা চিন্তা কৰিবলৈ ধৰিলে, তাৰপিছত 'কেমনে পাইবো হৰি চৰণ তোৰে' এই গীতটো লিখিলে। গীতটো গুৰুজনে ভকত কেইজনক গাই শুনালে। তেওঁলোকে একো নামাতিলে। সেই সময়তে গুৰুজনক আদৰি আনিবলৈ যোৱা মাজিৰ দুই পুত্ৰ ৰুক্মল আৰু সুক্মল তাত গৈ ওলাল। মাধৱে দুয়োকে সাৱটি ধৰিলে আৰু আটায়ে নাওত উঠি মাজিৰ ঘৰলৈ যাত্ৰা কৰিলে। ডোঙাৰ জ্ঞানত নাও বান্ধিলে। তাতে ঘটনা এটা ঘটিল। মাধৱদেৱে নাওৰপৰা নামোতে উজুটি খাই পৰিল। তেতিয়া মাধৱদেৱে তেওঁ উজুটি খাই পৰা পানীৰ তলত থকা বস্তুটো শ্ৰীৰাম আতাক আনিবলৈ ক'লে। শ্ৰীৰাম আতাই সেই বস্তুটো পানীৰ তলৰ পৰা তুলি আনি দেখিলে যে গোমুণ্ডৰ নিচিনা এটা সুৱৰ্ণৰ বাকচ সেইটো। বাকচটো দেখা মাত্ৰকে মাধৱপুৰুষে নিজে নিজে কৈ উঠিল-- 'গোপদে বেদ আৰু আকাশ বায়ু। এতেকে গৰিয়া গৰিষ্ঠ শিৱৰ বাহন ভকতৰ ৰিষ্ট'। এইবুলি কৈ মাধৱদেৱে সেই ঠাইখনৰ নাম গোমূৰ ৰাখে। তেতিয়াৰ পৰাই ক্ষেত্ৰী পৰগনাৰ সেই ঠাইখনৰ নাম গোমূৰা হয়। গোমূৰা গাঁওখনক আন কিছুমানে বেদ অধ্যয়নৰ শীৰ্ষ স্থান বুলিও ক'ব খোজে। গো মানে বেদ আৰু মূৰ মানে শীৰ্ষ। এটা সময়ত গোমূৰা গাঁওত বহুতো উচ্চ ব্ৰাহ্মণ পণ্ডিতে বাস কৰিছিল। অসমীয়া ব্যাকৰণবিদ পণ্ডিত লোকনাথ শৰ্মাৰ জন্মও এই গোমূৰা গাঁওতে।

ঘাঘৰি মাজিয়ে গুৰুজনাৰ বাবে এটা থকাঘৰ আৰু এটা নামঘৰ সাজি দিয়াৰ ব্যৱস্থা কৰে। তাতেই মাধৱদেৱে নিজে শলা-বন্তি জ্বলাই থাপনা পাতে। বৰ্তমান সত্ৰৰ থাপনাত মাধৱদেৱে নিজ হাতে লিখা কীৰ্ত্তন পুথি এতিয়াও আছে।

তিনিদিন পাৰ হৈ যোৱাৰ পাছত ঘাঘৰি মাজিয়ে মাধৱদেৱৰ ওচৰত নিবেদন কৰে যে এই অঞ্চলৰ মানুহে তেওঁক হীন জাতি বুলি ঘিণ কৰে আৰু মাছ মৰা মানুহ বুলি কোনেও সংগ নিদিয়ে। এই কথা শুনাৰ পাছত মাধৱদেৱে এই অঞ্চলৰ প্ৰত্যেক গাঁওৰে মুখিয়াল লোকসকলক মাতি এখন সভা আহ্বান কৰিবলৈ উপদেশ দিয়ে। সেইমতে মাজিয়ে আহ্বান কৰা সভাত কাজিথেৰ কাজি বুঢ়া, যমথেৰ যম বুঢ়া, হাবিয়াদি গাঁওৰ প্ৰদীপ পাঠক আৰু জয়চন্দ্ৰ, কাৰাকুছিৰ নিৰঞ্জন, জয়চৰণ আৰু থানেশ্বৰ মেধি আদি মুখিয়াল ব্যক্তিসকল উপস্থিত হ'ল। সভাত মাধৱ পুৰুষৰ বক্তব্য শুনাৰ পাছত সকলোৱে বুজি পালে কোনো এটা জাতি উচ্চ বা নীচ হ'ব নোৱাৰে। সকলোৱে এক ঈশ্বৰৰ সন্তান। ঈশ্বৰৰ ওচৰত সকলো সমান। সৰ্বত্ৰ ঈশ্বৰ বিদ্যমান। মনৰ পৱিত্ৰতাহে আচল কথা। প্ৰথমে সৰ্থেবাৰীৰ কাজিথেৰ চুপাৰ কাজি বুঢ়া, যমথেৰ যম বুঢ়াই মাধৱ দেৱৰ ওচৰত শৰণ লয়। পিছত অনেকে শৰণ লয়। তেতিয়াৰ

পৰাই এই অঞ্চলত মহাপুৰুষীয়া চিন্তা ধাৰণাই শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰে।

বিশুদ্ধ পানীৰ অভাৱৰ বাবে মাজিয়ে গুৰুজনৰ অৰ্থে বতিয়াগাঁওৰ ৰামকুমাৰ নামৰ মানুহ এজনৰ হতুৱাই এটি কুৱা নিৰ্মাণ কৰিছিল। কিছুদিন পাছত মাধৱপুৰুষে নিজে মাটিৰ পাত তৈয়াৰ কৰি আন এটি কুৱা সাজে। এই কুৱা দুটাৰ এটা আজিও আছে। সত্ৰৰ কৰ্তৃপক্ষই মণিকূটৰ ভিতৰতেই এই কুৱাটো সংৰক্ষণ কৰি ৰাখিছে। ভক্তি প্ৰাণ লোকৰ বিশ্বাস যে ৰোগীক এই কুৱাটোৰ পানী খুৱালে আৰোগ্য হয়।

সত্ৰখনত মুঠতে মাধৱ পুৰুষৰ তিনিটা স্মৃতি চিহ্ন আছে। সেয়া হ'ল-- পদশিলা, নিজহাতৰ আখৰ আৰু কুৱাটো। গোমূৰা সত্ৰত মহাপুৰুষ মাধৱদেৱে মুঠতে ৬ মাহ ১৪ দিন আছিল। এই গোমূৰাতে মাধৱদেৱে এখন ধৰ্মসভা পাতে। এই সভাত বৰপেটাৰো অনেক ভক্তই যোগদান কৰিছিল। কালিন্দী আইয়ে মাধৱদেৱে সুন্দৰীদিয়ালৈ উভতি যোৱাত পলম কৰা দেখি নাতি চতুৰ্ভুজ ঠাকুৰক পঠাই দিছিল। নাৰায়ণ দাস ঠাকুৰ আতাই চতুৰ্ভুজক পোনে পোনে গোমূৰালৈ নানি তেওঁক নাওতে এৰি আহে। চতুৰ্ভুজ ঠাকুৰ তেতিয়া সাত বছৰীয়াহে। ঠাকুৰ আতাক দেখি মাধৱদেৱে সুধিলে-- "সখি, মই কৰিবলৈ দিয়া কামবোৰ হৈছে নে? তেতিয়া ঠাকুৰ আতাই ক'লে যে শীৰ্ষভাগ হোৱা নাই। তেতিয়া মাধৱদেৱে ঠাকুৰ আতাক কি শীৰ্ষভাগৰ কথা কৈছে বুজাই দিবলৈ কোৱাত তেওঁ ক'লে-- 'নাতি ল'ৰা চতুৰ্ভুজক আই মাতৃয়ে মোৰ লগত পঠাই দিয়ে। ঘৰৰ অৱস্থা একেবাৰে পানীত হাঁহ নচৰা। গতিকে গুৰু পৰিয়ালক সহায় কৰিব লাগে।'

মাধৱপুৰুষৰ নিৰ্দেশমতে চতুৰ্ভুজ ঠাকুৰক দোলাৰে লৈ অহা হ'ল। ৰাজহুৱাভাৱে সন্মান জনাই তেওঁক সুকীয়া আসনত বহুওৱা হ'ল। তাৰপিছত ধৰ্ম সভাত সমবেত সমগ্ৰ ৰাইজৰ আগত চতুৰ্ভুজক পৰিচয় কৰাই দি ক'লে-- "বাপসকল, আপোনালোকে গুৰুজনক দেখা নাপালে। কিন্তু তেৰাৰ নাতি ল'ৰা এই চতুৰ্ভুজ ঠাকুৰ। একেই কলেবৰ। গতিকে আপোনালোকক মই এওঁক গটালোঁ।" তাৰপিছত গুৰু নাতি মোৰ শিৰৰ ভূষণ এই বুলি সত্ৰৰ পূৱফালে হাটী কৰি তেওঁক থাকিবলৈ দিলে।

মাধৱদেৱে গুৰু নাতিৰ সৈতে বৰপেটালৈ উভতি যোৱাৰ পাছত পৰিচালনাৰ দায়িত্ব দিয়া হয় প্ৰদীপ পাঠক নামৰ বুঢ়া ভকতক। তাৰপাছৰ পৰাই কৃষ্ণচন্দ্ৰ, হৰিচৰণ, কীৰ্ত্তন পাঠক, পৃথুৰাম, গঙ্গাধৰ, গোবৰ্দ্ধন, গোপীনাথ আৰু বৰ্তমানৰ সত্ৰাধিকাৰ গোবিন্দ আতৈ। কৃষ্ণকান্ত আৰু পঙ্কজ নামে দুজন যুৱকে কেবা বছৰ ধৰি সত্ৰত উদাস ধৰ্ম লৈ আছে। এই সত্ৰত নিতৌ নাম প্ৰসঙ্গৰ লগতে মহাপুৰুষ দুজনাৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ তিথি পালন কৰা হয়। গুৰু দুজনাৰ তিৰোভাৱ তিথিত মাধৱদেৱে ৰচিত 'ভোজন ব্যৱহাৰ' নাটৰ ভাওনা কৰা হয়। গুৰুজনাই যি শলা বন্তি এই সত্ৰত জ্বলাইছে আজিও সেই বন্তিৰ শিখা জ্বলিয়ে আছে, ভৱিষ্যতেও থাকিব। লগতে এটা সময়ৰ নীচ জাতিৰ মানুহ বুলি পৰিগণিত ঘাঘৰি মাজিয়ে সত্ৰৰ নামত নিজৰ মাটি বাৰী দান কৰি যি ত্যাগৰ নিদৰ্শন দি থৈ গ'ল সি সৰ্বত্ৰ সমাদ্ৰিত হওক।●

গোমূৰা সত্ৰৰ বুঢ়া ভকত শ্ৰীগোবিন্দ আতৈ, মোৰ জেঠা অক্ষয় ডেকা আৰু দাদা শ্ৰীমিঠা ৰাম ডেকাৰ মুখৰপৰা শুনামতে লেখাটি যুগুত কৰা হৈছে। — লেখক



*মোৰ বিশ্বাস যে প্ৰকৃত সাহিত্যিক বা প্ৰকৃত কবি হ'ব লাগিলে কাৰো পৃষ্ঠপোষকতা গ্ৰহণ কৰিব নালাগে। মই ভাবো, কোনো লোক যদি সৃজনী শক্তিসম্পন্ন হয়, বিখ্যাত লিখক হয়, তেতিয়াহ'লে, কোনো ৰাষ্ট্ৰৰ নিৰ্দেশমতে সাহিত্য ৰচনা কৰাটো উচিত নহয়। সৃষ্টিৰ কাৰ্যত সহায় নালাগে ; তেওঁ নিজৰ প্ৰতিভাৰে সৃষ্টি কৰি যাব।*

চন্দ্ৰপ্ৰসাদ শইকীয়া





# ক্ষেত্ৰীত ঈশ্বৰ ভক্তি

*মহাদেৱ ডেকা*

ঈশ্বৰ বুলিলে আমি পৰম জনক পৰম সত্যকেই বুজো। পৃথিৱীত নানা জনে নানা নামে ঈশ্বৰক চিন্তে। হিন্দুসকলে ঈশ্বৰ, মুছলমানসকলে আল্লা, খৃষ্টীয়ানসকলে গড আৰু বুদ্ধসকলে সত্য।

আমাৰ লক্ষ্য পৃথিৱীত ধৰ্মৰ উৎপত্তি নাইবা ধৰ্মৰ বিকাশৰ বিষয়ে আলোচনা কৰা নহয়। আমাৰ লক্ষ্য হৈছে ক্ষেত্ৰীৰ ধৰ্মৰ মূলকেন্দ্ৰ ঈশ্বৰক উপাসনা কৰাৰ বিষয়ে চমুকৈ লিপিবদ্ধ কৰাহে।

ইতিহাসত প্ৰথম ক্ষেত্ৰী নামৰ উল্লেখ দৰং ৰাজবংশাৱলীত। গৌড়ৰ ৰজা হুচেইন চাহৰ আক্ৰমণত কমতাৰাজ্যৰ পতন ঘটে আৰু এই ধ্বংসপ্ৰাপ্ত কমতা ৰাজ্যৰ বুকুতেই এখন নতুন ৰাজ্যৰ সৃষ্টি হয়। ইয়াৰ সৃষ্টিকৰ হ'ল চিকনগ্ৰামৰ মুখিয়াল হাড়িয়া মণ্ডলৰ পুত্ৰ বিশু। শক্তিশালী ৰাজদণ্ডৰ অবৰ্তমানৰ সুযোগ লৈ হাড়িয়া মণ্ডলৰ মৃত্যুৰ পিছত তেওঁৰ পুতেক বিশুৱে গৌড় আৰু আহোম ৰাজ্যৰ মধ্যভাগত ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়োপাৰকে অন্তৰ্ভুক্ত কৰি এখন নতুন ৰাজ্য প্ৰতিষ্ঠা কৰাৰ স্বপ্ন দেখে। এই উদ্দেশ্য বুকুত বান্ধি ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে স্বতন্ত্ৰভাৱে শাসন কাৰ্য পৰিচালনা কৰা ভূঞাসকলক দমন কৰিবলৈ সংকল্পবদ্ধ হয়। তেওঁ ফুলগুৰিৰ ভূঞাকেই আদি কৰি বৰ নৈৰ দুয়োপাৰে স্বাধীনভাৱে বসবাস কৰা বহু সংখ্যক ভূঞাক যুদ্ধত পৰাস্ত কৰি নিজৰ কৰতলীয়া কৰিবলৈ সক্ষম হয়। দৰং ৰাজবংশাৱলীত উল্লেখিত বিশুৱে পৰাস্ত কৰা ভূঞাসকলৰ নাম এনেদৰে বৰ্ণনা কৰা আছে। হাড়িয়া মণ্ডলৰ পুত্ৰ বিশুৱে বৰনৈৰ দুয়োপাৰে স্বাধীনভাৱে বসবাস কৰা ফুলগুৰি, পাণ্ডু, গুৱাহাটী, বিজনী, বজালী, বাউসীৰ ভূঞাৰ লগতে ক্ষেত্ৰীৰ ভূঞাকো পৰাস্ত কৰি ১৫১৫ খৃষ্টাব্দত বিশ্বসিংহ নাম লৈ কোঁচবিহাৰত ৰাজধানী পাতি কোচনামৰ এখন নতুন ৰাজ্য সৃষ্টি কৰি স্বাধীনভাৱে ৰাজকাৰ্য্য পৰিচালনা কৰিবলৈ লয়। ৰজা বিশ্বসিংহই পৰাস্ত কৰা ক্ষেত্ৰীৰ ভূঞাৰ শাসনৰ ভূখণ্ড বৰ্তমানৰ সৰুক্ষেত্ৰী, বৰক্ষেত্ৰী, ক্ষেত্ৰী ধৰ্মপুৰ, পাকা মৌজাৰ উপৰিও সৰিহ আৰু বেতবাৰী মৌজাৰ কিয়দ অংশ। আমাৰ চিন্তাৰ বিচাৰ্য্য বিষয় হ'ল ক্ষেত্ৰীত ঈশ্বৰ ভক্তি।

ধৰ্মৰ জগতত প্ৰথম ক্ষেত্ৰী নামৰ উল্লেখ পোৱা হয় দৈত্যাৰি ঠাকুৰদেৱ ৰচিত মহাপুৰুষ শংকৰ-মাধৱ চৰিত পুথিত। ঠাকুৰদেৱৰ মতে নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক শ্ৰীমন্ত শংকৰদেৱে ভাৰতৰ নানা ঠাইত ঈশ্বৰ ভক্তিৰ সত্ৰ স্থাপন কৰাৰ দৰে ক্ষেত্ৰী অঞ্চলতো ঈশ্বৰ ভক্তিৰ বাট প্ৰশস্ত কৰাৰ বাবে কেবাখনো সত্ৰ স্থাপন কৰে। ক্ষেত্ৰী অঞ্চলত শংকৰদেৱ প্ৰতিষ্ঠিত সত্ৰৰ উল্লেখযোগ্য সত্ৰসমূহৰ ভিতৰৰ সত্ৰ হ'ল চৰাবড়ি সত্ৰ, কাপলাসত্ৰ আৰু চেঙাৰ শংকৰদেৱ ভৰিধোৱা ঘাট সত্ৰ। ইয়াৰ লগতে মাধৱদেৱৰ গোমূৰা সত্ৰ, গুৰু হৰিদেৱৰ মানেৰি সত্ৰ, দামোদৰদেৱৰ ৰাউলী সত্ৰ, ভট্টদেৱৰ ব্যাসকুছি সত্ৰ আৰু নসত্ৰ মনোহৰ দেৱৰ সত্ৰ ক্ষেত্ৰী অঞ্চলৰ পৱিত্ৰ ঈশ্বৰ ভক্তিৰ তীৰ্থক্ষেত্ৰ। চেঙা, ব্যাসকুছি, সৰ্থেবাৰী, আমৃখোৱা, মাখিবাহাৰ বাৰ্ষিক সবাহ মহোৎসৱো ক্ষেত্ৰীৰ ঈশ্বৰ ভক্তিৰ বিশেষ নমুনা। মুছলমানসকলৰ ঈশ্বৰ উপাসনাগাৰ বহুসংখ্যক মহজিদো ক্ষেত্ৰীত বিৰাজমান। ক্ষেত্ৰীত ঈশ্বৰভক্তিৰ ধাৰা প্ৰবাহিত হৈ আছে। নতুন চেতনা, চিন্তা-চৰ্চাৰ সঞ্চাৰ হৈ আছে। গান্ধী, টলষ্টয় আদিৰ প্ৰভাৱেৰে সত্যক পুজা কৰিবলৈ 'সত্য বিকাশ মানৱ মন্দিৰো' ইয়াত স্থাপিত হৈছে। মুঠতে ঈশ্বৰ ভক্তিৰ ক্ষেত্ৰত ক্ষেত্ৰী দুৰ্বল নহয়। ব্যক্তিমন, সামাজিক মন ঈশ্বৰ চিন্তাৰে পৰিপুষ্ট হৈ আছে।●

*সাহিত্য সাধনাৰ বস্তু, চিন্তা-চৰ্চাৰ বস্তু, বৰঙণি অলপ দি সভ্য হৈ-ললেই সাহিত্যিক হোৱা নাযায় আৰু সাহিত্যতো সাৰ-পানী যোগাব নোৱাৰি। মোৰ বিবেচনাত সাহিত্য সভাৰ স ভ্যপদ এতিয়া সীমাবদ্ধ কৰা যুগুত। বছৰেকীয়া সভাত আটায়ে যোগ দিয়ক, কিন্তু সভ্যপদ সকলোলৈকে মুকলি ৰাখিলে অনুষ্ঠানটোৰ সন্মান নাবাঢ়ে, কাৰ্যকাৰিতা বৃদ্ধি নাপায়।*

ডঃ প্ৰফুল্ল দত্ত গোস্বামী

# সৰ্থেবাৰী অঞ্চলৰ ভৌতিক জনবিশ্বাস

উপানন্দ তালুকদাৰ

অসম ৰাজ্যখন হৈছে বিভিন্ন ভাষা তথা বিভিন্ন জনগোষ্ঠীৰ সমষ্টি। সেই অনুসাৰে এই জনগোষ্ঠীসমূহৰ মাজত স্বকীয় ধৰ্মীয় পৰম্পৰা আৰু জনবিশ্বাস আছে। এইবোৰৰ ভিতৰত বিভিন্ন পূজা-পাৰ্বণ, বিয়া-সবাহ তথা বিভিন্ন ভূত-প্ৰেত আদিৰ বিশ্বাসসমূহ অন্যতম। অসমৰ বিভিন্ন জনগোষ্ঠীসমূহ ৰাজ্যখনৰ ঠায়ে ঠায়ে সিচঁৰতি হৈ থকা কাৰণে অঞ্চল ভেদে ধৰ্মীয় উৎসৱ-পাৰ্বণ আৰু জনবিশ্বাসসমূহবো পাৰ্থক্য দেখা যায়। অৱশ্যে কিছুমান ক্ষেত্ৰত এইবোৰৰ সাদৃশ্যও নথকা নহয়। এই বিষয়ে বিস্তাৰিত আলোচনালৈ নগৈ আমি ইয়াত কেৱল ভৌতিক বা ভূত-প্ৰেত সম্বন্ধীয় জনবিশ্বাসৰ কথা আলচ কৰিম।

বীৰা জাতীয় ভূতে হেনো মানুহৰ গাত লম্ভে। সাধাৰণ মানুহৰ মতে বীৰা হেনো দুই প্ৰকাৰৰ-- মতা আৰু মাইকী বীৰা। আনহাতে, ভূত-প্ৰেতে লম্ভা মানুহক জৰা-ফুৰা কৰি ভাল কৰা বেজ বা ওজাৰ মতে বীৰা হেনো ৬০ প্ৰকাৰৰ। সৎ বীৰাই মাইকী মানুহৰ ৰক্তস্ৰাৱ কৰায় আৰু দক্-বীৰাই মানুহৰ গাত লম্ভিলে মানুহটো অস্থিৰ আৰু বোবা হৈ থহি থাকে। মতা বীৰাই মাইকী মানুহৰ গাত লম্ভে। মানুহজনীয়ে থিতাতে হাঁহে, থিতাতে কান্দে। গছ-গছনিৰ ফালে একেঁথৰে চাই থাকে। কেতিয়াবা বাঁহ, গছ-গছনি আদিৰ ওপৰলৈ উঠি যায়। আনহাতে, মাইকী বীৰাই মতা মানুহৰ গাত লম্ভে। বীৰাই ধৰা মানুহক ৪-৫ জন মানুহে ধৰি ৰাখিব নোৱাৰে। বেজ বা ওজাৰ দ্বাৰা বীৰাই ধৰা মানুহক সুস্থ কৰিব পাৰি। মানুহৰ ধাৰণা মতে বীৰাৰ গাত হেনো ক'লা-ক'লা, দীঘল-দীঘল নোম আছে। হঠাৎ দেখিলে মানুহে ভয় খাব লাগে। বীৰাই ধৰা মানুহ সাধাৰণতে মৰা দেখা নাযায়।

ডলুৱা বা ডাউলাও একপ্ৰকাৰ ডাঙৰ জাতৰ বীৰা। ই গছৰ ডালত থাকি দলি আদি দলিয়াই উপদ্ৰৱ কৰে। গছৰ ডালত থাকি দলি দলিয়াই বাবে ইয়াৰ নাম ডলুৱা বা ডাউলা।

কুবীৰ হৈছে আন এবিধ ভূত। ই তিনি প্ৰকাৰৰ-- কন্ধমূৰা কুবীৰ, ধনকুবীৰ আৰু জলকুবীৰ।

কন্ধমূৰা কুবীৰ শকত-চাপৰ। মূৰটো তলমুৰা আৰু কান্ধৰ শাৰীত থকা বাবে বুকুত চকু থকা যেন দেখা যায়। মানুহৰ গাত লম্ভিলে হেনো ইয়াক সহজতে খেদা টান। আনকি ই মানুহৰ মৃত্যু পৰ্যন্ত ঘটাব পাৰে।

ধনকুবীৰে মানুহক ধনৰ লোভ দেখুৱাই ছলনা কৰি মানুহৰ গাত লম্ভি হেনো মানুহৰ অন্যায় কৰে। ই হেনো কেতিয়াবা ডাঙৰ সাপৰ আকৃতিও লয়।

জলকুবীৰ হেনো পানীত থাকে। সুবিধামতে পালে জলাশয় আদিত মানুহক মৃত্যু পৰ্যন্ত ঘটাব পাৰে।

আন একপ্ৰকাৰৰ ভূত হৈছে-- 'জাউকাৰ পাল'। এইবিধ ভূতে হেনো বিভিন্ন আকৃতি যেনে-- মেকুৰীৰ পাল, গাহৰিৰ পাল আদি আকৃতি ধৰি মানুহক ছলনা কৰি অনিষ্ট সাধন কৰিব পাৰে।

পোহৰ সৃষ্টিকাৰী আন এবিধ ভূত হৈচে উকা বা ধন-গুলৈ। এই উকা হৈছে জোনাকী পৰুৱাৰ নিচিনা ধিমিক্-ধামাক্কৈ থকা উজ্জ্বল পোহৰৰ সমষ্টি। ই পথাৰৰ পিতনি আদিত থাকে। মানুহৰ বিশ্বাস মতে ই হেনো মানুহৰ দুই ভৰিৰ মাজেদি পাৰ হৈ গ'লে মানুহজনৰ মৃত্যু পৰ্যন্ত হ'ব পাৰে। সেয়েহে উকা লগ পালে সাধাৰণতে মানুহে ঠাইতে বহি লোৱাই ভাল বুলি কয়।

মাছৰ খকুৱা আন এবিধ ভূত হৈছে 'ঘোৰা পাক্।' সাধাৰণ বিশ্বাস মতে আকৃতিত ই হেনো ওখ আৰু আঙুলিবোৰ দীঘল হেতুকে পলো-জুলুকীৰ দৰে শব্দ কৰি মাছ মাৰে। জনবিশ্বাসমতে ই সাধাৰণতে মাছুৱৈ মানুহৰ গাত লম্ভি মানুহজনৰ মৃত্যু ঘটায় আৰু উক্ত মৃত মানুহজনৰ আকৃতি লৈ ঘৰলৈ আহে। তেনে উদাহৰণ থকা বুলিও মানুহে কয়।

আন এবিধ ভূত হৈছে পৰী বা পৰুৱা। ইয়াক দিশ হেৰোৱা পৰী বুলি কয়। ই সময় সুযোগ বুজি মানুহৰ অহা-যোৱা দিশত হেনো বিভ্ৰান্তি ঘটায় মানুহক ইফালে-সিফালে ঘূৰাই থাকে। যাক পৰুৱাই পোৱা বুলি কোৱা হয়।

ইয়াৰ উপৰিও পৰী আকৌ দুই প্ৰকাৰৰ আছে। মতা আৰু মাইকী পৰী। নিশা শুই থকা অৱস্থাত মতা পৰীয়ে অবিবাহিত যুৱতীৰ গাত আৰু মাইকী পৰীয়ে অবিবাহিত যুৱকৰ গাত লম্ভি হেনো দৈহিক শক্তি নাশ কৰে।

মানুহৰ অনিষ্টকাৰী আন এবিধ ভূত হৈছে ফাঁচী দেৱতা বা শৈহ্ৱাৰ দেৱতা। ই মানুহৰ গাত লম্ভি মানুহজনক জ্ঞান শূন্য কৰি ফাঁচ লগাবলৈ বাধ্য কৰে হেনো। ফাঁচী দি মৰা মানুহৰ প্ৰেতত্মাই বাৰ বছৰলৈ মুক্তি নাপাই ফাঁচী দেৱতাৰূপ ধৰি ঘূৰি ফুৰে বুলি জনবিশ্বাস আছে।

আন এবিধ অনিষ্টকাৰী পিশাচ হৈছে মৰকুছীয়া। জনবিশ্বাস মতে, কাৰোবাৰ ঘৰত সন্তান জন্মিলে আৰু উক্ত নৱজাতক মৰকুছীয়াৰ দৃষ্টিত পৰিলে তাক মাৰি খাই মৰকুছীয়াই সন্তানৰ ৰূপ লৈ থাকি কিছুদিন পাছত মৰি যায়। ইয়াক 'শ্মশান ৰাক্ষসী' বুলিও কয়। মৰকুছীয়া সন্তানক মৰাৰ পাছত পেটফালি পেলাই দিলে হেনো পাছলৈ মৰকুছীয়াৰ ভয় নাথাকে।

ওপৰোক্ত ভূত-প্ৰেতসমূহৰ উপৰিও প্ৰতিখন গাওঁ এক ঐশ্বৰিক শক্তিয়ে ৰক্ষা কৰি থকা বুলি মানুহে বিশ্বাস কৰে। মানুহে ইয়াক 'বুঢ়াডাঙৰীয়া' বা 'গাওঁৰক্ষক' বা 'ৰাখল' বুলি কয়। মানুহৰ বিশ্বাসমতে বুঢ়াডাঙৰীয়াৰ আকৃতিত শুদ্ধ বগা ধুতি-পাঞ্জাবী পৰিহিত আৰু মূৰত পাগুৰীৰে সৈতে এগৰাকী বৃদ্ধ। বগা ঘোঁৰাত উঠি ফুৰে। বুঢ়াডাঙৰীয়াই হেনো গাওঁখন ৰক্ষা কৰি থাকে। নিশাৰ ভাগত ঘোঁৰাত উঠি চলাচল কৰে।

আই বা বসন্ত ওলোৱা মানুহৰ ক্ষেত্ৰতো যথেষ্ট নীতি-নিয়ম মানি চলা দেখা যায়। সাধাৰণ বিশ্বাসমতে আই বা বসন্ত হেনো ১২ প্ৰকাৰৰ। এই ১২ প্ৰকাৰকে মূলতঃ তিনিভাগত ভগোৱা হৈছে-সৰু আই, মাজু আই আৰু ডাঙৰ আই। ই সাধাৰণতে বসন্ত কালত মানুহৰ গাত দেখা দিয়ে। লোক বিশ্বাসমতে নিয়ম-নীতি ৰহিত হ'লে বসন্ত ওলোৱা মানুহৰ অংগক্ষত হোৱাৰ উপৰিও মৃত্যু পৰ্যন্ত ঘটিব পাৰে। বসন্ত দেখা দিলে অকুমাৰী ছোৱালীৰ দ্বাৰা নাম-প্ৰসংগ কৰি ভোগ আদি দি শেষত বিদায় দিয়া হয়।

এই অঞ্চলৰ বৃদ্ধ লোকসকলৰ মতে নিশাৰ ভাগত হেনো এক উজ্জ্বল পোহৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰিছিল। যাক এই অঞ্চলৰ লোকসকলে 'লাইট যোৱা' বুলি কৈছিল।

এইবোৰৰ উপৰিও এই অঞ্চলৰ লোকসকলে আজিও বিশ্বাস কৰে যে ৰাতিপুৱা ভাগত কাউৰীয়ে একেলগে বহুসময় ধৰি ঘৰৰ কাষত যদি ৰমলিয়াই থাকে তেন্তে কিবা ঘটনা বা বাতৰি থকা বুলি ভাবে।

আনহাতে, ৰাতিপুৱা ভাগত কোনো মানুহে কৰবালৈ বুলি যাত্ৰা কৰি ওলালে পিছফালৰ পৰা ঘৰৰ মানুহে পুনৰ মাত দিলে যাত্ৰা নষ্ট হোৱা বুলি বিশ্বাস কৰে। সেয়েহে কৰবালৈ সাজি-কাচি যাত্ৰা কৰি ওলালে পাছফালৰ পৰা মাতিব নালাগে হেনো।

আকৌ, কেতিয়াবা মৌৰ জাক উৰি আহিলে মানুহে তৎক্ষণাত নিজৰ ঘৰৰ ঢেকীত গোৰ মাৰি শব্দ কৰি দিয়ে। জনবিশ্বাস মতে ঢেকীৰ শব্দ শুনি হেনো মৌৰ জাক থমকি নিজৰ গছত বাহ লয়।

বিজ্ঞান তথা চিকিৎসা শাস্ত্ৰৰ অগ্ৰগতিৰ লগে লগে মানুহৰ মনত ভূত-প্ৰেত তথা অন্ধবিশ্বাস কমি আহিলেও সামগ্ৰিকভাৱে সৰ্থেবাৰী আৰু ইয়াৰ উপকণ্ঠ অঞ্চলত বিভিন্ন ধৰ্মীয়, ভৌতিক আৰু আন আন জনবিশ্বাসসমূহ আজিও বিদ্যমান হৈ আছে।●



*সৰুৰেপৰা আজিলৈকে মোৰ এধানিমানো সন্দেহ হোৱা নাই যে অসমীয়া ভাষাক মাৰিব পাৰে, অসমীয়া ভাষা মৰিব পাৰে। মোৰ এই অটুট আত্মবিশ্বাসৰ মূলত আছে এটি স্পষ্ট ধাৰণা। সাম্ৰাজ্যবাদী প্ৰশাসনযন্ত্ৰই যি ভাষাক মুক কৰি ৰাখিছিল। ছয়ত্ৰিশ বছৰ পাচত বাকশক্তি ঘূৰাই পোৱাত দেখা গ'ল ভাষাটো মৰাটো নায়েই, নৰীয়া পাটীতো পৰা নাই। ..... এনে জীৱনীশক্তি যি ভাষাৰ আছে সেই ভাষাৰ কিহৰ ভয়?*

কুলদা কুমাৰ ভট্টাচাৰ্য

# আল্পা পাৰৰ সুৰীয়া লোকগীত

মৃণাল ডেকা

আল্পা বৰপেটা জিলাৰ এখনি পুৰণি নদীৰ নাম। সৰ্থেবৰীয়া জনসাধাৰণৰ জীৱন মৰণৰ লগৰি আল্পা বা অলপা গংগা। প্ৰাক্ঐতিহাসিক যুগৰ সাৰথপুৰ ৰাজ্যক আজিৰ সৰ্থেবাৰী নগৰ বুলি বিভিন্ন জনে কব খোজে। সেই যুগত ইয়াৰ পৰিসৰ আছিল ব্যাপক। নদীক কেন্দ্ৰ কৰিয়েই পৃথিৱীৰ পুৰণি সভ্যতাবিলাক গঢ় লৈ উঠিছিল। এই অঞ্চলৰ সভ্যতাও নদী কেন্দ্ৰিক। সৰ্থেবাৰীক কেন্দ্ৰ কৰি আল্পাৰ দুই পাৰে আছে এক বিৰাট অঞ্চল। কৃষি আৰু হস্ত শিল্পত আগবঢ়া এই অঞ্চল লোক সাহিত্যৰ এক বিশাল ক্ষেত্ৰ। বিহুগীত, বিয়াগীত, আইনাম, ধাইনাম, নাওখেলৰ গীত, মহোহো গীত, দেহবিচাৰৰ গীত আদি অসমীয়া লোকগীতৰ বৈশিষ্ট্যৰে পৰিপূৰ্ণ লোকগীতৰ প্ৰাণ পৰশা সুৰৰ মূৰ্চনা আজিও শুনিবলৈ পোৱা যায়।

"তোমাক তামোল দিয়া কাঁহৰ বটাখনিত
চেনাইৰে হাতুৰিৰ বোল,
যোৱাবেলি বহাগত মোকে গঢ়াই দিছিলে
মোৰ ধন বেহালৈ গ'ল।"

অসমৰ নিৰক্ষৰ ডেকা-গাভৰুৰ ৰুচি, সৌন্দৰ্যবোধ আৰু সৃষ্টিশীল মনৰ পৰিচয় পোৱা এই বিহুগীতবোৰ আল্পাপৰীয়া লোকগীতৰ সুৰীয়া কলি। বিহু কৃষি ভিত্তিক উৎসৱ।

নদীৰ লগত নদীপৰীয়া জনজীৱনৰ সম্পৰ্ক সুগভীৰ। আলপা নদীৰ লগত আল্পাপৰীয়া জনসাধাৰণৰ সম্পৰ্ক আছে। বিহুগীতত তাৰো প্ৰতিধ্বনি শুনা যায় –

(ক) ইখন নৈ আমাৰে সিখন নৈ আমাৰে
আল্পা নৈ আমাৰে ধন,
আল্পাৰ পাৰতে মই ম'হ চৰিলো
অইনত নবহে মন।

(খ) আল্পা নৈৰ বুকুতে বৰহ বাই আছিলো।

বিয়াগীতবোৰ অসমীয়া লোকসাহিত্যৰ অমূল্য সম্পদ। আল্পাপৰীয়া লোকগীতৰ এটা প্ৰধান অংশ বিয়াগীতবোৰে দখল কৰি আছে। অনাখৰি গাঁৱলীয়া জীয়ৰী-বোৱাৰীহঁতৰ সৃষ্টি নৈপুণ্য আৰু সমাজ জীৱনৰ বিভিন্ন স্তৰ এই বিয়াগীতবোৰত দেখিবলৈ পোৱা যায়। নাৰী জীৱনৰ আশা-আকাংক্ষা, দাম্পত্য-জীৱনৰ আদৰ্শ আৰু ঘৰুৱা জীৱনৰ অনন্য চিত্ৰ বিয়াগীতবোৰত দেখা যায়।

আয়ে চাউল চালে চালনী নুঘূৰে
বোপায়ে তামোল কাটে সৰু।
সৰুটু কাকেকে ধৰম বিয়া দিলে
লগতে নিদিলে গৰু।

বিয়াৰ বিভিন্ন ক্ৰম বা অনুষ্ঠান যেনে- সান্দহ কুটা (খুন্দা), সুৱাগৰ ধান বন্ধা, পানী তোলা, শ্ৰাদ্ধ আদি সকলো অনুষ্ঠানৰে বিস্তৃত বিৱৰণ বিয়াগীতবোৰত পোৱা যায়। যথা ঃ

**ক) সান্দহ কুটোতে গোৱা গীত ঃ**

সীতা অ' বিয়া বুলি মই সান্দাহ কুটিলু
অ' হৰিহে আতালে ভখৰি যায়।
সীতা অ' অভেইগাৰ কাপালত বিয়া মিলি নাহে
অ' হৰিহে বৈহাগৰ মাহকে যায়।

অথবা

সীতা অ' বকা ধানৰ চিৰা খুন্দো
অ' হৰিহে জহা ধানৰ আউলাহে।
সীতা অ' অইন ধানৰ গুৰা খুন্দো
অ' হৰিহে আনন্দ কৰি হিয়াহে।।

**খ) সুৱাগৰ ধান বান্ধোতে গোৱা গীত ঃ**

সীতা অ' শিংৰা মাছৰ তিন্দেল কাটা
অ' হৰিহে উজান-ভাটি মাৰেহে।
সীতা অ' বৰথেৰ সণাৰ ঢেকি
অ' হৰিহে জানাৰ-জুনুৰ কৰেহে।।

আকৌ-

বাপু অ' সণাৰে ঢেকিতে ধানপুৰা যুৰিলু
বাপু অ' ৰূপাৰে লগাইলু ঠুৰাহে।
ঠুৰাৰে মুখতে জুন্জুইনা লইগলু
নাউ বাপুৰ বিয়াহে।।

**গ) পানী তোলাতে গোৱা গীত ঃ**

চোতালতে অগি-দগি অ'হৰি মজিয়াতে বাটি
ওলে আহা বৰৰ মায়েক পুএ আহে ৰাতি।





অইলে আনা কাঁহৰ কলহ ভাঙা ফুটা চাওঁ
নাউ বাপুৰ বিয়াৰ পানী তুল্বা যাওঁ।

আকৌ-

এ আল্পাৰে জল অ' হই আছে নিৰমল
ন-কইনা আহিবা আহিবা দেখিহে।
এ হাতৰে কাটেৰী অ'তিনি চেৰ কৰি
লই আহা কলসী ভাৰিহে।

বিয়াগীতৰ আৰু এটা পৰ্যায় বা শ্ৰেণী হ'ল যোৰা-নাম। যাক আমি খিচাগীত বুলি কওঁ। কইনা বা দৰাঘৰীয়াক জোকাই ৰগৰ কৰাৰ উদ্দেশ্যে গোৱা এই গীতবোৰৰ বৰ্ণনা হাস্যৰসাত্মক। ইয়াৰ মাজেৰে নামতী সকলৰ উপস্থিত বুদ্ধি আৰু বাক্ পটুতাৰ পৰিচয় পোৱা যায়। যথা-

ক) কি এহে শিল-মাটিৰ কালা
আগ দিবা আইছি তাই ছুতুৰি পৰাহে
খাপাৰেদি হান মাৰি ধৰা।

খ) আ-হা-ৰে আতালৰ গড়
ক'ৰ পৰা আহি পালা
ধঙালেইতা বৰহে
পেকেদি গোহে পূজা কৰ্।

গ) আঢইলাৰে পানী টুপি সিচু মেনি আহে
লাজ নহ বৰৰ ভিন্হেক খিচু মেনি হাঁহে।
আঢইলাৰে পানী টুপিত পিল্পিল্ কৰে জুক
বৰ ধৰা মান্হুটুৰ পুল্পুল্ কৰে মুখ।।

কৃষি কৰ্মৰ লগত বৰষুণৰ সম্পৰ্ক নিবিড়। নিয়মীয়া বৰষুণ নহলে কৃষি কৰ্মত বাধাৰ সৃষ্টি হয়। সেয়েহে জেঠ মাহত যেতিয়া বতৰ অতি খৰাং হয়, পানীৰ অভাৱত খেতি পথাৰ শুকাই মটিত ফাট মেলিব ধৰে, তেতিয়া বৰষুণৰ আশাত এই অঞ্চলৰ মানুহে ভেকুলী বিয়া পাতে। ভেকুলীৰ বিয়া পাতিলে বৰষুণ হয় বুলি মানুহৰ বিশ্বাস। দুট' জীৱন্ত ভেকুলীক দৰা-কইনা হিচাপে ৰখা হয়। ভেকুলী বিয়াত নামতীসকলে গোৱা শুনা যায়।

সীতা অ' ভেকুলীৰে বিয়া
সীতা অ' বাজে ঢোল পেঁপা
হৰি মোৰ অ' মেঘে ঢালে পানী।

গাৱঁলীয়া নিৰক্ষৰ সমাজত ভূত-প্ৰেত, দেৱতা-পিশাচ ৰাক্ষক-ৰাক্ষসিনী আদিৰ প্ৰতি অগাধ বিশ্বাস। কাৰোবাৰ ঘৰত কোনোৱাজনৰ গাত বসন্ত ওলালে গাৱঁৰ তিৰোতা বিলাকে কৈলাসৰ দেৱী মহামায়া বা পাৰ্বতী বা শীতলা আই লম্ভা বুলি ভাবি নতুন বৰপীৰাত 'আনাকাটা' গামোচা পাৰি দি বগা ফুল, আউলা চাউল আদি দি ধূপ-ধুনা জ্বলাই আইনাম গায়। আইনামবোৰত ভক্তিৰসৰ প্ৰাধান্য দেখা যায়। যথা-

আই মোৰ কুশলাৰ ঘাটতে
আই মোৰ আইয়ে চিলন কৰে
আই মোৰ লাহৰী চুলিটাৰি মেলি
আই মোৰ বাটত লাগাল পাই
আই মোৰ নাৰদে সুধই
আই মোৰ আইৰনো কিহৰে ভোজন
আই মোৰ মুৱামাছ পকেনি
আই মোৰ খৰিকাৰ শুকেনি
আই মোৰ সেয়েহে আইৰে ভোজন
আই মোৰ বিধাতাই স্বৰজিলা
আই মোৰ আইয়ে জন্ম দিলা
আই মোৰ আইয়ে পাগ তুলি যাই
আই মোৰ সন্তৰে তুলিবা
আই মোৰ আই ভাগৱতী
আই মোৰ জীৱে বৰ দুখ পাই

আকৌ-

ফুল ৰুই ৰুই হেঙাৰ বান্ধিলো
গৰু চতকিব বুলিহে
ডাঙৰ মালা আই দেশকে আহিছে
বালকক ফুল দিব বুলিহে

*অথবা*

আউলা চাউলা মুঠি মুঠি কালতুলেসীৰ গুটি
কইলাসকে যাওঁ আই হাতে ধৰি উঠিহে।

শাৰদীয় দুৰ্গা পূজাৰ সময়ত সৰ্থেবাৰী অঞ্চলত দেৱী-পূজা বুলি এক ধৰণৰ নাৰী মূৰ্তিৰ পূজা প্ৰচলন আছে। জীয়ৰী-বোৱাৰীৰদ্বাৰা অনুষ্ঠিত এই পূজা প্ৰাণদায়িনী, অন্নদায়িনী দেৱী দুৰ্গাৰ নামত কৰা হয় যদিও ই দশভুজা মহিষমৰ্দিনী নহয়। ঋতুৰাণী শৰৎ শস্যৰে ভৰপূৰ ঋতু। দেৱীয়ে শস্য ৰক্ষা কৰি আমাক জীয়াই থকাত সহায় কৰে। জৰা-ব্যাধি, সংকট নাশ কৰি জীৱৰ মংগল সাধন কৰাৰ বাবেই এই পূজাৰ আয়োজন। এই পূজাত নামতীসকলে গোৱা গীতবোৰত আইনামৰ দৰে ভক্তিৰসৰ প্ৰাধান্য মন কৰিব লগীয়া।

আই মোৰ আসন পাৰি দিয়া
আই মোৰ বহক দেৱী আই
আই মোৰ থাকক গোপীৰ কথা শুনি
আই মোৰ সকলো গোপীয়ে
আই মোৰ একান্তচিত্তেৰে

আই মোৰ বলক দুৰ্গতি নাশিনী দুৰ্গা
আসনতে বহি আই ধ্যানেৰে লেখা
গোপীৰ স্তুতি শুনি আইয়ে দিলা দেখা
আসনৰে চৌকাষে ফুলিছে মালতি-তগৰ
মল-মলি বাচ আহে আই গোসানীসকল
আসনৰে চৌকাষে ঘট শাৰী শাৰী
ঘট এৰি বস ঢালে কইলাসৰে ঈশ্বৰী।

কৰ্মব্যস্ত গ্ৰাম্য মাতৃয়ে শিশুক নিচুকাবলৈ, ওমলাবলৈ, অথবা টোপনি নিয়াবলৈ কিছুমান গীত গোৱা আজিও শুনা যায়। যিবোৰ গীত 'ধাইনাম' ৰূপে পৰিচিত। শিশু স্বভাৱতে কল্পনাপ্ৰিয়। সিহঁতৰ ওচৰত যুক্তি গৌণ। সেই কাৰণে ধাইনামবোৰত যুক্তিৰ ভূমিকা নাই বুলি কব পৰা যায়। আইতা সকলৰ মুখে শুনা এই গীতবোৰ আজিও আমাৰ অঞ্চলত প্ৰচলিত আছে।

আমাৰ বাপা ঘুমতি যায়
চেং মাছৰ মূৰা পুৰি খায়।
কাণখোৱা হাপা নাহিবি ৰাতি
তোৰে কাণ কাটি লগাই থম বাতি।।

আকৌ-

লাই শাকৰ কোমল পাত কেঁচা সোণ খটুৱা
গৰু চাৰি থাকোতে হাগি গে'ল গাঙটুপ পেটুৱা।
লাইৰে লাই, লাই শাকৰ বাতান খায়
লাই শাকৰ বাতান জালা পায়
আমাৰ বাপু টোপনি যায়।

শিশুৱে অলপতে ঠেহ পাতে। সেই ঠেহ ভাঙিবলৈ মাকে বা বুঢ়ী আইতাকে শিশু ওমলাবলৈ গৈ এনেদৰে গায়-

ইচনী বিচনী দৰিকা মিছনি
মৌ পৰে চিলা পৰে, হেমৰজাই চাউল চৰে
কটকী দেউ, কটকী দেউ,
মোৰ পীৰাখন জাপাত থউ
জাপা নিলাক চুৰে
বনমালা ঘূৰে
হাচুটি পাটাৰ গুটি মাদালৰে চৌ
দক্ষিণ পাথাৰে বহি আছে বুঢ়া বাসুদেউ।
মাছ ৰখীয়াৰ দুখন ঠেং
উল্টাই কাটিলো বৰালীৰ ঠেং।

আকৌ-

আঢ়ৈ দুটে নুনে খাৰে
পুৰা মাহে পান্টা ভাতে খাবি দে-
সৰু ঘৰৰ মেকুৰী বৰ ঘৰে যায়
কলীয়া মেকুৰী কায়কূট দেই।

খেল-ধেমালি শৰীৰ, মন আৰু আত্মাৰ উৎকৰ্ষ সাধনৰ অতি সহজ আৰু উত্তম উপায়। ইয়াৰ জৰিয়তে আনন্দ উপভোগ কৰাৰ উপৰিও পৰস্পৰৰ মাজত প্ৰেম-প্ৰীতি, মৰম-চেনেহ আৰু ঐক্যভাৱৰ সৃষ্টি হয়। এফালে কৃষি আৰু আনফালে হস্তশিল্প এই দুই কৰ্মতে আগবঢ়া এই অঞ্চলৰ প্ৰতিখন গাঁও। বাৰৰ পৰা ওঠৰ ঘন্টীয়া কামৰ মাজতে আবদ্ধ মানুহবোৰ খেল-ধেমালি প্ৰিয়। নাওখেল, হাউখেল, ঢোপখেল আদি বিভিন্ন ধৰণৰ খেল-ধেমালি অতি প্ৰাচীন কালৰপৰা এই অঞ্চলত প্ৰচলিত। প্ৰাকৃতিক কাৰণ আৰু পুঁজিবাদী দেশৰ পৰা আমদানিকৃত খেল-ধেমালিৰ হেচাত ক্ৰমশ প্ৰাচীন খেল-ধেমালিবোৰ লোপ পাব ধৰিছে যদিও ইয়াৰ লগত জড়িত গীতবোৰ ৰিণি ৰিণি আজিও শুনা যায়।

ক) **নাওখেলৰ গীত ঃ**

বাচা নন্দেৰ দুলাল
এত বেলি গৰু চাৰে কাৰ ঘৰৰ ছাৱাল।

মুছলমান সম্প্ৰদায়ৰ লোকে গোৱা মনত পৰে ঃ

বৰহ বাওঁতে বৰহ বাওঁতে
বৰহত পালাক গৰে
হায় হায় হায় বেচ বেচ বেচ।
গৰেটু তৰত থৈ তাই
হাফ্‌লা দিব ধৰে।
হায় হায় . . . .
হাফ্‌লা দিওঁতে হাফ্‌লা দিওঁতে
সাম্‌কে কাটি্লাক ভৰি
হায় হায় . . . .
লালেকৰ আগত কয় তাই
জ্বৰ উঠা বুলি।

**হাউখেলৰ গীত ঃ**

ক) হাউ গুৰ গুৰ লাতা, পিঠা খাবা মাতা।
পিঠা গেল ছিট্‌কি, বুঢ়া মাৰে পিট্‌কি।

খ) হাউ গুৰ গুৰ নাঙল মাটি,
লাউ খোলা দি দিলু ছাতি,
তেজপৰে টোপা-টোপি।

গ) হাউ মাৰি লাউ খাওঁ পপীয়া চৰে
নেজত ভৰি দিলে পাই পুই কৰে।





ঘ) কুট্ কুটং কাঁচি কুটং
কাঁচিৰ আগেদি বেৰা ফুটং।

ঙ) এক্লে টেইটো বেক্লে টেইটো ৰাঙি টেই লাতা
হনুমানে ছলি তুলে দুইকুঁৰি দুটা।

চ) বেন্নাৰ পাতে কাকাল কাটে
গুৰগুটি যঁতৰে মাকক মাতে।

ছ) হাউৰে হাবং চাউল দি চবং।

জ) হাউৰে লৱন চুতীয়া চাৰোন।

আঘোন মাহৰ পূৰ্ণিমা তিথিত নিৰ্মল আকাশৰ তলত জোনৰ পোহৰত ল'ৰা-ডেকাবুঢ়া মিলি পাঁচ-ছয়জনীয়া দলত বিভক্ত হৈ মহখেদা (মহোহো) উৎসৱ- এই অঞ্চলৰ এটি লেখত, লব লগা উৎসৱ। মহখেদা উৎসৱৰ গীতৰ তালে তালে নাচি নাচি মানুহৰ ঘৰে ঘৰে চাউল সংগ্ৰহ কৰে আৰু সেই চাউলেৰে লগভাত খোৱা প্ৰথাটো এই লোক উৎসৱৰ বিশেষ বৈশিষ্ট্য। গীতৰ বৰ্ণনা আৰু ঘৰুৱা শব্দৰ প্ৰয়োগ বিশেষ মন কৰিব লগীয়া।

খাৰা নাকা আউলা ধান
জাপে কাটিম নাক-কাণ
নাকান্দি বি কলৰ ছাটি
আঘোণৰ পূৰ্ণিমাত লগাম বাতি
আঘোণৰ পূৰ্ণিমা
এই পূৰ্ণিমাত মহোহো
আমি খেলং বাঘভোল
বাঘ-ভোলৰ গলত মণি
এই গিৰী মান্‌হ বৰ ধনী
চন্দুক খুলৰে
আমাক বিদায় দিওঁৰে
আইছু ভকত মাচ্ছু খুটি
নেদা মেনি নাযং গুচি।

বহাগ বিহুৰ সময়ত এই অঞ্চলত আৰু দুটি লোক উৎসৱৰ প্ৰচলন আছে। পাৰ-সুঁৰেৰি আৰু সাতশাক তোলা উৎসৱ। দীঘল মকাল বাঁহত ৰঙা, নীলা, বগা, সেউজীয়া আদি বিচিত্ৰ ৰঙৰ কাপোৰ মেৰিয়াই 'পাৰ' সজোৱা হয়। আবেলি পৰত গাঁৱঁত ডেকা-ল'ৰাবোৰে শোভাযাত্ৰা কৰি সুঁৰেৰি পথাৰলৈ নি পাৰ উৰায়। পিছে পিছে নামতী সকলে গাই যায়-

অত দিনে পাউৰা দেউৰে
আছিলা বাঁহৰে মাজতে
গৰখীয়া ছলিক লাগাল পাই
উঠিল কান্ধতে।
পাৰ কান্ধত লোৱা ডেকা-ল'ৰাক বৰ্ণাই সিহঁতে গায়-

জীপ দিয়া কুমুৰাৰ পুলি
আগে গৈলা মৰি
কিনো চাৱা গৰখীয়া ছলি
টিয়ঁহৰে জালি।

আকৌ-

পাউৰা পাউৰা সবাতকৈ চাউৰা
অ' নপৰিবা হালিহেঃ
পাউৰা তুলা ছলি গিলাই
ধৰিব তোমাক তুলিহে।

সাতবিহুৰ দিনা সাতশাক তোলা প্ৰথা অতি প্ৰাচীন। দোকমোকালিতে ঘৰৰ বাহী বন কৰি অটাই গাঁৱৰ জীয়াৰী-বোৱাৰীহঁতে জেতুকা বোলোৱা হতে হাতে চালনী লৈ সাতশাক তুলিবলৈ পথাৰলৈ যায়। মনৰ আনন্দত গায়-

ক) সাতশাকৰ কি কি নাও
ওলাই আহা পাৰ্বতী মনোদৰী
সাতশাক তুলিবলৈ যাওঁ।

খ) খুত্‌ৰা শাকৰ দলো দপো
ৰান্ধি নাখাবি সখীসৱে অ'।
ওলাই নাহা কিয় সখীসৱে অ'।

গ) ৰহিলা এ পিতাই বই দিয়া
ৰহিলা এ বাঁহৰে চালনী
ৰহিলা এহে বেতে বান্ধা কামি।
ৰহিলা এ সাতশাক তুলি আহিলু
ৰহিলা এ আমি সমনীয়া
ৰহিলা এহে মনে আনন্দ কৰি।

এই অঞ্চল অইন ঠাইতকৈ দ। ইয়াত অল্‌পা নৈৰ উপৰিও মৰাজান, কুকাৰজান, মৰা চাউলখোৱা, টিহু নদী আদি সৰু-বৰ বিভিন্ন জান-জুৰি আছে। চাৰিওফালে আছে-মাছ-পুথিৰ ভঁৰাল কাপ্‌লা, তাভা, বৰবিল, ৰৌমাৰী বিল আদি কেইবাটাও বিল। এই নৈ আৰু বিলবোৰত বিভিন্ন পদ্ধতিৰে মাছ ধৰা হয়। বৰশীৰে মাছ ধৰা প্ৰথা অতি প্ৰাচীন। বহু সময় মাছ নালাগিলে বৰশীয়া বিলাকে বৰশীত লাগিবলৈ মাছক মাতি গায়-

ক) শিংৰাৰ মায়েক জাপ্‌ৰা মূৰী
তই হলি মাছৰ গিৰি
টুপ দিছো খা গিলি
মোৰ বৰহত লাগ ধৰি।

খ) পুথি তই মাছৰ ৰাণী

খুটি খুটি তল পৰ
চৰাৎকে মাৰি দেও
পৰাৎকে বামত পৰ।

আকৌ-

তাভা বিলতে জাখা বাই আছিলু
ভৰিতে ধৰিলে জুকে।

হিন্দু-মুছলমানৰ মিলনভূমি এই অঞ্চল। এফালে মন্দিৰ, আনফালে মছজিদ। শংখ-ঘন্টাৰ ধ্বনি আৰ আজানৰ সুৰত মুখৰিত এই অঞ্চল। উভয় সম্প্ৰদায়ৰ মানুহৰ মুখে মুখে কিছুমান আধ্যাত্মিক ভাৱৰ গীত শুনা যায়। বিশ্ব-ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ সংস্কৰণ এই মানৱ-দেহতে যে চৈধ্য ভুৱন সোমাই আছে- তাকেই প্ৰতীকৰ সহায়ত প্ৰকাশ কৰা এই গীতবোৰ দেহবিচাৰৰ গীত ৰূপে পৰিচিত। জিকিৰ সমূহ এই শ্ৰেণীৰে অন্তৰ্গত।

**দেহবিচাৰৰ গীত ঃ**

ঘোষা ঃ গুৰুদেউ,
শুনৰে গুৰুদেউ
ই কথা পতিয়াব কোনে,
হা মোৰ গুৰুদেউ।

পদ ঃ পৰ্বতৰ টিঙতে মৎস্যে উজান দিছে
বগে ধৰি ধৰি খায়,
কানাই দেখিছে কালাই শুনিছে
ঠেঠাই পলুৱা ধৰি যায়।
বাঘো নাই ছাগো নাই মই হাল যুৰিলো
কাৰসলা সাপৰে লৰু,
ভালুক বেটাই ঐ তামুল-পোন কাটা ঐ
বান্দৰ বেটা চাৰ ঐ গৰু।
ঔৰে গছতে কুৰুৱাৰে বাহা
কুৰুৱা কি মতে তৰে,
বেজীৰে মূৰতে ৰান্ধান বাঢ়ন চলে
উধানে কানিকাথাঁ সিয়ে।
আমাৰে গছতে জাম লাগিছে
ধতুৰাৰ গছতে বেল,
কুৰ্কুটু পৰুৱাৰ পাখাখন চেদোতে
কুঠাৰ ভাঙি-চিঙি গেল।
কহয় মাধৱ শুনা বন্ধু সৱ
এৰিয়া বিষয়া ধান্ধা,
সৱে পৰি হৰি বিষয় জঞ্জাল
হৰিনাম গলে বান্ধা।

**জিকিৰ ঃ**

ঘোষা ঃ মইতো কিছু নাজানিলো আল্লা হে
নাজানো মুৰুখে একোকে আল্লাহে

পদ ঃ এইনো ৰৱ ঘৰ কেলেইনো সজালো
কেলেইনো সাঁচিলো ধন।
জাপাৰে বান-কাপোৰ জাপাতে পচিব
হাড়টো গজিব বন অ' আল্লা হে!
ৰৱ ঘৰ ভাঙিলে সাজিব ভালে কৰি
আগতকৈ শুৱনি কৰি অ' আল্লা হে!
দেহা বুঢ়া হলে মুলুকে জানিব
যাব নিজ ঘৰে চলি অ' আল্লাহে!
দীঘলে দুমাৰি পথালি এমাৰি
লৰ বাৰী চুকুত ঠাই অ' আল্লা হে!

ফকৰা-যোজনা আৰু প্ৰবচনবোৰ লোকগীতৰ সমপৰ্য্যায়ৰ বস্তু। সাংসাৰিক জ্ঞানলব্ধ নীতি, আচাৰ-ব্যৱহাৰ, বক্তাৰ পৰ্য্যবেক্ষণ শক্তি, বুদ্ধিদীপ্ততা আদি ফকৰা-যোজনাবোৰত পোৱা যায়। প্ৰত্যেকটো ফকৰাই গূঢ়াৰ্থক, ওৰণি লোৱা ভাৱৰ বাহক। আমাৰ ইয়াত প্ৰচলিত কেইটিমান ফকৰা-যোজনা উল্লেখ কৰা হ'ল-

ক) বাপেকৰ কালত নাই কানি,
চুটীয়া শালিকাই নিয়ে টানি।

খ) হাপাই আনিলে তিৰী,
বোন্দাই হ'ল উপাত্তে গিৰী।

গ) নাই ভূমি চতুৰ সীমা
থকা-থকি পাৰে ডিমা।

ঘ) কঁঠাল চোৰৰ আঠাই সাক্ষী
হাঁহ চোৰৰ মূৰত পাখি।

ঙ) কি খাই তুলিলি বিয়ে
আতাল-কাটি জীয়ে।

চ) এহ বেটী জানকী, গা উঠিল ৰমকি।

ছ) এনেয়ে জালুকৰ জালা,
তাতে আকৌ পিপলীৰ কথ।

জ) কিয়া মুখ গালিবে ধোৱে।

ঝ) গাতে নাই ছাল-বাকলি
মদ খায় তিনি টেকেলি।

ওপৰৰ আলোচনাৰ পৰা আমি ইয়াকে কব পাৰো যে- অসমীয়া লোক সাহিত্যৰ ভঁৰালত আলপাপৰীয়া লোকগীতে এক বিশেষ স্থান অধিকাৰ কৰি আছে। এই লোকগীতৰ ভাষা এই অঞ্চলৰ কথিত ভাষা। এই ভাষা নলবাৰী, বৰপেটা বা বজালী অঞ্চলৰ ভাষাতকৈ পৃথক। নিভাজ ঘৰুৱা শব্দৰ প্ৰয়োগে লোকগীতবোৰক সোঁণত সুৱগা চৰাইছে। গীতবোৰৰ মাজেৰে এই অঞ্চলৰ নিৰক্ষৰ গ্ৰাম্য জীৱনৰ এখনি সুন্দৰ ছবি ফুটি ওলাইছে। আমি যিহেতু গৱেষক নহয়, সেয়েহে সেই ছবি আটোম-টোকাৰীকৈ ধৰি ৰখাত কিমান সফল হৈছো, সেইটো পাঠকসকলৰ বিচাৰ্যৰ বিষয়। ❖





# সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা ঃ এটি ভাষাতাত্ত্বিক সমীক্ষা

ডঃ জীৱন চন্দ্ৰ পাঠক

কোনো ভাষাৰ পূৰ্ণাংগ আলোচনাৰ বাবে সেই ভাষাৰ স্থানীয়-উপভাষাবোৰৰ পদ্ধতিমূলক বিচাৰ বিশ্লেষণ অতি প্ৰয়োজন। স্থানীয়-উপভাষাৰ অধ্যয়নে মান্যভাষাৰ বিকাশ আৰু পৰিপুষ্টিত পৰ্য্যাপ্তভাৱে সহায় কৰিব পাৰে। স্থানীয়-উপভাষাৰ অধ্যয়নৰ ফলত ভাষাটোৰ পূৰ্বৰ স্তৰবোৰৰ বিষয়ে অনেক অজ্ঞাত কথা জানিব পাৰি। মান্য ভাষাত ব্যৱহাৰ নোহোৱা অথবা বিলুপ্তি পাবলৈ ধৰা প্ৰাচীন ৰূপ কিছুমান স্থানীয় উপভাষাই অপৰিবৰ্তনীয়ভাৱে সংৰক্ষণ কৰে।[১] আনহাতে কোনো এক স্থানীয় উপভাষাৰ অধ্যয়নে সেই ঠাইৰ সামাজিক আৰু সাংস্কৃতিক দিশৰ বিষয়ে সম্যক জ্ঞান আহৰণ কৰাত সহায় কৰে। তদুপৰি কোনো এটা স্থানীয় উপভাষা-অধ্যয়নৰ ক্ষেত্ৰত সেই স্থানীয় উপভাষা কোৱা অঞ্চলৰ আদিম অধিবাসী আৰু তাৰ ইতিহাসৰ বিষয়ে কিছু অনুসন্ধান কৰিবলগীয়া হয়। সেই দৃষ্টিকোণৰ পৰা চালে স্থানীয় উপভাষা-অধ্যয়নৰ নৃতাত্ত্বিক আৰু ঐতিহাসিক মূল্যও বিৰাজমান। লগতে স্থানীয়-উপভাষাৰ অধ্যয়নে ভাষাটোৰ শব্দ ভাণ্ডাৰৰ পৰিসৰ তথা প্ৰকাশিকা শক্তিও বৃদ্ধি কৰিব পাৰে। পৃথিবীৰ উন্নত ভাষাসমূহলৈ লক্ষ্য কৰিলে দেখা যায় যে, সেই ভাষাবোৰত একেটা বস্তুক বুজাবলৈ কেবাটাও শব্দ ব্যৱহাৰ কৰে। স্থানীয়-উপভাষা অধ্যয়নৰ এনে গুৰুত্বলৈ লক্ষ্য ৰাখি লিওনাৰ্ড ব্লুমফিল্ডে কৈছে – "ভাষাবিজ্ঞানীৰ বাবে স্থানীয়-উপভাষাৰ অধ্যয়ন কেৱল ভাষাৰ বৈবিধ্যৰ বিষয়ে জনাতেই সীমিত নহয়, মান্য তথা উপমান্য ভাষাৰ উৎপত্তি, ইতিহাস আদিৰ বিষয়ে বিতংভাৱে অধ্যয়ন কৰাৰ প্ৰসংগতো এনে অধ্যয়নে তাৎপৰ্য্যপূৰ্ণভাৱে সহায় কৰে।"[২]

অসমৰ শদিয়াৰ পৰা ধুবুৰীলৈকে অনেক স্থানীয় উপভাষা আছে। এই স্থানীয় উপভাষাবোৰৰ পদ্ধতিমূলক বিচাৰ-বিশ্লেষণ হ'লে অসমীয়া ভাষাৰ বিকাশ তথা পৰিপুষ্টিত পৰ্য্যাপ্তভাৱে সহায় হ'ব। কিন্তু অসমৰ স্থানীয় উপভাষাৰ পদ্ধতিমূলক বিচাৰ-বিশ্লেষণ আজিও পূৰ্ণৰূপত হোৱা বুলি কব নোৱাৰি।

ভাষাবিদ্ পণ্ডিতসকলে অসমীয়া ভাষাটোক দুটা ভাগত ভাগ কৰিছে – উজনি অসমৰ অসমীয়া ভাষা আৰু নামনি অসমৰ অসমীয়া ভাষা। আনহাতে নামনি অসমৰ ভাষাক আৰু দুটা ভাগত ভাগ কৰিছে – (অবিভক্ত) গোৱালপাৰা জিলাত কোৱা গোৱালপৰীয়া উপভাষা আৰু (অবিভক্ত) কামৰূপ জিলাত কোৱা কামৰূপী উপভাষা। ডঃ উপেন্দ্ৰনাথ গোস্বামীদেৱে অঞ্চল অনুসৰি কামৰূপী উপভাষাক তিনিটা আঞ্চলিক বা স্থানীয়-উপভাষাত ভাগ কৰি দেখুৱাইছে। সেই ভাগ তিনিটা হ'ল – পশ্চিম অঞ্চল (বৰপেটা, সুন্দৰদিয়া, পাটবাউসী, ভবানীপুৰ আদি ঠাইবোৰক লৈ, মধ্য অঞ্চল (নলবাৰী আৰু ওচৰ-পাজৰৰ ঠাইবোৰক লৈ) আৰু দক্ষিণ অঞ্চল (পলাশবাৰী, ছয়গাওঁ, বকো আদিক লৈ)।[৩]

ডঃ গোস্বামীদেৱৰ উক্ত বিভাজনৰ পশ্চিম আৰু মধ্য অঞ্চলৰ স্থানীয়-উপভাষাৰ কিছু কিছু বৈশিষ্ট্য সৰ্থেবাৰী অঞ্চলৰ কথিত ভাষাত পোৱা যায় যদিও এই অঞ্চলৰ কথিত ভাষাৰ এক সুকীয়া ৰূপো দেখা যায়। কিয়নো আঞ্চলিক বিভিন্নতা অনুসৰি ভাষাৰ কথিত ৰূপৰ সাধাৰণ বিভিন্নতা দেখা যায়। এই প্ৰসঙ্গত চাৰ্লচ হ'কেটৰ এটি উক্তি উল্লেখ কৰিব পাৰি – "যদি এটা ভাষা মাত্ৰ দুজন মানুহে কয়, তেতিয়াও সচেতন নিৰীক্ষকৰ দৃষ্টিত সাধাৰণ পাৰ্থক্য ওলাই পৰে।"[৪] J.K.Chambers আৰু Peter Trudgill এ কৈছে যে, যদি আমি কোনো এক বিশেষ দিশ লৈ এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ গৈ থাকোঁ, তেনেহ'লে কিছুমান ভাষিক বিভিন্নতা বা প্ৰভেদ দেখিবলৈ পাম। এই ভাষিক বিভিন্নতাই একে ভাষা-ভাষী হোৱা সত্ত্বেও এখন গাঁৱক আনখন গাঁৱৰপৰা পৃথক কৰিছে। কেতিয়াবা কেতিয়াবা এই পাৰ্থক্য বিস্তৃত হ'ব পাৰে আৰু কেতিয়াবা কেতিয়াবা এই পাৰ্থক্য সীমিত হ'ব পাৰে; কিন্তু সেই পাৰ্থক্য ক্ৰমপুঞ্জিত হোৱা স্বাভাৱিক। যাত্ৰাস্থানৰ প্ৰথম পদক্ষেপৰ পৰা যিমানেই দূৰলৈ গৈ থকা যায়, ভাষাৰ প্ৰভেদৰ মাত্ৰাও সিমানেই বেছি হৈ যাব।[৫]

সৰ্থেবাৰী অঞ্চলৰ কথিত ভাষাত কামৰূপী উপভাষাৰ পশ্চিম আৰু মধ্য অঞ্চলৰ স্থানীয়-উপভাষাৰ ৰূপ পোৱাৰ মূলতে হ'ল সৰ্থেবাৰী বৰপেটা আৰু নলবাৰীৰ সমদূৰৱৰ্তী স্থান। দুয়োটা অঞ্চলৰ (বৰপেটা আৰু নলবাৰী) মানুহৰ সৈতে সৰ্থেবাৰী অঞ্চলৰ মানুহৰ বিয়া বাৰুকে আদি কৰি সামাজিক সম্বন্ধ আছে। সেয়েহে এই অঞ্চলৰ কথিত ভাষাই কামৰূপী উপভাষাৰ পশ্চিম আৰু মধ্য অঞ্চলৰ স্থানীয় উপভাষাৰ সংমিশ্ৰণত এক নতুন ৰূপত গঢ় লৈছে।

তদুপৰি এই অঞ্চলৰ কথিত ভাষাৰ সুকীয়া বৈশিষ্ট্যই ইয়াক কামৰূপী উপভাষাৰ পশ্চিম আৰু মধ্য অঞ্চলৰ স্থানীয় উপভাবাৰ পৰা কিছু পৃথক কৰিছে। এই পাৰ্থক্য বেছি। সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাৰ সাধাৰণ বৈশিষ্ট্যসমূহ তলত দিয়া হ'ল।

**ধ্বনি মূলক ঃ**

১। মান্য অসমীয়া ভাষাৰ দুটা অক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত 'অ' ধ্বনি আৰু দ্বিতীয় অক্ষৰত 'আ' ধ্বনি থাকিলে সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত কেতিয়াবা কেতিয়াবা প্ৰথম অক্ষৰৰ 'অ' ধ্বনিৰ ঠাইত 'আ' ধ্বনি হয় আৰু কেতিয়াবা কেতিয়াবা দ্বিতীয় অক্ষৰৰ 'আ' ধ্বনিৰ ঠাইত 'অ' ধ্বনি হয়। যেনে --

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| আকাল | অকাল |
| কাঙাল | কঙাল |
| কামাৰ | কমাৰ |
| কাহাৰ | কঁহাৰ |
| গাজাল | গজাল |

কিন্তু —

| | |
|---|---|
| কৰল | কৰাল |
| চখন | শ্মশান |
| চতক | ছটাক |
| সমন | সমান |

২। মান্য অসমীয়া ভাষাৰ দুটা অক্ষৰযুক্ত শব্দৰ প্ৰথম অক্ষৰত 'ও' ধ্বনি আৰু দ্বিতীয় অক্ষৰত 'আ' ধ্বনি থাকিলে সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত কেতিয়াবা কেতিয়াবা প্ৰথম অক্ষৰৰ 'ও' ধ্বনি 'অ' ধ্বনিলৈ আৰু দ্বিতীয় অক্ষৰৰ 'আ' ধ্বনি 'অ' ধ্বনিলৈ পৰিবৰ্ত্তন হয় । যেনে —

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| কদল | কোদাল |
| গঙৰ | গোঁৱাৰ |
| চতল | চোতাল |
| জনক | জোনাক |

৩। মান্য অসমীয়া ভাষাৰ পদৰ আদি অক্ষৰত থকা 'অ' স্বৰ সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত প্ৰায়ে 'ঐ' স্বৰলৈ পৰিবৰ্ত্তন হয় – যদিহে আদি অক্ষৰৰ 'অ' স্বৰৰ পিছৰ অক্ষৰত ই/ঈ স্বৰ আৰু তাৰ পিছত 'য়' শ্ৰুতিধ্বনিৰে সৈতে 'আ' স্বৰ থাকে। এই ক্ষেত্ৰত মান্য অসমীয়া ভাষাৰ 'য়' শ্ৰুতিধ্বনি সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত লোপ পায়। যেনে —

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| কৈৰা | কঁৰীয়া |
| গৈৰা | গৰীয়া |
| ঘৈৰাল | ঘঁৰিয়াল |
| চৈৰা | চৰিয়া |

৪। মান্য অসমীয়া ভাষাৰ পদৰ আদি অক্ষৰত থকা 'অ' স্বৰ সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত প্ৰায়ে 'ঔ' স্বৰলৈ পৰিবৰ্ত্তন হয় – যদিহে আদি অক্ষৰৰ 'অ' স্বৰৰ পিছৰ অক্ষৰত উ/ঊ স্বৰ আৰু তাৰ পিছত 'ৱ' শ্ৰুতিধ্বনিৰ সৈতে 'আ' স্বৰ থাকে। এই ক্ষেত্ৰত মান্য অসমীয়া ভাষাৰ 'ৱ' শ্ৰুতিধ্বনি সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত লোপ পায়। যেনে —

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| খৌৰা | খৰুৱা |
| গৌৰা (মাছ) | গৰুৱা (মাছ) |
| ঘৌৰা | ঘৰুৱা |

৫। মান্য অসমীয়া ভাষাৰ আদি অক্ষৰত থকা 'ও' স্বৰ সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত প্ৰায়ে 'অ', 'আ' আৰু 'উ' স্বৰলৈ পৰিবৰ্ত্তন হয় । যেনে —

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| ক) ও> | |
| ধঙা | ধোঁৱা |
| ফফ্‌লা | ফোপোলা |
| বৰেৰ পুৱা / বৰৰ পুৱাই | বোৱাৰীপুৱা |
| ভথ্‌ৰা | ভোট এৰা |
| মহ মাছ | মোৱা মাছ |
| খ) ও>[illegible] | |
| কাউৰি | কোৱাৰি |
| জাকৰ | জোকোৰা |
| পাহেৰী | পোহাৰী |
| মাকাল বাঁহ | মোকাল বাঁহ |
| গ) ও>উ | |
| উক | ওক |
| উথ | ওঁঠ |
| গুজা | গোঁজা |
| পুহেইনা | পোহনীয়া |
| জুঙা | জোঙা |





কিন্তু ইয়াৰ বিপৰীতে কেতিয়াবা কেতিয়াবা মান্য অসমীয়া ভাষাৰ আদি অক্ষৰত থকা 'উ' স্বৰৰ ঠাইত সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত 'ও' স্বৰ হয়। যেনে —

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| ওৰ্হি | উৰহী |
| খোপৰি | খুপৰি |
| গোবৌৰা | গুবৰুৱা |
| জোঙ্‌লি | যুৱলি |
| পোখ্‌ৰি | পুখুৰী |

৬। সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাৰ কিছুমান শব্দত মধ্য স্বৰৰ আগম দেখা যায় । যেনে —

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| খাইজ্‌না | খাজনা |
| পুইৰা (কল) | পুৱা (কল) |
| বাইজ্‌না | বাজনা |
| প'উলা | পল |
| পাউৰা | পাৰ |
| সুৰ্পুনাখা | শূৰ্পনখা |

৭। মান্য অসমীয়া ভাষাৰ কিছুমান শব্দৰ একাকী ব্যঞ্জন সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত দ্বিত্ব ব্যঞ্জন ৰূপে উচ্চাৰিত হয়। যেনে —

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| কেচ্চি | কেঁচী |
| জিল্লা | জিলা |
| দজ্জন | ডজন |
| ধাক্কা | ঢকা |

৮। কামৰূপী উপভাষাৰ অন্যান্য স্থানীয় উপভাষাৰ দৰে সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাতো মান্য-অসমীয়া ভাষাৰ কিছুমান শব্দৰ 'ন' আৰু 'ৰ' ধ্বনি 'ল' ধ্বনিলৈ পৰিবৰ্তন হয় । যেনে -

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| ন>ল | |
| লম্বৰ | নম্বৰ |
| লাইলন | নাইলন |
| লাঙাল | নাঙল |
| লাঙ্‌তা | নঙঠা |
| ৰ>ল | |
| আউলা চাউল | আৰৈ চাউল |
| কাভেদ্‌লি | কোৱাভাতুৰী |
| চক্‌লা | চোকোৰা |

**ৰূপাত্মক**

১। মান্য অসমীয়া ভাষাত ব্যৱহৃত নিৰ্দিষ্টবাচক প্ৰত্যয়বোৰ সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত কিছু ভিন্ন ৰূপত পোৱা যায়। যেনে -

| | | |
|---|---|---|
| খাজা | ঃ | এক্ খাজা কুম্‌ৰা (এডোখৰ কোমোৰা)। |
| চাক্‌লা | ঃ | আমচাক্‌লা (আমচকল)। |
| চুপ/চুপা | ঃ | বাহচুপ/বাহচুপা (বাহছোপা)। |
| চুল | ঃ | এক্‌চুল তেল (এচলু তেল) |
| চেল্‌কা | ঃ | এক্‌চেল্‌কা মিথে (এচেলেকা গুড়)। |
| তুক্‌ৰা | ঃ | বাহতুক্‌ৰা (বাঁহটুকুৰা)। |
| তুপ/তুপা | ঃ | পানিতুপ/পানিতুপা (পানীটোপা)। |
| থকা/থক | ঃ | কলথকা/কলথক (কলথোকা)। |
| থপ্‌না | ঃ | ফুলথপ্‌না (ফুলথোপা)। |
| দখ্‌ৰা | ঃ | কাথদখ্‌ৰা (কাঠডোখৰ)। |
| দব্‌লা/দবল | ঃ | মাতিদব্‌লা/মাতিদবল (মাটিদৰা)। |
| পেত | ঃ | পানপেত (পাণপাট)। |

৬। সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত ক্ৰিয়া বিশেষণবোৰ মান্যভাষাৰ তুলনাত সুকীয়া । যেনে –

কিত্তে (কেতিয়া), কিত্তবা (কেতিয়াবা), কেইহ্‌না (কাহানি), কেইহ্‌নিবাই/কেহেনবাই (কাহানিবাই), জিত্তে (যেতিয়া), জেইহ্‌না (যিদিনা), তিত্তে (তেতিয়া), পৰ্‌হিদ্‌না (পৰহি), সিদ্‌না/সিন্না (সিদিনা)। ইফ্‌লে/ইফালে (এইফালে), কুনফালে (কোনফালে), সিফ্‌লে/সিফালে (সেইফালে)।

খচ্‌কে (বেগাই), দাউৰা-দাউৰিকে (দৌৰা-দৌৰিকৈ), বয়াকে (বেয়াকৈ), লাহেক্‌কে (লাহেকৈ)।

৩। ক্ৰিয়া বিভক্তিবোৰতো মান্য ভাষা আৰু সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাৰ কিছু পাৰ্থক্য আছে । যেনে –

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| তই খা | তই খাব |
| তুমি খাঅ (খাৱ) | তুমি খোৱা |
| আপ্নি কোৱো | আপুনি ক'ব। |

৪। ক্ৰিয়াৰ নাস্ত্যৰ্থক ৰূপৰ ক্ষেত্ৰতো মান্য-অসমীয়া ভাষা আৰু সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাৰ কিছু পাৰ্থক্য দেখা যায়। যেনে —

| মান্য অসমীয়া ভাষা | সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা |
|---|---|
| ন-যায়>নাযায় | নাজ্জে |
| ন-লাগ-এ>নালাগে | নাঙ্গে |
| ন-খায়>নাখায় | নাখৈ |
| ন্-দি-এ>নিদিএ(নিদিয়ে) | নেদে |

৫। মান্য অসীয়া ভাষাত নামধাতু সজাবলৈ ব্যৱহাৰ কৰা – আ, -ইয়া, -উৱা আদি প্ৰত্যয়ৰ সলনি সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত -উও, -ও প্ৰত্যয় ব্যৱহাৰ হয় । যেনে –

—উও ঃ-

আগ-উও>আগুও, আউগো (আগুৱা)

পাচ - উও >পাচুও, পাউচো (পিছলৈ যা)।

—ও ঃ-

গুলি -ও>গুলিও, গুইলো (গুলীয়া)

ভাগ -ও >ভাগো (ভগা)

লাথথি -ও >লাথ্থিও, লাইথ্থো (লথিয়া)।

৬। মান্য অসমীয়া ভাষাত বৰ্তমানকালিক কৃদন্ত বুজাবলৈ ধাতুৰ পাছত যোগ দিয়া – ওঁতা আৰু – ওঁতে ৰ ঠাইত সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত – আতা /– অতা আৰু আতে /– অতে প্ৰত্যয় যোগ দিয়া হয়।

যেনে –

কৰ্-আতা>কৰাতা (কৰোঁতা)

ধৰ্-আতা>ধৰাতা (ধৰোঁতা)

খা-আতা>খাঅতা (খাওঁতা)

থাক্-আতে>থাকাতে (থাকোঁতে)

ৰাখ্-আতে>ৰাখাতে (ৰাখোঁতে)

৭। সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত ব্যৱহৃত বিশেষ্যৱাচক পৰসৰ্গবোৰো মান্য-অসমীয়া ভাষাৰ পৰা কিছু পৃথক। যেনে -- কুন্তি, ধোৰি, হোলি, হোতি, হাত্নে, লোগি ইত্যাদি।

কুন্তি ঃ সেই কুন্তি সিয়াক কুইনো ভাল নাপৈ।
(সেইকাৰণে তাক কোনেও ভাল নাপায়।)

ধোৰি ঃ ধণ্ডাত্ধোৰি ঘৰত সুব্কিবা নৰা হৈছি।
(ধোঁৱাৰ বাবে ঘৰত সোমাব নোৱাৰা হৈছে।)

**শব্দমূলক ঃ-**

শব্দভাণ্ডাৰৰ ক্ষেত্ৰতো মান্য অসমীয়া ভাষাৰ সৈতে সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাৰ কিছু পাৰ্থক্য দেখা যায়। একেটা বস্তুকে বুজাবলৈ মান্য-অসমীয়া ভাষা আৰু সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত ভিন ভিন শব্দ ব্যৱহাৰ কৰা হয়। যেনে –

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| আইতা | গড়খাৰৈ |
| আইত্তাজাঅ | তেওজবেলি |
| আপৰহ্ | বেদনা/কষ্ট |
| আল্লিঘাঁহ | এবালি ঘাঁহ |
| উক্ৱা | লুক্ৱা |

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| গাথি খা | চবচবণি খা |
| গুৱালেঙি | গাগিনী |
| গৈত্না | বুটা |
| ঘৰ্ঘৈৰা | ঘৰ-ঘৰোৱাহ |
| চাইতান্ | চতিয়না |
| চেঙাত্তেঙা | (চাঙেৰী) টেঙেচী |

| সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা | মান্য অসমীয়া ভাষা |
|---|---|
| দুকমফুক/দুকম ফুল | দোৰোণ |
| দেঙ | বেঙা |
| ধুথ্ৰি | থুতুৰি |
| ভউথা সাক | জিলমিল শাক |
| ভৰি ধু/ভ'ইৰ ধু | পেচাব কৰ্ |
| বাঙ্চা/বাইঙ্চা | ৰঙচুৰা |
| লাউক্ৱা/লাক্ৱা | কোৰোকা |
| লাচ্মা | লাচিম |
| লেচা | সোপাকানি |
| সাউজা | সঁজাল |
| সুইন | অধিবাস |
| সুকুনি | শকুনি |

উল্লিখিত বৈশিষ্ট্যসমূহৰ উপৰিও এই অঞ্চলৰ স্থানীয় উপভাষাত ব্যৱহৃত জতুৱা ঠাচ, খণ্ডবাক্য, ফকৰা-যোজনা আদি মান্য অসমীয়া ভাষাৰ পৰা কিছু পৃথক। এনে স্থানীয় উপভাষাবোৰৰ পদ্ধতিমূলক বিচাৰ-বিশ্লেষণ হ'লে অসমীয়া ভাষাৰ বিকাশ আৰু পৰিপুষ্টিত যথেষ্ট সহায় হ'ব।

1. Bloomfield, L. : Language P.322
2. Bloomfield; L. : P.50-51
3. Goswami, U. : A study on kamrupi, A dialect of Assamese. P.28
4. Hockett, C.F. : A course in modern linguistics. P. 471.
5. Chambers, J.K. and Trudgill Peter : Dialectology P.6





# সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষা

*বিভাৰাণী পাঠক*

ভাৰতৰ পূব প্ৰান্তত অৱস্থিত অসম দেশক আমি বাৰেবৰণীয়া সংস্কৃতিৰ লীলাভূমি বুলি ক'ব পাৰোঁ । নানা সংস্কৃতিৰ দীঘে-বাণীৰে গঢ়ি উঠিছে অসমীয়া সংস্কৃতিৰ ফুলাম গামোচাখনি । অসমীয়া সংস্কৃতি যিদৰে বিবিধ সংস্কৃতিৰ সমন্বয়ত গঢ় লৈ উঠিছে তেনেদৰে অসমীয়া ভাষাও বিবিধ ভাষাৰ পৰা লোৱা উপাদানৰ সমন্বয়ত গঢ়ি উঠিছে ।

সাগৰ সদৃশ ভাৰতীয় আৰ্য্য ভাষাৰ এটা সোঁত হ'ল —অসমীয়া ভাষাটো ।ইয়াত আকৌ বিবিধ অনাৰ্য্য গোষ্ঠীৰ ভাষাৰ সৰু-সুৰা সোঁত লগ লাগিছে । ইয়াৰ ফল স্বৰূপে অসমীয়া ভাষাটোৱে হিল্দল্ ভাঙি আগবাঢ়ি আহি আজিৰ চহকী অৱস্থা লাভ কৰিবলৈ সক্ষম হৈছে । পূবৰ পৰা পশ্চিমলৈকে অসমত বিভিন্ন আঞ্চলিক উপভাষা সিঁচৰতি হৈ আছে ।এই উপভাষা সমূহ অধ্যয়ন কৰাটো নিতান্তই প্ৰয়োজনীয় ।

আমি জানো যে, ভাষা সদায় সবল গতিলৈকেহে ধাৱমান হয় । পৃথিৱীৰ কোনো মানুহেই নিজৰ মাজত ভাৱৰ আদান প্ৰদান কৰিবলৈ নানা উপমা অলংকাৰেৰে সমৃদ্ধ লালিত্যপূৰ্ণ ভাষা এটা ব্যৱহাৰ কৰিব নোখোজে । সেইবাবেই হয়তো কথ্য ভাষা আৰু লিখিত ভাষাৰ মাজত সামান্য হলেও প্ৰভেদ এটা থাকি যায় ।অসমীয়া ভাষাও ইয়াৰ ব্যতিক্ৰম নহয় । ঔপভাষিক দৃষ্টিভংগীৰে বিচাৰ কৰিলে অসমত প্ৰধানকৈ দুটা উপভাষা পোৱা যায় । এটা হ'ল পূব অঞ্চলৰ বা উজনিৰ উপভাষা আৰু আনটো হ'ল পশ্চিম অঞ্চলৰ বা নামনিৰ উপভাষা । বৰ্তমানৰ অসমীয়া মান্য ভাষাটো পূব অঞ্চলৰ অৰ্থাৎ উজনিৰ উপভাষাৰ ওপৰত ভিত্তি কৰি গঢ় লৈ উঠিছে ।

অসমীয়া ভাষাৰ প্ৰধান উপভাষা হ'ল, কামৰূপী উপভাষা । সমগ্ৰ কামৰূপ জিলাতে এই কামৰূপী উপভাষাটোৰ প্ৰচলন আছে ।মন কৰিবলগীয়া কথা এয়ে যে কামৰূপী উপভাষাটোৰ স্থানবিশেষে কিছু ভিন্ন ৰূপ লাভ কৰা দেখা গৈছে । অবিভক্ত কামৰূপ জিলাখনক পশ্চিম অঞ্চল, মধ্য অঞ্চল আৰু দক্ষিণ অঞ্চল হিচাপে ভাগ কৰি ইতিমধ্যে ড. উপেন্দ্ৰ নাথ গোস্বামী দেৱে এক বিস্তৃত আলোচনা আগবঢ়াইছে । বৰপেটা আৰু ইয়াৰ ওচৰ-পাজৰৰ ঠাইক লৈ পশ্চিম অঞ্চল বুলি ভাগ কৰি তেখেতে যি আলোচনা আগবঢ়াইছে, তাৰে ভিতৰত আকৌ সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাটোক সুকীয়া দৃষ্টিভংগীৰে আলোচনা কৰিবলৈ ইয়াত প্ৰয়াস কৰা হৈছে ।

অবিভক্ত কামৰূপ জিলাৰ পশ্চিম অঞ্চলত অৱস্থিত বৰপেটা অঞ্চল আজি 'বৰপেটা' জিলা নামেৰে এখন সুকীয়া জিলাত পৰিণত হৈছে ।এই বৰপেটা জিলাৰ সৰ্থেবাৰী অঞ্চল ইতিহাসে ঢুকি নোপোৱা দিনৰে পৰা কাঁহ শিল্পৰ বাবে বিখ্যাত ।শিল্পীৰ হাতৰ যাদুকৰী পৰশত গঢ় লোৱা বিবিধ কাঁহৰ পাত্ৰেৰে খিতাপ লাভ কৰা সৰ্থেবাৰী অঞ্চলৰ মানুহৰ মুখৰ ভাষা সামগ্ৰিক ভাৱে কামৰূপী উপভাষা । কিন্তু সেয়া হ'লেও কামৰূপৰ মধ্য অঞ্চল, আনকি পশ্চিম অঞ্চলৰ (বিশেষকৈ বৰপেটা নগৰ আৰু ইয়াৰ ওচৰে পাজৰে থকা যেনে, —ভবানীপুৰ, চেঙা, বহৰী, সৰভোগ, বৰপেটা ৰোড ইত্যাদি অঞ্চল) ভাষাৰ পৰাও সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাটো কিছু পৰিমাণে পৃথক ।এই অঞ্চলৰ স্থানীয় কথ্য ভাষাটোৰ এটা সৰল বিশ্লেষণ তলত দাঙি ধৰা হ'ল

এই স্থানীয় ভাষাটোৱে ধ্বনি-তত্ব, ৰূপ-তত্ব আৰু শব্দ-তত্বৰ ক্ষেত্ৰত কামৰূপৰ মধ্য অঞ্চল আৰু পশ্চিম অঞ্চল উভয়ৰে সংমিশ্ৰণত এটা সুকীয়া ৰূপ গ্ৰহণ কৰিছে —

**ধ্বনি তাত্বিক আলোচনা ঃ**

(১) সৰ্থেবাৰী অঞ্চলৰ স্থানীয় কথ্য ভাষাত বিশিষ্ট স্বৰ-ধ্বনিৰ সংখ্যা মাত্ৰ সাতটা (৭ টা) । সেই কেইটা হ'ল —

ই (i), এ' (e), এ (e), আ (a), অ (ɔ), ও (o) আৰু উ (u) ।

এই ধ্বনি কেইটাই অভিন্ন বা সদৃশ পৰিবেশত শব্দৰ আদ্য, মধ্য আৰু অন্ত যিকোনো এটা স্থানত বিৰোধ ঘটাবলৈ সক্ষম হৈছে আৰু সেইবাবে ইহঁতে বিশিষ্ট ধ্বনি বা বৰ্ণৰ মৰ্য্যাদা লাভ কৰিব পাৰিছে । কিন্তু অসমীয়া ভাষাৰ বিশেষ বৈশিষ্ট্যসূচক পশ্চ মধ্যাভাস অ' (১) ধ্বনি সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত কেতিয়াও উচ্চাৰিত নহয় । এই অ' ধ্বনিটো বেছি ভাগক্ষেত্ৰতে উ, ও আৰু এ —আদি ধ্বনিলৈ ৰূপান্তৰিত হোৱা দেখা গৈছে । যেনে ৰ'দ >ৰোদ, ব'ল >বুল, গ'ল >গেল ইত্যাদি ।

(২) এই স্থানীয় উপভাষাটোত এ (e) ধ্বনিৰ প্ৰয়োগ বেছি দেখা গৈছে ।

(৩) অৰ্ধ-স্বৰ 'য়' আৰু 'ৱ' —ৰ প্ৰয়োগ প্ৰায় নাই বুলিয়ে ক'ব পাৰি । য় >অ, এ আৰু ৱ >ৱ, উ —আদি ধ্বনিলৈ পৰিবৰ্তন হোৱা দেখা যায় । যেনে, –

বিয়া >বিআ, বায়ন >বাএন

অৱদান >অবদান, গাৱঁ >গাউ ইত্যাদি ।

(৪) ড. উপেন্দ্ৰ নাথ গোস্বামী দেৱে উল্লেখ কৰিছে যে, কামৰূপীত শব্দৰ আদি অক্ষৰত দ্বি স্বৰৰতো প্ৰয়োগ হয়েই, আনকি কেতিয়াবা ত্ৰি-স্বৰৰো প্ৰয়োগ হোৱা দেখা যায় । যেনে, ভাৱৰীয়া —ভাউইৰা, কেৱলীয়া — কেউইলা ।

সৰ্থেবাৰীৰ স্থানীয় উপভাষাত কিন্তু কেতিয়াও ত্ৰিস্বৰৰ প্ৰয়োগ নহয় ।

দ্বি-স্বৰৰহে প্ৰয়োগ আছে । যেনে, ভাৰবীয়া —ভাউ্ৱা, কেৰলীয়া —কেউলা ।

(৫) ব্যঞ্জন ধ্বনিৰক্ষেত্ৰত অনুস্বাৰ (ং)ৰ প্ৰয়োগ বেছি দেখা যায় । আনকি মান্য ভাষাৰ চন্দ্ৰ বিন্দু যুক্ত স্বৰান্ত শব্দও ইয়াত অনুস্বৰান্ত হোৱা দেখা গৈছে । যেনে, নাযাওঁ —নাজং, নাখাওঁ —নাখং ।

(৬) ড. উপেন্দ্ৰ নাথ গোস্বামীয়ে আলোচনা কৰি দেখুওৱা ধৰণে এই স্থানীয় উপভাষাটোতো শ্বাসাঘাত বা বলাঘাত শব্দৰ আদি অক্ষৰত পৰে আৰু ফলত শব্দৰ মাজত থকা স্বৰধ্বনিবোৰ উচ্চাৰিত নহয় । যেনে, —গোমূৰা --গোম্ৰা, দমৰা —দাম্ৰা, মেকুৰী —মেক্ৰী, কোমোৰা —কুম্ৰা ইত্যাদি ।

(৭) এই স্থানীয় উপভাষাটোত ৰেফৰ ( ́ ) প্ৰয়োগৰ ক্ষেত্ৰত এটা বিশেষ বিশেষত্ব দেখা যায় । সঘোষ দন্তমূলীয় স্পৰ্শ বৰ্ণৰ লগত ৰেফ সংযুক্ত হ'লে সেই ৰেফ লোপ পায় আৰু ৰেফ যুক্ত বৰ্ণটো সদায় দ্বিত্ব হৈ পৰে । যেনে, পৰ্দা —পদ্দা, কৰ্দে —কদ্দে, অৰ্থ —অথ্থ, মূৰ্চা —মূচ্চা, অৰ্জুন —অজ্জুন ইত্যাদি ।

আকৌ দুটা শব্দ ওচৰা উচৰি হ'লে আগৰ শব্দৰ ৰ-বৰ্ণ পিচৰ শব্দৰ আদিত থকা সঘোষ দন্তমূলীয় স্পৰ্শ বৰ্ণৰ লগত সমীভূত হয় । যেনে, —তোৰদৰে —তোদ্দৰে, বৰ ডেকা —বদ্দেকা, বৰদোৱা —বদ্দুৱা ইত্যাদি ।

**ৰূপতাত্ত্বিক আলোচনা ঃ**

(১) এই অঞ্চলৰ ভাষাত —

কাৰকৰ লগত লগ লগা শব্দ বিভক্তি বোৰৰ ক্ষেত্ৰত দেখা গৈছে যে, কৰ্তা-কাৰকত প্ৰথমাৰ 'এ' বিভক্তিৰ উপৰিও 'ই' বিভক্তিও যোগ হয় । আকৌ কৰণ কাৰকত কেৱল মাথোন তৃতীয়াৰ 'দি' বিভক্তিহে লগ লাগে ; তেনেদৰে নিমিত্ত কাৰকত চতুৰ্থীৰ 'লৈ' বিভক্তিৰ ঠাইত 'লোগি' হয় ।

কেতিয়াবা চতুৰ্থীৰ 'লৈ' বিভক্তিৰ ঠাইত দ্বিতীয়াৰ 'ক' বিভক্তি হোৱাও দেখা যায় । যেনে, —

ক'লৈ যোৱা —কোক জাঅ ।

(২) সম্বন্ধবাচক নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰক্ষেত্ৰতো এই স্থানীয় উপভাষাটোৰ প্ৰভেদ লক্ষণীয় যেনে, —

মান্য অসমীয়াৰ ∅. বা /এৰ্, ৰ /এৰ, আৰু ক এক এই কেইটা সম্বন্ধবাচক নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ সলনি সৰ্থেবাৰীৰ স্থানীয় উপভাষাটোত ∅. এ (Σ) এ' () আৰু এক্ হে প্ৰয়োগ হয় ।

মোৰ পিতা (∅। মোৰ খুৰী (∅।

তুমাৰ পিতে (এ) তুমাৰ খুইৰে (এ)

তোৰ পিতে (এ) তোৰ খুইৰে (-এ)

তাৰ পিতেক (-এক) তাৰ খুইৰেক (-এক)

(৩) বহুবচনাত্মক প্ৰত্যয় —বোৰ, বিলাক, হঁত ৰ ঠাইত এই স্থানীয় উপভাষাটোত সদায় গেলা, আহুন, আঁহাৰ নাইবা ঠে হয় । যেনে, —

ল'ৰাবোৰ > ছোলি গেলা, ভাইহঁত > ভাই আহুন

ছোৱালীবিলাক > জিঅগেলা, মামাহঁত > মামা আঁহাৰ মামাঠেৰ ইত্যাদি ।

(৪) নিৰ্দিষ্টতাবাচক প্ৰত্যয় —টো, জন, জনী, গৰাকী, জনা ৰ ঠাইত এই স্থানীয় উপভাষাটোত সদায় 'টু' হয় । যেনে, —

ল'ৰাটো > ছোলিটু, মানুহজন > মানহুটু

ছোৱালীজনী > জিঅ টু, মানুহগৰাকী > তিৰীটু

গোঁসাইজনা > গঁহেটু ইত্যাদি ।

আকৌ ডাল আৰু ফেৰা ক্ৰমে ডেল, কৰ আৰু খেনি আফিৰ হয় । যেনে, সাপডাল —সাপডেল, সাপখৰ, নিমখফেৰা —নুনখেনি, ননআফিৰ ইত্যাদি ।

(৫) মান্য অসমীয়াত টো, জন, জনী, খন আদি নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ আগত 'কেই' লগ লগাই বহুবচন কৰাৰ নিয়ম আছে । যেনে, —ল'ৰাকেইজন, মানুহকেইটা, কিতাপকেইখন ইত্যাদি ।

সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাতো এই নিয়ম আছে । ব্যতিক্ৰম মাথোন এয়ে যে, ইয়াত 'কেই'ৰ সলনি সদায় 'কে' হয় আৰু নিৰ্দিষ্টতাবাচক প্ৰত্যয়টো অধিকাংশ ক্ষেত্ৰতে আকাৰান্ত হৈ পৰে । যেনে, —মানহ কেইজন —মানহকেটা, সাপকেইডাল —সাপকেদ্‌লা

দুই এটা শব্দত আকৌ 'কেই'ৰ ব্যৱহাৰো থকা দেখা গৈছে । যেনে, পাযাকেইখৰ ।

(৬) এই অঞ্চলৰ ভাষাত নাম ধাতুৰ প্ৰয়োগ তলত দিয়া ধৰণৰ

| মান্য অসমীয়া | সৰ্থেবাৰীৰ স্থানীয় উপভাষা |
|---|---|
| আঃ | |
| কিল্ -আ -কিলা | কিলঅ |
| গুলী -আ -গুলীয়া | গুইলঅ |
| টোপনী-আ-টোপনীয়া | টুইপ্‌নঅ |
| ইয়াঃ গুইৰঅ | গোৰ -গুৰইয়া -গুৰিয়া |
| চৰ-ইয়া -চৰিয়া | চৰঅ্ |
| টাঙন টঙন-ইয়া টঙনিয়া | টাইঙ্‌নঅ |
| উআঃ আগ-উআ -আগুৱা | আউগঅ |
| পিছ উআ -পছুৱা | পাউছঅ ইত্যাদি । |

(৭) মান্য ভাষাৰ দৰে সৰ্থেবাৰীৰ স্থানীয় উপভাষাটো নঞাৰ্থক 'ন' ক্ৰিয়াৰ আগত বহে । কিন্তু উল্লেখনীয় কথা এয়ে যে, এই অঞ্চলৰ ভাষাত





ক্ৰিয়াৰ আগত 'ন' যোগ হোৱাৰ লগে লগে মূল ক্ৰিয়াটোত থকা প্ৰথম স্বৰধ্বনিটো লোপ পায় । যেনে, —নাখাওঁ > নাখং, নাযাওঁ > নাযং, নেখেলে > নেখ্‌লোই, নিপিন্ধে > নিপ্‌নে ইত্যাদি ।

(৮) সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাত ক্ৰিয়া-বিশেষণবোৰ কিছু ভিন্ন প্ৰকৃতিৰ । যেনে, —

এতিয়া > ইত্তে অলপতে > ইতা

এইপিনে > অঁহে তেতিয়া > তিত্তে

সেইপিনে > সঁহে সেনেকৈ, সেংকে

—তেংকে, তেনেকৈ

যেনেকৈ >যেংকে যেন্‌কে ইত্যাদি ।

(৯) সৰ্থেবাৰী অঞ্চলৰ স্থানীয় উপভাষাৰ সৰ্ব্বনামবোৰ এনেধৰণৰ

মই > মোই

তই > তোই

তোমালোক > তুহ্মন আপুনি > আপ্‌নি

এওঁলোক > আহুঁন, এইটো > এটু, সৌটো > সেটু ইত্যাদি ।

(১০) সৰ্বনামৰ তিৰ্যক ৰূপ প্ৰয়োগৰক্ষেত্ৰত মান্য ভাষাৰ লগত সৰ্থেবাৰীৰ স্থানীয় উপভাষাটোৰ কিছু অমিল দেখা গৈছে । যেনে, —

| মাঃ অসমীয়াা | সঃ স্থানীয় উপ ভাষা |
|---|---|
| আপোনা | আপ্‌না |
| তা | তা সি |

যেনে, —

তা-ক জাবা কোবি

সি-ক জাবা কোবি

তা-ৰ ভাল না ?

সি-ৰ ভাল না ? ইত্যাদি ।

অৰ্থাৎ 'সি' সৰ্ব্বনাম পদৰ তিৰ্যক ৰূপ 'তা' আৰু সি -ৰ সমান প্ৰয়োগ হয় ।

শব্দতাত্ত্বিক আলোচনা ঃ

শব্দৰক্ষেত্ৰতো এই স্থানীয় উপভাষাটোৰ আমি কিছুমান বিশেষত্ব দেখিবলৈ পাওঁ । ইয়াৰ কিছুমান শব্দ কামৰূপৰ মধ্য অঞ্চলৰ অনুকৰণত কিছুমান শব্দ কামৰূপৰ পশ্চিম অঞ্চলৰ অনুকৰণত আৰু কিছুমান শব্দ সুকীয়া ৰূপত গঢ়ি উঠিছে । তলত এনে দুই চাৰিটা শব্দ দৃষ্টান্ত স্বৰূপে দাঙি ধৰা হ'ল ।

| কামৰূপীৰ মধ্য অঞ্চল | পশ্চিম অঞ্চল | সঃ অঞ্চল |
|---|---|---|
| কঠাল | কঠল | কাঠল |
| পাৰা | পাৰ | পাউৰা |
| জঁৰে | জাঙে | জাউঙে |
| ভোজলুক | ভিজালুক | ভিজ্‌লুক |
| পেক | ভকা | পেক |
| গৰ | গুৰ, গুৰি | মিঠৈ |
| কৰে, লহৰা | পাইলা | কৰেহি, কৰে |
| ঢাক্‌না | ওৱাৰ | ঢাকন |
| ঠোগা | ঠউগা | ঠুগা |
| ইতা | এথেন | ইতা, ইত্তে |
| কেইটা | কিথেন,কেথেন | কিত্তে |
| কৰ্‌কা | লাক্‌ৰা | লাক্‌ৰা |
| সাং, গটাই | গতে | গটে, ইত্যাদি । |

এনেদৰে মধ্য তথা পশ্চিম অঞ্চলৰ অনুকৰণত আৰু নিজস্ব বৈশিষ্ট্যৰে গঢ় লৈ উঠিছে সৰ্থেবাৰীৰ স্থানীয় উপভাষাৰ শব্দমালা ।

এইখিনিতে উল্লেখ কৰি থোৱা ভাল হ'বযে, সৰ্থেবাৰীৰ পশ্চিমফালে থকা বণিয়াকুছি গাঁৱত বাস কৰা কৈৱৰ্ত্ত শ্ৰেণীটোৰ মুখৰ ভাষা সৰ্থেবাৰীৰ স্থানীয় উপভাষাৰ পৰা পৃথক । তেওঁলোকে বৰপেটাৰ স্থানীয় উপভাষাটোকে ব্যৱহাৰ কৰে । আকৌ সৰ্থেবাৰীৰ পশ্চিমফালে থকা মুছলমান সম্প্ৰদায়ৰ মানুহখিনিৰ মুখৰ ভাষাত আমি কামৰূপৰ মধ্য অঞ্চলৰ ভাষাৰ অধিক প্ৰভাব অনুভৱ কৰিছোঁ । তেনেদৰে সৰ্থেবাৰীৰ গাতে লাগি থকা কাৰাকুছি আৰু গোমূৰা গাৱঁত বাস কৰা ব্ৰাহ্মণ সম্প্ৰদায়ৰ লোকসকলৰ ভাষাত তেনে কোনো পৃথকতা দেখা পোৱা নাই । কেৱল এটা শব্দতে পাৰ্থক্য আছে — সেইটো হ'ল, —

আবু —আউবে ।

অৱশ্যে এই সম্পৰ্কত বিস্তৃত অধ্যয়নৰ আৱশ্যকতা আছে ।

*প্ৰসংগ পুথি ঃ*

*অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ ঃ ড. গোলোক চন্দ্ৰ গোস্বামী*

*অসমীয়া বৰ্ণ প্ৰকাশ ঃ ড. গোলোক চন্দ্ৰ গোস্বামী*

*অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ ঃ ড. উপেন্দ্ৰ নাথ গোস্বামী*

*অসমীয়া ভাষাৰ ব্যাকৰণ ঃ ড. উপেন্দ্ৰ নাথ গোস্বামী ।*

# স্থানীয় শব্দ সম্ভাৰ

হৰবল্লভ ডেকা

সৰ্থেবাৰী আৰু আশ-পাশৰ মাত কথাবোৰ কথ্য ভাষাৰ ভিতৰত পৰে। এইবোৰক উপ ভাষাও বোলা হয়। মান্যভাষা আৰু কথ্যভাষা স্থানভেদে লৰ হোৱা দেখা যায়। শিৱসাগৰ নগৰ য'ত মান্যভাষাৰ উৎপত্তি হৈছে, তাতেই কৈবৰ্ত্ত মানুহ বাস কৰা ঠাইখনৰ মাত, আহোমখিনিৰ মাত, মুছলমানখিনিৰ মাত আৰু বামুণ-কলিতাখিনিৰ মাত উচ্চাৰণ ভেদে কাণত ঠহৰ্ ঠহৰ্ কৈ বাজে। আন আন জিলাৰ কথা নকলোৱেই যেনিবা।

এই লিখকৰ দৃষ্টিত কলংপৰীয়া ভাষাৰ উৎকৃষ্টতা দৃষ্ট হয়। নগাওঁ জিলাৰ এই ঠাইডোখৰত উজনিৰ শব্দাৱলী প্ৰচুৰ পৰিমাণে থকাৰ উপৰিও নামনিৰ বিশেষকৈ কামৰূপৰ শব্দাৱলী মোলায়েম ৰূপত স্থানীয় ভাষাত সোমাই যেন অপৰূপ ৰূপ ধাৰণ কৰিছে। এই ঠাইখনৰ পৰা ভালেকেইজন শক্তিশালী লেখকৰ আৱিৰ্ভাব হোৱাৰ গুৰিত, এই ভাষা-বৈচিত্ৰৰ প্ৰভাৱ আছে নেকি, কথাটো ভাবি চাবলগীয়া।

মোৰ এজন অনা অসমীয়া বন্ধুৱে মন্তব্য কৰিছিল এই বুলি সৰ্থেবাৰীৰ ভাষাটো বেছ জোৰদাৰ। আমাৰ কঁহাৰ মানুহখিনিয়ে অতীজৰে পৰা দূৰ-দূৰন্তলৈ গৈ শাল পাতি কাঁহৰ বাচন গঢ়ি বিক্ৰী কৰি ভৰণ-পোষণ গৈছিল। মোৰ নিজৰ আজো-ককাদেউতাই নাৱেৰে গৈ গৌৰীপুৰত জমিদাৰীত কাঁহ কোবাই খেপে খেপে থাকি মেলি ঘূৰি আহিছিল। দূৰ-দূৰণিৰ মাত-কথা কঁহাৰসকলৰ লগত আহি সৰ্থেবাৰীৰ স্থানীয় ভাষাত সোমাই পৰাটো স্বাভাৱিক। তুলনামূলক ভাষা অধ্যয়নৰ যোগেদি এইবোৰৰ আঁতিগুৰি উলিয়াবলৈ এইখিনিতে আমি অনুসন্ধিৎসু জনলৈ সকিয়াই থলো।

আমাৰ স্থানীয় ভাষাটো কথ্যভাষা বা উপভাষা যি নামেৰে মাতোহঁক ঐতিহাসিক কাৰণত ইয়াৰ আন এটা নাম ঢেকেৰী ভাষা। পণ্ডিত ৰাজমোহন নাথে ঢেকৰ নামৰ দেশৰ ভাষা হিচাবে ঢেকেৰী ভাষা বুলি কৈছে।

আমাৰ মতে ঢেকৰ নামৰ কোনো দেশ নাছিল। এইবোৰ পণ্ডিতজনৰ ইচ্ছা প্ৰণোদিত (willingful thinking) যেনহে লাগে। উজনিত শাসক বৰ্গৰ সুৰীয়া মাত (ঢেক) কথাৰ লগত নামনিৰ হৈ যোৱা প্ৰজাখিনিৰ মাত বেসুৰীয়া ঢেকৰ কাৰণে কাণত বাজে। এতেকে তুচ্চ আৰু ব্যংগাৰ্থে ঢেক ধৰি কোৱা হেতুকে ঢেকেৰী হ'ল। আমাৰ এই মত বিজ্ঞজনে ভাবি চাব বুলি আশা ৰাখিলোঁ।

সৰ্থেবাৰীৰ স্থানীয় ভাষাৰ শব্দ বিচিত্ৰ আৰু ধ্বনি বৈচিত্ৰ আদি মন কৰিবলগীয়া। উচ্চাৰণ ভেদে কিছুমান শব্দ ওচৰাওচৰি আৰু কিছুমান শব্দ মান্যভাষাৰ সম্পূৰ্ণ বিপৰীত। উদাহৰণ স্বৰূপে "জাখা" আৰু "জাকৈ", "টপা" আৰু "টোম" ইত্যাদিৰ সাদৃশ্যলৈ লক্ষ্য কৰক। ইফালে চাওঁক খেউলি জাল আৰু আচৰা জাল, ক মোৱা আৰু খাউৰা দিয়া ইত্যাদি। অৰ্থ যদিও একেই ; শব্দবোৰৰ ধ্বনি, ৰূপ একোতে মিল নাই। মান্য বা উজনিৰ ভাষাত মান্যতা, তুচ্চতা সদা সজীব। সৰ্থেবাৰীৰ স্থানীয় ভাষাত বিচাৰি পালেও ব্যৱহাৰত বৰ কম। ইয়াৰ ভাষা যেন সমসত্বাবাদীৰ ভাষা। এটা উদাহৰণ দিয়া যাওঁক। যজমানী কৰি ফুৰা বামুণক 'দেউ' বোলে। মাতৰ ব্যৱহাৰ লক্ষ্য কৰিলে দেখিব শব্দটো না মান্য ; না তুচ্চ। অথচ আপোনজনৰ মাতৰ দৰে। মান্য ভাষাত দেউক টি শব্দৰ ব্যৱহাৰে মান্যতা ৰক্ষাত সহায় কৰি আহিছে। কিন্তু পোহাৰী বাই বা বনকৰা ককাই আদি শব্দৰ লগত দেউ বাট নহয়। তথাপি ককাইটি বা বাইটি কাণত বেসুৰীয়া নাবাজে। কিন্তু ককাইদেউ আৰু বাইদেউ। দেৱ শব্দৰ পৰা যদি 'দেউ' ওলাইছে, তেন্তে বাইৰ লগত 'দেউ' কিয় ? আমাৰ স্থানীয় কাণত বেসুৰীয়া লাগে দেখোন। বৌ আৰু নবৌক লৈও উখনা-উখনি। উৰীয়া লিখিত ভাষাত হেনো মাক বুজোৱা অৰ্থত বৌ আৰু ককায়েকৰ পত্নীক বুজোৱা অৰ্থত 'নয়াবৌ'ৰ প্ৰচলন আছে। ওৰেযাৰ পৰা উৰি আহি শব্দ দুটা উজনিত সোমাল নেকি ? আৰু আ-কাৰাৰ (া) ৰং ধেমালীবোৰ আছেই য'ক বাৰু। মান্যতা বুজাবলৈ স্থানীয় প্ৰত্যয় দুই এটা উল্লেখ কৰিলো। যদিও প্ৰায় ব্যৱহাৰ নোহোৱা হৈ আহিছে। যেনে 'টু' আৰু 'শুণ'। বয়সীয়াল দেওৰেকক মাতোতে ব্যৱহাৰ হয় 'দাদেক্টু'। মান্যতা বুজাবলৈ আইশুণ, বাইশুণ হয়। স্বামীক মাতোতে (তুমি +শুণ) তুহুন ৰূপ লয়।

এই উপ-ভাষাবোৰৰো ভৌগোলিক অঞ্চল একোটা থকা যেন লাগে। একালৰ ক্ষেত্ৰী বিলাইত বা ক্ষেত্ৰী পৰগনা আজিৰ বহু মৌজা আৰু এনেকি জিলা পৰ্য্যন্ত বেলেগ হোৱা স্বত্বেও পূব- বৰক্ষেত্ৰী, মধ্য-বৰক্ষেত্ৰী, পশ্চিম-বৰক্ষেত্ৰী, ক্ষেত্ৰী-ধৰ্মপুৰ, সৰুক্ষেত্ৰী আৰু পাকা মৌজা সামৰি লোৱা এই অঞ্চলটোৰ ওপৰেদি বহু প্ৰাকৃতিক বিপৰ্য্যয় পাৰ হৈ





যোৱাত পুৰণি বহু জনবসতি ভাঙি গৈ চিন মোকাম নোহোৱা হৈছে আৰু নতুন মানুহেৰে ভৰি পৰিছে। তথাপি অ'ত ত'ত ৰৈ যোৱা গাওঁবোৰৰ মানুহৰ মাত-কথাৰ অনুসন্ধান কৰিলে আমাৰ কথাৰ সত্যতা ওলাই পৰিব।

সৰ্থেবাৰীখন নলবাৰী আৰু বৰপেটা নগৰৰ প্ৰায় সম দূৰত্বৰ মাজত অৱস্থিত। নলবাৰী আৰু বৰপেটা অঞ্চলৰ কথ্য ভাষাৰ লগতো দুৰৈত বিৰাজমান। বিশেষকৈ সুন্দৰীদিয়া বৰপেটাৰ যেন ভাষা ঘূৰ্ণিৰ দৰে। তাতেই পাক খাই ওপৰলৈ উঠি গৈছে। পশ্চিমৰ বৰনগৰ এনেকি কাষৰ বাউসীৰ লগতো মিলতকৈ অমিল বেছি। তেৰাসবে অইন মানুহক যথাৰ্থতে 'বাজে গাএঁৱা' বোলে।

কথ্য ভাষাৰ পৰা বহু শব্দ মান্য ভাষালৈ নিয়া উচিত। উদাহৰণ স্বৰূপে শৰৎ চন্দ্ৰ গোস্বামীদেৱে ব্যৱহাৰ কৰা 'মোহিনীয়েক' শব্দটো মন কৰক। কথ্য ভাষাৰ ধ্বনি ৰূপৰ পৰা তেল সিন্দুৰ পিন্ধাই উলিয়াই অনা ন কইনাজনী যেন নেলাগেনে বাৰু?

সৰ্থেবাৰীৰ স্থানীয় ভাষাত মা-দেউতা এই শব্দবোৰ আমাৰ দিনত নাছিল। আমাৰ সৰুতে আছিল আই, বাপা আৰু পিতা। বাপা প্ৰথমে বাবালৈ বাগৰিল। আই মা হ'ল আৰু পিতা দেউতা হ'ল।

আমাৰ স্থানীয় ভাষাত দুটা শব্দ মনকৰিবলগীয়া। দাদা আৰু কাকা। ঠিক বঙালীৰ ওলোটাতো। শব্দ দুটা যদি বাংলা ভাষাৰ পৰা আহিছে, আহিবও পাৰে। আমাৰ পূৰ্ব পুৰুষসকলে শব্দ দুটাৰ ব্যৱহাৰৰ ভিতৰেদি যেন চিঞৰি চিঞৰি কৈ গৈছে-- তোমালোকৰ দাদা আমাৰ দাদা নহয় ; তোমালোকৰ কাকা আমাৰ কাকা নহয়। অৰ্থাৎ আমি বঙালী নহয়। আমি কামৰূপীয়া অসমীয়া।

ইয়াৰ লগত স্থানীয় শব্দ কিছুমান চানেকি স্বৰূপে তুলি দিয়া হ'ল। ইংৰাজী ভাষাৰ যথা সম্ভৱ অৰ্থ দিয়া হৈছে। কিছু শব্দৰ স্থানীয় ভাষাত প্ৰয়োগো দেখুৱা হৈছে। ঠায়ে ঠায়ে মান্য ভাষাৰ প্ৰতিশব্দ (অ) আৰু মান্য ভাষালৈ উত্তোলিত ৰূপ (অ, ৰূ) দিবলৈ যত্ন কৰা হৈছে। শব্দ, খণ্ড বাক্য আৰু যোযনা আদি দেখুৱাৰ চেষ্টাও চলিছে।

১। অকলিকাদা-- Over Eaten-- অতি ভোজনত বমি বমি ভাব। অ ৰূ-- ওকালিকেঁদা।

২। অগৰদেনি--Over Eaten উগাৰ অহাকৈ খোৱা। অ ৰূ- উগাৰ দিয়নী।

৩। অপৰখেতি--Boundless Disturbance-- সি যিখেন অপৰখেতি কৰবা লাগছি, চাইহে আছু।

৪। আফিৰ-- Little. আফিৰ মেন A Little.

৫। আই চিকোহো-- Exclamation to Express hatred. আই চিকোহোঃ, আইলা পচুল, বায়লা বাত যমে নাখৈ সুদা ভাত। Extreme utterance in above sense.

৬। আতে ভাতে পান্তা ভাতে পুৰা মাছে খাবি দে। সৰু ঘৰৰ মেকুৰী বৰ ঘৰক যাই কানা মেকুৰী কুট্ কুট্ কুট্।
Lullaby অ ৰূ-- আতে ভাতে পঁইতা ভাতে পোৰা মাছে খাবিদে। সৰু ঘৰৰ মেকুৰী বৰঘৰলৈ যায়, কণা মেকুৰী ভা কুট্ কুট্।

৭। আবু, আৱা -- Grand Mother, আইতা, বুঢ়ী আই।

৮। আতা-- Grand Father, ককাদেউতা।

৯। আফ্লে মাৰ্ -- To kill by washerman's style.

১০। আচৰা জাল-- A throwing net to catch fish অ, খেউলি জাল।

১১। একচৈৰা কাৰে গুৱা, দুই চৈৰা পানী; ঢেকীৰ ফিছাক যাই তাই পাদ মাৰে টানি।
A slang rhyme thrown to a newly married woman for amusement. অ, ৰূ এচৰীয়া কাঢ়াই গুৰি ; দুচৰীয়া পানী। ঢেকীৰ ফিছা গচ় কি তাই পাদ মাৰে টানি।

১২। কলদিল-- Flower of Banana, অ, আচা।

১৩। কাপলি বেৰা-- A special kind of wall in berrandhar to curtain the main door.

১৪। কাণ্ঠি-- A long oar.

১৫। কীল-- A blow, আইছা ভকত বইছা শিলত লোল্লি চোল্লি মৰবি কীলত। অ, ৰূ আহিছা ভকত বহিছা শিলত। লৰিলে চৰিলে মৰিবি কীলত।

১৬। কীল কীৰ্ত্তন-- To blow left and right.

১৭। কুৰ্মা -- Relative through marriage.

১৮। খাউৰা দিয়া-- Floating of fish playfully in summar water অ, কমোৱা।

১৯। খাউৰা হানা-- To catch fish in above condition with the help of a fork fish catcher.

২০। খেইতাল-- A farmer.

২১। গলেপাত-- A plank used in end of a boat.

২২। গলা বন্ধা-- A mufler.

২৩। গঢ়হালি-- Smithy.

২৪। গেছি-- A kind of fish.

২৫। গেলা-- to rot.

২৬। গাউছে-- An expert climber to a tree.

২৭। গুটিঘাণ্টা-- A kind of play ; আকুলি, দুকুলি, কাহে

কুকুলি লকে লাতা ভোলভাতা চাম চিম কভাৰ ডিম কাঠৰ নাঙাল মুইহোৰ শিং দাঁতৰ ঠুৰি ভাইচ কুৰি। Counting upto twenty a process of above play.

২৮। ঘাউটে-- Boatman to ferry ঘাটোৱাল।

২৯। চহৰা-- Motu Eating -- A fish catcher.

৩০। চক্ৰবোদ-- A cobra.

৩১। চাউলা-- He who likes to eat uncooked rice.

৩২। চেঙৰা-- A young male.

৩৩। চেঙৰী-- A young female.

৩৪। চাংগোলি-- A two storied cow shed.

৩৫। অইচ্না-- Place to throw rubbish অ ক্ব-- চুৰাপোতনি।

৩৬। জক্ৰা ভাত-- Cooked rice in cool condition জকৰা ভাতে ককৰা কৰে।

৩৭। জাগৰ-- Sleeplessness, এই ঠাণ্ডা ৰাতিটু জাগৰ দিবা লাগবো যেন পাইছু।

৩৮। জাখা- Fish catcher made of bamboo. অ- জাকি।

৩৯। জাকা-- A big brass foot.

৪০। জেঅ-- Spinster.

৪১। ঠোগা-ঠোগা-- Beautiful, ৪৬ (ক) ঠুঠ।

৪২। ডাউলা-- A kind of ghost.

৪৩। ডুৰ্লি--A bamboo busket.

৪৪। তেলকা-- Oily (I) তামাকাহা দেখুৱা-- Punishment.

৪৫। তেলকা কুৱাৰ-- A yongling not easy to catch.

৪৬। তেল গামছা-- A kind of towel বৰ হবা অলছা, তেল গামছা খেন লগত ৰাখবা লাগে।

৪৭। তেলভৌকা-- Cockroaches --পইতাচোৰা।

৪৮। থন থন কৰে মদন গোপাল-- An idle man.

৪৯। টপা-- Seed Busket (like an idol).

৫০। দনা-- A cup made of banana tree.

৫১। দায়লা-- One who favours cereal curry.

৫২। দপি দি সলপি, চৰে চুহি চেলকি-- Some process of Eating.

৫৩। দুবলা-- Weak অ, দুষ্চল।

৫৪। ধেততেৰি-- A disgusting exclamation.

৫৫। ধেত তেৰিকা বাহান চোট-- Most disgusting exclamation.

৫৬। ধুপ ধুপনী-- (i) A kind of bird (ii) An Ornament.

৫৭। ধেন দে-- To deliver a calf. গাইটু ধেন দিবো যেন পাইছু।

৫৮। নাউমেন-- Some.

৫৯। নৱাবা-- A valley of a house.

৬০। নুন-- Salt অ লোন।

৬১। পাদবীড়া-- A crook patterghost.

৬২। পৈবা-- A male pegion.

৬৩। পৈৰেণী-- A female pegion.

৬৪। পদ্দু-- A lotus, অ পদুম।

৬৫। পায়েন মাৰ-- Soldering.

৬৬। পানপচা--

৬৭। পেট লা-- Big bellied male.

৬৮। পেটলী-- Big bellied female.

৬৯। বেহৰ-- Mustard অ সৰিয়হ।

৭০। বৈনী-- Sister অ ভনী।

৭১। ফে'ক-- Fake, অ' আই অ' মাই চায়াহে কি ঠোগা হাও ! ফে'ক।

৭২। বীড়া-- A potterghost.

৭৩। বৈঙা বহা-- To sit speakless in a play.

৭৪। মটকি মাৰ-- To kill by twisting the thoat.

৭৫। মৰকুইছা-- A deasease.

৭৬। মাছগোল্লা-- A forst eat.

৭৭। বিয়াতা-- Married according to spiritual law বিয়াতা তিৰীটু চৰি দিবা লাগেনা।

৭৮। বাইহ্ৰখ-- A male cobra.

৭৯। বান্ধা-- To tie (2) Bonded labour.

৮০। বৰগিট্টেনী-- Wife's elder sister-in-law.

৮১। বৰডেকা-- Eldest brother.

৮২। বৰডেকানী-- Eldest sister-in-law.

৮৩। ভেল-- Raft অ ভুৰ।

৮৪। ভেলা-- A water bird.

৮৫। ভেলা ভাহা-- Loitering without job.

৮৬। ভৰ খাউৰা-- An ornament for ankle.

৮৭। ভিজলুক-- Chilly অ জলকীয়া।

৮৮। মাউছে-- Fisherman অ মাছুৰৈ।





৮৯। মায়টা চাং-- A peculiar bamboo-made cot. Over a pit far safty of materials. Used by the bellmetal-smith.

৯০। মেস্কী-- Member of a meeting. A guser অ মেলুৱৈ। অ ক্ব -- মেলেকী।

৯১। ময়ীহনেক-- Sweet wife অ ক্ব -- মোহিনীয়েক।

৯২। ময়ীহনেক বাঁৰী হ -- A curse. Let his sweet wife be an widow.

৯৩। মদ্দেনী-- A he- female.

৯৪। মুধাচুট-- Headache.

৯৫। মাল্লী বোদ-- A kind of snake lives on ceiling.

৯৬। মুদপচা-- Of house.

৯৭। মুদামৰ্-- To finish-- কি যাবি আই ভাই নাই যাবাৰ মুদা মৰছি।

৯৮। মৰ্কুইছা-- A desease.

৯৯। বাঙা ঘৰাত উঠি আহা-- To behave angrily সাজিল ভাত বেটা অইলে খাবা নৰে বাঙা ঘৰাত উঠিহে আই ছি। অ ক্ব ৰঙা ঘোঁৰাত উঠি আহ।

১০০। ৰুঘৰ-- Hiding place demanding some grievances. অ ক্ব-- ৰোহঘৰ।

১০১। লগভাত-- Feast.

১০২। সভেৰি-- Honourarium paid to jury.

১০৩। সৰ কাণা বৰ কাণা হে পৰভু থেকছি আনা-- A rhyme to welcome rain. সৰু কৈ অনা বৰকৈ অনা, হে প্ৰভু থেকেছি অনা।

১০৪। সফৰি আম-- Guava মধুৰী আম।

১০৫। সফৰি কাঠল-- Pine Apple অ মাটি কঠাল, আনাৰস।

১০৬। সথলী-- A kind of fish অ ভেতকী।

১০৭। সুখৰ ভাতত কুকুৰ বৈৰী-- Happiness follows calamity.

১০৮। হামকুৰি খোৱা-- Fall with face injury.



এজন লেখক দায়বদ্ধ হ'ব কেৱল নিজৰ প্ৰতি আৰু কাৰো প্ৰতি নহয়। নানাধৰণৰ প্ৰভাৱত (ৰাজনীতি, ধৰ্ম, আইডিঅ'লজিৰ) মূল্যবোধৰ পৰিৱৰ্তন ঘটিব, ঘটিব ঘটনা আৰু আদৰ্শৰ পৰিৱৰ্তন। সেইবোৰৰ প্ৰতি দায়বদ্ধ হ'লে আপোনাৰ জীৱনৰ মূল্যবোধৰো পৰিৱৰ্তন ঘটিব। তেতিয়া আপুনি কি স্থায়ী ভিত্তিৰ ওপৰত থিয় দি থাকিব। সেইকাৰণে নিজৰ প্ৰতি দায়বদ্ধ হওক ঃ আপোনাৰ চিন্তাৰ উৎকৰ্ষই সেই দায়বদ্ধতাক উত্তৰণৰ পথত লৈ যাব।

অমৃতা প্ৰীতম

## সৰ্থেবাৰীৰ

# প্ৰাচীনত্বৰ পম খেদি

**লক্ষেশ্বৰ চৌধুৰী**

সৰ্থেবাৰী বৰপেটা জিলাৰ সৰুক্ষেত্ৰী মৌজাৰ এখন গাওঁ। ই অসমৰ এখন অতি প্ৰাচীন ঠাই। ইয়াৰ ঐতিহ্য, ইয়াৰ প্ৰাচীনত্ব কালৰ বুকুত সোমাই গৈছে। প্ৰাচীন ঐতিহাসিক কোনো গুৰুত্ব আজি দেখা নগলেও নাইবা পুৰাতত্ব সম্পৰ্কীয় কোনো সম্পদ বা স্মৃতি-চিহ্ন আজিলৈকে উদ্ধাৰ নহলেও, ইয়াৰ মানুহৰ জীৱনধাৰা, ব্যৱসায়, শিল্প-বাণিজ্য, উৎসৱ-পাৰ্বণ, শিক্ষা, সভ্যতাই প্ৰমাণ কৰে যে সৰ্থেবাৰী অসমৰ এখন অতি পুৰণি ঐতিহ্যপূৰ্ণ ঠাই।

"এটিয়াটিক লাইফ"ত মধ্য এচিয়াৰ জীৱন ধাৰা, শিল্প-বাণিজ্য, উৎপাদিত বাচন বৰ্ত্তন আদিৰ বিৱৰণ আছে। এওঁলোকে ব্যৱহাৰ কৰা লোটা, কলহ, ঝাৰি আদি বিভিন্ন বাচন বৰ্তনৰ লগত সৰ্থেবাৰীত উৎপাদিত কাঁহৰ বাচনবোৰৰ সাদৃশ্য আছে। সেই ফালৰ পৰা এটা অনুমান কৰিব পাৰি যে আদিতে মধ্য এচিয়াৰ পৰাই বৰ্ত্তমান সৰ্থেবাৰীৰ কাঁহ শিল্পটো সৰবৰাহ হৈছে। এটা কথা ঠিক বৰ্ত্তমানৰ অৰুণাচলৰ মাজেৰে মধ্য এচিয়াৰ পৰা অসমলৈ এটা ৰাস্তাৰ সন্ধেদ হিউৱেন চাঙেও তেওঁৰ লিখনিত উল্লেখ কৰিছে। সম্ভৱ মধ্য এচিয়াৰ ৰুচিয়া আদি কোনো ঠাইৰ পৰা শিল্প পটু লোক জীৱিকা বিচাৰি লুইতেৰে ভটিয়াই আহি তাহানিৰ সৰ্থেবাৰীত বসবাস কৰিবলৈ লয়। সৰ্থেবৰীয়া মানুহৰ দৃঢ়তা, সাহসিকতা, বীৰত্ব, শিল্প-বাণিজ্যত পাৰদৰ্শিতা আদি ৰুচিয়াৰ কোনো কোনো জাতিৰ লগত মিল আছে। অৱশ্যে এই বিষয়ে অধিক চিন্তা চৰ্চাৰ প্ৰয়োজন।

কালে এই সকলোবোৰ নিঃচিহ্ন কৰিলেও এই অঞ্চলত প্ৰচলিত কিছুমান কিংবদন্তি আৰু মুখে মুখে বাগৰি অহা দুই এটা কথাৰ পৰা 'সৰ্থেবাৰী' নামৰ উৎপত্তি আৰু ইয়াৰ প্ৰাচীনত্বৰ বিষয়ে কিছু আভাস পাব পাৰি।

১৯৬৯ চনৰ ডঃ ভূপেন হাজৰিকা সম্পাদিত "আমাৰ প্ৰতিনিধি"ৰ নবম সংখ্যাৰ ১১২৯ পৃষ্ঠাৰ "অৰ্থ শাস্ত্ৰীৰ চ'ৰা" শিতান লিখোতা কোনোবা অৰ্থ-শাস্ত্ৰীয়ে উল্লেখ কৰিছে যে সৰ্থেবাৰী ঠাইৰ নামটোত হলে পুৰণি পুৰণি গোন্ধ এটা আছে। সংস্কৃত ভাষাত 'সাৰ্থ' শব্দটোৰ অৰ্থ "পণ্য"। আকৌ সাৰ্থবাহ /সাৰ্থবাহ শব্দটোৰ অৰ্থ এঠাইৰ পৰা আন ঠাইলৈ যোৱা পণ্যবাহী মানুহৰ সমদল (কাফিলা)। আনহাতে শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী দেৱৰ দ্বাৰা অনুদিত আৰু সম্পাদিত 'কথা সৰিৎ সাগৰ' গ্ৰন্থখনৰ ১৪৩ পৃষ্ঠাতদেৱস্মিতাৰ উক্তিত 'সাৰ্থবাহ' শব্দটি সাউদ বা বণিক অৰ্থতহে প্ৰয়োগ কৰিছে। এই সাৰ্থবাহ বা সাৰ্থবাহ শব্দটোৰ পৰা সৰ্থেবাৰী হোৱা যেন লাগে। (সাৰ্থবাহ/সাথবাহ /সথেবাহী /সৰ্থেবাৰী) অতীতৰ নিচিনা বৰ্ত্তমানো সৰ্থেবাৰীৰ মানুহবোৰ বেপাৰ-বাণিজ্যত পটু। আনকি সৰ্থেবাৰীৰ বাহিৰত গৈ বেপাৰ সমাৰ কৰা মানুহৰ সংখ্যা যথেষ্ট বেছি। ই নিশ্চয় অতীতৰ সাৰ্থবাহ সকলৰ তেজৰ পৰিচায়ক।

পৌৰাণিক বিৱৰণ (mythology) কিছুমানত একালত ব্ৰহ্মপুত্ৰ নদ এই অঞ্চলেৰে প্ৰৱাহিত আছিল বুলি উল্লেখ আছে। ইয়াত থকা দ দ বিলবোৰ ব্ৰহ্মপুত্ৰৰ কুৰ আছিল বুলি বুঢ়া সকলে কয়। আজিও হাজোৰ শাল, ডুবিৰ তাল দেখা পোৱা গ'লে পুষ্পভদ্ৰা নদী (কন্যা ?) উদ্ধাৰ হোৱাৰ কথা মানুহৰ মুখত শুনা যায়। এই কিংবদন্তি যদি সত্য হয় তেতিয়া হলে এই অঞ্চলতে পুষ্পভদ্ৰা লুপ্ত হৈ আছে। সম্ভৱ তাহানিৰ পুষ্পভদ্ৰা আজিৰ অলপা গংগা>আল্লা। যি আল্লা আজিও জান হিচাবে সৰ্থেবাৰীৰ মাজেৰে বৈ আছে। যদি এইটোৱেই হয়, ইয়াৰ পাৰতে তেতিয়াৰ সাৰ্থবাহ সকলৰ বাসস্থান সৰ্থেবাৰী এটা বৃহৎ নদী বন্দৰ আছিল।

সাৰ্থবাহ বা সাউদে কোনো এডোখৰ ঠাইত প্ৰভুত্ব বিস্তাৰ কৰাৰ কথা "পদ্মা পুৰাণ"তো পোৱা যায়। উদাহৰণ স্বৰূপে (বৰ্ত্তমান ছয় গাওঁ) নগৰত চন্দ্ৰধৰ সদাগৰে ৰাজত্ব কৰিছিল। ঠিক সেইদৰে সাৰ্থবাহ সকলে তাহানি কালত সৰ্থেবাৰী অঞ্চলত প্ৰভুত্ব চলাব পাৰে।

আজি গুৱাহাটীৰ আমবাৰীৰ খনন কাৰ্য্যত উদ্ধাৰ হোৱা দুই এপদ বস্তু ৰোম আৰু গ্ৰীচৰ সভ্যতাৰ লগত মিল থকাৰ দৰে সৰ্থেবাৰীতো দুই এপদ তেনেকুৱা বস্তু উদ্ধাৰ হোৱা আশা কৰিব পাৰি। (অৱশ্যে এই ক্ষেত্ৰত যথেষ্ট গৱেষণা আৰু পুৰাতাত্বিক অনুসন্ধানৰ প্ৰয়োজন।) উদাহৰণ স্বৰূপে বৰ্ত্তমানৰ তামুলী চুপাৰ দক্ষিণেৰে বৈ যোৱা আল্লা নদীৰ দ কুৰ এটাৰ তলত পোৱা মাটিৰ প্ৰাচীন ইটাৰ টুকুৰা মাছ মৰা মানুহে বহু বছৰ আগেয়ে পোৱাৰ কথা আমাৰ মনত আছে। উক্ত কুৰটোৰ কাষত দক্ষিণ ফাললৈ পোৱা মাটিৰে নিৰ্মিত বৌদ্ধ বিহাৰৰ আকৃতিৰ এটা ভগ্নাৱশেষ মথাউৰি বন্ধাবলৈ মাটি খান্দোতে আৱিস্কাৰ হোৱা কথা কোনে নাজানে? এই ভগ্নস্তুপবোৰ সৰ্থী বৃজাভাৰ্বি মন্দিৰ, কোনোবা সাৰ্থবাহৰ গো ডাউন বা দক্ষ [illegible]হ তথা সুৰথ ৰজাৰ ৰাজ অট্টালিকা আদি নহয়তো?

উপযুক্ত গৱেষণা আৰু পুৰাতাত্বিক অনুসন্ধান চলালে হয়তো এই অঞ্চলতো আমবাৰীৰ দৰে বিভিন্ন প্ৰাচীন স্মৃতি চিহ্ন উদ্ধাৰ হ'ব তাত সন্দেহ নাই। ●





# সত্‌থেৰবাৰী

## (এটি সোঁৱৰণ)

**নগেন চৌধুৰী**

স্মৰণাতীত কোন কাহানিৰ দিনৰ এই প্ৰাচীন গাওঁখনি যাৰ নাম সত্‌থেৰবাৰী বা সথেৰবাৰী বা সৰ্থেবাৰী। গাৱঁলীয়া সাধাৰণলোকৰ মুখত সথেবাৰী। হয়তো বা ভাস্কৰ বৰ্মা বা তাৰো আগৰ দিনৰ তাহানিৰ সেই বৃহৎ কামৰূপ দেশৰ ইমূৰে সিমূৰে যেতিয়া মানুহে কামৰূপী ভাষাত কথা কৈছিল সেই সময়তে বহু সৎলোকৰ বাসস্থলী বুলি ইয়াক মানুহে সত্‌থেৰ বাৰী বুলি কৈছিল; পাচত এই দেশৰ পূৰখণ্ড হ'ল অসম (বা কামৰূপ) য'ত সত্‌থেৰ বাৰী গাওঁ ৰৈ গ'ল আৰু পশ্চিম খণ্ড হ'ল বঙ্গসংলগ্ন বাংলাদেশ যাৰ ভাষা হ'ল কামৰূপী ভাষাৰ কিঞ্চিত ভিন্ন ৰূপ। যদি এই গাওঁখনিও পশ্চিম খণ্ডলৈ গ'লহেঁতেন হয়তো ইয়াৰ নাম হ'লহেঁতেন 'সত্‌দেৰ বাৰী।' যি হওক এই সথেৰবাৰী বা সথেবাৰীৰ আধুনিকতম নামেই হ'ল সৰ্থেবাৰী। কিন্তু সৰ্ব্বসাধাৰণৰ মনত ইয়াৰ নাম এতিয়াও সথেবাৰীহে, 'সৰ্থেবাৰী' নহয়। এই গাওঁখনেই হ'ল অসমীয়া কঁহাৰ শিল্পৰ পীঠস্থান। কঁহাৰ-শিল্পী সকলৰ বাসভূমি সৰ্থেবাৰী।

খাচ সৰ্থেবাৰীৰ পূবে হ'ল কাৱাকুছি গাওঁ; সৌ সিদিনাৰ মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ দিনৰ তেওঁৰ প্ৰিয়ভক্ত শ্ৰীহৰিপদ ভকতৰ বাসভূমি; তাৰ দক্ষিণে সৰ্থেবাৰীৰ পূবত নামশলা গাওঁ, যত ভকতসকলে শলাবন্তি জ্বলাই নামৰ খলা পাতিছিল। এই নামশলা গাৱঁতেই মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰভাৱান্বিত মধ্য অসমৰ নগাৱঁৰ পৰা ভটিয়াই অহা ভকতৰাম ভূঞাঁৰ বংশধৰ সকল আজিলৈকে আছে।[1] নামশলাৰ দক্ষিণে 'শলা'বিল আৰু তাৰ পাৰত বহু কায়স্থ লোকৰ বাসভূমি 'শলা' গাওঁ; এই শলাবিলৰ পথাৰতে বাপুজী কলেজ। শলা গাওঁসংলগ্ন বেঙাপাৰা, আৰু বেঙাপাৰা সংলগ্ন লছিমা গাওঁ সৰ্থেবাৰীৰ দক্ষিণে। এই লছিমা আৰু সৰ্থেবাৰীৰ মাজত পানাগাওঁৰ গাছৰ তলতে ১৮৯৩-৯৪ চনৰ প্ৰসিদ্ধ প্ৰজাবিদ্ৰোহৰ ৰাইজমেল বহিছিল; যাৰ ফলত ইংৰাজ চৰকাৰে মেলৰ নায়ক সকলক ধৰি নি লছিমাৰ পথাৰত অস্থায়ী জেল পাতি তেওঁলোকৰ কান্ধত নাঙল-যুঁৱলী দি হাল বোৱাই অবৰ্ণনীয় অত্যাচাৰ কৰিছিল। এই ৰাইজমেলত সৰ্থেবাৰীৰ সাহসী বীৰ পুষ্প কঁহাৰ আৰু মুলুং কঁহাৰে আগবাঢ়ি নেতৃত্ব লৈছিল। ৰাইজমেলত যেনেকৈ এই লছিমাৰ পথাৰেই সৰুক্ষেত্ৰীয় ৰাইজৰ মিলন ভূমি আছিল, আজিলৈকে ফাগুণৰ দৌলৰ সুৱৈৰিত এই লছিমাৰ পথাৰেই গোঁসাই ফুৰোৱা স্থান হিচাপে সমূহ ৰাইজৰ মিলনভূমি হৈ আছে। সৰ্থেবাৰীৰ পশ্চিমে এসময়ৰ মহাপুৰুষ দামোদৰদেৱৰ শিষ্য মনোহৰ দেৱৰ থান; তাতেই আজিকালি কৃষ্ণগুৰু আশ্ৰম বহিছে। সৰ্থেবাৰীৰ উত্তৰ-পশ্চিমে পাকাসত্ৰ; যাৰ দুই অংশ; বামুন পাকা আৰু গোঁসাই পাকা অৰ্থাৎ ব্ৰাহ্মণ গোঁসাইৰ বাসস্থলী মানুহৰ পৰিত্যক্ত হৈ কালত বননিত পৰিণত হৈছিল আৰু এতিয়া সি ভগনীয়াৰ বসতিস্থল আৰু ধাননি পথাৰ। সৰ্থেবাৰীৰ উত্তৰ-পুব কোনে প্ৰসিদ্ধ গোমুৱা সত্ৰ; এই গোমুৱাতে শ্ৰীমাধৱদেৱৰ সৰু কালিৰ আশ্ৰয়দাতা ঘাঘৰি মাঝিয়ে উজনিৰ পৰা মাধৱদেৱকে বিচাৰি আহি বসতি কৰিছিল আৰু শ্ৰীমাধৱদেৱেও সুন্দৰী দিয়াৰ পৰা তেওঁৰ অনুসন্ধানত ইয়ালৈ আহি তেওঁৰ স্থানত ৬ মাহ অৱস্থান কৰি সত্ৰ পাতিছিল। তেতিয়াৰ পৰা কেৱলীয়া ভকতে প্ৰতিদিনে হৰি প্ৰসঙ্গ কৰি সত্ৰখন জীয়াই ৰাখিছে; আৰু দিনৌ ভোৰতালৰ ধ্বনিৰে মানুহৰ কাণত অমৃত সিঁচি আছে। সৰ্থেবাৰীৰ পুব-দক্ষিণে মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ বনিয়াকুছি আৰু হাঁলধিবাৰী সত্ৰ। হাঁলধিবাৰীৰ দক্ষিণে শ্ৰীশ্ৰীশঙ্কৰদেৱে বৰপেটালৈ ভটিয়াই আহোঁতে সমূহ ভকতৰ সৈতে ছয়মাহ জিৰোৱা ঠাই কাপলাৰ বড়ি, য'ত শ্ৰীমাধৱদেৱৰ মাতৃ মনোহৰী আই পৰলোকগামী হয়। কাপলাৰ বড়িৰ দক্ষিণে কিছুদূৰত ব্যাসকুছি সত্ৰ। য'ত অসমীয়া গদ্য সাহিত্যৰ জনক আখ্যাৰে বিভূষিত মহাপুৰুষ বৈকুণ্ঠনাথ ভট্টাচাৰ্য্য ভাগৱতাচাৰ্য্যৰ বাসভূমি। কাপলাৰ বড়িৰ উত্তৰ পশ্চিমে বেলবাৰী গাওঁ। ইয়াৰ মাজত সৰুক্ষেত্ৰী অঞ্চলৰ ডাঙৰ গাওঁ ইতিহাস প্ৰসিদ্ধ সৰ্থেবাৰী[2]। য'ত অসমৰ ৰাইজে অসম সাহিত্য সভাৰ ৬১ তম অধিৱেশনৰ স্থান নিৰ্ণয় কৰিছে আৰু যাৰ সভাপতি এই গাঁৱৰে এগৰাকী সু-সন্তান ঔপন্যাসিক শ্ৰীহিতেশ ডেকা নিৰ্বাচিত হৈছে।

[1] নামশালা গাওঁৰ বৰ্ত্তমান বংশধৰ সকলৰ পূৰ্বপুৰুষ ভকতচৰণ ভূঞাঁ বেজেৰাৰ পৰা আহি নামশালাত স্থায়ী ভাৱে বসবাস কৰে। এওঁ নামশালাত সত্ৰ (সচং) পাতি নাম কীৰ্ত্তনত আত্ম নিয়োগ কৰে। নামশালা গাওঁৰ মাজৰ চুপাখনৰ নাম আজিও সত্ৰ (সত্তৰ) চুপা। ভকতচৰণ ভূঞা দামোদৰী সম্প্ৰদায়ৰ লোক।

[2] বহুদিন ধৰি এই পুথিখন প্ৰাথমিক বিদ্যালয়ৰ ভূগোল বিষয়ৰ পাঠ্যপুথি আছিল

### ভৌগোলিক পৰিবেশ

সৰ্থেবাৰী আলপা নামৰ এখনি সৰু নৈৰ পাৰত; ১৮৯৭ চনলৈ ই এখনি জীয়া নৈ আছিল। কাপলাবিলৰ ফালৰ পৰা এধাৰা সোঁত ওলাই পল্লাসত্ৰ আৰু নামশলা গাওঁৰ পূব প্ৰান্তেৰে উত্তৰলৈ বৈ 'লাকোৱাৰ কুঁড়'ত পৰি দক্ষিণমুৱা হৈ বৈ গৈ পুৰণি সৰ্থেবাৰীৰ দক্ষিণ সীমা মেৰাই আন এটা বিলত মাৰ গৈছে। আমাৰ 'ভূগোল পৰিচয়'ত' দিয়া সৰ্থেবাৰীৰ মানচিত্ৰখনত এই আলপাকে দেখুৱা হৈছে। ১৮৯৭ চনৰ বৰভূইকঁপত আল্‌পা মৰি বাম হ'ল আৰু সৰ্থেবাৰী গাওঁখন বহি তললৈ গ'ল। তথাপি কিছু দিন আগলৈকে আলপাত গোটেই বছৰ পনী আছিল আৰু সোঁত বৈছিল। বাৰিষা-খৰালি ইয়াৰ পানীত ভাতৰ উতলৰ দৰে মাছৰ উশাহ-খলকণি নুগুচিছিল। পানী কাউৰী, মাছৰোকা, গঙাচিলনী আৰু ৰামপাৰ বিলাকে ইয়াত মাছ ধৰি খাইছিল। এই আলপাতে ভাদ্ৰ মহা জন্মাষ্টমীত মানুহৰ দেহ-মন আলোড়নকাৰী বিখ্যাৎ নাওৰ খেল হৈছিল। সৰ্থেবাৰীৰ আশে পাশে কাপলা, তাভা, বতিয়া, ৰৰবিলা প্ৰভৃতি বিল আৰু বুঢ়াদিয়া, টিহু, কুমাৰীকাটা প্ৰভৃতি নৈ-জান থকাত আৰু ঘাঁহনি-বননি আৰু চৰণীয়া পথাৰ থকাত মাছ-গাখীৰ আৰু খৰি-খেৰৰ একো অভাৱ নাছিল; মাজ সময়ে দুই এটা বনৰীয়া পহুও পোৱা গৈছিল। ইয়াৰ প্ৰাকৃতিক দৃশ্যও আছিল মনোৰম। আকাশ মুকলি থাকিলে উত্তৰ ফালে থকা সেউজীয়া গাওঁবিলাকৰ ইপাৰে ওখ টিংবিলাকৰ সৈতে আত্মপ্ৰকাশ কৰা সুনীল হিমালয় পৰ্বতখন এখন বৃহৎ প্ৰাচীৰৰ দৰে ওচৰতে থিয় হৈ থকা যেন দেখি, ই যেন বহুদিনৰ বহুকথাৰ সাক্ষী হৈ আছে। পূব আকাশৰ দক্ষিণ কোনত সৰু হাতীমুৱা পৰ্বতখন কুচিমুচি বহি থকা যেন লাগে। সম দক্ষিণে খণ্ড খণ্ড মেঘৰ আঁৰত ভুমুকি মৰা খাচীয়া পাহাৰ দেখা যায়। পশ্চিমে দিগন্ত বিস্তৃত আকাশ - দূৰ-দূৰণিত মাটিৰ ঘূৰণীয়া সীমাৰেখাত মিলি গৈছে - য'ত ৰঙা বেলিটিয়ে পৃথিৱীৰ পৰা বিদায় লৈ গধূলি মাৰ গৈ নেদেখা হয়। সৰ্থেবাৰী গাৱঁৰ প্ৰাকৃতিক শোভা- বিশেষকৈ বাৰিষা ইয়াৰ শোভা বৰ্ণনাতীত। চাৰিও ফালে বিস্তীৰ্ণ দলনি-ঘাঁহনিৰে ঢাক খাই থকা পানীৰে উপচি পৰা পথাৰবোৰৰ মাজত গাওঁখন ওপঙি থকা যেন দেখি। নাওত বাহিৰে কোনো পিনে লৰচৰ কৰিবৰ উপায় নাই। সেই কাৰণে সৰ্থেবৰীয়া তথা এই অঞ্চলৰ মানুহে প্ৰায় প্ৰত্যেকেই সাঁতুৰিব আৰু নাও বাব জানিছিল। বাৰিষা কি আনন্দ! আলিৰ কদম গছবোৰ ফুলি উঠে। ভঙা নাওবোৰ পাৰত তুলি-উবুৰি কৰি মিস্ত্ৰি বিলাকে কদমৰ ছাঁত ভঙা-ফুটা বাতে-ল'ৰাবিলাকে বিবিধ খেল খেলি আনন্দ কৰে। দলনিৰ মাজে মাজে ৰঙা ওঠঁৰ সেউজীয়া কাম চৰাইবোৰে, ধুনীয়া শৰালিবোৰে বাহ সাজি কণী পাৰি উম দিয়ে; নাৱেঁৰে গৈ ওচৰ পালে হঠাৎ উৰি পলাই গুচি যায়; তেতিয়াহে চৰাই আছিল বুলি জানিব পাৰি। ভাদ্ৰ মাহৰ অষ্টমী তিথিৰ আগদিনা পুৱঁতি নিশা নাৱেঁৰে পদুম তুলিবলৈ যাওঁতে ৰাতিপুৱাওঁ-নুপুৱাওঁ সময়ত দেখা বিলৰ পদুমণি বনৰ শোভা ভুক্তভোগীয়েহে জানে; পুৱাৰ সূৰুযৰ অস্পষ্ট কিৰণ পৰি পদুমবোৰ ফুলি উঠি অপূৰ্ব শোভা বিস্তাৰ কৰে- সুগোন্ধত ভোমোৰাকুল বিয়াকুল হৈ উৰি ফুৰে- তেতিয়া অনুভৱ কৰিব পাৰি- শত পত্ৰ বিকশিত ভ্ৰমৰা উৰায়! পদুমৰ পাতত তলমল কৰি লৰি থকা গঙ্গাজলৰ দৰে স্বচ্ছ জল একোচলা দেখি মনত পৰে কমল দল জল- চিত্ত চঞ্চল! আহিন-কাতি মাহৰ পৰা কুঁৱলীৰ আঁৰে আঁৰে ৰাজ হাঁহবোৰে লানি নিছিগা শাৰী পাতি আকাশেৰে উৰি যায়, এখন বিলৰ পৰা আনখন বিললৈ। সৰ্থেবাৰী গাওঁৰ মাটি বালি-সেৰীয়া; যেন কোনোবা কাহানি এইবোৰ ঠাই নৈৰ বুকুতহে আছিল; এতিয়া বামহৈ গাওঁ হ'ল। ইয়াৰ পানীও ফট্‌ফটীয়া। বা-ছাটিয়ে গা-মন জুৰ কৰে। আলি-পদুলি হোৱাত বৰ্ত্তমানৰ অবস্থা-পৰিস্থিতি কিছু বেলেগ হ'ল; ওচৰৰ বিল বিলাকো মৰি পথাৰত পৰিণত হ'ল। কিছুমান মানুহে খেতি-বাতিতো মন দিলে। এই সৰ্থেবাৰী আৰু কাৰাকুছি, নামশলা আদি গাওঁৰ কঁহাৰ সকলক দেখিলে শৌৰ্য্যে-বীৰ্য্য, বিদ্যাই-বুদ্ধিয়ে প্ৰাচীন ক্ষত্ৰিয় জাতিৰ বংশধৰ বুলি কব পাৰি। পৰশুৰামৰ ভয়তেই হওক বা আন কিবা কাৰণতেই হওক কুল-লুপ্ত হৈ কালক্ৰমত কলিতা হ'ল। খাচ সৰ্থেবাৰীৰ অধিক সংখ্যক অধিবাসী কলিতা। প্ৰায় চাৰিভাগৰ এভাগ কেওঁট; আৰু অলপ সংখ্যক মুছলমান। অন্য জাতৰ মানুহ নাই বুলিলেও হয়। এই গাওঁত ব্ৰাহ্মণো নাই; কিন্তু আশেপাশে থকা গাওঁ অৰ্থাৎ কামূৰা, কাৰাকুছি, হেলচা, বেঙাপাৰা, পল্লাত অন্যান্য জাতৰ মানুহৰ লগতে বিদ্যাই-বুদ্ধিয়ে পাৰ্গত ব্ৰাহ্মণ লোকো আছে। তেওঁলোকে পুৰণি কালৰ পৰাই সংস্কৃত চৰ্চ্চা কৰে আৰু বহুতে নিজৰ হাউলিতে টোল সাজি ছাত্ৰক শিক্ষাও দিছিল। আৱশ্যক হলে সৰ্থেবাৰীৰ মানুহে এওঁলোকৰ পৰা সজ পৰামৰ্শ আদি লয় আৰু সন্মানো কৰে। এওঁলোকেও সৰ্থেবাৰীৰ মানুহক বিশেষ শ্ৰদ্ধাৰ চকুৰে চায়। সৰ্থেবাৰীৰ মানুহৰ ধৰ্ম-কৰ্মৰ সহায়তা কৰে। সৰ্থেবাৰীত বাহিৰে বাকীবোৰ গাওঁৰ লোক সকল মূলত ঃ কৃষিজীৱি। সৰ্থেবাৰী গাওঁ প্ৰধানকৈ দুইটা বস্তুৰ কাৰণে বিখ্যাৎ। প্ৰথমটো হৈছে কৰ্মপ্ৰবণতা আৰু দ্বিতীয়টো হৈছে ধৰ্ম প্ৰাণতা। এই দুইটা বস্তুৰ মহিমাময় ৰূপে সৰ্থেবাৰীৰ আপামৰ ল'ৰা, বুঢ়া, ডেকা সকলোৰে মন বুৰাই ৰাখিছে। কৰ্ম আৰু ধৰ্ম উৎসৱ-আনন্দৰ মহাস্ৰোতত জীৱনৰ দুঃখ ভাগৰ উটাই দি নিশ্চিত থাকে। সৰ্থেবাৰীক লৈ গোটেই অঞ্চলটোৱে যেন কাঁহ-শিল্পৰ এটা বিৰাট কাৰখানা। ৰাতি নৌ পুৱাওতেই গাওঁখন সাৰ পাই জাগি উঠে- কাঁহৰ কোব পৰে। আৰু ৰাতি নৌ টোপনি নোযোৱা পৰ্য্যন্ত কৰ্মমুখৰ হৈ থাকে। একোজন ওজা-কঁহাৰক কেন্দ্ৰ কৰি ছয় সাতজনলোকৰ থুলৰ একোখন কঁহাৰ সাল পাতি লৈ অসমীয়া দেশীয় গঢ়ৰ কাঁহী, বাটি, বটা, শৰাই, বান, বেলা, লোটা আদি বাচন তৈয়াৰ কৰে। গুৰিৰেপৰা ইয়াক তৈয়াৰ কৰা চাই থাকিলে আচৰিত মানিব লাগে। মানুহবোৰ ইমান পৰিশ্ৰমী, ইমান ধৈৰ্য্যশীল, ইমান মনোযোগী! এই কৰ্মৰ প্ৰভাৱ ইমান ব্যাপক যে কি পঢ়া, কি নপঢ়া ল'ৰাৰ পৰা বুঢ়ালৈকে কাঁহৰ কামৰ অলপ নহয় অলপ অভিজ্ঞতা আছে। কঁহাৰ সকলৰ মাজৰ পৰাই হাইকোৰ্টৰ ন্যায়াধীশৰ পৰা আৰম্ভ কৰি পুলিচ বিভাগৰ উচ্চ পদবীলৈ বহুত বিখ্যাত লোক, বহুত লিখক, বহুত কবিও ওলাইছে। তেওঁলোকৰ ভিতৰত কোনোৱে 'মই কঁহাৰৰ ল'ৰা' এনে পৰিচয় দিবলৈ লাজ নাপায়। ৰাতিপুৱা কঁহাৰ শালৰ চাৰিও ফালে তিনি চাৰিজনকৈ কঁহাৰ কৰ্মী বহি লৈ নিয়াৰিৰ ওপৰত তপতোৱা ডাঠ কাহ হাতুৰিৰে পিটি বহলাই পেলায়; সেই ডাঠ কাঁহ টুকুৰা ওজা শিল্পীজনে সাৰাহেৰে ধৰি ঘূৰাই থাকে। কৰ্মীসকলে অতি খৰতকীয়া কৈ হাতুৰি মৰাত অলপো আউল নালাগে। বহলোৱা কাঁহ ডোখৰৰ পৰাই ওজা জনে বিভিন্ন পাত্ৰ নিৰ্মাণ কৰি উলিয়ায়। নিৰ্মিত পাত্ৰ পানীত ডুবাই ঠাণ্ডা কৰি সৰু হাতুৰিৰে মাথি সুগঢ়ী কৰি মল এৰুৱাই কুণ্ডত কুণ্ডি পালিচ কৰে। এইদৰে কৰি থাকোঁতেই দিন গৈ ৰাতি হয়। কেতিয়াবা বহু ৰাতিলৈকে কাম চলি থাকে; আকৌ পিছদিনা ৰাতি নৌপুৱাওঁতে উঠিবৰেই হয়। সেয়েহে ইয়াক বৰ কঠোৰ শ্ৰম বোলা হৈছে। কিন্তু হলেও মিছা বা ঠগ-প্ৰবঞ্চনা কৰি আৰ্জি বা অলস চাকৰি কৰি পেট প্ৰবৰ্ত্তন কৰাতকৈ এই পৰিশ্ৰমৰ গৌৰৱ যথেষ্ট। জুইৰ পোহৰত কঁহাৰ শালৰ কৰ্মী সকলৰ মুখ যেতিয়া উজ্বল হৈ উঠে তেতিয়া তেওঁলোকৰ মুখত এই গৌৰৱৰ চিন ফুটি উঠে। গধুৰ আৰু ডাঙৰ হাতুৰিবোৰ ডাঙোতে কাঁহ কোবোৱা ডেকাহঁতৰ সবল বাহুৰ মাংসপেশীবোৰ একোটা লোৰ বলৰ নিচিনা গোলাকাৰ হৈ ফুলি উঠে। এই দৃশ্য দেখিলে কোন অভিভূত নহৈ থাকিব পাৰে?

শুৱালকুছিয়া পাটৰ কাপোৰৰ দৰে সৰ্থেবাৰীয়া কাঁহৰ বাচনো অসমীয়াৰ গৌৰৱৰ বস্তু। সৰ্থেবাৰীয়া কাঁহৰ বাচনৰ দৰে সুগঢ়ী বাচন ভাৰতৰ কোনো ঠাইত নাই। সৰ্থেবাৰীয়া কাঁহী-বাটিত ভাত খাব পোৱাটো যেন আমাৰ ভাগ্যৰ কথা। সোণৰূপৰ অলঙ্কাৰ, মূল্যবান ফাৰ্নিচাৰৰ দৰে কাঁহৰ বাচনো অসমীয়াৰ ঘৰৰ এবিধ মূল্যবান সম্পত্তি; জীয়ৰী-ছোৱালীৰ লগত সৰ্থেবাৰীয়া বাচন এসাজ যৌতুকত দিব নাপালে অসমীয়া পিতৃ-মাতৃৰ মনত সন্তোষ নালাগে। ই যেন এটা ৰীতি হৈ পৰিছে। এই দৰে বিয়াত আন লোকে উপহাৰ দিব লাগিলেও সৰ্থেবাৰীয়া কাঁহৰ বাচনেই আগ। এই অঞ্চলৰ কঁহাৰৰ তৈয়াৰী ভোৰতাল, মন্দিৰা আদিৰ প্ৰতি সুদূৰ ভোটান আৰু তিব্বততো আদৰ আছে।

আগতে সৰ্থেবাৰীয়া কঁহাৰ সকলে মাৰোৱাৰীৰ পৰা ভঙা কাঁহ লৈ নতুন বাচন গঢ়ি সেই বাচনৰ ৰাবে যি বানচ পাইছিল সেইখিনিয়ে তেওঁলোকৰ উপাৰ্জ্জন আছিল; সুখৰ কথা যে এতিয়া কঁহাৰ সকলৰ "অসম সমবায় কঁহাৰ সংঘ" স্থাপিত হোৱাত সংঘৰ জৰিয়তে ভঙা কাঁহ লৈ বাচন গঢ়িব পোৱাত আৰু বানচৰ পৰিমাণ নিজৰ সংঘই নিদ্ধাৰিত কৰিব পোৱাত কঁহাৰ সকলে বহুত সকাহ পাইছে। গুৱাহাটী, যোৰহাট, ডিব্ৰুগড় আদি ঠাইত সংঘৰ শাখা স্থাপিত হোৱাত বহুত সুবিধা হৈছে। সংঘ প্ৰতিষ্ঠা কৰাত আগভাগ লোৱা কঁহাৰ সন্তান স্বৰ্গীয় কোহিৰাম দাস আদি পুৰুষ সকলক আমি এইখিনিতে ধন্যবাদ জনাওঁ।

সৰ্থেবাৰীৰ কঁহাৰ সকলৰ কথা আৰু কঁহাৰ সকলৰ দ্বাৰা পৰিচালিত সৰ্থেবাৰীৰ সভাৰ কথা নকলে সৰ্থেবাৰীৰ কথা একোকে কোৱা নহয়। সৰ্থেবাৰীত ধৰ্ম আৰু আনন্দোৎসৱ বহুত যদিও তাৰ ভিতৰত সভা, দৌল, বহাগৰ সুৱঁৰি আৰু ভাদ্ৰ মাহৰ কৃষ্ণৰ জন্মাষ্টমী প্ৰধান; মহাপুৰুষ সকলৰ তিথি-উৎসৱ, এপইচাৰ নাম আদি উৎসৱ সমূহো আছে। আলপা নৈত পানী থকালৈকে ভাদ্ৰ মাহৰ কৃষ্ণাষ্টমীৰ নাওখেল এই অঞ্চলৰ এটি ডাঙৰ উৎসৱ আছিল। কিন্তু মাঘী পূৰ্ণিমাত হোৱা পাঁচ দিনীয়া "সাংস্কৃতিক ধৰ্ম মহাসভা" বা চমুকৈ কবলৈ গলে "সৰ্থেবাৰীৰ সভা" সৰ্থেবাৰীৰ সৰ্বোৎকৃষ্ট আৰু সৰ্বপ্ৰধান উৎসৱ।

বছৰৰ মহামেলা পুৰ্ণ পীঠস্থান
জনমানৱৰ কোলহল,
মহা জনতাৰ মহা আনন্দ উলাহ
জন সাগৰৰ মহা ঢল।
মহান ভাৰত সবে মতলীয়া হয়
কাৰো ভাব আপোনাত নাই
মহান্ আতমা এক ধীৰে ধীৰে উঠি
সকলোকে নিয়েহি টৌৱাই ।।
মেঘৰ কণিকা যেন ক্ষুদ্ৰ ক্ষুদ্ৰজন
জন সাগৰত মাৰ যায়,
বহল আকাশ ভেদি এটি মৃদুগীতি
লাগে লাহে আপুনি উধায়।।

* * * * * * * * * *

সংস্কৃতি প্ৰাণ লোকে সভাৰ গীত-ভাওনা, নামকীৰ্ত্তনত প্ৰাণ ঢালি দি দুঃখময় সংসাৰৰ জ্বালা-যন্ত্ৰণা তেনেই পাহৰি যায়। উক্ত সভাটোই ইয়াৰ মানুহৰ জীৱনৰ এফাল আৰু আন গোটেই জীৱনটো এফাল। ল'ৰা-ছোৱালী, ডেকা-বুঢ়া, শাহু-বোৱাৰী কাৰো মন ঘৰত নাথাকে; কেতিয়ানো সভাৰ খোলাখন পাওঁ প্ৰত্যেক মুহূৰ্ত্ততে মন উদুলি-মুদুলি হৈ থাকে। সেয়ে য'তে নাথাকক সকলো কাম কাতি কৰি থৈ সভালৈ ঢাপলি মেলে।

কেতিয়ানো পাওঁ সেই গাওঁখন
নিমিষতে এৰি গিৰি নদী বন
চেনেহী চিনাকি ঠাই
প্ৰতি ধূলি-বালি গছে পাতে গঁথা
আছে সুখ-দুঃখ সকলো কথা,
হাহি, অশ্ৰু, প্ৰীতি, ভয়।।

অকল সৰ্থেবাৰীৰেই নহয় সৰুক্ষেত্ৰী, পাকা, ধৰ্মপুৰ, গোমূৰা, কাৰাকুছি, নামশলা, হেলচা, বনিয়াকুছি, আমৃখোৱা, লছিমা, নসত্ৰ প্ৰভৃতি বৃহত্তৰ সৰ্থেবাৰীৰ সমগ্ৰ অঞ্চলিটিয়ে সভা বুলিলে যেন বলিয়া হয়। মহান আত্মাৰ মহা আকৰ্ষণ। কৃষ্ণৰূপী অন্তৰ্য্যামী পৰমাত্মা ভগৱানৰ যশৰাশিৰে

উদ্ভাসিত এই মহা সভাতেই প্ৰভুই যেন আত্ম প্ৰকাশ কৰে। যুগ যুগ ধৰি শ শ, হাজাৰ হাজাৰলোকে কেচুৱা কালৰ পৰা বুঢ়াকাললৈকে সভা চাই, সভাৰ ঢুলীয়া, গায়ন-বায়ন, যাত্ৰা-ভাওনা, ওজাপালি চাই, কীৰ্ত্তন-বৰগীতৰ ৰাগ-ৰাগিণী শুনি, সঁচা সঁচা যেন লগা কৃষ্ণ, বলোৰাম, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ, দুৰ্য্যোধন, দুঃশাসন, ধৃতৰাষ্ট্ৰ, কৰ্ণ, ভীষ্ম, দ্ৰোণ, অশ্বত্থামা, জয়দ্ৰথ, অভিমন্যু, ধৃষ্টদ্যুম, সাবিত্ৰী, সত্যবান, নল, দময়ন্তী, দ্ৰৌপদী, ৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন, সীতা, বাল্মীকি, দশৰথ, হনুমন্ত, নল, নীল, জাম্ববন্ত, ৰাৱণ, কুম্ভকৰ্ণ, বিভীষণ, অসুৰ, দেৱতা, ৰাক্ষক, প্ৰহ্লাদ, নাৰদ বেশী ভাঁৱৰীয়াৰ মনোহৰ ভাও চাই চাই কতজন কালৰ সোঁতত উটি গ'ল; সেইদৰে ব্ৰজ শৰ্মাৰ যাত্ৰাৰ দল, মোহন ভাঁৱৰীয়াৰ ঢুলীয়াৰ ভাও, ভোলাভাৱঁৰীয়াৰ গায়ন-বায়ন, নৰো ওজাৰ ওজাপালি আছিল সভাৰ আকৰ্ষণ। কিমানে ভাল ভাও দেখুৱাওঁ বুলি, কিমানে ভাল গীত শুনাওঁ বুলি সভালৈ আহি নানা ঠেলা-হেচাঁৰ মাজত থিয়দি, ৰহি উদ্গ্ৰীৱ নেত্ৰে ৰ লাগি চাই থকা দৰ্শক মণ্ডলীৰ প্ৰাণত উন্মাদনা ঢালি দি এবাৰলৈ মধুৰ সপোন দেখুৱাই ঘূৰি নহাৰ দৰে পুনৰ ঘূৰি নাহিলে বা আহিব নোৱাৰিলে। ইয়াৰ মানুহৰ মনত আনন্দৰ ছবি চিৰ অঙ্কিত হৈ ৰৈ গ'ল। সভাক পাহৰে কেনেকৈ? বহুদূৰ বিয়পি যোৱা বিষ্ণুৰ পবিত্ৰ হোমৰ গোন্ধৰ স্মৃতি, গাত চটিয়াই দিয়া শান্তি পানীৰ চিতিকনিৰ মধুৰ শিহৰা সোঁৱৰণি পাহৰা নাযায়। সভাৰ পাঁচটি দিনৰ প্ৰতি দিনৰ অনুষ্ঠিত শঙ্কৰ-মাধৱৰ নামছন্দ, শৰণছন্দ আৰু কীৰ্ত্তনৰ ঘোষাপ্ৰসঙ্গৰ সুমধুৰ প্ৰাৰ্থনা গীতে ভকত সকলক মুগ্ধ কৰি ৰসত নিমগ্ন কৰে। মাঘী পূৰ্ণিমাৰ প্ৰথম দিৱসৰ সভাৰ থলীত সমবেত হাজাৰ হাজাৰ কণ্ঠত হাত চাপৰি-ভোৰতাল সংযোগত মুখৰিত হোৱা কীৰ্ত্তনৰ ধ্বনিত যেন মহাপুৰুষে নিজেই আবিৰ্ভূত হৈ সভাৰ খোলা অমৃতৰে প্লাৱিত কৰে। সভা অবসানত ভকতৰ নামৰ দিনা ভক্তৰ বিড় কীৰ্ত্তনত পৃথিৱী কঁপি উঠে ; সকলোৰে কণ্ঠত ধ্বনি হয়-

"শ্ৰীমন্ত শঙ্কৰ হৰিভকতৰ
জানা যেন কল্পতৰু।
তাহান্ত বিনাই নাই নাই নাই
আমাৰ পৰম গুৰু।।"

সঁচাকৈয়ে সৰ্থেবাৰী সভাত মানুহে অমৃত-ৰসৰ আস্বাদ পায়। ৰাতি নিৰ্মল আকাশত অকলশৰীয়াকৈ জ্বলি থকা সভাৰ জোনটি দেখিলে কেনে লাগে তাক প্ৰকাশ কৰা সহজ নহয়। এই জোনটিকে মূৰত লৈ কিমানজনে সভা চাইছিল আৰু কিমানজনে সভা দেখুৱাইছিল; সেইসকলনো আজি কলৈ গ'ল? সভাৰ হিম-চেচা বতাহ চাটি গাত লাগিলে কিযে অনুভূতি হয়। যেন সিপাৰৰ সুদূৰৰ কোনোবা লোকত থকা অতি প্ৰিয়জনৰ স্মৃতি আপোনা-আপুনি প্ৰাণত উদয় হয়। সংসাৰৰ নশ্বৰতাই মুহূৰ্ত্ততে মন উদাস কৰি তোলে। হাৰমোনিয়ামৰ সুৰত সুৰ মিলাই নাচোনৰ তালে তালে ৰভাতলীত গোঁৱা ছোৱালীৰ ৰূপত ল'ৰাহঁতৰ মুখত ওলোৱা উদাস গীত ফাঁকি গাবলৈ মন যায় ঃ-

জীৱন সোনোৱালী লুইতৰে বালি
চিৰদিন নাথাকে ৰই;
এদিন নিশ্চয় যাবই লাগিব
মাটিতে মিহলি হই।।

* * * * * *

জোনাকৰ বুকুত লাইটৰ শুভ্ৰ পোহৰত নাচনীসকলে যেতিয়া গায়

লুইতৰ বুকুতে শীতল-বা, শীতল-বা
মোৰ যৌৱনতে পৰিছে ছাঁ, পৰিছে ছাঁ,
সোণোৱালী সোঁততে ওপঙি যা, ওপঙি যা . . . . . .

তেতিয়া সচাঁকৈয়ে যৌৱনত ছাঁ পৰা যেন লাগে। নৈৰ পানীৰ দৰে জীৱন বৈ নাথাকে, কালৰ ভটিয়নি পানীত উটি যায়।

সভাৰ গঠন পদ্ধতি, পৰিচালনা আৰু ব্যৱস্থাৱলী দেখিলে কঁহাৰ সকলৰ পূৰ্বপুৰুষ সকল যে মহা বুদ্ধিমান , মহাকৰ্মী আৰু মহাভক্ত আছিল আৰু তেওঁলোক যে সুদূৰপ্ৰসাৰী গভীৰ দৃষ্টি সম্পন্নলোক আছিল তাক জানিব পাৰি। ঈশ্বৰক সাৰ কৰি সংসাৰখনক প্ৰকৃত ভাৱে কেনেকৈ উপভোগ কৰিব পাৰি তাক তেওঁলোকে ভালকৈয়ে জানিছিল। সেই কাৰণেই তেওঁলোকক প্ৰকৃত সৎ আখ্যা দিব পাৰি। আৰু সেই কাৰণেই 'সত্থেৰবাৰী' গাওঁখনৰ নাম সাৰ্থক হৈছে।

কংগ্ৰেছ মহাসভা, গ্ৰন্থমেলা, বাণিজ্যমেলা, ফুটবল-ক্ৰীড়া আদিত বা ৰাজনৈতিক উদ্দেশ্য প্ৰণোদিত ডাঙৰ সমাবেশত বহুজনৰ বহু সমাগম হয় সঁচা; কিন্তু এইবিলাকৰ লগত সৰ্থেবাৰী সভাৰ যথেষ্ট পাৰ্থক্য আছে। সৰ্থেবাৰী সভাৰ উদ্দেশ্য মূলত যিয়ে নাথাকক, ইয়াৰ চূড়ান্ত লক্ষ্য বা পৰিণতি হৈছে বহুজনৰ একীভূত প্ৰচেষ্টাৰে কৰা পৰম পুৰুষৰ আৰাধনাৰ মাধ্যমেৰে বিশল আনন্দ লাভ কৰা। আৰু এই লক্ষত সৰ্থেৰবীয়া ৰাইজ সম্পূৰ্ণ সফল হৈছে। এই উদ্দেশ্য সাধনৰ কাৰণে তেওঁলোকে অসমীয়া জাতীয় সংস্কৃতিৰ মাজত লুকাই থকা সাৰ ভাগৰ আশ্ৰয় লৈ এই সভাৰ পাতনি মেলে। শ্ৰীশঙ্কৰদেৱে বৈকুণ্ঠৰ প্ৰেম নদীৰ পাৰ ভাঙি ব্ৰহ্মাণ্ড বুৰাই পেলোৱাৰ দৰে তেওঁলোকেও আনন্দ সমুদ্ৰৰ মাজত জনতাক বুৰাই পেলালে।

সৰ্থেবাৰী সভাক গণতান্ত্ৰিক পৰিণতিৰ এটি উত্তম নমুনা বুলি কব পাৰি। শৃঙ্খলাপূৰ্ণ সামূহিক শ্ৰমশক্তিৰ লগত বিৰাট মেধাশক্তিৰ উৎকৃষ্ট মগজুৰ সংযোগত এই সভাৰ সৃষ্টি। সৰ্থেবাৰীৰ অধিবাসী মূলত ঃ পাঁচোটা খেলৰ ১৫ টা চুপা বা চুবুৰীৰ ঘৰ মানুহৰ প্ৰত্যেক ঘৰেই এই সভাৰ অংশীদাৰ। অৰ্থাৎ প্ৰত্যেক ঘৰে এই সভাত হাতে-কামে, মনে-প্ৰাণে 'আমাৰ সভা' বুলি জ্ঞান কৰে। মাঘৰ শুক্লা প্ৰতিপদ তিথিৰ পৰা পূৰ্ণিমাৰ আগদিনালৈ অৰ্থাৎ সভাৰ পোন্ধৰ দিনলৈ সভাৰ খোলাত 'সভাৰ মেল' বহে। এই মেলত ৰাইজে স্থিৰ কৰা মতে প্ৰত্যেক ঘৰেই চান্দা, বৰঙণি আৰু শ্ৰম দান কৰিবলৈ বাধ্য। এই মেলতে কোন ক'ত আছে, প্ৰত্যেকৰে অৱস্থাৰ বুজ লয়। কোনো ঘৰৰ অপৰাধ বা জগৰৰো বিচাৰ কৰা হয়। ইয়াত অনেক জেদাজেদি আৰু তৰ্ক-বিতৰ্কও হয়। কেতিয়াবা অৱস্থা এনে হয়গৈ যেন এইবাৰলৈ সভা নহবই। কিন্তু শেষত সকলো ঠিক হৈ যায়। ৰাইজৰ হৰ্ষপূৰ্ণ হৰিধ্বনিৰ মাজত সভা আৰম্ভ হয়। মানুহৰ স্বতঃস্ফুৰ্ত্ত আনন্দৰ বেগ, কোনেও ৰোধ কৰিব নোৱাৰে। এই আনন্দৰ স্ৰোত চিৰদিনলৈ বৈ থাকিব।





# বৰপেটা জিলাৰ চৰ-চাপৰিৰ ৰূপৰেখা

নগেন চৌধুৰী

সমবায় বিভাগৰ এজন কৰ্মচাৰী হিচাবে সমবায় সমিতি সমূহৰ বিভিন্ন কাম কাজত আৰু বিশেষকৈ বৰপেটা জিলাৰ নিৰ্ব্বাচনী কাৰ্য্যালয়ৰ ভোটাৰ তালিকা সংশোধনীৰ নানা তবহৰ কামত ইং ১৯৮৫ চনৰ পৰা ১৯৯৪ চনলৈ ভিন্ ভিন্ সময়ত জিলা খনৰ বিভিন্ন চৰ-চাপৰিলৈ যাব লগা হোৱাত, প্ৰথম প্ৰথম ভয়েই খাইছিলো। কাৰণ সচাঁ-মিছা শংকাজনক ৰূপকথাৰ কাহিনী শুনিবলৈ পাইছিলো। কিন্তু সময়ত তালৈ গৈ চৰৰ তপত বালি গছকি তাৰ মানুহৰ মৰম চেনেহ আৰু আতিথ্য দেখি মোহিত হৈছিলো। অনুভৱ হৈছিল সেইখন এখন সহজ সৰল জীৱন যাত্ৰাৰ অন্য পৃথিৱীহে। মোৰ নিজৰ বাস্তৱ অভিজ্ঞতা আৰু বিভিন্ন ঠাইৰ পৰা তথ্য সংগ্ৰহ কৰাৰ উপৰিও বৰপেটাৰ সু-সাহিত্যিক, সাহিত্যিক পেঞ্চনাৰ শ্ৰদ্ধেয় এম, ইলিম উদ্দিন দেৱান চাহাবৰ পৰাও কিছু কথা সংগ্ৰহ কৰি এই প্ৰবন্ধটো যুগুত কৰা হ'ল।

বৰপেটা জিলাৰ সদৰ ঠাই বৰপেটা। এই বৰপেটা চহৰৰ পৰা বৰপেটা জিলাৰ চৰ-চাপৰিবোৰৰ দূৰত্ব প্ৰায় বিশ কিলোমিটাৰৰ পৰা ৪০-৫০ কিলোমিটাৰ হ'বগৈ। দেখাত যদিও এই দূৰত্ব বৰ বেছি নহয়, তথাপি সেইবোৰ ঠাইলৈ যাবলৈ হলে এক বা দেৰ দিনৰ আৱশ্যক হ'ব। আকৌ সেই ঠাই খিনি নৈয়ে নৈয়ে ইঞ্জিনযুক্ত নাওৰে একা-বেকাঁ পথেৰে বিভিন্ন পাৰঘাট অতিক্ৰম কৰোতে ইয়াৰ দূৰত্ব কমেও একশ কিলোমিটাৰৰ হব চাগে।

বৰপেটা চহৰৰ দক্ষিণে প্ৰায় ন-দহ কিঃ মিঃ আঁতৰত মন্দিয়া গাওঁ। ইয়াত বাঘবৰ ৰাজহ চক্ৰ, খণ্ড উন্নয়ণ কাৰ্য্যালয়, আৰক্ষী চকী, স্কুল-কলেজ, প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ আদি আছে। সপ্তাহৰ প্ৰতি সোমবাৰে ইয়াত এখন বৰ ডাঙৰ বজাৰ বহে। ই ভেলেঙী নদীৰ পাৰত অৱস্থিত। এই ভেলেঙী নদীৰ ওপৰতেই ইয়াত এখন সুন্দৰ মজবুত পকী দলং আছে। ইয়াৰ ওচৰতেই মন্দিয়া ঘাট। এই মন্দিয়া ঘাটৰ পৰাই বৰপেটা জিলাৰ বিভিন্ন চৰ-চাপৰিলৈ যোৱাৰ সাধাৰণ ডাঙৰ নাও আৰু ইঞ্জিনযুক্ত নাও পোৱা যায়। আকৌ ওচৰৰ আন এটা চৰৰ পৰা আনটো চৰলৈ যাবলৈ হ'লেও পাৰ হব লাগিব নানা সুঁতি, উপ-সুঁতি, জান-জুৰি আদি। সেই ঘাটবোৰতো সৰু সৰু নাওৰ ব্যৱস্তা আছে। কবলৈ গলে নাওৱেই চৰ-বাসীৰ একমাত্ৰ জীৱন সাৰথি।

পূৰ্বৰ বৰপেটা মহকুমাই বৰ্ত্তমানৰ বৰপেটা জিলালৈ ৰূপান্তৰিত হৈছে। বৰ্ত্তমান জিলাখনৰ মুঠ জনসংখ্যা প্ৰায় তেৰ লাখৰ ওপৰ। উল্লেখযোগ্য যে, এই তেৰ লাখ জনসংখ্যাৰ প্ৰায় আধাভাগেই ইছলাম ধৰ্মী লোক। আকৌ তাৰেই প্ৰায় তিনি ভাগৰ এভাগ লোকে প্ৰকৃতিয়ে গঢ়া নদ-নদীৰ চৰ-চাপৰি অঞ্চলত প্ৰকৃতিৰ সৈতে মিতিৰালি কৰি নানা আহুকালৰ মাজতো ধৈৰ্য্য সহকাৰে বসবাস কৰি আহিছে। এই চৰ-চাপৰিত বসবাস কৰা লোকৰ সংখ্যাও প্ৰায় দুই লাখৰ ওপৰ হব।

এই বৰপেটা জিলাখনৰ নদী-সমূহৰ ভিতৰত ব্ৰহ্মপুত্ৰ আৰু বেকী নৈয়ে প্ৰবল প্ৰতাপী নদী। আন আন বহুতো নদী আছে যদিও ব্ৰহ্মপুত্ৰ আৰু বেকী নদীৰ মাজতহে সৰুবৰ বহুতো চৰ-চাপৰি আছে। এই চৰ-চাপৰিবোৰত জন-বসতিও অতি ঘন। বেকী নদীৰ চৰ-চাপৰিৰ সংখ্যাতকৈ ব্ৰহ্মপুত্ৰ নদীৰ চৰ-চাপৰিয়েই সৰহ। মহাবাহু ব্ৰহ্মপুত্ৰ বৰপেটা জিলাৰ একেবাৰে দক্ষিণ সীমাইদি পূবৰ পৰা পশ্চিম দিশলৈ বিশাল ভাৱে বৈ গৈছে। এনেভাৱে বৈ যোৱাত পূবৰ অংশত ই বগৰিবাৰী মৌজাৰ মাজেৰে গৈছে। আকৌ পশ্চিমৰ অংশত ই বাঘবৰ মৌজাৰ মাজেৰে গৈছে। বৰপেটা জিলাৰ এই দুয়োখন মৌজা ব্ৰহ্মপুত্ৰৰ মাজৰ চৰ-চাপৰিৰ সংখ্যা অধিক। বগৰিবাৰী মৌজাৰ ভিতৰত প্ৰধান চৰ-চাপৰিবোৰ হ'ল ঃ- গান্ধীৰ চৰ, জৈলাৰ চৰ, গোধুনি, দক্ষিণ গোধুনি, দমদমা, মাজৰ চৰ, ধামাপাৰা, নলজাহী, দুৰামাৰী, চেঙ্গেলিদিয়া, মৰিচাকান্দি, চেনিমাৰীৰ চৰ, লক্ষীপুৰ, যাত্ৰাদিয়াৰ চৰ, বৰদিয়াৰ চৰ, আতিয়াৰ চৰ, মহিশখুটী, ভেঙ্গেলীমাৰী , শিমলুবাৰী, ধুবুৰীৰ চৰ, পামপাৰা, তাৰাবাৰীৰ চৰ, হেঁপাচা, হেঁপচাৰ বিজাৰ্ভ, চন্দনপুৰ, টাঙ্গালীয়াপাৰা, নিজ পৰুৱা, পৰুৱা, পৰুৱা পথাৰ, চাংবান্ধা, আন্দাভাঙ্গা, মইচৰ ননকে, হলঙাপাৰা, মৈৰাদিয়া, আদুৰিপাৰা, খোলাবান্ধা, খোলাবান্ধাৰ চৰ, পঠিমাৰীৰ চৰ, শালমাৰা, শালমাৰা পথাৰ, লেহীকে, দীঘিকে, লহৰা পাৰা, নিৰলাৰ চৰ, বৰঘোলাৰ চৰ, ক'লাবাধা, হাতেম চৰ, কলতলিৰ চৰ, কানমাৰা ননকে, কাছিমপুৰ চৰ- আদিয়েই প্ৰধান।

পশ্চিম অংশত এই ব্ৰহ্মপুত্ৰ নদীৰেই বাঘবৰ মৌজাৰ ভিতৰৰ চৰ-চাপৰিবোৰ হ'ল যথাক্ৰমে ঃ- আলুপতিৰ চৰ, বাঘমাৰাৰ চৰ, মাজৰ চৰ, নিচানদিৰ চৰ, ফুলনৈৰ চৰ, মৌ খোৱা চৰ, ভাত নাপাইতিৰ চৰ, সাৰ গাওঁ, ৰামাপাৰা, উজীৰৰ চৰ, দলাৰ চৰ, কদমতলা চৰ, ছয়সীমনা চৰ, কালাৰ দিয়াৰ চৰ, ডেউলদিৰ চৰ, ফুলৰাৰ চৰ, মাথা ভাঙাৰ চৰ, ধৰ্মপুৰ, আলিৰ পাম, সুখাৰজাৰ, ধুলাউৰিৰ চৰ আদিয়েই প্ৰধান। আনহাতে মন্দিয়া মৌজাতো সৰু বৰ চৰ-চাপৰি আছে। আকৌ বৰপেটা জিলাৰ প্ৰায় পশ্চিম অংশইদি বৈ গৈছে অন্য এক প্ৰভাৱ শালী বেঁকী নৈ। ই ক্ৰমে অকোৱা-পকোৱাকৈ উত্তৰৰ পৰা দক্ষিণলৈ বৈ গৈ বাঘবৰ পাহাৰৰ কিছু পশ্চিম দিশেদি সাগৰ সদৃশ ৰূপ ধৰি বিশাল ব্ৰহ্মপুত্ৰত মিলিত হৈছে। বেঁকী নদীৰো চৰ-চাপৰিৰ সংখ্যা কম নহয়। ইয়াৰ প্ৰধান প্ৰধান চৰ-চাপৰিবোৰ হ'ল- শালমাৰা, নুনমাটি, আমগুৰি, ৰায়পুৰ, জয়পুৰ, মহিশ বাঠান, চৰচৰীয়া, দেউলী পাৰা, কামাৰৰ চৰ, দাকুমাৰী, ৰুভি, বালিকুৰি-ননকে, বালিকুৰি, মোৱামাৰী, উদমাৰী, খাৰবল্লী, সাউৰা চৰা, বাইটকা মাৰী, মজিদভিঠা, কৈমাৰী, মৰাভাঁজ, কাউৰজাহী, সত্তপুৰ, বাঘেখাইতী, ইছৱপুৰ আদিয়েই প্ৰধান।

ওপৰত উল্লেখিত প্ৰতিটো চৰ-চাপৰিৰ নামাকৰণবোৰ মন

কৰিবলগীয়া। এই নামবোৰো একো একোটা অতীতৰ মনোৰম কাহিনীৰ ওপৰতহে প্ৰতিষ্ঠিত।

স্বাভাৱিকতে প্ৰশ্ন উত্থাপিত হয়, বৰ্ত্তমানৰ এই চৰ-চাপৰিত প্ৰকৃতিৰ সৈতে জীৱন সংগ্ৰাম কৰি বসবাস কৰা এই অধিবাসী সকলৰ আবিৰ্ভাৱ হ'ল কেনেকৈ আৰু এওঁলোকৰ কোন কোন ঠাইৰ পৰা এই চৰ অঞ্চললৈ আগমন হ'ল বাৰু?

এই কথা জানিবলৈ হলে ইতিহাসৰ পম খেদি দেখা যায় যে ১৮৪২ চনত পৰাধীন অবিভক্ত ভাৰতবৰ্ষৰ বৃটিশ ৰাজত্বত অসম প্ৰদেশ বঙ্গৰ লগত একত্ৰিত হৈ পৰে। পূৰ্ববঙ্গ হ'ল- মুছলমান প্ৰধান প্ৰদেশ। অৰ্থাৎ বৰ্ত্তমানৰ বাংলাদেশ। পূৰ্ববঙ্গৰ পৰা অসমলৈ নানা ধৰণৰ বেহা বেপাৰ আৰু জীৱিকাৰ অম্বেষণত মুছলমান সম্প্ৰদায়ৰ লোকৰ এটা প্ৰবাহ সদায় চলিয়েই আছিল। তাতে আকৌ ১৮৪৭ চনৰ পৰা ব্ৰহ্মপুত্ৰ নদীৰে অসমলৈ পানী জাহাজৰ প্ৰচলন হোৱাত পূৰ্ববঙ্গৰ অনেক ভূমিহীন কৃষক আৰু দুখীয়া কৃষক শ্ৰমিক-বনুৱা বেছি পৰিমাণে উক্ত পানী জাহাজৰ সহায়ত অতি সহজে অসমলৈ আহিবলৈ ধৰে। তাতে আকৌ লৰ্ড-কাৰ্জনৰ বঙ্গ ভঙ্গ আঁচনি অনুসৰি ১৯০৫ চনত পূৰ্ব-বঙ্গৰ স'তে অসমক সাঙুৰি লৈ ঢাকাত ৰাজধানী পতাৰ ফলত স্বাভাৱিকতেই অসমৰ মানুহৰ অধিক সম্পৰ্ক গঢ়ি উঠে। ইয়াৰ ফল স্বৰূপে তেনেকুৱা ভাৱে পূৰ্ববঙ্গীয় মুছলমান সকল অসমলৈ আহি খোপনি পতাত অধিক সহায়ক হৈ পৰে। পূৰ্ববঙ্গৰ অৰ্থাৎ আজিৰ বাংলাদেশত বৰ্ত্তমানেও হৈ থকাৰ দৰে তাহানিৰ পূৰ্ববঙ্গৰ লোক সকলে তেওঁলোকৰ স্বদেশৰ নানা প্ৰাকৃতিক দুৰ্যোগত জৰ্জৰিত হৈ কেতিয়াবা কেতিয়াবা অকাল দুৰ্ভিক্ষত পৰি বিশেষকৈ ১৯৪৩ চনৰ দুৰ্ভিক্ষৰ সময়ত অসমলৈ পৰিয়াল সহ বসবাস কৰিবলৈ আহে। উদাহৰণ স্বৰূপে- বৰ্ত্তমানৰ বাংলাদেশৰ মাটি বৰ সাৰুৱা যদিও সেইখন দেশে এই নব্বৈৰ দশকতো বানপানী ৰোধ কৰাৰ কোনো প্ৰকাৰৰ ব্যৱস্থা হাতত লব পৰা নাই। অভিশপ্ত এই দেশখনৰ জনগণে এই দিশত অৱৰ্ণনীয় দুৰ্যোগ ভোগ কৰি আছে। তাতে আকৌ প্ৰকৃতিৰ বোষ ঘূৰ্ণীবতাহ, জোঁৱাৰ ভাটা আদিৰ নিষ্ঠুৰতম ঘাত-প্ৰতিঘাত আছেই। এইবোৰ পূৰ্ববঙ্গৰ পৰা পানী জাহাজেৰে আহি অসমৰ আন আন ঠাইৰ লগতে বৰপেটা জিলাৰ সেই সময়ৰ বিখ্যাত খোলাবান্ধাৰ ঘাটত নামিছিল। সেই দিনৰ চৰকাৰে এওঁলোকৰ প্ৰতি দয়াপৰাবশ হৈ ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰি সমূহত আশ্ৰয় লৈ নদীৰ পলসুৱা মাটিত খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিবলৈ সুবিধা দিছিল।

চৰ-চাপৰিৰ অধিবাসী সকল স্বাভাৱিকতে মূল ভূ-খণ্ডৰ পৰা বহু আঁতৰত। তালৈ অহা যোৱা কৰিবলৈ কোনো প্ৰকাৰৰ বাট-ঘাট নাই। যাতায়তৰ ফালৰ পৰা চৰ-বাসীৰ একমাত্ৰ সম্বল হৈছে সাধাৰণ নাও আৰু দুৰ্বণিৰ যাত্ৰাৰ বাবে ওপৰত মজবুত চৈ দিয়া ইঞ্জিনযুক্ত নাও যাক চৰ-বাসী জন সাধাৰণে ভট্-ভটি বুলি কয়।

চৰ অঞ্চলৰ জলবায়ু সাধাৰণতে সেমেকা মৃদু। কিন্তু ফাগুন চ'ত মাহত যেতিয়া পচোৱা বতাহ আৰম্ভ হয় তেতিয়া গোটেই অঞ্চল ধুলিৰে ধুঁৱলী-কুঁৱলী হৈ একাকাৰ হৈ পৰে। শৰত কালত কহুৱা বনৰ ফুলে গোটেই চৰ-চাপৰিৰ সৌন্দৰ্য্য বৃদ্ধি কৰে।

এইটো অৱশ্যে স্বীকাৰ কৰিব লাগিব যে বৰ্ত্তমানৰ এই চৰ-চাপৰিৰ জন-গোষ্ঠীটোৱে কোনো প্ৰাচীন থলুৱা অসমীয়ালোকক অত্যাচাৰ নিপীড়ন কৰি নাইবা বিতাড়ন কৰি খেদি পঠিয়াই চৰ-চাপৰিবোৰ দখল কৰা নাই। প্ৰকৃততে এই আওহতীয়া কালাপানী সদৃশ অঞ্চলবোৰত কোনো থলুৱা লোকে কেতিয়াও বসবাস কৰিবলৈ বিচৰা নাছিল। চকুৱা বা পমুৱা সকলে ব্ৰহ্মপুত্ৰৰ বুকুত বানপানীৰ সৈতে বজ্ৰ কঠিন সংগ্ৰামত লিপ্ত হৈ বালি চৰৰ পলসুৱা মাটিত কঠিন পৰিশ্ৰমৰ বলতে বাৰ মাহত তেৰটা খেতি কৰাৰ ফলত চিৰ সেউজীয়া খেতি পথাৰ নদন-বদন হৈ পৰিছে, ধান খেতিৰ উপৰিও ৰবি শস্য চৰৰ বালিচহীয়া পলসুৱা মাটিত প্ৰচুৰ পৰিমাণে হয়। এইবোৰৰ ভিতৰত- মৰাপাট, চিনা, গম, সৰিয়হ, তিল, আলু, মূলা, কবি, বেঙেনা, জলকীয়া, পিয়াজ, নহৰু, আদা, ধনীয়া, মাটি মাহ, পানী লাউ, ৰঙালাও, কোমোৰা আদিয়েই প্ৰধান। মুঠতে চৰ অঞ্চলত উৎপাদিত সামগ্ৰীয়ে জিলাখনৰ খাদ্য ভাণ্ডাৰলৈ প্ৰয়োজনীয় সিহে ভাগ আগবঢ়ায়। ইয়াৰ উপৰিও গৰু ম'হৰ গাখীৰ চৰ-অঞ্চলতেই বেছি উৎপন্ন হয়। বেচা-কিনাৰ বজাৰৰ অসুবিধাৰ বাবে চৰবাসীয়ে উৎপন্ন বিবিধ সামগ্ৰীৰ প্ৰকৃত মূল্য নেপায়। ইয়াৰ প্ৰধান কাৰণ যাতায়ত আৰু স্থানীয় ডাঙৰ বজাৰৰ অভাৱ। তথাপি তেওঁলোকে ইঞ্জিনযুক্ত নাৱেৰে দুৰ্বনিৰ বিভিন্ন বজাৰলৈ তেওঁলোকৰ উৎপদিত সামগ্ৰীসমূহ সৰবৰাহ কৰি বেহা-বেপাৰ কৰে। এই হাট-বজাৰবোৰৰ ভিতৰত মন্দিয়া বজাৰ, বহৰি বজাৰ, বাঘবৰ বজাৰ, নগৰবেৰা বজাৰ, কাছুমাৰা বজাৰ, শিমলীতোলা বজাৰ, দলগোমা বজাৰ, কাদং বজাৰ, লাংলা বজাৰ আৰু ময়নবড়ীৰ বজাৰেই প্ৰধান।

চৰ অঞ্চলৰ শিক্ষা উচ্চ মাধ্যমিক পৰ্য্যায়লৈ একেবাৰে পিছ পৰি থকা নাই। ইয়াৰ ভিতৰত চেনিমাৰী চৰৰ আজাদ মেমোৰিয়েল হাইস্কুল, ম'হচৰা চৰৰ আজগৰ আলী মেমোৰিয়েল হাইস্কুল, খোলাবান্ধা হাইস্কুল, আলুপতি চৰৰ ডঃ জাকিৰ হুছেইন হাই স্কুল, বাঘমাৰা চৰ হাই স্কুল আদিয়েই প্ৰধান। শিক্ষানুষ্ঠান সমূহৰ ঘৰ-দুৱাৰ আদিৰ অৱস্থা একেবাৰেই শোচনীয়। তদুপৰি উচ্চ শিক্ষাৰ কোনো প্ৰকাৰৰ ব্যৱস্থা নথকাটো পৰিতাপৰ কথা। জিলাখনৰ চৰ সমূহৰ ভিতৰত আলুপতি হাইস্কুলৰ ঘৰ-দুৱাৰ আনবোৰৰ তুলনাত এক প্ৰকাৰ ভাল বুলি কব পাৰি। উল্লেখযোগ্য যে চৰ-অঞ্চলত শিক্ষিতৰ হাৰ ক্ৰমাৎ বৃদ্ধি পাব লাগিছে যদিও বৰ্ত্তমানলৈ প্ৰায় ১৫ শতাংশ আগ বাঢ়িছে। খেতি বাতিৰ কঠোৰ পৰিশ্ৰমৰ মাজতো ল'ৰা-ছোৱালীবোৰৰ পঢ়াৰ প্ৰতি আগ্ৰহ মন কৰিবলগীয়া। মন কৰিব লগা এই যে এই বিস্তীৰ্ণ চৰ-চাপৰিবোৰত কতো এটিও বঙালী মাধ্যমৰ শিক্ষানুষ্ঠান স্থাপন হোৱা নাই। আমি সকলো থলুৱা অসমীয়াই ইয়াৰ বাবে গৌৰৱবোধ কৰা উচিত হব নিশ্চয়।

চৰ-অঞ্চলৰ সামাজিক জীৱন যাত্ৰাত গাওঁবুঢ়া, মাতবৰ, দেৱাণী আদিৰ ভূমিকা উল্লেখযোগ্য। এই সকল ব্যক্তিক সকলো ধৰণৰ ৰাইজে অতি সম্মানৰ চকুৰে চায়। বিভিন্ন দিশত নানা দিহা পৰামৰ্শ লয়। স্থানীয় সকলো প্ৰকাৰৰ কাজিয়া পেচাল আদি এই সকল ব্যক্তিৰ উদ্যোগত মীমাংসিত হয়। অৱশ্যে আজি কালি গাওঁবুঢ়া, মাতবৰ, দেৱাণী আদিৰ ভূমিকা ক্ৰমান্বয়ে লোপ পাব লাগিছে। তাৰ ঠাইত হাইস্কুল নতুবা প্ৰাথমিক স্কুলৰ শিক্ষক সকলেহে অধিকাৰ কৰা দেখা গৈছে। মুঠতে





শিক্ষিত লোকৰ সমাদৰ বাঢ়িছে। চৰ-অঞ্চলৰ প্ৰায় সকলোবোৰ কাজিয়াৰ প্ৰকৃত কাৰণ মাটিবাৰী আৰু নাৰী সম্পৰ্কীয়। আশাকৰো চৰকাৰে লোৱা আঁচনি অনুসৰি চৰ-অঞ্চলৰ মাটিবাৰীৰ জৰীপৰ কাম সম্পূৰ্ণ কৰিলে এই সমস্যা সমাধানৰ পথ নিশ্চয় ওলাব। আকৌ নাৰী সম্পৰ্কীয় ঘটনা সমূহো শিক্ষিতৰ হাৰ বঢ়াৰ লগে লগে লোপ পাব লাগিছে। ই অতি সুখৰ বিষয়।

এই সকলোবোৰ পূৰ্বৰ পূৰ্ব-বঙ্গীয় পমুৱা লোক আজি "ন-অসমীয়া" নামলৈ বৃহত্তৰ অসমীয়া জাতিৰ মহান অংশীদাৰ হৈ পৰিছে। ই পৰম গৌৰৱৰ কথা। তেওঁলোকে অসমৰ ভাষা সংস্কৃতি গ্ৰহণ কৰি অসম ৰাজ্যৰ স্বাৰ্থৰ সৈতে তেওঁলোকৰ স্বাৰ্থ মিলাই দি অসমীয়া ভাষাৰ অস্তিত্ব ৰক্ষাৰ যুঁজত স্বাধীনতাৰ পিছৰে পৰা আটাইকেইটা লোক-পিয়লতেই নিজকে অসমীয়া বুলি পৰিচয় দি অসমত একমাত্ৰ অসমীয়া ভাষাই ৰাজ্যিক ভাষাৰ মৰ্যাদা পোৱাত ইন্ধন যোগাই আহিছে। ই নিশ্চিয় এক সহযোগী আৰু উদাহৰণৰ পৰিচায়ক।

উল্লেখযোগ্য কথা যে বৰপেটা জিলাৰ চৰ-চাপৰি বোৰৰ মাজত অসম সাহিত্য সভাৰ কেবাখনো শাখা সাহিত্য সভা গঠিত হৈছে। ইয়াৰ ভিতৰত (১) নং চেনীমাৰী শাখা সাহিত্য সভা ১৯৬৪ চনতেই গঠন হয়। এই চেনীমাৰী শাখা সাহিত্য সভাৰ সৌজন্যতেই ১৯৭৮ চনত তেতিয়াৰ বৃহৎ অবিভক্ত কামৰূপ জিলা সাহিত্য (পৰিষদ) সভাৰ ৯ম বাৰ্ষিক অধিবেশন খন সুকলমে অনুষ্ঠিত হৈছিল। (২) নং মহচৰা শাখা সাহিত্য সভা ১৯৭২ চনতেই গঠিত হয়। ইয়াতেই বৰপেটা জিলা সাহিত্য সভাৰ ১৯৮৫ চনত ১ম লেখক শিবিৰ অনুষ্ঠিত হৈছিল আৰু সেই উপলক্ষে অসম সাহিত্য সভাৰ তেতিয়াৰ সভাপতি শ্ৰীযোগেশ দাস দেৱে আৰু প্ৰধান সম্পাদক ডঃ নগেন শইকীয়া দেৱে প্ৰথম চৰ-অঞ্চলত পদাৰ্পণ কৰিছিল। আকৌ উক্ত শাখাতেই ১৯৯২ চনত বৰপেটা জিলা সাহিত্য সভাৰ কবি সম্মিলন অনুষ্ঠিত হৈছিল। (৩) নং আলুপতি চৰ আঞ্চলিক শাখা সাহিত্য সভা গঠন হয় ১৯৭৭ চনত। বৰ্ত্তমানেও সক্ৰিয় হৈ অসমীয়া ভাষা সাহিত্যৰ চিন্তা-চৰ্চা কৰি আছে। (৪) নং বাঘবৰ শাখা সাহিত্য সভা ১৯৯২ চনত গঠিত হয়। বৰ্ত্তমান সক্ৰিয় ভাৱে কাম কাজ কৰি আছে।

সু-সাহিত্যিক এম্ ইলিমউদ্দিন দেৱান বৰ্ত্তমান যদিও বৰপেটা চহৰত বসবাস কৰি আছে তেখেত প্ৰকৃততে চেনিমাৰী চৰৰহে বাসিন্দা। বৰপেটাত থাকিলেও চৰৰ সৈতে সম্পূৰ্ণ ভাৱে যোগাসূত্ৰ ৰাখি আছে। বৰ্ত্তমানলৈ তেখেতৰ ৩৩ খন গ্ৰন্থ প্ৰকাশ পাইছে। অপ্ৰকাশিত অৱস্থাতো প্ৰায় ৫০ খনৰো অধিক গ্ৰন্থ আছে। ১৯৬৫ চনৰ পৰা ১৯৯০ চনলৈ "আজান" পত্ৰিকাৰ সম্পাদনা কৰিছিল। ১৯৯৩ চনত তেখেতে অসম চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন লাভ কৰিছে। চৰ-বাসীৰ পক্ষে ই প্ৰকৃততে গৌৰৱ কৰিবলগীয়া কথা। মহচৰা চৰৰ সাহিত্যিক মহঃ নবীৰ হুছেইনৰে ইতিমধ্যে ৫ খন মান গ্ৰন্থ প্ৰকাশ পাইছে। ইয়াৰ উপৰিও পদ্ম পাৰা চৰৰ আবু তালেব বান্দালী বিজাৰ্ডৰ আবু চায়েদ, মহচৰাৰ মহঃ হায়েত আলী, আলুপতি চৰৰ আব্দুল মজিদ, চেনিমাৰী চৰৰ নাজিমুদ্দিন দেৱান আদিয়ে বৰ্ত্তমান নানা দিশত লিখা-মেলা কৰি সাহিত্য সাধনা কৰি আছে।

বৰ্ত্তমান সময়ত আমি ভাবোঁ যে অসম সাহিত্য সভাই এই বিস্তীৰ্ণ চৰ-চাপৰি সমূহৰ মাজত অসমীয়া ভাষা প্ৰচাৰ আৰু উন্নয়নৰ অধিক ব্যৱস্থা হাততলৈ সেই অঞ্চলবোৰতো অসম সাহিত্য সভাৰ অধিক শাখা গঠন কৰি নানা আলোচনা চক্ৰ আদি পাতি তেওঁলোককো অসম সাহিত্য সভাৰ প্ৰতি আকৰ্ষিত কৰিব লাগে। যিহেতু বৰ্ত্তমান অসম সাহিত্য সভা সমগ্ৰ অসমীয়া জাতিৰ উমৈহতীয়া এক বৃহত্তম জাতীয় অনুষ্ঠান।

সম্প্ৰতি অসম চৰকাৰে নানা সমস্যাৰে জৰ্জৰিত চৰ-বাসীৰ উন্নয়ণৰ প্ৰতি গুৰুত্ব প্ৰদান কৰি "অসম ৰাজ্যিক চৰ উন্নয়ণ কৰ্তৃপক্ষ" গঠন কৰি বাট ঘাট চিকিৎসালয়, খোৱা পানী, শিক্ষানুষ্ঠান আৰু পৰিবহন আদিৰ কাম হাতত লোৱাটো সকলোৰে বাবে নিশ্চয় আনন্দৰ কথা।

বৰ্ত্তমান সময়ৰ জনপ্ৰিয় গণ-মাধ্যম দূৰদৰ্শনৰ যোগেদিও প্ৰকৃতিৰ ৰম্যস্থান চৰ-চাপৰিৰ বৰ্ণাঢ্য জন-জীৱনৰ ওপৰতো তথ্য চিত্ৰ আদি নিৰ্মাণ কৰিলে ভাল হব নিশ্চয়। কাৰণ তথ্য চিত্ৰৰ জৰিয়তে সেই আচহুৱা নিৰ্জন অঞ্চলৰ "ন-অসমীয়া" সমাজ খনকো আমি নিচেই ওচৰৰ পৰা ভালদৰে বুজিব বা জানিব পাৰিম। এই বিষয়ে চিন্তা-চৰ্চা কৰিবসৈ চৰকাৰ তথা দূৰদৰ্শন কৰ্তৃপক্ষ আৰু তথ্য চিত্ৰ নিৰ্মাতা সকলৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল।

☆

# সাতামপুৰুষীয়া সৰ্থেবাৰীৰ কাঁহ শিল্প ঃ আধুনিকীকৰণ প্ৰসঙ্গত

দীন বন্ধু চৌধুৰী

## অতীত

কেতিয়া, ক'ৰ পৰা, কেনেকৈ কাঁহ শিল্পই সৰ্থেবাৰীত স্থিতি লাভ কৰিছিল সেই সম্পৰ্কে জানিবলৈ তথ্য-ভিত্তিক সমলৰ অভাৱ। কিন্তু সপ্তম শতিকাত কামৰূপৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাই উত্তৰ ভাৰতৰ ৰজা হৰ্ষবৰ্দ্ধনলৈ সৰ্থেবাৰীত তৈয়াৰী কাঁহৰ বঁটা উপঢৌকন হিচাপে দিছিল। তাৰ পৰা নিসন্দেহে কব পাৰি যে সপ্তম শতিকাতেই সৰ্থেবাৰীৰ কাঁহ শিল্পই উন্নতি লাভ কৰিছিল। এইটোও অনুমান কৰিব পাৰি যে সৰ্থেবাৰীত তৈয়াৰী কাঁহৰ বাচন উচ্চ মান বিশিষ্ট আছিল আৰু সেই বাচনে অকল গ্ৰাহকৰেই নহয়, ৰজা ঘৰীয়া সমাদৰো লাভ কৰিছিল।

আহোমৰ ৰাজত্ব কালত ৰাজ কাৰেং আৰু ডা-ডাঙৰীয়া সকলৰ ঘৰত সৰ্থেবাৰীত তৈয়াৰী কাঁহৰ বঁটা, বোলা-বান, জাত-কাঁহী, টেমা, বটা, বান-বাতি, কোমাৰি চাউল (জলপানী) খোৱা এক-ডেৰ শেৰী বাতি, চৰিয়া, দগ্‌দগী লোটা, আদিয়ে ঠাই পাইছিল। সোতৰ শতিকাত স্বৰ্গদেউ শিৱ সিংহই সৰ্থেবাৰীৰ জীউধন কঁহাৰৰ নিখুত কাৰি-কৰী দক্ষতাৰ স্বীকৃতি স্বৰূপে তেওঁক ১০০ পুৰা নিষ্পিখেৰাজ মাটি (এতিয়াৰ নলবাৰী জিলাৰ নামটি মৌজাৰ অন্তৰ্গত দীঘেলীৰ ওচৰৰ জমুনাট্ৰাৰীত) উপঢৌকন হিচাপে দিয়াৰ লগতে তেওঁক 'চৌধুৰী' উপাধিৰে বিভূষিত কৰিছিল।

উনৈশ শতিকাত কাঁহ শিল্পই কাৰিকৰী কৌশলত আৰু এখোপ আগবাঢ়িছিল যে পুষ্প ৰাম কঁহাৰৰ সৃষ্টিশীল আৰু অসামান্য কাৰিকৰী দক্ষতাই তাৰ সাক্ষ্য বহন কৰি আছে। পুষ্প ৰাম কঁহাৰ অকল এগৰাকী মেধা আৰু সুনিপুণ কঁহাৰেই নাছিল, সেইগৰাকী মহান ব্যক্তি আছিল বাণিজ্যসেৱী, সাহসী দেশপ্ৰেমিক বিপ্লৱী বীৰ। ১৮৯৪ চনত নৰুক্ষেত্ৰী অঞ্চলত (তেতিয়াৰ পাকা আৰু ক্ষেত্ৰী ধৰ্মপুৰ নৰুক্ষেত্ৰী মৌজাৰ অন্তৰ্গত আছিল) হোৱা প্ৰখ্যাত কৃষক বিদ্ৰোহৰ ( ৰাইজ মেল বুলি খ্যাত) অন্যতম শীৰ্ষ নেতা আছিল সৰ্থেবাৰীৰ পুষ্পৰাম কঁহাৰ। বৃটিছ চৰকাৰে তেওঁক গ্ৰেপ্তাৰ কৰিছিল আৰু সশ্ৰম কাৰাদণ্ড বিহিছিল। জেলত তেওঁ কাঁহৰ বাচন গঢ়োৱাত বাহিৰে আন কাম নকৰোঁ বলি কোৱাত, জেল কৰ্তৃপক্ষই প্ৰয়োজনীয় সা-সজুলিৰ যোগান ধৰিছিল আৰু জেলৰ ভিতৰতেই তেওঁ গড়-শাল পাতি অকলে কাঁহৰ বাচন গঢ়াইছিল। তেওঁ জেলৰ ভিতৰত গঢ়োৱা ফুলকটা কাঁহী আৰু বাতিয়ে (জেল কাঁহী জেল বাতি' বুলি জনাজাত) এতিয়াও আমাৰ মাজত জীয়াই ৰাখিছে সেই মহান শিল্পী গৰাকীক। সেই গৰাকী শিল্পীৰ দ্বাৰা তৈয়াৰী জাত কাঁহী এতিয়াও ইংলণ্ডৰ সংগ্ৰাহালয়ত সংৰক্ষিত হৈ থকা বুলি শুনা যায়।

## অসংগঠিত, শোষিত কঁহাৰ

কাঁহ শিল্পই কাৰিকৰী দিশত অগ্ৰগতি লাভ কৰাৰ লগে লগে সৰ্থেবাৰীৰ কঁহাৰ সকলৰ চাহিদাও বাঢ়িছিল। কিন্তু কঁহাৰ সকল অসংগঠিত হোৱা হেতু মহাজনৰ শোষণৰ বলি হ'বলগীয়া হৈছিল। তেতিয়াৰ প্ৰচলিত ব্যৱস্থা মতে কাঁহৰ বাচনৰ ব্যৱসায়ী (প্ৰধানকৈ কেঞা, বঙালী ) সকলে কেঁচা মাল (ভগা কাঁহ) আৰু প্ৰয়োজনীয় অগ্ৰীম ধনৰ যোগান ধৰিছিল আৰু তাৰ বিপৰীতে কঁহাৰ সকলে বাচন গঢ়াই দিছিল। গঢ়নীৰ নিৰিখ নিৰ্দ্ধাৰিত হৈছিল মহাজনৰ মতেই। এজন মহাজনৰ অধীনত বাচন গঢ়াবলৈ লোৱা দিনৰ পৰা লেঠা মৰাৰ আগলৈ কঁহাৰে মহাজনৰ পৰা কেঁচা মাল আৰু অগ্ৰীম ধনহে পাইছিল। অৰ্থাৎ, সেই মহাজনজনে সেই সময় চোৱাত (ছয় মাহ-এবছৰ) কঁহাৰে আয় কৰা গঢ়নী সোপাই বিনা সূতে তেওঁ (মহাজন) তেওঁৰ ব্যৱসায়ত বিনোয়োগ কৰি মুনাফা লুটিছিল। লেঠা মৰাৰ সময়ত কঁহাৰক যেতিয়া সেই সময় চোৱাৰ প্ৰাপ্য গঢ়নী আদায় দিছিল, তাৰ পৰাও মূল মাৰা (গঢ়োৱা বাচনৰ নিৰ্দ্ধাৰিত ওজনতকৈ বেচি হোৱা কাঁহৰ মূল্য আৰু সেই পৰিমানৰ গঢ়নী) আৰু মিঠে (মিঠাই) খোৱাৰ বাবেও টকা কৰ্ত্তন কৰিছিল। অৰ্থাৎ, কঁহাৰে লেঠা মাৰি বিদায় লওঁতে মহাজনক মিঠাই খুৱাব লাগিছিল আৰু তাৰ বাবে কঁহাৰৰ প্ৰাপ্য গঢ়নীৰ পৰা মহাজনে টকা আদায় কৰিছিল। তাবোপৰি কঁহাৰৰ পৰা মহাজনে গাদী 'চট্‌কা' (গচকা) বুলিও টকা আদায় কৰিছিল। সেইদৰে বিভিন্ন উপায়েৰে মহাজনে কঁহাৰ সকলক শোষণ কৰিছিল।

## কঁহাৰ সংঘ স্থাপন

সেই শোষণৰ পৰা মুক্ত কৰি কাঁহ শিল্পৰ উন্নতিৰ অৰ্থে আগ বাঢ়ি আহিছিল সৰ্থেবাৰীৰ কৃতী সন্তান, স্বনাম ধন্য কোহিৰাম দাসে। তেখেতৰ নেতৃত্বত কঁহাৰ সকল একত্ৰিত হৈছিল আৰু ১৯৩৩ চনত গঠিত হৈছিল কঁহাৰ সংঘ। ১৯৩৯ চনত তেখেতৰ চেষ্টাতেই সেই কঁহাৰ সংঘ ১৯১২ চনৰ সমবায় আইনৰ ব্যৱস্থা মতে "অসম সমবায় কঁহাৰ সংঘ লিঃ" নামেৰে পঞ্জীভূক্ত হৈছিল। উল্লেখযোগ্য যে তেতিয়ালৈ সৰ্থেবাৰীত কাঁহৰ বাচনৰ ব্যৱসায় কৰি আছিল কেঞা মহাজনে। বৰ্ত্তমান সৰ্থেবাৰীৰ অসম সমবায় কঁহাৰ সংঘ লিঃৰ প্ৰধান কাৰ্য্যালয় আছিল তেতিয়াৰ কেঞাৰ দোকান। সংঘ পঞ্জীয়ন হোৱাৰ পাচত কেঞাই তেওঁৰ দোকানৰ ঘৰে মাটি সংঘত বিক্ৰী কৰি সৰ্থেবাৰী এৰিছিল।

## নতুন উদ্যম, নতুন আশা

সংঘৰ অধীনত কঁহাৰ সকল সংগঠিত হোৱাৰ পৰা তেওঁলোকৰ





মনলৈ আহিছিল নতুন উদ্যম আৰু নতুন আশা। কেঞাই সৰ্থেবাৰী এৰিছিল। কেঞাৰ পৰিবৰ্ত্তে সংঘই কঁহাৰ সকললৈ যোগান ধৰিছিল ভগা কাঁহ আৰু অগ্ৰীম ধন। গঢ়নীৰ নিৰিখো নিৰ্দ্ধাৰণ কৰিছিল সংঘই তথা কঁহাৰ সকলে নিজেই। ফলত মহাজনৰ শোষণৰ অন্ত পৰিছিল।

দ্বিতীয় মহা-সমৰৰ কালচোৱাত আৰু তাৰ পৰৱৰ্ত্তী কালচোৱাত খাদ্য সামগ্ৰীৰ মূল্য বৃদ্ধি হৈছিল। গতিকে কৃষক ৰাইজৰ হাতলৈ দুপইচা আহিছিল আৰু সেই সকলৰ ক্ৰয়-ক্ষমতা বাঢ়িছিল। ফলত কাঁহৰ বাচনৰ চাহিদা বাঢ়িছিল আৰু কঁহাৰ সকলৰ আয় বাঢ়িছিল। সংঘৰো মুনাফা হৈছিল।

## কিন্তু পদ্ধতিৰ সলনি নহ'ল

বিদেশী চৰকাৰে স্বদেশী চৰকাৰলৈ ক্ষমতা হস্তান্তৰ কৰাৰ পাচত অসমবাসীৰ লগতে সৰ্থেবাৰীৰ কঁহাৰ সকলেও স্বদেশী চৰকাৰৰ পৰা কিবা-কিবি পোৱাৰ আশা কৰিছিল। কঁহাৰ সংঘই উদ্যোগ বিভাগৰ ওচৰ চাপিছিল। ১৯৫৭-৫৮ চনত উদ্যোগ বিভাগে কাঁহ শিল্পৰ উন্নতিৰ অৰ্থে ৫ টন শক্তি সম্পন্ন এটা 'ৰোলিং মিল' দিছিল। সেই মিলটো সৰ্থেবাৰীত কঁহাৰ সংঘৰ প্ৰধান কাৰ্য্যালয় চৌহদত স্থাপন কৰিছিল। ব্যয় হৈছিল প্ৰায় ২ লক্ষ্য টকা। সেই টকা সংঘক ঋণ হিচাপে দিছিল। কিন্তু সেই বৃহৎ মিলটো চলোৱা দক্ষ্য লোকৰ অভাৱত আৰু ব্যয় বহুল হোৱা বাবে মিলটো কোনো কামত নাহি অচল হৈ পৰি থাকিল। গতিকে সাতাম পুৰুষীয়া পদ্ধতিৰে আৰু একে আৰ্হিৰে বাচন গঢ়োৱা কাম চলাই থকা হ'ল। একেদৰে সংঘও ব্যস্ত থাকিল ভগা কাঁহ এণ্ডাৰকলৈ আৰু বিক্ৰীকৰৰ সমস্যালৈ। ভগা কাঁহ আৰু এণ্ডাৰ পালে আৰু বিক্ৰীকৰৰ পৰা মুক্ত হ'লেই যেন সকলো হৈ যাব- সেয়াই যেন সংঘৰ ধাৰণা। কঁহাৰে বাচন গঢ়ায় বজাৰ আৰু গ্ৰাহকৰ ফালে নোচোৱাকৈ, আৰু সংঘই ব্যৱসায় চলায় দ্ৰুতগতিৰে সলনি হোৱা ফেছন আৰু গ্ৰাহকৰ পছন্দ আৰু তীব্ৰ প্ৰতিযোগীতাই জটিলতাৰ কথা আধুনিক বজাৰখনৰ অস্তিত্ত উপলব্ধি নকৰাকৈ।

## নতুনৰ চিন্তা-চৰ্চা

সত্তৰৰ দশকৰ আগ ভাগত নতুনৰ চিন্তা-চৰ্চা কৰা হ'ল। সংঘৰ বৃটিছ যুগীয়া উপ বিধিখন সময়োপযোগী কৰি ৰচনা কৰা হ'ল। লগতে এখন ব্যৱসায় পৰিচালনাৰ নিয়মাৱলীও যুগুত কৰা হ'ল। সুদীৰ্ঘ স্থবিৰতা আঁতৰাই সংঘৰ পৰিচালনা গতিশীল আৰু কাৰ্য্যক্ষম কৰাৰ লগতে কাঁহ শিল্পটো আধুনিকিকৰণ কৰাৰ লক্ষ্য স্থিৰ কৰা হ'ল। লগতে এখন আঁচনিও প্ৰস্তুত কৰি উদ্যোগ বিভাগৰ ওচৰত দাখিল কৰা হ'ল। সেই সকলো কাম ১৯৭০-৭৮ চনৰ ভিতৰত সম্পূৰ্ণ কৰা হয়। কিন্তু কোনো দিশতেই অগ্ৰগতি লাভ কৰিব পৰা নহ'ল।

## আঁচনি ৰূপায়ণৰ পদক্ষেপ

চৰকাৰ সলনি হ'ল। ইন্দিৰা কংগ্ৰেছৰ পৰিবৰ্ত্তে ১৯৬৮ চনত অসম গণ-পৰিষদ (অগপ) দলে চৰকাৰ গঠন কৰিলে। বিদেশী চৰকাৰে স্বদেশী চৰকাৰলৈ ক্ষমতা হস্তান্তৰ কৰাৰ পাচৰ পৰাই দিল্লীৰ কংগ্ৰেছী চৰকাৰৰ মাহী আইৰ ব্যৱস্থাৰ পাই অহা অসমীৰ বুকুত নতুন আসাৰ সঞ্চাৰ হ'ল। অগপ চৰকাৰেও ৰাজ্য শাসনৰ দায়িত্ব লৈ অসমবাসীৰ আশা-আকাঙ্খা পূৰনৰ বাবে বিভিন্ন আঁচনি ল'লে। থলুৱা উদ্যোগ বিকাশ আৰু থলুৱা উদ্যোগীৰ উদ্‌গণি মূলক আঁচনি আছিল অন্যতম। গতিকে কাঁহ শিল্প আধুনিকিকৰণৰ পূৰ্ব্বৰ আঁচনিখন প্ৰয়োজন অনুসৰি সালসলনি কৰি উদ্যোগ বিভাগৰ ওচৰত পুনৰ দাখিল কৰা হ'ল। মুখ্য মন্ত্ৰী আৰু উদ্যোগ মন্ত্ৰীৰ লগত আলোচনা কৰা হ'ল আৰু উভয়ৰে পৰা আশানুৰূপ সহাৰি পোৱা হ'ল। তাৰ পাচত উদ্যোগ মন্ত্ৰীৰ উদ্যোগত কেবা লানিও আলোচনা কৰা হ'ল উদ্যোগ বিভাগৰ লগত। আলোচনাৰ অন্তত উদ্যোগ বিভাগে আঁচনিখন ৰূপায়ণৰ বাবে ল'লে।

## বিক্ৰী কৰ মাফ

কঁহাৰ সংঘৰ বহু সমস্যাৰ ভিতৰত বিক্ৰীকৰ প্ৰধান। চৰকাৰক বছৰি আদায় দিবলগীয়া বিক্ৰীকৰে সংঘ তথা কাঁহ শিল্প উন্নয়ণৰ প্ৰধান অন্তৰায়। কাৰণ, বিক্ৰীকৰ সংঘই গ্ৰাহকৰ পৰা আদায় কৰিলে বজাৰ-মূল্যতকৈ সংঘৰ বাচনৰ মূল্য অধিক হয়। গতিকে সংঘই নিজৰ পুঁজিৰ পৰা চৰকাৰক বিক্ৰীকৰ আদায় দিব লাগে। ফলত বাৰ্ষিক আয় থিনি বিক্ৰীকৰ আদায় দিওঁতে যায়, ৰাহি নাথাকেই। সেই বিষয়ে কিন্তু বিভাগৰো দায়িত্বত থকা মুখ্যমন্ত্ৰী আৰু বিত্ত আয়ুক্তৰ লগত কেবা লানিও আলোচনা কৰাৰ পিছত সংঘ আৰু কাঁহ শিল্পৰ সমস্যাবোৰ বেচকৈ উপলব্ধি কৰে আৰু আঁচনিখন ৰূপায়ন কৰাৰ জৰুৰী প্ৰয়োজনলৈ চাই প্ৰথম পদক্ষেপ হিচাপে ১৯৬৭ চনৰ পূৰ্ব্বৰ পৰা ৩১-৩-৮৫ চনলৈ সংঘই চৰকাৰক দিব লগীয়া বিক্ৰীকৰ মুঠ ২৬,৫৬,৭০৮,৬৬ টকা মাফ দিয়ে। ( বিত্ত বিভাগৰ ১৪-৯-৮৮ তাৰিখৰ এফ্, টি এক্স ১৬৮/৮৪/২৬৩ নং নিৰ্দ্দেশ )। মাফ দিয়া বিক্ৰীকৰ আৰু খিলাপী কিস্তিৰ সূতৰ বিতং হিচাপ তলত দিয়া হ'ল।

| | | | |
|---|---|---|---|
| ১) | | ৩১-১২-৬৭ লৈ দেয় বিক্ৰীকৰ | ১,৪৪,৩৮১.১৯ টকা |
| ২) | (ক) | ১-১-৬৮ ৰ পৰা ৩১-১২-৮১ লৈ দেয় বিক্ৰীকৰ | ৫,৬৫,৭৪৪.২৫ টকা |
| | (খ) | ১-১-৮২ ৰ পৰা ৩১-৩-৮৫ লৈ দেয় বিক্ৰীকৰ | ৫,৩৪,৯২৭.৫৫ টকা |
| ৩) | (ক) | ২ (ক)ত উল্লেখিত সময় চোৱাৰ বিলাপী কিস্তিৰ সূত | ১১,২৯,৮০৪.৬৭ টকা |
| ৩) | (খ) | ২ (খ)ত উল্লেখিত সময় চোৱাৰ বিলাপী কিস্তিৰ সূত | ২,৮১,৮৫১.০০ টকা |
| | | মুঠ = | ২৬,৫৬,৭০৮.৬৬ টকা |

উল্লেখযোগ্য যে আঁচনিখন সম্পূৰ্ণ ৰূপায়ন নহোৱালৈ বিক্ৰীকৰ আদায় দিয়াৰ অসুবিধালৈ চাই ১-৪-৮৫ ৰ দেয় বিক্ৰীকৰৰ সমপৰিমানৰ অনুদান দিয়াৰ ব্যৱস্থা কৰিবলৈ বিত্ত বিভাগে উদ্যোগ বিভাগলৈ পৰামৰ্শ দিছিল।

### উদ্যোগ পাম স্থাপন

আঁচনিৰ মতে কাঁহ শিল্পৰ বাবে এখন উদ্যোগ পাম স্থাপন কৰিবলৈ ৰাজহ বিভাগে সৰ্থেবাৰীৰ পশ্চিমফালে অৱস্থিতি পাকা গোপাচাৰত সংঘৰ নামত ১৬০ বিঘা আবন্টন দিয়ে। সেই মাটিৰ মূল্য ৮,১০ লক্ষ্য টকা হ'ব।

সেই সময়তেই পৰিকল্পনাৰ 'আন টাইড ফাণ্ড'ৰ পৰা দুই লক্ষ্য টকা মঞ্জুৰী দিয়ে মীন বিভাগৰ জৰিয়তে। উদ্দেশ্য আছিল ১৬০ বিঘাৰ প্ৰস্তাৱিত উদ্যোগ পামৰ সোঁমাজত পুখুৰী খনাই উদ্যোগ পামৰ ভেটি সজা আৰু পুখুৰীটোত মাছ-পোহা।

### মিল স্থাপন

কাঁহ শিল্প আধুনিকিকৰণৰ প্ৰথম পদক্ষেপ হিচাপে উদ্যোগ বিভাগে প্ৰস্তাৱিত উদ্যোগ পামৰ গাতে লাগি থকা বিভাগীয় সেৱা কেন্দ্ৰত এটা কাঁহ গলোৱা মেচিন আৰু এটা ১.৫ টন ক্ষমতা সম্পন্ন ৰোলিং মেল স্থাপন কৰে। ব্যয় হৈছিল প্ৰায় ১৫ লক্ষ্য টকা। উদ্দেশ্য আছিল সংঘৰ আঁচনিখন ৰূপায়ণৰ বাবে কঁহাৰ সকলক যোগান ধৰা। গলোৱা আৰু চেপাৰ খৰচ উদ্যোগ বিভাগে বহন কৰিব বুলিও আশ্বাস দিছিল।

### ৰাং, তামৰ কোটা আবন্টন

ভগা কাঁহৰ ওপৰত নিৰ্ভৰ নকৰি, নতুন কাঁহ তৈয়াৰ কৰাৰ বাবে সংঘৰ নামত ৰাং আৰু তামৰ কোটা আবন্টন দিয়া হয়।

### বিদ্যুৎ যোগানৰ ব্যৱস্থা

প্ৰস্তাৱিত উদ্যোগ পামলৈ নিয়মীয়াভাবে বিদ্যুৎ যোগান নিশ্চিত কৰাৰ উদ্দেশ্যে উদ্যোগ পামৰ নিচেই ওচৰতে বিদ্যুৎ বোৰ্ডৰ মহকুমা কাৰ্য্যালয় আৰু লগতে এটা 'চাব ষ্টেচন' স্থাপন কৰাৰ বাবেও প্ৰস্তাৱ দিয়া হয়। তাৰ বাবে ১০ বিঘা মাটি আচুটীয়াকৈ ৰখা হয়।

সেইদৰে সমবায় কঁহাৰ সংঘ আৰু কাঁহ শিল্প আধুনিকিকৰণ আৰু উন্নয়নৰ আঁচনিখন ৰূপায়ণৰ প্ৰাৰম্ভিক কামবোৰ দ্ৰুত গতিৰে আগ বাঢ়ে। (মাত্ৰ দুটা বছৰৰ ভিতৰত লাভ কৰা সেই অগ্ৰগতি নিতান্ত উৎসাহজনক বুলি ক'ব লাগিব)।

### চমুকৈ আঁচনিখন

আঁচনিখনৰ প্ৰধান লক্ষ্য হ'ল সাতাম পুৰুষীয়া সৰ্থেবাৰীৰ কাঁহ শিল্পটো আধুনিক্কিৰণ কৰি পৰিবৰ্ত্তনশীল বজাৰত প্ৰতিযোগিতাৰ মুখামুখী হ'ব পৰাকৈ উন্নতি সাধন কৰা। সেই লক্ষ্য ৰাখি আঁচনিখনত তলত উল্লেখ কৰা ব্যৱস্থা ৰখা হয়।

১) বিদ্যুৎ যোগান, যান্ত্ৰীকৰণ, কাৰিকৰী সেৱা, কেঁচামালৰ যোগান, বিত্ত যোগান আৰু পৰিচালনাৰ সুসমন্বয় ঘটোৱাৰ বাবে প্ৰস্তাৱিত উদ্যোগ পামত তিনিশৰো অধিক কঁহাৰে কাম কৰিব পৰাকৈ প্ৰত্যেকৰে দুটা কোঠাৰ কৰ্মশালা, বেঙ্কৰ শাখা, ডিজাইন চেন্টাৰ, গুডাম ঘৰ আৰু সংঘৰ প্ৰধান কাৰ্য্যালয় স্থাপন কৰা আৰু সংঘৰ কৰ্মচাৰীৰ আবাস গৃহ নিৰ্মাণ কৰা। উদ্যোগ পামৰ গাতে লাগি থকা উদ্যোগ বিভাগৰ সেৱা কেন্দ্ৰত ইতিপূৰ্বে কাঁহ গলোৱা মেচিন, ৰোলিং মিল, পলিচিং মেচিন স্থাপন কৰা হৈছিল।

২) কায়িক শ্ৰম, সময় আৰু উৎপাদনী ব্যয় কমোৱাৰ বাবে বৰ্ত্তমানৰ কাঁহ আউতা (গলোৱা), আৰু তিনিটা হাতুৰীৰে পিটি বহলোৱা ব্যৱস্থা গুছাই তাৰ পৰিবৰ্ত্তে কঁহাৰ সকললৈ ৰোলিং মিলত বহলোৱা কাঁহ যোগান ধৰাৰ ব্যৱস্থা কৰা। তাৰ ফলত কঁহাৰ সকলৰ শ্ৰম কমিব, সময় ৰাহি হ'ব, এজাৰৰ প্ৰয়োজন এতিয়াতকৈ প্ৰায় তিনি-চতুৰ্থাংশ কমিব। অৰ্থাৎ, উৎপাদনী ব্যয় কমিব, অধিক বাচন গঢ়োৱাৰ বাবে সময় পাব আৰু আয় বাঢ়িব।

৩) পৰিবৰ্ত্তনশীল 'ফেচন', গ্ৰাহকৰ পছন্দ আৰু প্ৰতিযোগী বজাৰলৈ লক্ষ্য ৰাখি ডিজাইন চেন্টাৰত সুদক্ষ্য আৰু প্ৰশিক্ষণ প্ৰাপ্ত লোকৰ দ্বাৰা নতুন নতুন ডিজাইনৰ উদ্ভাৱন কৰি কঁহাৰ সকলক প্ৰশিক্ষণ দি শিল্পটো আধুনিকিকৰণৰ দিশত আগুৱাই নিয়া। কিন্তু হস্তশিল্প হিচাপে সৰ্থেবাৰী কাঁহৰ বাচনৰ স্বকীয়তা ৰক্ষা কৰা হ'ব, যাতে সৰ্থেবাৰীৰ বাচন বুলি গ্ৰাহকে চিনি পায়।

৪) এটা বাণিজ্যিক বা সমবায় এপেক্স বেঙ্কৰ শাখা স্থাপনৰ ব্যৱস্থা ৰখা হৈছে যাতে তাৰ জৰিয়তে সংঘই ক্ৰয়-বিক্ৰয় কৰিব পাৰে।

৫) উদ্যোগ পামত কাম কৰা কঁহাৰ আৰু কৰ্মচাৰী সকলৰ প্ৰয়োজনীয় খাদ্য-সামগ্ৰী আৰু দৈনন্দিন ব্যৱহাৰ্য্য বস্তু সুলভ মূল্যত যোগান ধৰাৰ বাবে সংঘৰ এটা শাখা (সমবায় ভাণ্ডাৰ) স্থাপনৰ ব্যৱস্থাও আঁচনিভুক্ত হৈছে।

৬) ৰোলিং মিলটোৰ সম্পূৰ্ণ উৎপাদনী ক্ষমতা ব্যৱহাৰ কৰাৰ উদ্দেশ্যে পিতল চেপি হাজোৰ পিতলৰ উদ্যোগ আৰু বনিয়াকুছিৰ শৰাইৰ উদ্যোগলৈ ব্যৱসায়ৰ লগত সংযোগ স্থাপন কৰাৰ ব্যৱস্থা আঁচনিত সামৰি লোৱা হৈছে। তাৰ ফলত পিতল, শৰাই উদ্যোগ বিকাশত সহায়ক হ'ব আৰু কঁহাৰ সংঘৰ ব্যৱসায় প্ৰসাৰ হ'ব।

৭) প্ৰস্তাৱিত উদ্যোগ পামৰ সোঁমাজত ইতিপূৰ্বে দুই লক্ষ্য টকা ব্যয় কৰি আনিবলৈ লোৱা বৃহৎ পুখুৰীটো মীনপামলৈ ৰূপান্তৰিত কৰাৰ ব্যৱস্থা ৰখা হৈছে। তাৰ পৰা বছৰি কেৱা হাজাৰ টকা আয় হ'ব। পুখুৰীটোৰ চাৰিও পাৰে শতাধিক নাৰিকল, তামোল আৰু পানৰ গছ ৰুৱ পৰা হ'ব আৰু তাৰ পৰাও স্থায়ী আয়ৰ পথ ওলাব।

৮) আঁচনিখন সম্পূৰ্ণ ৰূপায়ণ কৰাৰ পাচত ষ্টিলৰ বাচন তৈয়াৰ কৰাৰ বাবে এটা প্ৰেছ মেচিন স্থাপন কৰাৰ লক্ষ্যও স্থিৰ কৰা হৈছে।

আঁচনিখন ৰূপায়ন কৰোঁতে ১০ বছৰ লাগিব, যদিহে ৰূপায়ণৰ কাম অৱিৰাম গতিৰে কৰা হয়। ইয়াৰ ফলত ৰূপায়ণ নিৰ্ভৰ কৰিব প্ৰগতিমুখী আৰু সুদক্ষ পৰিচালনা আৰু অৰ্হতাসম্পন্ন আৰু নিষ্ঠাবান কৰ্মচাৰীৰ ওপৰত। ❒





# সৰ্থেবাৰীৰ লোক-উৎসৱ

**উৎসৱানন্দ তামুলী**

সৰ্থেবাৰী বৰপেটা জিলাৰ পূব সীমাৰ এখন ক্ষুদ্ৰ নগৰ। ১৯৫৫ চনতেই চৰকাৰে ইয়াক নগৰ বুলি ঘোষণা কৰিছে যদিও নগৰৰ নিম্নতম সা-সুবিধাখিনি পাবলৈ আজিলৈকে ই সমৰ্থ হোৱা নাই। কাঁহ শিল্পৰ বাবেই এই ক্ষুদ্ৰ নগৰখন দেশৰ ভিতৰতেই এখন প্ৰসিদ্ধ ঠাই। নানান ঘাট-প্ৰতিঘাটৰ মাজত কঁহাৰ শিল্পী সকলে জীৱন অতিবাহিত কৰিও খৃষ্টীয় সপ্তম শতিকাৰ পৰাই আজিলৈকে আপুৰুগীয়া এই কাঁহ শিল্পটোৰ ঐতিহ্য ৰক্ষা কৰি স্বকীয় মৰ্য্যদা লাভ কৰি আহিছে। বৰ্ত্তমান এই শিল্পটোৱে দেশৰ চাৰিসীমা অতিক্ৰম কৰি আন্তৰ্জাতিক খ্যাতি অৰ্জন কৰিবলৈ সামৰ্থ্য লাভ কৰিছে। ইয়াৰ বিশিষ্ট কঁহাৰ শিল্পী হৰেশ্বৰ ডেকা আৰু শ্ৰীভগৱান ডেকাই নিজস্ব কৰ্মকুশলতাৰে বাচন গঢ়ি, ৰাষ্ট্ৰপতিৰ পদক লাভ কৰি ৰাষ্ট্ৰীয় সুনাম অৰ্জন কৰিছে। ইয়ে শিল্পীদ্বয়ৰ বিশাল প্ৰতিভাৰ এক জ্বলন্ত স্বাক্ষৰ। ইয়াৰ পূৰ্বেও মহান প্ৰতিভা সম্পন্ন শিল্পী জীউধন, পুষ্প কঁহাৰ আদিয়ে শিল্প নৈপুণ্যৰে ৰজাঘৰীয়া কৃতিত্ব পোৱাৰ উদাহৰণ আজিও পৰি আছে।

এই অঞ্চলটো অকল যে কাঁহ শিল্পতেই আগবঢ়া এনে নহয়। ই সাহিত্য-সংস্কৃতি আদি বিষয়টো কোনো গুণে পিছ পৰা নহয়। বছৰটোত পালন কৰা উৎসৱ-পাৰ্বণ বিলাকেই তাৰ সাক্ষী। পুৰণি কালৰ পৰাই এই অঞ্চলটি নানা ৰকম ধৰ্মীয় অনুষ্ঠান, পূজা-পাতল আদিৰে চহকী। এই তিথি-পৰ্ব উৎসৱবোৰেই হ'ল একোখন সমাজৰ আৰু একোটা জাতিৰ সংস্কৃতিৰ বাহক। ইয়াৰ মাজেৰেই প্ৰস্ফুটিত হয় একোটা জাতিৰ জাতীয় চৰিত্ৰ, আচাৰ-ব্যৱহাৰ নিয়ম-নীতিৰ। এই প্ৰবন্ধত এই অঞ্চলৰ বিশেষ বিশেষ উৎসৱ-পাৰ্বণ বিলাকৰ বিষয়ে কিছু আলোচনা কৰিবলৈ লৈছোঁহক।

সৰু ক্ষেত্ৰি অঞ্চলৰ বাসিন্দাখিনি খিলঞ্জিয়ালোক। গতিকে ইয়াৰ উৎসৱ-পাৰ্বণ বিলাক প্ৰায় একে নিয়ম-নীতিৰে যথা সময়ত পালন কৰা হয়। ৰঙালি বিহুৰ প্ৰথম দিনাখন গৰু বিহু আৰু বাকী ছয়দিন মানুহ বিহু হিচাপে পালন কৰা হয়। এই বিহুতেই আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আদিক নিমন্ত্ৰণ কৰি আদৰ-অভ্যৰ্থনা কৰে আৰু বিহুৱান দিয়ে। বহাগৰ এক তাৰিখ অৰ্থাৎ বৰ দোমাহীৰ দিনাখনেই ন-জোঁৱাইক নেওঁতা দিয়া আমাৰ সমাজৰ এটা দস্তুৰ। সিদিনাখন ন-জোঁৱাইয়ে বগলীৰ পাখি যেন বগা চক্‌চকীয়া বিয়াত পিন্ধা কাপোৰজোৰ পিন্ধি গাত চাদৰ লৈ কি যে লয়লাস গতিৰে আহে তাক দেখিলেই খুব ভাল লাগি যায়। আনে দেখিলেই জানে যে এওঁ ন-জোঁৱাই নেওঁতা খাবলৈ যাব। তাৰ উপৰি প্ৰথম বিহুৰ দিনাখনেই প্ৰায় সকলোবোৰ ঠাইতেই নিজ নিজ নাম ঘৰত নাম-প্ৰসঙ্গ হয়। এই নাম-প্ৰসঙ্গত প্ৰায় সকলোৱে অংশ গ্ৰহণ কৰে। কিছুমান ঠাইত সিদিনাখন বিহুৱান লয় আৰু কিছুমান ঠাইত সিদিনা গৰু বিহু বুলি বিহুৱান নলয়। এই অঞ্চলৰ লোকে নামক অহাৰ পূৰ্বেই গণকে দিয়া বড়ীৰে তেলৰ লগত মিহলাই গা-ধুৱা হয়। সিদিনাখনেই গণকে নামত উপস্থিত থাকি বিহু কিহত আহি কিহত গ'ল, দেশৰ ভাল নে বেয়া, ধুমুহা, বানপানীকেইটা ইত্যাদি কথাবোৰ কৈ দিয়ে। লগতে ব্যক্তিগত বাৰ্ষিক ৰাশিফল বিলাকৰ কথা কোৱাও এটা চিৰাচৰিত নিয়ম আছিল। কিন্তু এতিয়া সেই ৰামো নাই সেই অযোধ্যাও নাই। বৰ্ত্তমান এই প্ৰথা লোপ পাই আহিছে।

গৰু বিহুৰদিনাখন লাউ-বেঙেনা আদি সৰু সৰুকৈ কুটি মালা গাঁথা হয়। সেই মালাৰ সৈতে দীঘলতীৰে কোবাই পুখুৰী বা জান-জুৰিত গৰুক গা-ধোৱায়। গৰুক গা-ধুওৱা এই প্ৰক্ৰিয়াটোক গৰু চুভ বুলি কোৱা হয়। গধুলি গৰুক বিহুৱান হিচাবে নতুন পঘা দিয়া হয়। ছয় বিহুৰ দিনাখন ছোৱালী বিলাকে জেতুকাৰ বোলেৰে হাত বুলাই লগ ভাত খায়। পিছদিনাখন বোৱাৰী পুৱাতেই জাক পাতি পাতি জোৰা নাম গাই সাত-শাক তুলিবলৈ যায়। আধুনিকতাৰ পোহৰ পৰা আজিৰ সমাজত কিন্তু আজি-কালি এই প্ৰথাবোৰ আমাৰ লাজ লগা বিধৰ ঘৰতহে পৰে।

বহাগ বিহুৰ সময়ত পাউৰা তোলা উৎসৱটো সৰ্থেবাৰীৰ এটা পৰম্পৰা নিয়ম। উৎসৱটো অৱশ্যে সকলো ঠাইতে কৰা নাযায়। ই অতি প্ৰাচীন কালৰ পৰাই চলি আহিছে। এডাল দীঘল মাকাল বাঁহত নানান ৰং-বিৰঙৰ কাপোৰ মেৰায় । তাত বিহুৱান, পছৰ চোঁৰৰ আদি আঁৰি দি সুন্দৰকৈ সজাই-পৰাই লোৱা হয়। প্ৰতিখন চুপাৰ পৰা সভাৰ খোলাত থকা বাট চ'ৰাৰ খুটাত বান্ধ দি পাউৰাটো থিয় কৰি ৰখা হয়। প্ৰথমে তুলা আৰু সকলোতকৈ দীঘল হোৱা পাউৰাটোক পুৰস্কৃত কৰা হয়। শেহৰদিনা সন্ধিয়াৰ আগে আগে তাত থিয় নাম ধৰি পাউৰা নিজ নিজ স্থানলৈ লৈ অহা হয়। সেই পাউৰাটো বিচনীৰে বিচাৰ পাছৰ পৰাহে মানুহে বিচনীৰে বা লৰলৈ ধৰে। তাৰ আগতে বিচনীৰ বা লৰলৈ নাপায় বুলি বুঢ়া-বুঢ়ি সকলে কয়। সিদিনাখনেই নামৰ অন্তত সৰ্থেবাৰীৰ বিখ্যাত আৰু বৈশিষ্ট্যপূৰ্ণ এক পইচাৰ নামৰ ঘোষণা কৰা হয়। পাউৰা তুলা উৎসৱক কিছুমান ঠাইত ভঠেলি উৎসৱ বুলিও কয়।

মাঘ বিহুত প্ৰতিগাওঁতে ল'ৰা বিলাকে পথাৰৰ পৰা "নৰা" আনি ভেলাপুঁজি কৰে। উৰুকাৰ দিনা ডেকা ল'ৰাবিলাকে লগ ভাত খাই ওৰে নিশা ৰং তামচা কৰি থাকে। পুঁৱতি নিশা ল'ৰাবোৰে শিঙা ফুকাই মানুহবিলাকক যোগাই তোলে। মানুহবোৰ গা-পা ধুই ভেলাপুঁজি পুৰাবলৈ যায়। প্ৰথমে কেচা মাহ কাঢ়ে অগ্নিত চতিয়াই দি অগ্নিক সেৱা জনায়। আগন্তুক খৰাং বতৰত জুইৰ পৰা পৰিত্ৰান পোৱাৰ বাবেই অগ্নিক পূজা কৰা হয়।

**সৰ্থেবাৰীৰ এক পইচাৰ নাম ঃ-** নামটো শুনিলেই আচৰিত যেন লাগে। এক পইচাৰ নাম! লাগিবৰ কথাই। ই একো আচৰিত লগা কথা নহয়। পূৰ্ব পুৰুষৰ উৰ্বৰ মস্তিষ্কৰে গঢ়া এক সামাজিক ব্যৱস্থা মাথোন। বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰ পৰাই এই নাম চলি আহিছে। ই সৰ্থেবাৰীয়া ৰাইজৰ পিতৃ-পিতামহ সকলৰ দূৰদৰ্শী আৰু কৌশলী চৰিত্ৰৰ প্ৰতীক। যি সময়ত আমাৰ ইয়াত লোক গণনাৰ কোনো সু-ব্যৱস্থা নাছিল তেতিয়া হয়তো নিজৰ বুদ্ধি সত্তাৰে লোক গণনাৰ ব্যৱস্থা প্ৰৱৰ্ত্তন কৰিছিল এই নামৰ জৰিয়তে। আনহাতে সেই সময়ত চিকিৎসা-পাতিৰ ভাল ব্যৱস্থা নথকাত মেলেৰীয়া, কলেৰা, বসন্ত আদি সংক্ৰামক ৰোগত অসংখ্য

লোকে অকালতে এই অমূল্য মানৱ জীৱন হেৰুৱাব লগা হৈছিল। সকলোবোৰ অপায় অমঙ্গল মাৰি-মৰকৰ পৰা হাত সাৰিবলৈকে বছৰৰ আৰম্ভণিতে সামূহিক ভাবে এই নামৰ জৰিয়তে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল। পৰিয়ালৰ প্ৰতিজন ব্যক্তিৰ পৰাই এক পইচাকৈ নামৰ অৰিহণা তুলি আনি খেলৰ ধন ভৰাঁলীৰ হাতত জমা দিয়ে। খেলৰ ধন ভৰাঁলীয়ে আকৌ নি পাঁচ খেলৰ ভৰাঁলীৰ হাতত জমা-দিয়ে। নামৰ বাবে অনা এক পইচাৰে নামৰ খৰচ নোজোৰে। ঘাটি হোৱা টকাখিনি ৰাইজৰ ভৰাঁলৰ পৰা দি দিয়া হয়। নামৰ অন্তত উঠা পইচাৰ হিচাপ কৰি মানুহৰ সংখ্যাটো পাঁচ খেলৰ মজুমদাৰে ঘোষণা কৰি দিয়ে। এতিয়া অৱশ্যে প্ৰতিজন ব্যক্তিৰ অৰিহণা এক পইচাৰ পৰিৱৰ্তে ২৫ পইচা কৰা হৈছে। এইয়ে এক পইচাৰ নাম। ভাৰতবৰ্ষৰ কোনো ঠাইতে এনেকুৱা সুন্দৰ সামাজিক ব্যৱস্থা থকাটো আমাৰ পৰিলক্ষিত হোৱা নাই।

**আমতি (অম্বুবাচী) ঃ-** এই পৰ্বতো লোক বিশ্বাস মতে পৃথিৱীৰ ৰজস্বলাৰ সময়। মোটামুটি ভাবে আহাৰ মাহৰ ৭ তাৰিখে প্ৰবৃত্তি আৰু ১১ তাৰিখে নিবৃত্তি হয়। এই সময়ত ব্যৱহাৰ কৰা কানি কাপোৰ বোৰত বাহিৰে অইন যিবোৰ কাণি-কাপোৰ আদি থাকে সেইবোৰ অকলশৰীয়াভাবে ঘৰৰ ভিতৰত আওহতীয়া ঠাইত ঢাৰীৰ বেৰ দি ল'ৰা-ছোৱালী চুব নোৱাৰাকৈ সুন্দৰভাবে একাষৰীয়াকৈ থৈ দিয়ে। কোনো ল'ৰা-ছোৱালীয়ে চুব বুলি তাত আমতীয়া বুঢ়া থকা বুলি ভয় খুৱায়। মাক-বাপেক মৰা মানুহে অম্বুবাচীৰ ভিতৰত ভাত নাখায়। নিৰাহাৰে থাকি ফল-মূল, গাখীৰ আদি খাই ব্ৰত পালন কৰে। নিবৃত্তিৰ দিনাখন ব্যৱহাৰী কাণি-কাপোৰকে ধৰি সকলোবোৰ বস্তু বাহানি ধুই-পখালি চাফা কৰি নতুনকৈ ব্যৱহাৰ কৰিবলৈ লয়। দুপৰীয়া গা-পা ধুই খেলুৱা নাম ঘৰত নাম প্ৰসঙ্গ কৰা হয়। তাৰ পাছতহে মানুহবোৰে জা-জলপান, ভাত আদি খাবলৈ লয়। সেইদিনাখনেই ভাটীবেলা আম-কঠাল, তিঁয়হ, বাঙি আদি নানান তৰহৰ ফল ভক্ষণ কৰে।

**গুৰুৰ তিথি পালন ঃ-** সৰুক্ষেত্ৰী অঞ্চলত প্ৰতিজন বৈষ্ণৱ ধৰ্ম গুৰুৰে শিষ্য আছে। গতিকে সকলোৰে গুৰু সকলৰ জন্ম আৰু মৃত্যু তিথিবোৰ পৰম্পৰা নীতিৰে যথা-নিয়মে বৰ উলহ-মালহেৰে পালন কৰা দেখা যায়। ইয়াৰ ভিতৰত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ-মাধৱদেৱৰ তিথিত কাৱাকুছি, গোমূৰা আদি সত্ৰত মহা-পয়োভৰেৰে কীৰ্ত্তন পতা হয়। সেইদৰে মহাপুৰুষ শ্ৰীশ্ৰী হৰিদেৱ আৰু দামোদৰ দেৱৰ তিথিও উৎসাহ উদ্দীপনাৰে পালন কৰা হয়। মহাপুৰুষ হৰিদেৱৰ প্ৰিয় শিষ্য আৰু জোঁৱায়েক জগন্নাথ দেৱৰ তিথিত তামুলী চুপাৰ কীৰ্ত্তন ঘৰত, হৰিদেৱ ধামত, বনিয়াকুছি, হালধিবাৰী, বৰঘোপা আদি ঠাইত বন্তি প্ৰজ্বলন কৰা হয়। তামুলীচুপাৰ নাম ঘৰত নাগাৰাৰ নাম, জুনা নাম, ওজাপালি আদি মাতি এই উৎসৱ বৰ জাক-জমকতাৰে পালন কৰা হয়। আগতে খোলা পাৰ্টীৰ দ্বাৰা নাট প্ৰদৰ্শনৰো ব্যৱস্থা কৰা হৈছিল।

**দুৰ্গোৎসৱ ঃ-** দুৰ্গা হ'ল শিৱৰ সহধৰ্মিনী মহিষাসুৰক নিধন কৰিবলৈ দেৱতা সকলে প্ৰাৰ্থনা কৰি অনা ব্ৰহ্মা, বিষ্ণু, শিৱ আদিৰ দেহৰ ৰক্তৰ পৰা আবিৰ্ভূতা এক মহাশক্তিৰ অধিকাৰী নাৰীমূৰ্তি। ৰামচন্দ্ৰই মহা প্ৰতাপী ৰাৱণক বধ কৰিবলৈ শৰৎ কালত দুৰ্গাক পূজা কৰিছিল। এয়ে দুৰ্গাপূজা। অকালতে কৰা বাবে ইয়াক অকালবোধন বুলি কয়। আগতে দুৰ্গাপূজাৰ প্ৰভাৱ অসমত সিমান নাছিল। কিন্তু বৰ্ত্তমান অসমত ইয়াৰ প্ৰভাৱ যথেষ্ট বাঢ়িছে। সৰুক্ষেত্ৰী অঞ্চলতো ইয়াৰ প্ৰভাৱ সীমিত। বহু বছৰ আগৰ পৰাই সৰ্থেবাৰীৰ পৰা প্ৰায় ডেৰ কিলোমিটাৰ দক্ষিণত অৱস্থিত বেঙাপাৰা গাওঁৰ এঘৰ মানুহে নিজা বৰীয়াকৈ এই পূজা কৰিছিল। এতিয়া অৱশ্যে যোৱা ১৯৮৫ চনৰ পৰাই সৰ্থেবাৰীৰ প্ৰায় গাতে লাগি থকা নামশালা গাওঁত ৰাজহুৱা ভাবে দুৰ্গা পূজা কৰিবলৈ লৈছে। ইয়াৰ পূৰ্বে এই অঞ্চলৰ লোক সকলে দুৰ্গা পূজাৰ আনন্দ-উৎসৱ ভোগ কৰাৰ বাবে টিহু, সাহপুৰ, বেলশৰ আদিলৈ ঢাপলি মেলিছিল। দুৰ্গাপূজাৰ প্ৰভাৱ কম হলেও ইয়াৰ লগৰ সম-সাময়িক যিবিলাক পূজা-পাতল বা উৎসৱ পৰ্ব আছে সেইবোৰ কিন্তু যথা-যথভাৱে আনন্দ-উলাহৰ মাজেৰে গান-বাজনা ওজাপালি আদি প্ৰদৰ্শনেৰে জাক-জমককৈ পালন কৰা হয়। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল বিশ্বকৰ্মা পূজা, ছোৱালী বিলাকৰ দেৱী পূজা, লক্ষ্মী পূজা, কালী পূজা (শ্যামা পূজা) আদি।

**জন্মাষ্টমী, পচতি আৰু নাও খেল ঃ-** ভাদ মাহৰ কৃষ্ণ পক্ষৰ ঘোৰ অন্ধকাৰ অষ্টমী তিথিৰ দিনাই পূৰ্ণ অৱতাৰী পুৰুষ শ্ৰীকৃষ্ণৰ অন্ধকাৰ কাৰাগাৰত জন্ম হয়। এই তিথিটো জন্মাষ্টমী তিথি হিচাপে বছৰে বৰ আনন্দ উৎসৱৰ মাজেৰে পালন কৰা হয়। সৰ্থেবাৰীত তিথিৰ দিনাখন পাঁচ খেলৰ কীৰ্ত্তন ঘৰত সামূহিক ভাবে নাম-কীৰ্ত্তন কৰা হয়। সিদিনাখনেই মাজনিশা খেলৰ নামঘৰ বিলাকত গোঁসাই ওপজা নাম ধৰি গোঁসাই জন্মোৱা হয়। ইয়াৰ পাছত পাঁচদিন যোৱাৰ পাছত পচতিৰ নাম ধৰা হয়। অৱশ্যে কিছুমান খেলত পাঁচ দিনতকৈ বেছিদিন যোৱাৰ পাছতো পচতিৰ নাম ধৰা হয়। কিন্তু তামুলী খেলত পাঁচদিনাৰ দিনা পচতিৰ নাম ধৰাটো এটা ধৰা-বন্ধা নিয়মৰ দৰে। দিনত মহিলা সকলে আৰু ৰাতি পুৰুষ সকলে পচতিৰ নাম ধৰে।

অষ্টমীৰ আগদিনাখন ৰাতি ডেকা ল'ৰাবিলাকে লগ ভাত খায়। পুৱতি নিশা নাওৰে কীৰ্ত্তনৰ পদ গাই গাই ফুল তুলিবলৈ যোৱাটো এটা নিয়ম। কিন্তু এতিয়া কালৰ কুটিল গতিত প্ৰকৃতিৰ লোলুপ দৃষ্টিত বৰ্ত্তমান ই বিলুপ্ত হৈছে। পঞ্চাশৰ দশকৰ আগত যেতিয়া পৰ্য্যাপ্ত পৰিমানে বানপানী হৈছিল তেতিয়া অষ্টমীৰ দিনাখন আবেলি নাওখেলৰ ব্যৱস্থা আছিল। নাওঁবোৰক প্ৰসাদ আৰু নাৰিকল দিয়া হৈছিল। খেল নাওৰ গুৰত দুজন আৰু আগত দুজন দীঘল বঠা লৈ থিয়ই থিয়ই আৰু মাজৰ গুৰাত বহি কেৰাজনোলোকে সৰু সৰু বঠা লৈ দিহানাম লগাই গা-ধুলনিৰে বঠা মাৰি যোৱা দৃশ্য বৰ আকৰ্ষণীয় আছিল। দিহা নাম এটিৰ নমুনা তলত দিয়া হ'ল ।

**দিহা-** বাচা নন্দ দুলাল।
অতৰাত্ৰি ধেনু চাৰে কাৰ ঘৰৰ ছাৱাল।।
**পদঃ-** কৃষ্ণ ৰূপে দৈৱকীত ভৈলা অৱতাৰ।
শঙ্খ চক্ৰ গদাপদ্ম কৰত তোহ্মাৰ।।
পীতবস্ত্ৰে শোভে অতি শ্যাম কলেৱৰ।
কমললোচন চাৰু অৰুণ অধৰ।।

সেই সময়ত বাৰিষাৰ দিন কেইটাত অষ্টমীৰ বাহিৰে অইন দিনতো প্ৰতিযোগিতা মূলক নাও খেল কেবাখনো ঠাইত হৈছিল। এই নাওখেলবোৰ ইমানে উত্তেজক আছিল যে যেতিয়া নাও দুখনে শেষ ছাত পাবলৈ হব তেতিয়া দৰ্শকসকলে টিকি-ৰিঙি পাৰি পাৰতেই জাপ





ধৰিছিল। কেতিয়াবা কেতিয়াবা দুখন নাওৰ লোকৰ মাজত কাজিয়াও হোৱা দেখা গৈছিল। সৰ্থেবাৰীৰ বাহিৰেও এই অঞ্চলৰ নামশালা, কাৱাকুছি, গোমূৰা বৰবিলা, কাপলা, ব্যাসকুছি, আমৃখোৱা, চিনাদি আদি ঠাইতো নাও খেল হৈছিল। পঞ্চাশৰ দশকৰ পাছত যেতিয়া নাওৰ প্ৰচলন নাইকিয়া হ'ল তেতিয়া এই মন উত্ৰাৱল কৰা নাওখেলৰো অন্ত পৰিল। আজিও পাহৰিব পৰা নাই নাওখেলৰ সেই মধুৰ স্মৃতি।

**ৰাসপূজা ঃ-** অসমীয়া সমাজৰ ৰাস এটি উল্লেখযোগ্য ধৰ্মীয় অনুষ্ঠান। ইয়াৰ মাজেৰেই গোপীসকলে একান্ত চিত্তে শ্ৰীকৃষ্ণক দেহ-মন অৰ্পণ কৰি পৰম তৃপ্তি লাভ কৰিছিল। এই উৎসৱ পালন কৰা হয় শৰৎ কালৰ সু-শোভন পূৰ্ণিমা নিশাত।

উজনি অসমৰ মাজুলী, নামনি অসমৰ নলবাৰী, টিহু, পাঠশালা, হাউলী আদিৰ ৰাসেই প্ৰসিদ্ধ। সৰুক্ষেত্ৰী অঞ্চলত পঞ্চগ্ৰামৰ উদ্যোগত আজি অৰ্ধশতাব্দীকাল পূৰ্বৰ পৰা বৰ জাক-জমকতাৰে পাঁচ দিনীয়াকৈ ৰাস উৎসৱ পালন কৰা হয়। উৎসৱৰ কেইদিন ঢুলীয়া, ওজাপালি, গান, চিনেমা আদিৰে সভাস্থলি মুখৰিত হৈ থাকে। ৰাসৰ মূৰ্ত্তিবিলাকে মানুহৰ নৈতিকতাবোধ জনোৱাত যথেষ্ট অৰিহণা যোগায়। সৰ্থেবাৰীৰ হীৰাবৰীতো অনুষ্টুপীয়াকৈ ৰাস উদ্‌যাপিত হয়।

**মহ'হ ঃ-** কামৰূপ, নলবাৰী আৰু বৰপেটাকে আদি কৰি নামনি অসমৰ ই এটা বিশেষ উৎসৱ। কেতিয়াৰ পৰা এই উৎসৱ চলি আহিছে সঠিকভাৱে জনা নাযায় যদিও ই অতি পুৰণি কালৰ পৰাই যে চলি আহিছে সি ধ্ৰুৰূপ। এই উৎসৱ আঘোণৰ পূৰ্ণিমা তিথিত অনুষ্ঠিত হয়। এইয়ে মহ'হ। মহ খেদিবলৈ পালন কৰাৰ বাবে ইয়াক মহ'হ বুলি কোৱা হয়।

৫/৬ জন বা তাতকৈ বেছি ল'ৰা লগহৈ একোটা দল হয়। প্ৰতিজন ল'ৰাই হাতত টোকান লৈ সন্ধিয়া মানুহৰ ঘৰে ঘৰে গৈ গৃহস্থৰ কুশল কামনা কৰি গীতগাই আৰ্শীবাদ দি চাউল বা পইচা লৈ গৃহস্থৰ পৰা বিদায় লয়। সেই গীত-

**গীত -** অ' হৰি হৰি ভাই
খৰি আনছু দীঘল চাই
সেই খৰি নাতিলাক - - - -
* * * * * * * *
অনন্ত ভালহ' - হ'
কুশল হ' - হ'
গিৰি বাঢ়ক - - -বাঢ়ক
ভাখৰিৰ ধান বাঢ়ক—বাঢ়ক

মহ'হ দিয়া পইচাৰে ল'ৰাবিলাকে পিছদিনাখন লগ ভাত খায়। কিছুমান গাওঁত এই লগ ভাত মাঘ বিহুৰ উৰুকাৰ দিনা খায়।

**সংঘৰ জন্মোৎসৱ ঃ-** স্বাধীনতাৰ পূৰ্বেই প্ৰতিষ্ঠিত এটা বৃহৎ সমবায় অনুষ্ঠান। ইয়াৰ সম্পূৰ্ণ নাম হৈছে "অসম সমবায় কঁহাৰ সংঘ লিঃ।" এনেকুৱা পুৰণি সজীৱ সমবায় অনুষ্ঠান দেশত খুব কমেই ওলাব। শিল্পীসকলক মহাজনৰ শোষণৰ পৰা মুক্ত কৰিবলৈ এই অনুষ্ঠানটো গঢ় লৈ উঠিছিল ভাষা জননীৰ একনিষ্ঠ সেৱক দাৰ্শনিক পণ্ডিত কোহিৰাম দাসৰ অক্লান্ত পৰিশ্ৰম আৰু ত্যাগৰ ফল স্বৰূপে। বৰ্ত্তমান ইয়াৰ ঠাল ঠেঙুলি গোটেই অসমতে বিস্তৃত হৈ পৰিছে। ইং ১৮/৮/৩৯ তাৰিখেই ইয়াক চৰকাৰী নথিত পঞ্জীভূত কৰা হয়। ইয়াৰ জন্ম উৎসৱ পালন কৰা হয় পাঁচ নবেম্বৰ তাৰিখে। উৎসৱ দিনাখন চাকি-বন্তি জ্বলাই নাম কীৰ্ত্তন ধৰা হয়। ইয়াৰ উপৰি নাগৰাৰ নাম, ওজাপালি আদি সাংস্কৃতিক অনুষ্ঠানৰো ব্যৱস্থা কৰা হয়। সৰ্থেবাৰী, গোমূৰা, নামশালা আদি গাওঁৰ মানুহৰ মনত ই এটা লোক উৎসৱত পৰিণত হৈছে। অসম সমবায় কঁহাৰ সংঘই সমবায় আন্দোলনত এক বিশেষ ভূমিকা যে পালন কৰিছে তাক নকলেও হব।

**মুষ্টিভিক্ষাৰ জন্মোৎসৱ ঃ-** মুষ্টিভিক্ষাৰ জন্মদিনাটো এটা সামাজিক উৎসৱত পৰিণত হৈছে। ই টো সামাজিক জনকল্যাণমূলক অনুষ্ঠান। আজিৰ পৰা প্ৰায় ৫৫ বছৰ পূৰ্বেই এই অনুষ্ঠানৰ জন্ম হয়। তামুলী চুপাৰ ৰাইজৰ অতি প্ৰিয় অনুষ্ঠান এই মুষ্টিভিক্ষা ভৰাঁল। প্ৰতি পৰিয়ালৰ দুসাজত দুমুঠিকৈ সাত দিনত ১৪ মুঠি চাউল প্ৰতি ৰবিবাৰে তুলি আনি ভৰাঁলত জমা কৰা হয়। চাউল তুলি অনা আৰু বিক্ৰী কৰা সুকীয়া সুকীয়া লোক নিয়োগ কৰা আছে। চাউল বেচা পইচাই অনুষ্ঠানৰ মূলপুঁজি। এই টকা কম সূতত অংশীদাৰ সকলক ধাৰলৈ দি আয়ৰ আন এটি বাট মোকোলোৱা হৈছে। এনেকৈয়ে হাজাৰ হাজাৰ টকাৰে মূল পুঁজি কৰি এই টকাৰে চুপাৰ নামঘৰ, স্কুল ঘৰ, ৰাস্তাঘাট নিৰ্মাণ কৰাৰ উপৰিও দুখীয়া ল'ৰাক পঢ়াৰ বাবে আৰ্থিক সাহায্য দিয়া, বিপদগ্ৰস্ত লোকক সহায় কৰা আদি পৱিত্ৰ কামত টকা ব্যয় কৰাই অনুষ্ঠানৰ অন্যতম উদ্দেশ্য। ইয়াৰ উপৰি তামুলী চুপাৰ বাৰ্ষিক তিথি-পৰ্ব-উৎসৱ আদিত ইয়াৰ পৰাই টকা খৰচ কৰা হয়।

জেঠৰ ২৮ তাৰিখে এই অনুষ্ঠানৰ জন্ম দিন। সেই দিনাই বাৰ্ষিক সমিতিত যোৱা বছৰৰ আয়-ব্যয়ৰ হিচাব শুনা আৰু ভৱিষ্যত বছৰৰ জমা-খৰচৰ পৰিকল্পনা যুগুত কৰি গ্ৰহণ কৰা হয়। গধূলি চাকি-বন্তি জ্বলাই ৰাতি ৰাজহুৱা নামেৰে এই উৎসৱৰ সামৰণি মৰা হয়।

বৰ দুখৰ বিষয় যে, নিবনুৱা যুৱক সকলক সমবায় ভিত্তিত খেতি কৰাই নিবনুৱা সমস্যা সমাধান কৰাৰ মানসেৰে এখন আঁচনি প্ৰস্তুত কৰি চৰকাৰৰ ওচৰত ২০০ বিঘা মাটিৰ পট্টন দিয়াৰ বাবে আবেদন কৰা হৈছিল। কিন্তু চৰকাৰৰ ৰঙা ফিটাৰ পেচত পৰি অনুষ্ঠানৰ নামত হুকুম হোৱা ২০০ বিঘা মাটি আমি চমজিবলৈ সমৰ্থ নহ'লো।

**সৰ্থেবাৰীৰ সভা ঃ-** নামনি অসম সভাৰ (মেলা) বাবে বিখ্যাত। বৰ্ত্তমান দেশত জনসংখ্যাৰ বিস্ফোৰণৰ ফলত দেশৰ আৰ্থিক অৱস্থা ভাগি পৰিছে। মানুহৰ খোৱা-লোৱাৰ অভাৱ হৈছে। কিন্তু এটা সময়ত এনে এটা অৱস্থা আছিল যে, মানুহৰ খোৱা-লোৱাৰ কোনো চিন্তা-ভাৱনা নাছিল। তেতিয়া মানুহে মনোৰঞ্জনৰ বাবে এই সভা উৎসৱ বিলাকৰ প্ৰয়োজন অনুভৱ কৰিছিল। সেইবাবেই মানুহে খেতি চপোৱাৰ অন্তত সভাবিলাক হয়তো পাতিছিল। এই উৎসৱবোৰে বিভিন্ন শ্ৰেণীৰ লোকৰ মাজত থকা অসুয়া-অপ্ৰীতিবোৰ আঁতৰ কৰি সমাজত ঐক্য-সংহতি বজাই ৰখাত সহায় কৰিছিল। নামনি অসমৰ বিখ্যাত কেইখনমান সভাৰ স্থান হ'ল। যেনে- সৰ্থেবাৰী, ব্যাসকুছি, চিনাদি, আমৃখোৱা, চেঙা, বৰবিলা (নগাওঁ), মাখিবাহা, হাৰিভাঙা, বনগাওঁ, নিজশালদহ, কঠালমুৰা, ৰাণাবুঢ়াৰ সভা, নাকেৰবাৰী, গোবৰা দল, জাগ্ৰা, অকয়া, খাৰাধৰা আদিয়ে প্ৰধান।

**সৰ্থেবাৰী সভাৰ বিশেষত্ব ঃ-** সভা-উৎসৱ যদিও বহু ঠাইত পালন কৰা হয় তথাপি সৰ্থেবাৰী সভাৰ-পৰিচালনা ব্যৱস্থা, দোকান-পোহাৰ

বহা, নাম প্ৰসঙ্গ, জনসমাগম আদিৰ ক্ষেত্ৰত এক সুকীয়া বৈশিষ্ট্য আছে। এই সভা কেতিয়াৰ পৰা আৰম্ভ হৈছে সঠিক ভাৱে জনা নাযায় যদিও বিষয় ববীয়া সকলৰ কাৰ্য্যকালৰ সময় হিচাবে হিচাব কৰি উলিয়ালে দেখা যায় ইয়াৰ আৰম্ভনি এতিয়াৰ পৰা ডেৰশ বছৰৰো আগত। পুৰণি ৰীতি-নীতি আৰু পৰম্পৰা ৰক্ষা কৰি পৰিচালনা কৰাটোৱে ইয়াৰ প্ৰধান বৈশিষ্ট্য। কলিযুগাদ্যা পবিত্ৰ মাঘীয় পূৰ্ণিমা তিথিত পাঁচদিনীয়াভাৱে উদ্‌যাপিত হয় এই মহাসভা। সভাৰ কেইদিন ঢুলীয়া, খুলীয়া, যাত্ৰা-ভাওনা, থিয়েটাৰ-চিনেমা, চাৰ্কচ আদি বাৰেবৰণীয়া কলা-সংস্কৃতিৰ অনুষ্ঠান অনৱৰত চলি থাকে। জাতি-বৰ্ণ নিৰ্বিশেষে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ বিভিন্ন ঠাইৰ পৰা বিভিন্ন সম্প্ৰদায়ৰ লোক আহি সভা মহোৎসৱৰ আনন্দ উপভোগ কৰে।

সভাৰ আন এটি উল্লেখযোগ্য আৰু আকৰ্ষণীয় কথা হ'ল, যাত্ৰী সকলক "সিধা" দিয়া প্ৰথা। "সিধা" হোমৰ দিনাৰ পৰা তিনিদিন ধৰি দিয়া হয়। সিধা আৰু নাম-প্ৰসংগৰ বাবে আৱশ্যকীয় চাউল প্ৰতিঘৰ মানুহে দিব লাগে। প্ৰতিঘৰ মানুহে চাউল পাঁচ কিলোগ্ৰাম আৰু খৰি এক আটীয়াকৈ দিয়াৰ দস্তুৰ আজিও চলি আছে। যাত্ৰীসকলক ৰান্ধি খাবলৈ মাটিৰ পাত্ৰ দিয়া হয়। সৰ্থেবাৰী তথা এই অঞ্চলৰ মানুহৰ যে, দান-দক্ষিণা, আলহী-অতিথিক সেৱা সংকাৰ কৰা আদি ধৰ্ম বিষয়ত গভীৰ বিশ্বাস আছে ই তাৰেই প্ৰমাণ নহয়নে? হোমৰ নামত প্ৰসাদত বুট-মুগৰ উপৰিও সমপৰিমাণৰ চেনি দিয়া প্ৰথাটো আগৰ পৰাই চলি অহা এটি নিয়ম। সেই বাবেই প্ৰসাদ বিলাক বৰ লোভনীয় হৈ পৰে আৰু প্ৰসাদ লোৱাৰ সময়ত মানুহৰ বৰ হেতা-ওপৰা হয়।

এই সভাতেই সুদূৰ ভূটানৰ পৰা ভুটীয়া বেপাৰীবিলাকে, লা, জাব্ৰং, শুকান জলকীয়া, সুমথিৰা টেঙা, শালধূনা আদি বিক্ৰী কৰিবলৈ অহা দেখা যায়।

**দৌল উৎসৱ ঃ-** মাঘী পূৰ্ণীমাৰ পিছৰ পূৰ্ণিমাটোতেই দৌল উৎসৱ হয়। দৌল উৎসৱ এই অঞ্চলৰ এটি লেখত লবলগীয়া ৰং তামচাৰ উৎসৱ। অসমৰ ভিতৰত বৰপেটাৰ দৌল উৎসৱেই বিখ্যাত। বৰপেটাৰ পিছতেই এই অঞ্চলক গণিব পাৰি। তিনিদিনীয়া ভাৱে এই উৎসৱ পালন কৰা হয়। পূৰ্ণিমাৰ আগদিনা "গন্ধ", পিছদিনা দৌল আৰু শেষৰ দিনা সুঁৱৰি উৎসৱ। কিছুমানে ইয়াকে হোলী বা ফাকুৱা উৎসৱ বুলি কয়। হোলীৰ দিনাই সৰ্থেবাৰী আৰু নিকটবৰ্ত্তী গাওঁবোৰৰ বিগ্ৰহবোৰ নাম কীৰ্ত্তন কৰি প্ৰতি গাওঁৰ পৰা লৈ অহা হয়। এই বিগ্ৰহবোৰ টিহু-লছিমা ৰাস্তাৰ পশ্চিমে একত্ৰিত ভাৱে ৰাখি নাম-কীৰ্ত্তন আৰু আনন্দ-উৎসৱ কৰা হয়। গধূলি নিজ নিজ স্থানলৈ প্ৰত্যাবৰ্ত্তন কৰে। সিদিনাখন ৰাতিয়েই নাম কীৰ্ত্তন কৰি দৌল উৎসৱৰ সামৰণি মৰা হয়। হোলীৰ দিনা ফাকুৱা চতিওৱাৰ ফলত আকাশখন ৰাঙলিমুৰা হৈ পৰে। এই ফাকুই বসন্ত আদি ৰোগৰ ক্ষেত্ৰত প্ৰতিৰোধকৰ কাম কৰা বুলি মানুহে কয়। কিন্তু বৰ দুখৰ বিষয় যে আজি কালি ফাকুৰ পৰিবৰ্ত্তে বোকা মাটি, নানাবিধ ৰাসায়নিক ৰং প্ৰয়োগ কৰি গোটেই উৎসৱটোৱেই বিকৃত, কৰি তুলিছে।

**বাসন্তী পূজা, অশোকাষ্টমী ঃ-** সুৰথ ৰজাই বসন্ত কালত এই পূজা কৰিছিল। সেইবাবেই বাসন্তী পূজা। আচলতে ইয়ো দুৰ্গাপূজাই। এই অঞ্চলৰ ভিতৰত সৰ্থেবাৰীৰ পৰা প্ৰায় ৩/৪ কিঃমিঃ দক্ষিণ-পশ্চিম কোণত অৱস্থিত কাপলা নামৰ গাওঁখনতেই অতি পুৰণি কালৰ পৰাই বাসন্তীপূজা উদ্‌যাপন কৰি আহিছে। এই উৎসৱ পাঁচদিনীয়া। পূজাৰ কেইদিন অসংখ্য মানুহৰ তাত সমাগম হয়। কিয়নো সেইখনেই হৈছে একমাত্ৰ পূজা। উৎসৱৰ দিন কেইটাত ওজাপালি, গান-বাজনা আদিৰে উৎসৱথলী মুখৰিত হৈ থাকে। তাৰ পিছতেই এতিয়া কৰিবলৈ লৈছে সৰ্থেবাৰীৰ শালাকাঠিয়াথেৰ চুপাই। যদিও সেই চুপাই কৰে পৰোক্ষভাৱে গোটেই গাওঁখনৰেই সহযোগ আছে।

বাসন্তী পূজাৰ ভিতৰতেই অষ্টমী তিথিৰ দিনাখন ব্ৰহ্মপুত্ৰ নদেৰে এধাৰ গঙ্গাৰ পানী বৈ অহা বুলি এটা লোক-বিশ্বাস আছে। সেইদিনা সমৰ্থবান লোক সকলে বহৰি, গুৱালকুছি আদি কৰি দূৰদূৰণি ঠাইলৈ ব্ৰহ্মপুত্ৰত স্নান কৰিবলৈ যায়। কিন্তু অসমৰ্থলোক সকলে "পানী নহলে চাপৰাই স্বস্তি" বুলি ওচৰত থকা নদী-নলা, জান-জুৰিতে স্নান কৰি নিজক প্ৰবোধ দিয়ে।

**ইচলাম ধৰ্মীয় লোকৰ উৎসৱ ঃ-** সৰুক্ষেত্ৰী মৌজাৰ কেইবাখনো গাওঁৰ লগত আৰু কিছুমান নিজাববীয়াকৈ গাওঁ পাতি ইচলাম ধৰ্মীয় লোক কিছুমান যুগ-যুগ ধৰি বাস কৰি আছে। এই অঞ্চলৰ উভয় সম্প্ৰদায়ৰ মানুহেই যুগমীয়া সাম্প্ৰদায়িক সম্প্ৰতি অটুত ৰখাত দেশৰ ভিতৰতেই আগস্থান পাব বুলি কব পাৰি। কেবা শতাব্দী ধৰি এই লোক সকল একেলগে বসবাস কৰি অসমীয়া সভ্যতা-সংস্কৃতিৰ লগত জাহ গৈছে। সৰ্থেবাৰী, বৰশলা, বেলবাৰী, বৰমাৰা, চোৰৰ বড়ী, মাজদিয়া আদিতে সৰহ সংখ্যক ইচ্‌লাম ধৰ্মীয়লোক বাস কৰে।

এওঁলোকৰ প্ৰধান প্ৰধান ধৰ্মীয় উৎসৱ হ'ল- ঈদুল ফিতৰ, ইদুজ্জহা, আখেৰি চাহা চুম্বা, মহৰম, চবেবৰাৎ, ফাটেহা-দোৱাজ-দাহম আদি। এই উৎসৱ বিলাক তেওঁলোকে ধৰ্মীয় ৰীতি-নীতিৰে পালন কৰে। আজি কালি হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকেই প্ৰত্যেকে প্ৰত্যেকৰ লগত সহযোগ কৰি যাউতী যুগীয়া প্ৰীতিৰ বান্ধোন আৰু অধিক কটকটীয়া কৰি তুলিছে। মহামানৱ মহাত্মা গান্ধীৰ সেই অমৃতময় বাণী- "ঈশ্বৰ আল্লা তেৰে নাম" সাৰ্থক কৰি তুলিছে।

ওপৰত উল্লেখ কৰা তিথি-পৰ্বৰ বাহিৰে আৰু কিছুমান তিথি পৰ্ব আছে। প্ৰবন্ধৰ পৰিসৰ বঢ়াৰ ভয়ত নাম বিলাক মাথো উল্লেখ কৰিলো। ইয়াৰ ভিতৰত সাবিত্ৰী ব্ৰত, সৰস্বতী পূজা, শিৱ ৰাত্ৰি আদি ধৰ্মীয় উৎসৱ আৰু স্বাধীনতা উৎসৱ, শিক্ষক দিৱস, শিশু দিৱস, গান্ধী জয়ন্তী, গণতন্ত্ৰ দিৱস আদি বৰ উলহ-মালহেৰে পালন কৰা হয়।

**উপসংহাৰ ঃ-** সৰুক্ষেত্ৰী মৌজা বৰপেটা জিলাৰ পূব কোণত অৱস্থিত। এই অঞ্চল অতি দ। পঞ্চাশৰ দশকৰ আগতে যথেষ্ট পৰিমাণে ইয়াত বানপানী হৈছিল। খেতি-বাতিৰ বাবে এই ঠাই সিমান উপযোগী নহয়। ইয়াত মাছ গাখীৰ পৰ্য্যপ্ত পৰিমানে পোৱা গৈছিল। পঞ্চাশৰ দশকৰ পাছত বানপানীও কমিল আৰু লগতে মাছ গাখীৰো হৰলুকি হ'ল। বোধহয় ই. ১৯৫০ চনৰ ১৫ আগষ্টৰ প্ৰলয়ঙ্কাৰী ভূমিকম্পৰেই প্ৰতিক্ৰিয়া।

সৰুক্ষেত্ৰীৰে অন্তৰ্গত সৰ্থেবাৰী এখন শিল্প সমৃদ্ধ নগৰ। ইয়াৰ কাঁহৰ বাচন পৃথিৱী বিখ্যাত। স্বাধীনতা আন্দোলনত ইংৰাজ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি এই অঞ্চলৰ মানুহে স্বদেশ-প্ৰেমৰ চানেকি দাঙি ধৰিছিল। পানা গাওঁৰ টুপৰ ৰাইজ মেলেই ইয়াৰ জ্বলন্ত প্ৰমাণ। ❑





# ঐতিহ্যপূৰ্ণ নাওখেল আৰু সৰ্থেবাৰী

ক

সৰ্বানন্দ ডেকা

অতীতত বৃহৎ সৰ্থেবাৰী অঞ্চল দক্ষিণ ফালে মহাবাহ ব্ৰহ্মপুত্ৰ নদী আৰু আশে-পাশেৰে বৈ যোৱা চাউলখোৱা নদী, অলপা নদী, বুঢ়াদিয়া নদী, পাগলাদিয়া নদী, টিঙু নদী, কালদিয়া নদী আৰু নানা বিল-খাল যেনে কাপলা বিল, তাভা বিল, চাগমাৰা বিল, বৰবিল, নবিলা আদিৰে বেষ্টিত আছিল।

১৮৯৭ চনত হোৱা বৰ ভূইকঁপত এই অঞ্চল দ' হৈ বহি যায়। ইয়াৰ ফলত কিছুমান নদ-নদী মৰি যায় আৰু এই গোটেই অঞ্চলটো এটা চৰিয়া (ডাবৰ) সদৃশ আকৃতি লয়। বাৰিষাকালত বৰষুণ হলেই নদ-নদীবোৰৰ পানী ফেনে-ফোটোকাৰে বাঢ়ি এই অঞ্চল কম বেছি পৰিমাণে প্লাৱিত হৈ থাকিছিল আৰু এই পানীতে বছৰটোৰ ৬/৭ মাহে এই অঞ্চলৰ মানুহে নাওঁখেল খেলি আনন্দ উপভোগ কৰিছিল। এই নাওঁখেলৰ এটা সংক্ষিপ্ত বিৱৰণ তলত উল্লেখ কৰা হ'ল।

সাধাৰণতে এই অঞ্চলৰ প্ৰায় প্ৰতিঘৰ মানুহৰে সৰু-ডাঙৰ নাওঁ আছিল। এইবোৰৰ ভিতৰত খেলনাওঁ সমূহৰ মাপ আগ গলিয়াৰ মাজ অংশত এটা বাৰৰ (দাঁতি) পৰা বাহিৰফালেৰে আনটো বাৰলৈ ৩½ হাত /৪ হাত /৫ হাত আৰু দীঘলে ৩০/৩৫ হাতলৈ আছিল। কালক্ৰমত এই খেলৰ নাওঁবোৰত জোৰা দি ক্ৰমশঃ ডাঙৰ-দীঘল কৰা হৈছিল। আৰু এইবোৰত আগৰ ৩৮/৪০ জনৰ পৰিবৰ্ত্তে ৫৮/৬০ জন খেলুৱৈ বহি খেল খেলিব পৰা হৈছিল। নাওঁবোৰ সাধাৰণতে শাল আৰু শ্যামা কাঠেৰে তৈয়াৰী আছিল। এইবোৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ পৰা কিনি আনি ঘৰতে সুতৰৰ দ্বাৰাই জুইৰে সেক্ দি কাটি-কুটি খেলৰ বাবে উপযোগী কৰি তুলিছিল। নাওঁবিলাকৰ আগকড়ি আৰু পিছকড়িৰ কাষত দুটা মণিগুৰা আৰু আন ২৩/২৪ টা মান গুৰা লগোৱা হৈছিল। আগফালৰ মণিগুৰাৰ পৰা তিনি হাত মান আৰু পিছফালৰ মণিগুৰাৰ পৰা ১½ হাত মান দুয়োফালে দুখন গলেপাত আৰু নাওঁখনৰ মাজভাগত নাওঁখেলৰ নাম (গীত) দিয়া পাঠকজন উঠাৰ কাৰণে তিনি হাত মান দীঘল এখন তক্তা লগোৱা হৈছিল। নাওঁৰ আগকড়িৰ মণিগুৰাৰ পৰা বাহিৰৰ দুয়োফালে দাঁতিৰ কাষে কাষে তিনি হাত মান দীঘল, এহাত মান বহলকৈ আৰু ঠিক তেনেকৈ পিছকড়িৰ ফালেও বাহিৰৰ দুয়োদাঁতিৰ কাষে কাষে দীঘলে বহলে এহাতমানকৈ সুতৰে গোলাপ ফুল, ময়ূৰ চৰাই আদি কাটিছিল আৰু ফুলবোৰ নানা ৰঙেৰে চিতিছিল। তাৰোপৰি সুতৰবিলাকে কাঠেৰে মগৰৰ মূৰ্ত্তি, সিংহৰ মূৰ্ত্তি, বাঘৰ মূৰ্ত্তি তৈয়াৰ কৰিছিল আৰু সেইবোৰ বিভিন্ন ৰঙেৰে চিতি নাওঁৰ আগকড়িত বান্ধিলৈ নাওঁখেল খেলিবলৈ যোৱা হৈছিল। নাওঁবোৰত বিভিন্ন কাৰুকাৰ্যৰে সাজি উলিওৱা মূৰ্ত্তিবোৰে অঞ্চলটোৰ ভাস্কৰ্য্যৰ এটি পৰিচয় দাঙি ধৰে।

নাওঁখেলৰ কাৰণে সৰ্থেবাৰীত দুখন ক্ষেত্ৰ আছিল। এখন হ'ল আলপা নদীৰ কবৈৰগুৰী কুৰত°-কাৰাকুছি গাওঁৰ দক্ষিণ-পশ্চিম ফালৰ পদশিলাৰ পৰা বৰ্ত্তমানে থকা মটৰষ্টেণ্ডৰ মাজেৰে সৰ্থেবাৰী-টিহু গড়কপ্তানী ৰাস্তাৰ ওপৰত সৰ্থেবাৰীত থকা কাঠ ৰ দলঙ খনলৈ আৰু আনখন সৰ্থেবাৰী গাওঁৰ তামুলীছুপাৰ বৰ্ত্তমানে থকা প্ৰাথমিক বিদ্যালয়ৰ পৰা আতাথেৰ ছুপাৰ পশ্চিম মূৰলৈ। ইয়াৰ উপৰিও আন আন গাওঁবোৰতো তেনেকুৱা নাওঁখেলৰ ক্ষেত্ৰ আছিল। এই ক্ষেত্ৰবিলাক সাধাৰণতে দীঘলে ৭০০/৮০০ গজ আৰু বহলে ১০০/২০০ গজ আছিল। ক্ষেত্ৰবোৰত যি ঠাইৰ পৰা খেল আৰম্ভ হয় সেই ঠাইত এডাল, সোঁমাজত এডাল আৰু ক্ষেত্ৰৰ শেষত এডাল মুঠ তিনিডাল. আগঅংশত এটুকুৰা বগা কাপোৰ আৰি দিয়া বাহৰ চাত্ পোতা হৈছিল। ইয়াৰ বাহিৰেও বহুতো ক্ষেত্ৰত দুয়োকাষে চাত্ পোতা হৈছিল। কিন্তু সৰ্থেবাৰীৰ কবৈৰগুড়ীকুৰৰ ক্ষেত্ৰখনৰ দুয়োকাষত চাত্ পোতা নহৈছিল। দুয়োকাষ দল ঘাঁহ, ধুৰী ঘাঁহ আৰু পানী মেটেকাৰে পৰিপূৰ্ণ হৈ আছিল আৰু তাৰ মাজত দুয়োফালে দৰ্শকৰ সৰু সৰু নাওঁবোৰ সুমুৱাই দি খেল উপভোগ কৰিছিল। সেই কাৰণে চাত্ পোতাৰ প্ৰয়োজন নহৈছিল।

অতীততে এই নাওঁখেলবোৰত নাৰিকল, প্ৰসাদ আদি দিয়াৰ ব্যৱস্থা আছিল। এই খেলবোৰ সাধাৰণতে তিথি-পৰ্ব সমূহত পতা হৈছিল। তাৰোপৰি ব্যক্তিগত ভাৱেও নাওঁখেলৰ আয়োজন কৰা হৈছিল। সেই সময়ত নাওঁখেলবোৰত অংশগ্ৰহণ কৰাৰ কাৰণে মুখে মুখে নিমন্ত্ৰণ কৰাৰ প্ৰথা প্ৰচলিত আছিল। আনুমানিক ১৯৪৫/৪৬ চন মানৰ পৰা নাওঁখেল প্ৰতিযোগিতাবোৰত শ্বিল্ড, ৰূপৰ কাপ আৰু মেডেল আদি দিয়াৰ প্ৰচলন হৈছিল। আৰু সেই খেলবোৰত চিঠি-পত্ৰেৰে নিমন্ত্ৰণ কৰা হৈছিল। খেলবোৰত ৰেফাৰী, বিচাৰক তথা খেল পৰিচালনা কৰাৰ কাৰণে একোখন সমিতি আছিল। নাওঁখেলবোৰত সাধাৰণতে 'চাইদত ফাউল' নহৈছিল, মাজতহে ফাউল হৈছিল। এই ফাউলৰ কাৰণ কেবাটাও। নাওঁৰ গুৰিয়াল পানীত পৰি গ'লে, গুৰিয়াল দুৰ্বল হ'লে বা গুৰিয়াল অন্য মনস্ক হ'লেও তেওঁৰ নাওঁখনে আনখন নাওঁক আগষেহিয়াকৈ লাগি ধৰিলে ফাউল হৈছিল। ইয়াৰ ফলত কিছুমান নাওঁ পানীত ডুবি গৈছিল আৰু লগে লগে দৰ্শক ৰাইজৰ পৰা বিভিন্ন চিএৰ-বাখৰৰ ৰোল উঠিছিল। এইটো খুউব আনন্দৰ কথা আছিল।

সাধাৰণতে নাওঁখেলসমূহ আবেলি পৰত অনুষ্ঠিত হৈছিল। আবেলি এটা নিৰ্দিষ্ট সময়ত খেলৰ নাওঁসমূহ ক্ষেত্ৰত লগ লাগে আৰু তাৰ মাজৰ

° ইয়াক কবেকুৰ বুলিও জনা যায়।

পৰা দুখন-দুখন নাওঁৰ মাজত খেল খেলা হৈছিল। নাওঁখনৰ প্ৰতিগুৰাত হাতবঠাৰে দুজনকৈ,আগৰ আৰু পিছৰ গলেপাতত কঠিবঠাৰে দুজনকৈ আৰু মাজত থিয় হৈ পাঠকে গীত গাই গাই নাওঁৰ খেল খেলিছিল। সেই সময়ৰ প্ৰচলিত গীত এটা তলত উল্লেখ কৰা হ'ল-

**ঘোষা**

পিতা অৰ্জুন . . . . এ . . .
ও সপ্ত ৰথি বেৰি মাৰে মোক
ও বেহুৰ ভিতৰে অন্যায় সমৰে
সপ্ত ৰথি বেৰি মাৰে মোক
ইত্যাদি
- হেঃ জুৰ বাঃ   হেইও হা

প্ৰথমে প্ৰণামো ব্ৰহ্মান্দপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাবায়ণ।।
তজু নাভি কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত।।
ইত্যাদি

**খেলৰ মাজভাগত**

হৰি - - - -ৰে- - - - -ৰেহে - -
হৰি ৰাম - - - - ৰাম - - -হে - - -
হৰি - - - ৰে - - - -ৰেহে - - -
হৰি ৰাম - - - -ৰাম - - হে -
ইত্যাদি

**খেলৰ শেষত**

ও- - - - - - -ৰি- - - - - - -মোৰ ভায়া
হুইছো   ভায়া
হুইছো   ভায়া
হুইছো   ভায়া
বুইছো   ভায়া

**নাওঁখেলৰ এটা উল্লেখযোগ্য গীত**

হা মোৰ মলুৱা এ - - - -

মোৰ মলুৱাক কোনে মাৰিলে মোৰ
মোৰ মলুৱা এ - - -
এ নেঠা নোঠি কৰি কান্দে হা মোৰ মলুৱা এ
নেঠা আনি দিলা তাকো হা মোৰা মলুৱা এ
এ নেঠাতে ধৰি ধৰি কান্দে মোৰ মলুৱা এ
মোৰ মলুৱাক কোনে মাৰিলে ।।
এ যতৰ যতৰ কৰি কান্দে হা মোৰা মলুৱা এ
যতৰ আনি দিলা তাকো হামোৰা মলুৱা এ
কপাহ কপাহ কৰি কান্দে হা মোৰ মলুৱা এ - - -
কপাহ আনি দিলা তাকো হা মোৰ মলুৱা এ
এ কপাহোত ধৰি ধৰি কান্দে মোৰ মলুৱা এ
মোৰ মলুৱাক কোনে মাৰিলে, হামোৰ মলুৱা এ
এ বাৰ্জুৰ বা - - - -হেইও হাঃ - - -

নাওঁখেলৰ এই গীতবোৰৰ মাজেৰে অঞ্চলৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱৰ কথা উপলব্ধি কৰিব পাৰি।

নাওঁখেলবোৰত কিছুমান শিল্ড চলন্ত ভাৱে আৰু কিছুমান এককালীন ভাৱে দিয়া হৈছিল। এই শিল্ড, কাপ দিয়া নাওঁখেল প্ৰতিযোগিতা সমূহো এদিনীয়াকৈ অনুষ্ঠিত কৰা হৈছিল। নাওঁখেলত গীত দিয়া পাঠক সৰ্থেবাৰী অঞ্চলৰ মহেশ্বৰ পাঠক, দংশীৰাম পাঠক আৰু দাসীৰাম পাঠক উল্লেখনীয় আছিল। নাওঁখেল শেষ হোৱাৰ পিছত গৃহস্থৰ ঘৰত চাহ জলপান তথা খেলত পোৱা প্ৰসাদ, নাৰিকল আদি ভগাই খাই সিদিনাৰ কাৰণে খেলৰ সামৰণি মাৰি ৰং ধেমালি কৰি খেলুৱৈ সকলে ঘৰাঘৰি গুচি গৈছিল।

সৰ্থেবাৰী অঞ্চলৰ উপৰিও বিভিন্ন ঠাইত বিভিন্ন তিথি-পৰ্বত যেনে বৰপেটাত শঙ্কৰদেৱৰ তিথিৰ দিনা, নদলাৰ সাহপুৰ ঘাটত দুৰ্গাপূজাৰ বিজয়া দশমীৰ দিনা, ব্যাসকুছি গাওঁত ভট্টদেৱৰ তিথিৰ দিনা অনুষ্ঠিত হোৱা নাওঁখেলবোৰত সৰ্থেবাৰীৰ পৰা দুই এখন নাওঁ গৈ অংশগ্ৰহণ কৰিছিল।

সৰ্থেবাৰী অঞ্চলত শ্ৰীশ্ৰীকৃষ্ণ জন্মাষ্টমী, মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ তিথি আৰু ১৫ আগষ্টত স্বাধীনতা দিৱস উপলক্ষে নাওঁখেল প্ৰতিযোগিতা অনুষ্ঠিত হৈছিল। এই অঞ্চলৰ ডেকাল'ৰা বিলাকে জন্মাষ্টমী আৰু শঙ্কৰদেৱৰ তিথিৰ আগদিনা লগ হৈ নিশা ভোজভাত খাই দুপৰ ৰাতিতে বিললৈ পদুমফুল, ভেটফুল আদি আনিবলৈ গৈছিল। ৰাতিপুৱা দোকমোকালিতে ফুলবোৰ তুলি আনি নাওঁৰ কড়িত বান্ধিলৈ নাওঁ খেল খেলি আহি কবৈৰগুৰীকুৰৰ ফিল্ডত কেৰা দুপৰীয়ালৈ খেল খেলে আৰু তাৰপিছত নিজ নিজ নামঘৰ, কীৰ্তন ঘৰলৈ এই ফুলবোৰ নি দেৱকাৰ্য্যত লগাইছিল আৰু তাত নাম-কীৰ্তন কৰি পুনৰ আবেলি উক্ত ফিল্ড সমূহত নাওঁখেল খেলিছিল। দেৱকাৰ্য্যত ব্যৱহাৰ কৰাটো এই অঞ্চলৰ এটি পৰম্পৰা আছিল। ৰাতিপুৱা খেলা খেলবোৰত নাৰিকল প্ৰসাদ আদি দিয়াৰ ব্যৱস্থা নাছিল। তথাপি অজস্ৰ দৰ্শক হৈছিল। এটা উল্লেখযোগ্য কথা হ'ল জন্মাষ্টমীৰ দিনা এই সৰ্থেবাৰী অঞ্চলত নাওঁখেল শেষ হোৱাৰ পিছত নিশা নাওঁৰ গৃহস্থই খেলুৱৈ সকলক তথা ভাই-ভাগী, মিটিৰ কুটুম্ব আদিক নিমন্ত্ৰণ কৰি একেলগে এসাজ ভাত খুৱাইছিল। এইটো গৃহস্থৰ কাৰণে এটা মহা আনন্দৰ কথা আছিল।

সৰ্থেবাৰী গাওঁৰ সকলোতকৈ ডাঙৰ নাওঁ আছিল ভৱনা সদাগৰৰ (পাঁচ হাতি নাওঁ)। ইয়াৰোপৰি কদ্ৰমল পাটোৱাৰী, নন্দ ভৱালী, ৰমণী ভূঞা, বনমালী ডেকা, ৰত্নেশ্বৰ চৌধুৰী, ভুৱনেশ্বৰ ভূঞা আৰু গোলক বৰ্মণৰ খেলৰ নাওঁ আছিল। সৰ্থেবাৰীৰ আশে-পাশে যেনে গোমুৰা, হেলচা, বাঘমাৰা, নামশালা আদি গাওঁবোৰতো খেলনাওঁ আছিল।

কালক্ৰমত এই অঞ্চলত উন্নত ৰাস্তা-ঘাট, নদ-নদী সমূহত মথাউৰি আদিৰ ব্যৱস্থা হোৱাত আনুমানিক ১৯৬০ চন মানৰ পৰা নাওঁখেল সমূহৰ প্ৰচলন নোহোৱা হ'বলৈ ধৰে।

এইদৰে নাওঁখেলে গাওঁলীয়া মানুহবোৰক একতাৰ দোলেৰে বান্ধি সহজ-সৰল, আনন্দমধুৰ জীৱন যাপনত উল্লেখযোগ্য অৰিহণা যোগাইছিল। ❑





# ঐতিহ্যপূৰ্ণ নাওখেল আৰু সৰ্থেবাৰী

*দীপক ডেকা*

**খ**

প্ৰাচীন ইতিহাসে গৰকা সৰ্থেবাৰী অতি দ ঠাই। সৰ্থেবাৰী সৰুক্ষেত্ৰী মৌজাৰ উল্লেখযোগ্য ঠাই। আজিৰ পৰা প্ৰায় শ বছৰ পূৰ্বে সৰ্থেবাৰীত এতিয়াৰ দৰে কোনো ৰাস্তাঘাট, মথাউৰি আদিৰ ব্যৱস্থা নাছিল। বাৰিষা হৈছিল প্ৰবল বানপানী। বানপানীৰ সময়ত অঞ্চলত মানুহৰ যাতায়াতৰ অসুবিধা যথেষ্ট। নাও আছিল যাতায়াতৰ সাধাৰণ আহিলা। কৃষি কৰ্মবো নাও আছিল অপৰিহাৰ্য অঙ্গ। সেইবাবেই মানুহে নাও যোগাৰ কৰি লৈছিল। প্ৰায় প্ৰতিঘৰ মানুহৰে নাও আছিল।

বানপানী অধ্যুষিত অঞ্চল হোৱা বাবে সৰ্থেবাৰীত এতিয়াৰ দৰে ফুটবল বা তেনেধৰণৰ খেলৰ প্ৰভাৱ নাছিল। প্ৰভাৱ আছিল নাওখেলৰ। পৰিস্থিতিগত প্ৰয়োজন অনুসৰি নাওখেলা, নাও সজোৱা চথ মানুহৰ লগৰী হৈ পৰিছিল। বাৰিষা কালত সৰ্থেবাৰীৰ মানুহৰ নাওখেলা, ন্যাওখেল চোৱা, নাওৰে মাছমৰা আদি প্ৰধান কাম হৈ পৰিছিল। নাওকেন্দ্ৰিক জীৱনত নাওখেল হৈ পৰিছিল আকৰ্ষণীয় আৰু উত্তেজনাময়। সেয়ে মানুহে বহু দূৰ দূৰণিলৈও নাওখেল খেলিবলৈ আৰু চাবলৈ গৈছিল। এনেকৈয়ে নাওখেল স্থানীয় সংস্কৃতিৰ এটি অপৰিহাৰ্য অঙ্গত পৰিণত হৈছিল।

**নাওখেলৰ ঠাই ঃ** এই ঐতিহ্যপূৰ্ণ নাও খেল সৰ্থেবাৰী আৰু ইয়াৰ আশে-পাশে বিভিন্ন ঠাইত, বিভিন্ন তিথি-উৎসৱত অনুষ্ঠিত হৈছিল। কেতিয়াবা কেতিয়াবা কিছুমান বিশেষ ব্যক্তিৰ সৌজন্যতো নাও খেল অনুষ্ঠিত হৈছিল। সৰ্থেবাৰীৰ কৰেকুৰত (বৰ্তমান নতুন বজাৰ) জন্মাষ্টমীত, শংকৰদেৱৰ তিৰোভাৱ তিথিত, হৰিদেৱৰ জন্ম উৎসৱত, কাপলাৰ কাপ্‌লা বিলত মনোহৰ দেৱৰ তিথিত, বৰ আমুখোৱাৰ ভদিয়াৰ খালত (কাপ্‌লা বিলৰ লেজা) শংকৰ দেৱৰ তিথিত, ক্ষুদ্ৰ আমুখোৱাৰ হাবলাখোৱা বিলত জন্মাষ্টমীত সম্পূৰ্ণ ৰাইজৰ তত্বাবধানত ৰাইজৰ খৰছত নাওখেল অনুষ্ঠিত হৈছিল। নসত্ৰৰ সুভন কুৰত মনোহৰ দেৱৰ তিথিতো নাওখেল অনুষ্ঠিত হৈছিল। ব্যাসকুছি, গহিয়া, গড়ট্টাৰী আদিতো নাওখেল হৈছিল। নাওখেলত খেলুৱৈসকলক নাৰিকল, বুট-মাহ আদি দিয়া হৈছিল। নাওখেলত বিজয়ী আৰু বিজিত দলক শিল্ড-কাপেৰে পুৰস্কৃত কৰা হৈছিল। উল্লেখযোগ্য যে সৰ্থেবাৰীৰ ৰঘু মেধিয়ে তেওঁৰ দেউতাক বাপুনাথ মেধিৰ সোঁৱৰণত ৰূপৰ শিল্ড-কাপ, ধৰণীধৰ ডেকাই তেওঁৰ দেউতাকৰ সোঁৱৰণত নিজ হাতে বনাই কাঁহৰ শিল্ড-কাপ বঁটা হিচাপে আগবঢ়াই নাওখেল পাতিছিল। নাওখেল প্ৰতিযোগিতাসমূহ পৰিচালনা কৰিবলৈ সাধাৰণতে তিনিজন পৰিচালক (ৰেফাৰি) থাকে। দুখন নাওত দুজন আৰু শেষৰ চাতত এজন পৰিচালক থাকে। পৰিচালকসকলে বিজয়ী আৰু বিজিত দল নিৰ্বাচন কৰে।

ইয়াৰ উপৰিও সৰ্থেবাৰীৰ মুছলমান সম্প্ৰদায়ৰ লোকসকলৰ মাজতো নাওখেল অনুষ্ঠিত হৈছিল। কিন্তু তেওঁলোকৰ নাওখেল কোনো উৎসৱ-পাৰ্বনত অনুষ্ঠিত নহৈছিল। তেওঁলোকে সংঘবদ্ধ হৈ মাজদিয়া চৰলৈ পহু চিকাৰ কৰিবলৈ গৈছিল। প্ৰায় ১০-১৫ খন মান নাও লৈ পহু চিকাৰলৈ গৈছিল। পহু চিকাৰ কৰি উভতি আহোঁতে তেওঁলোকে নাওখেল খেলিছিল। এই খেলত যিখন নাও প্ৰথম হৈছিল তেওঁলোকে চিকাৰ কৰি অনা পহুৰ সমানে আধা পাইছিল আৰু বাকীবোৰে আধা পাইছিল। এনেদৰে মুছলমান সম্প্ৰদায়ৰ মাজত নাওখেল অনুষ্ঠিত হৈছিল।

**কাৰ কাৰ নাও আছিল ঃ** সৰ্থেবাৰীৰ কেবাজনো উৎসাহী ব্যক্তিয়ে খেলৰ নাও সজাইছিল। এওঁলোকৰ ভিতৰত-- আতাথেৰ চুপাৰ ভূৱনা সদাগৰ, কাজিথেৰ চুপাৰ দীনবন্ধু দলে, তামুলীচুপাৰ দাস ৰাম, ৰঘু ডেকা, লোকনাথ ডেকা, শালাকাঠিয়াথেৰ চুপাৰ ধ্ৰুমল পাটোৱাৰী, পীতাম্বৰ চৌধুৰী, ৰামেশ্বৰ চৌধুৰী, হৰকান্ত বৰ্মন, মহামল পাটোৱাৰী, কৃষ্ণৰাম মহাজন, গোমুৰাৰ ঘণ্টৰাম তালুকদাৰ, লচিমাৰ গাঙা সুতৰ, জীৱন বৰ্মন, বনিয়াকুছিৰ মণিকান্ত কঁহাৰ, কাপলাৰ দণ্ডি মহাজন, ৰমা ডেকা, বেঙাপাৰাৰ নাং সুতৰ, বেলবাৰীৰ কনাকাতা মেধি, বাঘমাৰাৰ সিদ্ধেশ্বৰ পণ্ডিত, ভকুৱাটেপাৰ বাসু শৰ্মা, ব্যাসকুছিৰ মাধৱ দাস, চতো ৰাম খাটনিয়াৰ, সটো মিস্ত্ৰি, নৰেন্দ্ৰ বৰ্মা (বেপাৰী) আমুখোৱাৰ বংশীধৰ বৰ্মন, গম্ভীৰ চন্দ্ৰ ৰায়, চেংকলি ৰায় আৰু বিহৰাম বৰ্মনেই অঞ্চলৰ নাও থকা ব্যক্তি হিচাপে প্ৰথম। এওঁলোকৰ ভিতৰত আতাথেৰ চুপাৰ ভূৱনা সদাগৰ, শালাকাঠিয়াথেৰ চুপাৰ হৰকান্ত বৰ্মন, গোমুৰাৰ ঘণ্টৰাম তালুকদাৰ, বনিয়াকুছিৰ মণিকান্ত কঁহাৰ, কাপলাৰ দণ্ডি মহাজন, বাঘমাৰাৰ সিদ্ধেশ্বৰ পণ্ডিত আৰু ব্যাসকুছিৰ নৰেন্দ্ৰ বৰ্মাৰ নাও অতি ডাঙৰ। এওঁলোকৰ নাওৰ দীঘলে প্ৰায় ৩৫ হাত আৰু বহলে প্ৰায় ৪ হাতৰ বেছি আছিল। বাকীবিলাক নাও তুলনামূলক ভাবে সৰু

আছিল। ভূৱনা সদাগৰৰ নাও আটাইতকৈ ধুনীয়া। তেওঁৰ নাও সুন্দৰ সুন্দৰ ফুল কটা আৰু মগৰ যুক্ত আছিল। তেওঁৰ নাও গোটেই বৰপেটাৰ ভিতৰতে বেগী নাও বুলি জনাজাত। এই অঞ্চলৰ কোনো নাওৱে তেওঁৰ নাওক পিছ পেলাব নোৱাৰে। উল্লেখযোগ্য যে এবাৰ বৰপেটাৰ নখন্দাত ফেৰী জাহাজৰ লগত তেওঁ নাওখেল খেলিছিল। খেলত ফেৰী জাহাজক পিছ পেলাই ৰূপৰ শ্বিল্ড লাভ কৰিছিল। সেই সময়ত বৰপেটাৰ মহকুমাধিপতি বেণ্টিং চাহাব আছিল। তেওঁৰ নিৰ্দেশতেই এই খেল অনুষ্ঠিত হৈছিল।

এওঁলোকৰ পিছতো আন কিছুমান উৎসাহী ব্যক্তিয়ে নাও সজাইছিল। তেওঁলোক হ'ল-- আতাথেৰ চুপাৰ ৰত্নেশ্বৰ ডেকা (মহৰি), ৰমণী ভূঞা, বনমালী ভূঞা, তামুলী চুপাৰ চন্দ্ৰ কেওট, কাজিথেৰ চুপাৰ কামিনী ডেকা, অৰুণ চন্দ্ৰ ডেকা, কাতিয়াথেৰ চুপাৰ ধজো ডেকা, তাল্লাথেৰ চুপাৰ যজ্ঞু তালুকদাৰ, বহথাথেৰ চুপাৰ ৰঘু মেধি, জমথেৰ চুপাৰ চানা বুঢ়া, প্ৰাণহৰি ভড়ালী, ডাৰৰ চুপাৰ ভূৱনেশ্বৰ ভূঞা, শালাকাঠিয়াথেৰ চুপাৰ গোলক মিস্ত্ৰি, গোমূৰাৰ সূৰ্য্যমল মেধি, অমৃত মহাজন, তক্ষ কাম সেনা, কাৰাকুছিৰ ভেকুলা বুঢ়া, প্ৰাণেশ্বৰ মেধি, ৰংনাথ মেধি, নামশলাৰ সতা, গোপাল ভূঞা, মাণিক ভূঞা, আমৃখোৱাৰ যজ্ঞুৰাম বৰ্মণ, থানুৰাম বৰ্মণ (সুতৰ), যজ্ঞেশ্বৰ চৌধুৰী, দশৰথ ডেকা, চায়া ৰাম ৰায়, হাঁহিৰাম বৰ্মন, কুতি ৰাম ৰায়, ব্যাসকুছিৰ- - ৰামচৰণ তালুকদাৰ, কান্দো বৰ্মা, হেলচাৰ সিদ্ধি মণ্ডল, চানা ৰাম দাস, মিঠা ৰাম দাস। তামুলী চুপাৰ চন্দ্ৰ কেওটৰ নাওখন শ্যাম কাঠেৰে তৈয়াৰী আছিল। উল্লেখযোগ্য যে অসম চৰকাৰৰ তৰফৰ পৰা স্বাধীনতা দিৱস উপলক্ষে ১৫ আগষ্টত বৰপেটাত আয়োজিত নাও খেলত সৰ্থেবাৰী অঞ্চলৰ আমৃখোৱা গাওঁৰ যজ্ঞুৰাম বৰ্মণ, ব্যাসকুছি গাওঁৰ কান্দো বৰ্মাৰ নাওয়ে প্ৰথম স্থান লাভ কৰিছিল। এই নাও খেলৰ ফটো এতিয়াও বৰপেটাৰ আদালতত থকা বুলি জনা যায়।

**নাও বেচা-কিনা কৰা নিষেধ ঃ** সেই সময়ত নাওৰ গুৰুত্ব আৰু আকৰ্ষণ ইমানেই আছিল যে মানুহে নাও বেচা-কিনা প্ৰায়েই নকৰিছিল। নাও বিক্ৰি কৰাতো গৃহস্থৰ বাবে অশুভ বুলিও বহুতে বিশ্বাস কৰিছিল। সৰ্থেবাৰীৰ গোলক মিস্ত্ৰীৰ নাও আল্লাৰ বুকুত জহি-খহি শেষ হৈ যোৱা কথা সৌ সিদিনাৰ। তথাপিও দুই চাৰিজনৰ মাজত নাও বেচা-কিনা হৈছিল। বাঘমাৰাৰ সিদ্ধেশ্বৰ পণ্ডিতৰ নাও কাৰাকুছিৰ প্ৰাণেশ্বৰ মেধি, আমৃখোৱাৰ যজ্ঞুৰাম বৰ্মনৰ নাও কাৰাকুছিৰ ভেকুলা বুঢ়াই, ব্যাসকুছিৰ কান্দো বৰ্মণৰ নাও চেঙাৰ কোনোবা বঙালী মৌজাদাৰে কিনিছিল।

**খেলৱৈ আৰু খেল ঃ** নাও খেলৰ সময়ত নাওৰ গৰাকীসকলে অঞ্চলৰ সুদক্ষ নাও খেলুৱৈসকলক লৈ একোটা দল তৈয়াৰ কৰি লৈছিল। একোটি দলত প্ৰায় ৪০-৪৫ জন খেলুৱৈ থাকে। এই খেলুৱৈসকলে নাওৰ বিভিন্ন অংশত থাকি হাত বঠা আৰু কাঠি ব্যৱহাৰ কৰি নাও খেলে। প্ৰতিখন নাও গুৰিত কৰী আৰু গলেপাত মিলি তিনিজন, আগত কৰী আৰু গলেপাত মিলি দুজনকে খেলুৱৈ থাকে। গুৰিত থকা কেইজনক "গুৰেইলা" আৰু আগত থকা কেইজনক "আগেইলা" বোলে। এওঁলোকে কাঠি ব্যৱহাৰ কৰে। একোখন কাঠিৰ দীঘ প্ৰায় ৭ হাতৰ পৰা ৮ হাত পৰ্য্যন্ত হয়। হাত বঠাতকৈ কাঠিৰ চাবৰ শক্তি বেছি। সেয়েহে আগেইলাসকলে কাঠি মাৰি নাওৰ গতি অধিক বৃদ্ধি কৰে। নাওৰ দিশ যাতে পৰিবৰ্তন হ'ব নোৱাৰে, নাওঁ যাতে নিৰ্দিষ্ট লক্ষ্যত উপনীত হ'ব পাৰে, তাৰ প্ৰতি লক্ষ্য ৰাখি গুৰীয়ালসকলে কাঠি ব্যৱহাৰ কৰি নাও খেলে। গুৰীয়ালৰ ওপৰত নাওৰ গতি বিশেষ ভাৱে নিৰ্ভৰ কৰে। বাকী বঠাধাৰীসকলে এটা গুৰাত দুজনকৈ বহি হাত বঠা ব্যৱহাৰ কৰি নাও খেলে। এওঁলোকে ব্যৱহাৰ কৰা বঠাৰ দীঘ প্ৰায় আঢ়ৈ হাতৰ পৰা তিনি হাত পৰ্যন্ত হয়। খেলুৱৈসকলৰ বঠাৰ চাব যাতে সমানে পৰে, তেওঁলোকৰ বঠাৰ চাবৰ যাতে তাল ভংগ নহয় ইয়াৰ প্ৰতি লক্ষ্য ৰাখি প্ৰতিখন নাওৰ পাঠকসকলে গীত গায়। গীতৰ তালে তালে খেলুৱৈসকলে বঠা মাৰে আৰু নাও আগবাঢ়ি যায়। গীতৰ তীব্ৰতা বাঢ়ি যোৱাৰ লগে লগে বঠাৰ চাবো অধিক প্ৰসৰ হয় আৰু নাওৰ গতি অধিক বৃদ্ধি পায়।

**নাওখেলৰ পাঠক ঃ** সেই সময়ত সৰ্থেবাৰীত কেবাজনো বিশিষ্ট নাও খেলৰ পাঠক আছিল। তাৰ ভিতৰত আছিল-- শালাকাঠিয়াথেৰ চুপাৰ চন্দ্ৰ বৰ্মন, খ্যাতি ডেকা, কেশৱ পাঠক, আতাথেৰ চুপাৰ ৰাধা মহাৰথী, শংখে পাঠক, নামশলাৰ ৰূকমল ভূঞা আদি প্ৰধান। ইয়াৰ পিছতো সৰ্থেবাৰীৰ মহেশ্বৰ পাঠক, দংশীৰাম পাঠক নাওঁ খেলৰ পাঠক হিচাবে বিশেষ ভাৱে খ্যাতি লাভ কৰিছিল। উল্লেখযোগ্য যে-- "অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়"ৰ তৰফৰ পৰা ১৯৮৭ চনত বৰপেটাৰ তৰুণ ৰাম ফুকন ভৱনৰ ৰংগ মঞ্চত অনুষ্ঠিত নাও খেলৰ গীত প্ৰতিযোগিতাত দংশী ৰাম পাঠকক এখন ফুলাম গামোচা, এখন এৰী চাদৰ, এখন শৰাই আৰু এখন মান পত্ৰৰে বিশিষ্ট পাঠক হিচাপে অভিনন্দন জনায়। উক্ত প্ৰতিযোগিতাত ব্যাসকুছিৰ কনক পাঠকৰ দলে প্ৰথম স্থান লাভ কৰে। এওঁলোকক নগদ দুই হেজাৰ টকাৰে পুৰস্কৃত কৰে। উল্লেখযোগ্য এই প্ৰতিযোগিতাত প্ৰায় ২৮টা দলে অংশ গ্ৰহণ কৰিছিল।

১৯৮৮ চনত পূৰ্বভাৰতীয় সাংস্কৃতিক মণ্ডপৰ সৌজন্যত বিহাৰৰ জামছেদপুৰত অনুষ্ঠিত "নদীৰ গীত আৰু নৃত্যৰ অনুষ্ঠানত" অসম সঞ্চালকালয়ৰ দ্বাৰা প্ৰেৰিত ব্যাসকুছিৰ কনক পাঠক আৰু জয়চন্দ্ৰ পাঠকক পাঠক হিচাপে লৈ এটি ১১ জনীয়া নাওখেলৰ দলে অংশ লয়। অনুষ্ঠানত অংশ লোৱাৰ বাবে দলৰ প্ৰতি জনকে এক হেজাৰ কৈ টকা দিছিল। অনুষ্ঠানত প্ৰায় ১৩ খন ৰাজ্যই অংশ গ্ৰহণ কৰিছিল। এই অনুষ্ঠানত অংশ ল'বলৈ ব্যাসকুছিৰ পৰা জামছেদপুৰলৈ 'ফন্ডিং' নাও সজাই লৈ গৈছিল। উক্ত নাওখন এতিয়া ব্যাসকুছিৰ বৰ নামঘৰত





সংৰক্ষিত অৱস্থাত আছে।

নাওখেলত ব্যৱহাৰ কৰা গীত কেইটামান পাঠকসকলৰ জ্ঞাতাৰ্থে উল্লেখ কৰা হ'ল।

যেতিয়া নাওৰ গৰাকীৰ চোতালত নাও সাজি কাছি খেলুৱৈসকলে হৰিধ্বনি দি নাও খেলিবলৈ যায় তেতিয়া পাঠকসকলে গায়--

জয়ে ৰাম ও ৰাম ৰাম বলিতে
পতিতে দাকয় ৰাম পৰম, আনন্দ কৰি
কৃষ্ণে ৰূপে দৈৱকীত ভৈলা অৱতাৰ
ৰাম পৰম আনন্দ কৰি
আৰ শংখ, চক্ৰ, গদাপদ্ম কৰত তোহ্মাৰ
জয় জয়.................................
পীত বস্ত্ৰে শোভে অতি শ্যাম কলেৱৰ
ৰাম পৰম.................................
আৰ কমল লোচন চাৰু অৰুণ অধৰ
জয়ে ৰাম.................................
আৰ সুন্দৰ নাসিক কৰ্ণে মকৰ কুণ্ডল
ৰাম পৰম.................................
কণ্ঠত কৌস্তভ শিৰে কিৰীটি উজ্বল
জয়ে ৰাম.................................।

যেতিয়া নাও আহি খেলৰ ঠাই পায় আৰু নাও খেল আৰম্ভ হয়, অৰ্থাৎ নাও প্ৰথম চাতৰ পৰা আহি এৰি দিয়ে তেতিয়া পাঠকসকলে গায়--

দিহা ঃ কি দেখিলো ৰেহে কালীৰ জলতে।
পদ ঃ প্ৰথমে প্ৰণামো ব্ৰহ্মাৰূপে সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ।।

যেতিয়া নাও গৈ মাজৰ চাত অৰ্থাৎ মাজৰ অংশ পায় তেতিয়া পাঠকসকলে গায় --

হৰিৰে ৰে হে -- হৰি ৰাম ৰাম হে
এ হৰি এহে ৰাম-- হৰি ৰাম ৰাম হে
আজানু লম্বিত-- হৰি ৰাম ৰাম হে
আছিলা ব্ৰাহ্মণ-- হৰি ৰাম ৰাম হে

যেতিয়া নাও গৈ শেষ অংশ পায় তেতিয়া পাঠকসকলে গায়-

ও মোৰ ভাইকৈয়া--
হুইছ ভায়া
হুইছ ভায়া।

নাও খেলত জিকি যেতিয়া নাও ঘৰলৈ উভতি আহে তেতিয়া গায়--

এ গুৱালীনি বাই ও নন্দে ঘেৰ গৃহক
লাগি কোন পথে যায় যায়
এহি পথে যায় হৰি সেহি পথে যায়
এ গুৱালীনি বাই.........................।

নাও আহি আহি ঘাট পালে। পাঠকসকলে গায়--

ঘাটে নাও চপাই দিয়া ও বনমালি
আমি একো নাজানো অবুজ চোৱাল হে হে
ও ৰাম জয় হৰি।

নাও আহি ঘাটত লাগিল। তিৰোতাসকলে গৈ খেলুৱৈসকলক ঘৰলৈ বৰি আনে।

নাও খেলি উভতি অহাৰ পিছত নাওৰ গৰাকীয়ে সন্ধিয়া খেলুৱৈসকলক আৰু ওচৰ-চুবুৰীয়াক তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰণ কৰি নাৰিকলৰ লাৰু, খলা চাপৰি পিঠা, টেকেলী পিঠা, জলাগুৰা আদিৰে চাহ খুৱায়। আনকি কিছুমানে বছৰৰ শেষত লগ-ভাত আদিও খুৱায়। এইটোৱেই তেওঁলোকৰ মাজত মিলা-প্ৰীতি আৰু অধিক সুদৃঢ় কৰি তোলে।

সৰ্থেবাৰীত এই ঐতিহ্যপূৰ্ণ নাওখেল আজি দেখিবলৈ নোপোৱা হ'ল। ৰাস্তা-ঘাটৰ উন্নতি হ'ল, আগৰ নাও খেলাৰ ঠাইত এতিয়া বজাৰ হ'ল, আগৰ দৰে বানপানীও নোহোৱা হ'ল আৰু নাও খেলো বিলুপ্ত হ'ল। প্ৰাকৃতিক কাৰণত বিলুপ্ত নাও খেলক পুনৰ উদ্ধাৰৰ বাবে অসম সাংস্কৃতিক সঞ্চালকালয়ে চেষ্টা চলাই আছে। এই চেষ্টা প্ৰশংসনীয়। সঞ্চালকালয়ৰ তৰফৰ পৰা ১৯৮৭ চনত বৰপেটাৰ তৰুণৰাম ফুকন ভৱনত নাওখেলৰ গীত প্ৰতিযোগিতা পাতি সেইবোৰ কেছেট যোগে সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰিছিল। আশা ৰাখিছো ভৱিষ্যতেও এনে সংৰক্ষণৰ আঁচনি হাতত লব আৰু সৰ্থেবাৰীৰ ঐতিহ্যপূৰ্ণ নাও খেলক পুনৰ উদ্ধাৰৰ বাবে প্ৰচেষ্টা চলাব।●



# সৰ্থেবাৰীৰ কাঁহ শিল্প আৰু কঁহাৰ শিল্পীসকল

*ধৰণীধৰ ডেকা (কঁহাৰ)*

এইবাৰ সৰ্থেবাৰীৰ ভাৰতী অধ্যয়ন চক্ৰৰ আমন্ত্ৰণক্ৰমে, অসমৰ সাহিত্য সভাৰ সৰ্ববৃহৎ ৬১ তম অধিবেশন সৰ্থেবাৰীত অনুষ্ঠিত হ'ব। ই বৰ গৌৰৱ, আৰু সৌভাগ্যৰ কথা।

—অসমৰ মহত্ব পূৰ্ণ সাহিত্য সভাখন আহ্বান কৰিবলৈ যোৱাটো ভাৰতী অধ্যয়ন চক্ৰৰ দুঃসাহসৰ কথা। তথাপি শুভ কাৰ্য্য কৰিবলৈ একাগ্ৰতা, নিষ্ঠা, চেষ্টা আৰু সৎ ইচ্ছাৰে কৰ্মত প্ৰবৃত্ত হ'লে কোনো কাম সাফল্য মণ্ডিত নোহোৱাকৈ নাথাকে। "অসমৰ বিখ্যাত কাঁহ শিল্প নগৰী, সৰ্থেবাৰীত ভাষা জননীৰ সেৱকসকলৰ পদাৰ্পণ আৰু সমাবেশ ঘটিব।" এইটো এটা শিল্পী আৰু সাহিত্যিকসকলৰ মণিকাঞ্চণৰ সংযোগ বুলি ক'ব পাৰি।

"এফালে কাঁহ শিল্পীসকলৰ হাতুৰীৰ থুংথাং খছখছনি, আৰু কবিসকলৰ কবিতাৰ মধুৰ গুঞ্জণ।" সকলো মিলি কিবা এটি গুৰুত্বপূৰ্ণ তাৎপৰ্য্যৰ কথা হ'ব বুলি আশা কৰিব পাৰি।

সাহিত্যিক অবিহনে সাহিত্যৰ মৰণ। আকৌ শিল্পী নহ'লে শিল্পৰ মৰণ। এইটো একেবাৰে ধ্ৰুৱ সত্য কথা। কলা, কৃষ্টি, সংস্কৃতি, সংহতি এটা জাতিৰ পৰিচয়। সাহিত্যিকসকল হ'ল ভাষা এটাৰ কৰ্ণধাৰ। অসমীয়া ভাষাৰ কৰ্ণধাৰ সকলে, অসমীয়া ভাষাটোৰ সৰ্বাংগীণ উন্নতি কৰাৰ পৰিপ্ৰেক্ষিতত, অসমৰ বিভিন্ন ঠাইত সাহিত্য সভা পাতি, অশিক্ষিত ৰাইজৰ মাজত শিক্ষাদান, শিক্ষাবিস্তাৰ কৰি মহৎ কাৰ্য্য সম্পাদন কৰে। শিক্ষাৰ পোহৰ নোপোৱা মানুহৰ মাজত শিক্ষা আৰু জ্ঞানৰ বন্তি জ্বলাই উদ্ভাসিত কৰি অজ্ঞান আন্ধাৰ দূৰ কৰাটো, সাহিত্যিকসকলৰ এটি গুৰুত্বপূৰ্ণ দিশ। বৰ সৌভাগ্যৰ কথা যে সৰ্থেবাৰীৰ কঁহাৰ শিল্পীসকলৰ আৰু সাহিত্যিকসকলৰ মাজত দেখা সাক্ষাৎ আৰু সংযোগ হ'ব।

মহান সাহিত্যিকসকলৰ অক্লান্ত পৰিশ্ৰম আৰু যত্নৰ ফলত অসমীয়া ভাষা আৰু আন থলুৱা ভাষাৰ উন্নতি সাধন হৈছে। কিন্তু অসমৰ হস্ত শিল্পৰ অৱনতি দেখিলে এটি পুতৌলগা ভাব আহি পৰে।

মই অসমৰ কাঁহ শিল্পৰ কথা কৈছোঁ। অতীততে অসমৰ ৰহা, তিতাবৰ আৰু সৰ্থেবাৰী এই তিনি ঠাইতে কাঁহ শিল্পৰ কঁহাৰসকল আছিল। কিন্তু, দুৰ্ভাগ্য বশতঃ আজি ৰহাৰ শিল্পীসকল নাই। আৰু ৰহাৰ ৰহেলী- বাটি-হাতী খুজীয়া বাটিও দেখা পাবলৈ নাই।

তিতাবৰৰ তিতাবৰীয়া লোটা আৰু বাটিৰ বিলুপ্তি ঘটিছে। তাৰ শিল্পী সকলৰো পৰিচয় পাবলৈ নাই। বৰ্তমান সৰ্থেবাৰীতে কঁহাৰ শিল্পীসকলে, কাঁহ শিল্পটো, কথমপি জীয়াই ৰাখিছে, অসমীয়া মানুহৰ অতি আদৰৰ ঘৰ শুৱনি বস্তু হ'ল কাঁহৰ বাটি, কাঁহী, লোটা, বঁটা ইত্যাদি। অসমীয়া মানুহৰ ঘৰত, উপৰিউক্ত বস্তুবিলাক নেথাকিলে ঘৰৰ শোভা বৰ্দ্ধন নকৰে, মান সন্মান ইজ্জত নেথাকে। নাম ঘৰত বা মানুহৰ ঘৰত নাম কীৰ্ত্তন কৰিব লাগিলে ভোৰতাল এজোৰ নহলেযে নহয়। তদুপৰি বিহু নৃত্য গীতত, তাল জোৰ হ'ল অপৰিহাৰ্য্য অংগ।"

"অসমৰ এনেহেন এটি আপুৰুগীয়া কাঁহ শিল্প সৰ্থেবাৰীৰ পৰাও বিলুপ্তিৰ পথত আগবাঢ়ি গৈ আছে।" অথচ তাৰ প্ৰতিকাৰ কৰিবলৈ কোনো মানুহে চিন্তা নকৰে। সেই কথা সাহিত্যিকসকলে স্বচক্ষে দেখিবলৈ পাব।

কঁহাৰ শিল্পীসকলৰ দুৰৱস্থাৰ বুজ ল'ব পাৰিব। শিল্পী, অবিহনে শিল্পৰ মৰণ। শিল্পীৰ কিয় মৰণ হয়। সেই কথাও সাহিত্যিকসকলে চিন্তা কৰি চাব পাৰিব। সৰ্থেবাৰীত শিল্পীসকলৰ কি সৌভাগ্য যে, অসমৰ মহান সাহিত্যিক আৰু গুণী-জ্ঞানী পণ্ডিতসকল সৰ্থেবাৰীত পদাৰ্পণ কৰি সৰ্থেবাৰীৰ ঐতিহ্য মণ্ডিত কাঁহ শিল্পটোৰ কিয় এনে অধঃপতন হ'ল সেই বিষয়ে বিজ্ঞান সন্মত আলোচনা-বিলোচনা কৰি ছালি-জাৰি চাই, কিবা এটি সূত্ৰ আৱিষ্কাৰ কৰিব। নহ'লে অদূৰ ভৱিষ্যতে ৰহা আৰু তিতাবৰৰ নিছিনা, সৰ্থেবাৰীৰ পৰাও কাঁহ শিল্পটো কালৰ বুকুত চিৰদিনৰ কাৰণে নিচিহ্ন হৈ নাযাব তাৰ কোনো মানে নাই।

বহুদিন আগৰ পৰাই সৰ্থেবাৰীত কঁহাৰ সংঘ নামৰ এখন সমবায় সমিতি আছে, এই অনুষ্ঠানে কঁহাৰসকলক যাবতীয় কেঁচা মালৰ যোগান ধৰে। আৰু উৎপাদিত বস্তুখিনি সংঘৰ ব্ৰাঞ্চ দোকান বিলাকৰ জৰিয়তে বজাৰত বিক্ৰী কৰে। কিন্তু, উপযুক্ত মূলধন নোহোৱাৰ কাৰণে সময়মতে কঁহাৰসকলক কেঁচা মালৰ যোগান ধৰিব নোৱাৰে। ফলত কঁহাৰসকলে কৰ্মহীন হৈ, বহি থাকিবলৈ বাধ্য হয়। সেই হেতুকে কঁহাৰসকলে এটা নিৰুপায় অৱস্থাত পৰি, জীৱন নিৰ্বাহ কৰা কঠিন হৈ পৰে। আৰু অন্য কোনো বেলেগ বেপাৰ বাণিজ্যত





হাত দিব লগা হয়। গতিকে কঁহাৰ শিল্পী দিনক দিনে কমি আহিছে। আমাৰ অসম চৰকাৰে কিছুধন দি সহায় কৰিছে যদিও সেই ধন পৰ্যাপ্ত পৰিমাণৰ নহয়। কাৰণ যি অনুষ্ঠানত প্ৰায় কোটি টকাৰ দৰ্কাৰ, তাৰ ঠাইত দুই-তিনি লাখ টকা একো নহয় বুলি ক'ব পাৰি।

সৰ্থেবাৰীত সুদক্ষ সুনিপূণ শিল্পীৰ অভাৱ নাই। প্ৰাচীন কালৰ পৰাই সৰ্থেবাৰীত বিখ্যাত কঁহাৰ শিল্পী আছিল। বৰ্তমানেও নোহোৱা নহয়। তাৰ প্ৰমাণ ইতিহাস প্ৰসিদ্ধ ভাৰত সম্ৰাট হৰ্ষবৰ্দ্ধনলৈ কামৰূপৰ ৰজা ভাস্কৰ বৰ্মনে, দিয়া প্ৰীতি উপহাৰৰ ভিতৰত কাংস পাত্ৰৰ উল্লেখ। কথিত মতে এজোৰ প্ৰকাণ্ড ভোৰতালও আছিল। এনে ডাঙৰ তাল গঢ়া শিল্পী এতিয়াও সৰ্থেবাৰীত আছে। কামাখ্যা দেৱীৰ মন্দিৰৰ পিতলৰ বাটচ'ৰাটো, কঁহাৰসকলে সাঁজি দিছিল হেনো। এতিয়াও কামখ্যালৈ গলে সেই ঘৰটো দেখিবলৈ পোৱা যায়।

সৰ্থেবাৰীৰ জীউধন কঁহাৰে বাঘ তাল এজোৰ আহোম ৰজা স্বৰ্গদেৱ শিৱসিংহক দিছিল। ৰজা শিৱ সিংহই সেই অদ্ভুত তাল জোৰ দেখি বৰ সন্তুষ্ট হৈ জীউধন কঁহাৰক ভূয়সী প্ৰশংসা কৰি কঁহাৰ চৌধুৰী উপাধি আৰু নিস্কৰ মাটি-বাৰী দিয়া, এখন তামৰ ফলি দিছিল। আজিও জীউধন কঁহাৰৰ বংশৰ মানুহে চৌধুৰী উপাধি নামৰ পাছত লিখে। শিল্পী সম্ৰাট পুষ্প কঁহাৰৰ জাত কাঁহী, আজিও লণ্ডনৰ মিউজিয়ামত, শিল্পীৰ শিল্প কলাৰ প্ৰতিভাৰ স্বাক্ষৰ প্ৰদৰ্শন কৰি আছে বুলি জনা যায়।

বৰ্তমান সত্তৰ আশী দশকৰ ভিতৰত মৃত হৰেশ্বৰ আৰু জীৱিত ভগৱান ডেকা হস্ত শিল্পৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ পাইছে। তদুপৰি চল্লিশৰ পৰা সত্তৰ দশকৰ ভিতৰত মৃত পঞ্চানন ডেকা, হলধৰ তামুলী, নামশলাৰ ধনেশ্বৰ (গেৰা) ভূঞা আৰু জীৱিত ধৰণীধৰ ডেকা প্ৰমুখ্যে হস্ত শিল্পৰ বাবে বহুত ঠাইৰ পৰা সোণ-ৰূপৰ পুৰস্কাৰ সৰ্থেবাৰীলৈ কঢ়িয়াই আনিবলৈ সক্ষম হৈছিল।

শিল্পী মাত্ৰেই আপোন-পাহৰা। তেওঁলোকে কলিজাৰ তেজ ক্ষয় কৰি, কঠোৰ পৰিশ্ৰমৰ মাজেৰে কালজয়ী শিল্প গঢ়ে। কিন্তু তাৰ পৰিবৰ্তে শিল্পীয়ে পায় মৃত্যুদণ্ড বা এষাৰ ভালৰি সূচক ধন্যবাদ বাণী। তাৰ উদাহৰণ বুৰঞ্জীৰ পাতত বহুতো পোৱা যায়।

শিল্পীয়ে শিল্প কৰ্মত ব্যস্ত থাকি, শিল্পত নানা ৰূপ দিবলৈ পাৰে। কিন্তু নিজৰ জীৱনৰ সুখ স্বাচ্ছন্দ্যৰ কথা, বা লাভ লোকচানৰ কথা, নাইবা শিল্পটোৰ উন্নতি অৱনতিৰ কথা, ভাবিব নোৱাৰে বা নেভাৱে। গতিকে অসমৰ ৰাইজ তথা সাহিত্যিক গুণী-জ্ঞানীসকলে এই মৰণমুখী কাঁহ শিল্পটো জীয়াই থকাৰ কিবা এটি ব্যৱস্থা নকৰিলে, অদূৰ ভৱিষ্যতে সৰ্থেবাৰীৰ পৰাও কাঁহ শিল্পটোৰ বিলুপ্তি ঘটিব। অসমৰ গৌৰৱময় কাঁহ শিল্পটো কালৰ বুকুত হেৰাই যাব। ●

---

*অসম সাহিত্য সভা সাহিত্যপ্ৰেমীৰ এক বিশাল অনুষ্ঠান। পৃথিৱীৰ আন দেশততো বেলেগেই, ভাৰতৰ আন কোনো ৰাজ্যতো এনে বিশাল অনুষ্ঠান নাই। জনামতে পৃথিৱীৰ অন্য উন্নত দেশত আমাৰ সাহিত্য সভাৰ দৰে অনুষ্ঠানেই নাই। সাহিত্যৰ সংকট হ'লে কেতিয়াবা সেইবোৰ দেশৰ কেইজনমান বিখ্যাত লিখকে এক সিদ্ধান্তলৈ আহি সাহিত্য-আলোচনীৰ যোগেদি সেই বিষয়ৰ ব্যাপক আলোচনা-পৰ্য্যালোচনাত নিজক ব্ৰতী কৰে। .... আমাৰ সাহিত্য সভাৰ কামটো সেইবোৰ দেশৰ সাহিত্য-আলোচনীৰ দ্বাৰা সম্পন্ন কৰা হয়। অসম সাহিত্য সভাক এক নতুন চৰিত্ৰ আৰু দৰ্শন দান কৰিবৰ বাবেও কেইজনমান বিচক্ষণ আৰু সহৃদয় সমালোচকৰ প্ৰয়োজন। আধুনিক চিন্তাৰ লগত গতি কৰিব নোৱাৰিলে আধুনিক সাহিত্যৰ জীৱনীশক্তি নিঃশেষ নোহোৱাকৈ নাথাকিব। অসমীয়া ভাষা-সাহিত্যৰ গভীৰ সংকট কালত মহৎ ভূমিকা গ্ৰহণ কৰা সাহিত্য সভা আজিৰ দ্ৰুত পৰিবৰ্তিত পটভূমিত কি ব্ৰতত ব্ৰতী হ'ব লাগিব, সেই কথা দ্ব্যৰ্থহীনভাৱে প্ৰকাশ কৰিবৰ বাবে সাহিত্য সভাৰ প্ৰতি শ্ৰদ্ধাশীল দুজনমান সাহিত্যপ্ৰাণ, বিচক্ষণ আৰু সত্যবাদী সমালোচকৰ প্ৰয়োজন অতি বেছি।*

চন্দ্ৰপ্ৰসাদ শইকীয়া

---

# শিল্পীৰ গৌৰৱ

***বনমালী ডেকা (কঁহাৰ)***

অসমীয়া ভাষা সাহিত্যৰ একনিষ্ঠ সেৱকসকলে অসম সাহিত্য সভাৰ একষষ্ঠিতম অধিবেশনখন কাঁহ শিল্প নগৰ সৰ্থেবাৰীত পাতিবলৈ সিদ্ধান্ত কৰাত সৰ্থেবাৰীৰ কাঁহ শিল্পী (কঁহাৰ) সকলে অনুপম আনন্দ উপলব্ধি কৰে। কঁহাৰসকলে ধনৰ দুখীয়া হ'লেও মনৰ দুখীয়া নহয়। তেওঁলোক স্ৰষ্টা। স্ৰষ্টাৰ আনন্দ সৃষ্টিত। সাহিত্যিক আৰু সাহিত্যসেৱীসকলো স্ৰষ্টা। তেওঁলোকে সৃষ্টি কৰ্মৰদ্বাৰা নিজে যেনেকৈ ভাল পায় ঠিক তেনেদৰে জগতৰ পৰিবৰ্তন সাধন কৰিব পাৰে। ভাষা জননীৰ সেৱকসকলৰ পদৰেণু পৰি সৰ্থেবাৰী মহামিলনৰ তীৰ্থক্ষেত্ৰত পৰিণত হ'ব। তেখেতসকলক আমি কঁহাৰসকলেও সেৱা কৰিব পাৰিম, তেখেতসকলৰ সুপৰামৰ্শ আমাৰ শিল্পটোৰ প্ৰগতিৰ পাথেয় হ'ব এই কথা ভাৱি ভাৱি আমি অনিৰ্বাচনীয় আনন্দত নিমজ্জিত হৈছোঁ। অসম সমবায় কঁহাৰ সংঘৰ পৰা আমি এসাজ ভাত দিবলৈ সিদ্ধান্ত কৰি আমি ধন্য হম বুলি ভাবিছোঁ।

বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰ পৰাই কাঁহ শিল্পৰ প্ৰচলন আছিল। বৈদিক যুগতো কাঁহৰ বাচনে যথেষ্ট সমাদৰ লাভ কৰিছিল।

কেবাশ বছৰ পূৰ্বৰ পৰাই সৰ্থেবাৰীৰ কাঁহৰ বাছনে সকলোৰে পৰা সমাদৃত হৈ আহিছিল। মানুহৰ দৈনন্দিন কাম কাজত ইয়াৰ ব্যৱহাৰৰ উপৰিও পূজা পাতল আৰু উপহাৰ হিচাবেও কাঁহৰ বাছনৰ প্ৰচলন হৈ আছে। সপ্তম শতিকাত কামৰূপৰ ৰজা ভাস্কৰ বৰ্মাই উত্তৰ ভাৰতৰ ৰজা হৰ্ষবৰ্দ্ধনলৈ বন্ধুত্বৰ চিনস্বৰূপে সৰ্থেবাৰীত তৈয়াৰ কৰা কাঁহৰ ভোৰতাল উপহাৰ দিয়া বুলি শুনা যায়। সেই মনোমোহা কাঁহৰ তাল সৰ্থেবাৰীৰ কোন কঁহাৰৰ সৃষ্টি আছিল তাক আজিও জানিব পৰা নগলেও সেই অজ্ঞাত কঁহাৰ শিল্পীয়ে কিন্তু সৰ্থেবাৰীৰ কঁহাৰলৈ নিশ্চয় গৌৰৱ কঢ়িয়াই আনিছিল।

আহোম যুগত ১৬০০ শতিকাত এবাৰ সৰ্থেবাৰীৰ জীউধন কঁহাৰ নামৰ কঁহাৰ এজনে কাঠৰ এটি বাঘ তৈয়াৰ কৰি তাৰ ভিতৰত তেওঁ নিজে তৈয়াৰ কৰা ভোৰতাল এজোৰ এনেদৰে সজাই থৈছিল যে বাঘটো লৰাই দিলেই বাঘৰ ভিতৰত থকা ভোৰতাল জোৰ বাজি উঠে আৰু সেই তালৰ শব্দটো বাঘৰ চিঞৰ যেন শুনা হৈছিল। সেই বাঘটো স্বৰ্গদেউ শিৱ সিংহক উপহাৰ দিছিল। জীউধন কঁহাৰৰ এনে সুন্দৰ কামত স্বৰ্গদেউ শিৱসিংহ মোহিত হৈ তেওঁক তাম্ৰপত্ৰ, এশ বিঘা নিস্কৰ মাটি দানৰ লগতে 'চৌধুৰী' খিতাপ দিছিল। ই কঁহাৰৰ বাবে কম কৃতিত্ব তথা গৌৰৱৰ কথা নহয়। জীউধন কঁহাৰৰ বংশধৰসকল এতিয়াও সৰ্থেবাৰীত আছে, সেই মান, মাটি আজিও ভোগ কৰি আছে।

১৮৯৩ চনত মহাৰাণী ভিক্টোৰিয়াৰ ৰাজত্বৰ কালছোৱাত লণ্ডনত এবাৰ এখন বৰ ডাঙৰ হস্ত শিল্পজাত বস্তুৰ প্ৰদৰ্শনী হৈছিল। বৃটিছৰ অধীনৰ সকলো দেশৰ পৰা সুনিপুণ শিল্পীয়ে তৈয়াৰ কৰা নানা ধৰণৰ জাকত-জিলিকা সামগ্ৰী সেই প্ৰদৰ্শনীত দেখুৱা হৈছিল। উক্ত প্ৰদৰ্শনীলৈ সৰ্থেবাৰীৰ পুষ্পৰাম কঁহাৰে তৈয়াৰ কৰা এখন অতি সুন্দৰ জাত কাঁহী দিছিল। জাত কাঁহীখনৰ তিনিটা খুৰা, এটা বেৰ আৰু বেৰটোৰ ওপৰত এখন কাঁহৰ কাহী। কাঁহীখনৰ কাষত কাঁহেৰে নিৰ্মিত চাৰিটা ভাটৌ চৰাই আছিল। চৰাইৰ ওপৰত কাঁহৰ বাতি। সেই বাতিবোৰত পানী, তামোল-পাণ, খৰিকা আদি ৰাখিব পৰা হৈছিল।

১৮৯৪ চনত কঁহাৰসকলে ইংৰাজৰ বিৰুদ্ধে ৰাইজমেল পাতিছিল মাটিৰ বৰ্দ্ধিত খাজনা দিয়াৰ বিৰোধিতা কৰি। চৰকাৰক মৌজাদাৰ আদি কোনোৱে খাজনা নিদিয়াত চৰকাৰে পুলিছ-চিপাহীৰে আন্দোলনকাৰীসকলক ধৰি নিয়ে। পিছত বিচাৰ কৰি কিছুমান কঁহাৰক মুক্তি দিয়ে যদিও তাৰ মুখ্য হিচাপে পুষ্পৰাম. কঁহাৰক জেল দিয়ে। আগৰ দিনত এটা কথা আছিল যে জেলৰ কয়দিসকলে কি কাম কৰিব পাৰে সুধিছিল। পুষ্পৰাম কঁহাৰে উত্তৰত কৈছিল কাঁহৰ বাচন তৈয়াৰ কৰিম বুলি আৰু সেয়েহে তেওঁক হাতিয়াৰ, কাঁহ, এঙাৰ আদি আনি দিয়ে তাৰপাছত তেওঁ জেলৰ ভিতৰত সুন্দৰ আকৰ্ষণীয় জেল কাঁহী জেল বাতি থোক তামোল, জাৰি লোটা আৰু বিভিন্ন ধৰণৰ বাচন-বৰ্ত্তন তৈয়াৰ কৰে। চৰকাৰে তেওঁৰ কামত সন্তুষ্ট হৈ কাৰাবাসৰ দিন শেষ নোহোৱাতে তেওঁক মুক্তি দিয়ে। কৰ্মৰ গুণতে তেওঁ সোনকালে মুক্তি লাভ কৰে আৰু সৰ্থেবাৰীৰ কঁহাৰসকলৰ লগত মিলি-জুলি চলি থাকে। ১৯৬৪ চনত সৰ্থেবাৰীৰেই কৃতী কঁহাৰ শিল্পী ˚হৰেশ্বৰ ডেকাই পোন প্ৰথমে কঁহাৰ শিল্পী হিচাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। তেওঁৰ তৈয়াৰী নাগফেটী বঁটা, ৫ কিলো ওজনৰ বঁটা আৰু মনোমোহা কাঁহৰ বঁটা আদিৰে তেওঁৰ কৃতিত্ব দেখুৱালে। ১৯৮৪ চনত সৰ্থেবাৰীৰেই কৃতী কঁহাৰ শিল্পী শ্ৰীভগৱান ডেকাই দ্বিতীয় বাৰলৈ ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। তেওঁৰ তৈয়াৰী জাত কাঁহী অপূৰ্ব সৃষ্টি। এইসকল সুদক্ষ কঁহাৰ শিল্পী আমাৰ গৌৰৱৰ থল। তেওঁলোকক লৈ আমি গৌৰৱ বোধ কৰোঁ। সৰ্থেবাৰীৰ কঁহাৰ শিল্পী শ্ৰীধৰণীধৰ ডেকা, ˚হলধৰ তামুলী, ˚ধনেশ্বৰ বৰ্মণ, এওঁলোক একোজন বিশিষ্ট শিল্পী হিচাবে অসম চৰকাৰৰ পুৰস্কাৰ লাভ কৰে। ১৯৯১ চনত সৰ্থেবাৰীৰ বিশিষ্ট শিল্পী শ্ৰীকল্পনাথ ভূঞাই অসম চৰকাৰৰ হস্ত শিল্পৰ নিপুণ কাৰিকৰিতাৰ বাবে বিশেষ দক্ষতাৰ স্বীকৃতি পত্ৰ পায়। এইসকল ব্যক্তি নিজে সন্মানিত হোৱাৰ উপৰিও সমগ্ৰ কাঁহ শিল্পৰ লগতে সৰ্থেবাৰীলৈও সন্মান কঢ়িয়াই আনিছে।

সৰ্থেবাৰীৰ বৰ্ত্তমান কঁহাৰসকলে ১৪৮ বিধ কাঁহৰ বাচন তৈয়াৰ কৰি আছে। এই কাঁহৰ বাচনবোৰ ভাৰতবৰ্ষৰ উপৰিও ভূটান, নেপাল, তিব্বত আদিত বিক্ৰী কৰা হয়। দফলা কাঁহী বাতি তৈয়াৰ কৰাত বহুত কষ্ট হয়। এই বাছনবোৰ অকা দফলা মিচিমিসকলে সৰ্থেবাৰীৰ পৰা আমদানি কৰে আৰু ইয়াৰ পৰা লৈ তেওঁলোকে অৰুণাচল, ইটানগৰ আদিত বিক্ৰী কৰে।

সৰ্থেবাৰীৰ কাঁহৰসকলে হস্তশিল্প চৰকাৰৰ ফালৰ পৰা দিল্লী, বোম্বাই আদি নগৰত প্ৰদৰ্শন কৰে। সৰ্থেবাৰীত তৈয়াৰী বাচন আমেৰিকা, ৰাছিয়া আদিৰ লোকক দেখুৱাবৰ কাৰণে ৰাখি থয়। সৰ্থেবাৰীত তৈয়াৰী বাতি, কাঁহী, বঁটা পুৰণা হ'লে সেই মাল নানা ধৰণৰ বেপাৰী আহি দিল্লীত ৰাখি বহুত ঠাইত বিক্ৰী কৰি যথেষ্ট ধন ঘটে। সৰ্থেবাৰীত যে কাঁহৰ বাচন তৈয়াৰ হয় ই পৃথিৱীৰ সকলো ঠাইৰ মানুহে জানে। ইও এটা গৌৰৱৰ কথা। এতিয়াও প্ৰকৃত শিল্পী কঁহাৰ জীয়াই আছে। কঁহাৰ হিচাবে জীৱিকা নিৰ্বাহ কৰি শ্ৰীভগৱান ডেকা, শ্ৰীকল্পনাথ ভূঞা, শ্ৰীচন্দ্ৰ তালুকদাৰ, শ্ৰীকনক তামুলী, শ্ৰীকৃষ্ণ তামুলী শ্ৰীদ্বিজেন ভূঞা, শ্ৰীকমলা চৌধুৰী, শ্ৰীঅৰুণ তামুলী, শ্ৰীঅচ্যুত ডেকা প্ৰমুখ্যে বৰকঁহাৰ সকল আজিও সৃষ্টি কৰ্মত ৰত আছে।

বৰকঁহাৰ শ্ৰীভগৱান ডেকা (ৰাষ্ট্ৰীয় পুৰস্কাৰ প্ৰাপ্ত) একষষ্ঠিতম সৰ্থেবাৰী অধিবেশনৰ আদৰণী সমিতিৰ উপসভাপতি।

কাঁহ শিল্পৰ উজ্জ্বল ভৱিষ্যতৰ লগতে আমি ৬১ তম সৰ্থেবাৰী অধিবেশনৰ সফলতা কামনা কৰিলোঁ।●

*আমি যদি সময়ৰ লগত খোজ মিলাব লাগে, তেন্তে বিজ্ঞান, প্ৰযুক্তি বিজ্ঞান আৰু অৰ্থনীতি সংক্ৰান্ত বিষয়ত সৰহ সংখ্যক লোকক জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব লাগিব। সম্প্ৰতি বিজ্ঞানৰ বা প্ৰযুক্তি বিজ্ঞানৰ কিতাপ-পত্ৰ ৰচনাৰ বেলিকা একক ভাৱে কোনো কোনোৱে চেষ্টা কৰিছে আৰু তাৰ বাবে সেই সকল শলাগৰ পাত্ৰ। কিন্তু এই গুৰুভাৰ ল'বলৈ অধিক প্ৰণালীবদ্ধ, দীৰ্ঘম্যাদী আৰু ব্যাপক পৰিকল্পনাৰ প্ৰয়োজন। নিম্ন শ্ৰেণীৰ পৰা উচ্চ শ্ৰেণীলৈকে স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীৰ কামত অহাকৈ, সৰ্বসাধাৰণ লোকৰ ব্যৱহাৰিক জীৱনত কামত অহাকৈ আৰু বিজ্ঞান, প্ৰযুক্তি বিজ্ঞানৰ উচ্চতৰ পৰ্যায়ৰ সকলো কথা অসমীয়াতে যুগুতাবলৈ অসম সাহিত্য সভা, অসম চৰকাৰ, অসম বিজ্ঞান সমিতি, অসমৰ বিশ্ববিদ্যালয় কেইখন আৰু অভিযান্ত্ৰিক মহাবিদ্যালয় কেইখনৰ সমূহীয়া উদ্যম এটাৰ প্ৰয়োজন।*

কীৰ্ত্তিনাথ হাজৰিকা, হাইলাকান্দি, ১৯৮৮।

# কাঁহ শিল্পী আৰু সংঘ

*সুৰেন্দ্ৰ নাথ ডেকা*

১৯০৪ খৃষ্টাব্দৰ ২৫ মাৰ্চত ভাৰত চৰকাৰে সমবায় আইন গ্ৰহণ কৰাৰ লগে লগে অসমতো সমবায় আন্দোলনে গা কৰি উঠে। কিন্তু এই সমবায় আন্দোলন প্ৰথমতে অসমত ক'ত কেনেকৈ আৰম্ভ হৈছিল সেইটো সঠিকভাৱে জনা নাযায়। তথাপি ইয়াৰ কিছুবছৰ পিচত যে সৰ্থেবাৰীত সমবায় আন্দোলন প্ৰবল হৈ উঠিছিল সেইটো কোনোৱে অস্বীকাৰ কৰিব নোৱাৰে। সৰ্থেবাৰী অঞ্চলৰ কঁহাৰ শিল্পীসকলে অসম 'সমবায় কঁহাৰ সংঘ' জন্ম হোৱাৰ আগলৈকে অনা অসমীয়া মহাজনসকলৰ অধীনত কাঁহৰ বাচন গঢ়াৰ লাগিছিল। প্ৰাপ্য গঢ়ণিৰ লাভৰ পৰা কঁহাৰ শিল্পীসকল বঞ্চিত হৈছিল। তথাপিও এনেধৰণে শোষিত হৈ জীয়াই থকাৰ স্পৃহাত জীয়াতু ভোগ কৰিও কঁহাৰসকলে নিৰ্বিবাদে মহাজনসকলৰ নিৰ্দেশত বাচন গঢ়াৰ লগাত পৰিছিল। মহাজনসকলে নিজৰ খুচিমতে বাচনৰ গঢ়নি কঁহাৰ সকলক দিছিল। কোনোবাই আপত্তি দৰ্শালে তেওঁক নানা অজুহাত দেখুৱাই কোনো ধৰণৰ বাচন গঢ়াৰ দিয়া হোৱা নাছিল। ফলস্বৰূপে কঁহাৰ শিল্পীসকলে অৰ্থনৈতিকভাৱে পিচপৰি আছিল। এনে অৱস্থাত দাৰ্শনিক পণ্ডিত ˚কোহিৰাম দাসদেৱৰ অন্তৰে কঁহাৰ শিল্পীসকলৰ দুৰ্দশা দেখি হাহাকাৰ কৰি উঠে। এই অৱস্থাৰ পৰা কঁহাৰসকলৰ আৰ্থিক অৱস্থা উন্নত কৰাৰ কাৰণে তেওঁ উঠিপৰি লাগে। নানা ঘাত-প্ৰতিঘাটৰ মাজেৰে কঁহাৰ শিল্পীসকলক একত্ৰিত কৰি ১৯৩৩ চনতেই 'অসম সমবায় কঁহাৰ সংঘৰ' জন্ম দিয়ে। তাৰপিচত সংঘটো ১৯৩৯ চনৰ ৮ আগষ্ট তাৰিখে পঞ্জীয়নভুক্ত কৰি এটা নতুন দিশলৈকে আগবঢ়াই নিয়ে।

পঞ্জীয়নভুক্ত হোৱাৰ পিচত সংঘই কেঁচমালৰ যোগান আৰু ব্যৱসায় সম্প্ৰসাৰণৰ হেতু অসমৰ বিভিন্ন প্ৰান্তত শাখা খুলিলে। শাখাবোৰে কিছুপৰিমাণে হলেও ভগা কাঁহ প্ৰধান কাৰ্যালয়লৈ যোগান ধৰিলে। কিন্তু যি আশা আৰু উদ্দেশ্যাত শাখাবোৰ খোলা হ'ল সেই আশা আৰু উদ্দেশ্য শাখাসমূহে ঠিকমতে কৰিব নোৱাৰিলে।

ভগা কাঁহ শিল্পীসকলৰ বাচন গঢ়োৱাৰ অন্যতম আৱশ্যকীয় সামগ্ৰী। ভগা কাঁহৰ অভাৱত মাটিহীন শিল্পীসকলে বছৰটোৰ বেছিভাগ সময় কৰ্মহীন হৈ থাকিবলগীয়া হোৱাটো বৰ পৰিতাপৰ কথা। কৰ্মহীন হোৱাৰ প্ৰধান কাৰণ হৈছে এই যে কঁহাৰসকলে ভগা কাঁহ আহৰণ কৰে স্থানীয়ভাৱে। অসমৰ বাহিৰৰ পৰা আংশিক ভাৱেহে ভগা কাঁহ পোৱা যায়। বৰ্তমান শিল্পটো বৰ্তি আছে স্থানীয়ভাৱে অসমত পোৱা ভগা কাঁহৰ ওপৰত নিৰ্ভৰ কৰিহে। অদূৰ ভৱিষ্যতে ভগা কাঁহ যে হ্ৰাস হৈ একেবাৰে নাইকিয়া হৈ যাব পাৰে আৰু শিল্পটো ধ্বংস হৈ যাব পাৰে যদিহে ভগা কাঁহ যোগানৰ আন ব্যৱস্থা কৰা নহয়। তাৰবাবে সমবায়ে বিশেষভাৱে মনযোগ দিব লাগিব। ভগা কাঁহৰ অভাৱ দূৰ কৰাৰ হেতু অসম সমবায় কঁহাৰ সংঘই সুলভ মূল্যত ৰাং আৰু তামৰ যোগান নিয়মিতভাৱে ধৰাৰ বাবে চৰকাৰৰ লগত যোগাযোগ কৰিব লাগিব। তেতিয়াহে কঁহাৰ শিল্পী আৰু সংঘৰ উদ্দেশ্য ফলৱতী হ'ব বুলি আশা কৰিব পৰা যায়।

এই শিল্পটোক বচাই ৰাখিবলৈ হ'লে চৰকাৰী প্ৰচেষ্টা অতি দৰকাৰী। আমাৰ ওচৰ-চুবুৰীয়া ৰাজ্য কেইখনমানত যথেষ্ট পৰিমাণে ভগা কাঁহ থকাৰ প্ৰমাণ পোৱা গৈছে। পৰিচালনা সমিতিয়ে ৰাজ্য চৰকাৰৰ লগত আলোচনা কৰি সিবিলাক ৰাজ্যত সমবায়ৰ তৰফৰ পৰা এজেন্ট নিয়োগ নাইবা কেঁচামালৰ গুদাম ঘৰ নিৰ্মাণ কৰিব লাগিব। অৱশ্যে এনেকুৱা ব্যৱস্থা চৰকাৰেহে কৰিব লাগিব।

ভগা কাঁহৰ নিচিনা এঙাৰ কাঁহৰ বাচন গঢ়োৱাৰ অন্যতম কেচামাল। এঙাৰ অবিহনে কঁহাৰে বাচন গঢ়াব নোৱাৰে। এঙাৰৰ যোগান ধৰা হয় অসমৰ হাবিবোৰত পোৱা কাঠবোৰৰ পৰা। চৰকাৰে মাজে সময়ে কঁহাৰ সংঘৰ নামত কাঠৰ অনুজ্ঞা পত্ৰ দি আছে যদিও সি পৰ্যাপ্ত পৰিমাণৰ নহয়। বৰ্তমান অসমৰ হাবিবোৰত কাঠৰ নাটনি হোৱালৈ লক্ষ্য কৰি এঙাৰৰ সমস্যা দূৰ কৰাৰ কাৰণে এঙাৰৰ বিকল্প ব্যৱস্থা গ্ৰহণ কৰাৰ অতি প্ৰয়োজন হৈ পৰিচে। কিয়নো কিছু বছৰ অতীত হোৱাৰ পিচত হাবিবোৰত পৰ্যাপ্ত পৰিমাণে কাঠ পোৱাটো যে কঠিন হ'ব তাক কোনেও নুই কৰিব নোৱাৰে। গতিকে এঙাৰৰ বিকল্প ব্যৱস্থা গ্ৰহণ কৰিব পাৰিলে এপিনে দেশৰ বনাঞ্চলৰ কাঠ ৰাহি হ'ব আৰু আনপিনে শিল্পীসকল আৰ্থিকভাৱে লাভবান হোৱাৰ উপৰিও দেশেও লাভবান হ'ব।

কঁহাৰ শিল্প আৰু সমবায়ক বচাই ৰখাৰ আন এটি অত্যাৱশ্যকীয় আহিলা হৈছে শিল্পীসকলৰ একতা। একতা অবিহনে শিল্পীসকলৰ উন্নতি অসম্ভৱ। শিল্প আৰু সমবায় টিকি থকাটো আশা কৰিব নোৱাৰি কঁহাৰ সকলৰ একতা অবিহনে। সমবায় পঞ্জীয়নভুক্ত হোৱাৰ পিচত কঁহাৰ শিল্পীসকলে কেবাবাৰো ঐক্যবদ্ধ হৈ কঁহাৰ সংঘৰ জৰিয়তে কাঁহৰ বাচন গঢ়াইছিল আৰু মহাজনৰ ফুচুলনিত পৰি ২-১ জন কঁহাৰে একতা ভংগ কৰি গোপনে মহাজনক গঢ়া বাচন যোগান ধৰি তেওঁলোকৰ স্বাৰ্থ সিদ্ধি কৰিছিল। ফল স্বৰূপে একতা ভংগ হোৱাৰ উপৰিও শিল্পীসকল আৰু সংঘই বিভিন্ন সমস্যাৰ সন্মুখীন হৈছিল আৰু কঁহাৰ শিল্পীসকলৰ উন্নতিৰ স্বাৰ্থত আঘাত হানিছিল। তথাপি নানান সমস্যাৰ মাজেদিও কঁহাৰ শিল্পীসকলে মহাজনসকলৰ পৰা প্ৰাপ্য গঢ়ণি আৰু মূলমৰা আদায় কৰি আংশিক পৰিমাণে হ'লেও তেওঁলোকৰ স্বাৰ্থ পূৰণ কৰি আছে।

ইয়াৰ আগতে সৰ্থেবাৰীৰ কাঁহৰ বাচন অসমৰ বাহিৰত শিলিগুৰি, দাৰ্জিলিং, কলিকতা আদি ঠাইত বিক্ৰী হৈছিল ; কিন্তু আজিকালি দুই-এবিধ বাচনৰ বাহিৰে আন আন বাচন একেবাৰে বিক্ৰী নহয়। কিছুমান বাচন সিবিলাক ঠাইত বিক্ৰী হোৱাতো দূৰৰ কথা অসমতে বিক্ৰী নহয়। কিয়নো বজাৰত আজি চিকমিকিয়া অথচ সস্তীয়া বাচন-বৰ্তন ভৰি পৰিছে। সিবিলাকৰ সৈতে ফেৰমাৰি কাঁহ শিল্পটো বৰ্তি থকা অসম্ভৱ হৈ পৰিছে। শিল্পটো বচাই ৰখাৰ বাবে সংঘৰ পৰিচালনা সমিতিয়ে বিশেষ চেষ্টা কৰিব লাগিব। শিল্পীসকলৰ দ্বাৰাই আধুনিক ধৰণৰ বাচন গঢ়াই অসমৰ বাহিৰত কাঁহৰ বাচন বিক্ৰীৰ বাবে বজাৰৰ সৃষ্টি কৰিব লাগিব। শিল্পীসকলক স্থানীয়ভাৱে প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগিব। কিয়নো ইয়াৰ আগলৈকে বহুজনক প্ৰশিক্ষণৰ বাবে অসমৰ বাহিৰলৈ পঠোৱা হৈছিল ; কিন্তু সিবিলাকৰ পৰা কোনো কামত অহা নাই। তেওঁলোকে আজিলৈকে কম দৰত আধুনিক ধৰণৰ কাঁহৰ বাচন তৈয়াৰ কৰি বজাৰত বিক্ৰীৰ বাবে উলিয়াই দিব পৰা নাই। অৱশ্যে তাৰবাবে শিল্পীসকলক দোষাৰোপ কৰিব নোৱাৰি। কিয়নো তেওঁলোকে প্ৰশিক্ষণ লৈছে বাচন তৈয়াৰ কৰাৰ কাৰণেহে। আৱশ্যকীয় কেচামাল তেওঁলোকে নিজাববীয়াকৈ যোগাৰ কৰিব নোৱাৰে আৰ্থিক অৱস্থাৰ কাৰণে। বাচন তৈয়াৰ কৰাৰ বাবে সংঘৰ পৰিচালনা সমিতিয়ে তেওঁলোকক আৱশ্যকীয় কেচামালৰ যোগান ধৰা আৰু সিবিলাকৰ বিক্ৰীৰ ব্যৱস্থা কৰিব লাগিব। কিন্তু ইমানবোৰ অসুবিধা থকা সত্ত্বেও কাঁহৰ বাচনে বিশেষ গুণ থকা হেতুকে প্ৰতি বছৰে আমাৰ চুবুৰীয়া ভূটান, নেপাল আদি দেশৰ পৰা অনেক লোক আহি সৰ্থেবাৰীৰ পৰা ভোৰতাল, ভেৰী, চিমেং, মেগুা আদি গঢ়া বাচন খৰিদ কৰি নিজ নিজ দেশত বেপাৰ বাণিজ্য চলাই আহিছে। আজিলৈকে কিন্তু এইবোৰ বাচন কোনো ধাতুৰ পৰা নিৰ্মিত হোৱা নাই বা হ'লেও সৰ্থেবৰীয়া কাঁহৰ বাচনৰ লগত ফেৰ মাৰিব পৰা নাই। এই বিষয়ত চৰকাৰে বিশেষ মনোযোগ দিয়া হ'লে আমাৰ দেশৰ বৈদেশিক মুদ্ৰাৰ ভঁৰাল কিছু টনকিয়াল হ'লহেঁতেন। চৰকাৰৰ ফালৰ পৰা বহুতবাৰ বিশেষজ্ঞ পঠোৱা হৈছিল। তেওঁলোকে সৰ্থেবাৰীলৈ আহি কাঁহ শিল্পটো আধুনিকীকৰণ কৰাৰ বাবে আঁচনিও প্ৰস্তুত কৰিলে। কিন্তু বিশেষ একো সুফল পোৱা নগ'ল। অৱশ্যে এই শিল্পটোৰ উন্নতিৰ বাবে অসম চৰকাৰৰ উদ্যোগ বিভাগৰ জৰিয়তে হীৰাবৰী ৰিজাৰ্ভত উমৈহতীয়া সেৱা কেন্দ্ৰ (Common Facilities Service Centre) এটি স্থাপন কৰা হ'ল ; কিন্তু উক্ত কেন্দ্ৰটোৰ পৰা বিশেষ একো সুফল পোৱা নগ'ল। কেন্দ্ৰটো স্থাপনৰ উদ্দেশ্য আছিল শিল্পটোৰ উন্নতিৰ লগতে শিল্পীসকলক লাভবান কৰা। বৰ্তমান কেন্দ্ৰটো কাৰ্য্যক্ষম হৈ নুঠাতো বৰ পৰিতাপৰ কথা। সংঘৰ পৰিচালনা সমিতি আৰু চৰকাৰে বিশেষ যত্ন ললে শিল্পটোৱে বিশেষ ফল দেখুৱাব বুলি আশা কৰিব পাৰি।

বিশেষ যত্ন নোলোৱাৰ হেতু কঁহাৰ শিল্পীসকলৰ আৰ্থিক অৱস্থা দিনক দিনে অধোগামী হৈ যাব ধৰিছে। আমাৰ ধাৰণা এই যে উপযুক্ত যত্নৰ অভাৱত এটি আপুৰুগীয়া শিল্প হয়তো কিছু বছৰৰ ভিতৰতে লুপ্ত হৈ যাব। সেয়েহে শিল্পটো সজীৱ কৰি শিল্পীসকলৰ সামাজিক আৰু অৰ্থনৈতিক মানদণ্ড উন্নত কৰাৰ কাৰণে সংঘৰ পৰিচালনা সমিতি তথা চৰকাৰ আগবাঢ়ি আহিব লাগিব। কেচামালৰ অভাৱত শিল্পীসকলক কৰ্মহীন কৰি নাৰাখি কাঁহ শিল্পৰ লগতে অইন শিল্প স্থাপন কৰি অন্যান্য ধাতুৰ বাচন তৈয়াৰ কৰাৰ বাবে ব্যৱস্থা কৰিব লাগিব। নাইবা কাঁহৰ নিচিনাকৈ বৈজ্ঞানিক পদ্ধতিৰে গৱেষণা চলাই নতুন ধাতুৰ বাচন তৈয়াৰ কৰাৰ সুব্যৱস্থা গ্ৰহণ কৰিব লাগিব। লগতে ˚জীউধন কঁহাৰ, ˚পুষ্পৰাম কঁহাৰ, ˚হৰেশ্বৰ ডেকা আৰু শ্ৰীভগৱান ডেকাৰ নিচিনা নিপুণ শিল্পীৰ জন্ম দিব পাৰিব লাগিব। সেইসকল শিল্পীৰ দ্বাৰাই নতুন নতুন বাচন তৈয়াৰ কৰাব লাগিব।

বৰ্তমানলৈ আমাৰ মাজত বহুজন শিল্পী আছে যি সকলে ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত হোৱা বিভিন্ন প্ৰদৰ্শনী আৰু শিল্প মেলাত অংশ গ্ৰহণ কৰি বিভিন্ন শিল্পত নিৰ্মিত বাচন-বৰ্তন দেখাৰ উপৰিও সেইবিলাক তৈয়াৰ কৰাৰ বিভিন্ন কৌশল শিকি আহিছে। আমাৰ বোধেৰে উক্ত ব্যক্তিসকলৰ হতুৱাই বিভিন্ন ধাতুৰ বাচন গঢ়োৱাৰ প্ৰচেষ্টা হাতত ল'ব লাগে আৰু সংঘৰ পৰিচালনা সমিতিয়ে এই ক্ষেত্ৰত বিশেষ মনোযোগ দি কাঁহ শিল্পৰ লগতে পৰিপূৰক শিল্প হিচাবে ৰখাৰ সুব্যৱস্থা কৰিব লাগে। তেতিয়াহলে শিল্পীসকল লাভবান হ'ব আৰু লগতে সমবায় তথা সৰ্থেবাৰী অঞ্চল দেশৰ ভিতৰতে এটি লেখতল'বলগীয়া শিল্প অঞ্চল হিচাবে পৰিগণিত হ'ব।●

*স্বাধীনতাৰ দুৱাৰদলি পাবৰ পৰত অসমীয়া সাহিত্য মাথোন সমালোচনা সাহিত্যৰ বাহিৰে বাকী আটাইকেয়োটা দিশতে সকলোৰে লগত ফেৰ মাৰিব পৰাকৈ আগবঢ়া অৱস্থাত থমকি ৰ'লহি। পৰাধীন যুগৰ অমানিশা শেষ হৈছিল, অসমীয়া সাহিত্যৰ তিনিটা শাখাত তিনিখন যুগান্তকাৰী পুথিৰ প্ৰকাশনেৰে। নাটকত জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী' (১৯৩৭), উপন্যাসত বিৰিঞ্চি কুমাৰ বৰুৱা ওৰফে বীণা বৰুৱাৰ 'জীৱনৰ বাটত' (১৯৪৪) আৰু কবিতাত দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা?' (১৯৪৫)। এই তিনিওখন ৰমণ্যাসবাদৰ তৰংগ শীৰ্ষক সৃষ্টি। ইবিলাকৰ লগত যোগ দিব পাৰি চুটি গল্প সাহিত্যত চৈয়দ আব্দুল মালিকৰ 'পৰশমণি' (১৯৪৬) খন। নিৰপেক্ষ দৃষ্টিৰে চালে, ভাৰতবৰ্ষৰ আন কোনোটো সাহিত্যতে-আনকি, উচ্চ মানবিশিষ্ট বাংলা সাহিত্যতো সৃষ্টিধৰ্মী সাহিত্যৰ আটাইকেয়োটা শাখাতে কল্পনা বুদ্ধিৰ এনেকুৱা সুৰ সমলয়ৰ নিদৰ্শন পাবলৈ নাই।*

ডঃ মহেন্দ্ৰ বৰা, পাঠশালা, ১৯৮৭।

# কাঁহ শিল্পৰ সমস্যা সমাধান প্ৰসঙ্গত

*খগেশ্বৰ ডেকা*

কাঁহ শিল্প অতি পুৰণি হস্ত শিল্প। সৰ্থেবাৰী এই শিল্পৰ ঠাই। কাঁহৰ উৎপাদিত সামগ্ৰী প্ৰজাঘৰ, ৰজাঘৰ, দেৱঘৰ, অস্ত্ৰাগাৰ আদি সকলোতে ব্যৱহৃত হয়। এনে সামগ্ৰী ৰজা, মহাৰাজাৰ মাজত সমন্বয়ৰ সেতু ৰূপেও ব্যৱহৃত হৈছিল। ধৰ্মকাৰ্যত ব্যৱহৃত কাঁহৰ সামগ্ৰী তাল-বাদ্য আদিৰ বাবেই দেশ-বিদেশৰ মানুহৰ সৈতে সৰ্থেবাৰীৰ মানুহৰ সংযোগ স্থাপনো হৈছে। অসমৰ জাতীয় জীৱনত কাঁহৰ বাচনৰ এক মৰ্য্যাদাপূৰ্ণ ব্যৱহাৰ হৈ আহিছে। অসমৰ অৰ্থনীতিত কাঁহ শিল্পৰ ভূমিকা উলাই কৰিব পৰা বিধৰ নহয়। কাঁহ শিল্প অসমৰ জাতীয় শিল্প। কিন্তু ই আজি সমস্যা জৰ্জৰ। বাহিৰৰ শিল্পৰ সতে হোৱা প্ৰতিযোগিতা আৰু আন আভ্যন্তৰীণ অসুবিধাৰ বাবে ই টিকি থাকিব নে নাই তেনে ধৰণৰ প্ৰশ্নও উত্থাপিত হৈছে। আভ্যন্তৰীণ অসুবিধাৰ ভিতৰত শিল্পটোৱে বিচৰা অতিশ্ৰমৰ বিপৰীতে ন-পুৰুষৰ শ্ৰম-বিমুখিতাও অন্যতম। তথাপিও শিল্পটো চলি আছে। ইয়াক চলি থাকিবলৈ দিব লাগিব। আৰু চলি থাকিবলৈ দিবলৈ হ'লে কিছুমান কথাত চৰকাৰী ব্যৱস্থা দৰকাৰী হ'ব। সেই সম্পৰ্কে দুটা এটা কথা ইয়াত আলচ কৰা হ'ল।

**পুৰণি কাঁহ ঃ** সাধাৰণতে কাঁহৰ বাচন-বৰ্তন তৈয়াৰ কৰিবলৈ পুৰণি কাঁহ ব্যৱহাৰ কৰা হয়। কিন্তু দুখৰ বিষয় এই পুৰণি কাঁহ জুইত পুৰাৰ ফলত বা মল-মাটি লাগি থকাত ক্ৰমান্বয়ে মুল মৰি ওজন কমে। তাৰোপৰি স্থানীয়ভাৱে আমদানিকৃত পুৰণি কাঁহো যথেষ্ট নহয়। বাহিৰৰ পৰা আমদানি কৰিবলৈ হ'লে তুলনামূলক হিচাবে দামো বেছি ভৰিব লগা হয়। নতুন কাঁহ তৈয়াৰ কৰিবলৈ হ'লে ৰাং আৰু তামৰ প্ৰয়োজন। কিন্তু ৰাঙৰ দাম অতি বেছি। ৰাং আৰু তামৰ ব্যৱসায়ত জড়িত এচাম ব্যৱসায়ীয়ে নিজে মুনাফা লৈ শিল্পটোৰ অনিষ্ট কৰি থকা সমস্যাৰ সমাধান চৰকাৰে কৰিব লাগিব। আন দেশৰ পৰা আমদানি কৰিব লগাও এটা সমস্যা। সামানুপাতিক হিচাবত উদ্যোগ বিভাগে নতুন কাঁহ তৈয়াৰ কৰা কৌশল কাৰ্য্যকৰী কৰিব নোৱাৰিলে কাঁহ শিল্পৰ কেঁচামালৰ অভাৱ পূৰণ কৰিব পৰা নহ'ব।

**মূলধন ঃ** কাঁহ শিল্পক নতুন জীৱন দি গৈছে স্বনামধন্য ব্যক্তি কোহিৰামদাসে অসম সমবায় কঁহাৰ সংঘ স্থাপন কৰি। কিন্তু বাহিৰৰ ব্যৱসায়ীৰ কবলৰ পৰা শিল্পটো সম্পূৰ্ণকৈ এতিয়াও মুক্ত হ'ব পৰা নাই। তেওঁলোকে ভঙা কাঁহ মজুত কৰি ইচ্ছামতে তাৰ দাম হ্ৰাস বৃদ্ধি কৰি ধন ঘটে। তাৰ পৰা মুক্তি পাবলৈ সংঘক অধিক মূলধনৰ প্ৰয়োজন। এনে মূলধন যোগান ধৰিব পাৰে চৰকাৰে।

**এঙাৰ ঃ** এঙাৰ কাঁহ শিল্পৰ ইন্ধন। এঙাৰ নহ'লে কঁহাৰসকলে বাচন-বৰ্তন তৈয়াৰ কৰিব নোৱাৰে। অৱশ্যে বৈদ্যুতিক পদ্ধতিৰ দ্বাৰাই যদি এঙাৰৰ অভাৱ দূৰ কৰিব পাৰে তেতিয়াহ'লে ভাল কথা। গছ কাটি পুৰি এঙাৰ প্ৰস্তুত কৰা হয়। কিন্তু স্থানীয় ভাৱে এঙাৰ প্ৰস্তুত কৰিবলৈ গছৰ অভাৱ। বৰ্তমান অসম চৰকাৰৰ বননীতিও এঙাৰ উৎপাদনৰ পৰিপন্থী। সেয়েহে অসমৰ গাতে লাগি থকা অৰুণাচল, মেঘালয় আদি ৰাজ্যৰ লগত ব্যৱসায় সূত্ৰে হাত মিলাই এঙাৰ আমদানি কৰিব লগা হয় যদিও ই ব্যয় বহুল। সেয়েহে অসমত বননি অঞ্চলত অসমৰ জাতীয় শিল্প ৰক্ষাৰ্থে অসম চৰকাৰে এঙাৰৰ কাৰণে বিশেষ আবণ্টন দি এঙাৰৰ অভাৱ পুৰণ কৰিবলৈ আগ্ৰহী হ'ব লাগিব। নহ'লে এঙাৰৰ অভাৱ পুৰণ নহ'ব। উল্লেখ কৰিব পাৰি বৰ্তমান সময়ত এঙাৰ আৰু ভঙা কাঁহৰ অভাৱেই শিল্পটোৰ প্ৰধান অন্তৰায়।

**কৰ ঃ** কঁহাৰসকলে হাতুৰিৰে পিতি পিতি কাঁহৰ বাচন-বৰ্তন তৈয়াৰ কৰে। সেয়েহে ই হস্ত শিল্পৰ অন্তৰ্গত। হস্ত শিল্প হলেও এই শিল্প বৰ্তমান কৰমুক্ত নহয়। মূল্য বৃদ্ধিৰ দিনত এনেয়ে ইয়াৰ উৎপাদিত বাচন-বৰ্তনৰ দাম বহুত বেছি হয়। তাৰোপৰি কৰ দিবলৈ হ'লে গ্ৰাহকে অধিক দামত কিনিব লগীয়া হয়। উৰ্দ্ধগামী দামৰ হেঁচাত বাচন-বৰ্তনৰ প্ৰচলন বছৰে বছৰে হ্ৰাস পাই আহিছে। প্ৰকৃত অৰ্থত সৰ্থেবাৰীৰ স্থানীয় দোকানী বা অসম সমবায় কঁহাৰ সংঘই গ্ৰাহকৰ পৰা বিক্ৰিকৰ আদায় নকৰে। সেয়েহে অসম সমবায় কঁহাৰ সংঘই বা কাঁহৰ দোকানী সকলে নিজক লাভৰ অংশৰ পৰা বুজন পৰিমাণৰ ধন কৰ বিভাগৰ জৰিয়তে অসম চৰকাৰক দিব লগা হয়। অৱশ্যে অসম চৰকাৰে সময়ে সময়ে বিক্ৰি কৰ ৰেহাই দি আহিছে। এই ৰেহাই সাময়িক সকাহ হয় সঁচা, কিন্তু ই সমস্যা সম্পূৰ্ণৰূপে সমাধান কৰিব নোৱাৰে। সেয়েহে ইয়াৰ এটা স্থায়ী সমাধানৰ প্ৰয়োজন। কৰৰ বোজা কাঁহ শিল্পৰ ওপৰত জাপি দিব নালাগে।

আজি কেইমাহমান আগৰ পৰা পাঁচজনীয়া কঁহাৰৰ দল এটাই অসমৰ সীমাতে লাগি থকা ভূটানত তাৰ চৰকাৰৰ তত্ত্বাৱধানত ভূটীয়া তাল তৈয়াৰ কৰি আছে। বহুত পুৰণি কালৰ পৰাই সৰ্থেবাৰীৰ কাঁহ শিল্পৰ লগত ভূটানবাসী বা তীব্বতীয়ান লামা আদিৰ নিগূঢ় সম্পৰ্ক গঢ়ি উঠিছে। ভাল ধৰণে গৱেষণা কৰিলে ভূটান, তিব্বত, চীন, নেপাল আদি দেশ বা এচিয়া মহাদেশৰ ধৰ্মীয় ভাবধাৰা আৰু অনুভূতিৰ কিছুমান মিল নিশ্চয় ওলাব আৰু আমাৰ বিশ্বাস যে অসমৰ সৰ্থেবাৰীত উৎপাদিত বাচন-বৰ্তনৰ মাজত এই দেশসমূহৰ লগত





অতীতৰ বহু কথাৰ মিল বা ধৰ্মীয় মিল পৰিলক্ষিত হ'ব। সেইটো উদ্‌ঘাটন কৰিবলৈ হ'লে গৱেষণাৰ অতীব প্ৰয়োজন। ভূটান, নেপাল, তিব্বত, চীন, জাপান আদি দেশৰ লগত তাল বাদ্য ৰপ্তানি কৰিব পৰাটো আমাৰ শিল্পীসকলৰ শিল্প নৈপুণ্যৰ চানেকি। কিন্তু সেই বিলাক দেশৰ পৰা পুৰণি কাঁহ প্ৰত্যক্ষ আমদানি কৰিব পৰা হোৱা নাই। সেই দেশৰ বেপাৰীসকলৰ জৰিয়তে আমি পুৰণি কাঁহ আমদানি কৰিব পৰা কৌশল অৱলম্বন কৰিব লাগিব। সেই দেশৰ বেপাৰীসকলে নগদ ধনেৰেহে আমাৰ উৎপাদিত নতুন সামগ্ৰী কিনি নিয়ে। সেইটো নকৰি তেওঁলোকে নতুন বাচন বৰ্তন নিয়াৰ বিনিময়ত তেওঁলোকৰ পৰা পুৰণি কাঁহ লোৱাৰ ব্যৱস্থা কৰিব পাৰিলেহে ভাল হয়। কিয়নো বৰ্তমান কিনা বেচা পদ্ধতিত আমি ৰাষ্ট্ৰীয় পৰ্যায়ত আমাৰ সম্পদ হেৰুৱাই আছোহক। পুৰণি কাঁহ আমদানি কৰিব পাৰিলেহে সম্পদ হেৰুৱা সমস্যাৰ পৰা আমি হাত সাৰিব পাৰিম। তাৰোপৰি আজি কেইবছৰমানৰ পৰা ব্যৱহাৰ্য্য মিহি বগা বাটি অসম তথা ভাৰতবৰ্ষৰ পৰা আন দেশলৈ ৰপ্তানি হৈ আছে। ইয়াৰ ফলত সামান্য উপাৰ্জন বৃদ্ধি হৈছে সঁচা, কিন্তু ইয়াৰ ফলতো আমি আমাৰ সম্পদ হেৰুৱাই আছো। টকাৰ বিনিময়ত সম্পদ বিনষ্ট হোৱাটো মঙ্গলজনক নহয়। সেয়েহে এই বিষয়ত সংশ্লিষ্ট সকলোৱে মনোযোগ দি শিল্পটোৰ স্বাৰ্থ ৰক্ষাৰ জৰিয়তে নিজৰ স্বাৰ্থ ৰক্ষাত ব্ৰতী হোৱা যুগুত।

**ইঞ্চিওৰেঞ্চ ঃ** এখন কঁহাৰ শালত ৪-৫ জন শিল্পী থাকে। এই আটাই কেইজন ব্যক্তিৰ মাজত সমবায় পদ্ধতিত সম্প্ৰীতি আৰু সহানুভূতি গঢ়ি উঠে। কঁহাৰসকলৰ কাৰিকৰী নৈপুণ্যৰ উপৰিও শাৰীৰিক শক্তি, কষ্ট সহিষ্ণুতা আৰু সুস্বাস্থ্যৰ অতীব আৱশ্যক। আনকি বহুত কঁহাৰে কঠোৰ পৰিশ্ৰমৰ হেতুকে দুৰ্বল হৈ অকালতে কালৰ বুকুত লীন হ'ব লগা হয়। এই অঞ্চলৰ বহুত লোকৰ মাটিবাৰী বা আন স্থায়ী সম্পতিও তাকৰ ; ফলত কঁহাৰ বা কৰ্মী এজনৰ জীৱন অৱসানৰ পিছত পৰিয়ালটো নিঠৰুৱা হৈ পৰে। সেয়েহে চৰকাৰী কৰ্মচাৰীৰ সমূহ (Group) ইঞ্চিওৰেঞ্চৰ লেখীয়া কঁহাৰ শাল বা কঁহাৰ শিল্পীসকলৰ সস্থা নাইবা অসম সমবায় কঁহাৰ সংঘৰ জৰিয়তে সমূহ Group ইঞ্চিওৰেঞ্চৰ ব্যৱস্থা কৰিব পাৰিলে প্ৰত্যেক পৰিয়ালৰ মহৎ উপকাৰ হ'ব।

সৰ্থেবাৰীৰ সকলো পৰিয়াল মূলতঃ কঁহাৰৰ পৰিয়াল। বৰ্তমান দেশত নিবনুৱা সমস্যা এটা জ্বলন্ত সমস্যা হৈ উঠিছে। আওপুৰণি আজো ককাৰ দিনৰ পৰা জীৱন নিৰ্বাহ কৰি অহা কঁহাৰ সকলে বৰ্তমান বাহিৰৰ অত্যাধুনিক সা-সামগ্ৰীৰ ওচৰত হাৰ মানিব লগা হৈছে। এতিয়া বহুত নিবনুৱা শিক্ষিত যুৱকে কাঁহ কোবোৱা বা কাঁহৰ ব্যৱসায়ত আত্মনিয়োগ কৰিবলৈ লৈছে। এই ক্ষেত্ৰত শিল্পটোৰ মানদণ্ড উন্নত হোৱা বাঞ্চনীয়। চৰকাৰে কৰাত বাহিৰেও স্থানীয় অভিজ্ঞ লোক, শিল্পী, ব্যৱসায়ী আৰু অসম সমবায় কঁহাৰ সংঘয়ো এই দিশত চিন্তা চৰ্চা কৰিব লাগিব। শিল্পীসকলে গঢ়নি বৃদ্ধিৰ প্ৰতি মনোযোগ দিয়াৰ সময়তে উৎপাদিত সামগ্ৰীৰ গুণগত দিশটোৰ প্ৰতিও চকু দিব লাগিব। ব্যৱসায়ীসকলে শিল্পীসকলক প্ৰাপ্য গঢ়নি আদায় দিয়াৰ লগতে প্ৰয়োজনীয় সা-সুবিধা দিয়াত কাৰ্পণ্য কৰিব নালাগিব। আৰু সংঘ হ'ব লাগিব অধিক গতিশীল। প্ৰয়োজনবোধে শিল্পটোৰ স্বাৰ্থত গৱেষণা আদিৰ ব্যৱস্থা কৰিব লাগিব সংঘই। কিন্তু শিল্পটোৰ প্ৰসাৰৰ ক্ষেত্ৰত ব্যৱসায়িক দিশত থকা আসোঁৱাহ দূৰ কৰিব লাগিব চৰকাৰে। আমাৰ বক্তব্য, নিবনুৱা সমস্যা সমাধানৰ ভূমিকা ল'ব পৰা কাঁহ শিল্পৰ উন্নতিৰ বাবে চৰকাৰে বিশেষ মনযোগ দিবই লাগিব।●

*অসমীয়া সাহিত্যৰ দুৰ্বলতাক এটা লক্ষণ হিচাপে দেখুৱাব পাৰি যে বৰ্তমান অসমত সাহিত্য চৰ্চাৰ পৰিবেশ এটা নাই। এই পৰিবেশ কেৱল লিখকেই গঢ়ি নোতোলে, পাঠকেও গঢ়ে। দুৰ্ভাগ্যৰ কথা, বৰ্তমান সময়ত কেৱল সাহিত্যৰ ওপৰত এখন আলোচনী বৰ্ত্তি থাকিব নোৱাৰে। অসমত পাঠকৰ সংখ্যা অভূতপূৰ্বভাৱে বাঢ়িছে, অন্ততঃ অসমীয়া সংবাদপত্ৰৰ প্ৰচাৰ আৰু প্ৰসাৰ দেখিলেই এইটো অনুভৱ কৰিব পাৰি। কিন্তু সাহিত্যৰ পাঠকৰ সংখ্যা বাঢ়িছে বুলি ক'ব নোৱাৰি।*

হৰেকৃষ্ণ ডেকা

# সংবাদ সেৱাত সৰ্থেবাৰী

মৃণাল মল্ল পাটোৱাৰী

অসমীয়া ভাষা-সাহিত্যৰ জগতখনলৈ সৰ্থেবাৰীৰ যিদৰে এটা জাকত-জিলিকা অৱদান আছে অসমৰ সংবাদজগতত ঠিক তেনে এটা অৱদান নাথাকিলেও যিখিনি অৱদান আছে সেয়া নিশ্চয় লেখত ল'ব লগা বিধৰ অৱদান বুলি ক'ব পাৰি। কথাশিল্পী ˚হলীৰাম ডেকা, পণ্ডিত ˚কোহিৰাম দাস, ঔপন্যাসিক হিতেশ ডেকা, কবি হৰেকৃষ্ণ ডেকা আদি মুধাফুটা সাহিত্যিকসকলৰ দৰে ˚দেবেন্দ্ৰ নাথ শৰ্মাৰ দৰে মুধাফুটা সাংবাদিকও এই ঠাইৰ পৰা ওলাইছে। সংখ্যাত তাকৰ হ'লেও সৰ্থেবাৰীৰ কেবাগৰাকী সাংবাদিকে অসমৰ সংবাদ জগতখনক দীৰ্ঘদিনৰ পৰা সেৱা কৰি আহিছে।

অসমৰ সংবাদ পত্ৰৰ ইতিহাস ডেৰ্শ বছৰীয়া পুৰণি। ১৮৪৬ খৃষ্টাব্দত শিৱসাগৰৰ পৰা খ্ৰীষ্টান মিছনাৰীসকলে ধৰ্ম প্ৰচাৰৰ সুবিধাৰ্থে 'অৰুণোদয়' নামেৰে এখন মাহেকীয়া সংবাদপত্ৰ উলিয়াই। 'অৰুণোদয়' অসমৰ প্ৰথম সংবাদ পত্ৰ। অৰুণোদয় প্ৰকাশ পোৱাৰ ৩৬ বছৰ পিছত ১৮৮২ খ্ৰীষ্টাব্দত গুৱাহাটীৰ পৰা অসমৰ প্ৰথম সাপ্তাহিক কাকত "আচাম নিউজ" আৰু ১৯৩৫ খ্ৰীষ্টাব্দৰ ১২ আগষ্টতত যোৰহাটৰ ঠেঙালৰ পৰা বাগ্মীবৰ নীলমণি ফুকনৰ সম্পাদনাত প্ৰথম দৈনিক কাকত— "দৈনিক বাতৰি" প্ৰকাশ পায়। যোৰহাটৰ পৰা সেই সময়ত আৰু এখন দৈনিক সংবাদ পত্ৰ প্ৰকাশ পাইছিল। সেইখন আছিল "নগৰৰ কথা"। বেণুধৰ শৰ্মাৰ মতে "দৈনিক বাতৰি" হ'ল অসমৰ প্ৰথম দৈনিক সংবাদ পত্ৰ আৰু ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টচাৰ্যৰ মতে "নগৰৰ কথা" অসমৰ প্ৰথম দৈনিক সংবাদ পত্ৰ। যিয়ে নহওক, অসমত এখন দুখনকৈ বাতৰি কাকতৰ সংখ্যা বৃদ্ধিৰ লগে লগে কাকতবোৰে ৰাজ্যখনৰ গাঁৱে-ভূঞে সোমাল আৰু মফচলত সংবাদ সেৱাৰ প্ৰতিও ভালেমান লোক আগ্ৰহী হৈ পৰিল। সেই সময়ত আজিৰ দৰে ত্বৰান্বিত গতিৰে বাতৰি কাকত গাঁও-ভূঁইলৈ গৈ পাঠকৰ হাতত নপৰিছিল। ডাক যোগে পঠোৱা কাকতবোৰ দুই তিনিদিন পিছতহে পাঠকৰ হাতত পৰিছিল। সম্ভৱতঃ এই শতাব্দীৰ তৃতীয় দশকমানৰ পৰা সৰ্থেবাৰীলৈ বাতৰি কাকত অহা হয়। মুষ্টিমেয় দুই এজনে কাকত পঢ়ে। সৰ্থেবাৰীৰ দুই-এটা বাতৰি কোনো কোনোৱে বাতৰি কাকতলৈ পঠাইছিল। ১৯৪০ চনত সৰ্থেবাৰীত হাইস্কুল স্থাপন হোৱাত এই সম্পৰ্কীয় দুই-এটা বাতৰি স্কুলখনৰ প্ৰতিষ্ঠাপক সম্পাদক ˚শান্তিৰাম পাটোৱাৰীয়ে বাতৰি কাকতত পৰিবেশন কৰিছিল। কেতিয়াবা কেতিয়াবা ˚লোহিত চন্দ্ৰ ডেকা, প্ৰকাশ ডেকা আৰু সেই সময়ৰ ছাত্ৰ প্ৰসন্ন কুমাৰ ডেকাইও সৰ্থেবাৰীৰ বাতৰি প্ৰেৰণ কৰিছিল। কিন্তু সেই সময়ত এওঁলোকৰ কোনো গৰাকীয়েই বাতৰি কাকতৰ নিয়মীয়া সংবাদদাতা নাছিল। আচলতে অসমৰ সংবাদ জগতৰ সৈতে সৰ্থেবাৰীৰ পোনপতীয়া সংযোগ ঘটে স্বনামধন্য মুক্তিযোদ্ধা, বিশিষ্ট গান্ধীবাদী আৰু বিচক্ষণ ৰাজনীতিবিদ, সাহিত্যিক, সাংবাদিক ˚দেবেন্দ্ৰ নাথ শৰ্মাৰ যোগেদি। ˚শৰ্মাৰ জন্ম সৰ্থেবাৰীৰ গাতে লাগি থকা কাৰাকুছি গাঁৱত। সৰ্থেবাৰীৰ প্ৰগতিত ˚শৰ্মাৰ ভালেখিনি অৱদান আছে। ˚শৰ্মা এগৰাকী সু-সাংবাদিক আছিল। ১৯৩৫ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা "অসম ৰাইজ" নামৰ তিনিদিনীয়া বাতৰি কাকতখনৰ ˚শৰ্মা সম্পাদক আছিল। সেই সময়ত ইয়াৰ বছৰেকীয়া বৰঙণি ডাক মাছুল সহ চাৰি টকা আছিল। অসমৰ স্বাধীনতা আন্দোলনৰ এগৰাকী বিশিষ্ট নেতা ˚ডাঃ হৰিকৃষ্ণ দাসে গান্ধীবাদ আৰু স্বাধীনতা আন্দোলনৰ প্ৰচাৰৰ উদ্দেশ্যে গুৱাহাটীত "অসম সেৱক" প্ৰেছ স্থাপন কৰে। ˚ডাঃ দাসৰ উদ্যোগত উক্ত প্ৰেছৰ পৰাই ১৯৩৭ খ্ৰীষ্টাব্দৰ ২৮ নৱেম্বৰত ˚দেবেন্দ্ৰ নাথ শৰ্মাৰ সম্পাদনাত "অসম সেৱক" নামৰ এখন সাপ্তাহিক কাকত প্ৰকাশ পায়। ১৯৩৮ খ্ৰীষ্টাব্দৰ ২৯ মে লৈকে ˚শৰ্মাই "অসম সেৱক"ৰ সম্পাদক আছিল। এওঁৰ সম্পাদনাতেই পঞ্চাশৰ দশকত পাণ্ডুৰ পৰা "শান্তিদূত" নামৰ দৈনিক বাতৰি কাকত এখন প্ৰকাশ পাইছিল। কাকতখনৰ মানদণ্ড যথেষ্ট উচ্চ আছিল আৰু ই জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছিল। সৰ্থেবাৰীৰ ওচৰৰ আমৃখোৱা গাঁৱৰ ˚অধ্যাপক সৰ্বানন্দ ৰয় ইয়াৰ সহঃ সম্পাদক আছিল। কাকতখন অৱশ্যে বেছিদিন নচলিল। ১৯৬৭ খ্ৰীষ্টাব্দত ˚দেৱেন্দ্ৰ নাথ শৰ্মাই তেওঁৰ নিজা ছপাশাল 'ভাৰত প্ৰেছ'ৰ পৰা তেওঁৰেই সম্পাদনাত "অসম ৰাইজ" কাকতখন সাপ্তাহিক কাকত হিচাবে প্ৰকাশ কৰে। কেইবছৰমান চলাৰ পিছত "অসম ৰাইজ" পুনৰ বন্ধ হয়।

সৰ্থেবাৰীৰ সু-সন্তান হিতেশ ডেকা এগৰাকী জনপ্ৰিয় ঔপন্যাসিক হিচাবে অসম আৰু বাহিৰত পৰিচিত যদিও শ্ৰীডেকাই এসময়ত সংবাদ পত্ৰৰ সৈতেও জৰিত আছিল। তিনিদিনীয়া 'অগ্ৰদূত' কাকতৰ এওঁ এগৰাকী নিয়মীয়া শিতান লেখক আছিল। "সময়ৰ খতিয়ান" নামৰ শিতানটো প্ৰায় ৩ বছৰ লিখিছিল।

সৰ্থেবাৰী হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক ˚লোহিত চন্দ্ৰ ডেকাই দীৰ্ঘদিন ধৰি সংবাদ সেৱা কৰিছিল। প্ৰথমতে নতুন অসমীয়া পিছত মৃত্যুৰ সময়লৈকে "দৈনিক অসম" কাকতৰ স্থানীয় সংবাদদাতা আছিল। এওঁ পৰিবেশন কৰা বাতৰিবোৰ পঢ়ি বেছ ভাল লগা আছিল। বাতৰিৰ ভাষা আৰু শব্দ তেওঁৰ লেখাত প্ৰকাশ পাইছিল।

সৰ্থেবাৰীৰ চৌধুৰী চুপাৰ প্ৰতাপ চৌধুৰীয়ে জীৱিকাৰ তাগিদাত সৰ্থেবাৰীৰ বাহিৰত থাকিলেও তেওঁৰ কৰ্মস্থলী ক্ষেত্ৰীৰ পৰাই আজিও সাংবাদিকতা কৰি আছে। শিক্ষকতাৰ উপৰিও শ্ৰীচৌধুৰীয়ে ১৯৬০ খ্ৰীষ্টাব্দৰ পৰাই নতুন অসমীয়া, দৈনিক অসম, অসম ৰাইজ, অসম বাতৰি, সাপ্তাহিক জনমভূমি আদি কাকতৰ স্থানীয় সংবাদদাতা হিচাবে সংবাদ জগতলৈ সেৱা আগবঢ়াই আহিছে। এসময়ত কম দিনৰ বাবে হ'লেও সৰ্থেবাৰী উচ্চতৰ





মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ কিৰণ চন্দ্ৰ মেধি আৰু সৰ্থেবাৰীৰে তীৰ্থলোচন তামুলীয়েও সংবাদ সেৱা কৰিছিল। শ্ৰীমেধিয়ে "অসম বাতৰি" আৰু শ্ৰীতামুলীয়ে "নীলাচল" কাকতৰ স্থানীয় সংবাদদাতা আছিল।

এই প্ৰবন্ধ লেখকে এসময়ৰ জনপ্ৰিয় বাতৰি কাকত "অসম বাতৰি" কাকতৰ যোগেদি অসমৰ সংবাদ জগতত প্ৰৱেশ কৰে। আশীৰ দশকত গুৱাহাটীৰ পৰা প্ৰবীণ সাংবাদিক ৰাধিকামোহন ভাগৱতীৰ সম্পাদনাত প্ৰকাশ পোৱা "তিনিদিনীয়া বাতৰি" কাকতখনৰ স্থানীয় সংবাদদাতা হিচাবে অসমৰ এক জটিল আৰু গুৰুত্বপূৰ্ণ সময়ত সংবাদ সেৱা কৰে। সেই সময়ত অসম আন্দোলনৰ ভৰপক সময়। কাকতখন কিছুদিন চলাৰ পিছত ই সাংবাদিক ৰাজনীতিবিদ নকুল চন্দ্ৰ দাসৰ সম্পাদনাত "ৰাষ্ট্ৰীয় বাতৰি" নামেৰে দৈনিক বাতৰি কাকত হিচাবে প্ৰকাশ পায়। লেখকে এই কাকতখনৰও স্থানীয় সংবাদদাতা আছিল। আশীৰ দশকৰ শেষ ভাগত আৰু চলিত দশকৰ আদিতে অসমৰ সংবাদ জগতত এক বলিষ্ঠ সংযোজন ঘটে— আজিৰ অসম (১৯৮৭), আজিৰ বাতৰি (১৯৯১) আৰু সাপ্তাহিক ৰংপুৰ (১৯৯২) কাকতৰ আত্ম প্ৰকাশেৰে। এই আটাইকেইখন কাকততে জন্মলগ্নৰ পৰাই এতিয়ালৈ এই লেখকে সাংবাদিকতা কৰি আছে।

সৰ্থেবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ জয়চন্দ্ৰ ভূঞাই নতুন দৈনিক কাকতৰ স্থানীয় সংবাদদাতা হিচাবে কেবাবছৰ সাংবাদিকতা কৰে। ˚লোহিত ডেকাৰ পৰলোক ঘটাৰ পিছত তেওঁৰ ঠাইত উদীয়মান যুৱক চক্ৰেশ্বৰ ডেকাই 'দৈনিক অসম' কাকতৰ নিজা বাতৰি দিওঁতা হিচাবে সংবাদজগতত খোজ পেলায়। সৰ্থেবাৰীৰ বিচিত্ৰ চৌধুৰী অসমৰ এগৰাকী প্ৰতিষ্ঠিত আৰু বিশিষ্ট সাংবাদিক। শিক্ষা সাং কৰাৰ পিছত এওঁ ৰাজনৈতিক পথাৰত খোজ পেলাইছিল যদিও সেই খোজ এতিয়া পেলাইছে সাংবাদিকতাৰ পথাৰত। দৈনিক অসমৰ তেওঁ এগৰাকী শক্তিশালী ষ্টাফ ৰিপ'টাৰ। ইয়াৰ আগতে তেওঁ গণশক্তি কাকতৰ মেনেজাৰ হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। জাৰ্মানত তেওঁ সাংবাদিকতাৰ এটা হ্ৰস্বকালীন প্ৰশিক্ষণও লৈ আহিছে। সৰ্থেবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক অধৰ ডেকা "আচাম এক্সপ্ৰেছ" কাকতৰ স্থানীয় সংবাদদাতা।

সৰ্থেবাৰীৰ গাতে লাগি থকা বেঙাপাৰা গাঁৱৰ উদীয়মান যুৱক গৌতম ডেকাই "আজিৰ সংবাদ" কাকতত স্থানীয় সংবাদদাতা হিচাবে অসমৰ সংবাদ জগতত প্ৰৱেশ কৰিছে। সেইদৰে পল্লা সত্ৰৰ যুৱক ৰঞ্জিত শৰ্মাই সাংবাদিকতাৰ পাঠ্যক্ৰম গ্ৰহণ কৰি সংবাদক্ষেত্ৰলৈ ওলাই আহিছে। তেওঁ কিছুদিনৰ বাবে অধুনালুপ্ত 'বৰপীঠ' কাকতৰ সংবাদদাতা আছিল। 'নতুন দিন' কাকতৰও এওঁ সাংবাদিক আছিল। সৰ্থেবাৰীৰ উত্তৰে থকা কাছাকুৰি গাঁৱৰ বনমালী মেধিয়ে একাধিক কাকতত সাংবাদিকতা কৰি আছে।

সৰ্থেবাৰীৰ পৰা ৬ কিঃমিঃ দক্ষিণৰ ব্যাসকুছি সত্ৰৰ মথুৰ ডেকাই "আমাৰ দেশ" পযেকীয়া কাকতৰ নিয়মীয়া সংবাদদাতা আছিল। বৰ্তমান গুৱাহাটী নিবাসী ব্যাসকুছি সত্ৰৰ অৰ্ণৱজান ডেকা অসমৰ এগৰাকী নিৰ্ভিক সাংবাদিক হিচাবে চিনাকি দিব পাৰিছে। দৈনিক অসমৰ সহকাৰী সম্পাদক পুষ্প গোস্বামী ব্যাসকুছিৰ লোক। ব্যাসকুছিৰেই কবি দীনবন্ধু তালুকদাৰে ১৯৩৯-৪০ খ্ৰীষ্টাব্দত "অৰ্থনীতি" নামৰ কাকত এখন সম্পাদনা কৰা বুলি জনা যায়। সৰ্থেবাৰীৰ উদীয়মান লেখক প্ৰফুল্ল তামুলীয়ে গুৱাহাটীৰ পৰা প্ৰকাশ পোৱা সন্ধিয়াৰ দৈনিক বাতৰি কাকত "সান্ধ্য বাতৰি" আৰু অধুনালুপ্ত 'মহানগৰ'ত সংবাদ পৰিবেশন কৰিছিল। আন আন কাকততো তেওঁৰ প্ৰবন্ধ-পাতি প্ৰকাশ পাইছে। সংবাদ পৰিবেশনত জড়িত আন এগৰাকী উৎসাহী লেখক অখিল ডেকা।

দীৰ্ঘকাল ধৰি সংবাদ প্ৰতিষ্ঠানৰ সৈতে জড়িত থাকি সৰ্থেবাৰীৰ ˚গুৰুচৰণ তালুকদাৰে অসমৰ সংবাদ জগতত উল্লেখযোগ্য অৰিহণা যোগায়। মৃত্যুৰ সময়লৈকে ˚তালুকদাৰে দৈনিক অসম কাকতৰ চাৰ্কুলেচন মেনেজাৰ আছিল। উক্ত সংবাদ প্ৰতিষ্ঠানতে সৰ্থেবাৰীৰ যুৱক ভবেশ ভূঞা আৰু হেমন্ত তামুলীয়ে নিষ্ঠাৰে সেৱা আগবঢ়াই আছে। কিছুদিনৰ বাবে সৰ্থেবাৰীৰে দীপালী বৰ্মণেও নতুন দৈনিক কাকতত কৰ্মচাৰী আছিল। নতুন দৈনিক কাকতত কাম কৰি থকা আন এগৰাকী যুৱক হ'ল ৰাউলী গাঁৱৰ অৰূপ বৰ্মণ। আজিৰ অসম কাকতৰ কম্পিউটাৰ শাখাৰ এগৰাকী কৰ্মী সৰ্থেবাৰীৰ উপকণ্ঠৰ বৰখলা গাঁৱৰ পৱিত্ৰ ভূঞাই কাকতখনৰ জন্ম লগ্নৰ পৰাই সংবাদ সেৱাত লাগি আছে। চৰকাৰী চাকৰিৰ পৰা অৱসৰ পোৱাৰ পিছত সৰ্থেবাৰীৰবীৰেণ ভূঞাই 'বুধবাৰ' কাকতৰ সৈতে জড়িত হৈ পৰিছে। সৰ্থেবাৰীৰ কুলধৰ ডেকাই বাতৰি কাকতত 'সম্পাদকলৈ চিঠি' লিখি ৰাইজৰ মনোযোগ আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছে।

সৰ্থেবাৰীৰ পৰা তিনি কিলোমিটাৰ পূবৰ হেলচা গাঁৱৰ হিৰন্ময় পাটোৱাৰীয়ে গুৱাহাটীৰ পৰা "আজিৰ সংবাদ" নামৰ এখন দৈনিক বাতৰি প্ৰকাশ কৰি সংবাদ জগতত বলিষ্ঠ পদক্ষেপ পেলায়।

এই লেখকৰ প্ৰচেষ্টাত সংবাদ সেৱাত সমূহীয়া অৰিহণা যোগোৱাৰ লক্ষৰে ১৯৯০ খ্ৰীষ্টাব্দত "সৰ্থেবাৰী সাংবাদিক সংস্থা" গঠন কৰা হয়। জয়চন্দ্ৰ ভূঞা সভাপতি আৰু লেখকে সম্পাদক হিচাবে সন্থাৰ কাৰ্যনিৰ্বাহ কৰি আছে। ১৯৬৮ চনত বৰপেটাৰ মুনীন্দ্ৰ দাস, অক্ষয় মিশ্ৰ আদি সাংবাদিকসকলৰ সৈতে এই লেখকেও উদ্যোগ লৈ "বৰপেটা জিলা সংবাদসেৱী সন্থা" গঠন কৰে।

এনেদৰে সৰ্থেবাৰী আৰু ইয়াৰ ওচৰ-পাজৰৰ ভালেকেইজন লোকে নানা প্ৰতিকূল অৱস্থাৰ মাজেৰে বিভিন্ন প্ৰকাৰে অসমৰ সংবাদ জগতত উল্লেখনীয় বৰঙণি যোগাই আহিছে। অঞ্চলটোত সংবাদ সেৱাৰ প্ৰতি বহুতৰ আগ্ৰহো পৰিলক্ষিত হৈছে। আশা কৰা যায় অদূৰ ভৱিষ্যতত সৰ্থেবাৰীয়ে অসমৰ সংবাদ ক্ষেত্ৰত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব পাৰিব। ●

*আমাৰ ভাষা-সাহিত্যৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত শিল্পী-সাহিত্যিকসকলে কেতিয়াবা কেতিয়াবা ভাগ ল'ব নোৱাৰিলেও তেওঁলোকে উদাসীন হৈ পৰিব নালাগে। শিল্পী আৰু সাহিত্যিকসকল ন্যায় আৰু সত্যৰ পূজাৰী। তেওঁলোক সুবিধাবাদৰ ছেগ বিচাৰি ফুৰা লোক নহয়। জাতীয় সমস্যাৰ লগত তেওঁলোক জড়িত হৈ পৰিবলৈ বাধ্য।*

ত্ৰৈলোক্য নাথ গোস্বামী

# সৰ্থেবাৰীৰ বিহু

*তৰুণ তামুলী*

প্ৰথমেই কৈ থোৱা ভাল নামনি অসমত বিহুৰ সলনি ব্যৱহৃত শব্দ দৈম্মী (দোমাহী)। আকৌ ৰঙালী, কঙালী, ভোগালী শব্দৰ ব্যৱহাৰো ইয়াত নাই। বৈহাগোৰ দৈম্মী, কাতিৰ দৈম্মী, মাঘৰ দৈম্মীৰহে ব্যৱহাৰ চলে। এই কথা সৰ্থেবাৰীৰ ক্ষেত্ৰতো প্ৰযোজ্য।

সৰ্থেবাৰীৰ দৈম্মীত আনন্দতকৈ ধৰ্মৰ আচাৰ বেছি। গহেৰ ঘৰত (গোসাই ঘৰত) নাম-কীৰ্ত্তন দৈম্মীৰ প্ৰধান উপজীব্য। ইয়াৰ বিহান (বিহুৱান) খনত মৰমৰ ভাৱতকৈ পৱিত্ৰতা আৰু শুভাকাঙ্খাৰ প্ৰভাৱ বেছি। চিকাৰ জীৱনৰ স্মৃতি মাছমৰা, সাথাক (সাত শাক) তোলা, চিলন কৰা দৈম্মীৰ অঙ্গ। পাউৰা সৰি দৈম্মীৰ ভিতৰতে পালন কৰা এটা সুকীয়া উৎসৱ।

উজনিত ৰঙালী বিহু আৰম্ভ হয় ৰাতি বিহুৰ জৰিয়তে চ'তৰ আৰম্ভণিৰে পৰা। সৰ্থেবাৰীত এই প্ৰক্ৰিয়া আৰম্ভ হয় বিহান প্ৰস্তুতিৰ জৰিয়তে একেই চৈতৰ মাহৰ পৰা। ইয়াত বিহুৰ মূল আকৰ্ষণ বিহান। পৰিয়ালৰ সকলোৰে বাবে আৰু আত্মীয় স্বজনৰ বাবেও চ'তৰ ভিতৰতে বিহান বৈ উলিওৱাতো ইয়াৰ এটা দস্তুৰ। বিহান দুবিধ কাটা (কটা) আৰু আনাকাটা (নকটা)। আনাকাটাৰ মান বেছি। পৰিয়ালৰ বড্ডেকা (বৰডেকা— ডাঙৰ ল'ৰা) আৰু সড্ডেকা (সৰু ল'ৰা, সৰু ডেকা)ৰ লগতে ডাঙৰ জোৱায়েকসকলৰ বাবে আনা কাটা বিহানৰ বিশেষ ব্যৱস্থা। প্ৰসংগত উল্লেখ কৰিব পাৰি ইয়াত বিহান হিচাপে দুহেইতা (দুইহতীয়া), (আঢ়ৈহতীয়া) আঢ়েহেইতা, তিনহেইতা (তিনিহতীয়া) আদি কাপোৰ বা চাদৰ ব্যৱহাৰ হয়। চ'ত মাহৰ ভিতৰতে পাউৰা সৰিৰ বাবেওঁ চিত্ৰ বিচিত্ৰ দাঁৰকা (দাৰ কটা সৰু সৰু কাপোৰ) জীয়ৰী বোৱাৰী সকলে বয়। মানুহৰ বাবে বিহানৰ ব্যৱস্থাৰ কৰাৰ লগতে বিহুৰ লগতে বিহুৰ সমান্তৰাল ভাবে উদ্‌যাপন কৰা পাউৰা সোৰিৰ বাবেও চিত্ৰ-বিচিত্ৰ দাঁৰকা (দাঁৰ কটা বিচিত্ৰ কাপোৰ) বৈ উলিওৱাটো মহিলাসকলৰ বাবে আনন্দ আৰু গৌৰৱৰ কথা।

**পাউৰা সোৰি ঃ**

সৰ্থেবাৰীত অতীতত বিহুৰ সমান্তৰাল ভাবে সাতদিন ধৰি পাউৰা সোঁৰি উৎসৱ পালন কৰিছিল। বৰ্তমান এই উৎসৱ সাত বিহুৰ দিনাখন এদিনীয়াকৈ পালন কৰে। অৱশ্যে পৰম্পৰা অনুযায়ী এটা পাউৰা সাতদিন ধৰি সভাৰ খোলাত থিয় কৰোৱা হয়। পাউৰা সোঁৰি উৎসৱৰ পাউৰাৰ বাঁহ ৰঙালী বিহুলৈ দহ দিনমান থাকোতে সৰ্থেবাৰীৰ ডেকাসকলে সংগ্ৰহ কৰে। অঞ্চলটোৰ যিখন গাওঁত দীঘল মাকাল বাঁহ থকাৰ খবৰ পায় তালৈ দল বান্ধি যায়। বাঁহৰ গৃহস্থই ধৰ্ম কাৰ্য্যত লগা বাবে বিনা পইচাই বাঁহ দিয়ে আৰু বাঁহ আনিব যোৱাসকলক জলপানেৰে আপ্যায়িত কৰে। বাঁহ সংগ্ৰহ কৰি চাচি-চুৰুকি ভাজ-ভুজ মাৰি সাৰ্জু কৰি ৰাখে।

গৰু বিহুৰ দিনাখন ৰাতি পুৱা গৰখীয়াসকলে গৰুৰ বাবে নতুন পঘা বটা, লাত বেঙেনাৰ মালা গঠা, দীঘলতি, মাখিয়তি, বিৰিণা, বেহুবন, আগ্ৰা, বেতৰ পাত, ভাঙ গছৰ পাত সংগ্ৰহ কৰাত ব্যস্ত হয়। ডেকাসকলে দহ বজাৰ আগে আগে ফুলাম গামোছাৰে বিহুৰ পতাকা উত্তোলন কৰি ল'ৰা-ছোৱালীৰ মাজত খেলা-ধেমালি প্ৰতিযোগিতা মুকলি কৰে। সিদিনাই ৰংবিৰঙৰ কাপোৰৰ পটি, চোৰৰ, দাৰকা আদিৰে এটা বাঁহৰ পাউৰা সজাই সভাৰ খোলাত থিয় কৰা হয়। দুপৰীয়াৰ আগে আগে গৰখীয়াসকলে গৰুৰ শিং, কপাল, খুৰা আদিত তেল ঘহি, আল্লা জানৰ ঘাটলৈ লৈ যায়। তাত গৰুক গা ধুৱাই দি গৰুক লাউ, বেঙেনা খুৱাই দিয়ে আৰু গায়।

লাউ খা বেঙেনা খা
বছৰে বছৰে বাঢ়ি যা
মায়ে সৰু বাপে সৰু
তই হবি বৰ গৰু।

গা ধোৱাই উঠি গৰুবোৰ মুকলি পথাৰত দৰখ দিয়ে। পাছত তেওঁলোকে গা ধোৱে আৰু পানীত দুব মাৰি হাতত থকা লাউ, বেঙেনাৰ মালা পৰস্পৰৰ মাজত সাল-সলনি কৰে। মালাবোৰ গোহালিৰ চালত ওলমাই ৰখা হয়। সন্ধিয়া, ৰাতিপুৱা সংগ্ৰহ কৰি থোৱা বিৰিণা, বেহু, আগ্ৰা বেতৰ পাত, ভাঙৰ আগ আদিৰে চোতালত আৰু গোহালি থুপা দি মহ খেদাৰ ব্যৱস্থা কৰি নতুন পঘাৰে গৰু বন্ধা হয়।

মানুহৰ বিহুৰ দিনাখনৰ মুল আকৰ্ষণ বিহান। ৰাতিপুৱাৰ পৰাই বিহান দিয়া আৰু লোৱাৰ বাবে পূৰ্ণ আয়োজন। গা-পা ধোৱাৰ পিছত মাকে জীয়েক-পুতেকক আশীৰ্বাদ সহ বিহান দিয়ে। ঘৈণীয়েকে গিৰিয়েকৰ বাবে বিহান প্ৰস্তুত কৰে যদিও নিজে দিয়াটো নিয়ম নহয়। ঘৰৰ কোনো ব্যক্তি বিহুৰ সময়ত আহিব নোৱাৰে বুলি নিশ্চিত কৈ জানিলে বহাগৰ এক তাৰিখে ল'ব পৰাকৈ বিহান পঠাই দিয়ে।

প্ৰথম বহাগৰ দিনাখনেই সৰ্থেবাৰীৰ ব্যৱসায়ী সকলে বিগত বছৰৰ লাভ লোকচানৰ হিচাব কৰি নতুন হিচাবৰ শুভাৰম্ভ কৰে। ইয়াক ৰামৰামী বোলে। এই উপলক্ষে আবেলি ক্ৰেতাসকলৰ লগতে বন্ধু বান্ধৱক মাতি আপ্যায়ন কৰে।

প্ৰথম বহাগৰ ৰাতি সৰ্থেবাৰীৰ নতুন জোৱাইসকলৰ বাবে নেওতা অনুষ্ঠানৰ আয়োজন কৰে। নতুন জোৱাইৰ লগতে আত্মীয় কুটুম্বক নিমন্ত্ৰণ কৰি ভোজ, ভাত, পায়স, পিঠা, পৰমান্ন খুৱায়। বিয়া, আঠমঙলাৰ পিছত





নেওতাৰ স্থান।

তৃতীয়, চতুৰ্থ আৰু পঞ্চম বিহুৰ দিনত বিশেষ অনুষ্ঠান নাই যদিও দুপৰীয়া গহেৰ ঘৰত (গোসাইঘৰত) নাম কীৰ্ত্তন কৰা হয়। তাৰোপৰি দূৰত থকা আত্মীয়লৈ বিহান পঠাই দিয়াৰ ব্যৱস্থা কৰা হয়।

ষষ্ঠ বিহুৰ দিনাখন ছোৱালী বোৰে দিনত জেতুকা সংগ্ৰহ কৰি ৰাতি দলবান্ধি লগ ভাত খায়। খোৱাৰ পিছত হাতত জেতুকাৰ ৰং লগাই শুই থাকে। সেই দিনটো ছোৱালীবোৰৰ বাবে বৰ স্ফূৰ্তিৰ দিন।

সপ্তম বিহুৰ দিনাখন দোকমোকালিতে ছোৱালীবোৰে হাতে হাতে চালনি লৈ দল বান্ধি পথাৰলৈ ওলাই যায়। সাথাক তোলাৰ বাবে। পথাৰত লহ পহকৈ গজি থকা সাতবিধ শাকেৰে চালনি ভৰ্তিকৰি ঘৰলৈ ঘূৰি আহে। দুপৰিয়া সাতশাকৰ আঞ্জাৰে ভাত খায়। এবিধ শাকৰ লগত কুমলীয়া আম মিহলাই দিয়ে। আম দিয়াৰ অৰ্থ সেই দিনৰ পৰা আম খোৱা যায়। আবেলি প্ৰতিটো চুপাৰ পৰা পাউৰা বাঁহ সজাই সমদল কৰি সভাৰ খলালৈ অনা হয়। সেই দিনা পাউৰা সোৰি চাবলৈ অঞ্চলটোৰ সকলো ঠাইৰ মানুহ সৰ্থেবাৰীত গোত খায়। সেই দিনাৰ বিশেষ আকৰ্ষণ হ'ল থিয়নাম। সমবেত ৰাইজে পাউৰাৰ সম্মুখত থিয় নামৰ আয়োজন কৰে। থিয় নামৰ পিছত সভাৰ খোলাত লগ লগা পাউৰাবোৰৰ আটাইতকৈ ওখ পাউৰাটোক পুৰস্কৃত কৰি সকলোৱে পাউৰাক প্ৰণাম কৰে আৰু পাউৰাৰ গুৰৰ মাটিৰে কপালত ফোট লয়। লগতে বিগত বছৰৰ সমূহীয়া কামৰ খতিয়ান আলোচনা কৰি নতুন বছৰৰ সফলতা লাভৰ বাবে ঈশ্বৰৰ ওচৰত আশীৰ্বাদ বিচাৰে। এয়ে পাৰ হৈ যোৱা বছৰৰ সোঁৱৰণ বা পাউৰা সোৰি উৎসৱ। (পাৰ হৈ যোৱা বছৰৰ সোৰি = পাৰ সোৰি /পাউৰা সোৰি)। শেষত হৰিধ্বনি আৰু উৰুলিৰ মাজেৰে পাউৰা বোৰ নমাই লৈ যোৱাৰ ব্যৱস্থা কৰা হয়। ইয়াত কিছুমানে পাউৰাৰ আগ ভাঙি নি ঘৰৰ পাউৰাৰ বাহত দিয়ে। পাউৰা নমোৱাৰ পিছত ল'ৰা-ছোৱালীয়ে নতুন বিছনিৰে পাউৰৰ গাত বাহ দিয়ে। তাৰ পিছত হে বিছনীৰ ব্যৱহাৰ কৰাটো নিয়ম! বিহুৰ লগে লগে যে গৰমো আহি আছে তাৰ প্ৰতীক হিচাবে এই পাউৰক বিছনীৰ বা দিয়া প্ৰথা চলি অহা যেন লাগে। ঠিক সেই দৰে প্ৰথম বিহুৰ সন্ধিয়া মহ খেদাৰ বাবে থুপাৰ আয়োজনেও মহৰ আগমনৰ সংকেত দিয়ে।

কাতিৰ কঙালি বিহুৰ দিনাখন ৰাতিপুৱাই আলপা জানৰ পৰা (আলতিয়া) মাটি আনি চোতালৰ পূৰ দিশত একোটা ভিঠা সাজি তাত এজোপা তুলসী গছ ৰোৱা হয়। ঘৰ চোতাল মাটিৰে মছে। আবেলি খেতি পথাৰত চাকি জ্বলাই লক্ষ্মীদেৱীৰ উদ্দেশ্যে প্ৰসাদ আগবঢ়ায়। সন্ধিয়া ঘৰৰ চাৰিওফালে, পদুলি মূৰত, তামোল, নাৰিকল আদি ফলৰ গছৰ তলত মিঠাতেলৰ চাকি জ্বলায়। কিছুমানে আকাশ বন্তিও জ্বলায়। সন্ধিয়াৰ পিছত প্ৰতি ঘৰে ঘৰে তুলসীৰ তলত থাপনা পাতে আৰু সমাজৰ সকলোৰে লগ লাগি নাম কীৰ্ত্তন কৰি বা কেতিয়াবা হৰি ধ্বনি দি প্ৰসাদ বিতৰণ কৰে। এনেকৈয়ে হৰি নামৰ মাজেদিয়ে কঙালি বিহুৰ সামৰণি পৰে। সাধাৰণতে চুপাবোৰৰ বিভিন্ন অংশত জ্ঞাতিৰ মানুহে ঘৰে ঘৰে গৈ দলগত ভাৱে হৰিধ্বনি কৰি প্ৰসাদ ভগা॥। মাহটোৰ ভিতৰত প্ৰায়বোৰ মানুহে নিজাকৈ ঘৰত নাম ধৰে। চুপাৰ গোসাইঘৰত সমূহীয়া নামৰ ব্যৱস্থাও চলে।

পুহ মাহৰ সংক্ৰান্তিত ভোগালি বিহু যদিও সৰ্থেবাৰীৰ ডেকাসকলৰ গাত পুহ মাহৰ ১৫ তাৰিখ মানৰ পৰাই বিহুৰ বতাহ লাগে। ডেকাবোৰে ভেলা পুজি আৰু ভেলা ঘৰৰ বাবে বাঁও ধানৰ নৰা সংগ্ৰহ কৰাত ব্যস্ত হৈ পৰে। নৰা টনাও এক ৰঙৰ উৎসৱ। আনহাতে তিৰোতাবোৰে সান্দাহ কুটা কামত লাগি যায়। কেবা ঘৰৰ তিৰোতা লগ লাগি একেলগে সান্দাহ কুটে। সান্দা কুটাও এটা উৎসৱ সদৃশ। 'শৰণ হোৱা' আৰু 'ভালে খোৱা' তিৰোতাইহে সান্দা কুটে। বিহুলৈ পাঁচ দিন মান থাকোতে নৰা সংগ্ৰহ কৰা কাম সমাপ্ত কৰি যিসকলৰ ঘৰত বাঁহ আছে তেওঁলোকৰ ঘৰে ঘৰে গৈ ডেকাবোৰে বাঁহ সংগ্ৰহ কৰে। বিহুৰ দুদিনমান আগত ভেলাঘৰ আৰু পুজি বন্ধা কাম সম্পূৰ্ণ কৰে ইয়াৰ পুঁজি নলবাৰী, টিহু অঞ্চলৰ দৰে নহয়। জেকনিৰ সৈতে বাহৰ আগলি অংশ ওপৰলৈ ওলাই থাকে। জুই দিয়াৰ আগে আগে তাত ধৰি মেৰিয়াই দিয়া হয়। উৰুকাৰ দিনাখন আন অঞ্চলৰ নিচিনা ইয়াত সমূহীয়া ভোজ ভাতৰ ব্যৱস্থা কৰা নহয়। প্ৰতি ঘৰতেই উৰুকাৰ ৰাতি মাছ, মাংসৰ আয়োজন কৰা হয়। সমনীয়া ল'ৰা লগ লাগি লগভাতৰ আয়োজন কৰে। লগভাত খোৱাৰ পিছত ৰাতি ভেলা ঘৰত শুই থাকে। সংক্ৰান্তিৰ দিনাখন দোকমোকালিতে উঠি আলপা জানত গা ধুই আহি হৰি ধ্বনি দি মেজিত জুই দিয়ে আৰু মাহ মুগ তিল চতিয়াই অগ্নি সেৱা কৰি মেজিৰ জুইৰ ছাইৰে কপালত খোট লয়। পোহনীয়া গৰু, ছাগলীৰ গাতো ফোট দিয়ে। ইয়াক ফট্‌ল বোলে। তাৰ পিছত প্ৰতি ঘৰত লাৰু পিঠা মাহ কাৰাই খোৱা পৰ্ব আৰম্ভ হয়। দুপৰীয়া বিহুৰ তিনিদিন গোসাই ঘৰত নাম-কীৰ্ত্তন কৰি আহি দৈ-চিৰা খায়। আজি কালি অৱশ্যে এঠা ধৰা দৈ পাবলৈ নাই। বৰ্তমান দৈৰ অভাৱ আৰু উৰ্দ্ধমুখী দামৰ বাবে কিছুমানে ভাত ৰান্ধি খোৱাও দেখা যায়। দ্বিতীয় দিনাখন আন অঞ্চলত পুনৰ মেজি জ্বলোৱাৰ বিপৰীতে ইয়াত ভেলা ঘৰহে জ্বলায়।

মাঘৰ বৰ্দৈম্মীত (বৰদোমাহিত) ৰাতিপুৱাই নমতা চিলন কৰা, নমতাকৈ গছত কোবোৱা, দিনত পান্তা (পইতা) ভাত খোৱা লোকাচাৰ প্ৰচলিত। নভজা মাহকাৰে দলিয়াই অগ্নিক সেৱা কৰা, ছাইৰ ফোট লোৱা, নামকীৰ্ত্তন কৰা আদি নীতি নিয়মো পৱিত্ৰতাৰে পালিত হয়। ইয়াৰ লগতে আধাপুৰা বাঁহৰ চুঙালৈ মাহ কাৰে খোৱাৰ স্ফুৰ্টিও বিৰাজমান। 'মাহকাৰে খাউ বাটে বাটে যাউ, মোল্লগক জুনি আহে তাকো এগ্গাল দেউ' বুলি ল'ৰা-ছোৱালীয়ে গীত গায়।

সামগ্ৰিক ভাৱে চালে দেখা যায় সৰ্থেবাৰীৰ বিহুত ধৰ্মীয় পৱিত্ৰতাৰ ভাব বেছি। বৈষ্ণৱ নামধৰ্মৰ ভূমিকা ইয়াত মুখ্য। ভোৰতাল, নাম-প্ৰসঙ্গ, সেৱা সৎকাৰ আদি বিহু পাউৰাসোৰি সকলোতে সম্পৰ্কিত হৈ আছে। মুখ্যত আমি ক'ব খোজা হৰিধ্বনিয়ে সৰ্থেবাৰীৰ জীৱন আৰু ই বিহুৰ মাজত এৰাব নোৱাৰাকৈ সোমাই আছে।●

আলচটি যুগুত কৰোঁতে শিক্ষাগুৰু ˚ লোহিত ডেকা দেৱৰ সৰ্থেবাৰী পাউৰা সোৰি উৎসৱঃ উভতি চাওঁ প্ৰৱন্ধ, ডঃ লীলা গগৈৰ "অসমৰ সংস্কৃতি", ডঃ নিৰ্মলপ্ৰভা বৰদলৈৰ "অসমৰ লোক সংস্কৃতি" পুথিৰ সহায় লোৱা হৈছে।— লেখক

# সৰুক্ষেত্ৰী অঞ্চলৰ সাহিত্য

*প্ৰণৱ কুমাৰ পাটোৱাৰী*

অতীজৰ পৰা বৰপেটা অঞ্চল এটা নিজস্ব শৈলীৰ আপোন ঐতিহ্যৰে গৌৰৱান্বিত অঞ্চল । বৰপেটা অঞ্চল বোলোতে তাহানিৰ অবিভক্ত কামৰূপ জিলাৰ অন্তৰ্গত বৰপেটা মহকুমাৰ বৰ্তমানৰ বৰপেটা জিলাৰ সমগ্ৰ ঠাইকে সাঙুৰি লোৱা হৈছে । এই জিলাৰ সাহিত্য, কলা-কৃষ্টি, কথন-লিখন সকলো ক্ষেত্ৰতে নিজস্বতা বিৰাজমান । এই অঞ্চলৰ সাহিত্যক্ষেত্ৰৰ এক তেজস্বী ধাৰা অতীজৰে পৰা বৰ্তমানলৈ বৈ আছে । লৌকিক বেদ হিচাপে সমাদৃত সকলোৰে মুখে মুখে প্ৰচলিত 'ডাকৰ বচন'ৰ ডাক পুৰুষ জনা বৰপেটা জিলাৰ লেহিডঙৰাত জন্ম লাভ কৰিছিল । অনেক মহৎ সাহিত্যৰ স্ৰষ্টাই এই জিলাখনক ধন্য কৰি থৈ গৈছে "জয়দ্ৰথ বধ" কাব্যৰ প্ৰণেতা কবিবৰ কবিৰত্ন ৰাম সৰস্বতী ছেহিশিলাত উপজিছিল । পীতাম্বৰ কবিয়ে "উষা পৰিণয়" আৰু "নল দময়ন্তী" কাব্য ৰচনা কৰিছিল । বৰপেটা ধামতে জগত গুৰু শংকৰদেৱে অনেক গীত পদ, অঙ্কীয়া নাট আদিৰ লগতে ভাগৱতৰ পদ ভাঙনি কৰিছিল । তেৰাৰ প্ৰধান শিষ্য মাধৱদেৱে ইয়াতেই নাম-ঘোষাৰ পদ ৰচনা কৰিছিল । বৰনগৰ অঞ্চলৰ ভেবাগ্ৰাম অসমীয়া কথা সাহিত্যৰ জনক ভট্টদেৱৰ জন্ম স্থান, বৰনগৰৰ মহাকবি বিদ্যা পঞ্চাননে মহাভাৰতৰ "ভীষ্মপৰ্ব" আৰু "কৰ্ন পৰ্ব" ৰচনা কৰিছিল । সিংহপুৰুষ অম্বিকাগিৰি ৰায়চৌধুৰী, বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰী, ভাষাবিদ্ পণ্ডিত বাণীকান্ত কাকতি, হৰেন্দ্ৰনাথ শৰ্মা, ৰঘুনাথ দেৱচৌধুৰী আদিয়ে অসমীয়া সাহিত্যলৈ আপুৰুগীয়া অৱদান আগবঢ়াই গৈছে ।

আমি এই প্ৰৱন্ধত বৰপেটা জিলাৰ প্ৰসিদ্ধ অঞ্চল বৃটিছ চৰকাৰৰ খাজনা নীতিৰ বিৰুদ্ধে ১৮৯৪ চনতে বিদ্ৰোহঘোষণা কৰা, মহাপুৰুষ শংকৰ, মাধৱ, দামোদৰ, হৰিদেৱৰ মিলন তীৰ্থ বিশ্ববিখ্যাত কাঁহ-পিতলৰ শিল্প খ্যাত সৰ্থেবাৰী অঞ্চলৰ সাহিত্য চৰ্চাৰ ওপৰত আলোকপাত কৰিমহঁক ।

ষোড়শ শতিকাৰ পৰা ঊনবিংশ শতিকালৈ সৰুক্ষেত্ৰী বা সৰ্থেবাৰী অঞ্চলৰ কলা-সাহিত্যৰ এটা সোণালী যুগ আছিল । এই যুগৰ আৰম্ভণিতে অসমীয়া গদ্য-সাহিত্যৰ পিতৃস্বৰূপ ভট্টদেৱ ব্যাসকুছি সত্ৰত বহি নতুন শৈলীৰে 'কথা-গীতা' 'কথা ভাগৱত' আৰু 'কথা ভক্তি ৰত্নাৱলী' ৰচনা কৰি অকল অসমীয়া সাহিত্যতে নহয়, সমগ্ৰ ভাৰতবৰ্ষৰ সাহিত্য জগতত এটা নব্য ধাৰাৰ সূচনা কৰিছিল । কথা সাহিত্যৰ বুৰঞ্জীত ইংলেণ্ডৰ হুকাৰ আৰু লোটিমাৰৰ পিছতে তৃতীয়জন হ'ল শ্ৰী ভট্টদেৱ । তেখেতৰ "নাম মালিকা", প্ৰসঙ্গমালা", "নন্দোৎসৱ', "বিষ্ণু সহস্ৰনাম", "ভক্তি বিবেক" অদি কাব্য আজিও যুগজয়ী হৈ আছে । এই সত্ৰতে ভকত ধূলি নামৰ আন এজন বৈষ্ণৱে "শ্ৰীশ্ৰী অৰ্জুনদেৱচৰিত" নামৰ অমূল্য পুথিখন ৰচনা কৰি গৈছে ।

এই ঐতিহ্যময় অঞ্চলৰে বৰকাপলা সত্ৰ নিবাসী বিদগ্ধ সংস্কৃত পণ্ডিত গোবিন্দ মিশ্ৰই প্ৰথমে চমু ব্যাখ্যাসহ "শ্ৰীশ্ৰী কৃষ্ণ গীতা"ৰ অসমীয়া ভাঙনি কৰে । হেলচা নিবাসী পণ্ডিত লক্ষ্মীনাথ দ্বিজে মহাভাৰতৰ "শান্তি পৰ্ব"ৰ পদ অসমীয়া ৰচনা কৰিছিল । ই এসময়ত বি. এ. মহলাৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত আছিল । একে গাঁৱৰে নাৰায়ণদেৱ ভট্টাচাৰ্যই ৰচনা কৰা "মাৰ্কণ্ডেয় পুৰাণ" আৰু "ভগৱত পুৰাণ"ৰ গীত পদ সমূহ অমূল্য ৰত্ন । সেই সময়ৰে বৰশলাগাওঁৰ ৰঘুপতি ভূঞাৰ "ধৰ্মদেৱ চৰিত", "গোমথাৰ বংশাৱলী" দুখন উল্লেখযোগ্য পুৰণি প্ৰকাশিত পুথি ।

পল্লা সত্ৰৰ বিদ্যাবাগীশ আৰু আত্মাৰাম গোস্বামীয়ে ৰচনা কৰা "অংকীয়া নাট" আৰু প্ৰাচীন ৰাগ-ৰাগিণীৰ "গীত-পদ" সমূহে সেইকালৰ সৰ্বজন জ্ঞাত ভোলা ভাউৰাৰ ভাওনা দলক প্ৰাণোচ্চল কৰি ৰাখিছিল । ভোলা ভাউৰাই নিজেও অনেক গীত-পদ ৰচনা কৰিছিল । উক্ত সত্ৰৰে বিদ্যা বাগীশৰ সংস্কৃত টোলত শিক্ষা লাভ কৰা মহাপণ্ডিত ধীৰেশ্বৰ আচাৰ্যই "বৃত্তমঞ্জৰী" নামৰ অমূল্য ছন্দ শাস্ত্ৰৰ পুথিখন ৰচনা কৰে । আমৃখোৱা গাওঁৰ শিৱদত্ত অধ্যাপকে "ৰাম বনবাস" আৰু "প্ৰহ্লাদ চৰিত" নামৰ অংকীয়া নাট দুখন ৰচনা কৰিছিল ।

এই অঞ্চলৰ সত্ৰ আৰু সংস্কৃতটোল সমূহ আছিল মহা মহা পণ্ডিত আৰু ৰচকৰ চিন্তা চৰ্চাৰ কেন্দ্ৰস্থল । এনে পণ্ডিত আৰু ৰচক সৰ্থেবাৰীককেন্দ্ৰ কৰি ব্যাসকুছি, বৰকাপলা, ৰাউলী, লচিমা, বণিয়াকুছি, পল্লা, হেলচা, দাহুদী, হাবিঘাটা, কাবাকুছি, গোমূৰা আদি সত্ৰ আৰু টোলত যথেষ্ট সংখ্যক আছিল বুলি শুনা যায় । এসময়ত অসমীয়া ভাষা, সাহিত্য, কলা, কৃষ্টি, শাস্ত্ৰ, ব্যাকৰণজ্যোতিষ, সংগীত, আয়ুৰ্ব্বেদ আদি সকেলো বিষয়ৰ পণ্ডিত সকলৰ অমূল্য অৱদান এই অঞ্চলৰ প্ৰায় সকলো গাওঁ-ভূঁইতে সিঁচৰতি হৈ আছিল । কিন্তু ঊনবিংশ শতিকাৰ শেষাৰ্দ্ধত ১৮৯৭ চনৰ বৰভূমিকম্পৰ খণ্ড প্ৰলয়ত এই অঞ্চলৰ সোণালী যুগৰ সকলো সম্পদ, জ্ঞানৰ অমূল্য ভাণ্ডাৰ, মহান ৰচনাৰাজি উটি ভাঁহি নিঃশেষ হৈ গ'ল । নিজৰ প্ৰাণকো তুচ্চ জ্ঞান কৰি জ্ঞানী সকলে সংৰক্ষণ কৰা উপৰ্যুক্ত গ্ৰন্থকেইখনৰ লগতে হাবিঘাটাৰ পণ্ডিতে ৰচনা কৰা "জ্যোতিষ আৰু কাইথেলি অংক", কাবাকুছিৰ ৰমাকান্তদেৱ বিৰচিত "ক্ৰিয়া কৰ্ম কাণ্ড" আদি কেইখনমান শাস্ত্ৰহে উদ্ধাৰ হ'ল ।

ধ্বংসপ্ৰাপ্ত সোণালী যুগৰ নৱ অভ্যুদয়ৰ পুনৰ সূচনা হয় বিংশ শতাব্দীত । "হে মাধৱ কি দিব যাধৱ ৰায়, ব্ৰহ্মাণ্ডৰ ভিতৰে যত বস্তু আছে, সমস্তে তোমাতে পায় ।" —এনেদৰে ব্যাসকুছি সত্ৰৰ সত্ৰাধিকাৰ যোগেশ্বৰগোস্বামীয়ে আকুল আহ্বানেৰে অনেক গীত-পদ ৰচনা কৰে আৰু সেইবোৰ ভকত-সজ্জনৰ মুখে মুখে আজিও প্ৰচলিত আছে । সেই সময়তে গোমূৰাৰ লোকনাথ শৰ্মাই "অসমীয়া ব্যাকৰণ", "নিত্য কৰ্ম পদ্ধতি" আৰু পাটীগণিতৰ দৰে জটিল বিষয়ৰ পুথি ৰচনা কৰি অসমীয়া ভাষা সাহিত্যক এখোজ আগবঢ়াই থৈ গ'ল । বৰশালা গাওঁৰ গণপতি ভূঞাৰ "সাহিত্য সুহৃদ ব্যাকৰণ" খনো এনে এখন উল্লেখযোগ্য পুথি ।

পাশ্চাত্য শিক্ষাৰে শিক্ষিত জিলাৰ প্ৰথম 'অনাৰ্চ গ্ৰেজুৱেট "চন্দ্ৰকান্ত অভিধানৰ" প্ৰথম প্ৰধান সংকলক কোহিৰাম দাস সৰ্থেবাৰীৰ এজন সু-সন্তান আছিল । চেতনা, বাঁহী, আসাম বান্ধৱ জয়ন্তী, বৰদৈচিলা, পখিলা আদি আলোচনীৰ নিয়মীয়া নিৱন্ধকাৰ দাস দেৱৰ "ভাৰতৰ ধৰ্মগুৰু সকল" (অপ্ৰকাশিত গ্ৰন্থখন অসম সাহিত্য সভাৰ ৬১ তম অধিবেশনৰ আদৰণি সমিতিয়ে প্ৰকাশ কৰিছে ।) আৰু "মোৰ আত্মজীৱন চৰিত" দুখন উল্লেখযোগ্য ৰচনা । ইয়াৰোপৰি তেখেতে কেবাজনো সু-সাহিত্যিকৰ গ্ৰন্থৰ পাতনিও লিখি গৈছে । তেখেতৰ অসমাপ্ত "কামৰূপী শব্দকোষ" নামৰ অভিধানখনো উল্লেখযোগ্য শব্দ ভাণ্ডাৰ । বিশিষ্ট শিক্ষাবিদ নন্দেশ্বৰ দাসৰ "ভূমি ৰাজহ নিৰিখ", "সাবিত্ৰী", "যোগবাশিষ্ট ৰামায়ণ", "ৰাণী চুড়ালা", "ভাগৱত ধৰ্ম" নামৰ গ্ৰন্থসমূহে তেখেতৰ সাহিত্য প্ৰতিভাৰ চিনাকি দিয়ে । ভাষাবিদ্ বাণীকান্ত কাকতিৰ সহপাঠী সৰ্থেবাৰীৰ কৃপানাথ চৌধুৰী এগৰাকী সু-নাট্যকাৰ আৰু গীতিকাৰ আছিল । তেখেতৰ "ভাৰতগৌৰৱ", "কৰ্ণাৰ্জুন", ভীষ্ম পৰাজয়", "বনবীৰ" নাট্য সম্ভাৰ আৰু ১০১ টা গীতৰ সংকলন 'বিয়া বৰ্ণনা" নামৰ গীতিকাব্যখন নামনি অসমৰ জন সংস্কৃতিৰ এখন নিৰ্ভৰযোগ্য দলিল । নদীৰ তাৰী গাওঁৰ বনমালী ভট্টৰ "স্কাউট আৰু ক্লাৱ" আৰু "অষ্ট্ৰেলিয়া ভ্ৰমণ" দুখন উল্লেখনীয় প্ৰকাশিত গ্ৰন্থ । গীতিকাৰ, সুৰকাৰ ওস্তাদ্ জলতিমোহন তামুলীয়ে সেইসময়তে যাত্ৰা পাৰ্টি খুলি সহ অভিনয়ৰ পাতনি মেলিছিল । তেখেতে কেবাখনে বঙালী নাট অসমীয়ালৈ অনুবাদ কৰি মঞ্চস্থ কৰিছিল । আমৃখোৱাৰ শিৱনাথ ডেকাই যাত্ৰা পাৰ্টিৰ উপযোগীকৈ প্ৰায় ২৫খনমান নাটক অনুবাদ কৰিছিল বুলি জনা যায় । তাৰ ভিতৰত "নিৰ্বাণ পতাকা" বা "কুণাল" আৰু "গন্ধেশ্বৰী" উল্লেখযোগ্য সফল অনুবাদ নাটক । একে গাওঁৰে ধৰ্মকান্ত গোস্বামীয়ে "ৰাধাৰ কলংক" নামৰ নাটখন ৰচনা কৰিছিল । এই অঞ্চলৰে গীতিকাৰ, সুৰকাৰ বাপুৰাম দাসে কেবাখনো বিখ্যাত উপন্যাসৰ নাট্যৰূপ দিছিল । তাৰ ভিতৰত ৰজনীকান্ত বৰদলৈৰ "মনোমতী" নাট্যৰূপ বিশেষভাৱে উল্লেখযোগ্য । "জয় জয় গান্ধীজী" নামৰ কবিতাৰ পুথিখন তেখেতৰ উল্লেখযোগ্য প্ৰকাশিত কাব্য ।

সমগ্ৰ সৰ্থেবাৰী অঞ্চল তথা অসমৰ গৌৰৱ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ আৱাহন যুগৰ শ্ৰেষ্ঠ লেখক, নিৰ্ভীক সমালোচক, গাল্পিক হলিৰাম ডেকা আছিল অসমীয়া পত্ৰউপন্যাস সাহিত্যৰ ভেঁটি গঢ়োতা । তেখেতৰ প্ৰকাশিত পুথি "যৎকিঞ্চিত্", "অলকালৈ চিঠি", "অৰুণালৈ চিঠি", "হলীৰাম ডেকাৰ গল্প সংকলন" অসমীয়া সাহিত্যৰ লেখত লবলগীয়া গ্ৰন্থ ।" "চিত্ৰসেন যখৰীয়া" ছদ্মনাম লৈ তেখেতে ব্যঙ্গ ৰচনাও লিখি গৈছে । তেখেতৰ বহুতো গল্প আৱাহনৰ পাতত এতিয়াও সিঁচৰতি হৈ আছে । এই অঞ্চলৰ আন এগৰাকী শিক্ষাবিদ, সমাজ সংস্কাৰক হেড পণ্ডিত নামে খ্যাত হৰিচৰণ তালুকদাৰো এজন সু-লেখক আছিল । তেখেতৰ "গণনাবোধ", "চানেকি ধাৰাপাত", "গীতা পৰিচয়", "হেৰোৱা জীৱনৰ সৌৰৱণ" আদি প্ৰকাশিত গ্ৰন্থই সাহিত্য প্ৰতিভাৰ চিনাকি দাঙি ধৰে । তেখেতে প্ৰবাদ বাক্য আৰু জতুৱা খণ্ডবাক্যৰ পাণ্ডুলিপি এখনো লিখি থৈ গৈছে ।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ যোদ্ধা পল্লা সত্ৰৰ ৰজনীকান্ত গোস্বামীয়ে "প্ৰতিভা" নামৰ আলোচনীখন সম্পাদনা কৰাৰ উপৰিও "কটনিয়ান"ৰো সম্পাদক আছিল । নিবন্ধকাৰ গোস্বামীৰ উৰিষ্যাৰ ৰাজনৈতিক পটভূমিৰ ওপৰত ৰচনা কৰা একমাত্ৰ উপন্যাস "পথৰ সন্ধানত" এখন মানবিশিষ্ট গ্ৰন্থ । অম্বিকাগিৰি ৰায়চৌধুৰীৰ মতে - —"এই দশকত তোমাৰ "পথৰ সন্ধানত" খনকে সকলোতকৈ উৎকৃষ্ট ৰচনা আৰু এইবাবেই ই ভাৰত চৰকাৰৰ সাহিত্য একাডেমীৰ দ্বাৰা পুৰস্কৃত হ'ব লাগে ।" সেই সময়ৰে আন এজন মুক্তি যোদ্ধা বহুমুখী প্ৰতিভাৰ আকৰ কাবাকুছিৰ দেৱেন্দ্ৰনাথ শৰ্মাৰ সাহিত্য কীৰ্তি লেখত ল'বলগীয়া । আৱাহন, জয়ন্তী, মিলন, কামৰূপাৰ গৰা বোম্বেৰ নেশ্চনেল হেৰাল্ডলৈ প্ৰায় সকলো কাকত আলোচনীতে তেখেতৰ জ্ঞানগৰ্ভ লেখা সিঁচৰতি হৈ আছিল । "মিলন" অসম বাইজ, সাদিনীয়া আসাম সেৱক, দৈনিক শান্তিদূত আদি শৰ্মাই সম্পাদনা কৰাৰ উপৰিও "পাঁচ বছৰীয়া পৰিকল্পনা", "কুৰি শতিকাৰ মহান বিপ্লৱী", "স্বাধীনতা সংগ্ৰামৰ ইতিহাস", "সমস্বত্ববাদ", "মৌলানা আবুল কালাম আজাদ" আদি গ্ৰন্থ লিখি প্ৰকাশ কৰিছিল । সৰ্থেবাৰীৰ দংশীৰাম পাটোৱাৰীৰ কৃষ্ণপুৰী সন্ন্যাসীৰ "মাধুৰী গীত" আৰু পদ ছন্দত লিখা "ব্ৰহ্মচৰ্যবোধ" প্ৰকাশিত পুৰণি পুথি ।

সখি সংঘ গঠন কৰি কণ কণ মইনাহঁতক সংগঠিক ৰূপত গান-বাজনাকে আদি কৰি সকলো দিশতে সু-শিক্ষা দিবলৈ অহোপুৰুষাৰ্থ কৰা ভক্ত দাস আতৈ এজন সু-সাহিত্যিকো আছিল । তেখেতৰ "ছয় ৰিপু" নামৰ পদ-পুথিখনে সাহিত্য প্ৰতিভাৰ পৰিচয় দিয়ে । "ভক্ত মাহাত্ম্য" আৰু "ভক্ত প্ৰহ্লাদ" আতৈয়ে এৰি যোৱা দুখন উল্লেখযোগ্য পাণ্ডুলিপি । সৰ্থেবাৰীৰ নাট্যকাৰ বিদুৰ চন্দ্ৰ ডেকাই "জন্মাষ্টমী" নাটখন ৰচনা কৰি সুখ্যাতিৰে মঞ্চস্থ কৰিছিল । বাদকচেনীৰাম ৰায়নে "ৰুক্মিণী হৰণ" আৰু "ঘূঞ্চা যাত্ৰা" নামৰ দুখন নাট ৰচনা কৰিছিল বুলি জনা যায় । সৰ্থেবাৰীৰে নিৱন্ধকাৰ কন্দৰ্প ডেকাই "জয়ন্তী" আলোচনীত স্বভাৱ চিকিৎসাৰ ওপৰত এলানি প্ৰৱন্ধ লিখিছিল ।

শিক্ষাবিদ্ বিদগ্ধ সংস্কৃত পণ্ডিত, ব্যাসকুছিৰ ৰজনী কান্ত দেৱশৰ্মাই

লিখা তত্ত্বগধুৰ প্ৰবন্ধ আবাহন, সুৰভি আদিত প্ৰকাশ পাইছিল । তেখেত অসম সাহিত্য সভাৰ পত্ৰিকাৰ সম্পাদকো আছিল । সংস্কৃতৰ "মুদ্ৰাৰাক্ষস" নাট অসমীয়ালৈ অনুবাদ কৰিছিল । মহাভাৰতৰ অসমীয়া ভাঙনিৰো তেখেত এজন সম্পাদক আছিল । কৌটিল্যৰ "অৰ্থশাস্ত্ৰ" সম্পাদনা কৰাৰ উপৰিও শৰ্মা এজন সহযোগী অনুবাদকো আছিল । তেখেতে ড. মহেশ্বৰ নেওক আৰু নৰকান্ত বৰুৱাৰ সৈতে এখন আধুনিক অসমীয়া অভিধানো সংকলন কৰিছে । অধ্যক্ষ হৰিশ গোস্বামীয়ে মাৰ্জিত ৰুচিৰ প্ৰবন্ধপাতি আৰু স্কুল কলেজৰ পাঠ্য পুথি ৰচনা কৰিছে । অধ্যক্ষ বন্ধুৰাম ডেকাও এজন ভাল নিৰন্ধকাৰ ।

'অসম বাইৰণ' ব্যাসকুছিৰ দীনবন্ধু তালুকদাৰৰ "প্ৰাণৰ গীত' "মানস গীতি", "প্ৰেমৰ সুৰ", "মৈদাম ৰহস্য" প্ৰকাশিত গীতি-কাব্যকেইখনে তেখেতৰ কাব্য প্ৰতিভাৰ চিনাকি দিছে । কৃষ্ণকান্ত সন্দিকৈয়ে তেখেতৰ কবিতাৰ ওপৰত মন্তব্য কৰি কৈছিল "I have read with interest "Pranar geet". It is a delightful exercise in Poetic dection." "অসমকেশৰী" অম্বিকাগিৰি" তালুকদাৰৰ প্ৰকাশিত জীৱনী গ্ৰন্থ । বৰকাপলাৰ বিৰহী কবি উপেন শীলৰ "স্মৃতিৰেখা" এখন উচ্চ মানদণ্ডৰ কাব্য সাহিত্য । সৰ্থেবাৰীৰ ধৰণী ডেকাৰ "মানৱ দিন" নাটখনে সমাদৰ পাইছে । ডেকাৰ "মুক্তিৰ বলি", "জীৱন ধুমুহা" আদি নাটকৰ পাণ্ডুলিপিও আছে ।

সাংবাদিক, কৃতী শিক্ষক সৰ্থেবাৰীৰলোহিত চন্দ্ৰডেকাই (L. C. Deka) ই শান্তিদূত, জনমভূমি, অসম বাইজ, নীলাচল আদি কাকত আলোচনীত শিল্প আৰু সংস্কৃতিৰ ওপৰত কেবাটাও মূল্যবান প্ৰবন্ধ লিখিছে । "নীৰৱ সাধককোহিৰাম দাস" তেখেতৰ একমাত্ৰ প্ৰকাশিত পুথি যদিও "সংস্কৃতিৰ এখিলা পাত", "চাৰিওফালে হৰিনাম ই যেন বৈকুণ্ঠধাম", "মাৰাঠা কেশৰী", "দাতাকৰ্ণ" আদি কেবাখনো পাণ্ডুলিপি এৰি থৈ গৈছে । সৰ্থেবাৰীৰ সাহিত্যিক ভূপেন্দ্ৰনাথ চৌধুৰীৰ এখন ব্যাকৰণৰ উপৰিও বিশ্বৰ বছা বছা গল্পৰ ভাঙনি "এধাৰি হাৰ" আৰু ধুনীয়া ল'ৰা ছোৱালী" নামৰ শিশু সাহিত্য প্ৰকাশ পাইছে । সৰ্থেবাৰীৰ নবীন চন্দ্ৰ ডেকাৰ "এম-এল-এ" আৰু "মৃগ তৃষ্ণা" দুখন সমাদৃত উপন্যাস । "হিয়াৰ সুৰ", "যৌৱন স্বপ্ন" ডেকাৰ কাব্য প্ৰতিভাৰ পৰিচায়ক । "পদ্মনাথ গোহাঞি বৰুৱাৰ জীৱন কৰ্মৰ পৰিচয়" আৰু "মহাপুৰুষৰ জীৱন সৌৰৱণ" দুখন উল্লেখযোগ্য জীৱনী গ্ৰন্থ ।

এই অঞ্চলৰ প্ৰতিষ্ঠিত সু-সাহিত্যিক ধৰ্মেশ্বৰ ডেকাই অসমীয়া সাহিত্য জগতলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়াই গৈছে । তেখেত বিভিন্ন প্ৰবন্ধ-পাতিৰ উপৰিও দহখন প্ৰকাশিত গ্ৰন্থৰ ৰচক । "অপূৰ্ণ", "বঞ্জিত তৰ্পণ", "ৰঙা চীন", "প্ৰতিশোধ", "ভৃগু তুমি উঠা", "কুহেলিকা", "মুক্তি ছন্দা,", "নাম মঞ্জৰী আৰু শিশুমালিতা" কবিতা পুথিসমূহে তেখেতৰ কাব্য প্ৰতিভাৰ পৰিচয় দিয়ে । ডেকাৰ "সপোন কুঁৱৰী" উপন্যাস আৰু "কঁহাবৰ অৱদান" প্ৰকাশিত অনাতাঁৰ নাট । ব্যাসকুছিৰ হেমকান্ত গোস্বামীৰ "বীৰাঙ্গনা" এখন উপাদেয় গ্ৰন্থ । গোমুৰাৰ মুক্তানন্দ শৰ্মাৰ "বনফুল', "পিকিঙৰ চিঠি" আৰু "অসমীয়া ৰামায়ণ" প্ৰকাশিত পুথি । অকালতে হেৰাই যোৱা আমৃখোৱাৰ অধ্যাপক সৰ্বানন্দ ৰায় এজন সাংবাদিক আৰু শান্তিদূত কাকতৰ সহযোগী সম্পাদক আছিল । ৰায়ৰ "তৰু ভৰতাৰণকোম্পানী" আৰু শগুণৰ কিৰিলি" নাট দুখন আকাশবাণীৰ দ্বাৰা আয়োজন কৰা প্ৰতিযোগিতাত পুৰস্কৃত হৈছিল ।

সৰ্থেবাৰীৰ কথা শিল্পী হিতেশ ডেকাৰ নামটো অসমীয়া উপন্যাস সাহিত্যত এটা জনপ্ৰিয় নাম । "প্ৰায়শ্চিত্ত" নামৰ গল্প পুথিৰে আত্ম প্ৰকাশ কৰা ডেকাৰ "আজিৰ মানুহ", "ভাড়া ঘৰ", "মাটি কাৰ", "এয়েতো জীৱন" (৩ -খণ্ড) "আচল মানুহ", "বৈৰী মানুহ", "সীমাৰ কাজিয়া", "জীৱন সংঘাত", "ইতিহাসে বিঙিয়াই", "এইখন আমাৰ সমাজ" আদি উল্লেখযোগ্য প্ৰকাশিত উপন্যাস সাহিত্য । তেখেতে কেবাখনো নাটিকাও ৰচনা কৰিছে । সৰ্থেবাৰীৰে প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ "বেজবৰুৱাৰ জীৱন পৰিচয়", "মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ", "শ্ৰীশ্ৰী হৰিদেৱৰ গীতাৱলী আৰু গুণমালা", "শিশুৰ শংকৰদেৱ" আদি প্ৰকাশিত পুথি । পৰিশ্ৰমী লিখক চৌধুৰীৰ কেবাখনো কিতাপৰ পাণ্ডুলিপি আছে । সৰ্থেবাৰীৰ নগেন চৌধুৰীৰ "ভূচিত্ৰাৱলী" আৰু "ভূগোল পৰিচয়" দুখন ছাত্ৰৰ উপযোগী পুথি । তেখেতে নামঘোষাখনো সম্পাদনা কৰি উলিয়াইছিল । সৰ্থেবাৰীৰে আন এগৰাকী সাহিত্যিক হৰবল্লভ ডেকাৰ কবিতা পুথি "ভাৰত প্ৰশস্তি" আৰু উপন্যাস "কালপুৰুষ" দুখন প্ৰকাশিত গ্ৰন্থ । ৰত্নেশ্বৰ ডেকাই পাঠ্যপুথি ৰচনা কৰিছে । বাঘমাৰাৰ কৃষ্ণহৰি ডেকাৰ অগতানুগতিক গ্ৰন্থ "নিয়তিৰ বিচাৰ আৰু বিচাৰক ৰাজখোৱাৰ ফাঁচী" আৰু "সংখ্যা গণনা" দুখনে সমাদৰ লাভ কৰিছে ।

কটন কলেজৰ অধ্যাপক প্ৰচাৰ বিমুখ ৰামমল ঠাকুৰীয়া এজন উৎকৃষ্ট মানদণ্ডৰ তত্ত্বগধুৰ নিৰন্ধকাৰ তথা সাহিত্যিক আছিল । "সাহিত্য বিচিত্ৰা", "সাহিত্য বিচাৰ", "কথাগুৰু চৰিতৰ মণি মুক্তা", "ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ", "শ্ৰীমন্ত শংকৰ লীলামনোহৰ", "অসমীয়া সাহিত্যৰ ৰমন্যাসবাদ", "আমাৰ মাধৱদেৱ" ইত্যাদি গ্ৰন্থই তেখেতৰ সাহিত্য প্ৰতিভাক উজ্জ্বল কৰি ৰাখিছে । সৰ্থেবাৰী নিবাসী প্ৰতিষ্ঠিত সাহিত্যিক প্ৰসন্ন কুমাৰ ডেকাৰ শিশু সাহিত্য "সাধুকথাৰ পুথি" ছাত্ৰাৱস্থাতে প্ৰকাশ পায় । "প্ৰিয়তমাসু"তেখেতৰ এখন উচ্চ মানদণ্ডৰ পত্ৰ উপন্যাস । "জীৱন জেউতি", "জীৱনৰ জীয়া কাহিনী", "মাক আৰু মৰম", "জোন আৰু জুৰি", "সৰাশেৱালীৰ সুবাস", "মনোৰম মৰুভূমি", "দেৱদূতী জোৱান ডাৰ্ক", "কলি সুন্দৰী টিউলিপ", "সাহিত্যৰ উপকৰণ" আদি ডেকাৰ প্ৰকাশিত সাহিত্য সম্ভাৰ । ইয়াৰোপৰি তেখেতে অসম সাহিত্য সভাৰ টিহু অধিবেশন আৰু কোহিৰাম দাস শতবাৰ্ষিকীৰ স্মৃতি গ্ৰন্থও সম্পাদনা কৰিছে । বৰ্তমান 'জিৱণি' নামৰ আলোচনীখনৰো প্ৰধান সম্পাদক । অসৰৰপ্ৰাপ্ত অধ্যক্ষ ব্যাসকুছিৰ ভৱানন্দ ডেকাৰ ইতিমধ্যে প্ৰায় দুকুৰিমান গ্ৰন্থ প্ৰকাশ পাইছে । তাৰ ভিতৰত "ব্যাসকুছি সত্ৰৰ ইতিবৃত্ত", "পূণ্যভূমি অসম", "ৰঘুবংশ", "অমৃত পুত্ৰ ধ্ৰুৱ", প্ৰবন্ধ বিচিত্ৰা", "ভট্টদেৱ", "শ্ৰীশ্ৰী দামোদৰ দেৱ", "মণিমুষ্ঠ", আৰু অৰ্থনীতি বিজ্ঞানৰ পাঠ্যপুথি সমূহে তেখেতৰ সাহিত্য কৰ্মৰ পৰিচয় দিয়ে ।





অসম প্ৰকাশন পৰিষদৰ প্ৰাক্তন সচিব সতীশ চন্দ্ৰ ভট্টাচাৰ্য্য এই অঞ্চলৰে এজন সু-সাহিতিক । তেখেতৰ "ৰাজা", "মানুহে মানুহৰ বাবে" আদি নাট প্ৰকাশ পাইছে । আমৃখোৱাৰ মহেন্দ্ৰ নাথ ডেকাই ভাঙনি কৰা "কৃষক মুক্তি", "শৃঙ্খলমোচন", "জনশক্তি" আদি মঞ্চ সফল নাটক । এই গাওঁৰে বিশিষ্ট সমাজকৰ্মী তথা অঞ্চলৰ ইতিহাস সচেতন সাহিত্যিক ভালিম পাঠকে বৰ্তমানলৈ ন-খন পুথি ৰচনা কৰি প্ৰকাশ কৰিছে । তাৰ ভিতৰ "আমৃখোৱাৰ চিনাকি", "সৰুক্ষেত্ৰী আৰু ইয়াৰ ভৱিষ্যত", "শিক্ষা আৰু সমাজ", "শিক্ষা আৰু জীৱন", "ধ্বনি প্ৰতিধ্বনি" আদি উল্লেখযোগ্য গ্ৰন্থ । সৰ্থেবাৰীৰ গণেশ চন্দ্ৰ তালুকদাৰে প্ৰথম শ্ৰেণীৰ পৰা তৃতীয় শ্ৰেণীলৈ এলানি শিশু সাহিত্য ৰচনা কৰিছে । আন এগৰাকী বিশিষ্ট নাট্যকাৰ মহেশ্বৰ ভূঁঞাই বৰ্তমানলৈ পোন্ধৰখনমান নাটক ৰচনা কৰিছে । ইয়াৰ ভিতৰত "টকা", "ৰাইজমেল", "পিতৃ-কন্যা" আদি প্ৰকাশ পাইছে । তেখেতৰ "মাতৃৰ আহ্বান" এখন কবিতাৰ পুথি । আনুষ্ঠানিক শিক্ষা বৰ্জিত শিল্পী সৰ্থেবাৰীৰ গদাধৰ তামুলীৰ "প্ৰগতিৰ ফুল" আৰু "কৃষক বস্তি" নামৰ দুখন কবিতা পুথি প্ৰকাশ পাইছে । এই ঠাইৰ গোবিন্দ দাসৰ কবিতা পুথিও প্ৰকাশ পাইছে । 'ধনীৰাম মেধীৰ কেবাখনো পুথি প্ৰকাশ হৈছে ।

বিশিষ্ট শিক্ষাবিদ, আদৰ্শ শিক্ষক, ভাৰতী অধ্যয়ন চক্ৰৰ প্ৰাক্তন সভাপতি চন্দ্ৰমোহন শৰ্মা আৰু অনাথ বন্ধু শৰ্মা দুজন ভাল আলোচক আৰু ৰসগ্ৰাহী সাহিত্য অনুৰাগী ব্যক্তি আছিল । সমাজসেৱী ৰাজেন্দ্ৰনাথ ডেকাও এজন নিৰন্ধকাৰ আৰু সাহিত্যানুৰাগী লোক আছিল । স্বৰ্থেবাৰীৰ দীনবন্ধু চৌধুৰীৰ অৰ্থনীতি বিষয়ৰ গধুৰ প্ৰবন্ধ পাতি প্ৰায়ে কাকতত প্ৰকাশ পাই আছে । সৰ্থেবাৰীৰ দধিৰাম ডেকা আৰু সৰ্বানন্দডেকাই লিখা-মেলা কৰি আছে । গোমুৰাৰ ড. বৰদা কুমাৰ ডেকাই অসমীয়া সাহিত্যত ফ্ৰয়েদীয় মনস্তত্ত্বৰ প্ৰভাৱ সম্বন্ধীয় গৱেষণা গ্ৰন্থৰ ওপৰত ডক্টৰেট ডিগ্ৰী লাভ কৰিছে । ডেকাৰ "পখী এটা শিলা হৈ ৰ'ল" এখন মানবিশিষ্ট গ্ৰন্থ । নিৰন্ধকাৰ ড. কৃষ্ণ বল্লভ ডেকাক "Studies in the development of Indian views of life up to 600 B. C." নামৰ গৱেষণা গ্ৰন্থৰ বাবে ডক্টৰেট ডিগ্ৰী প্ৰদান কৰিছে । তেখেতৰ সদ্য প্ৰকাশিত "কাঁহ শিল্প নগৰী সৰ্থেবাৰী" আৰু "আল্লাৰ পাৰৰ বিপ্লৱ" দুখন মানবিশিষ্ট পুথি । বৰ্তমানৰ বিভিন্ন কাকত আলোচনীত তেখেতৰ প্ৰবন্ধ প্ৰকাশ পাই আছে । নামশালা নিবাসী অধ্যক্ষ ড. প্ৰফুল্ল চন্দ্ৰ ভূঁঞাই বেজবৰুৱাৰ সাহিত্যৰ ওপৰত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰিছে । বিভিন্ন আলাচনীততেখেতৰ শিক্ষা আৰু ধৰ্মমূলক প্ৰবন্ধ প্ৰকাশ পাইছে । অধ্যক্ষ কিৰণ চন্দ্ৰ মেধীও এজন সাহিত্যসেৱী প্ৰৱন্ধকাৰ । অৱসৰপ্ৰাপ্ত উপাধ্যক্ষ জয় চন্দ্ৰ ভূঁঞা এজন কবি, নিৰন্ধকাৰ আৰু সাংবাদিক । তেখেতে বিভিন্ন আলোচনীত লিখাৰ উপৰিও কেবাখনো স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছে । শিক্ষক মথুৰা ডেকাৰ লেখাও প্ৰকাশ পাই আছে ।

এই অঞ্চলৰে দীনেশ গোস্বামী এজন সাহিত্যিক আৰু বিশিষ্ট সাংসদ আছিল । তেখেতৰ "অধ্যক্ষ মহোদয়", "চিনাকি পৃথিৱী" প্ৰকাশিত পুথি । গোমুৰাৰ হিতেন্দ্ৰনাথ ভট্টাচাৰ্যৰ "প্ৰবন্ধ বিকাশ" এখন তত্ত্ব গধূৰ প্ৰসঙ্গ পুথি ।

সু-কবি হৰেকৃষ্ণ ডেকাই "আন এজন" কবিতা পুথিৰ বাবে সাহিত্য একাডেমী পুৰস্কাৰ লাভ কৰি অঞ্চলৰ সুনাম বৃদ্ধি কৰিছে । তেখেত এগৰাকী প্ৰতিষ্ঠিত লেখক । "স্বৰবোৰ", "ৰাতিৰ শোভাযাত্ৰা" কবিতাপুথি "প্ৰাকৃতিক আৰু অন্যান্য", "মধুসুধনৰ দলং" চুটি গল্প আৰু "প্ৰতীক সাহিত্যৰ ৰশ্মি" অনুবাদ গ্ৰন্থ তেখেতৰ উল্লেখযোগ্য ৰচনা । সাম্প্ৰতিক কালত নতুন দৃষ্টিভংগীৰে প্ৰৱন্ধপাতি লিখি কাব্যৰ জনপ্ৰিয়তা বৃদ্ধিত গুৰুত্বপূৰ্ণ ভূমিকা লৈছে ।

ড. প্ৰণৱজ্যোতি ডেকাৰ "বতাহত পতাকা কঁপে", "আৰু এটি অমীমাংসিত হত্যা" উল্লেখযোগ্য অনাতাঁৰ নাট । প্ৰথমখন উপন্যাসৰূপতো প্ৰকাশ পাইছে । তেখেতে এখন ইংৰাজী অসমীয়া অভিধানো সংকলন কৰিছে । সৰ্থেবাৰীৰে প্ৰমোদ পাটোৱাৰীৰ "শ্ৰীকৃষ্ণৰ চিঠি" এখন উল্লেখযোগ্য গ্ৰন্থ । বিভিন্ন আলোচনীৰ পাতত তেখেতৰ প্ৰবন্ধ প্ৰকাশ পাইছে । সৰ্থেবাৰীৰ পৰীক্ষিত ভূঁঞাৰ "অভিশপ্ত সৰুক্ষেত্ৰী" এখন আঞ্চলিক তথ্য সম্বলিত পুথি ।

বাপুজী কলেজৰ প্ৰতিষ্ঠাপক অধ্যাপক জ্যোতিষ পাটোৱাৰী এসময়ত অসম বাইজ, দৈনিক অসম, আৰু জনশিক্ষাৰ নিয়মীয়া নিৰন্ধকাৰ আছিল । অসম সাহিত্য সভাৰ পত্ৰিকাকে ধৰি বিভিন্ন কাকত আলোচনীত তেখেতৰ সাহিত্য আৰু সমালোচনাত্মক প্ৰবন্ধ-পাতি সিঁচৰতি হৈ আছে । তেখেতৰ শিশু সাহিত্য "বিজয়ৰ কাহিনী" এখন সমাদৃত পুথি আৰু অখ্যাত ব্যক্তিৰ ওপৰত আলোকপাত কৰি লিখা "জনমানসত জীৱন বিচাৰি" উল্লেখযোগ্য ৰচনা । তেখেতে দুখনমান সাহিত্য সংকলনো সম্পাদনা কৰিছিল । প্ৰধান শিক্ষক তীৰ্থলোচন তামুলী এগৰাকী পৰিশ্ৰমী লেখক । জনশিক্ষাৰ পৰা আৰম্ভ কৰি বৰ্তমানৰ বিভিন্ন কাকত আলোচনীততেখেতৰ ৰচনা প্ৰকাশ পাইছে । "শ্ৰীশ্ৰীহৰিদেৱ চৰিত চিন্তা" আৰু "অসমীয়া ৰোমান্তিক কাব্য সাহিত্যৰ আলোচনা" তামুলীৰ উল্লেখযোগ্য প্ৰকাশিত গ্ৰন্থ । বাপুজী কলেজৰ অধ্যাপক মথুৰামোহন গোস্বামীৰ "জীৱন ছন্দা", "সাহিত্যৰ পৰিমল বিচাৰি" আদি পুথি প্ৰকাশ পাইছে । তেখেতে এজন নিৰন্ধকাৰো । উক্ত কলেজৰে অধ্যাপক অঞ্জন কুমাৰ আৰু চাৰু প্ৰসাদ শৰ্মাই প্ৰৱন্ধপাতি লিখি আছে ।

সৰ্থেবাৰীৰ উদীয়মান কথা সাহিত্যিক চিত্ত ডেকাৰ "যযাতি", "সূৰ্য্যাস্তৰ ৰং", "নেপথ্যৰ নায়িকা", "সৃষ্টিৰ বেদনা" আদি প্ৰকাশিত কথা সাহিত্য । তেখেতে দুখনমান সাহিত্য সংকলনৰো সম্পাদক আছিল । ইয়াৰে আন এগৰাকী যুৱ কবি মধু ডেকাৰ "মনৰ দাপোন" এখন প্ৰকাশিত কবিতাৰ পুথি । তেখেতৰ হাতত আৰু কেইখনমান পাণ্ডুলিপি আছে । আমৃখোৱাৰ ৰতি কান্ত ৰায় এজন ভাল নাট্যকাৰ

আৰু নাট্য নির্দেশক । তেখেতৰ কেবাখনো নাট মঞ্চস্থ কৰা হৈছে আৰু "জীয়া বিপ্লৱ" নাটখন প্ৰকাশ পাইছে । অধ্যাপক ভবেশ ডেকায়ো প্ৰবন্ধ-পাতি লিখি আছে ।

সৰ্থেবাৰী অঞ্চলৰ মহিলা সাহিত্যিকৰ ভিতৰত প্ৰথমতে অম্বা ডেকাৰ নাম ল'ব লাগিব । তেখেতে বহু বছৰ আগতে "ধাৰাপাত" এখন লিখি প্ৰকাশ কৰিছিল । ব্যাসকুছিৰ মহিলা সাহিত্যিক নলিনী ডেকাই "ফুল" নামৰ এখন তিনিমহীয়া আলোচনী সম্পাদনা কৰাৰ উপৰিও "চট্‌ফটিয়া ভীম" আদিকেবাখনো শিশু সাহিত্য লিখি প্ৰকাশ কৰিছে । সৰ্থেবাৰীৰ প্ৰতিমাডেকাৰ "সোণালী দুখ" এখন উল্লেখযোগ্য কাব্য পুথি । পুণ্যময়ী ডেকাৰ সদ্য প্ৰকাশিত "বাপু মামাৰ সাধু" এখন শিশু সাহিত্য । নতুন কবি সৰলা দাসৰ "ফুল যেতিয়া ফুলে" কবিতাৰ পুথি প্ৰকাশ পাইছে । সৰ্থেবাৰীৰ পাৰ্বতী পাটোৱাৰীৰ কবিতা আৰু প্ৰবন্ধ স্থানীয় আলোচনীত প্ৰায়ে প্ৰকাশ পাই আছে । নতুনকৈ কলম হাতত তুলিলোৱা আমৃখোৱাৰ দীপ্তিমণি ডেকাৰ "পাহাৰীয়া ৰংমন" নামৰ সহজ সৰল উপন্যাসখন প্ৰকাশ হৈছে । চিনেমা মেধীৰ কবিতাও প্ৰকাশ পাইছিল ।

সৰ্থেবাৰীৰ স্থানীয় সাংবাদিক মৃণালমল্ল পাটোৱাৰীয়ে দুই-তিনিখন স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছে । তেখেতৰ কেবাটাও তথ্য সমৃদ্ধ প্ৰবন্ধ স্থানীয় আলোচনীত প্ৰকাশ পাইছে । সৰ্থেবাৰীৰ লম্বোদৰ চৌধুৰীয়ে এই অঞ্চলৰ ঐতিহ্যক লৈ কেবাটাও গীত-পদ ওজাপালি সুৰত ৰচনা কৰি পৰিৱেশন কৰিছে । অভিযন্তা মহেশ্বৰ ডেকাৰ কবিতা পুথি প্ৰকাশ পাইছে । সৰ্থেবাৰীৰে বিপিন চন্দ্ৰ তালুকদাৰৰ "চৰিত্ৰ গঠনত ব্ৰহ্মচৰ্য", "গীতাৰযোগাৰ্থ" (১ম ২য় খণ্ড) আদি চিন্তামূলক গ্ৰন্থ প্ৰকাশ হৈছে । এই নগৰৰে গিৰিশ চন্দ্ৰ ডেকা আৰু অধৰ চন্দ্ৰ ডেকাই কেবাটাও শিক্ষামূলক আৰু বিজ্ঞান ভিত্তিক প্ৰবন্ধ ৰচনা কৰিছে । গৱেষক সাহিত্যিক ড. উমেশ ডেকাৰ "প্ৰসঙ্গ ঃ উনবিংশ শতিকাৰ অসমীয়া সাহিত্য" এখন উল্লেখযোগ্য গ্ৰন্থ ।

অধ্যাপক অজিত তালুকদাৰ সৰ্থেবাৰীৰ এগৰাকী উদীয়মান কবি, সাহিত্যিক আৰু নাট্যকাৰ । তেখেতৰ "পলস" এখন পুৰস্কৃত উপন্যাস । "পৰিব্যাপ্ত ব্যাধি", "সত্যব্ৰত মই আৰু আপোনালোক", "চিছিফাছ" তালুকদাৰৰ প্ৰকাশিত গ্ৰন্থ । তেখেতে ৰচনা কৰা নাটিকাও ভ্ৰাম্যমান থিয়েটাৰে মঞ্চস্থ কৰিছে । সৰ্থেবাৰীৰ বসন্ত ভূঁঞাই "শৰীৰ তত্ত্ব" "সংসাৰ তত্ত্ব", "প্ৰৱল ইচ্ছাশক্তি", "স্মৃতি শক্তি", "অসমত ভুল শিক্ষাৰ মাধ্যম" আদি কেবাখনো গ্ৰন্থ ৰচনা কৰিছে । সৰ্থেবাৰীৰ "মানৱতাবাদী লিখক মহাদেৱ ডেকাই "বিশ্ব সংহতি", "মানৱতাবাদী পাৰ্টিৰ সংকল্প আৰু গঠন" আদি পুস্তিকা প্ৰকাশ কৰিছে । লচিমাৰ তাৰক গোস্বামীৰ "গানে গানে" এখন উল্লেখযোগ্য পুথি । ব্যাসকুছিৰ সাংবাদিক অৰ্ণৱজানডেকাৰ "এফাঁকি ৰ'দ" এখন আধুনিক কবিতা-পুথি । হৰিপ্ৰসাদ ভূঁঞাই অসম সাহিত্য সভাৰ গোৰেশ্বৰ অধিবেশনৰ প্ৰবন্ধ সংকলন কৰিছে ।

উদীয়মান উৎসাহীলেখক প্ৰফুল্ল তামুলীয়ে কেবাখনো স্মৃতি গ্ৰন্থ সম্পাদনা কৰিছে । স্থানীয় আলোচনী জিৰণিৰো তামুলী এজন সহযোগী সম্পাদক । সময়ে সময়ে কাকত আলোচনীত প্ৰবন্ধ-পাতি প্ৰকাশ পাই থকাৰ উপৰিও "জিলিকাব লুইতৰে পাৰ" পুথিখনে তেখেতৰ কাব্য প্ৰতিভাৰ চিনাকি দিছে । সৰ্থেবাৰীৰে আন এজন উদীয়মান লেখক ড. সুৰেশ ডেকাৰ "চানেকীৰে জীৱনৰ", "ভঙা দেৱাল", "উদ্ভিদৰ কথা", "দূৰ অতীতৰহেৰোৱা প্ৰাণী" উল্লেখযোগ্য সাহিত্য প্ৰকাশ । নামশালাৰ বিশিষ্ট নাট্য শিল্পী গুণেশ্বৰ ভূঁঞাই ভ্ৰাম্যমান থিয়েটাৰত নাটিকা ৰচনা আৰু পৰিচালনাত বিশেষ পাৰদৰ্শিতা দেখুৱাইছে । তেখেতে কেবাখনো নাটক আৰু গীতৰ কিতাপ লিখিছে যদিও "সুৰীয়া লোকগীত"খনহে প্ৰকাশ পাইছে । সৰ্থেবাৰীৰ হৰিধন ডেকাৰ "শিখা" আৰু "কিৰণ" দুখন কবিতাৰ পুথি । প্ৰসন চৌধুৰীৰ কবিতা পুথি "পুৰা" আৰু মৃণাল ডেকাৰ নাটক "দায়ীকোন ?" ইতিমধ্যে প্ৰকাশ পাইছে । অধ্যাপক দক্ষেশ্বৰ ডেকাই দুখনমান আলোচনী সম্পাদনা কৰিছে । ডেকাৰ তত্ত্ব [illegible] শিক্ষামূলক আৰু ধৰ্মমূলক প্ৰবন্ধ স্থানীয় আলোচনীৰ পাতত [illegible] হৈ আছে

নামশালাৰ প্ৰণৱ কুমাৰ পাটোৱাৰীৰ কবিতা, গল্প, ৰসৰচনা, প্ৰবন্ধ আদি বিভিন্ন কাকত আলোচনীত প্ৰকাশ পাই আছে । তেওঁৰ "এজাক উজাগৰী নিশা" প্ৰকাশিত কবিতাৰ পুথি আৰু "লাজ" একন নতুন শৈলীৰ উপন্যাস । পল্লাৰ গণেশ চন্দ্ৰ গোস্বামীৰ "নৰসুৰ" আৰু "সাহিত্য সভাৰ কেইগৰাকীমান সভাপতি" পুথিৰ উপৰিও দুকুৰিমান প্ৰবন্ধ প্ৰকাশ পাইছে । ন-সত্ৰৰ ফটিক চন্দ্ৰ ৰায়ে "প্ৰাণৰ মৰম", "সৰ্থেবাৰীৰ দীপক তামুলীৰ নাটকো প্ৰকাশ পাইছে ।

সৰ্থেবাৰীৰ অখিলডেকাইচেমনীয়া চ'ৰাৰ আলোচনী "কল্পতৰু" সম্পাদনা কৰিছিল । তেখেতে ভাল গল্পও লিখিছিল । মহানন্দচৌধুৰী, বাণীকান্ত পাঠক, ডাঃ অনিল তালুকদাৰ, ধীৰেশ্বৰ ডেকা, তাৰিণী তামুলী, ঘাৰেশ্বৰ বৰ্মন, ডাঃ অনন্ত ভূঁঞা, দুৰ্গেশ্বৰ তালুকদাৰ, ৰাজেন শৰ্মা, ধৰ্মাচিং ডেকা, লক্ষ্মীপ্ৰসাদ তামুলী আদিয়েও "অসম সাহিত্যসেৱী পৰিষদ"ৰ জড়িয়তে এসময়ত সাহিত্য চৰ্চাত বিশেষভাৱে জড়িত আছিল । কুলৰঞ্জন ভূঁঞা, অহিন্দ্ৰ ডেকা, ডাঃ সুব্ৰত শৰ্মা, জিতেন ভূঁঞা, কল্পনাথ ডেকা, অনিৰুদ্ধ ভূঁঞা, ধৰণীধৰ ডেকা, খগেন্দ্ৰ ভূঁঞা, কুলৰঞ্জন ডেকা, উৎসৱানন্দ তামুলী, দিলীপ তালুকদাৰ, গোপী তামুলী, তৰুণ তামুলী, শৰৎ বৰ্মন, চক্ৰেশ্বৰ ডেকা আদিৰ লেখাও স্থানীয় আলোচনীত প্ৰকাশ পোৱা দেখা যায় ।

উক্ত প্ৰবন্ধত আমি সাহিত্য চৰ্চাৰ অনুষ্ঠান, আলোচনী, প্ৰকাশন প্ৰতিষ্ঠান আদিকো সামৰি লোৱাৰ কথা চিন্তা কৰিছিলোঁ যদিও পৰিসৰলৈ লক্ষ্য ৰাখি ইমানতে সামৰণি মাৰিছোহঁক ।

এই প্ৰবন্ধত আমাৰ অজ্ঞাতে কোনো সদাশয় ব্যক্তিৰ লগতে সাহিত্য কৰ্মৰ নাম বৈ যাব পাৰে, তাৰবাবে আমি ক্ষমা বিচাৰি আগত ৬১তম সৰ্থেবাৰী অধিবেশনৰ লগে লগে এই অঞ্চলৰ সাহিত্য-সংস্কৃতি আৰু এখোজ আগ বাঢ়ি যাব বুলি পৰম আশা ৰাখিলোঁ ।

*জয়তু ভাষা জননী ।*





# সৰ্থেবাৰীৰ অঞ্চলৰ বৈবাহিক চিত্ৰ

**তৰুলতা ডেকা**

জন্ম, মৃত্যু, বিবাহ —মানৱ জীৱনৰ তিনিটা উল্লেখযোগ্য অনুষ্ঠান । অসমীয়া সমজাত বিবাহ এটা অতি পবিত্ৰ অনুষ্ঠান । অতীজৰে পৰা এই অঞ্চলৰ বিবাহ প্ৰথাই এটা বিশেষ বৈশিষ্ট্য বহন কৰি আহিছে । পুৰণি কালৰ লগত বৰ্তমানৰ বিবাহ প্ৰথাটো ৰিজনি কৰি চালে থোৰতে আকাশ পাতাল প্ৰভেদ থকা যেন লাগিলেও, ইয়াৰ মূল বৈশিষ্ট্যসমূহ প্ৰায় একেদৰেই আছে । আমি এই প্ৰবন্ধত সৰ্থেবাৰী অঞ্চলৰ বিবাহ প্ৰথাটোৰ ওপৰত আলোকপাত কৰিবলৈ চেষ্টা কৰিম ।

"Marriage is a social contract." আইনেও বিবাহক এটা সামাজিক চুক্তি হিচাবে স্বীকৃতি দিছে । তথাপিও অতীজৰে পৰা বিবাহক এটা পৰম্পৰাগত ধৰ্মীয় সামাজিক অনুষ্ঠান হিচাবেহে অধিক গুৰুত্ব দি অহা হৈছে । হোজা, সহজ-সৰল অসমীয়া সমাজত আজিও ইয়াৰ গুৰুত্ব প্ৰায় একেদৰেই আছে । পুৰণি কালৰে পৰা সৰ্থেবাৰী অঞ্চলত এজনী অকুমাৰী ছোৱালী কুমাৰী (পুষ্পিতা) হোৱাৰ লগে লগে বিয়াৰ প্ৰাথমিক অনুষ্ঠান আৰম্ভ হয় । ছোৱালী পুষ্পিতা হোৱাৰ ঠিক পিছতেই গণক (অধ্যাপক) আমন্ত্ৰণ কৰি আনি পুষ্পিতাৰ সময়, দিন বাৰ আদিৰ ওপৰত গণনা কৰি কন্যাজনীৰ শুভাশুভৰ ওপৰত আলোকপাত কৰি বৈদিক কাৰ্য্য সমাপন কৰা হয় । ছোৱালীজনী পুষ্পিতা হোৱাৰ তিনিদিনৰ দিনা আবেলি এজনী অকুমাৰী ছোৱালীৰ মূৰত এটা জপা দি

"জাপা জৰী শ্ৰীহৰি
যাওঁ ৰঙ্গ কৰিহে ।"

বুলি গীত গাই গাই আয়তীসকলে আন এঘৰৰ তাত জপাটো থৈ আহে আৰু পিছদিনা দুপৰীয়া আকৌ সেই একেধৰণে গীত গাই গাই জপাটো ছোৱালীৰ ঘৰলৈ লৈ আহে । সূক্ষ্মভাৱে লক্ষ্য কৰিলে দেখা যায় যে এই প্ৰথাটোৰ দ্বাৰা ছোৱালীজনী যে বিবাহযোগ্যা হ'ল তাৰেই জাননী দিয়া হয় । ছোৱালীজনীক মাহ হালধিৰে ধুৱাই কইনাৰ লেখীয়াকৈ সজাই-পৰাই তোলা হয় । এই অনুষ্ঠানটোক "ধুৱনী বা তোলনী" বিয়া বোলা হয় ।

সৰ্থেবাৰী অঞ্চলত আজিৰ পৰা প্ৰায় তিনিকুৰিমান বছৰ আগতে একেজনী ছোৱালীৰে সৈতে এজন ল'ৰাৰ দুবাৰ বিয়া হৈছিল । প্ৰথমবাৰক 'আগবিয়া' আৰু পিছৰবাৰক 'পাছবিয়া' বুলি কোৱা হয় । অকুমাৰী অৱস্থাতে বা তোলনী বিয়াৰ আগতে ছোৱালীজনীক প্ৰথমবাৰৰ বাবে বিয়া দিয়া হৈছিল আৰু কুমাৰী নোহোৱালৈকে কইনাজনী মাকৰ ঘৰতে আছিল । এনে ছোৱালীক "আগবিয়াৰ জীয়" বুলি কৈছিল । পিছত যেতিয়া ছোৱালীজনী ডাঙৰ হয় অৰ্থাৎ পুষ্পিতা হয় তেতিয়া আকৌ এবাৰ বিয়া হৈছিল আৰু সেইবাৰ বিয়াৰ পিছতে বৰ (দৰা)ৰ ঘৰলৈ যাব লাগিছিল । এনে ছোৱালীক "পাছবিয়াৰ জীয়" বুলি কৈছিল । বৰ্তমান আধুনিক যুগত এই প্ৰথাৰ প্ৰচলন সম্পূৰ্ণভাৱে বন্ধ হৈ গৈছে ।

এই অঞ্চলৰ পুৰণি কালৰ বিবাহবোৰ এফালৰ পৰা চালে বৰ ব্যয়বহুল আছিল । তেতিয়াৰ বিয়াত বৰপক্ষই কইনাপক্ষক বাৰকুৰি পোন তামোল, ছয়কুৰিটা পাণ, দহমোন আনাসৰতোলা আৰু সৰতোলা গাখীৰ, দহ-পোন্ধৰ কলহ কুঁহিয়াৰৰ পেৰা মিঠৈ দিব লাগিছিল । লগতে কইনা সুধিবলৈ যাওঁতে সাতপোন তামোল, চাৰে তিনিটা পাণ, একটেকেলী মিঠাতেল, দহপুৰীয়া সেন্দুৰ দিয়াৰ লগতে "দুৱাৰ বান্ধা"ৰ বাবদ আয়তীসকলক দুই পোন তামোল, এটা পাণ আৰু নগদ ধনো দিব লাগিছিল । ইয়াৰোপৰি তেতিয়া "ধেনুভোজ" দিয়াৰ প্ৰথাও আছিল । বিয়াৰ আগতে ছোৱালীৰ পিতাকে এটা ভোজ দিব লাগিছিল আৰু তাকে "ধেনুভোজ" বুলি কৈছিল । এই ভোজৰ বাবে বৰপক্ষই কইনাপক্ষক ধন দিব লাগিছিল । বৰ্তমান অৰ্থনৈতিক সমস্যাৰ বাবেই হওঁক বা সময় পৰিবৰ্তনৰ বাবেই হওঁক এই দিয়া-থোৱাবোৰৰ পৰিমাণ তেনেই নগণ্য হৈ পৰিছে, যদিও একেবাৰে বিলুপ্তি হোৱা নাই । এতিয়া অৱশ্যে কইনাৰ লগত নানাতৰহৰ আচবাব পত্ৰ দিয়া হয়, তেতিয়াৰ দিনত এইবোৰ নাছিল ।

তেলৰ ভাৰত লগা বস্তুবোৰ আছিল —কইনাৰ পোচাক, তেলপাতনি, গহনাপাতি, আৰ্চীফণি, ঘুনুছা, তেল-সেন্দুৰ, শোলমালাৰ চাকি, একাৰী চাউল, কল, নাৰিকল, থোক তামোল, পাণ, মাছ, গাখীৰ, পচলা এটা, সিধাৰ যোগাৰ আৰু চামকা ভাজা লাৰু । এই লাৰুবোৰ বেৰত মাৰি ভাঙেনে নাভাঙে প্ৰমাণ কৰি চাইছিল । যদি ভাঙে তেন্তে বৰপক্ষই "দৰ" (জৰিমনা) ভৰিব লাগিছিল । বৰ্তমানো এই বস্তুকেইবিধ কম-বেছি পৰিমাণে তেলৰ ভাৰত দিয়া প্ৰথা প্ৰচলিত হৈ আছে । আৰু এই বস্তুবোৰ (বৰ্তমান টেক্সী বা

জীপ গাড়ীত) ভাৰবান্ধি লৈ যায় । বস্তুবোৰ কইনাপক্ষৰ চোতালত নি থয় । তেতিয়াই আয়তীসকলে সুমধুৰ কণ্ঠেৰে গাবলৈ ধৰে —

"শিৰ আগৰখন ভাৰতে কি কি আনিছা
ঐ ৰাম ভড়লী ঘৰতে থোৱাহে ।
শিৰ মাজৰখন ভাৰতে কি কি আনিছা
ঐ ৰাম ৰাইজৰ আগতে থোৱাহে ।
শিৰ পিছৰখন ভাৰতে কি কি আনিছা
ঐ ৰাম সুদা নাৰিকলৰ লাৰুহে ।
লহ্ লহতীয়া মাই শেহতীয়া
ঐ ৰাম নাখায় নাৰিকলৰ লাৰুহে ।"

সৰ্থেবৰীয়া আয়তীসকল অতি ধৰ্মপৰায়ণা । ধৰ্মৰ ওপৰত থকা অগাধ বিশ্বাসৰ বাবেই আয়তীসকলে দৰা-কইনাক হৰ-পাৰ্বতী, ৰাম-সীতা, কৃষ্ণ-লক্ষ্মী আদি বিভিন্ন দেৱ-দেৱীৰ ৰূপত বৰ্ণনা কৰে ।

"পিতেৰাৰ অলঙ্কাৰ থোৱাহে ৰুক্মিণী
ঐ ৰাম মায়েৰাৰ অলঙ্কাৰ থোৱাহে
দ্বাৰকাৰ কৃষ্ণইহে অলঙ্কাৰ পঠাইছে
ঐ ৰাম হাতযোৰ কৰি লোৱাহে ।"

আগদিনাৰ ব্যস্ততাৰ ঔদুলি-মুদুলি পৰিবেশ বিয়াৰ দিনা ৰাতিপুৱা উৎসৱমুখৰ হৈ পৰে । ৰাতিপুৱা আয়তীসকলে উৰুলী গাই গাই কুৱা বা পুখুৰীলৈ পানী তুলিবলৈ যায় । আয়তীসকলৰ পিছে পিছে যোৱা ঢুলীয়া বা বেণ্ডপাৰ্টিৰ বাদ্যযন্ত্ৰ বিয়াগীতৰ মধুৰ ধ্বনি সংযোজিত হয় । নানা ধৰণৰ মাঙ্গলিক বস্তু যেনে —কাঁহৰ কাঁহিত চাকি, চাউলৰ দুণী, কল, পচ্চডেৰীয়া কটাৰী, ঘট আদি লৈ পানী তুলি আনে আৰু লোকবিশ্বাসমতে সেই পানীৰে দৰা বা কইনাক গা ধুৱাই সকলো অপায় অমঙ্গল নাশ কৰে । পানীতোলাৰ সময়ত কইনাৰ মাকক উদ্দেশ্য কৰি আয়তীসকলে সহজ সৰল কথিত ভাষাৰে গায় —

"দৈৱকী ও কটাৰী ধৰিবা টানি
অ' মুঠি টান কৰি তুলি আনিবা
নিৰ্মল কুৱাৰে পানী ।"

এই মাঙ্গলিক অনুষ্ঠানৰ আগু সমাধানাৰ্থে দুপৰীয়া শ্ৰাদ্ধ কৰি উপৰি পুৰুষসকললৈ পিণ্ড আৰু শ্ৰদ্ধা নিবেদন কৰা হয় । লগতে ভাগৱত, কীৰ্ত্তন পাঠ কৰি ভকত সকলে নাম প্ৰসঙ্গ কৰে, মানুহক খুৱাই ধুৱাই ৰংৰহইচ কৰে । এই সময়তো আয়তীসকলে নানান গীত-মাত গুৱলাকৈ পৰিৱেশন কৰে । এই গীত-মাতসমূহৰ মাজেৰে সৰ্থেবাৰী অঞ্চলৰ গাওঁ-ভূঁইৰ চিত্ৰ, খেতি পথাৰ আৰু সৰ্থেবাৰীৰ মাজেৰে বৈ যোৱা আলপা নদীৰ বৰ্ণনাও সুন্দৰভাৱে ফুটাই তোল হয় ।

"কুকুৰা কুকুৰাও চান মাইলো
ৰাঙলী কুকুৰাও চান মাইলো
ও আলপাৰ পাৰতে চৰে মাইৰ ভয়ে নাইও ।"

সৰ্থেবাৰীৰ মহিলাসকল সুন্দৰ শিপিনী । প্ৰতি ঘৰে ঘৰে একোখন তাঁতশাল তাকে আৰু এই তাঁতশালত চিত্ৰ-বিচিত্ৰ ৰঙ-বিৰঙৰ ফুল বাচে । প্ৰত্যেক মহিলাই নিজৰ সন্তানৰ বিবাহৰ "আনাকাটা" কাপোৰ শুভ দিন বাৰ চাই তৈয়াৰ কৰি থয়, প্ৰবাদ আছে যে আনাকটা কাপোৰ ব্যৱহাৰ কৰিলে যুগ্মজীৱন সুখৰ হয় । সেয়ে গায় —

"আইতাকৰ দিনৰেও চান বাপুলো
ৰাঙলী দলিচাও চান বাপুলো
তাতে বহি শ্ৰাদ্ধ কৰে বাপুৰ ভয়ে নাই ও ।"

আবেলি বেজৰ দ্বাৰা নখ কাটি দৰা-কইনাক চাফ চিকুণ কৰি লোৱা হয় । তেতিয়া গাভৰুসকলে উপস্থিত বুদ্ধিৰে থিতাতে ৰচনা কৰি সুন্দৰ সাৱলীল গতিত খিচা গীত জোৰে —

"বেজটো আহিছে বাটঘৰাত বহিছে
অ' ধাৰাদি পিৰাদি কৰেহে ৰাম ।
অ' ব্লেজৰে তপিনাত বৰলে কামোৰে
অ' আইৰে বাপাৰে কৰেহে ৰাম ।"

গধূলি দৰা-কইনাক এডাল জীয়া কলগছৰ তলত ধুৱাবলৈ নিয়ে আৰু মাকৰ লগত সম্বন্ধীয় সকলে তেল হালধি ঘঁহি ধুৱাই পখলাই নতুন আনাকটা কাপোৰ পিন্ধায় । সেই সময়তো আয়তীসকলৰ জাত জাত বিয়ানামে সঁচাকৈয়ে সুন্দৰ পৰিবেশৰ সৃষ্টি কৰে —

"আল্পাৰ সিপাৰে কাঁহী বুন গজিছেও
তাৰো মাজে মাজে লতা বিহাম্পুৰ মাকৰ মনজুৰ
বাপুৰ কাৰণে ধুতি বুই থৈছেও
দহিতে ঘুগুৰু গাঁঠি বিহাম্পুৰ মাকৰ মনজুৰ ।"

ধুৱাই পখলাই দৰা-কইনা ৰভাৰ তললৈ আনি বহুৱাই থয় । তিৰোতাসকল সুৱাগুৰি তুলিবলৈ যোৱাৰ সময়তো নানা তৰহৰ গীত-মাত শুনিবলৈ পোৱা যায় —

"আৰে দৌলা বান্ধে আটি পুতি
জনক ৰজাৰ মাটি





আৰে জনক ৰজাই নেদে মাটি
চলে গুৱাহাটী ।
আৰে গুৱাহাটীৰ থোক তামোল
বজালীৰে পাণ
আৰে সৰ্থেবৰীয়া কাঁহৰ বাটাত দিবলৈহে ভাল ।"

ৰাতি দৰা অহাৰ লগে লগে ব্যস্ততা আৰু উৎসৱমুখৰ পৰিবেশে চৰম সীমাত উপনীত হয় । পদুলীমুখৰ কলপুলিৰ তলত বৰপীৰা পাৰি দৈ দুষ্কৰ অপূৰ্ব মিশ্ৰণেৰে দৰাৰ ভৰি ধুৱাই ডাঙৰ কাঁহৰ কাঁহীত জ্বলি থকা চাকি, ধুপ-ধুনাৰে সৈতে মইৰা বা পহুৰ চোৱৰেৰে দৰাক 'বৰি' আনি ৰাইজৰ মাজত হোমৰ গুৰিত বহুওৱা হয় । বেদধ্বনিৰ মাজেৰে বিয়াৰ কাম আগবাঢ়ি যায় । নানান মাঙ্গলিক কাৰ্য্যৰ সমাপন কৰি কইনাৰ ভায়েকক আঁখে তুলিব দিয়ে —

"আঁখে তোলা আঁখে তোলা সাদৰৰে ভাই
আজিৰ পৰা তোমাৰ লগত গোত্ৰ চিঙি যায় ।"

এনেদৰে হোমযজ্ঞৰ কাম শেষ হোৱাৰ পাছত উচৰ্গাৰ সময়ত সৰ্থেবাৰী অঞ্চলত নানা তৰহৰ কাঁহৰ বাচন বৰ্ত্তন উচৰ্গা কৰা হয় —

"মাইৰে পিতাকে কলহ দান কৰিলা
আৰু দান কৰিলা সণাৰে সঁফুৰা ।"
"উচৰ্গাৰ সময়ত পিতাকে সোধা হয়
মইনা তোক কি বাচন লাগে ও
চুচ্কাঁহী লাগিব, জেলকাঁহী লাগিব
অ' পিতা লাগিব দগ্-দগী লটাটু
জেল বাতি লাগিব, বান বাতি লাগিব
অ' পিতা লাগিব নাগফেটী বাটাখন ।"

ইয়াৰ পিছত দৰা কইনাক ঘৰৰ ভিতৰলৈ নি আয়তীসকলে নানা ৰংৰহস্য কৰে । পৰমাণৰ (পায়স) বাতি সলাই, আঙুঠী লুকাব দি দৰা-কইনাৰ লগত ৰগৰ কৰে । এই সময়ত 'বৰ ধৰা' মানুহজনক নানা প্ৰকাৰে খিচা গীত গাই থকা সৰকা কৰে —

"বৰ ধৰা তই মূৰত নেদা তেল
বাৰী পিছৰ হাপা আহি মূৰত মুতি গেল ।"

লাহে লাহে বিয়া শেষ হৈ আহে আৰু কইনাৰ অন্তৰত দুখৰ হেন্দোলনি উঠে । কেনেকৈনো নিজৰ গাওঁখন, শৈশৱৰ পৰ উমলি গাধোৱা আলপা নদীটো এৰি যায় । তাকে মনত পেলাই কইনাৰ হৃদয়ে যেন হাহাঁকাৰ কৰি কয় —

"অ' সখী আল্পাৰে চেংমাছটো
অ' সখী জাখৈ বাইু আনিলো
পেট ভৰাই নাপালো খাব নাৰায়ণে ..."

এনেদৰে নানান খুহুটীয়া ব্যঙ্গাত্মক, দুখ বেদনাৰে ভৰা গীত-মাতৰ মাজেৰে বিবাহ শেষ হয় আৰু তেতিয়াও আয়তীসকলে কৰুণ সুৰত ৰিঙিয়াই গায় —

"মৰমৰ মাও যাবলৈ ওলালো
যাবৰ সময়তে প্ৰণাম হে কৰিলোঁ ।"

নতুন কইনাজনী শৈশৱ-কৈশোৰত উমলি ডাঙৰ হোৱা নিজৰ আপোন ঘৰখনি এৰি দুখত ম্ৰিয়মাণ হৈ, অচিনাকি এখন নতুন ঘৰলৈ গুচি যায় । পিচদিনা ৰাতিপুৱা দৰাৰ ঘৰতো অয়াতীসকলৰ উৰুলি ধ্বনিৰ মাজেৰে ন দৰা-কইনাক দৰাৰ মাকে খিঁড়ুৰ চাকিৰে আদৰি আনি নতুন চাৰি পা পাটিত বহুৱায় । এই পৰ্বটোক 'আগদিয়া' বুলি কয় —

"এ চাউল চিতা মাৰি
অ' ফুলন পাটি পাৰি
আনাগৈ বৰ কইনাক মাতি হে ।
এ কইনাই সেৱা কৰে
অ' দৰাই মূৰত ধৰে
ভাল হওঁক কুশল হওঁ বুলিহে ।"

এনেদৰেই সুখ-দুখ, আনন্দ-নিৰানন্দ, ৰং ৰহসোৰে বিয়া এখনৰ পৰিসমাপ্তি ঘটে । দুই ঠাইৰ দুগৰাকী ল'ৰা ছোৱালী এক হৈ বিয়াৰ মাধ্যমেৰে মধুময় দাম্পত্য জীৱনৰ পাতনি মেলে । ☆

### সৰ্থেবাৰীৰ

# নাৰী সমাজৰ এটি চমু পৰিচয়

*কবিতা ডেকা*

সময়ৰ লগে লগে সৰ্থেবাৰীৰ নাৰী সমাজেও আগবাঢ়ি গৈছে। অতীতৰপৰা বৰ্তমানলৈ সৰ্থেবাৰীৰ নাৰী সমাজে সমাজৰ বিভিন্ন কামত অংশ গ্ৰহণ কৰি আহিছে। মহিলাসকলে সামাজিক কামত অংশ ল'বৰ বাবে চৰকাৰে মহিলা সমিতি, হস্ত তাঁত সমবায় সমিতি আদিৰ প্ৰতিষ্ঠা কৰাৰ ব্যৱস্থা কৰি দিছে। সৰ্থেবাৰীতো এখন মহিলা সমিতি আৰু এখন হস্ত-তাঁত সমবায় সমিতি আছে। ১০-১৫ বছৰ আগতে এই অনুষ্ঠান দুটি কিছু ঠন ধৰি উঠা দেখা গৈছিল। মহিলাই বোৱা-কটাৰ সুবিধা কিছু পাইছিল। মহিলা সমিতিৰ উদ্যোগ স্বাধীনতা দিৱস, গান্ধী জয়ন্তী, গণতন্ত্ৰ দিৱস, মহৎলোকৰ জন্মদিন, মৃত্যু তিথি আদি পালন কৰা হৈছিল। ইয়াৰ ফলত পিছ পৰি থকা মহিলাসকলৰ দুই-চাৰিটা ভাল কথা জনাৰ সুযোগ মিলাৰ লগতে সামাজিক চেতনাৰ উদ্ৰেক ঘটিছিল। আজি অনুষ্ঠান দুটি মৃত প্ৰায় অৱস্থাত। অনুষ্ঠান দুটি জীৱন্ত কৰিব পাৰিলে সৰ্থেবাৰীৰ মহিলা সমাজৰ যথেষ্ট উপকাৰত আহিব।

সৰ্থেবাৰীৰ মহিলাসকলে তাঁতশালত সপোন ৰচে। পৰিয়ালৰ দৰকাৰী কাপোৰৰ যোগান ধৰাৰ উপৰিও কিছুমান দুখীয়া মহিলাই তাঁতশালৰ যোগেদি নিজৰ পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব বহন কৰি আহিছে। কিছুসংখ্যক মহিলাই খেতি-বাতিৰ কামতো গৃহস্থক সহায় কৰে। সৰ্থেবাৰী কাঁহ শিল্পৰ বাবে প্ৰখ্যাত। কঁহাৰ পৰিয়ালৰ মহিলাসকলে বাচন বৰ্তন গঢ়াৰ আদব-কায়দা কিছু জানে।

সৰ্থেবাৰীৰ মহিলাসকল ধৰ্মীয় দিশত যথেষ্ট আগবঢ়া। বিভিন্ন উৎসৱ-পাৰ্বণত নাম কীৰ্ত্তন হয়। এই নাম-কীৰ্ত্তনত বেছি ভাগ বয়সীয়াল মহিলাই আগ ভাগ লয়। তেওঁলোকে সৰুসৰীয়াকৈ কীৰ্ত্তন, দশম, নামঘোষা আদিৰ পদ গাব পাৰে। আজিকালি ডেকা মহিলাসকলেও নাম-কীৰ্ত্তনত অংশ লোৱা দেখা যায়। বসন্ত ওলালে অকুমাৰী ছোৱালীৰ হতুৱাই নাম-কীৰ্ত্তন কৰাৰ নিয়ম আছে। এই নামত গোৱা গীতবিলাক অন্য নামত গোৱা গীততকৈ বেলেগ। পৰিস্কাৰকৈ ঠাইখন মুচি ধূপ ধূনা জ্বলাই আসন পতা হয়। ইয়াত ব্যৱহাৰ কৰা কাপোৰ আৰু ফুল বগা। সাতদিন, নদিন, বাৰদিন আদিত বসন্ত বিদায় দিয়া হয়। বসন্ত ওলোৱাৰ তিনিদিনৰ বা পাঁচদিনৰ পৰা এদিনৰ অন্তৰে অন্তৰে বা তিনি দিনৰ অন্তৰে অন্তৰে নাম ধৰা হয়। নামৰ অন্তত ৰোগী তথা গৃহস্থক আশীৰ্বাদ দিয়া হয়।

ইয়াৰ মহিলাসকল বৰ ধৰ্মবিশ্বাসী। বয়সীয়ালবিলাকে বহুতো নিয়ম-নীতি, ব্ৰত-উপাসনা আদি পালন কৰে। তেওঁলোকৰ বেছিভাগ ৰক্ষণশীল আৰু পৰম্পৰাত বিশ্বাসী।

সৰ্থেবাৰীৰ বিয়া বিলাকত ইয়াৰ মহিলা তথা ছোৱালীবিলাকে পাট-মুগাৰ চাদৰ-মেখেলা ব্যৱহাৰ কৰে। অৱশ্যে টকা-পইচাৰ অভাৱত কিছুমান মহিলাই এনেকুৱা দামী কাপোৰ পিন্ধিব নোৱাৰি বোৱা চাদৰ-মেখেলা পিন্ধে। ইয়াৰ উপৰি যুগ পৰিবৰ্তনৰ লগে লগে কিছুমানে শাৰী, চুইদাৰ আদি পিন্ধা দেখা যায়। বিয়াবিলাকত তামোল খাই খাই ৰাঙলী ওঠেৰে আউলা সান্দাকুটা, সুৱাগৰ ধান বান্ধা, তেলৰ ভাৰ, পানীতোলা, শ্ৰাদ্ধ উটেৱা, ন কমোৱা, কইনাধোৱা, দৰা ধোৱা, সুৱাগজাৰা, দৰা অহা, হোম পোৰা, কইনা উলিওৱা, দ'ৰা-কইনা ঘৰত সোমোৱা আদি বিভিন্ন পৰ্বত ছোৱালী তথা তিৰোতাবিলাকে জাউৰীয়ে জাউৰীয়ে গীত গাই ৰগৰ কৰে।

সৰ্থেবাৰীৰ সভা মহোৎসৱত আমাৰ মহিলাসকলৰ গাত ততেই নাথাকে। বিভিন্ন ঠাইৰপৰা সভা চাবলৈ অহা আত্মীয়-স্বজনক সোধ-পোচ কৰাৰ বাবে দহ দিনমান আগৰপৰাই মহিলাসকলৰ কাপোৰ ধুৱা, সান্দা কুটা, লাড়ুকৰা, ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰা আদি কামৰ উৰাদিহ নাই। মাঘী পূৰ্ণিমা তিথিত সৰ্থেবাৰী সভাৰ হোমৰ দিনা ৰাতিপুৱা গা-পা ধুই মহিলাসকলে বৰগোসাই ঘৰত বিগ্ৰহৰ সন্মুখত চাকি-বন্তি জ্বলায়। দিনটো একো নোখোৱাকৈয়ে নাম-কীৰ্ত্তনৰ অৰ্থে সভাৰ খোলালৈ যায়। হোমৰ ফোট লৈ প্ৰসাদ গ্ৰহণ কৰাৰ পাছত ঘৰলৈ যায়। পৰিয়াল পৰিজনক আৰু আত্মীয় কুটুম্বক দৈ-চিৰা খুৱাইছে পিছত নিজে দৈ-চিৰা আদি খায়। সেইদিনা দিনত ভাত খোৱাৰ নিয়ম নাই।

ইয়াৰ মহিলাসকলে স্বাধীনতা আন্দোলন, ভাষা আন্দোলন, বিদেশী বহিষ্কাৰ আন্দোলন যোগ দান দি মাতৃভূমিৰ প্ৰতি দায়বদ্ধতা আৰু অকৃত্ৰিম স্নেহৰ স্বাক্ষৰ দাঙি ধৰিছে। সময়ে সময়ে হোৱা গণ সত্যাগ্ৰহ, অনশন আদিত দলে দলে অংশ গ্ৰহণ কৰি ঐক্যবদ্ধ শক্তিৰ পৰিচয় দিছে।

শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত সৰ্থেবাৰীৰ মহিলাসকল পিছ পৰি থকা নাই। আজি ল'ৰাৰ সমানে ছোৱালী বিলাকেও সমানে আগবাঢ়ি যাবলৈ সক্ষম হৈছে। সময়ে সময়ে এই ঠাইৰ ছোৱালীয়ে চূড়ান্ত পৰীক্ষাসমূহত বিশেষ দক্ষতা অৰ্জন কৰিবলৈ সমৰ্থ হৈছে। কিছু সংখ্যক মহিলা সাহিত্য চৰ্চাতো মনোনিৱেশ কৰা দেখা গৈছে। কিন্তু দুখৰ বিষয় আজি মহিলাসকলৰ কৰ্মসংস্থান আৰু সমাজ সেৱাৰ পৰিসৰ তেনেই সীমিত। বহুত শিক্ষিতা মহিলাও ঘৰৰ চাৰিবেৰৰ মাজতে আবদ্ধ থাকিব লাগে। তেওঁলোকক ঘৰৰ ভিতৰত সোমাই নথৈ তেওঁলোকৰ জ্ঞান-অভিজ্ঞতাক বাস্তৱ ক্ষেত্ৰত প্ৰয়োগ কৰাৰ সুবিধা প্ৰদান কৰিব লাগিব সমাজৰ পুৰুষসকলে।

খেলা-ধূলা, নাচ-গান আদিৰ ক্ষেত্ৰত সৰ্থেবাৰীৰ মহিলাসকল আগবঢ়া নহয় বুলি ক'লে বঢ়াই কোৱা নহয়। ইয়াৰ মূল কাৰণ পৰিবেশ। এইবিলাকৰ কোনো সুবিধা নথকা সত্ত্বেও ইয়াৰ ছোৱালীবিলাকে খেলা-ধূলা, নাচ-গান নকৰাকৈ নাথাকে। বিহুগীত, বিহুনৃত্যাদিত বহুতো গাভৰুৱে পাৰদৰ্শিতা দেখুৱাব পাৰিছে।

সমাজৰ এটি শ্ৰেণীৰ সকলো দিশ এটি চমু প্ৰবন্ধৰ মাজেদি বিশ্লেষণ কৰিব নোৱাৰি। ইয়াত কেৱল সৰ্থেবাৰীৰ নাৰীসমাজৰ থুল-মূল আভাষ এটিহে দাঙি ধৰা হৈছে। আমি আশা কৰিছোঁ একষষ্ঠিতম সৰ্থেবাৰী অধিৱেশনে সৰ্থেবাৰীৰ নাৰীসমাজক অনুপ্ৰাণিত কৰি বিশ্বৰ সৎ আৰু প্ৰগতিশীল নাৰীৰ লগত আগবাঢ়ি যোৱাত সহায় কৰিব।





# বোৱাৰী দৃষ্টিত সৰ্থেবাৰীৰ শাহু আই

*পুণ্যময়ী ডেকা*

মাতৃ ৰূপৰ এটি ফাল শাহুআই। শাহুআই বুলিলে নবোৱাৰীৰ বুকু কঁপি উঠে। বোৱাৰীয়ে দেৱী মনা দি শাহুআইক মানি চলিব লাগে। আমাৰ সমাজৰ নিয়ম, শাহুআই যি কয় বা যি কৰিবলৈ কয়, ইচ্ছাৰ বিৰুদ্ধে হলেও শুনিব লাগিব বা কৰিব লাগিব। কিছুমান এনেকুৱা চোকা শাহুআই আছে-- ভাবিবলৈকে ভয় লাগে। তেনেকুৱা শাহুআইৰ ক্ষেত্ৰত বোৱাৰীয়ে ভাৱে--

"মুগাৰ মেখেলা খহ্ ৰ মহৰ
শাহুয়ে মৰক মজিয়া পোহৰ।"

সূৰুয উঠাৰ পৰা পুৱাপৰলৈকে বোৱাৰীৰ এশ-একুৰি দোষ খুঁচৰি খুঁচৰি গোটেই দিনটো বোৱাৰীজনীক জ্বলা-কলা কৰি খোৱা শাহুআই বোৰৰ ক্ষেত্ৰত তেনেদৰে ভাবিবলৈ বাধ্য হ'ব লাগে। এওঁলোকৰ অসহনীয় অত্যাচাৰে বোৱাৰীজনীৰ জীৱন দুঃসহ কৰি তোলে। শাহুআইৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰা বহুজনী বোৱাৰীয়ে শহুৰেকৰ ঘৰ এৰি মাকৰ ঘৰ পায় গৈ নাইবা ইচ্ছাৰ বিৰুদ্ধে গিৰিয়েকৰ সৈতে পৰিয়ালৰ পৰা বেলেগ হৈ থাকিব লগা হয়। এনেকুৱা ঘটনাও কোনো কোনো সমাজত ঘটে যে শাহুৰেকৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰা কিছুমান বোৱাৰী গলত চিপজৰী লয়। শাহুআইৰ অত্যাচাৰ যুগ্ম জীৱন বিপন্ন কৰি তোলে। দিনটো ইটো সিটো অগণন খুটি-নাটি ধৰি মাক-দেউতাকক উদ্ধাৰি নানান অবাইচ মাত মাতে। এই সকলোবোৰ সহ্য কৰি বোৱাৰীয়ে ভৱিষ্যত শাহু ৰূপত নিজৰ বোৱাৰী জীৱনত লাভ কৰা তিক্ততাৰ প্ৰতিশোধ লয়, তেওঁলোকৰ বোৱাৰীৰ ওপৰত। তেওঁলোকে পাহৰি যায় যে তেওঁলোকৰ জীয়াৰী গৈ কাৰোবাৰ ঘৰত বোৱাৰী হৈছে গৈ। বোৱাৰীৰ ওপৰত অত্যাচাৰ কৰাটো শাহুআইৰ এটা নিচা। অকল শাহুআইৰ দোষ বিচাৰ কৰিলে নহ'ব। শাহু-বোৱাৰীৰ সহৃদয়তা গঢ়ি তুলিবলৈ উভয়ৰে সহজ মনোভাৱৰ প্ৰয়োজন। কিছুমান এনেকুৱা বোৱাৰীও আছে যিজনীয়ে শাহুৰ অলৰ-অচৰ অৱস্থাত তেওঁৰ ওপৰত কঠোৰতা অৱলম্বন কৰে। একপক্ষীয় ভাৱে শাহুআইৰ দোষ খুঁচৰি থকা উচিত নহ'ব। এৰা-ধৰাৰ মাজেৰে চলিব জানিলে, শাহু সাক্ষাৎ মাতৃ-মূৰ্ত্তি। তেওঁলোকে জীয়াৰী আৰু বোৱাৰীৰ মাজত পাৰ্থক্য ৰাখিব নিবিচাৰে। পৰিয়ালৰ ভৱিষ্যত উত্তৰাধিকাৰিণী হিচাবে বোৱাৰীক গঢ় দি ল'বলৈ শাহুৰেকে যত্ন কৰে। তেওঁৰ যত্ন আৰু মৰম-চেনেহৰ মাজত বোৱাৰীজনী হৈ পৰে সাক্ষাৎ লখিমী। নকৈ নোৱাৰি বোলে-- "মাছে গৰুকা আঞ্জা খাবা, শাহুৱে গৰকা বোৱাৰী বাবা।" মাতৃ সন্তান বৎসলা, দয়াশীল, উদাৰ হৃদয়া-- এক দেৱী। কিন্তু ইয়াৰ বিপৰীত বুলি শাহুআইক ক'ব নোৱাৰি, কিয়নো শাহু মাতৃৰ আন এটি ফাল।

নগৰীয়া পৰিয়ালত শাহু-বোৱাৰীৰ সম্পৰ্ক কেনেকুৱা নেজানো, বা নেজানো তেওঁলোকৰ পাৰিবাৰিক নিয়ম-নীতি, আচাৰ-ব্যৱহাৰ। কিন্তু আমাৰ গাওঁলীয়া সমাজৰ পৰিয়ালবিলাকত পৰম্পৰাগতভাৱে এনেকুৱা কিছুমান নিয়ম-নীতি, আচাৰঅনুচাৰ চলি আহিছে, যিবোৰৰ শিক্ষা আমি পাঠ্য-পুথিত পাব নোৱাৰো। আমাৰ পৰিয়ালত আমি এইবোৰ বাদ দিওঁ চলিব নোৱাৰো। এইবোৰ বাদ দি চলিব খুজিলে, শৃঙ্খলা বিহীনতাই পৰিয়ালত আউল লগাব নাইবা সমাজত বু-বু, বা-বাৰ সৃষ্টি কৰিব। এই সাধাৰণ বুলি ভবা বু-বু, বা-বাই সামাজিক জীৱন অসহ্য কৰি তোলে। ৰক্ষণশীলতাৰ মাজত যুগৰ পৰিবৰ্তনৰ লগত খোজ মিলাবলৈ দিয়া-- লোৱাটো আমাৰ সৰ্থেবাৰীৰ শাহুআই সকলৰ বিশেষত্ব। বোৱাৰী কালৰ ব্যক্তিগত অভিজ্ঞতা আৰু সমাজখনত দেখি অহা শাহুআই সকলৰ চিন্তাধাৰা আৰু দৃষ্টিভঙ্গীলৈ লক্ষ্য ৰাখি ক'ব পাৰি যে শাহুআই সকল আমাৰ পাৰিবাৰিক জীৱনৰ -- "friend, philosopher and guide" ভয়, সংশয়, সুখ, আনন্দ আদি নানান ভাৱৰ উগুল-থুগুলৰ মাজত সোমাই অহা বাহিৰৰ নকইনাজনী শাহুআইয়ে এনেদৰে আদৰি লয়, দেখি শাহুআইৰ প্ৰতি থকা বিৰূপ ভাববোৰ নিমিষতে নাইকীয়া হয়। মাতৃসুলভ মৰম-চেনেহেৰে নতুন ঘৰখনত নকইনাজনীয়ে নিজক কেনেদৰে খাপ খুৱাই ল'ব লাগে তাৰে শাহু আইয়ে পৰিবেশ সৃষ্টি কৰি দিয়ে। সম্পূৰ্ণ গাওঁলীয়া পৰিবেশৰ ত্ৰিশ বছৰ আগৰ শাহুআইৰ দৃষ্টিভঙ্গী আৰু চিন্তাধাৰাৰ লগত আজিৰ শাহুৰ পাৰ্থক্য দেখা নেযায়: স্নেহপূৰ্ণ অনুশাসনৰ মাজত শাহুগৰাকী পৰিয়ালৰ কেবাজনী বোৱাৰীৰ মাজত এনে এটি স্নেহ-প্ৰীতিৰ বান্ধোন আনি দিয়ে যেন বোৱাৰী কেইজনী একে মাকৰ জীয়ৰী।

জীয়ৰী কালৰ মুকলি মূৰীয়া জীৱনৰ অন্তত বোৱাৰী বান্ধোনত সোমাই সহজভাবে চলা-ফিৰা কৰা মানসিক প্ৰস্তুতি আনি দিয়ে শাহুআইয়ে। পৰিয়ালত নবোৱাৰীয়ে পৰম্পৰা ভাৱে চলি অহা কিছুমান

নিয়ম-নীতি, আচাৰ-ব্যৱহাৰ মানি চলিব লাগে। এইবোৰ মানি চলাত বোৱাৰীগৰাকী বিৰক্ত যাতে নহয় অথচ মানিও চলিব পাৰে তালৈ শাহুআই লক্ষ্য ৰাখে। এয়া আমাৰ সৰ্থেবাৰীৰ সমাজৰ শাহুআইসকলৰ বিশেষত্ব বুলি ক'ব পাৰি। সংখ্যাত তাকৰ শাহুআইয়ে বোৱাৰীৰ বদনাম গাই ফুৰে। সেই বুলি এইটোকো ক'ব নোৱাৰি যে কোনো কোনো শাহুৱেকে বোৱাৰীৰ পিচত ফুচ্-ফুচ-ফাচ্-ফাচ্ নকৰে। বহু ক্ষেত্ৰত শাহুৱেও বোৱাৰীক মানি চলে।

পৰিয়ালতে অকল শাহুসকলৰ কাম সীমিত নহয়। সামাজিক একতা আৰু শৃঙ্খলা বজাই ৰখাতো এওঁলোকে সমূহীয়া বৰঙণি যোগায়। সৰ্থেবাৰীৰ প্ৰত্যেক চুপাতে একোটা নামঘৰ আছে। নামঘৰবোৰত আউসী, পূৰ্ণিমা, একাদশী, জন্মাষ্টমী, গুৰুসকলৰ তিথিত নিয়মিত নাম-প্ৰসঙ্গ হয়। এই নাম ঘৰত চুপাৰ আইসকলে সমূহীয়া নাম-প্ৰসঙ্গ কৰে। শাহুৱেকৰ লগত বোৱাৰীয়ে বহি নাম-প্ৰসঙ্গ কৰিলে শাহুৱে বেয়া নেপায়। পাৰিবাৰিক উৎসৱ-পাৰ্বণ আদিটো তেওঁলোকৰ কৰিবলগীয়া থাকে। কাৰোবাৰ ঘৰত নাম-প্ৰসঙ্গ পাতিলে চুপাৰ মূল পাঠকনী আইক নিমন্ত্ৰণ কৰিলে তেওঁ সকলো আয়তীকে জাননী দি দল বান্ধি গৈ ভাগে ভাগে নিজৰ কাম সম্পন্ন কৰি নাম ধৰে, মাহ-প্ৰসাদ খায়। গিৰিহঁতৰ বিশেষ ধৰণৰ নিমন্ত্ৰণৰ অভিযোগ আইসকলৰ নেথাকে। তেনেদৰে তোলনী বিয়া, বিয়া আদি পাৰিবাৰিক অনুষ্ঠানবোৰত একতা আৰু দলবদ্ধতাৰ মাজত তেওঁলোকে ভাগে ভাগে কাম সম্পন্ন কৰে। তোলনী বিয়াত চুপাৰ আইসকলে প্ৰথা অনুসৰি 'জাপা' আনি নানান কূৰ্তি কৰি ছোৱালীজনী ধুৱায় আৰু নাম-প্ৰসঙ্গ কৰি লোঘনীয়া ছোৱালীজনীৰ ভবিষ্যত সুখী জীৱন এটা কামনা কৰি আশীৰ্বাদ কৰে। 'পিচত চোতালতে ৰংৰহইচ কৰি চাহ-তাহ খাই গুছি যায়। বিয়া-বাৰুৰ ক্ষেত্ৰটো দলবদ্ধ সহযোগ চমকপ্ৰদ-- যিটো অইন ঠাইত দেখিবলৈ পোৱা নেযায়। বিবাহ অনুষ্ঠানৰ নানান কাৰ্য্য যেনে-- সুৱাগৰ ধান বন্ধা, আউলা সান্দাহ খুন্দা, পানী তোলা, দৰা-কইনা ধুৱোৱা, ৰং ধেমালিৰ মাজেৰে সোৱাগ তোলা, দৰা-কইনাৰ নাম বা কইনা ঘূৰি মাকৰ ঘৰলৈ অহাৰ নাম ধৰা আদি পৰম্পৰা আমাৰ সমাজত চলি আহিছে। এনেবোৰ কাৰ্য্যত আইসকলে এনেদৰে সংযোগ কৰিব যে তেওঁলোকৰ বহিবলৈ উচ্চ আসন নাইবা খোৱা-লোৱাৰ বিশেষ ব্যৱস্থাৰ বাবে কোনো অভিযোগ নাইবা আক্ষেপ নাই। মাত্ৰ পানীতোলা পৰ্বৰ শেষত বিয়া ঘৰৰ পৰা তেওঁলোকে এজোৰ পাণ-তামোল মাননি হিচাবে লয়-- যিজোৰ পাণ-তামোলেৰে সৰ্থেবাৰীৰ আইসকলে সামাজিক বান্ধোন কটকটীয়াকৈ ৰাখিব পাৰে।

গাওঁত মহামাৰী বা অপায়-অমঙ্গলে দেখা দিলে শাহুআইসকলে একগোট হৈ দলবান্ধি গাওঁৰ বাটে-পথে হৰিৰ নাম-কীৰ্ত্তন কৰে। এনেদৰে নাম-কীৰ্ত্তন কৰি গাওঁৰ অপায়- অমঙ্গল দূৰ কৰিবলৈ আইসকল ওলাই আহে। দেশৰ স্বাৰ্থ ক্ষুন্ন হোৱাৰ উপক্ৰম হলে সৰ্থেবাৰীৰ আইসকল দল বান্ধি ৰাজপথলৈ ওলাই অহাৰ চানেকী আছে। দেশৰ স্বাৰ্থ ৰক্ষাৰ বাবে ওলাই আহি মাত মাতিবলৈ তেওঁলোকৰ সাহসৰ অভাৱ নাই।

জহৰ দীঘলীয়া আবেলি। শাহুআইসকলে বহি মেল মাৰি অবাবতে সময় নষ্ট নকৰে। পৰ নিন্দা, পৰ চৰ্চা তেওঁলোকৰ আজৰি সময়ৰ বিষয় নহয়। বেছি হাই-জঞ্জাল নথকা চুপাৰ কোনোবা এঘৰৰ বাৰাণ্ডাত বহি ধৰ্মপ্ৰাণা আইসকল পুথি পাঠত বহে। পঢ়িব জনা এগৰাকীয়ে পঢ়িব, জানা গৰাকীয়ে বুজাই দিব। তেওঁলোকে বুজি পোৱা ধৰণেৰে ধৰ্মতত্ত্ব ব্যাখ্যা কৰে। এইদৰে তেওঁলোকে ধৰ্ম চৰ্চা কৰাৰ লগতে সাহিত্যৰ ৰসো পাণ কৰে। ইয়াৰ শেষত আটাই কেইগৰাকীয়ে নানা ৰংধেমালিৰ মাজেৰে আম নাইবা অইন কিবা টেঙা চক্‌লাই নিমখ-জলকীয়া সানি লোৱা টেঙাৰ ৰসখিনিয়ে যেন তেওঁলোকৰ মাজৰ মিলা-প্ৰীতিৰ এনাজৰী ডাল কট্‌কটীয়াকৈ ৰাখে।

শাহুআই সকলোতে একে শাহুআই। কিন্তু সৰ্থেবাৰীৰ শাহুআইসকলৰ বৈশিষ্ট্য এইখিনিতে সুকীয়া যে সামাজিক জীৱনৰ সুস্থ পৰিবেশেৰে পাৰিবাৰিক কল্যাণ সাধন আৰু শান্তিৰ বাতাবৰণ সৃষ্টি কৰাটো তেওঁলোকৰ লক্ষ্য। কি পৰিয়াল, কি নাৰী সমাজ উভয় ক্ষেত্ৰতে তেওঁলোকে ভৱিষ্যতৰ শান্তি আৰু একতাৰ সুদৃঢ় ভেটি স্থাপন কৰিবলৈ বিচাৰে। ইয়ালৈ লক্ষ্য ৰাখিয়ে তেওঁলোকে বোৱাৰীক অনুশাসনমূলক শিক্ষাৰে গঢ় দিবলৈ বিচাৰে।●

> *নতুন লেখকসকলৰ প্ৰতি মোৰ অনুৰোধ তেওঁলোকে যেন নিষ্ঠাৰে ৰচনা কাৰ্যত ব্ৰতী হৈ সাহিত্যৰ সেৱা কৰে। অতীতৰ পৰা তেওঁলোকে প্ৰেৰণা লাভ কৰক আপত্তি নাই, কিন্তু তেওঁলোকৰ সৃষ্টি যুগোপযোগী হ'ব লাগিব। অতীত মৰি গৈছে, ভবিষ্যত অনাগত, কিন্তু জীৱন্ত বৰ্তমানক তেওঁলোকে হাতৰ মুঠিলৈ আনিব পাৰে। নতুন পুৰুষৰ দাবীয়েই যথেষ্ট নহয়, নতুন পুৰুষৰ দৃষ্টিভঙ্গীৰ মাজতো অভিনৱত্ব প্ৰকাশ দেখা পাব লাগে। আজিৰ লেখকৰ কাৰণে অকল ব্যাপক অভিজ্ঞতাই যথেষ্ট নহয়, অধ্যয়নলব্ধ জ্ঞান আৰু মনন-ক্ষমতাৰো আৱশ্যক।*
>
> ত্ৰৈলোক্য নাথ গোস্বামী





# লোকসংস্কৃতিত সৌন্দৰ্য সাধনা ঃ সৰুক্ষেত্ৰী অঞ্চল

*ৰীণা চৌধুৰী*

সৌন্দৰ্য সাধনাৰ জৰিয়তে এটা জাতিৰ গোষ্ঠীগত বৰ্ণপ্ৰীতি, পৰিষ্কাৰ-পৰিচ্ছন্নতা, ৰুচিবোধ, সামাজিক মৰ্যদা আদি বৰ্ণাঢ্য সংস্কৃতিৰ প্ৰকাশ ঘটে। অসমৰ ভিন্ন ঠাইৰ ভিন্ন সাংস্কৃতিক মন। প্ৰতি ঠাইৰেই যেন এক সুকীয়া স্থান। তেনেকুৱা এখন ঠাই সৰুক্ষেত্ৰী। বৰপেটা জিলাৰ পূব আৰু দক্ষিণত অৱস্থিত সৰ্থেবাৰী, আমৃখোৱা, ব্যাসকুছি, গোমূৰা আদি বহুকেইখন সৰু-বৰ গাওঁ সামৰি সৰুক্ষেত্ৰী অঞ্চল গঠিত। উক্ত অঞ্চল প্ৰাচীন কালত কোচ ৰজাৰ অন্তৰ্ভুক্ত হোৱা বাবে কিছুপৰিমাণে বঙালী সংস্কৃতি ভাবাপন্ন আছিল। তদুপৰি বৈষ্ণৱ গুৰু দুজনাই এই অঞ্চলৰ সতে আহ-যাহ চলোৱাৰ বাবে ইয়াৰ আকাশে-বতাহে এক সুকীয়া বৈষ্ণৱ সংস্কৃতিও গঢ় লৈ উঠিছিল। মুঠতে, সৰুক্ষেত্ৰী এখন বুৰঞ্জী প্ৰসিদ্ধ ঠাই। উক্ত ঠাইৰ নিজস্ব সৌন্দৰ্য-সাধনা বুলি আঙুলিয়াবলৈ একোৱেই নাই। তথাপি পুৰণি সংস্কৃতিৰ আঁত বিচাৰি গলে, অঞ্চলভেদে থকা সুকীয়া বৈশিষ্ট্য কেতবোৰ দৃষ্টিলৈ আহে।

সাধাৰণতে পুৰুষৰ সাজপাৰ অসমৰ আন ঠাইৰ পুৰুষৰ সতে সম্পূৰ্ণ মিল থকা বুলি ক'ব পাৰি। মহিলাৰ সাজপাৰেহে কিছু একক বৈশিষ্ট্য প্ৰকাশ কৰিছিল। মহিলাৰ সাজপাৰৰ ভিতৰত (১) মেখেলা, (২) ৰিহাৰ দৰে গাত লোৱা আৰু (৩) বৰ্তমানৰ চাদৰৰ দৰে দোলাই-- এই তিনি বস্ত্ৰই প্ৰধান। এই অঞ্চলতো চোলা বা ব্লাউজৰ প্ৰচলন নাছিল, গতিকে দুই আঁচলত ডাঙৰ ফুল থকা ৬ হাত দীঘল গাত লোৱা কাপোৰখন মেখেলাৰ ওপৰত বুকুৰ পৰা তিনি মেৰ দি আঁচলৰ আন ফালটো চাদৰৰ দৰে বাঁও কান্ধেৰে নি পুনৰ আগলৈ আনি কঁকালত মেথনি মাৰি লয়। এই গাত লোৱাখনকেই ৰিহা বুলিব পাৰি। তাৰ ওপৰত দোলাইখন-- জীয়ৰীয়ে চাদৰ হিচাপে নাইবা বোৱাৰীয়ে ওৰণি হিচাপে লয়। সম্ভ্ৰান্ত মহিলাৰ নাইবা বিয়াৰ কইনাৰ এইটোৱেই সাজ আছিল। ধনী-দুখীয়া ভেদে দোলাইখন বাহিৰৰ পৰা কিনা নাইবা ঘৰতে বৈ লোৱা হৈছিল। আন এক উল্লেখনীয় দিশ, বিবাহৰ দিনাখন কইনাই অনকটা ৰঙা আঁচুৰ বগা শাৰী (তেল-পাত্‌নি) এখন গাত মেৰাই লোৱা প্ৰথা আছে।

বিয়াৰ সময়ত দৰাই লোৱা খনিয়া বা বৰকাপোৰখনত আঁচু আৰু আঁচলত ফুল তোলাৰ উপৰিও পিন্ধোতাৰ নাম-ধাম ফুলৰ দৰে উঠোৱা হৈছিল। পুৰুষসকলে একেসাজ কাপোৰ পৰিধান কৰিয়েই মেল-সবাহলৈ যোৱা, নামঘৰলৈ যোৱা নাইবা আহাৰখোৱা আদি কৰিব নোৱাৰিছিল। নাৰীসকলেও ভাত ৰন্ধা আদি কাৰ্যত বিশেষ ৰঙাবৰণৰ সাজ নিপিন্ধিলে ঘৰৰ মূল মানুহ গৰাকীয়ে ভাত খাব নোৱাৰিছিল। বস্ত্ৰৰ ভিতৰত কপাহী আৰু এড়ীকাপোৰৰ প্ৰচলন সৰ্বাধিক আছিল।

আ-অলংকাৰৰ ব্যৱহাৰৰ ক্ষেত্ৰতো অসমৰ আন ঠাইৰ সতে এই অঞ্চলৰো সামঞ্জস্য আছিল। তথাপিও নাৰীসকলে হাতত মুঠিখাৰু, মগৰ থকা-নথকা বালা ; ডিঙিত ধুনীয়া মণি, গলপাতা; নাকত মগৰ, টুপ জাতীয় নাকফুল নাইবা নাকচান্দি ; কাণত কাণফুল আৰু কম পৰিমাণে থুৰিয়া পিন্ধিছিল। হাতৰ আঙুলিত ৰূপৰ বা সোণৰ বাখৰ নিদিয়া আঙঠিৰ প্ৰচলন বেছি আছিল।

সুগন্ধি দ্ৰব্য নাইবা প্ৰসাধনৰ ক্ষেত্ৰত উক্ত অঞ্চলত লাহ-বিলাহৰ পয়োভৰ দেখা নাযায়। ঘানীত পেৰা বিশুদ্ধ মিঠাতেল চুলি আৰু গাত ব্যৱহাৰ কৰা হৈছিল। মূৰ-গা ধুবলৈ চাবোনৰ সলনি সৰিয়হৰ খলিহৈ, কলাখাৰ, ঔৰ বীজ আদিৰ ব্যৱহাৰ আছিল।

চুলি আঁচুৰিবলৈ বাঁহ, হাতীদাঁত নাইবা ম'হৰ শিঙৰ ফণীৰ প্ৰচলন আছিল। কেশ সজ্জাত নানান খোপাৰ পয়োভৰ থাকিলেও খোপাত ফুল লোৱাৰ ব্যৱহাৰ নাছিল। কম চুলিৰ জীয়ৰি-বোৱাৰীয়ে খোপাত একোচা মৰাপাট বা সূতাৰ ফালি ব্যৱহাৰ কৰিছিল। 'আঁচুকাঠ' নামেৰে জেতুকা জাতীয় গছৰ পাত বটি নখ আৰু হাতত ৰঙ বোলোৱা হৈছিল। সুগন্ধি দ্ৰব্যৰ ভিতৰত কস্তুৰী, মৃগনাভি আদিৰ প্ৰচলন সম্ভ্ৰান্ত বংশত আছিল। মাইকী মানুহৰ পদাভৰণৰ প্ৰমাণ নাথাকিলেও মতা মানুহে ভৰিত খৰম পিন্ধাৰ ব্যৱহাৰ আছিল।

সৰুক্ষেত্ৰী অঞ্চলৰ আন এক বৈশিষ্ট্য আছিল মহিলাৰ দাঁত ক'লা কৰা নাইবা সিৰি দিয়া প্ৰথা। বৰ্তমান অপ্ৰচলিত উক্ত প্ৰথা অনুসৰি জীয়ৰী ছোৱালীয়ে শহুৰৰ ঘৰলৈ যোৱাৰ আগমুহূৰ্তত বিভিন্ন প্ৰাকৃতিক উপায়েৰে দাঁতবোৰ ক'লা কৰি পেলাইছিল।

অৱশ্যে এটা কথা সত্য, আজিৰ দৰে তাহানি সাজ-পোচাক, প্ৰসাধন, অলংকাৰ-বিলাস আদিত গণতান্ত্ৰিকতা নাছিল। জন্ম, বংশ, কৰ্ম, খিতাপ বিষয় ভেদে উচ্চ-নীচ ভেদ নাইবা পাৰ্থক্য আছিল। তথাপি, অসমৰ সৌন্দৰ্য-সাধনা এই দিশটোৰ গৱেষণামূলক অধ্যয়নে অসমীয়া লোক-সংস্কৃতিৰ বহুতো ন'দিশ উন্মোচিত কৰিব পাৰিব বুলি আশা কৰিব পাৰি।●

# মোৰ সপোনৰ সৰ্থেবাৰী

*নলিনীপ্ৰভা ডেকা*

১৯৫২ চনৰ কথা। মই তেতিয়া ছয় সাত বছৰীয়া। মোৰ জন্ম উত্তৰ বজালীৰ পশ্চিম খাগ্ৰাবাৰীত। মোৰ পিতৃদেৱ ˚ দধিৰাম ঠাকুৰীয়া ১৯২১ চনৰ পৰা ১৯২৮ চনলৈ সৰ্থেবাৰী এম, ভি স্কুলৰ প্ৰধান শিক্ষক আছিল। অতি কৃতিত্বৰে মোৰ দেউতাই শিক্ষকতা কাম কৰিছিল। সেই সূত্ৰে সৰ্থেবাৰী আৰু তাৰ আশে-পাশে থকা গাওঁবোৰৰ লগত দেউতাৰ এটি সুমধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। পিছত দেউতাৰ মুখৰ পৰা সৰ্থেবাৰীৰ মানুহৰ কথা, বুঢ়াদিয়া নদীৰ কথা, আল্‌পা নদীৰ কথা, মাঘী পূৰ্ণিমাৰ সভাৰ কথা, কাঁহ শিল্পৰ কথা আদি বহুত কথা শুনিছিলোঁ।

আৰু শুনিছিলো মানুহৰ মৰম, শ্ৰদ্ধা আৰু চেনেহৰ কথা। সৰ্থেবাৰীৰ মানুহবোৰ হেনো বৰ পৰিশ্ৰমী। কঁহাৰবোৰে বোলে ৰাতিপুৱা তিনি-চাৰি বজাত উঠি হাতুৰিৰ কোব মাৰে। সেই পূব পিনে বগা দাৰ দেখা নিদিয়াৰ পূৰ্বেই কঁহাৰ শালৰ হাতুৰিৰ শব্দই যেন "তেজৰে কমলাপতি পৰভাতে নিন্দ'ৰ বাণী কৰ্ণত পেলাই সৰ্থেবাৰীৰ সুঠাম স্বাস্থ্যৰ মানুহক জগাই তোলে আৰু দিনটোৰ কামত নিয়োগ কৰে। দেউতাই কাঁহ শিল্পৰ কথাবোৰ ৰসালভাৱে আমাক (ভাই-ভনীহঁতক) কৈ যায়— আমি শুনি যাওঁ। এনেভাৱে দেউতাই কথাবোৰ— কঁহাৰ শাল, ভাটি, চৌকা, হাতুৰিৰ কোব, যৌগিক কাঁহ তৈয়াৰ কৰা পদ্ধতি আৰু উৎপাদিত বস্তু কাঁহী, বাতি, পাণ বটা, নাগফেটী বটা, বানবাটি, লোটা, ঝাৰি, মাইহাং (বেলাবান), তাল আদি বিভিন্ন ধৰণৰ বস্তু তৈয়াৰ কৰাৰ কথা কয়। আমি তন্দ্ৰাভৰি শুনি শুনি কেতিয়াবা সপোনতে গৈ সৰ্থেবাৰীৰ কঁহাৰশালত উপস্থিত হওঁ।

দেউতাই মাজে মাজে সৰ্থেবাৰীৰ মাঘী-পূৰ্ণিমাৰ পাঁচদিনীয়া সভাৰ কথাও অতি মনোমুগ্ধকৰ কৰি শুনায়। হোমযজ্ঞ, নাম, প্ৰসাদ, দোকান-পোহাৰ, যাত্ৰাপাৰ্টি, ভাওৰা আদিৰ কথাও আমাক কৈছিল। আৰু কৈছিল মাছ-পুঠি, গাখীৰৰ কথা। অনেক আৰু বিবিধ মাছ-পুঠিৰ কথা। বিশেষকৈ ডাঙৰ ডাঙৰ কাৰৈ মাছ, মাগুৰ মাছ পোৱা গৈছিল হেনো কাপ্‌লা আৰু তাভা বিলত। গাখীৰবোৰ বৰ জুটি লগা আছিল বোলে। সৰ্থেবাৰীৰ চাৰিওফালে মহৰ বাথান। বাথানৰ কেঁঠলাৰ দৈ খামী ধৰা দৈৰ কথা কৈ আমাৰ জিভাৰ পানী পেলাইছিল। দেউতাৰ সেই সময়ত এটা ঘোঁৰা আছিল। সৰ্থেবাৰীলৈ ঘোঁৰাত অহা যোৱা কৰিছিল। সেই সময়ত বাট-পদূলি হেনো বাৰু নাছিল। বাচ-মটৰৰ চলাচলো নাছিল।

আমাৰ ঘৰলৈ সৰ্থেবাৰীৰ এজন মানুহ অহা প্ৰায়ে দেখোঁ। ১৯৫২ চন মানৰে কথা। মানুহজন আহে যায়। এদিনাখন সেই মানুহজনে এটা ডাঙৰ বৌমাছ আমালৈ মোনাত ভৰাই আনিছিল। আগতে আনিছিল যদিও ইমান ডাঙৰ নাছিল। আয়ে মোনাৰ পৰা উলিয়াত আমি তাজ্জুব্ মানিছিলঁ। তেতিয়ালৈকে মই তেনে ডাঙৰ বৌমাছ দেখা নাছিলোঁ। আমি মাছটো চাই চাই জিভা টকালিছিলো। কেঁচাই কেঁচাই যেন খাই পেলাম। সৰুৰে পৰা আমাৰ মাছৰ প্ৰতি বৰ লোভ। আমাৰ ঘৰৰ পূৱে দুমাইল দূৰত কালদিয়া নদী, পশ্চিমে চাৰিমাইল দূৰত পহুমৰা নৈ। আমাৰ কাষত বিল-খাল তেনেকৈ নাছিল। আমি দেখিছিলো মাথো পুঠি-খলিহা, গৰৈ-চেং আৰু কেতিয়াবা নদীৰ পৰা উঠোৱা মাছ-বজাৰৰ পৰা কিনি অনা কুবিহা, বৰালি, বৌৰ পোৱালি আদি।

সেই সময়ত যি জন মানুহে মাছ আনিছিল তেওঁলৈ আমি ভ্ৰুক্ষেপেই কৰা নাছিলোঁ। পিছত ডাঙৰ হৈ জানিলো তেখেত আমাৰ তাৰৈ- হৰিচৰণ তালুকদাৰ। মোৰ পিতাৰ মুখত শুনিলো তেখেত আৰু মোৰ পিতাদেউ হেনো একেলগে যোৰহাটত নৰ্মাল পঢ়িছিল। একেলগে খাইছিল, ফুৰিছিল, নাটক লিখিছিল, নাটক কৰিছিল। সেই সময়তে দুয়ো পৰম বন্ধু হৈ পৰিছিল। ১৯২১ চনত পিতাদেউ সৰ্থেবাৰী মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষক পদত নিযুক্তি লাভ কৰে। ১৯২৪ চনত ˚ হৰিচৰণ তালুকদাৰ জালাহ মধ্য ইংৰাজী স্কুলৰ শিক্ষকতা পদত ভৰ্ত্তি হ'বলৈ আহি আমাৰ ঘৰত থাকে। তাৰ কিছুদিন পিছতেই মোৰ পিতাৰ বিয়াত দুয়োজনে সখিত্ব বন্ধনত বান্ধ খাই পৰে। সেইজন পৰম শ্ৰদ্ধাভাজন তাৰৈৰ কথা আজি সাহিত্য সভাৰ অধিবেশনৰ সময়ত মনত পৰিছে— এইকাৰণে যে তেখেতৰ "গীতা পৰিচয়" খন চোৱা-মেলা কৰি দিয়া আৰু ছপোৱাৰ বাবে আমাৰ গুৱাহাটীৰ ঘৰলৈ বহুবাৰ আহিছিল।

ক'ব নোৱাৰো কিয় জানো সৰুৰে পৰা সৰ্থেবাৰীৰ মাছ-পানীৰ, কাঁহ শিল্প আদিৰ প্ৰতি এটা টান থকাৰ বাবেই হয়তো আজি মই ক্ষেত্ৰী অঞ্চলত এজনী বোৱাৰী আৰু বিয়াৰ পিছত তাৰৈক বেছিকৈ লগ পাওঁ। মোৰ সৌভাগ্য যে তেখেতৰ মৃত্যুৰ কিছুদিন আগেয়ে তেখেত আমাৰ গুৱাহাটীৰ পূৱ শৰণীয়াৰ ঘৰলৈ আহি উপযাচি মোৰ হাতে এসাজ খাম বুলি কলে। মই সুবিধা পাই তাৰৈৰ দ্বাৰা সিদিনা কীৰ্ত্তন শুনিছিলোঁ। গোটেই দিনটো কটাই মোৰ স্বামী শ্ৰীভৱানন্দ ডেকাৰ লগত নানা তত্ত্বমূলক কথা পাতে। হৰিচৰণ তালুকদাৰ এজন সজ লোক আছিল। মৃদুভাষী, মৰমীয়াল, সমাজসেৱক, কঢ়া নিয়মৰ লোক আছিল।

সৰ্থেবাৰী কাঁহ শিল্পৰ কেন্দ্ৰ স্থান। আমাৰ দেউতাৰ ঘৰত কাঁহ-পিতলৰ বস্তু বহুত আছিল। ডাঙৰ কাঁহী, বাতি, পানবটা, ঘটি, লোটা, কলহ, কাঁহৰ চৰিয়া, বানবাটি আদি আছিল— আজিও তাৰে কিছু বস্তু আমাৰ ঘৰত আছে। সৰুতে আমি দেখিছিলো আমাৰ ঘৰলৈ প্ৰায়েই কঁহাৰ আহি গঢ়শাল পাতি কিছুদিন থাকে। কঁহাৰ আহি আমাৰ ঘৰত থাকি পুৰণি কাঁহ পিতলৰ বস্তু মেৰামতি কৰি দিয়ে। আমাৰ ঘৰত কঁহাৰ থাকি গঢ়শাল পাতি থকা কেইদিন





আমাৰ বৰ স্ফুৰ্তি। চৌকাত দিন-ৰাতি জুই। ছাগলীৰ ছালৰ ভাঠি, জুই ফুওৱা, চুঙা, নানা যন্ত্ৰপাতি হাতুৰী, শাৰা আদি। কাঁহ গলোৱা দেখিছিলোঁ। হাতুৰীৰ কোবৰ শব্দ শুনি গা-মন নাচি উঠিছিল। অৱশ্যে তেতিয়া আমি কাঁহ শিল্পৰ কৌশলবোৰৰ কথা জনা নাছিলোঁ। আমাৰ ঘৰত থকা কেইদিন কঁহাৰ কেইজনে আমাৰ ঘৰৰ পৰাই চাউল-খৰী পাইছিল। আমাৰ কেবাখনো বাঁহ গছ-গছনিৰে ভৰপূৰ বাৰী আছিল। খৰিৰে ঘৰ ভৰি থাকে। কঁহাৰসকল যোৱাৰ সময়ত আমাৰ প্ৰত্যেককে সৰু সৰু এটাকৈ বাতি, কাঁহী, ঘটি আদি দি যায়। সেইবোৰ কথা এতিয়াও মনত আছে। তেতিয়াৰ পৰাই মোৰ মন সৰ্থেবাৰীৰ প্ৰতি আকৰ্ষিত হৈছিল।

আমাৰ পিতৃদেৱে পিছৰ কালত আৰু বহু কথাই কৈছিল। মোৰ ডাঙৰ বাইদেউৰ বিয়া হৈছিল সৰ্থেবাৰীৰ প্ৰখ্যাত কঁহাৰ, ৰাইজমেলৰ নেতা ˚ পুষ্পৰাম তামুলী (কঁহাৰ)ৰ জীয়ৰীৰ ফালৰ নাতি শ্ৰীভবেন্দ্ৰ নাথ ঠাকুৰীয়াৰ লগত ১৯৪৪ চনত। সেই সূত্ৰেই দেউতাই পিছত যেতিয়া ˚ পুষ্পৰাম কঁহাৰৰ আতি গুৰি জানিব পাৰিলে, তেতিয়া আমাক সেইজনা স্বনামধন্য কঁহাৰৰ কথাও কৈছিল। ˚ পুষ্পৰাম কঁহাৰ কেৱল কঁহাৰেই নাছিল। তেওঁ আছিল এজন সমাজকৰ্মী। কঁহাৰ হৈও তেওঁ ১৮৯৪ চনৰ ৰাইজ মেলত আগভাগ লৈছিল আৰু শুনিবলৈ পাইছিলো তেওঁ হেনো বৰপেটাৰ হাকিম ˚ মাধৱ চন্দ্ৰ বৰদলৈক লাখুটিৰে টানি ঘোঁৰাৰ পিঠিৰ পৰা পেলাই দিছিল। তেওঁ জেল খাইছিল আৰু জেলৰ পৰা আহি সৰ্থেবাৰীত নাথাকি বজালীলৈ আহি প্ৰথমতে বৰবাঙত থাকি পিছত আজিৰ কাঁহাৰপাৰা গাওঁত নিগাজিকৈ থাকে। তেওঁ জীৱনৰ শেষ ভাগত বোলে এখন ময়ূৰ গছা তৈয়াৰ কৰিছিল। বৰ্তমান সেই ময়ুৰ গছাখন কাঁহাৰপাৰাৰ শ্ৰীবীৰেন্দ্ৰ নাথ তালুকদাৰৰ ঘৰত আছে। মোৰ স্বামী শ্ৰীভৱানন্দ ডেকাক শ্ৰীতালুকদাৰে বস্তাৰ ভিতৰৰ পৰা গছাৰ বস্তুবোৰ আনি ময়ূৰ গছাখন সাজি দেখুৱাইছিল। মই নিজে চকুৰে দেখা পাই যদিও তাৰ নিৰ্মাণ কৌশল শুনি তবধ মানিছিলোঁ। এতিয়াও পুষ্প কঁহাৰে জেলত তৈয়াৰ কৰা জেল বাতিকে আদি কৰি বিভিন্ন বস্তু ডাঙৰ ভিন্‌দেউ ভবেন্দ্ৰ নাথ ঠাকুৰীয়াৰ ঘৰত আৰু তেখেতৰে সুযোগ্যা ভগিনী শ্ৰীউৰ্মিলা দেৱী দাসৰ চিলঙৰ ঘৰতো দেখিবলৈ পাওঁ।

সৰুকালত আমি আটাইটি ভাই-ভনীয়ে পিতাৰ ওচৰত বহি বা জাৰকালি বাহিৰত জুইৰ কাষত বহি চুঙা পিঠা পুৰি থকাৰ লগতে সৰ্থেবাৰীৰ কথা শুনিছিলোঁ। পিতাই এফালৰ পৰা সৰ্থেবাৰীৰ কথা কৈ গৈছিল, তেওঁ চাকৰি কৰিবলৈ যাওঁতে পাঠশালাৰ পৰা বা টিঙৰ পৰা নাৱেৰে যোৱা কথা আমাক কৈ গৈছিল। তেতিয়া বাট-পথ সুচল নাছিল। সেইবাবে পিছত পিতাই এটা ঘোঁৰা কিনি তাৰ পিঠিত অহা-যোৱা কৰিছিল।

মাঘমাহৰ কোনোবা কোনোবা দিনা আমাৰ ৰাজ আলিৰে জাকে জাকে জাল, পল' আৰু জাকৈ অন্যান্য সঁজুলি ককালৰ কাষত একোটা প্ৰকাণ্ড খালৈ বান্ধি লৈ বড়ো, দেহান মতা-মাইকী মানুহ যোৱা দেখিছিলোঁ। আইৰ মুখেহে জানিছিলো তেওঁলোকে হেনো সৰ্থেবাৰীৰ ওচৰৰ কাপ্‌লা, তাভা বিললৈ মাছ মাৰিবলৈ যাব। এনেদৰে সৰুকালিৰ সময়ত মই সৰ্থেবাৰীৰ কথা শুনিছিলো। পিছত ১৯৭০-৭১ চনত মই সৰ্থেবাৰী স্ব-চক্ষুৰে চোৱাৰ সুবিধা পাওঁ। তাৰ আগেয়ে ১৯৬৪ চনত মোৰ বিয়া হৈ গৈছিল— সৰ্থেবাৰীৰ ওচৰৰ ব্যাসকুছিত। ১৯৭০ চনত বাপুজী মহাবিদ্যালয় স্থাপন হোৱাৰ সময়ত মোৰ স্বামী তাৰ অধ্যক্ষ হৈ আহে। তেতিয়া সৰ্থেবাৰীৰ সভাৰ কিছুদিন আগেয়ে মোক আৰু আমাৰ ডাঙৰ ল'ৰা দুজনক সৰ্থেবাৰীলৈ লৈ আহে। সেই সময়তে মই প্ৰায় দুমাহ কাল সৰ্থেবাৰীত আছিলো আৰু তেতিয়াই সৰ্থেবাৰীখন অতি ওচৰৰ পৰা চোৱাৰ সুবিধা পাইছিলোঁ। আমি মহাবিদ্যালয়খনৰ কাষতে ˚ শান্তিৰাম পাটোৱাৰী দেৱৰ সন্মুখত ঘৰটোত আছিলোঁ। থকাৰ সুন্দৰ ব্যৱস্থা পাইছিলোঁ। দুদিনমানতেই পাটোৱাৰী দাদাৰ ঘৰখন মোৰ আপোন হৈ পৰিছিল। তেতিয়াই মই মোৰ তাৰৈ ˚ হৰিচৰণ তালুকদাৰ, ˚ কবি ডেকা, শ্ৰীহিতেশ ডেকা, ˚ ৰাজেন্দ্ৰ নাথ ডেকা, ˚ কামেশ্বৰ বৰ্মণ, শ্ৰীবঞ্চিত চৌধুৰী, শ্ৰীবিশ্ব চৌধুৰী, শ্ৰীপ্ৰসন্ন ডেকা দেৱ আৰু বহুতকে লগ পাওঁ।

সৰ্থেবাৰী গৈ পোৱাৰ দুদিনমান পিছতেই সভা আৰম্ভ হয়। সভাৰ কেইদিন মোৰ বৰ ব্যস্ততা, কাম বাঢ়ে। আমাৰ থকা ঘৰত অঞ্চলটোৰ বিভিন্ন গাওঁৰ মানুহ ভৰি পৰে। সভাত লোকে লোকাৰণ্য হয়। মাজত ৰভা-ষ্টেজ। চাৰিওফালে বিভিন্ন প্ৰকাৰৰ দোকান-পোহাৰ। অসমৰ বিভিন্ন অঞ্চলৰ মানুহ সভা চাবলৈ আহে। মাঘী পূৰ্ণিমাৰ সেই সভাত জন-সংস্কৃতিৰ ৰূপৰ নিচান উৰে। থলুৱা ভাৱৰীয়া, যাত্ৰাপাৰ্টি, ঢুলীয়া আদিয়ে নিজৰ নিজৰ ভাৱ দেখুৱায়। সভাখন বোলে কলিযুগৰ আৰম্ভণীৰ মাঘী পূৰ্ণিমাৰ স্মৃতি হিচাপে উদ্‌যাপন কৰা হয়। তথাপি দেখা যায় সভাখন অসমীয়া জনসাধাৰণৰ লগতে গোটেই অসমৰে মহা মিলনৰ পীঠস্থান। মই আগেয়ে এনে সৰ্বৰসপূৰ্ণ সভা দেখা নাছিলোঁ।

সৰ্থেবাৰীত থকা সময়তে সৰ্থেবাৰীৰ ভিতৰৰ চুপাবোৰলৈ যোৱা পৰে। তামুলী চুপা, তালুকদাৰথেৰ চুপা, কাজিথেৰ চুপা, আতাথেৰ চুপা, যমথেৰ চুপা আদিৰ নাম মনত পৰে। তাৰ চুপাই চুপাই থকা কঁহাৰ শালবোৰ দেখিছিলোঁ। কঁহাৰ সঙ্ঘ দেখিছিলোঁ আৰু মানুহৰ কৰ্মনিষ্ঠতা দেখি তবধ মানিছিলোঁ। অল্‌পা নদীৰ পাৰৰ সৰ্থেবাৰী সঁচাকৈয়ে এখন মনোমোহা ঠাই।

সৰ্থেবাৰীত থাকিয়েই মই অনুভৱ কৰিছিলো যে এইখন ঠাইৰ কিবা এক নিজস্ব মহিমা আছে। অসমৰ যাউতিযুগীয়া খিয়াতি সৰ্থেবাৰীয়ে জীয়াই ৰাখিছে। সেয়ে আজি এইখন ঐতিহ্যমণ্ডিত ঠাইতেই অসম সাহিত্য সভাৰ ৬১ তম অধিৱেশন হোৱা শুনি মই মোৰ সপোনৰ সৰ্থেবাৰীৰ প্ৰতি শ্ৰদ্ধা জনাইছোঁ আৰু আশা ৰাখিছোঁ এইবাৰৰ এই সাহিত্য সভাৰ অধিৱেশনে সৰ্থেবাৰী অঞ্চলৰ ৰাইজৰ মনলৈ আৰু অধিক মনোবল আনি দিব। জয়তু সৰ্থেবাৰী, জয়তু অসম, জয়তু অসম সাহিত্য সভা।●

---

*সাহিত্য সভাক সুপ্ৰতিষ্ঠিত কৰিবলৈ হ'লে আশানুধীয়া এদল মিছনেৰী সেৱকৰ প্ৰয়োজন হৈছে। সাহিত্য সভাই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ উদ্‌গতিৰ অৰ্থে এটা সুস্থ পৰিৱেশ সৃষ্টি কৰক। কেৱল অধিৱেশনবোৰৰ প্ৰস্তাৱৰাজি আৰু শাসকৰ আইনে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিক জীয়াই ৰখাটো সম্ভৱ নহয়।*

যুগল দাস

# সৰ্থেবৰীয়া ঢং ঃ সৰ্থেবাৰীৰ পৰম্পৰা ঐতিহ্যৰ চমু আভাষ

অখিল চন্দ্ৰ ডেকা

অঞ্চলভেদে মানুহৰ সমাজ-ব্যৱস্থা, নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ আদি ভিন্ ভিন্। মাত-কথা, চলন-ফুৰন, খোৱা-লোৱা আদি বিভিন্ন দিশত সৰ্থেবাৰী তথা সৰ্থেবাৰী অঞ্চলৰো একোটা নিজস্ব বৈশিষ্ট্য আছে; যাক দেখি বাহিৰ অঞ্চলৰ বহুতেই কয়- "সৰ্থেবৰীয়া ঢং"।

সৰ্থেবাৰী হ'ল- বৰপেটা জিলাৰ পূব প্ৰান্তত অৱস্থিত এখন ঘন বসতিপূৰ্ণ ঠাই। মৌজা- সৰুক্ষেত্ৰী। অকল ব্যৱসায়িক দিশটোৰ ক্ষেত্ৰতে নহয়- ভাষা, ধৰ্ম, কলা-সংস্কৃতি, শিক্ষা, সাহিত্য-চৰ্চা আদিৰ ক্ষেত্ৰতো সৰ্থেবাৰী হ'ল সৰুক্ষেত্ৰী মৌজাৰে প্ৰাণকেন্দ্ৰ। বৰ্ত্তমান বিজ্ঞানৰ যুগতো সামাজিক নীতি-নিয়ম আৰু পৰম্পৰা ঐতিহ্যক ৰক্ষা কৰি থকাটো সৰ্থেবাৰীৰ এটা ডাঙৰ বৈশিষ্ট্য। ইয়াত তাৰেই চমু আভাষ এটি পাঠক সমাজলৈ আগবঢ়োৱা হ'ল।

## পাঁচখেল গঞাগয়ৰহ ঃ ৰাইজৰ আদালত

সৰ্থেবাৰী এখন সৰু চহৰ যদিও ইয়াৰ সকলো দিশতে গাৱঁৰ পৰিবেশহে বিদ্যমান। মানুহ মাত্ৰেই সমাজপ্ৰিয়। সৰ্থেবাৰীৰ লোকখিনিয়ে সমাজ পাতি সমাজৰ নীতি-নিয়মৰ মাজত চালিবলৈ ভাল পায়। কেবাটাও পৰিয়াল লগ-লাগি একোটি "চুবুৰী" হোৱাৰ দৰে কেবাটাও চুবুৰী লগ-লাগি একোটি "খেল" গঠন হয়। সৰ্থেবাৰীখন মুঠ পাঁচটা খেলত বিভক্ত। এই পাচখেলৰ ৰাইজকে কোৱা হয় "পাচখেল গঞাগয়ৰহ"। পাচখেল পৰিচালনাৰ বাবে অভিজ্ঞ ব্যক্তি কেইজনমানকলৈ এখন শক্তিশালী কমিটি গঠন কৰি দিয়া হয়। প্ৰতিবছৰে সৰ্থেবাৰীৰ প্ৰতিটো চুবুৰীকে প্ৰতিনিধিত্ব কৰিব পৰাকৈ ৰাইজৰ সৰ্ব্বসন্মতিক্ৰমে একোজন সভাপতি, সম্পাদক, ধনভড়ালী মজুমদাৰৰ উপৰিও সাধাৰণ সদস্য কেইজনমান কমিটিৰ বাবে নিৰ্ব্বাচিত কৰা হয়।

পাচখেল ৰাইজৰ হাতত ক্ষমতা অসীম। সৰ্থেবাৰীৰ যিকোনো উন্নয়নমূলক কাম-কাজতে পাচখেল ৰাইজ সদায় আগভাগ লয়। ঘৰুৱা বিবাদ, ধৰ্ম্মীয় বা সামাজিক নীতি-নিয়ম উলংঘা আদিৰ ক্ষেত্ৰত বিচাৰৰ ভাৰ পাচখেল ৰাইজৰ ওপৰতে ন্যস্ত থাকে। বিচাৰত দোষী সাব্যস্ত কৰাজনলৈ নগদ টকা পৰ্য্যন্ত জৰিমনাও বিধান কৰে। সমাজত যাতে বিশৃঙ্খলাই দেখা দিব নোৱাৰে তাৰবাবে পাচখেল ৰাইজ সদায় 'জাগ্ৰত প্ৰহৰী'। পাচখেল ৰাইজক নমনা বা অপমান কৰা সকলক এঘৰীয়া কৰি থোৱা ব্যৱস্থাও আছে। এঘৰীয়া কৰা সকলৰ বাবে যিকোনো ধৰণৰ সামাজিক অনুষ্ঠানতে প্ৰৱেশ নিষেধ। বৈশিষ্ট্য এইখিনিতে যে- সৰ্থেবাৰীৰ লোক খিনিয়ে চৰকাৰৰ প্ৰশাসনীয় নীতি-নিয়মতকৈও পাচখেল ৰাইজৰ নীতি-নিয়মৰ ওপৰতহে অধিক গুৰুত্ব দিয়ে। চৰকাৰী আইন-আদালততকৈও পাচখেল ৰাইজৰ বিচাৰকহে সদায় অগ্ৰাধিকাৰ দি আহিছে। সেয়ে- পাচখেল গঞাগয়ৰহ সৰ্থেবাৰীৰ বাবে এখন 'ৰাইজৰ আদালত'।

## "জাননী"ৰ সলনি "ঘোষক" ঃ সৰ্থেবাৰীৰ এক পৰম্পৰা ঐতিহ্য

গুণীজনৰ গুণ স্বীকাৰ কৰা আৰু অতীত পৰম্পৰাক ৰক্ষা কৰি চলা সৰ্থেবাৰীৰ লোকখিনিৰ এটা ডাঙৰ বৈশিষ্ট্য। উদাহৰণ স্বৰূপে- ৰাজহুৱা সভা-সমিতি অথবা কিবা জৰুৰী আলোচনা-বিলোচনা থাকিলে তাহানিৰ ৰজাদিনীয়া পদ্ধতিৰে এজন ঘোষকৰ হতুৱাই "শুনক-শুনক-শুনক!! . . ." বুলি বৰকাঁহ (বেল) কোবাই সৰ্থেবাৰীৰ প্ৰতিটো চুবুৰীৰ ৰাইজকে জাননী দি ফুৰা নিয়ম আজিও প্ৰচলিত হৈ আছে। ঘোষকৰ মুখৰ পৰা ঘোষণা শুনাৰ পিছত কোনেও আৰু লিখিত বা ছপা 'জাননী'ৰ প্ৰয়োজনবোধ নকৰে।

## 'এক পইচাৰ নাম' ঃ লোক-পিয়লৰ অভিনৱ পদ্ধতি

নিজৰ জন্ম ঠাইখনৰ জনসংখ্যা কিমান- আমি সকলোৰে জনাটো অত্যন্ত দৰ্কাৰ। ভাৰতবৰ্ষত প্ৰতি দহ-বছৰৰ অন্তৰে অন্তৰে একোটা লোকপিয়ল অনুষ্ঠিত হয় আৰু লোকপিয়লৰ জড়িয়তেই সমগ্ৰ ভাৰতবৰ্ষৰে জনসংখ্যা নিৰ্দ্ধাৰণ কৰা হয়। সৰ্থেবাৰী ৰাইজৰ বৈশিষ্ট্য এইখিনিতে যে- অকল লোকপিয়লৰ তথ্যৰ ওপৰতে নিৰ্ভৰ নকৰি নিজা-ৰবীয়াকৈ প্ৰতি বছৰে সৰ্থেবাৰীৰ মুঠ জনসংখ্যাৰ এটা হিচাপ উলিয়াই লয় এক অভিনৱ পদ্ধতিৰে। সেয়া হ'ল- "এক পইচাৰ নাম"।

সৰ্থেবাৰীৰ প্ৰতিটো পৰিয়ালৰ পৰা বাধ্যতামূলক ভাবে জনমূৰি এক পইচাকৈ (আদি-কালি টকাৰ মূল্য হ্ৰাস হৈ যোৱাৰ ফলত একপইচাৰ ঠাইত পচিশ পইচা কৰা হৈছে) উঠাই পাচখেল ৰাইজৰ ৰাজহুৱা নামঘৰত সকলোৰে মিলি ভোৰতালৰ শব্দত সৰ্থেবাৰীৰ আকাশ-বতাহ কঁপি উঠাকৈ "থিয় নাম" ধৰা হয়। এই নামটোৰ খৰচৰ বাবে একপইচাকৈ উঠোৱা হয় বাবে ইয়াক "এক পইচাৰ নাম" আখ্যা দিয়া হৈছে। নাম উপলক্ষে যিমান পইচা সংগ্ৰহ হয়- সেই বছৰটোত সৰ্থেবাৰীৰ জনসংখ্যাও সিমানেই বুলি নিৰ্দ্ধাৰণ কৰা হয়।

## 'মুষ্টি ভিক্ষা' ঃ ৰাজহুৱা পুঁজি গঠনৰ অপূৰ্ব্ব নিদৰ্শণ

সমাজৰ উন্নয়নমূলক উমৈহতীয়া অনুষ্ঠান একোটা গঢ়ি তুলিবলৈ হলে অথবা ৰাস্তাঘাট সাঁজি উলিয়াবলৈ হলে ৰাইজৰ হাতত শকট ধনৰ পুঁজিৰ অত্যন্ত আৱশ্যক। "মুষ্টিভিক্ষা" ৰাজহুৱা পুঁজি গঠনৰে এক সুন্দৰ কৌশল।

ভাত ৰান্ধিবলৈ উলিয়াই অনা খৰাহীৰ চাউল খিনিৰ পৰা দৈনিক এমুঠিকৈ চাউল প্ৰতিটো পৰিয়ালে ৰাইজলৈ ভিক্ষা হিচাপে আগবঢ়াব লাগে। মুঠি মুঠি চাউল ভিক্ষা হিচাপে সংগ্ৰহ কৰে বাবে ইয়াৰ নাম দিয়া হৈছে "মুষ্টিভিক্ষা"। পৰম্পৰা ঐতিহ্যৰ চিনস্বৰূপে "মুষ্ঠিভিক্ষা" প্ৰথাটো বৰ্ত্তমান সৰ্থেবাৰীৰ একমাত্ৰ তামুলী চুপাঁতহে জীয়াই আছে। 'মুষ্ঠিভিক্ষা'ৰ ধনেৰেই তামুলী চুপাই নিজাৱবীয়াকৈ পুথিভড়াল, নামঘৰ, প্ৰাথমিক বিদ্যালয়, সমবায় দোকান আদি গঢ়ি তোলাৰ উপৰিও প্ৰতিবছৰে চুপাটোৰ ৰাস্তা কেইটাও মেৰামতি কৰি থাকে। এনেকুৱা নিদৰ্শন অন্য ঠাইত আছে বুলি আমি এতিয়াও শুনিবলৈ পোৱা নাই।

## 'বিপদ সংকেত বেল' ঃ সৰ্থেবাৰীৰ অন্য এক ঐতিহ্য

সৰ্থেবাৰীৰ মধ্যস্থ নিৰাপদ ঠাই হিচাপে ৰাজহুৱা "ভড়ালঘৰ'ত এটা প্ৰকাণ্ড 'বেল' (ঘন্টা) ৰাখি থোৱা আছে। কিবা এটা সাংঘাটিক বিপদজনক পৰিস্থিতি উদ্ভৱ হলেই এই বেলটো বজাই দিয়া হয়। বেলৰ শব্দ গৈ কাণত পৰিলেই সৰ্থেবাৰীৰ ৰাইজ সন্ত্ৰস্ত হৈ পৰে। কিবা এটা বিপদ সমাগত বুলি উৎকণ্ঠাৰে "ৰণং দেহি" ভাবেৰে সকলোৱে ঘৰৰ পৰা ওলাই আহি ৰাজহুৱা সভাৰ খোলাত একত্ৰিত হয়। এই বেলৰ শব্দ ৬/৭ কিলোমিটাৰ দূৰ পৰ্য্যন্ত শুনা যায়। সৰ্থেবাৰীৰ ৰাইজে ইয়াক "বিপদ সংকেত" হিচাপেই ব্যৱহাৰ কৰি আহিছে।

## 'পৰ্ব্বাহ'ৰ চেনি ঃ কঁহাৰ সকলৰ কৃষ্টি

কাঁহ উদ্যোগৰ ঠাই হ'ল সৰ্থেবাৰী। বহুত কঁহাৰে বছৰৰ ছয়টা মাহ প্ৰৱাস খাটিবলৈ যায় অৰ্থাৎ সৰ্থেবাৰীৰ পৰা অসমৰ বিভিন্ন ঠাইত বিশেষকৈ উজনি অসমত গৈ তেওঁলোকে নিজাৱবীয়াকৈ 'কঁহাৰ-শাল' পাতি কাঁহ শিল্পৰ কাম কৰে। ছমাহৰ মূৰত প্ৰৱাসৰ পৰা যেতিয়া তেওঁলোক নিজ ঘৰলৈ উভটি আহে; সন্দেশ-মিঠাইৰ সলনি লগত একোটা চেনিৰ টোপালহে লৈ আহে। বহুদিনৰ মূৰত চুবুৰীৰ লোকসকলৰ সৈতে লগ-লগাৰ আনন্দতে মৰমৰ চিন স্বৰূপে চুবুৰীৰ ল'ৰা-ছোৱালী আৰু মিতিৰ-কুটুম্বৰ মাজত খোৱা-বস্তু হিচাপে অলপ অলপ চেনি বিতৰণ কৰি দিয়া হয়। কহাঁৰ সকলৰ ভাষাত ইয়াকেই কোৱা হয়- "পৰ্ব্বাহৰ চেনি"। পৰম্পৰা এই ঐতিহ্য কহাঁৰ সকলৰ মাজত আজিও প্ৰৱহমান।

'চেনি'ক সৰ্থেবাৰীৰ এটা কৃষ্টি হিচাপেও গণ্য কৰা হয়। সামাজিক অনুষ্ঠানবোৰৰ উপৰিও সৰ্থেবাৰীৰ ধৰ্মীয় অনুষ্ঠানবোৰতো চেনিৰ ব্যৱহাৰ মন কৰিবলগীয়া। সৰ্থেবাৰীৰ সভা উপলক্ষে ধৰ্ম্মপ্ৰাণলোকসকলে 'পাচখেল গোসাঁই'ৰ থাপনাত ভক্তিৰ চিন স্বৰূপে চেনি একোভাগ আগবঢ়ায়। পৱিত্ৰ হোমৰ প্ৰসাদতো বুট-মাহতকৈ চেনিৰ সংখ্যাই অধিক। 'অন্ধ-বিশ্বাস' বা যি বুলিয়েই কোৱা নহওক কিয়- মনৰ বাঞ্ছা পূৰণ হোৱাৰ কামনাৰে ভগৱানৰ ওচৰত চেনি দিম্ বুলি শপত লোৱা সৰ্থেবাৰী অঞ্চলতহে দেখা যায়। ইয়াৰ প্ৰভাৱ ছাত্ৰ-ছাত্ৰীসকলৰ মাজতো বিদ্যমান। পৰীক্ষাত সুফল পোৱাৰ কামনাৰে 'সৰস্বতী দেৱীলৈ মনৰ ভিতৰতে "এপোৱা চেনি দিম" বুলি শপত লৈ থয়।

## 'ঈশ্বৰ-আল্লা তেৰা নাম' . . . . ঃ মিলন তীৰ্থ সৰ্থেবাৰী

সৰ্থেবাৰীৰ লোক নিজ ধৰ্ম্মৰ প্ৰতি অগাধ বিশ্বাসী, কিন্তু গোড়ামী নহয়। সৰ্থেবাৰীৰ ই এটা ঐতিহাসিক বৈশিষ্ট্য।

হিন্দু-মুছলমান- দুটা ধৰ্ম্মীয় সম্প্ৰদায়ৰ লোকৰ বাসভূমি সৰ্থেবাৰী। সৰ্থেবাৰীৰ ৰাজহুৱা কাম-কাজৰ ক্ষেত্ৰত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ সম্পৰ্ক আজিও ভাই-ভাই। হোম-যজ্ঞত বিশ্বাসী সৰ্থেবাৰীৰ ৰাইজে প্ৰতিবছৰে কলিযুগাদ্যা মাঘী পূৰ্ণিমা তিথিত আয়োজন কৰা সৰ্থেবাৰীৰ সভাত মুছলমান সম্প্ৰদায়ৰ লোকখিনিয়েও 'বৰঙণি' আগবঢ়োৱা দিশটোলৈ লক্ষ্য কৰিলেই বুজিব পাৰি যে ইয়াৰ লোকখিনিৰ ধৰ্ম্মীয় গোড়ামী সন্থাকৈয়ে নাই। সেইকাৰণেই কোৱা হয়- ৰাম-ৰহিমৰ 'মিলন তীৰ্থ' সৰ্থেবাৰী। সৰ্থেবাৰীৰ আকাশত এতিয়াও ধ্বনিত হৈ থাকে- "ঈশ্বৰ-আল্লা তেৰা নাম". . . .।

## "আল্লা-গঙ্গা তই বই থাক" . . . . ঃ সৰ্থেবাৰীৰ জলপথ

প্ৰাকৃতিক সৌন্দৰ্য্য বুলি নয়নভৰি উপভোগ কৰিব পৰাকৈ সৰ্থেবাৰীৰ ভৌগোলিক চাৰিসীমাৰ ভিতৰত তেনেকুৱা কোনো ধৰণৰ উৎস নাই। নৈ বুলিবলৈ একমাত্ৰ 'আল্লা-গঙ্গা'খনকে আঙুলিয়াব পাৰি যদিও ই কিন্তু প্ৰকৃতিৰ অৱদান নহয়। সৰ্থেবাৰীৰ ৰাইজে ইয়াক সৃষ্টি কৰি উলিওৱা সম্পদহে। ইয়াৰো এক কাহিনী আছে।

'আল্লা গঙ্গা' ভূটান পৰ্ব্বতমালাৰ পৰা ওলাই অহা এখন পুৰণি নদী। প্ৰকৃততে এই নদীখন সৰ্থেবাৰীৰ দক্ষিণ সীমাৰে অৰ্থাৎ লোচিমা গাঁৱৰ সমীপেৰে বৈ গৈছিল। বৰভূইকঁপত হোৱা প্ৰাকৃতিক দুৰ্যোগৰ ফলত ই মৃতপ্ৰায় হৈ পৰিল। তেতিয়া সৰ্থেবাৰীৰ ৰাইজে একলগ হৈ কোডালেৰে খান্দি খান্দি এই আল্লা-গঙ্গাকে এটি সুঁতি (জান) হিচাপে সৰ্থেবাৰীৰ মাজেৰে বোৱাই লৈ গৈছিল- সৰ্থেবাৰীৰ আৱৰ্জনাবোৰ ধুঁই-মচি সৰ্থেবাৰীক পৰিষ্কাৰ কৰি ৰাখিবলৈ আৰু ভৰাবাৰিষাৰ অপৰূপ সৌন্দৰ্য্যক সকলোৱে নয়নভৰি উপভোগ কৰিবলৈ। নাওঁৰে ব্যৱসায়-বাণিজ্য চলাবৰ বাবে আল্লা-গঙ্গাক 'জলপথ' হিচাপে সৃষ্টি কৰা হৈছিল বুলি কলেও ভুল কোৱা নহব। সৰ্থেবাৰী অঞ্চলত আল্লা-গঙ্গাৰ অৱদান নুই কৰিব নোৱাৰি। আজিও আল্লা-গঙ্গাৰ পানীয়ে খেতিপথাৰ বিলাক চিৰ সেউজ কৰি ৰাখিছে। আল্লা-গঙ্গাৰ মাছ অঞ্চলটোৰ কোনেও পাহৰিব নোৱাৰে। চ'ত মাহৰ অশোকাষ্টমী তিথিত 'পুতঃস্নান' কৰা আৰু ভাদমহীয়া জন্মাষ্টমী তিথিত সৰ্থেবাৰীৰ পৰম্পৰা ঐতিহ্য 'নাওঁখেল'ক জীয়াই ৰখা সম্ভৱ হৈছে একমাত্ৰ আল্লা-গঙ্গা আজিও বই থকা বাবেহে। সেয়ে সৰ্থেবৰীয়া ৰাইজে সদায় কামনা কৰে- "আল্লা-গঙ্গা তই বই থাক" . . . !!

## সৰ্থেবৰীয়া ঢং ঃ যুগৰ বতাহেও যাক লৰাব পৰা নাই

নিজৰ ভাষা, নিজৰ কৃষ্টি, নিজৰ পৰম্পৰা ঐতিহ্যক লৈ সকলোৱে গৌৰব কৰে। সৰ্থেবাৰীও ইয়াৰ পৰা ব্যতিক্ৰম নহয়। যুগৰ বতাহে আজি সৰ্থেবাৰীকো বেয়াকৈ কোঁবাব ধৰিছে। দেশজুৰি বিষ বৃক্ষৰ দৰে গঁজি উঠা 'ইংৰাজী মাধ্যমৰ শিক্ষা'ৰ নামত ব্যৱসায়িক শিক্ষানুষ্ঠান সৰ্থেবাৰীতো গঢ়ি উঠিছে। 'কেবুল টি-ভি', 'ষ্টাৰ-টিভি'ৰ প্ৰৱেশ ঘটিছে। ভি-ডি-অ' প্ৰদৰ্শনৰ প্ৰতি সকলোৰে আকৰ্ষণ বাঢ়িছে। তথাপিও সৰ্থেবাৰীৰ লোকে কিন্তু নিজস্ব পৰম্পৰা ঐতিহ্যক নিঃশেষ হৈ যাবলৈ দিয়া নাই। উদাহৰণ স্বৰূপে- "পৃথিৱীৰ যি ঠাইতে নহওঁক কিয়- সৰ্থেবাৰী বা সৰ্থেবাৰী অঞ্চলৰ দুজন লোক যদি লগ-লাগিছে ; তেন্তে তেওঁলোক দুজনৰ মাজত কথা-বতৰা চলে সম্পূৰ্ণ সৰ্থেবৰীয়া ভাষাতহে।" . . . ."বাহিৰত গৈ চাহাবি পৰিবেশত থকাজনেও সৰ্থেবাৰীৰ নিজ মাটিত ভৰি দি "কাঁহৰ বান-বাটি" এটাতহে চাহ টোপা খাই পৰম তৃপ্তি লাভ কৰে।" . . . . "শব্দ প্ৰদুষণৰ প্ৰতি আজি-কালি সচেতন সকলেও পুৱঁতি নিশাৰ পৰা গোটেই দিনটো কঁহাৰ শালৰ পৰা ভাহি অহা 'টাং টং' হাতুৰীৰ শব্দত কিন্তু "গীতৰ ছন্দহে" বিচাৰি পায়। এইবোৰেই হ'ল সৰ্থেবাৰীৰ লোকৰ বৈশিষ্ট্য। পৰম্পৰা ঐতিহ্য। সৰ্থেবৰীয়া ঢং। ●

# সৰ্থেবাৰী অঞ্চলৰ অন্ধবিশ্বাস আৰু কুসংস্কাৰ

*গিৰীশ ডেকা*

প্ৰতিখন সমাজৰে কিছুমান প্ৰচলিত নীতি-নিয়ম, সামাজিক ৰীতি-নীতি, বিশ্বাস, আইন-কানুন আদি থাকে। এইবোৰৰ ওপৰত ভিত্তি কৰিয়েই এখন সমাজ পৰিচালিত হয়। বহুদিন চলি থকা এনেবোৰ বিশ্বাস, ৰীতি-নীতি আদিকে পৰম্পৰা বুলি কোৱা হয়। কিন্তু যুগৰ পিচত যুগ ধৰি কোনো স্যাল-সলনি নঘটাকৈ চলি থকা এনেকুৱা কিছুমান পৰম্পৰাই নিজস্ব লক্ষ্য আৰু অৰ্থ হেৰুৱাই কালৰ গতিত কু-সংস্কাৰ বা অন্ধবিশ্বাসত পৰিণত হয়। পৰিবৰ্তনশীল জগতত আজিৰ বাবে যিটো সত্য আৰু উপযুক্ত কাইলৈৰ বাবে সেইটো সত্য আৰু উপযুক্ত নহ'বও পাৰে নাইবা সেই সময়ৰ সমাজত খাপ নাখাব পাৰে। তেনেস্থলত একেবোৰ প্ৰথা বা ৰীতি-নীতিকে বিচাৰ বিবেচনা বা চিন্তা চৰ্চা নকৰাকৈ পালন কৰি থাকিলে তাক কু-সংস্কাৰ বা অন্ধবিশ্বাস নুবুলি নোৱাৰি।

কেৱল সৰ্থেবাৰী অঞ্চলতে নহয় প্ৰায় সকলো সমাজতে এতিয়াও বহু অন্ধবিশ্বাস বা কু-সংস্কাৰে খোপনি পুতি আছে। আজিৰ বৈজ্ঞানিক যুগত বিনা দ্বিধাই আৰু বিনা বিচাৰে এইবোৰক আকোৱালি ধৰি থাকিলে সমাজৰ প্ৰগতি সম্ভৱ নহয়।

বৰপেটা জিলাৰ অন্তৰ্গত সৰ্থেবাৰী অঞ্চলত প্ৰচলিত এনেবোৰ পৰম্পৰাগত কু-সংস্কাৰ বা অন্ধবিশ্বাসৰ স্বৰূপো প্ৰায় একে। আজিৰ উন্নয়নশীল জগতৰ লগত খোজ মিলাবলৈ গৈ আমি এইবোৰ বৈজ্ঞানিক দৃষ্টিভংগীৰে চিন্তা কৰি চোৱাতো অতি প্ৰয়োজনীয় হৈ পৰিছে। আটাইতকৈ ডাঙৰ কথা হৈছে এই যে যুক্তি সহকাৰে এইবোৰক কু-সংস্কাৰ বা অন্ধবিশ্বাস বুলি দেখুৱাই দিবলৈ গ'লেও এনেধৰণৰ অভ্যাসৰ মাজেৰে চলি অহা সমাজে তাক সহজে মানি ল'বলৈ টান পায়। ইয়াৰ বাবে আমাৰ নিৰপেক্ষ দৃষ্টিভংগী আৰু উপযুক্ত চিন্তা শক্তিৰ প্ৰয়োজন বৰ বেছি।

আমাৰ সমাজত জাতিভেদ প্ৰথা বহুকাল ধৰি চলি আহিছে। আনকি গাঁৱলীয়া সমাজত আজি কালিও উচ্চবৰ্ণৰ মানুহৰ ঘৰত নিম্নবৰ্ণৰ মানুহে আহাৰ খালে খোৱা সাজ-বাচন কেইখন ধুই থৈ আহিব লাগে। আমাৰ সমাজত ব্ৰাহ্মণ, শূদ্ৰ, কলিতা, কেওট, কায়স্থ, কোচ, বৈশ্য আদি নানান সম্প্ৰদায়ৰ লোক আছে আৰু উচ্চবৰ্ণৰ লোকে নিম্নবৰ্ণৰ লোকক বেয়া চকুৰে চোৱা দেখা যায়। অতীজতে সমাজত মাথোন ব্ৰাহ্মণ, ক্ষত্ৰিয়, শূদ্ৰ আৰু বৈশ্য এই চাৰি বৰ্ণহে আছিল আৰু জাতিভেদ কৰ্ম বিভাজনৰ ওপৰত ভিত্তি কৰিহে সৃষ্টি হৈছিল। বেদ অধ্যয়ন কৰা ব্যক্তি এজনক ব্ৰাহ্মণ বুলি অভিহিত কৰা হৈছিল। তেওঁৰ ল'ৰাই যদি বেদ অধ্যয়ন নকৰি বেপাৰ-বাণিজ্য কৰে, তেন্তে ব্ৰাহ্মণ হলেও তেওঁৰ ল'ৰা বৈশ্যৰূপে পৰিগণিত হৈছিল। কিন্তু বৰ্তমান যুগত জাতিভেদ প্ৰথা কৰ্ম বিভাজনৰ ওপৰত নহৈ উত্তৰাধিকাৰ সূত্ৰেহে হৈছে। এনে ক্ষেত্ৰত এটা বৰ্ণৰ লোকে আন এটা বৰ্ণৰ লোকৰ ওপৰত কৰা ব্যৱহাৰ সঁচাকৈ দুখ লগা বিধৰ।

পুৰণি সমাজত চিকিৎসা শাস্ত্ৰৰ উন্নতি সম্বন্ধে জনসাধাৰণৰ বিশেষ ধাৰণা নাছিল। সেই সময়ৰ বেমাৰআজাৰ হৈ হোৱা মৃত্যুক বিশেষকৈ কেঁচুৱাৰ মৃত্যুক অপদেৱতা, ভূত-প্ৰেত, যখ-যখিনী আদিৰ কবলত পৰি বা কুদৃষ্টিত পৰি হোৱা বুলি ধৰি লোৱা হৈছিল। তাৰ প্ৰতিকাৰৰ বাবে ওজা, বেজ আদিৰ দ্বাৰা জৰা-ফুকা কৰা হৈছিল। কিন্তু এনেবোৰ বেমাৰ-আজাৰৰ পৰা পৌৰুতী মাতৃ, নৱজাত কেঁচুৱা, ৰুগ্ন ব্যক্তি অধিক সংখ্যকে মৃত্যুক আকোৱালি ল'ব লগা হৈছিল। উদাহৰণ স্বৰূপে কোনো তিৰোতাৰ কেঁচুৱা বাৰে বাৰে মৰি থাকিলে তেনে তিৰোতাক মৰকুঁচীয়াই ধৰা বুলি কোৱা হয়। বহু তিৰোতাৰ আকৌ গৰ্ভ অৱস্থাতে বাৰে বাৰে সন্তান নষ্ট হৈ যোৱা বা কেতিয়াবা কেঁচুৱা উপজিয়ে মৃত্যু মুখত পৰা দেখা যায়। ইয়াক আগতে আনকি আজিও কিছুমান অপদেৱতাৰ কুদৃষ্টিত বেমাৰ-আজাৰ হোৱা বুলি জৰা-ফুকা কৰা আৰু বন দৰৱ, মাদুলী, তাবিজ আদি দিয়া দেখা যায়। আধুনিক চিকিৎসা শাস্ত্ৰত এনেবোৰ বেমাৰৰ ভাল চিকিৎসা ওলাইছে আৰু বহু মুনিহ, তিৰোতা এই চিকিৎসাৰ পৰা উপকৃতও হৈছে। যিসকলে যথাসময়ত চিকিৎসাৰ বাবে চিকিৎসকৰ দিহা পৰামৰ্শ নলয়, তেওঁলোকৰ বহুতৰে মৃত্যু হোৱা দেখা যায়।

এতিয়াও কিছুমান মানুহে কলেৰা বেমাৰক এটা অপদেৱতা বুলি ভাবে। কাৰোবাৰ ঘৰত কলেৰা হ'লে অইন মানুহে তেওঁলোকৰ ঘৰলৈ নাযায়, এই কাৰণেই যে সেই অপদেৱতাই তেওঁলোককো লম্ভিব পাৰে। কলেৰাৰ অপদেৱতা খেদিবৰ কাৰণে নাম-প্ৰসংগ কৰাও দেখা যায়। এইবোৰ কৰাৰ ফলত কলেৰা বেমাৰ নকমে বৰং বেচি দিন হ'লৈ ই ভয়াবহ ৰূপ লোৱাৰহে সম্ভাৱনা থাকে। কলেৰা বেমাৰক অপদেৱতা জ্ঞান কৰা এটা অন্ধবিশ্বাস। ভাইব্ৰিঅ' কলেৰি নামৰ বীজাণুৰ পৰাহে এই বেমাৰ হয় আৰু খাদ্য, পানী আৰু মাখিৰ পৰা এই ৰোগ বিয়পে। কাৰোবাৰ কলেৰা হ'লে এই ৰোগ যাতে বিয়পিব নোৱাৰে, ওচৰৰ মানুহে তাৰ ব্যৱস্থা কৰিব লাগে আৰু চিকিৎসকৰ পৰামৰ্শলৈ কলেৰাৰ প্ৰতিষেধক বেজী লোৱাহে বাঞ্ছনীয়।

বেমাৰ আজাৰক কেন্দ্ৰ কৰি অশিক্ষিত আনকি শিক্ষিত মানুহৰ মাজতো





কিছুমান কু-সংস্কাৰ, অন্ধবিশ্বাস চলি আহিছে। উদাহৰণ স্বৰূপে কোনো উচ্চবৰ্ণৰ মানুহক চিকিৎসালয়ত তেজ ল'ব লগীয়া হ'লে তেজৰ গ্ৰুপ মিলিলেও নিম্নবৰ্ণৰ মানুহৰ তেজ লব নোখোজে জাত-কুল যোৱাৰ ভয়ত। এইটো এটা অন্ধবিশ্বাস। কাৰণ তেজৰ গ্ৰুপ চাৰিটা— এ, বি, এবি আৰু ও। এই গ্ৰুপকেইটা জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে সকলো মানুহৰ গাত থাকিব পাৰে। গ্ৰুপৰ পাৰ্থক্যৰ বাহিৰে তেজৰ আন কোনো পাৰ্থক্য নাই। গতিকে তেজৰ গ্ৰুপ মিলিলে যি কোনো মানুহৰে তেজ ৰুগ্ন ব্যক্তিক দিব পাৰি। আমাৰ সমাজত বিজ্ঞানৰ সাধাৰণ জ্ঞান নথকা বাবে বহুতো অন্ধ ধ্যান-ধাৰণা চলি আছে।

অইন অঞ্চলৰ লগতে সৰ্থেবাৰী অঞ্চলতো ভ্ৰমণৰ ক্ষেত্ৰত কিছুমান অন্ধবিশ্বাস চলি আছে। উদাহৰণ স্বৰূপে কোনো মানুহে কৰবালৈ যাব ওলোৱা সময়ত পিচৰ পৰা কোনোবাই মাতিলে যাত্ৰা নষ্ট হোৱা বুলি ভাবে। আকৌ যাবৰ সময়ত তিনিজন ব্ৰাহ্মণ দেখিলে বেয়া আৰু মুছলমান বা জীয়া মাছ বা সুন্দৰী ৰমণী দেখিলে ভাল বুলি ভবা অন্ধবিশ্বাস আমাৰ সমাজত এতিয়াও আছে। কিছুমানে সোমবাৰ, শনিবাৰে পুৱফালে আৰু ৰবিবাৰ, শুক্ৰবাৰে পশ্চিমফালে যাব নাপায় বা গলে কোনো কাম সিদ্ধ নহয় বা কিবা দুৰ্ঘটনা হ'ব পাৰে বুলি বিশ্বাস কৰে। সেয়েহে মানুহে কয়—

স, শনি পুবে বাধা<br>
যদি নফলে তবু আধা,<br>
ৰবি, শুকুৰ পশ্চিমে যায়<br>
দুটি চকুৰ এটি খায়।

এইটো যোজনা এটা অন্ধবিশ্বাসৰ বাহিৰে আন একো নহয়। কিছুমান মানুহে সদায় যান-বাহনেৰে অহা-যোৱা কৰি চাকৰি বা ব্যৱসায় কৰি আছে। তেওঁলোকে যিকোনো বাৰতে যিকোনো দিশত যাবলৈ কুণ্ঠাবোধ নকৰে। আনহাতে আন কিছুমানে দিন, বাৰ চাই চিতি শুভদিনত শুভ যাত্ৰা কৰিলেও কেতিয়াবা বিপদৰ সন্মুখীন হোৱা দেখা যায়। গতিকে উক্ত যোজনাটো সত্য বুলি ক'ব নোৱাৰি।

সৰ্থেবাৰী অঞ্চলত মানুহে দেব-দেৱীৰ পূজা কৰে। পূজা কৰিলে দেব-দেৱী সন্তুষ্ট হয় আৰু পূজা কৰোঁতাজনৰ মনস্কামনা সিদ্ধ হয় বুলি অঞ্চলৰ মানুহে ভাবে। জন বিশ্বাস মতে শিৱৰাত্ৰিৰ দিনা শিৱই পথাৰে পথাৰে ঘূৰি ফুৰে। সেইকাৰণে মানুহে শিৱৰাত্ৰিৰ দিনা পথাৰত ভাং গছ কই থয়। মানুহে বিশ্বাস কৰে যে শিৱৰ ভাং বৰ প্ৰিয় আৰু খেতিপথাৰত ভাং গছ দেখিলে তেওঁ সন্তুষ্ট হৈ ভাল খেতি হ'বৰ কাৰণে আশীৰ্বাদ দিয়ে। এই বিশ্বাসৰ গইনা লৈ ভাঙৰ দৰে নিচাযুক্ত বস্তুৰ সেৱন কৰা লোকৰ সংখ্যা বাঢ়ি গৈছে। 'শিৱৰাত্ৰিৰ দিনা মানুহে ভাং খাব লাগে' বুলি মানুহৰ মাজত অন্ধবিশ্বাস চলি আছে। ভাং খাই পগলা হোৱা মানুহৰ সংখ্যা সমাজত দিনক দিনে বাঢ়ি গৈছে। ফলত সমাজৰ এটা চাম ধ্বংসৰ মুখলৈ আগুৱাই গৈ নিজৰ ঘৰৰ লগতে সমাজৰ যি অন্যায় কৰিছে সি সঁচাকৈ নিন্দনীয়।

বৰ্তমান ভাৰততে নহয় পৃথিৱীৰ প্ৰায় সকলো মানুহে পৰিয়াল-পৰিকল্পনা আঁচনি মানি চলে। তেওঁলোকে ল'ৰায়ে হওক বা ছোৱালীয়ে হওক দুটিয়ে যথেষ্ট বুলি ভাবে। সৰ্থেবাৰী অঞ্চলতো কিছুমান লোকে জন্ম নিয়ন্ত্ৰণ কৰিছে। কিন্তু কিছুমানে 'ল'ৰা-ছোৱালী ভগৱানৰ দান, জন্ম নিয়ন্ত্ৰণ কৰাতো পাপ' বুলি ভাবি জন্ম নিয়ন্ত্ৰণ নকৰে। আকৌ জন্ম নিয়ন্ত্ৰণ নকৰা কিছুমান লোকৰ আৰ্থিক অৱস্থা বেয়া হোৱা বাবে ল'ৰা-ছোৱালীক ভৰণ-পোষণো দিব পৰা নাই। 'ল'ৰা-ছোৱালীবিলাক ভগৱানৰ দান, জন্ম নিয়ন্ত্ৰণ কৰাতো পাপ'— ই দুটা অন্ধবিশ্বাস। এই অন্ধবিশ্বাসৰ ফলত বহুত ল'ৰা-ছোৱালী অৰ্থৰ অভাৱত শিক্ষা-দীক্ষা ল'ব নোৱাৰি শেষত নিজৰ জীৱিকাৰ কাৰণে বিপথগামী হোৱা দেখা যায়। জনসংখ্যাৰ ফালৰ পৰা চীনৰ পিচতে ভাৰত দ্বিতীয় সৰ্বাধিক জনসংখ্যাৰ ৰাষ্ট্ৰ। যদি সৰ্থেবাৰী অঞ্চলৰ লগতে অইন অঞ্চলৰ লোকে জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে জন্ম নিয়ন্ত্ৰণ নকৰে, তেন্তে এদিন হয়তো খাদ্যৰ বাবে, থকা ঠাইৰ বাবে, শিক্ষা লাভৰ বাবে আৰু কৰ্ম সংস্থানৰ বাবে হাহাকাৰ কৰিব লাগিব।

সৰ্থেবাৰী অঞ্চলৰ সমাজত খাদ্য সম্পৰ্কেও বহুতো অন্ধবিশ্বাস আৰু ভুল ধাৰণা চলি আছে। বিজ্ঞান সন্মত প্ৰকৃত জ্ঞান নথকাৰ বাবেই এনে ভুল আৰু ভিত্তিহীন বিশ্বাস আমাৰ সমাজত এতিয়াও বিদ্যমান।

আহাৰ বা খাদ্যৰ মূল উপাদানসমূহ হৈছে ভিটামিন বা খাদ্যপ্ৰাণ, মাংসসাৰ আৰু শ্বেতসাৰ। এইবোৰ আমাৰ শৰীৰ গঠন, বৰ্ধন, সংৰক্ষণ আদিৰ বাবে প্ৰয়োজনীয়। এই উপাদানসমূহ আমিষ আৰু নিৰামিষৰ দুয়োবিধ আহাৰতে নিৰ্ধাৰিত অনুপাতত থাকে। কুকুৰাই হওক বা পাৰই হওক বা ছাগলীয়ে হওক বা গাহৰিয়েই হওক এইবোৰৰ মাংসই আমাক প্ৰ'টিন বা মাংসসাৰ দিয়ে অৰ্থাৎ আমি এই মাংসবোৰৰ যোগেদি প্ৰ'টিনহে খাওঁ। আহাৰ সম্পৰ্কে এই মৌলিক জ্ঞান আমাৰ সৰ্বসাধাৰণৰ নাই। সেই কাৰণে জনসাধাৰণৰ মাজত খাদ্য সম্পৰ্কে পৰম্পৰাগত ভুল ধাৰণাসমূহ প্ৰচলিত হৈ আছে।

এই অঞ্চলত বিয়া-বাৰু, মৃতকৰ কাৰ্ম-কাজ আদি কৰাৰ ক্ষেত্ৰত নিঃসন্দেহে কিছুমান কু-সংস্কাৰ গতানুগতিকভাৱে চলি আহিছে। সেইবোৰ নিৰপেক্ষ আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰে চিন্তা কৰি চাই সংশোধন কৰাতো আৱশ্যক হৈ পৰিছে।

আজিৰ যুগ বিজ্ঞানৰ যুগ। এই যুগত সমাজত প্ৰচলিত ৰীতি-নীতি, বিশ্বাস, নিয়ম-কানুনবোৰ বিজ্ঞান সন্মত ভাৱধাৰাৰে বিশ্লেষণ কৰিলে, কোনটো কৰিবলগীয়া বা কিয় কৰিবলগীয়া বুজি পোৱা যাব আৰু তেতিয়া মানুহে সেইবোৰ নিষ্ঠা আৰু আন্তৰিকতাৰে পালন কৰিব। অইন অঞ্চলৰ লগতে সৰ্থেবাৰী অঞ্চলৰো পৰম্পৰাগত ভুল ধাৰণাসমূহ আঁতৰাই সামাজিক, ধৰ্মীয় আৰু পৰম্পৰাগত নীতি-নিয়মসমূহক গতিশীল আৰু সমাজমুখী কৰি তুলিবলৈ বৈজ্ঞানিক দৃষ্টিভংগী নিতান্তই প্ৰয়োজন।●

## সৰুক্ষেত্ৰী অঞ্চলৰ

# আৰ্থ-সামাজিক দিশত এভুমুকি

***ৰবীন্দ্ৰ তালুকদাৰ***

সৰুক্ষেত্ৰী এটা বৃহৎ অঞ্চল। এই নামটোৱে নামনি অসমৰ যদিও এখন মাত্ৰ মৌজাকে বুজায় তথাপিও ইয়াৰ আশে পাশে থকা ক্ষেত্ৰী ধৰ্মপুৰ পাকা, বেতবাৰী, নগাওঁ, বৰভাগ আদি মৌজাৰ কিছু অংশ পুৰণি দিনৰ পৰাই ইয়াৰ আৰ্থ-সামাজিক দিশৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত এই দিশৰ পৰা সৰুক্ষেত্ৰী অঞ্চল বুলিলে এটা বৃহৎ অঞ্চলক সামৰি লোৱা হয়।

সৰুক্ষেত্ৰী নামৰ মৌজাৰ উদ্ভৱৰ সময় আৰু কাৰণ বিচাৰি গলে আমি কিছুদূৰলৈ দৃষ্টিপাত কৰাৰ প্ৰয়োজন হয়। আহোম ৰাজত্বৰ সময়ত আমি সৰুক্ষেত্ৰী বোলা কোনো অঞ্চলৰ নাম বুৰঞ্জী বা পুৰণি নথিপত্ৰত দেখিবলৈ নাপাওঁ। অৱশ্যে সৰুক্ষেত্ৰী নামৰ পূৰ্বে ক্ষেত্ৰী বোলা এটা অঞ্চলৰ কথাহে পোৱা যায়। ১৭১০ শক, খৃষ্টীয় ১৭৮৮ চনত আহোম স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনত উত্তৰ কামৰূপত কমাৰ কুচীয়া, চমাৰ কুচীয়া, বতাহ গিলীয়া, নামবৰ ভগীয়া, বাঁহ বননীয়া, বৰি গোগীয়া, পান্তৰীয়া, বজালীয়া, ক্ষেত্ৰীয়া, ভৱানীপুৰীয়া, সৰ্থেবাৰীয়া, চেঙ্গেয়া ইত্যাদি অঞ্চল আৰু সেই অঞ্চলৰ বৰুৱা, চৌধাৰী সকলৰ উল্লেখ পোৱা যায়। সৰুক্ষেত্ৰী বুলি কোনো অঞ্চলৰ উল্লেখ তাত পোৱা নগলেও সৰ্থেবৰীয়া চৌধাৰীৰ উল্লেখ আছে। সৰুক্ষেত্ৰী নামৰ পূৰ্বে আহোম শাসন কালত ক্ষেত্ৰী বোলা এটা অঞ্চলেই সম্ভৱতঃ বৰক্ষেত্ৰী আৰু সৰুক্ষেত্ৰী উভয় অঞ্চলকে বুজাইছিল। তথাপিও আহোম শাসন কালত সৰ্থেবৰীয়া চৌধাৰীৰ এটা সুকীয়া অঞ্চল হিচাবে পৰিচিত আছিল। কাৰণ আহোম ৰজাই প্ৰদান কৰা চৌধাৰী খিতাপ ধাৰী কেৱাজনা লোক সৰ্থেবাৰীৰ আছিল। (শিৱসিংহ ৰজাই জীউৰাম কহাঁৰক চৌধাৰী খিতাপ দিছিল)। সৰ্থেবাৰীক কেন্দ্ৰ কৰি ইয়াৰ আশে পাশে সংলগ্ন হৈ থকা গাওঁবোৰক লৈয়ে সৰ্থেবাৰী অঞ্চল গঠিত হৈছিল। পুৰণি অসমৰ দলিল স্বৰূপ "কথাগুৰু চৰিত"ত উল্লেখ আছে যে ডফলা মৰাণৰ আক্ৰমনত আহোম ৰাজ্যৰ পৰা ভটিয়াই কামৰূপৰ গোমূৰা, সৰ্থেবাৰীত স্থিতি লৈ খেতি বাতি কৰি আত্যবন্দ হৈ থকা ঘাঘৰমাজিৰ সম্ভেদ পাই মাধৱদেৱে, সুন্দৰীৰ পৰা গোমূৰালৈ আহি ছয়মাহ থাকি সত্ৰ পাতে "কথা গুৰু চৰিত"তো সৰথেবাৰী বুলিহে উল্লেখ আছে। এইদৰে চালে সৰ্থেবাৰীৰ নাম সৰু ক্ষেত্ৰীতকৈ বেছি প্ৰসিদ্ধ বা পুৰণি বুলি ধাৰণা কৰিব পাৰি। যি হওঁক সৰ্থেবাৰী আৰু ইয়াৰ আশে পাশে লগা লগি হৈ থকা গাওঁবোৰক লৈয়ে পুৰণি দিনত সৰ্থেবাৰী বুলি এটা অঞ্চল গঠন হৈছিল, আৰু ইয়াৰ বাসিন্দা বোৰক সৰ্থেবৰীয়া বুলি বুজাইছিল। বৃটিছ শাসন কালত ৰাজহ আদায়ৰ সুবিধাৰ্থে সৰ্থেবাৰী অঞ্চল আৰু ইয়াৰ নাতি দূৰস্থ গাওঁবোৰ সংলগ্ন কৰি সৰুক্ষেত্ৰী মৌজা গঠন কৰা হয়। আহোম ৰজাৰ বৰুৱা, চৌধাৰী, খিতাপৰ ঠাইত বৃটিছে মৌজাদাৰৰ ওপৰত খাজনা, কৰ, কটাল আদায়ৰ দায়িত্ব অৰ্পণ কৰিলে। বৰ্ত্তমান সৰুক্ষেত্ৰী মৌজাত সৰু ডাঙৰে প্ৰায় ৬৭ খন গাওঁ আছে। ই এটা বৃহৎ অঞ্চল।

সৰুক্ষেত্ৰী অঞ্চলৰ আৰ্থ-সামাজিক দিশৰ সম্যক আলোচনা কৰাৰ আগতে ইয়াৰ ভৌগলিক অৱস্থিতিৰ বিষয়ে সাধাৰণ ভাৱে অনুধাৱন কৰাৰ আৱশ্যকতা নুই কৰিব নোৱাৰি। অঞ্চলটোৰ ভৌগলিক দিশটোৰ প্ৰতি দৃষ্টিপাত কৰাটো নিতান্তই প্ৰয়োজন আছে। সৰুক্ষেত্ৰী অঞ্চল মূলত দ' জলাতন ভূমি ভাগৰ ওপৰথ অৱস্থিত। ইয়াৰ মাজেৰে কোনো ডাঙৰ নদী বৈ যোৱা নাই যদিও অসংখ্য দ' হোলা, খাল-বিল, জান, নলা, ঘূলি আদি আছে। কাপলা, বৰবিলা তাভা, হাবলা খোৰা, চেঙেদি চিলা ইত্যাদি বিল, জলাশয়ে অঞ্চলটোৰ বিস্তৃত ঠাই আগুৰি আছে। কাপলাবিল অসমৰ এখন উল্লেখযোগ্য ডাঙৰ বিল। ১৮৯৭ চনৰ প্ৰলয়ংকাৰী ভূমিকম্পত সৰুক্ষেত্ৰী অঞ্চলৰ বিস্তৰ ভৌগলিক পৰিবৰ্ত্তন ঘটে। এই প্ৰাকৃতিক দুৰ্যোগত খেতি মাটিবোৰ জলাশয়ত পৰিণত হয় আৰু আলপা নদীটো সম্পূৰ্ণ ৰূপে লুপ্ত প্ৰায় হয়। নদীৰ চিন স্বৰূপে আজিও আলপা জানৰ বুকত কিছুমান গভীৰ দ'কুৰ আছে কিন্তু তাৰ প্ৰৱাহিত ৰূপ আজি নাই। আৰ্থ-সামাজিক দিশৰ উপৰিও সাংস্কৃতিক আৰু প্ৰাকৃতিক দিশত আলপাৰ গুৰুত্ব মন কৰিবলগীয়া। বোৱতি নদী থাকোত এই নদীয়েদি বিভিন্ন বৃত্তিধাৰী লোকৰ বেপাৰী নাওঁবোৰ আহি এই অঞ্চলত বেহাবেপাৰ কৰিছিল। বিশেষত কাঁহ শিল্পৰ লগত অন্যান্য বৃত্তিজীৱী যেনে ,– কমাৰ, কুমাৰ,, এড়েৰুৱা, লা, খৰি বিক্ৰী কৰা লোক আদিৰ লগত সহঃ)সম্বন্ধ আছিল।





এটা অঞ্চলৰ জনজীৱনৰ প্ৰচলিত ধ্যান ধাৰণা, ৰীতি-নীতি, বিশ্বাস-অবিশ্বাস, আচাৰ-ব্যৱহাৰ, সামাজিক পৰম্পৰা আদিও সেই অঞ্চলেৰে বৈ যোৱা জান-জুৰি, নদীনলা ইত্যাদিৰ প্ৰভাৱ জনমানসত কব নোৱাৰাকৈয়ে অন্তৰ্নিহিত হৈ থাকে। মাছ পহু চিকাৰ কৰা নাওখেলা বাৰিষা উটি অহা কাঠখৰি ধৰা, বিভিন্ন বৃত্তিৰ বেপাৰীৰ ছৈ দিয়া নাওবোৰে এই অঞ্চলত বেবহা বেপাৰ কৰা অন্য এটা অঞ্চলৰ লগত অন্য এটা অঞ্চলৰ যোগাযোগ কৰা ইত্যাদিত নৈখনে এটা সময়ত গুৰুত্ব পূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। নদীখন আছিল সমাজ বিকাশৰ মাধ্যম।

সৰুক্ষেত্ৰী অঞ্চলৰ কৃষি মাটিবোৰ কৃষিৰ বাবে বিশেষ সুচল নহয় বুলি কব পাৰি। প্ৰায়ভাগ মাটিয়ে বালিচহীয়া। খেতিৰ ভিতৰত বাওধান আৰু আহুধানৰ খেতিয়ে প্ৰধান বুলি কব পাৰি। সঘনে বানপানী হোৱাৰ বাবে আগে শালিধানৰ খেতি কৰিব পৰা নাছিল। বৰ্ত্তমান নৈ নলাত বান্ধ দি মথাউৰি বান্ধি দিয়াত বানপানী নোহোৱা হৈছে আৰু আহু-শালি ধানৰ সকলোধৰণৰ খেতি কৰিব পৰা হৈছে। জনসংখ্যাৰ তুলনাত সৰুক্ষেত্ৰী অঞ্চলৰ কৃষিভূমি অনুন্নত আৰু তাকৰ। সেয়ে খেতিৰ উপৰিও অন্য অন্য বৃত্তিৰ লোকৰ সংখ্যাও এই অঞ্চলত কম নহয়। খেতিৰ বাহিৰেও এই অঞ্চলত বিশেষ কিছুমান নিজস্ব বৃত্তিধাৰী লোক দেখা যায়। সৰ্থেবাৰীত কাহঁ শিল্প, বনিয়াকুছি, হালধিবাৰীৰ পিতল শিল্প, (শৰাই গছা, ইত্যাদি) চিনাদিৰ মৃৎ শিল্প (মাটিৰ পাত্ৰ, মূৰ্ত্তি আদি)ৰ উপৰিও অঞ্চলটোত কমাৰ, কুমাৰ, বাঢ়ৈ, বস্ত্ৰশিল্প আদি কৰি কুটিৰ শিল্পজাত বস্তুৰ উৎপাদনৰ ওপৰত ভিত্তি কৰি বহুতো লোকে জীৱন নিৰ্ব্বাহ কৰে। ১৮৯৭ চনত সংঘটিত হোৱা ভূমিকম্পৰ পিচৰ পৰা ক্ৰমশঃ এই অঞ্চলৰ অৰ্থনৈতিক দিশত অনগ্ৰসৰতা আৰম্ভ হৈ স্বাধীনতাৰ পিচত গোটেই অঞ্চলটোৰ অৰ্থনৈতিক বুনিয়াদ ভাঙি পৰে। বিভিন্ন বৃত্তিধাৰী লোকৰ ভিতৰত তাভা, বৰবিলা, কাপলা আদি বিলৰ পাৰৰ গাওঁত বাসকৰা মৎস্যজীৱী লোকৰ সংখাও তুলনা মূলক ভাৱে চাবলৈ গলে কম নহয়। এওঁলোকে মাছ মাৰি বিক্ৰী কৰি, ব্যৱসায় চলাই পৰিয়ালৰ পোহপাল দি আহিছে। কঁহাৰ, কমাৰ, কুমাৰ বণিক, (সদাগৰ) নাপিত, মৎস্যজীৱী, কৃষক, গোৱাল, গোঁসাই, পুৰোহিত আদি বৃত্তি ধাৰীলোক সকলে পুৰণি দিনৰ পৰাই এইবোৰ কৰি পোহপাল গৈ আছিল যদিও স্বাধীনতাৰ পিচৰ পৰা শিক্ষিত লোকৰ সংখ্যা বৃদ্ধি পোৱাত চাকৰিৰ ওপৰত অৱলম্বন কৰি জীৱিকা চলোৱা লোকো এই অঞ্চলত কিছু ওলাইছে। হলেও অঞ্চলটোত যিমান সংখ্যক শিক্ষিত আছে সেই অনুপাতে কৰ্ম নিযুক্তি হোৱা নাই। অন্য অন্য বৃত্তিবোৰ প্ৰতিযোগিতামূলক হোৱা বাবে বা শ্ৰম অনুপাতে পাৰিশ্ৰমিক নোপোৱাৰ বাবে তাতো সম্যক আত্মনিয়োগ হব পৰা নাই। সামগ্ৰীক দৃষ্টি ভংগীৰে চালে সৰুক্ষেত্ৰী অঞ্চলৰ আৰ্থিক দিশটো অত্যন্ত শোচনীয় বুলি কব লাগিব। ইয়াৰ সৰ্ব্বসাধাৰণ ৰাইজৰ আৰ্থিক দিশৰ ভেটিটো দুৰ্ব্বল। প্ৰায়ভাগে জীৱন ধাৰণৰ নিম্নতম প্ৰয়োজন খিনি নোহোৱাকৈয়ে জীৱন যাপন কৰে। সামান্য খেতি নাইবা সামান্য উপাৰ্জনৰ বৃত্তি এটাৰে পা-পৰিয়ালৰ ভৰণ-পোষণ দিয়ে। অৰ্থনৈতিক দিশ। উন্নয়নৰ বাবে এই অঞ্চলত তেনে কোনো চৰকাৰী বেচৰকাৰী শিল্প অনুষ্ঠান, প্ৰতিষ্ঠান বা প্ৰাকৃতিক উৎস নাইয়ে তাৰপৰা এই অঞ্চলৰ লোক সকলে অৰ্থনৈতিক ভাৱে স্বাৱলম্বী হব পাৰে। (ঐতিহ্যমণ্ডিত কাঁহ শিল্পটোকে আজিলৈকে চৰকাৰে আধুনিকীকৰণ কৰি কঁহাৰ সকলৰ আৰ্থিক দিশত উন্নতি সাধন কৰিব পৰা নাই)।

অৰ্থনৈতিক ভাৱে অনগ্ৰসৰ হলেও এই অঞ্চলৰ জনসাধাৰণৰ এটা স্বতঃস্ফুৰ্ত্ত স্বাধীনতাকামী সংগ্ৰামী মন আছে। আকালৰ সময়ত, বিপদৰ সময়ত এই অঞ্চলৰ ৰাইজে একে লগে মাৰ বান্ধি থিয় দিয়ে। ঐতিহাসিক ৰাইজমেল, সভামনেহাৎসৱ, প্ৰচলিত পৰম্পৰাই তাৰ স্বাক্ষৰ বহন কৰি আহিছে। অৰ্থনৈতিক অৱস্থা শোচনীয় হলেও মানসিক বুদ্ধি বৃত্তি বা শিক্ষাৰ বিকাশত এই অঞ্চলৰ লোক অনগ্ৰসৰ নহয়। কেইবাজনো স্বনামধন্য পুৰুষ এই অঞ্চলৰ পৰা ওলাই বিভিন্ন দিশত অসমীয়া জাতিৰ মুখ উজ্জ্বল কৰিছে। পুষ্পৰাম কহাঁৰ কোঁহিৰাম দাস, হলিৰাম ডেকা আদি স্বনামধন্য পুৰুষ।) কেৱাজনো সুদক্ষ কঁহাৰ শিল্পীয়ে ৰাষ্ট্ৰপতিৰ পদক লাভ কৰিবলৈ সক্ষম হৈছে। ভাষা-সাহিত্য, স্বাধীনতা সংগ্ৰাম, প্ৰশাসন, সমাজ সেৱা ইত্যাদিত বিভিন্নজনে সুনাম আৰ্জি থৈ গৈছে। আৰু বৰ্ত্তমানো কেৱাজনো বিশিষ্টলোক জড়িত হৈ আছে। সৰুক্ষেত্ৰক্ষী অঞ্চলৰ মানুহৰ সামাজিক চেতনাবোধ সদাজাগ্ৰত। ইয়াৰ গাওঁংবোৰত বস-বাস কৰা হিন্দু-মুছলমান সকলোবোৰে শান্তি সম্প্ৰীতিৰে মিলিজুলি বাস কৰে। নামঘৰ, মছজিদ, সত্ৰ থান সকলোবোৰত সামাজিক বান্ধোন আছে। সেই বান্ধোন শুদ্ধ পথত পৰিচালতি কৰে। গাওঁবোৰত থকা খেল, চুবুৰী আদিৰ দৰে ক্ষুদ্ৰ গোটে সামাজিক পৰম্পৰা, সদাচাৰ, নীতিনিয়ম, সামজিক বান্ধোন (বান্ধন) আদিৰ ওপৰত দৃষ্টি ৰাখে।

অসমৰ নৱবৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোতা চাৰিজনা গুৰুৰ প্ৰভাৱেৰে এই অঞ্চল প্ৰভাৱান্বিত। চাৰিজনা গুৰুৰ তিথি উৎসৱ পৰ্বন আদি সত্ৰ নামঘৰ বোৰত উদ্‌যাপন কৰা হয়। হৰিদেৱী, দামোদৰী, শংকৰী ইত্যাদি পন্থাৰ সমন্বয়ৰ স্থলী হ'ল। এই সৰক্ষেত্ৰী অঞ্চল। এই নৱ বৈষ্ণৱ পন্থাৰ গুৰু সকলৰ প্ৰভাৱ এই অঞ্চলৰ সামাজিক দিশত, প্ৰচলিত ৰীতি-নীতি আচাৰ ব্যৱহাৰত প্ৰভূত প্ৰভাৱ পেলাইছিল। ভট্টদেৱে বৈষ্ণৱ আদৰ্শৰে এই অঞ্চলৰ লোকক অনুপ্ৰাণিত কৰিছিল। এই অঞ্চলৰ লোক মূলত নামধৰ্ম পৰায়ণ। যদিও এইবোৰ ধৰ্মীয় আদৰ্শৰে অংগ তথাপিও এইবোৰ প্ৰচলিত ধাৰাই অঞ্চলটোত এটা সুসংযত সামাজিক বাতাবৰণ গঢ়ি তোলাত প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল। সৰ্থেবাৰীৰ পাঁচখেল গঞা গয়ৰহৰ প্ৰচলিত পৰম্পৰা আৰু জগন্নাথ মহাপ্ৰভুৰ সভা মহোৎসৱে সামাজিক একতা আৰু বান্ধোনৰ প্ৰকৃত স্বাক্ষৰ বহন কৰি আহিছে। সেইদৰে অঞ্চলটোৰ বাসকুছি,

আমৃখোৱা, নামশালা, কাৰাকুছি, পঞ্চগ্ৰাম আদি অন্য অন্য গাওঁবোৰো এই একতা আৰু বান্ধোনৰ পৰা বাহিৰত নহয়। সেইবোৰ গাঁৱতো নামঘৰ-সত্ৰ সভা, উৎসৱ পাৰ্বণ আদিৰ মাজেৰে সামাজিক একতা মিলাপ্ৰীতি অটুট ৰাখে।

সৰুক্ষেত্ৰী অঞ্চলৰ মানুহবোৰ পুৰণি দিনৰ পৰাই পৰিশ্ৰমী আৰু অনাড়ম্বৰ ভাৱে জীৱন যাপনত অভ্যস্ত। নিজৰ পৰিশ্ৰমৰ দ্বাৰাই উপাৰ্জন কৰি সহজ সৰলভাৱে, মিলাপ্ৰীতিৰে বসবাস কৰি আহিছে। থকামেলা, খোৰাবালোৱা পিন্ধা উৰা, আচাৰ ব্যৱহাৰ সকলো বোৰ ক্ষেত্ৰতে এই অঞ্চলৰ মানুহ বাহ্যিকতা পৰিহাৰ কৰি চলে। শিষ্টাচাৰ ভদ্ৰতা আৰু অতিথি পৰায়ণতা আদিত এই অঞ্চলৰ ৰাইজ আগবঢ়া অনুষ্ঠান প্ৰতিষ্ঠান ইত্যাদি স্থাপনত আগ্ৰহী, প্ৰায়বোৰ গাঁৱতে সামাজিক উন্নয়নমূলক অনুষ্ঠান প্ৰতিষ্ঠানৰ লগতে আৰ্থিক উন্নয়নৰ বাবে সমবায় সংঘ, সমিতি ইত্যাদিও আছে। শিক্ষানুষ্ঠান স্থাপনত এই অঞ্চলৰ ৰাইজ প্ৰাক্‌স্বাধীনতা কালৰে পৰা উৎসাহী। বৰ্ত্তমান বহুতো শিক্ষানুষ্ঠান গঢ়ি উঠিছে।

স্বাধীনতাৰ কালত এই অঞ্চলৰ উন্নয়ন আৰু আৰ্থ-সামাজিক দিশত যি ধৰণে উন্নতি হব লাগিছিল সেই ধৰণে হৈ উঠা নাই। অঞ্চলটোৰ যাতায়ত ব্যৱস্থা, চৰকাৰী, বেচৰকাৰী অনুষ্ঠান প্ৰতিষ্ঠান, শিল্প, বাণিজ্য, কৃষি আদি যিবোৰ আৰ্থ-সামাজিক উন্নয়নৰ প্ৰাথমিক কাৰণ সেইবোৰ ইয়াত বৰ্ত্তমানো হৈ উঠা নাই। অঞ্চলটোৰ জনসংখ্যা আৰু শিক্ষিতৰ হাৰলৈকে লক্ষ্য কৰি চালে দেখা যায় যে আৰ্থ-সামাজিক বিকাশত সৰুক্ষেত্ৰী যিমান অগ্ৰগতি লাভ কৰিব লাগিছিল সেই ধৰণে পৰা নাই। অৰ্থকেন্দ্ৰিক সমাজ ব্যৱস্থাত বৰ্ত্তমান নিঃস্বাৰ্থ সমাজপ্ৰাণ ব্যক্তি পাবলৈ বিৰল হৈ পৰিল. সমাজৰ উন্নতিৰ হকে কামকৰা নেতা, মুখীয়াল, সমাজ সেৱীৰ সংখ্যা নিচেই তাকৰ, প্ৰায় ভাগে সমাজৰ উন্নতিত কৈ ব্যক্তিগত লাভালাভত অধিক গুৰুত্ব দিয়াত আৰু নিজৰ ভিতৰতে সামাজিক প্ৰতিপত্তি আৰু বিষয় বাবৰ বাবে হোৱা প্ৰতিযোগিতাত সমূহীয়া উন্নয়নমূলক কাম কাজবোৰ বিলম্ব বা ব্যাহত হোৱা দেখা যায়। বৰ্ত্তমান, অৰ্থকেন্দ্ৰিক আদৰ্শই দেশৰ অন্য অঞ্চলৰ দৰে এই অঞ্চলতো প্ৰভাৱ পেলোৱাত ব্যক্তিগত লাভা লাভৰ প্ৰতিহে মানুহে বেছি চিন্তা ভাৱনা কৰা পৰিলক্ষিত হয়। সমূহীয়া উন্নতিৰ বাবে সৎসমাজ কৰ্ম্মীৰ নেতৃত্ব চৰকাৰৰ সহায় সহযোগত সুযাতায়ত ব্যৱস্থা, শিল্পবাণিজ্যৰ আধুনিকীকৰণ পুৰণি কৃষিপদ্ধতিৰ উন্নতি কৰণ, বিল জলাশয় গোচৰণীয়া পথাৰ পতিত মাটি আদি সংৰক্ষণ কৰি বিভিন্ন আঁচনি ৰূপায়ণৰ জৰিয়তে এই অঞ্চলৰ আৰ্থিক তথা সামাজিক দিশৰ উন্নতি সাধন কৰিব পাৰে। অঞ্চলটোৰ জ্ঞানী সমাজ আৰু নেতা সকলে নিজ স্বাৰ্থক কাটিকৰি থৈ সৰ্বসাধাৰণ ৰাইজক লগতলৈ আৰ্থসামাজিক দিশত মনোনিবেশ কৰি অঞ্চলটিৰ উন্নতি সাধন কৰাত প্ৰধান সহায়ক হব পাৰে. প্ৰচলিত পৰম্পৰা আৰু গতানুগতিকতাৰে সমাজ পৰিচালিত হলে সমাজ বিকাশত বিশেষ উন্নয়ন হব বুলি কব নোৱাৰি। সামাজিক পৰম্পৰাক শ্ৰদ্ধাকৰি জনমৰ পৰা মৰণলৈকে উৎসৱ, পাৰ্বন বিয়া সভালৈকে সকলো ক্ষেত্ৰতে এখন সহনশীল সমাজৰ অন্তৰ্ভুক্তিৰ মাজত ইয়াৰ বাসিন্দা সকলে জীৱন নিৰ্ব্বাহ কৰে। পৰম্পৰাভঙ্গ কৰা লোকৰ সংখ্যা এই অঞ্চলত বিৰল। সৰুক্ষেত্ৰী অঞ্চলত বসবাস কৰা সকলো সম্প্ৰদায় আৰু জনগোষ্ঠীয়ে নিজৰ স্বকীয়তা বজাই ৰাখিও এক স্থানীয় সামাজিক পৰম্পৰাৰ বান্ধোনেৰে একত্ৰিত হৈ সৰুক্ষেত্ৰীৰ সামাজিক জীৱনৰ বুনিয়াদ গঢ়িছে। ●







# প্ৰসঙ্গ ঃ অসম সাহিত্য-সেৱী পৰিষদ

**বাণীকান্ত পাঠক**

সৰ্থেবাৰী অঞ্চলৰ সাহিত্য-প্ৰকাশনৰ প্ৰথম অনুষ্ঠান 'অসম সাহিত্য-সেৱী পৰিষদ'ৰ জন্ম হয় 'ভাৰতী অধ্যয়ন-চক্ৰ'ৰ লগত জড়িত সৰ্থেবাৰী অঞ্চলবেই কেইজনমান সাহিত্যানুৰাগী তৰুণৰ আন্তৰিক প্ৰচেষ্টাত। অসম সাহিত্য সভাৰ শাখা-সভা ঃ ভাৰতী অধ্যয়ন-চক্ৰৰ প্ৰৱীণ সাহিত্য-সেৱীসকলৰ উদগণি আছিল ইয়াৰ জন্ম-ক্ষণৰ মূল প্ৰেৰণা। এই অনুষ্ঠানটি আৰু ইয়াৰ কাৰ্যালয় আত্ম-বিকাশ ভৱন উদ্বোধিত হৈছিল ৭-১০-৬৮ ইং তাৰিখৰ কোনো এটি শুভ মুহূৰ্ত্ত, বৰেণ্য সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী দেৱৰ শুভেচ্ছা বাণীৰে- সৰ্থেবাৰী প্ৰথম কিতাপ-আলোচনী আদিৰ দোকান 'চানেকি প্ৰতিষ্ঠান'ৰ পদুলি মুখত। অসম সাহিত্য-সেৱী পৰিষদৰ মুখ্য উদ্দেশ্যৰ প্ৰথম ফলশ্ৰুতি হ'ল ঃ গল্প-কবিতা-গীত আৰু প্ৰবন্ধৰ মনোমোহা সংকলন- 'দিগ্‌বলয়'। উন্মোচিত হৈছিল সেই সময়ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ নেহেৰু আসনৰ অধ্যাপক, প্ৰথিতযশা সাহিত্যিক শ্ৰীযুত মহেশ্বৰ নেওগৰ 'আপটীক্ষেপ' সহ এনদৰে ঃ

"সন্তোষৰ বিষয়া সৰ্থেবাৰীৰ তৰুণ সাহিত্যানুৰাগীসকল গোট-খাই 'দিগ্‌বলয়' নাম দি এটি সংকলন প্ৰকাশ কৰিবৰ এই আয়োজন কৰিছে। আজি ভাৰতী অধ্যয়ন-চক্ৰৰ বছৰেকীয়া সভাৰ উপলক্ষত সেই সংকলনটি মুকলি কৰিবলৈ অনুৰোধ কৰা কাৰণে বৰ্ধিত আনন্দ লাভ কৰিছোঁ। আশা কৰোঁ সিসকলৰ মানসিক দিগ্‌বলয় ইয়াতে প্ৰসাৰিত হব আৰু সাহিত্য-সেৱী পৰিষদৰ এই প্ৰচেষ্টাত আন সকলৰো চিন্তাৰ দিক্‌চক্ৰবাল উদ্ভাসিত হৈ উঠিব।"

'দিগ্‌বলয়' সম্পাদনা সমিতিৰ হকে আঁতিগুৰি লিখিছিল সৰ্ব্বশ্ৰী জ্যোতিষ পাটোৱাৰী আৰু চিত্ত ডেকাই।

**দিগ্‌বলয় ঃ- প্ৰথম প্ৰকাশ ঃ ২০/২/৭০ ইং তাৰিখ।**

'দিগ্‌বলয়'ৰ প্ৰতি সহৃদয় পাঠক সমাজৰ সামূহিক সঁহাৰি পাই ২য়-প্ৰচেষ্টা হিচাবে অসম সাহিত্য-সেৱী পৰিষদৰ সৌজন্যত প্ৰকাশ পোৱা 'বৰ্ণালী' নামৰ কবিতা সংকলনটি যুগুটাইছিল 'জ্যোতিষ-বাণী আৰু চিত্তই' এই অনুভূতিৰে ঃ

"বাস্তৱ স্থিতিৰ উজ্জ্বল ৰূপায়ণেৰে আধ্যাত্মিক ৰহস্যৰ উৰ্দ্ধত অৱগাহন কৰাই পাঠকৰ চিন্তা-সত্বাৰ গভীৰত স্থায়ী আলোক-পাত কৰিবলৈ সক্ষম হোৱা যিকোনো সাহিত্য-চচ্চাই বৌদ্ধিক বিলাসৰ বাহিৰে আন একো নহয়। আনহাতে অঙ্কুৰতে ঢাকি ধৰা জাবৰ-জথৰবোৰ পঁচি-পঁচি খাদ্যমূল হৈ সেঁতা গছ-গুলিটোক আকাশ-লঙ্ঘা বট-বৃক্ষলৈ ৰূপান্তৰিত কৰাৰ দৰে সমস্ত সাহিত্য-কাৰ্য্যই শ্ৰেষ্ঠ সাহিত্য সৃষ্টিত সহায় কৰাৰ কথাও অস্বীকাৰ কৰিব নোৱাৰি। সেই প্ৰেৰণাতেই 'দিগ্‌বলয়'ৰ সীমন্তত বেছি সমুজ্বল হোৱা 'বৰ্ণালি'ৰ ছত্ৰ-ছাঁয়াত আমাৰ সাহিত্য-চৰ্চাৰ একান্ত অভিলাস বা বিলাস। সেই বিলাস, হতাশ-জৰ্জৰিত আমাৰ-ভৱিষ্যতৰ শূন্য-পটত কঁপি-কঁপি স্থিৰ হোৱা, সপ্তৰঙী 'বৰ্ণালি'ৰ বুকুত নিজকে উপলব্ধি কৰাৰ। . . . . আমাৰ আছে "ডেকা চাৰ" অৰ গুৰু-উপদেশ . . . ."।

**'বৰ্ণালি' ঃ- প্ৰথম প্ৰকাশ ঃ ১৯৭১ ইং চন। ১ বহাগ-৫২২ শকাব্দ।**

'বৰ্ণালি'ৰ ছত্ৰ-ছাঁয়াত দিয়া প্ৰতিশ্ৰুতি সাৰোগত কৰি অসম সাহিত্য -সেৱী পৰিষদে কঁহাৰৰ জুই-গীত লিখাৰ প্ৰয়াস কৰিছিল 'বিচ্ছুৰণ' নামৰ গল্পৰ শৰাইটিৰ মাধ্যমেদি।

এই তৃতীয় সংকলনটি আগ বঢ়াইছিল সৰ্ব্বশ্ৰী বাণীকান্ত পাঠক আৰু অধৰ ডেকাই এই নিবেদন ৰাখি — ভাষা-সমস্যা গোটেই বিশ্বৰেই এটি সবাক সমস্যা যদিও, মাতৃ-ভূমিত মাতৃ-ভাষাৰ আত্ম-প্ৰতিষ্ঠাৰ বাবে হোৱা অনাহূত অথচ অৱশ্যম্ভাৱী সংগ্ৰাম এটি পৰম পৰিহাস বুলি কব পাৰি। অৱশ্যে এই সংগ্ৰামৰ ইতিহাস অতি গৌৰৱময়। তাৰ বাবে লাগে মাথোঁ মাতৃ ভাষীৰ মাতৃ-ভাষা প্ৰচাৰৰ বাবে সৎ-প্ৰচেষ্টা, সাহিত্য-সেৱা আৰু সেই ভাষাৰ বিশাল সাহিত্য সম্ভাৰ, অন্য এক প্ৰতিশ্ৰুতিৰে বিশ্ব সাহিত্যৰ মন্দিৰ পৱিত্ৰ কৰাৰ। ............ 'বিচ্ছুৰণ'ৰ সংকলন কাৰ্য্যৰ গুৰি ধৰোঁতা অধ্যাপক শ্ৰীযুত প্ৰসন্ন কুমাৰ ডেকা আৰু অসম সাহিত্য-সেৱী পৰিষদৰ সক্ৰিয় সভ্যসকললৈয়ো আমাৰ শ্ৰদ্ধা নিবেদন কৰিছোঁ।

*'বিচ্ছুৰণ' প্ৰথম প্ৰকাশ ঃ ১০-২-৭৩ ইং তাৰিখ ৫২৪ শকাব্দ।*

অসম সাহিত্য -সেৱী পৰিষৰ চতুৰ্থটি সাহিত্য সংকলন সীৰলুৰ বুকুত কৱিতা, গীত আৰু গল্পৰ মাধ্যমেদি সীৰলু টানা হৈছিল ঃ দ্বিধাগ্ৰস্ত কৃষক জনতাৰ সঁচা ছবি আঁকাৰ চিয়াঁহীৰ পলশেৰে চিৰ-সেউজ কৰাৰ।

পৰিষদৰ হকে 'সীৰলু'ৰ সম্পাদনা কৰিছিল সৰ্ব্বশ্ৰী বাণীকান্ত পাঠক, অধৰ ডেকা আৰু ধীৰেশ্বৰ ডেকাই।

*'সীৰলু' ঃ প্ৰথম প্ৰকাশ ঃ কুৰি মাঘ ৫২৫ শব্দ ১৯৭৪ ইং চন।*

এই পৰিষদৰে পঞ্চম অৰ্ঘ্য হ'ল - 'কামৰূপা' ঃ গল্প কৱিতা গীত আৰু প্ৰবন্ধৰ এটি মনোৰম সাহিত্য সংকলন। পৰিষদৰ হকে 'কামৰূপা'ৰ 'বাট-চৰা' লিখিছিল সৰ্ব্বশ্ৰী ধীৰেশ্বৰ ডেকা আৰু জ্যোতিষ পাটোৱাৰীয়ে 'সীৰলু'ত দিয়া প্ৰতিশ্ৰুতি অনুসাৰে আত্ম -উপলব্ধিৰে ঃ "সেয়া এক সোণালী পুৱা। সৰ্থেবাৰীৰ তৰুণ কেইজনমানে বিস্ফোৰিত নয়নে 'দিগ্বলয়' লৈ দৃষ্টি নিক্ষেপ কৰি সচকিত হৈ দেখিছিল 'বৰ্ণালি'ৰ বিচিত্ৰ ৰং আৰু ৰূপৰ পোহাৰ। ........................ সেয়ে ঘৰ্মাক্ত কঁহাৰৰ হাতুৰীৰ কোবত বিচ্ছুৰিত 'বিচ্ছুৰণ'ত এইসকল সাহিত্যানুৰাগী তৰুণে দেখিলে কঠোৰ সংগীতৰ . .... ধৰিত্ৰীৰ বুকু ছিৰি অঁকা 'সীৰলু'ত দেখিলে সৃষ্টিৰ নিকৰুণ বেদনা .............।"

('সীৰলু'ত প্ৰতিশ্ৰুতি দিয়া হৈছিল — নিজক উপলব্ধি কৰাৰ)

*কামৰূপা ঃ প্ৰথম প্ৰকাশ ঃ ২৫।২।৭৫ ইং তাৰিখ।*

কামৰূপাৰ বেটুপাতৰ শেষ পাতত অসম সাহিত্য অসম সাহিত্য-সেৱী পৰিষদে প্ৰতিশ্ৰুতি দিছিল 'প্ৰগতিৰ বাটত বিপ্লৱী পদক্ষেপ দিয়াৰ'। কিন্তু, পৰিষদে এই প্ৰতিশ্ৰুতি ৰক্ষা কৰিব পৰা নাই। পৰিষদৰ সক্ৰিয় কৰ্ম্মীসকল বিভিন্ন কৰ্ম্ম স্থানলৈ সিঁচৰিত হৈ পৰাত পুনৰ সন্মিলিত হৈ 'কামৰূপা'ৰ পাছত কোনো সাহিত্য-সংকলন প্ৰকাশ কৰিবলৈসক্ষম হোৱা নাই।

তুলনামূলভাৱে অতি উচ্চ মানৰ ঃ দিগ্বলয়, বৰ্ণালি, বিচ্ছুৰণ, সীৰলু আৰু কামৰূপা এই আটাই কেইটি সাহিত্য সেৱী পৰিষদৰ এক যুগমীয়া সাহিত্যিক অৱদান।

জন্ম লগ্নত পৰিষদৰ কোনো আৰ্থিক পুঁজি নাছিল। সাহিত্য প্ৰেমী ৰাইজৰ আন্তৰিক সহায় সহানুভূতিয়েই আছিল ইয়াৰ মূল পুঁজি।

'দিগ্বলয়'ৰ ছপা খৰছৰ কিছু অংশ পোৱা হৈছিল ৰাইজৰ দান বৰঙণিৰ ধনৰ পৰা। বাকী অংশ আৰু পৰবৰ্ত্তী কালত প্ৰকাশ কৰা সংকলন কেইটিৰ ছপা খৰছো উলিওৱা হৈছিল সংকলনৰ ক'পিবোৰ, বিশেষকৈ সৰ্থেবাৰী স ভাত হাতা-হাতিকৈ সামূহিক প্ৰচেষ্টাৰে বিক্ৰী কৰি পোৱা ধন আৰু সংকলনবোৰত 'বিজ্ঞাপন' প্ৰকাশনৰ মাধ্যমেদি পোৱ টকাৰপৰা। ছপা শালৰ মালিকেও আগধন নিবিচাৰি/ছপা মজুৰী সংকলন বিক্ৰী কৰি পোৱা ধনৰ পৰা দিলেও সন্তুষ্ট হৈ প্ৰকাৰন্তৰে পৰিষদৰ পৃষ্ঠপোষকতা কৰিছিল। সংকলনৰ ক'পিবোৰৰ তদাৰক কৰিছিল — শ্ৰীঘামেশ্বৰ বৰ্ম্মনে। জমা খৰছৰ হিচাবৰ ক্ষেত্ৰত সক্ৰিয় কৰ্ম্মীসকলৰ প্ৰত্যেকে প্ৰত্যেকৰ ওপৰত বিশ্বাস ৰাখিছিল। লাভ লোকচান নেওচি সাহিত্য সংকলন প্ৰকাশ কৰাটোৱেই আছিল পৰিষদৰ চৰম উদ্দেশ্য।

সাহিত্য প্ৰকাশনৰ এনে এটি মহান অনুষ্ঠানে বিস্মৃতিৰ কোলাত আশ্ৰয় লবলগীয়া হোৱাটো অতি পৰিতাপৰ বিষয়।

আশা কৰিছোঁ ঃ অসম সাহিত্য সেৱী পৰিষদৰ সাহিত্য সেৱীসকল পুনৰ সন্মিলিত হব ইয়াৰ শীতল ছাঁয়াত। আগবাঢ়ি আহিব উত্তৰ কালৰ সৃষ্টি কামী তৰুণ-তৰুণী সাহিত্য -সেৱী/সাহিত্য সেৱিকা সকল। অসম সাহিত্য সেৱী পৰিষদ আকৌ উদ্‌জীৱিত হব — যুগজয়ী সাহিত্য সৃষ্টিৰ প্ৰেৰণাৰে উদ্বেলিত হব পৰিষদ। উন্মেষ হব নতুনৰ। 'কামৰূপা'ত দিয়া প্ৰতিশ্ৰুতিৰক্ষা কৰি প্ৰগতিৰ বাটত বিপ্লৱী পদক্ষেপ দিব ঃ পুনৰ মনোমোহা সাহিত্য-সংকলন প্ৰকাশ কৰি অসমীয়া ভাষা-সাহিত্যৰ বেদী নিত্য-নতুন পুষ্পাঞ্জলিৰে উদ্ভাষিত কৰিব। তাৰেই আশাৰে ঃ সহৃদয় সাহিত্য-প্ৰেমীলৈ 'কৰযোৰে বোলো তুতি বাক !'

"অসমা সুষমা কামৰূপা
জয়তু জননী ধৰিত্ৰী দুহিতা "।।

।। জয়তু ভাষা জননী ।।

**শ্ৰদ্ধাৰে সোঁৱৰা হ'ল ঃ**

দিগ্বলয়'ৰ শেষ পাতত তলত নামোল্লেখ কৰা সক্ৰিয় সাহিত্য-সেৱীসকলে অসম সাহিত্য-সেৱী পৰিষদৰ হকে সুধী সমাজৰপৰা সহায় সহানুভূতি আৰু উৎসাহ উদ্দীপনা কামনা কৰিছিল ঃ

সৰ্ব্বশ্ৰী - জ্যোতিষ পাটোৱাৰী, মহানন্দ চৌধুৰী, বাণীকান্ত পাঠক, চিত্ত ডেকা, অনীল তালুকদাৰ, ধীৰেশ্বৰ ডেকা, তাৰিণী কান্ত তামুলী, ঘামেশ্বৰ বৰ্ম্মন, অধৰ ডেকা, দুৰ্গেশ্বৰ তালুকদাৰ, মধু ডেকা, অনন্ত ভূঞা, ৰাজেন শৰ্ম্মা, ধনজিত ডেকা আৰু লক্ষী প্ৰসাদ তামুলী।

**অসম সাহিত্য-সেৱী পৰিষদৰ সাহিত্যিক সকল ঃ**

ঁ ত্ৰৈলোক্য নাথ গোস্বামী, ঁ হৰিচৰণ তালুকদাৰ, ঁ নবীন ডেকা, ঁ ধৰ্ম্মেশ্বৰ ডেকা, ঁ ৰামমল ঠাকুৰীয়াঃ

সৰ্ব্বশ্ৰী ঃ প্ৰসন্ন কুমাৰ ডেকা, নলিনীধৰ ভট্টাচাৰ্য্য, দীনবন্ধু চৌধুৰী, নীলমণি ফুকন, জয়চন্দ্ৰ ভূঞা, তীৰ্থলোচন তামুলী, উপেন্দ্ৰ নাথ শীল, জ্যোতিষ পাটোৱাৰী, তাৰিণী কান্ত ডেকা, মধু ডেকা, বাণীকান্ত পাঠক, নলিনী শৰ্ম্মা, হৰেকৃষ্ণ দাস, তাৰিণী কান্ত তামুলী, অনন্ত ভূঞা, অধৰ ডেকা, অজিত তালুকদাৰ লক্ষ্মী প্ৰসাদ তামুলী, ভূপেন্দ্ৰ কুমাৰ দাস ; শ্ৰীমতী প্ৰতিমা বালা ডেকা, সৰ্ব্বশ্ৰী ঃ ধনজিত ডেকা, সুৰেশ ডেকা, অহীন্দ্ৰ নাথ ভূঞা, নিৰঞ্জন শৰ্ম্মা সতীশচন্দ্ৰ মেধী আৰু গৰ্গনাৰায়ণ পাঠক।

অসম সাহিত্য সেৱী পৰিষদৰ হকে
**শ্ৰীবাণীকান্ত পাঠক**
অসম সাহিত্যসেৱী পৰিষদ ঃ আত্ম বিকাশ ভৱন ঃ সৰ্থেবাৰী ।





# অল্‌পাৰ পাৰৰ সাধু

*গোপী তামুলী*

শিশু কালত আইতাৰ সাধুকথাৰ পৰাই শুনিছিলো সৰ্থেবাৰী গাওঁখনৰ নাম সৰ্থীদেৱীৰ পৰা উৎপত্তি হৈছিল । সাধুৰ অংকিত চিত্ৰ পটৰ পৰাই জানিছিলো যোগীৰবৰী, ফুলবাৰী, নটপাৰা ব্যাসকুছি ভেল্লা, হীৰাবড়ী আদি নামবোৰৰ উৎপত্তিৰ উৎস আৰু ই বোৰৰ সৰ্থীদেৱী তথা সৰ্থেবাৰীৰ লগত প্ৰাকঐতিহাসিক যুগৰ পৰাই থকা নিবিড় সম্পৰ্ক ।

সৰ্থীদেৱী সাধুৰ কাহিনী পূৰ্ণাঙ্গ ৰূপ জানিবলৈ পালো ভোজপুৰী সাহিত্যৰ মহাকবি সম্ৰাট মহাদেৱ সিংজীৰ "সৰ্থীবৃজাভাৰ"

কাব্যৰ পৰাই । অতি পুৰণি কালৰ পৰাই উত্তৰ ভাৰতৰ বিভিন্ন ৰাজ্যত সিঁচৰতি হৈ থকা ভোজপুৰী ভাষী লোকে মুখে মুখে লোক-সংগীতৰ বুকুত জীয়াই ৰখা এই মনোমোহা কাহিনীকে ১০০ টা ভাগত সংগ্ৰহ কৰি সৃষ্টি কৰা হৈছে এই 'সৰ্থী বৃজাভাৰ' কাব্য' । কাব্যখনৰ অন্তৰ্নিহিত উদ্দেশ্য যদিও গোৰখপুৰত অৱস্থিত গোৰখ মন্দিৰৰ প্ৰভু গোৰখনাথৰ মাহাত্ম্য প্ৰকাশ তথা প্ৰচাৰ তথাপি কাব্যখনত বৰ্ণিত চিত্ৰত সেই সময়ৰ ভাৰতবৰ্ষৰ বিভিন্ন স্থানৰ নিখুঁত বৰ্ণনা তথা ভৌগোলিক স্থিতি পৰিলক্ষিত হয় ।

কাব্যখনৰ পাতনিতে কাহিনীৰ মুখবন্ধ দিছে এনেকৈ —এদিনাখন ইন্দ্ৰৰ ৰাজসভাত সাতজনী পৰী আৰু বংশীবাদক দেৱ এজনৰ অনুপস্থিতিত ইন্দ্ৰই যেতিয়া অইন দেৱদেৱীৰ পৰা জানিলে যে মৰ্তৰ মানৱী প্ৰেমপ্ৰীতি উপভোগত আকৃষ্ট হৈ তেওঁৰ বিনাঅনুমতিত তেওঁলোক মৰত ভ্ৰমণলৈ গৈছে তেতিয়া ইন্দ্ৰই ক্ৰোধান্বিত হৈ আটাইকেইজনকে সাত জনমলৈ মৰ্তত বাস কৰিবলৈ অভিশাপ দিলে । মৰতৰ পৰা ঘূৰি আহি আটাইকেইজনে ইন্দ্ৰৰ ওচৰত ক্ষমা বিচৰাত অভিশাপৰ পৰা মুক্তি নাপালেও প্ৰয়োজনত সমুচিত সহায়ৰ আশ্বাস পালে ।

অভিশাপ অনুযায়ী সাতপৰী আৰু দেৱৰ মৰতত জন্ম হ'ল । প্ৰথম চাৰিটা জন্মৰ কাহিনী সংক্ষিপ্ত আৰু নতিদীৰ্ঘ । পঞ্চম জন্মৰ কাহিনীয়েই হ'ল সৰ্থী-বৃজাভাৰ কাব্যৰ মূল উপাদান ।

সৰ্থীদেৱীৰ জন্মৰ কাহিনীত বৰ্ণিত হৈছে যে অত্যাচাৰী শাসনকৰ্তাই শাসন কৰা সন্তুপুৰ ৰাজ্যৰ ৰাজধানী আছিল সৰোথপুৰ আৰু ৰজা আছিল দক্ষ সিংহ । বহু বয়সলৈ ৰজাৰ সন্তি সন্ততিৰ জন্ম নোহোৱাত হুতাশাগ্ৰস্ত হৈ ৰাজবংশ ৰক্ষা আৰু উত্তৰাধিকাৰী জন্মৰ হেতু ৰাজ সভাৰ পণ্ডিত ব্যাসৰ উপদেশক্ৰমে কঠোৰ তপস্যা কৰে । ফলত জন্ম হ'ল কন্যাৰূপী শাপভ্ৰষ্টা পৰী সৰ্থীদেৱীৰ । ৰাজকন্যা জন্মৰ আনন্দৰ বোল মাৰ নৌযাওঁতেই এটা অথন্তৰ ঘটিল । ৰজাই ব্যাস পণ্ডিতৰ হতুৱাই জ্যোতিষ শাস্ত্ৰমতে গণনা কৰিবলৈ দিলে । গণনা কৰি পণ্ডিতে জানিলে যে নৰজাতিকা অইন কোনো নহয় দেৱ কন্যাহে আৰু জ্যোতিষ শাস্ত্ৰত তেওঁকৈও ডাঙৰ পণ্ডিত হ'ব । তেতিয়া পণ্ডিতে নিজৰ ভাত ৰক্ষাৰ হেতু ৰজাক ক'লে যে গণনামতে নৱজাতিকা জীয়াই থাকিলে ৰাজ্য, ৰাজবংশ আটাইবোৰ ধ্বংস হ'ব । বহু সাধনাৰ ফলশ্ৰুতিত লাভ কৰা কন্যাক ৰজাই অনিচ্ছা স্বত্বেও প্ৰজাৰ মংগলৰ হেতু পণ্ডিতৰ পৰামৰ্শানুযায়ী ৰাজ্যৰ মাজেৰে বৈ যোৱা অলপা গংগাত কাঠৰ বাকচ এটাত ভৰাই উটুৱাই দিলে । নদীৰ প্ৰবল সোঁতত টুলুংভুটুংকৈ উটি যোৱা কাঠৰ বাকচটো দৈৱশক্তিৰ গুণত সোণৰ বাকচলৈ ৰূপান্তৰিত হৈ ভটিয়নীৰ ঘাটত কাপোৰ ধুই থকা ধুবীক আকৃষ্ট কৰিলে । সোণৰ বাকচ লাভৰ আশাত প্ৰবল সোঁতক নেওচি ধুবীয়ে বাকচটো পাৰলৈ তুলিলে কিন্তু কোনো প্ৰকাৰে বাকচটো খুলিবলৈ সমৰ্থ নহ'ল । সেই সময়ত বাটেৰে গৈ থকা চিনাকি কঁহাৰ ককাক ধুবীয়ে বাকচটো খুলি দিয়াৰ খাটনি ধৰিলে । কঁহাৰে চৰ্ত ৰাখিলে যে বাকচৰ ভিতৰ থকা বস্তু তেওঁৰ হ'ব আৰু সোণৰ বাকচটো ধুবীয়ে পাব । কঁহাৰ ককাই নিশ্চিত আছিল যে সোণৰ বাকচৰ ভিতৰত থকা বস্তুৰ মূল্য বাকচতকৈ বেছি হ'ব । ধুবীয়ে সন্মতি দিয়াত কঁহাৰে হাতুৰী চেনিৰে বাকচটো খুলি দেখিলে ভিতৰত তিৰবিৰাই জিলিকি আছে এটি সদ্যজাত কন্যা সন্তান । অতি আনন্দেৰে সন্তানহীন কঁহাৰে শিশু কন্যাজনীক লৈ ঘৰলৈ গ'ল আৰু নিজ সন্তানৰ দৰে লালন পালন কৰিবলৈ ধৰিলে । ইপিনে লুভীয়া ধুবীয়ে বাকচটো ঘৰলৈ লৈ গৈ জানিলে যে বাকচটো সোণৰ নহয় কাঠৰহে ।

লাহে লাহে সৰ্থীদেৱী পুৰ্ণিমাৰ জোনটোৰ নিচিনাকৈ বাঢ়ি আহিবলৈ ধৰিলে । কঁহাৰ ককাই পৰিয়াল চলাবলৈ হাড়ভঙা পৰিশ্ৰম কৰিব লগা হৈছিল । গোটেই দিনটো গঢ়াশালত পাত্ৰ তৈয়াৰ কৰি আবেলি সৰথপুৰত বিক্ৰি কৰিহে পৰিয়ালৰ অন্ন-বস্ত্ৰৰ যোগাৰ কৰিছিল । সৰ্থীদেৱীয়ে দেউতাকৰ কষ্ট দেখি ইন্দ্ৰৰ উপদেশক্ৰমে এদিনাখন গঢ়াশাললৈ গৈ সাজি থোৱা কলহবোৰেৰে খেলিবলৈ ধৰিলে । আবেলি কঁহাৰে বজাৰলৈ কলহবোৰ বিক্ৰি কৰিবলৈ নি দেখিলে যে অইন দিনা যিবোৰ গ্ৰাহকে ফুটা পইচাৰে পাত্ৰ কিনিবলৈ অমান্তি হয় সিবোৰে অধিক দামত পাত্ৰবোৰ কিনি গৈলাগে । লাহে লাহে নগৰত প্ৰচাৰ হ'ল কঁহাৰ ককাই বিক্ৰি কৰা কলহবোৰ সোণৰ । প্ৰথমতে কথাটোত কঁহাৰে গুৰুত্ব দিয়া নাছিল যদিও জীয়েকে বিভিন্ন চেলু লৈ কলহবোৰ স্পৰ্শ কৰা পৰিলক্ষিত হৈছিল আৰু নিশ্চিত হৈছিল যে তেওঁৰ জীয়েক মানৱী নহয় দেৱীহে । সেয়েহে জীয়েকক

হেৰুওৱাৰ ভয়ত কঁহাৰ ককাই পাত্ৰ বনাবলৈ বন্ধ কৰিলে ।

হিতে বিপৰীত ফল দিয়াত শিশুৰূপী সৰ্থীদেৱী উপায়হীন হ'ল কাৰণ কঁহাৰ ককাইৰ পৰিয়াল চলোৱাৰ অইন উপায় নাছিল । সেয়েহে ইন্দ্ৰদেৱক স্তুতি কৰিলে আৰু এই আপদৰ পৰা ৰক্ষা কৰিবলৈ অনুৰোধ কৰিলে । ইন্দ্ৰই সৰ্থীদেৱীৰ অনুৰোধক্ৰমে ৰাতিৰ ভিতৰতে বিশ্বকৰ্মাৰ হতুৱাই কঁহাৰ ককাৰ ঘৰৰ সন্মুখত এটা প্ৰকাণ্ড সোণৰ মন্দিৰ সাজি দিলে । মন্দিৰত ভক্তই আগবঢ়োৱা দান দক্ষিণাৰে কঁহাৰৰ পৰিয়াল চলিবলৈ ধৰিলে ।

ইকাণ সিকাণকৈ সৰ্থীৰ অদ্ভুত মাহাত্ম্য আৰু সোণৰ মন্দিৰৰ কথা সৰথপুৰত বিয়পি পৰিল । ৰাজসভাত কথাটো আলোচনাৰ পূৰ্বেই পণ্ডিত ব্যাসে উৰহীৰ ওৰ বিচাৰি উলিয়ালে আৰু গোমৰ ফাঁক হ'লে নিজৰ যে বিপদ হ'ব তাক নিশ্চিত হৈ ৰজা দক্ষসিংহক ভুলপথে পৰিচালিত কৰাৰ পৰিকল্পনা কৰিলে । পৰিকল্পনা অনুযায়ী ধূৰ্ত পণ্ডিতে ৰজাক ক'লে যে 'হীৰাবড়ী'ৰ কঁহাৰ ককাইৰ কন্যা লক্ষ্মী অৱতাৰ আৰু তাই যি স্পৰ্শ কৰে সি সোণলৈ ৰূপান্তৰিত হয় । গতিকে প্ৰজা আৰু ৰাজ্যৰ মঙ্গলৰ উপৰিও ৰাজবংশ ৰক্ষাৰ হেতু সেই নাবালিকাক ৰজাই বিয়া কৰাব লাগে । প্ৰথমতে ৰজাই এই বৃদ্ধবয়সত বিয়া কৰাবলৈ অমান্তি হ'লেও ধূৰ্ত পণ্ডিতৰ পৰামৰ্শ মানিবলৈ বাধ্য হ'ল । কথামতে কাম, পণ্ডিত ব্যাসে কঁহাৰ ককাইক জীয়েক সৰ্থীদেৱীক ৰজাৰ লগত বিয়া দিবলৈ সন্মত কৰালে । বিয়াৰ দিনাখন দৰা ৰূপী ৰজা যেতিয়া নিজ কন্যাক বিয়া কৰাবলৈ কঁহাৰৰ চোতালত উপস্থিত হ'ল তেতিয়া শক্তিৰ বলত সৰ্থীদেৱীয়ে নিজ পিতৃক চিনি পালে আৰু ৰজাক সকলোবোৰ কথা ভাঙি-পাতি ক'লে । ৰজাই কাহিনীটোৰ সত্যাসত্য নিৰূপনৰ বাবে ধুবী আৰু কঁহাৰ ককাইৰ পৰা সৰ্থীদেৱক তেওঁলোকে ক'ত কেনেকৈ পালে অনুসন্ধান কৰি থাকোঁতে ধূৰ্ত পণ্ডিত ব্যাসে পলায়ন কৰিলে । ৰজাই চিপাহী-চন্তৰীৰ হতুৱাই পণ্ডিতক ধৰি আনি শাস্তি হিচাপে নাক কাণ কাটি ৰাজ্যৰ পৰা বাহিৰ কৰি দিলে আৰু সৰ্থীদেৱীক সৰোথপুৰৰ ৰাজকাৰেঙত ৰাজকুমাৰী সন্মানেৰে লালন পালন কৰিবলৈ ধৰিলে ।

কাব্যৰ নায়ক শাপভ্ৰষ্ট বংশীবাদকৰ জন্ম হয় দাক্ষিণাত্যৰ দক্ষিণ চহৰত বৃজাভাৰ ৰূপে । মাতৃ সুনয়না যেতিয়া বিধবা হয তেতিয়া মাতৃগৰ্ভত. বৃজাভাৰৰ বয়স ছয়মাহ । পিতৃ টোডৰমল দাক্ষিণাত্যৰ প্ৰবল প্ৰতাপী ৰজা সেয়েহে সুনয়নাৰ প্ৰয়োজন মহাক্ৰমী উত্তৰাধিকাৰী ৰাজকুমাৰৰ । পিতৃ ঢুকুৱাৰ চাৰিমাহৰ পাছত জন্ম হ'ল বৃজাভাৰৰ । জ্যোতিষীয়ে জন্মৰ নক্ষত্ৰ আদি গণনা কৰি ৰাণীক জনালে নৱজাতক বিশ্ব বিজেতা, পৰাক্ৰমী তথা সুপুৰষ হ'ব কিন্তু ৰাজ যোগ নথকাৰ বাবে ৰজা নহৈ যোগীহে হ'ব । লাহে লাহে বৃজাভাৰ ডাঙৰ হ'বলৈ ধৰিলে আৰু ৰাণীৰ পুতেকে যোগী হোৱাৰ আশংকা বাঢ়ি যাবলৈ ধৰিলে ।

শাপভ্ৰষ্টা পৰী সকল ক্ৰমে হিমাচলত হেমন্তী, অমৰ চহৰত সতী সাৱৰী, ফুলপুৰ চহৰত ফুলৱন্তী, যমুনা নগৰত যমুনী, জয়পুৰত জীৱন্তী আৰু সৰোথপুৰত সৰ্থীদেৱী ৰাজকন্যাৰূপে জন্মগ্ৰহণ কৰিলে ।

হিমাচল প্ৰদেশৰ ৰাজকুমাৰী হেমন্তীৰ সয়ম্বৰৰ দিনাখন প্ৰভূ গোৰখনাথৰ সহযোগত বালক বৃজাভাৰ উপস্থিত হয় কুষ্ঠ ৰোগীৰ ৰূপত । হেমন্তী উপস্থিত অনেক ৰাজকুমাৰ, পণ্ডিত, যোদ্ধা আটাইকে প্ৰত্যাখ্যান কৰি মাল্যদান কৰিলে গলিত কুষ্ঠেৰে আবৃত বালক বৃজাভাৰক । ৰজাৰাণীৰ বিভিন্ন বাধা বিঘিনিক আওকাণ কৰিও যেতিয়া হেমন্তীয়ে নিজৰ সিদ্ধান্ত পৰিবৰ্তন নকৰিলে উপায়হীন ৰজা ৰাণীয়ে বৃজাভাৰকে আদৰ সম্ভাষণেৰে ৰাজকাৰেঙত বিবাহৰ কাম সমাধা কৰাত বৃজাভাৰে নিজৰ প্ৰকৃত ৰূপ লাভ কৰিলে আৰু ৰূপগুণেৰে ৰজা ৰাণীক মুগ্ধ কৰিলে । সয়ম্বৰৰ নেওতালৈ হেমন্তীয়ে ভাৰতৰ বিভিন্ন ৰাজ্যত জন্ম গ্ৰহণ কৰা শাপভ্ৰষ্টা সখিয়েক সকলক নিমন্ত্ৰণ কৰিছিল আৰু তাতেই আটাইবোৰে মিলিত হয় আৰু প্ৰতিজনীয়ে বৃজাভাৰে বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি আদায় কৰে আৰু উপযুক্ত ক্ষণলৈ অপেক্ষা কৰাৰ সিদ্ধান্ত হয় ।

হিমাচলৰ পৰা হেমন্তীৰ সৈতে ঘূৰি অহাৰ বাটত বৃজাভাৰে গুজৰাটৰ ৰজা, মোমায়েক খেখৰমলক দেখা কৰাৰ বাবে ৰাজ হাউলীত প্ৰবেশ কৰিলে । ৰজা খেখৰমল অত্যন্ত কুৎসিৎ চেহেৰাৰ হোৱাৰ বাবে বহু বয়সলৈ বিয়া কৰাব পৰা নাছিল আৰু তেওঁ কুষ্ঠ ৰোগত আক্ৰান্ত হৈছিল । বয়সত যথেষ্ট সৰু হোৱা স্বত্বেও ভাগিনীয়েক বৃজাভাৰে বিয়া কৰোৱাৰ বাবে নিজৰ দুখৰ কথা খুলি ক'লে আৰু যি কোনো প্ৰকাৰে বিয়া কৰাই দিয়াৰ বাবে খাটনি ধৰিলে । বৃজাভাৰে নিজৰ গুণ আৰু শক্তিৰে অমৰ চহৰৰ পৰা যাদুৰ ৰাণী সতী সাৱৰীকে লৈ তিনিশষাঠি গৰাকী কন্যাক মোমায়েকক বিয়া কৰাই দিলে আৰু বিপদৰ সময়ত সকলোধৰণৰ সহায় কৰাৰ বাবে পাটৰাণী মামী সাৱৰীক প্ৰতিশ্ৰুতিবদ্ধ কৰি নিজ ৰাজ্য দক্ষিণ চহৰলৈ ঘূৰি আহিল সদ্য বিবাহিতা ৰাণী হেমন্তীৰ সৈতে ।

ইফালে খেদা খোৱা ধূৰ্ত পণ্ডিত ব্যাস উপস্থিত হ'ল খেখৰমলৰ ৰাজসভাত দক্ষসিংহৰ ওপৰত প্ৰতিশোধ লোৱাৰ বাবে । নাক-কাণ কাটি দিয়াৰ বৱে ধূৰ্ত পণ্ডিতে যি কথা কয় তাক বুজি পোৱাৰ কোনো উপায় নাছিল । সেয়েহে পণ্ডিতে লিখি বুজালে যে যদি সৰোথপুৰৰ ৰাজকুমাৰী সৰ্থীদেৱীক ৰজাই বিয়া কৰাব পাৰে তেতিয়াহ'লে তেওঁৰ কুষ্ঠৰোগ উপশম হোৱাৰ উপৰিও ৰাজ্যধন সোণেৰে উপচি পৰিব আৰু তাইৰ পৰশত ৰজাৰ এই কুৎসিৎ চেহেৰাৰ পৰিবৰ্তন ঘটি সুন্দৰ যুৱকত পৰিণত হ'ব । ৰাজ সভাত সৰোথপুৰৰ নাম শুনিয়ে সকলোৰে হাত ভৰি পেটত সোমাল কাৰণ যাদুৰ দেশ সৰোথপুৰ বাৰ বছৰৰ দুৰ্গম পথ আৰু তালৈ যি মানুহ যায় সি ঘূৰি নাহে কাৰণ তাত মানুহক ভেৰা বনায় । সৰোথপুৰৰ পৰা সৰ্থীদেৱীক অনাৰ উপায়ো পণ্ডিতে দিলে যে তালৈ যাব পৰা একমাত্ৰ ব্যক্তি ৰজাৰ ভাগিনিয়েক বৃজাভাৰ । লুভীয়া খেখৰমলে ধূৰ্ত পণ্ডিতৰ পৰিকল্পনানুযায়ী ৰাজ্যৰ আধা অংশ দিয়াৰ প্ৰতিশ্ৰুতিৰে ভাগিনীয়েকক সৰোথপুৰলৈ পঠোৱাৰ দিহা কৰিলে । বৃজাভাৰ যদিও সৰোথপুৰলৈ যোৱাৰ পৰিকল্পনা নিজৰ তথাপি মোমায়েকে চলাহিৰেহবাধ্য কৰাইছিল গুজৰাটৰ প্ৰচলিত প্ৰথাৰে





বুন্দিয়াৰ লাড়ু খুৱাই । গুজৰাটৰ সেই সময়ত নিয়মানুযায়ী যেতিয়া কোনোবাই ঢাকি ৰখা কাঁহিৰ পৰা বুন্দিয়াৰ লাড়ু খায়, তেতিয়া কাঁহি আগবঢ়োৱাৰ সকলো চৰ্ত লাড়ু খোৱাজনে মানিব লাগিছিল । বৃজাভাৰে জানি শুনিয়ে লাড়ু খাইছিল নহলে সদ্য বিবাহিতা পত্নী হেমন্তীয়ে কোনো চুক্তিতে তেওঁক সৰোথপুৰলৈ যাত্ৰা কৰিব নিদিব আৰু তেতিয়া সৰ্থীদেৱীক দিয়া তেওঁৰ প্ৰতিশ্ৰুতি ৰক্ষা নপৰিব ।

বৃজাভাৰৰ সোৰথপুৰ যাত্ৰা অতি ৰোমাঞ্চকৰ আৰু অলৌকিক কাহিনীৰে ভৰপুৰ । প্ৰথমতে যাত্ৰা আৰম্ভ কৰিলে দক্ষিণ চহৰৰ পৰা যোগীৰ বেশেৰে হাতত কমণ্ডলু আৰু ডম্বৰু, পিঠিত বৃহৎ আকাৰৰ মোনা এখন হৰিণৰ চাল এখন আৰু দুই এপদ সামগ্ৰী । প্ৰতিবিধ সামগ্ৰীৰ নিজস্ব দৈৱিক গুণ আছিল । হৰিণৰ চালখনত কেতিয়াবা বহা নাইবা শোৱাৰ বাবে ব্যৱহাৰ কৰাৰ উপৰিও উৰণীয়া বাহন হিচাপেও ব্যৱহাৰ কৰিছিল । গুজৰাট ৰাজ্যত প্ৰবেশ কৰি মামা খেখৰমলক দেখা কৰাৰ পিছত মামীয়েক সাৱৰীয়ে ভাগিনিয়েকক ঘৰত সদ্য বিবাহিত হেমন্তীক এৰি যোগীৰ বেশ ধাৰণ কৰি সৰ্থীদেৱীৰ বাবে সৰোথপুৰৰ সংকটজনক দুঃসাহসিক যাত্ৰাত বাধা আৰোপ কৰিলে আৰু ভৎৰ্সনা কৰি ক'লে যে সৰ্থীদেৱীক নহ'লেই যদি নহয় তেতিয়াহ'লে যাদুবিদ্যাৰ বলেৰে পলকৰ ভিতৰতে আনি দিয়াৰ প্ৰস্তাৱ দিলে । কিন্তু বৃজাভাৰে নিজৰ সিদ্ধান্ততে অলৰ অচৰ থাকিল আৰু ক'লে যেহেতু লাড়ু তেওঁ খাইছে, গতিকে তেওঁ নিজেই সৰ্থীদেৱীক আনিব লাগিব নহ'লে তেওঁৰ ক্ষত্ৰিয় ধৰ্ম নষ্ট হ'ব । উপায়হীন হৈ মামীয়েকে যাত্ৰাত সন্মতি দিলে আৰু ক'লে যে মই সৰোথপুৰৰ পথত থকা কণ্টকময় ঠাইসমূহ যেনে টুতি পাকৰীৰ স্থান, কেদেলীবন, বালুৰঘাট, ঠগপুৰ চহৰ, সুবুকি চহৰ আদিলৈ যাবলৈ মানা কৰিলো আৰু গ'লে মহা বিপদত পৰিবা । আটাইবোৰ কণ্টকৰ বিষয়ে জনাৰ পিছত বৃজাভাৰে মামীয়েকৰ আশীৰ্বাদ লৈ গুৰু গোৰখনাথক স্মৰণ কৰি সৰোথপুৰলৈ যাত্ৰা আৰম্ভ কৰিলে আৰু প্ৰতিটো প্ৰতিবন্ধককে পৰাস্ত কৰি সৰোথপুৰলৈ যোৱাৰ সিদ্ধান্ত কৰিলে ।

গৈ গৈ বৃজাভাৰ বালুৰঘাট পালে আৰু কেকোৰা এটাই সংগ ল'লে । ৰতনপুৰ চহৰত যাদুকৰৰ হাতৰ পৰা ৰত্নাৱতীক উদ্ধাৰ কৰিলে । ইয়াৰ পিছত ফুলপুৰ চহৰ পায় আৰু ওভোটাৰ পথত ফুলৱন্তীক বিয়া কৰোৱাৰ প্ৰস্তাৱ দি কেদেলী বনত প্ৰবেশ কৰিলে । কেদেলীবনত জালিম ৰাক্ষসক বধ কৰি ভোজী ননদৰ আশ্ৰয় লয় । ইয়াৰ পিছত মহাভাৰত খ্যাত হস্তিনাপুৰ চহৰ পাৰ হৈ হেবলপুৰত প্ৰৱেশ কৰিলে । হেবলপুৰ চাওতাল জনগোষ্ঠীৰ বাসস্থান ইয়াৰ কন্যা হেৱলী কেৱলীয়ে বৃজাভাৰৰ ৰূপত মুগ্ধ হৈ বিবাহৰ প্ৰস্তাৱ দিয়ে । বৃজাভাৰ তেওঁলোকৰ প্ৰস্তাৱত মান্তি নোহোৱাত নাৰকীয় শাস্তি ভোগ কৰিব লগাত পৰে । সকলোবাৰ সংকটৰ সময়ত যাদু ৰাণী সাৱৰীয়ে ত্ৰাণকৰ্তাৰ ভূমিকা পালন কৰি আহিছিল ।

বৃজাভাৰে লক্ষ্যস্থান সৰোথপুৰত প্ৰৱেশ কৰিলে আৰু প্ৰকৃতিক পৰিবৰ্তনৰ যোগেৰে সৰ্থীদেৱীয়ে প্ৰাণনাথৰ পদাৰ্পণৰ বাতৰি পালে ।

পুৰণি কালৰ পৰাই ৰাজ্যখনৰ নাম আছিল শম্ভুপুৰ আৰু যেতিয়াৰ পৰা ৰাজ্যৰ পহৰাৰ দায়িত্ব হত্যাকাৰীক দিলে তেতিয়াৰ পৰাই এই ৰাজ্যৰ নাম হয় শম্ভুহত্যাৰপুৰ । ৰজা দক্ষসিংহই প্ৰজাৰ পৰা জানিলে যে তেওঁৰ কন্যা সৰ্থীদেৱীক কোনোবাই যোগীৰ বেশেৰে আহি চোৰ কৰি নিব তেতিযাৱ তেওঁ ৰাজ্যৰ পহৰাৰ দায়িত্ব হত্যাকাৰীৰৰ হাতত অৰ্পণ কৰিলে আৰু ঘোষণা কৰিলে যে তেওঁৰ ৰাজ্যৰ ভিতৰলৈ কোনো বিবাহোপযোগী ডেকাই প্ৰবেশ কৰিব নোৱাৰিব মাত্ৰ যাৰ দাঁত সৰা, চুলি পকা আৰু বৃদ্ধ সেইবোৰ লোকহে ৰাজ্যত প্ৰবেশ কৰিব পাৰিব । অন্যথাই হত্যাকাৰী পহৰাদাৰৰ হাতত মৃত্যু বৰণ কৰিব লাগিব ।

সৰ্থীদেৱীয়ে হেমন্তীৰ নেওতাত বৃজাভাৰক লগ পাইছিল আৰু যেতিয়ালৈকে বৃজাভাৰে সৰোথপুৰলৈ আহি তেওঁক বিয়া কৰাই নিনিয়ে তেতিয়ালৈকে অপেক্ষা কৰাৰ প্ৰতিশ্ৰুতি দিছিল । বৃজাভাৰে সৰোথপুৰলৈ যাত্ৰা আৰম্ভ কৰাৰ বাতৰি ফুলবাৰীত থকা ফুলৰ জৰিয়তে জনোৱাৰ ব্যৱস্থা কৰিছিল । বাৰ বছৰ আগৰ পৰাই ফুলনি বাৰীত আনবৃষ্টিৰ বাবে ফুল গছবোৰ শুকাই গৈছিল আৰু যেতিয়া বৃজাভাৰ সৰোথপুৰত পদাৰ্পণ কৰিলে গছবোৰ ফলে ফুলেভৰি পৰাত সৰ্থীদেৱীয়ে প্ৰাণনাথৰ উপস্থিতিৰ উমান পালে । কিন্তু ৰজাই কৰা পহৰাৰ ব্যৱস্থাৰ বাবে যে ৰাজ কাৰেঙত উপস্থি হ'ব নোৱাৰে তাত নিশ্চিত আছিল ।

সৰ্থীদেৱীয়ে এই নিছিদ্ৰ পহৰাৰ মাজেৰে উপকাৰী নামৰ জনৈক পহৰাদাৰৰ হতুৱাই বৃজাভাৰক বুঢ়াযোগী সজাই ফুলবাৰীত উপস্থিত কৰালে । ফুলবাৰীৰ দায়িত্বত থকা মালিনীয়ে সৰোথপুৰৰ নিকটবৰ্ত্তী যোগীৰবাড়ীত লুকুৱাই ৰাখি গোপনে সৰ্থীদেৱীৰ লগত মিলন কৰি দিয়ে । ইয়াৰ পিছত বৃজাভাৰে সৰ্থীদেৱী আৰু মালিনীক লৈ উৰণীয়া বাহনেৰে সৰোথপুৰৰপৰা দক্ষিণ চহৰলৈ যাত্ৰা আৰম্ভ কৰিলে ।

ওপৰোক্ত কাহিনীৰ আধাৰত সৰোথপুৰৰ স্থিতিৰ বিষয়ে অনুমান কৰিব পাৰি । ইয়াত অংকিত চিত্ৰৰ পৰাই অনুমান কৰিব পাৰি যে ভাৰতবৰ্ষৰ পূৰ্বপ্ৰান্তত অৱস্থিত সৰোথপুৰ কোনো নৈৰ পাৰত অৱস্থিত চহৰ । ইয়াৰ আশে পাশে থকা ঠাইসমূহ হচ্ছে —হীৰাবড়ী, ফুলবাৰী, যোগীৰবৰী, নটপাৰা আদি । পণ্ডিত ব্যাসৰ নাম অনুযায়ী ব্যাসকুছি, হেৱলী কেৱলীৰ বাসস্থান হাউলী আৰু ভেলুৱাক ভেল্লা বুলি অনুমান কৰিব পাৰি ।

গতিকে সৰোথপুৰৰ দক্ষৰজাৰ জীয়ৰী সৰ্থীদেৱীৰ নামেৰে পোনতে সৰ্থীবাৰী হয় আৰু পিছত অপভ্ৰংশ হৈ সৰ্থেবাৰী হয় বুলি অনুমান কৰিব পাৰি । লোক কাব্য হলেও ইয়াত উল্লেখিত স্থানসমূহৰ ভৌগোলকি অৱস্থানৰ গভীৰ ভাবে বিচাৰ বিশ্লেষণ হ'লে এই অঞ্চলৰ প্ৰাকঐতিহাসিক ইতিহাসৰ এছোৱা পোহৰলৈ অহাৰ সম্ভাৱনাক নুই কৰিব নোৱাৰি ।

বিঃ দ্ৰঃ — সাধুটো মূল কাব্য সৰ্থী বৃজাভাৰৰ আলমত লিখা হৈছে । —লিখক ।

# মোৰ জন্মভূমি সৰ্থেবাৰী

**হৰিধন ডেকা**

অসমৰ ইতিহাস প্ৰসিদ্ধ ঠাই সমূহৰ ভিতৰত সৰ্থেবাৰীৰ এক সুকীয়া বৈশিষ্ট্য আছে। অসমীয়া জাতিৰ জনক মহাপুৰুষ শঙ্কৰ গুৰুৱে গণতান্ত্ৰিক ঠাঁচত গঢ়ি থৈ যোৱা অসমীয়া সমাজ ব্যৱস্থাৰ নিৰ্মল প্ৰক্ৰিয়া সৰ্থেবাৰীৰ জন সমাজত আজিও বিদ্যমান। অথচ পৰিতাপৰ কথা যে সৰ্থেবাৰী সম্পৰ্কে অসমৰ বুৰঞ্জী নিমাত। আনকি লিখিত সাহিত্যতো সৰ্থেবাৰীৰ অতীতক সামৰি লোৱা লেখনীও পোৱা টান। একমাত্ৰ জনশ্ৰুতি কিম্বদন্তীয়ে হৈ পৰিছে সৰ্থেবাৰীৰ অতীত ইতিহাসৰ সম্বল। অৱশ্যে এইটো নুই কৰিব নোৱাৰি যে জনশ্ৰুতিক আওহেলা কৰি কেৱল চৰকাৰী তথা ৰজাঘৰীয়া নথি পত্ৰক ভিত্তি কৰি ৰচিত ইতিহাস বিকৃত হোৱাই অতি স্বাভাৱিক।

হিন্দী সাহিত্যৰ দুই এক গ্ৰন্থত সৰ্থেবাৰী সম্পৰ্কে উল্লেখ আছে। সেইমতে সৰ্থেবাৰী এসময়ত মহাপৰাক্ৰমী সুৰথ ৰজাৰ ৰাজধানী আছিল বুলি জনা যায়। ৰজাৰ একমাত্ৰ ৰূপৱতী কন্যা সৰথিৰ নামেৰেই ৰাজধানী নগৰীৰ নাম হেনো সৰথিবাৰী ৰখা হৈছিল। কালক্ৰমত সৰিথিবাৰীয়ে মুখ বাগৰি সৰ্থেবাৰী হৈ পৰাও স্বাভাৱিক। মন কৰিব লগীয়া যে বহু বিহাৰ বাসী লোকৰ মানত সৰ্থেবাৰী আজিও তীৰ্থস্থানৰ সমতুল্য। প্ৰতিবছৰে মাঘী পূৰ্ণিমাৰ পবিত্ৰ ধৰ্ম মহোৎসৱ তথা মেলালৈকে বিহাৰ প্ৰদেশৰ বহু ধৰ্মপ্ৰাণ ব্যক্তি বৰ্ত্তমানেও আহে। চন তাৰিখ বিম্বা পৰিস্থিতি সাপেক্ষ লিখিত সম্বল একো নাই যদিও মাঘী পূৰ্ণিমাত উদ্‌যাপন কৰা এই সভা তথা ধৰ্ম মহোৎসৱ এশ বছৰ কাল আগৰ পৰাই বৰ্ত্তমানলৈকে গতানুগতিক পদ্ধতিৰে যে চলি আহিছে এইটো ঠিক। কিয়নো, শুনামতে প্ৰথম অৱস্থাত গওঁৱা ৰাইজে বহু আগৰে পৰা কালী পূজাকো অগ্ৰাধিকাৰ দিছিল। মহাপুৰুষীয়া গোটটোৱে সমূহীয়াকৈ সহযোগ কৰাত আপত্তি দৰ্শাছিল। তেতিয়া ঐক্য সম্প্ৰীতিৰ স্বাৰ্থতে ইয়াৰ বিকল্প অনুসন্ধানত ব্যগ্ৰ হৈ পৰিছিল জনগণ। শেহান্তৰত হালধীবাৰী নিবাসী শাস্ত্ৰজ্ঞ পণ্ডিত প্ৰয়াত ধৰ্মকান্ত গোস্বামীয়ে আগবঢ়োৱা সূত্ৰই সবাৰেই গ্ৰহণযোগ্য বুলি বিবেচিত হৈছিল। সেই ভাৱেই হেনো মাঘী পূৰ্ণিমাৰ সভা তথা হৰি পূজা মহোৎসৱকেই কালী পূজা মহোৎসৱৰ সংশোধিত ৰূপত উদ্‌যাপন কৰিবলৈ সৰ্বসন্মত ৰাজহুৱা সিদ্ধান্ত লোৱা হৈছিল। ইয়াৰ দ্বাৰা এইটোৱে প্ৰমাণিত হৈছে যে তৰল যুক্তিবাদৰ ওপৰত নিৰ্ভৰশীল হৈ গাওঁবাসী ৰাইজে সাতামকলীয়া ঐক্য সমন্বয় সম্প্ৰীতি কোনো পধ্যে ক্ষুণ্ণ কৰাৰ পক্ষপাতী নাছিল। অতীতৰে পৰা কাঁহ শিল্প নগৰী খনৰ জনসাধাৰণৰ মানত সেয়েহে শঙ্কৰ-মাধৱ-দামোদৰ অথবা হৰিদেৱৰ দ্বাৰা প্ৰচাৰিত ধৰ্মৰ মৌলিকতাকলৈ কোনো প্ৰকাৰৰ মত পাৰ্থক্যই ঠাই পোৱা নাছিল।*

অন্য এক প্ৰবাদ অনুসৰি মহাপুৰুষ শঙ্কৰদেৱে সন্ত ভকত সমন্বিতে তাহানিৰ লুইতেদি ভটীয়াই আহোতে লুইতৰ দাঁতিতে থকা এই মোহনীয়। ঠাইখনৰ প্ৰতিবৰ আকৃষ্ট হৈ কিছু পৰ পাৰত উঠি সৰথিছিল (জিৰণি লৈছিল) বাবেও ঠাইৰ নাম আজিৰ সৰ্থেবাৰী হোৱা বুলি কিছুৱে কব খোজে। গোমুৰা সত্ৰ আৰু আলপা নৈয়ে তাৰ সাক্ষী স্বৰূপ হৈ আছে বুলি ভাবিবও পাৰি। লুইতে গতি সলনি কৰি ক্ৰমাত দক্ষিণ ফাললৈকে ঢাল খোৱাত লুইতৰে মৰা সুঁতি স্বৰূপ বৈ যোৱা অলপ অংশৰ পৰাই আলপা হব পাৰে বুলি কোৱাৰ যুক্তি আছে।

তাৰোপৰি ১৮৯৭ চনৰ ১২ জুনৰ বিধংসী ভূই কপৰ কবলত সৰ্থেবাৰীৰ আঞ্চলিক জনগাৰ্থনিতে নহয়, ভৌগোলিক মানচিত্ৰতো যে এক আমূল পৰিৱৰ্তন সম্ভৱ হৈ উঠিছিল, ইও সঁচা। সংস্থাপনৰ তাগিদাতে অ'ত ত'ত গৈ থিতাপি লোৱা এনে বহুতো পৰিয়ালৰ সন্ধেদ পোৱা যায়। দৰাচলতে, সৰ্থেবাৰীৰ অতীত ইতিহাসৰ গুৰুত্বপূৰ্ণ ঠাই দখল কৰি আছে ১৮৯৪ চনৰ গণ অভ্যুত্থান তথা ঐতিহাসিক ৰাইজ মেলৰ ঘটনাই।

* সৰ্থেবাৰীৰ ৰাইজমেল প্ৰকাৰন্তৰে ঊনৈশ শতিকাত অসমৰ বিভিন্ন ঠাইত বৃটিছৰ ভূমিনীতিৰ প্ৰতিবাদত সংগঠিত হোৱা প্ৰজাবিদ্ৰোহৰেই নামান্তৰ মাত্ৰ। ৰাইজ মেল বুলি খ্যাত এই বিদ্ৰোহৰ কথা আমাৰ আতা প্ৰয়াত ধৰ্মকান্ত ডেকাৰ মুখে লৰালিতে শুনিছিলোঁ। নেতৃত্ব দাতা ব্যক্তিচামৰ অন্যতম হিচাপে তেখেত (আতা)ৰ পিতৃ প্ৰয়াত কাণকাটা মেলকী (কনক ডেকা) আৰু প্ৰয়াত পুষ্পৰাম কঁহাৰৰ দুসাহসিক কাম কাজৰ কথা শুনি অভিভূত হৈ পৰিছিলোঁ। পিছলৈ প্ৰয়াত হৰিচৰণ তালুকদাৰ আৰু সমসাময়িক বহু ব্যক্তিৰ মুখেও ৰাইজ মেলৰ ঘটনা শুনা মনত আছে। এই বিদ্ৰোহৰ বুজ লবলৈ অহা বৰপেটাৰ মহকুমাধিপতি মাধৱ বৰদলৈৰ উপস্থিতিত সৰ্থেবাৰৰ নাতি দূৰত্বত অৱস্থিত, পানাগাঁৱৰ টুপত ১৮৯৪ চনৰ ঐকেশ জানুৱাৰীত সমগ্ৰ অঞ্চলত ৰাইজে এক গোট খাই মেলত বহিছিল বুলি কোৱা শুনিছিলোঁ। কিন্তু খাজনা বৃদ্ধিৰ প্ৰতিবাদৰ প্ৰতি মহকুমাধিপতিয়ে কৰা অৱজ্ঞা সূচক মন্তব্যত সমূহ ৰাইজ উত্তেজিত হৈ পৰাত পৰিস্থিতি ক্ৰমাৎ নিয়ন্ত্ৰণৰ বাহিৰ হোৱাৰ উপক্ৰম ঘটিছিল। তৎমুহূৰ্তে প্ৰয়াত কানকাটা মেলকীয়ে ইয়াৰ শাস্তি হিচাপে ৰাইজৰ আদালতৰ দ্বাৰা মহকুমাধিপতিক পাঁচ টকা জৰিমণা কৰা হৈছে বুলি কৰা ঘোষণাৰ লগে লগে সমূহ ৰাইজ শান্ত হৈ পৰিছিল আৰু উপায়ন্তৰ নাপাই মহকুমাধিপতিয়ে অপমান বোধ কৰি হলেও জৰিমণা দিবলৈ বাধ্য হৈছিল! শুনামতে কাণকাটা মেলকীয়ে তাকো বাওঁ হাতেৰে গ্ৰহণ কৰি মহকুমাধিপতিক বৃটিছৰ গোলামী কৰাৰ যোগ্য প্ৰত্যুত্তৰ দিবলৈ অকণো কুণ্ঠাবোধ কৰাও নাছিল হেনো। শুনামতে ইয়াৰ পিছৰ পৰ্ব আছিল ভয়াবহ। পানাগাঁৱৰ টুপত বহা মেলত সমবেত ৰাইজে চৰকাৰক বৰ্দ্ধিত খাজনাশোধ নকৰিবলৈ লোৱা সংকল্পৰ পৰিণাম স্বৰূপে সমগ্ৰ অঞ্চল ব্যাপি সেনা বাহিনী নিয়োগ কৰা হৈছিল। জনসাধাৰণৰ ওপৰত কৰা সেনা বাহিনীৰ অত্যাচাৰ উৎপীড়নে চৰমসীমা পাইছিল স্বয়ং কামৰূপ জিলাধিপতিৰ তত্বাৱধানত। শেহান্তৰত সুসংগঠিত ৰাইজ ছেদেলি ভেদেলি হৈ পৰিছিল আৰু তেতিয়াই বহুতকে আটক কৰা হৈছিল। শাস্তি হিচাপে কিছুমানক জেল, কিছুমানক জৰিমণা বিহা হৈছিল। নেতাচামৰ ভিতৰত দীৰ্ঘদিনৰ বাবে কাৰাদণ্ডৰে দণ্ডিত হোৱা ব্যক্তি জন আছিল পুষ্পৰাম কঁহাৰ। শিল্পী পুষ্পকঁহাৰে জেল জীৱনতো কাঁহ শিল্পৰ উন্নতিৰ কথা পাহৰা নাছিল। দীৰ্ঘদিনীয়া কাৰাবাসৰ উপহাৰ স্বৰূপ পুষ্প কঁহাৰৰ জেল বাতি (জেল জীৱনৰ সৃষ্টি) অসমৰ কাঁহ শিল্পলৈ বুলি এক অনবদ্য অৱদান বুলিব পাৰি।





ঊনৈশ শতিকাৰ শেষ ভাগ আৰু কুৰি শতিকাৰ মাজভাগ তথা পঞ্চাশৰ দশকলৈ বিশ্লেষণাত্মক দৃষ্টি ভঙ্গীৰে চাবলৈ হলে এইটোকে কব পাৰি যে এই কালচোৱাত সৰ্থেবাৰীৰ জনসমাজত বহু আদৰ্শনীয় আৰু সমাজ সচেতনা কাম কাজৰ উদাহৰণ আছে। বৰ্ত্তমানৰ কথা সুকীয়া। কিয়নো আধুনিকতাবাদে গিলি পেলোৱা গোটেই অসমীয়া সমাজ খনৰদৰেই সৰ্থেবাৰীও আজি অতীতৰ যাতায়ত শিক্ষা লাভ আদিকে ধৰি বহু আহুকালৰ পৰা মুক্ত। তথাপিও এই কালচোৱাত শিক্ষা, সংস্কৃতি কলা, ৰাজনীতি একোতে সৰ্থেবাৰী পিছ পৰি থকা নাছিল। ১৯০৩ চনতে সুখ্যাতিৰে বি. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱা প্ৰয়াত কৌহিৰাম দাস প্ৰকৃতাৰ্থত আছিল এজন বিপ্লৱী। ঘটনা বহুল ৰাইজ মেল স্বচক্ষে দেখা সকলৰ ভিতৰত তেখেতেও এজন। তাহানিতে চৰকাৰী অনুগ্ৰহক উপেক্ষা কৰি সমাজ সেৱাত ব্ৰতী কৌহিৰাম দাসে অসহযোগ আন্দোলনত কাৰাবৰণ কৰিব লগাও হৈছিল। গণতান্ত্ৰিক চেতনাৰে পুষ্ট কৌহিৰাম দাসৰ আশাসুধীয়া চেষ্টাতে ১৯৩৪ চনত গঢ়ি উঠিছিল আজিৰ অসমৰ গৌৰৱ। অসম সমবায় কঁহাৰ সংঘ। আমি সৰুতে দেখা পোৱা এইজনা অল্পভাষী অথচ চিন্তাবিদ ব্যক্তিয়ে চন্দ্ৰকান্ত অভিধান প্ৰণয়নৰ গুৰিতেও প্ৰধান ভূমিকাত আছিল।

মন কৰিবলগীয়া এই শতিকাত তৃতীয় দশকটোও অবিস্মৰণীয়। সমাজ কৰ্মী, শিল্পী প্ৰয়াত ব্ৰজনাথ শৰ্মাই নেতৃত্ব দিয়া অসমৰ নাট্য আন্দোলনৰ ঢৌত সৰ্থেবাৰীৰ কলাপ্ৰেমী এচামেও হাত সাৰতি বহি থাক নাছিল যে তাৰো প্ৰমাণ আছে, প্ৰয়াত বিদুৰ দাস, কৰুণা ডেকা। জলতি মোহন তামুলীক ধৰি গাওঁৰ কলা সংস্কৃতি প্ৰেমী এচামৰ যৌথ প্ৰযত্নতে প্ৰথমবাৰৰ বাবে সৰ্থেবাৰীত থিয়েটাৰে জন্ম লাভ কৰাটো নিতান্তই প্ৰণিধানযোগ্য। বিদুৰ দাসে অশেষ কষ্ট স্বীকাৰ কৰি স্বহস্তে আৰু স্ব পৰিকল্পনাৰে চিত্ৰাংকন কৰা থিয়েটাৰৰ আঁৰ কাপোৰৰ সহায়ত আমি নিজেও ১৯৫০ চনত তেখেতৰ স্বৰচিত নাটক জন্মাষ্টমী অভিনয় কৰিছোঁ।

অসমৰ উচ্চ ন্যায়ালয়ৰ প্ৰথম অসমীয়া ন্যায়াধীশ বিশিষ্ট গল্পকাৰ প্ৰয়াত হলীৰাম ডেকাৰ কথা অসমৰ কোনে নেজানে বাৰু? ইমানেই নহয়, বিশিষ্ট, সমাজ কৰ্মী হিচাপে প্ৰয়াত দীনবন্ধু চৌধুৰী, মহেন্দ্ৰ মেম্বাৰ, কবিধৰ ডেকা, হৰি চৰণ তালুকদাৰ বা শান্তিৰাম পাটোৱাৰী প্ৰমুখ্যে ব্যক্তিসৰৰ অৱদানো অনস্বীকাৰ্য। পাঁচোটা খেল তথা ভাগত বিভক্ত আৰু একোটি খেল দুই বা ততোধিক চুপা মিলি গঠিত জনসমষ্টিয়ে হৈছিল সৰ্থেবাৰী। সম্পূৰ্ণ গণতান্ত্ৰিক ৰীতিৰে এক অলিখিত সাংবিধানিক পদ্ধতি ভিত্তি কৰিয়ে পঞ্চাশৰ দশকলৈকে সৰ্থেবাৰীৰ সমাজ ব্যৱস্থা পৰিচালিত হৈ অহা আমি দেখিছো য'ত বিচাৰ ব্যৱস্থাকে সামৰি উন্নয়মূলক সমূহ কাম কাজ পৰিচালক মণ্ডলীৰ দ্বাৰা নিখুত আৰু নিৰপেক্ষ দৃষ্টি ভঙ্গীৰে সমাধা কৰাৰ ঐকান্তিক আগ্ৰহৰ অভাৱ হোৱা নাছিল। এনে এক মধুৰ সম্প্ৰীতি সুলভ পৰিবেশৰ মাজত থাকিয়ে হয়তোবা আমি প্ৰত্যেকেই এই সময়চোৱাত ভাৱিবকে পৰা নাছিলো, আমি একেটি পৰিয়ালৰে লোক নহয়।

সমাজ পৰিবৰ্তনশীল। সৰ্থেবাৰীও ব্যতিক্ৰম নহব। তত্ৰাচ ঃ সৰ্থেবাৰীৰ সমাজ ব্যৱস্থাত অতীতৰ গণতান্ত্ৰিক পৰম্পৰা আজিও ব্যাহত হোৱা নাই। ✣

# সৰ্থেবাৰীৰ সভা দেখিছিলো*

*যোগেন বায়ন*

সৰ্থেবাৰীৰ সভা বুলিলে বুলিবৰ নাই। আজি পঞ্চাশ বছৰ আগৰ কথা কৈছো। মাঘ মাহত এই সভা আৰম্ভ হয়। বতৰ ফৰকাল, ৰংৰহইচ কৰাৰ সময়। তাহানিৰ বৰপেটা মহকুমাৰ তিনিটা বৃহৎ উৎসৱ। প্ৰথমটো হ'ল বৰপেটা সত্ৰৰ দৌলযাত্ৰা, দ্বিতীয়টো সৰ্থেবাৰীৰ সভা আৰু তৃতীয়টো হ'ল আঠীয়াবাৰীৰ (বৰপেটা ৰোড্) মথুৰা হিতৈষীৰ নেতৃত্বত পতা ৰাস উৎসৱ। এই তিনিওটা উৎসৱতে মানুহৰ ভীষণ পয়োভৰ। ৰংৰহইচত বলিয়া ল'ৰা-বুঢ়া, জীয়ৰী-বোৱাৰী, ডেকা-ডেকেৰী সকলোৱে জুম পাতি দলে-বলে সৰ্থেবাৰীৰ সভালৈ ঢপলিয়ায়, যি সভাৰ মহিমা আমি আজিৰ লিখনিত ব্যক্ত কৰিবলৈ প্ৰয়াস কৰিছোঁ। বৃহৎ বৃহৎ তম্বু-চাইমনা ৰভাৰ তলত যাত্ৰা-গানৰ কেবাটাও দলে বিভিন্ন ঠাইৰ পৰা আহি হাজিৰ হয়। দুই এটি দলে কাঠৰ খাট্ যোৰা লগাই অভিনয়ৰ কাৰণে মঞ্চ সাজে আৰু দুই এটি দলে মাটিৰ ওপৰতেই সতৰঞ্চী দলিচা পাতি অভিনয় কৰে। উলহ-মালহ, আনন্দ-উৎসৱৰ ৰহঘৰা সাজি সভাৰ কাম ৭ দিন চলে। সভাৰ কেইদিন নিশা যাত্ৰাগান হয় আৰু এই যাত্ৰা গানসমূহে দ্ৰষ্টা-শ্ৰোতাক বিপুল আনন্দ দান কৰে। অবিভক্ত কামৰূপ জিলাৰ যাত্ৰাগান সমূহে প্ৰধানকৈ তেওঁলোকৰ ভাল নাট অভিনীত কৰে। দুই এখন পালাগান ওচৰ-চুবুৰীয়া জিলাসমূহৰ পৰাও আহে। এনে নিশাই কেবাটাও দলে বেলেগ বেলেগ মঞ্চ সাজি অভিনয় কৰে। সাধাৰণতে যিখন যাত্ৰাত যুদ্ধ-বিগ্ৰহ আৰু তৰ্কাতৰ্কি (সংলাপৰ) চলে, তেনে যাত্ৰাত মানুহৰ ভিৰ খুব বেচি হয় আৰু বাকীবোৰত মানুহ সেৰেঙা হয়। সেইকাৰণে দৰ্শক মণ্ডলীৰ বেচিভাগেই এঠাইত খুটি পুতি নবহি ইখন-সিখন যাত্ৰাৰ অভিনয় চাই ফুৰে।

এবাৰ নিশা কামৰূপৰ এটি যাত্ৰাদলে "ভীষ্মৰ শৰশয্যা" নাটখন অভিনয় কৰি আছিল। নাটখনত কৌৰৱ-পাণ্ডৱৰ মাজত বিৰাট সংঘৰ্ষৰ সৃষ্টি হয়। মঞ্চথলিত বেচিসময় জুৰি যুদ্ধ চলিছিল। নাটখন যেতিয়া আৰম্ভ হওঁ হওঁ তেতিয়ালৈকে বিউগিল্ বজোৱা আৰু ঢোলোক বজোৱা শিল্পী দুজন অহা নাছিল। মেনেজাৰে বাৰে বাৰে বাহিৰলৈ গৈ শিল্পী দুজনলৈ সতৃষ্ণ নয়নে নিৰীক্ষণ কৰিছিল কিন্তু যাত্ৰাভিনয় আৰম্ভ কৰা সময় অতীত হ'ল, তথাপি তেওঁলোকৰ ছাটোকে দেখা নগ'ল। মেনেজাৰ জনে কপালত ঠুকুৰিয়াই হা-হুতাশ কৰি বহি পৰিল। বিউগিল আৰু ঢোলোক সিহঁতৰ লগতেই আছিল গতিকে আন শিল্পীক কাজত লগাব পাৰে তাৰো উপায় নাই। মেনেজাৰজন খং-বেজাৰত তেনেই ভাঙি পৰিল। সেই দৃশ্যটো শনিয়া আৰু মনিয়া নামৰ দুজন ডেকা ল'ৰাৰ চকুত পৰিল। দুয়ো ভাল বাদ্য যন্ত্ৰ শিল্পী। কোনো বাদ্য নোহোৱাকৈ এজনে হাত-নাক আৰু গলৰ সহায়ত বিউগিলৰ মাত উলিয়াব পাৰে আৰু আনজনে খালি কেৰাচিন তেলৰ টিনত সুন্দৰভাৱে ঢোলোক বজাব পাৰে। কোৱা-মিলা কৰি শনিয়া আৰু মনিয়াই মেনেজাৰৰ কাষ চাপি তেওঁলোকৰ গুণৰ কথা বাখ্যা কৰিলে। মেনেজাৰৰ বিশ্বাস নহ'ল। শিল্পীদুজনে যোৰকৈ ধৰাত এটা টিন লৈ আহিল আৰু দুয়োজনক গ্ৰীণ ৰুমলৈ লৈ গ'ল। সিহঁতে কনচাৰ্ট আৰম্ভ কৰিলে। বাস্তৱিকতে অপূৰ্ব-মন পৰশা সুৰ-সমলয়। যাত্ৰাদলটোৰ মুখলৈ পানী আহিল। মেনেজাৰে দুয়োজন শিল্পীকে ভালদৰে চাহ-মিঠাই খুৱাই আদৰ-সাদৰ কৰি দোহাৰত বহাৰ বন্দোৱস্ত কৰি দিলে। দলটোৰ খঞ্জৰী আৰু হাৰমোনিয়াম বজোৱা শিল্পীদুজন আছিল। যুদ্ধৰ সময়ত এই চাৰিওজন শিল্পীয়ে যি কনচাৰ্টৰ বাজনা শুনালে, চাৰিওপিনৰ পৰা বিভিন্ন মঞ্চত অভিনয় উপভোগ কৰি থকা দৰ্শক "ভীষ্মৰ শৰশয্যা" নাটৰ অভিনয় চাবলৈ ভাঙি আহিল। মনিয়াই কোনো বাদ্যযন্ত্ৰ নোহোৱাকৈ বিউগিলৰ অবিকল আৱাজ উলিয়ালে আৰু খালি টিনত হাতৰ পৰশ লগাই শনিয়াই ৰস-মাধুৰ্যৰ সৃষ্টি কৰিলে। মঞ্চত কৌৰৱ-পাণ্ডৱৰ ধনুযুদ্ধ, গদাযুদ্ধ আৰু মল্লযুদ্ধই অপূৰ্ব সমন্বয়ৰ সৃষ্টি কৰিলে। সেই নিশাটো যেন "ভীষ্মৰ শৰশয্যা"ই সকলো দৰ্শককে বলিয়া কৰি তুলিলে। নাটখনৰ প্ৰথম অংকৰ পৰা চতুৰ্থ অংকলৈ অতি সুন্দৰভাৱে চলিল। পঞ্চম অংকৰ শেষ দৃশ্য আৰম্ভ হ'ল। অৰ্জুন আৰু ভীষ্মৰ দ্বৈত যুদ্ধ চলিছে। ধনু-কাড়ৰ খট্খটনি, আস্ফালনৰ কাণফাটি যোৱা শব্দ, শনিয়া-মনিয়াৰ বিউগিল আৰু ঢোলৰ চেওত মঞ্চ, তেনেই গৰম। পিতামহ ভীষ্মৰ সকলো অস্ত্ৰৰ প্ৰহাৰ তৃতীয় পাণ্ডৱ অৰ্জুনে ব্যৰ্থ কৰি দিছে। ভীষণ যুদ্ধ চলিছে,— শনিয়া-মনিয়াৰ বাদ্য-সংগীতে মঞ্চ উতলা কৰিছে। দৰ্শকে চকুৰ চিপ্ নমৰাকৈ বৃহৎ যুদ্ধ উপভোগ কৰিছে। হঠাতে দেখা গ'ল ভীষ্মৰ ধনুৰ্বাণ অৰ্জুনে কাটি দিয়াৰ লগে লগে ভীষ্মই লাজ-অপমানে ক্ষুধিত বাঘৰ দৰে লম্ফ-জম্ফ কৰি অৰ্জুনলৈ চোঁচা ললে। দুৰ্বিপাকত ভীষ্মৰ দাড়িকোছা মাটিত খহি পৰিল। জঠৰ বুঢ়াজন যে এটি চেঙেলীয়া ল'ৰাহে, আচল ৰূপটো ওলাই পৰিল। দৰ্শকৰ হাঁহি খিকিন্দালিত সভাস্থলত তেনেই গোলমালৰ আৰম্ভ হ'ল। খং-ৰাগে তুম্‌ৰলি হোৱা ভীষ্মই নাটকত নথকা সংলাপ আৰম্ভ কৰিলে। —"কি দাড়ি, আজি মোৰ শংকত কালত তয়ো মোক অপমান কৰিলি ; এই তোক পুনৰ তুলি ল'লো।" এই কেইষাৰ বাক্যবানেৰে দাড়ি কোছা বন্ধা তাৰডাল ভালকৈ কাণত খুৱাই লৈ পুনৰ বৃদ্ধ পিতামহ ভীষ্ম সাজিলে। দৰ্শকৰ মাজত হাই-উৰুমি চূড়ান্তভাৱে বাঢ়ি গ'ল আৰু লাহে লাহে দৰ্শক ভাগি গৈ অইন এখন মঞ্চৰ চাৰিওপিনে ঠিয় হ'লগৈ। পাৰত আহি নাও বুৰি যোৱা দেখি মেনেজাৰ খঙতে অগ্নিশৰ্মা হৈ পৰিল আৰু মঞ্চৰ ওপৰত মুখ বিকটাই থকা ভীষ্মদেৱক উধাই-মুধাই নিলাজ গালি পাৰিবলৈ ধৰিলে। মঞ্চশিল্পী কেইজনে মঞ্চ ত্যাগ কৰি লাজে-অপমানে গ্ৰীণ ৰুমত সোমাই পৰিল। ইফালে শনিয়া-মনিয়া আৰু বাকী বাদ্যযন্ত্ৰৰ শিল্পী কেইজনে সুললিত সুৰত 'কনচাৰ্ট' আৰম্ভ কৰি দিলে। চাৰিওপিনে দৰ্শকে সিহঁতক ঘেৰি বাদ্যযন্ত্ৰৰ মুৰ্চ্ছনা উপভোগ কৰাত লাগিল। সৰ্থেবাৰী সভাৰ কাৰ্যপালিকাই শনিয়া আৰু মনিয়াৰ বাদ্যযন্ত্ৰৰ সমলয়ত অতি সন্তুষ্ট হৈ সভাৰ ফালৰ পৰা তেওঁলোক দুজনক বিশেষ সন্মানেৰে পুৰস্কৃত কৰিলে। সভা যথাসময়ত ভাগিল আমিও গুচি আহিলো।

আন এটি বছৰত মাঘ মাহৰ পূৰ্ণিমাত সভা চাবলৈ গলো। আগৰ দৰে ৰাতি, কেবাখনো মঞ্চত নাট্যাভিনয় আৰম্ভ হৈছে। এখনত চলিছে "শূৰ্পনখাৰ কৰ্ণ-নাসিকা ছেদন"। আমি সুবিধা মতে ঠাই উলিয়াই শূৰ্পনখা চাবৰ হেপাহত বহি পৰিলো। যাত্ৰা আৰম্ভ হ'ল। সেই সময়ত পুৰুষেই স্ত্ৰী চৰিত্ৰ ৰূপায়ণ কৰিছিল। শূৰ্পনখাৰ চৰিত্ৰ অংকণ কৰিছিল এজন ডেকা ল'ৰাই। নাম-ভূমিকাত অভিনয় কৰাৰ যোগ্যতা তেওঁৰ আছিল। পুৰুষ হ'লেও মহিলাৰ দৰে ককাল ভাঙি, গাটো ভাজ লগাই একেবাৰে হুবহু শূৰ্পনখা সাজিছিল। যাত্ৰাভিনয়ৰ দিনাখন ৰাতিপুৱাৰে পৰা শূৰ্পনখাৰ চৰিত্ৰ অভিনয় কৰা ডেকাজনৰ পেট চলিছিল। সৰ্থেবাৰীলৈ আহি ভোকৰ কোৱত চাহ দোকান এখনত বহি আৰাম কৰি এগিলাচ গৰম চাহ আৰু বুণ্ডিয়াৰ লাৰু দুটা ভক্ষণ কৰিলে। তেওঁৰ সেয়েই কাল হ'ল। যাত্ৰাভিনয় আৰম্ভ হ'ল। এটি দৃশ্যত লক্ষণে সতী শূৰ্পনখাৰ নাক-কাণ কাটি পেলালে। দৃশ্যটো বৰ উপভোগ্য হ'ল। লক্ষণ আৰু শূৰ্পনখাই সুন্দৰ অভিনয় কৰি দৰ্শকক আমোদ যোগালে। ইয়াৰ পাচৰ দৃশ্য আৰম্ভ হ'ল স্বৰ্ণলংকাৰ ৰাজসিংহাসনত উপবিষ্ট ৰাক্ষস ৰাৱণে সুদৃঢ় কণ্ঠস্বৰেৰে দেৱতাসকলক তিৰস্কাৰ কৰিলে। বন্দী দেৱতাসকলে প্ৰস্থান কৰিলে। নাটখনৰ মতে নাক-কাণ কটা শূৰ্পনখাই লংকেশ্বৰ ৰাৱণক ৰাম-লক্ষণৰ বিৰুদ্ধে গোচৰ দিয়া দৃশ্য। ৰাৱণে ভনীয়েক শূৰ্পনখাৰ প্ৰৱেশৰ কাৰণে অপেক্ষা কৰি আছে। ইপিনে শূৰ্পনখা নাই। লাডুৱে পেটৰ গ্ৰহণী বেমাৰক তীব্ৰভাৱে জগাই তুলিছে। কথাতে কয় বোলে- -"হাগাই চাৰ নে বাঘাই চাৰ?" মঞ্চত ৰাৱণে শূৰ্পনখাৰ কাৰণে বৈ বৈ খঙত জ্বলি উঠিছে, এইপিনে শূৰ্পনখাৰূপী ডেকা ল'ৰাই পেটৰ তাড়নাত ৰক্ষা নেপাই দৌৰ মাৰি চাহ দোকান এখনৰ পাচফালে অন্ধকাৰত পেট খালাচ কৰিবলৈ বহিল। কোনোমতে কামফেৰা সমাধা কৰি পানীৰ কাৰণে এইপিনে সেইপিনে লক্ষ্য কৰি দেখিলে চাহ দোকানৰ কাঠৰ মেজ এখনৰ ওপৰত এটা পিতলৰ ঘটিত এঘটি পানী আছে। হাতৰ সাৰে, ভৰিৰ সাৰে, মনে মনে ঘটিতো উঠাই লৈ চাহদোকানৰ পাচফাললৈ লৰ দিলে। হঠাতে দোকানৰ মহাজনে দেখিলে এজন চোৰে ঘটিতো উঠাই লৈ গ'ল। তেওঁ আৰু দুজনমানে চোৰৰূপী শূৰ্পনখাক খেদি গ'ল। কথা বিষম দেখি শূৰ্পনখাই প্ৰাণৰ ভয়ত দৌৰ মাৰিলে আৰু দোকানীসহ মানুহ কেইজনে "চোৰ" "চোৰ" বুলি খেদি গ'ল। কিছুদূৰ খেদি নিয়াৰ পাচত শূৰ্পনখাৰূপী ডেকা ল'ৰাটো এটি গাতত পৰি গ'ল। এই সুবিধাতে মানুহ কেইজনে এন্ধাৰতে তাক ধৰি পেলালে। শূৰ্পনখাই পিন্ধি লোৱা নকল চুলিটাৰ দৌৰতে ক'ৰবাত পৰি গৈছিল। মানুহ কেইজনে শূৰ্পনখাক ওচৰতে থকা পুলিচ থানাত হাজিৰ কৰালে। লেমৰ পোহৰত দেখা গ'ল সেইজন নাক-কাণত ৰঙা চিয়াহীৰ দাগ লগা আৰু মুখখন ৰং ঘহি লোৱা যাত্ৰাভিনয়ৰ অভিনেতা। সকলোৱে হাঁহি উঠিল। দাৰোগাই শূৰ্পনখাক সুধিলে।

"দাৰোগা— যাত্ৰা গান কৰিব আহি ঘটি চোৰ কৰিলি কেলেই?

শূৰ্পনখা— হুজুৰ ঘটি চোৰ কৰা নাই। মোৰ পেটতো ভাল নহয়। পেট চলা কাৰণে দোকানৰ পাচফালে 'গুঙৰ পানী চোৱা' কৰ্মটো শেষ কৰি, পানী থকা পিতলৰ ঘটিতো উঠাই লৈছিলো সেইফেৰা চাফ্ কৰিবলৈ। (হাতৰ ঘটিতো দাৰোগাক দেখুৱাই দিলে)।

দাৰোগা— চাফ্ কৰা কামটো সমাধা হ'লনে?

শূৰ্পনখা— হুজুৰ হ'ব কেনেকৈ? মোক খেদি ইয়ালৈ আনিলে। ঘটিৰ পানীও দৌৰৰ কোৱত পৰি শেষ হ'ল।"

দাৰোগাই শূৰ্পনখাক খালাচ দিলে। সেইপিনে শূৰ্পনখাৰ কাৰণে ৰখি ৰখি ৰাৱণ ভাগৰি পৰিল। গ্ৰীণ ৰুমত থকা ভাৱৰীয়া কেইজনে, মেনেজাৰ আৰু প্ৰপাইটাৰ জনে বিচাৰি নেপালে শূৰ্পনখাক। স্মাৰ্কজনে উপায় নেপাই ৰাৱণক দূতক মাতিবলৈ ক'লে কিন্তু দূতো নাই। ওচৰতে থকা ল'ৰাজনে সকলো কথাৰ সম্ভেদ পাই আছিল। সেই ল'ৰাজনে দূত সাজি 'মহাৰাজ মহাৰাজ' বুলি মঞ্চত উঠিল আৰু অভিনয় কৰাৰ সুৰতে ক'লে—

"লংকেশ্বৰ! শূৰ্পনখা বাইদেৱে বৰপানী চুবলৈ গৈছে— পেটৰ অসুখ, কোনো উপায় নাই। অলপ সময় বিৰতি দিয়ক— তেওঁ কামফেৰা কৰি উলটি আহিব।" দৰ্শকসকলে কথাৰ আত বুজি পাই গিৰ্জনি মাৰি হাঁহিলে।●

*. কল্পনা আৰু বাস্তৱৰ সহায়ত লেখকে ইয়াত সৰ্থেবাৰীৰ সভাৰ পটভূমিত এটি লঘু পৰিস্থিতি দাঙি ধৰিছে। সভাখনৰ একপ্ৰকাৰৰ বৈশিষ্ট্য প্ৰকাশ কৰিছে বুলিয়েই ইয়াক ইয়াত প্ৰকাশ কৰা হ'ল। — সম্পাদক।

# মধ্য কামৰূপ অঞ্চলৰ যোজনা পটন্তৰ

অশ্বিনী বেজবৰুৱা

ফকৰা যোজনা আৰু পটন্তৰ (তিনিওটাই প্ৰায় সমাৰ্থক) সমূহ অসমীয়া গ্ৰাম্য সমাজৰ দৈনন্দিন জীৱনৰ মানিকী মাধুৰী । অভিজ্ঞতাৰ কষটি শিলত ঘঁহি উদ্ভাৱন কৰা এই যোজনা পটন্তৰ সমূহে জন সাধাৰণক নীতি জ্ঞান দিয়াৰ লগতে ব্যৱহাৰিক জীৱনৰ বিভিন্ন দিশত আলোকপাত কৰি আহিছে। চহা মনৰ সৃষ্টি এই যোজনা পটন্তৰ সমূহ বুদ্ধি, চাতুৰ্য্য আৰু লোক প্ৰজ্ঞাৰ সুসংহত প্ৰকাশ। অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত নিজৰ নিজৰ ভাষাত এনে অলেখ যোজনা পটন্তৰৰ প্ৰচলন আছে। মধ্য কামৰূপ অঞ্চলৰ কথিত ভাষা অঞ্চলভেদে ভিন্ ভিন্ হোৱাৰ বাবে এই অঞ্চলত প্ৰচলিত ফকৰা, যোজনা, পটন্তৰ সমূহত স্থানীয় কথনভঙ্গীৰ চাপ পৰাটো স্বাভাৱিক। তলত এই অঞ্চলত বহুলভাৱে প্ৰচলিত যোজনা পটন্তৰৰ বিষয়ে আলোচনা কৰাৰ লগতে সম্ভৱ ক্ষেত্ৰত বন্ধনীৰ ভিতৰত ইংৰাজী যোজনাও সন্নিবিষ্ট কৰা হ'ল।

১। বুজাক বুজাবা আকাৰে প্ৰকাৰে/ইঙ্গিতে
নুবুজাক বুজাবা ঢাবা চাপাৰে। (ঢকা চাপৰ)

(Those who are not ruled by the rudder must be ruled by the rock.)

— ভালদৰে ক'লে কথা নুশুনা লোকক শাস্তি দিহে কথা শুনাব পাৰি।

২। অভাগা য'কে যায়,
হুলে বিন্ধে বল্লে খায়।

— মানুহৰ যেতিয়া কুদিন আহে তেতিয়া তেওঁ য'লৈকে যায় তাতেই বিপদৰ সন্মুখীন হয়।

৩। আই সীতা পাতালোক যাবো
কাক নিবো কাক থ'বো।

— ৰামে সীতাক ত্যাগ কৰাৰ পিছত আই বসুমতীয়ে সীতাক পাতাললৈ যোৱাৰ বাট উলিয়াই দিয়ে। সীতাই সকলোকে ভাল পাইছিল যদিও কাকো লগত লৈ যাব নোৱাৰিলে। ইয়াৰ অৰ্থ হ'ল নিজৰ কাম নিজেই সমাধা কৰিব লাগে।

৪। আই গেছিল হাটত,
খোজ দেইখ্‌লাক বাটত;
আই ঐ, বাপা ঐ
হাথীটু ইমান ডাঙাৰ।

(Never tell in the parlour what you have heard in the kitchen)

— কিছুমান মানুহে কৰবাত কিবা এটা শুনিলে তিলটোকে তালটো কৰি কৈ ফুৰে। এই প্ৰসঙ্গতে এই যোজনাটো মতা হয়।

৫। আখেৰ তপাত/তপত তিৰীৰ শপাথ/শপথ
চিৰি লুইতৰ বালি
এই তিনিত যি সজাঁত যায়
দিনতে দুই চখু খালি।

— আখৈৰ তপত বেছি সময় নাথাকে, ব্ৰহ্মপুত্ৰৰ বালি যি কোনো সময়তে নদীৰ সোঁতে খহাই নিব পাৰে; সেইদৰে তিৰোতাই সামান্য কথাতেই শপথ খাব পাৰে। গতিকে এই বোৰ নিৰ্ভৰযোগ্য নহয়।

৬। আগে আছ্‌লু দুৱেনী মুৱেনী
শুৱালে বুইল্‌ছিল আই
ইতা হলু ল্যাজ গোবেৰী
পালত নাপাউ ঠাই ।

(We think our fathers fool
As wise we to grow
Our wiser sons will think us so.)

**টকা কড়ি থাকিলে সমাজৰ আগৰ আসন পায়, গাভৰুকালত ছোৱালীক বা ন-বোৱাৰীক মৰমেৰে বুৰাই ৰাখে কিন্তু ইয়াৰ অন্যথাই গুৰুত্ব হেৰুৱায়।**

৭। আছে গৰু, নবই/নাবই হাল
থাকাত্‌কে নাথ্‌কাই ভাল।

— শক্তি সামৰ্থ থাকিয়ো যদি কামত নলগায়, তেনেহলে থকা নথকাৰ কোনো পাৰ্থক্য নাই।

৮। কাৰো হবৈ লাখ টাকাৰ জিউ
কাৰো হবৈ ভাতত দিয়া ঔ।

(When the aso dreams it is of thistles).

— কোনো কোনোৱে মূল্যবান সম্পদ হেৰুৱালেও মনে মনে থাকে, আন কোনোবাই আকৌ সামান্য কিবা এটা হেৰুৱালেই হুলস্থূল লগাই দিয়ে।





৮। আহাক নাহাক বৰ,
সিয়াতা/সৈতা ফালি মৰ।

— অনিশ্চিত বস্তুৰ বাবে আশা পালি থকা।

৯। আঁহ লুকাবি বাঁহ লুকাবি,
গালৰ সপ্‌ৰা সপ্‌ৰি (সোপোৰা) ক'ত লুকাবি।

(To hide one's light under a bushel)

— সত্যক ঢাকি ৰাখিব নোৱাৰি। এদিন হলেও সি প্ৰকাশ পাবই।

১০। ই ডালে ছয় মাহ, সি ডালে ছয় মাহ
মই বান্দৰা জীম কেইমাহ।

(The mare dies when the grass grows)

— অৱলম্বন নোহোৱা লোকে ইঘৰে সিঘৰে খাই কোনোমতে জীয়াই থকা।

১১। চুৰে নেৰে চুৰ বিত্তি (বৃত্তি) কুক্‌ৰে নেৰে ছাঁই,
যাৰ যি স্বভাৱ সি মইল্লি/মল্লি লগোত যায়।

(If an ass goes a travelling, it will not return a horse, old habits die hard)

— পূৰণি স্বভাৱ ত্যাগ কৰা টান।

১২। আক্ ৰবাই /বাৰাই ধান খায়,
আক্ ৰবাই/বাৰাই হান খায়।
ভুৰুত কৰে গোপীনাথ
কল খালাক্ জগন্নাথ।

(one doth the blame, another bears the shame)

— দোষ কৰে কোনোবাই, শাস্তি ভোগ কৰে আন কোনোবাই।

১৩। এনাই ইন্দুৰ গাতাক নাযে
তাতে ল্যাজত ভাঙা কুলা বান্ধে।

(Make not thy tail broader than thy wings)

— ডাঙিৰ পৰাতকৈ বেছি ওজন।

১৪। এনায়ো সৰু তেনায়ো সৰু
বাপুৰ চূণ খায়ে মৰু।

(A drowning man catches at a straw)

— বিপদ যেতিয়া এৰাব নোৱাৰি, সাহসেৰে বিপদৰ সন্মুখীন হোৱাই ভাল।

১৫। হাপাই আইন্‌লাক তিৰী,
বন্দা হ'ল উপাট্রে (ওপৰতে) গিৰী।

(one beats the bush another has the hare)

— আৰ্জে কোনোবাই, ভোগ কৰে আন কোনোবাই।

১৬। কমাৰৰ দিম দিম, বনিয়াৰ কালি
মাউছেৰ বৌ বল্লি (ৰৱালী) হাতে হাতে পালি।

— কমাৰ, বনিয়া বা মাছুৱৈ এওঁলোকে কথা দি কথা নাৰাখে। তথাপি গ্ৰাহকক সন্তুষ্ট ৰখাৰ বাবে মিছা প্ৰতিশ্ৰুতি দিয়ে।

১৭। কইব্‌বা/কব্‌বা নবাৰ বৰ কথা
খাবা নবাৰ বৰ হাঠা।

(An idle tongue is never idle)

— কাম কৰিব নোৱাৰা লোকে কথাৰে সাতহাল বায়।

১৮। কাচ্চিৎ কাচ্চিৎ ব্যাভিচাৰী
ছাগীৰ মুখে যথা দাড়ি ।

— মাইকী হলেও ছাগলীৰ মুখত ডাঢ়ি থকাৰ দৰে সকলো নিয়মৰে ব্যাতিক্ৰম আছে।

১৯। কাৰ ঘৰৰ মাণিক কুনি খেদে পানীক
হাত বাউল দি মাতি আন চুমা খাউ খানিক।

(Kissing goes by favour)

— চাফ্ চিকুণ আৰু ধুনীয়া হলে অচিনাকি ল'ৰা ছোৱালীকো মানুহে মৰম কৰে।

২০। কুকুৰ বুৰা হলি ফাফাৰে ধৰে,
মানুহ বুৰা হলি পৰকিতি লৰে।

(Old men are thrice children)

২১। কুক্‌ৰোক নেইদ্‌বি লাই
চতল/চতাল এৰি মইজাক যায়।

(Give him an inch, he will take an ell.)

— অযোগ্যক লাই দিলে নিজৰেই অনিষ্ট হয়।

২২। কুহৰ আগে মদ খাই
পেটো নভৰে জাতিয়ো যায়।

— সামান্য বস্তুৰ বাবে খোৱা কামোৰা কৰি লাভ নাই, মিছায়ে মানুহৰ সৈতে শতৰু শলা হয়।

২৩। মৰে বামুণ কাটে খৰি,.
তেওঁ নেৰে দইখ্‌নাৰ কড়ি।

– লুভীয়া মানুহে মৰণৰ আগ মুহূৰ্ত্ততো লোভ সামৰিব নোৱাৰে।

২৪। মেকুৰী মৰে মুৰব বিহত
ইন্দুৰে বুলে মোকে চুপে।
(A guilty mind is always suspicious.)
– দোষী জনে ধৰা পৰাৰ ভয়ত সন্দেহ নকৰাজনৰ পৰাও ভয় পায়।

২৫। ৰাজাৰ দণ্ডিত কাটা যায়/যাএ
তিৰীৰ দণ্ডিত পন্টা/পান্টা খায়/খাএ।
– ঘৈণীয়েকক সন্তুষ্ট ৰখাৰ বাবে মানুহে বহু নকৰিবলগীয়া কামো কৰে।

২৬। চিকন তেমা ময়ৰাৰ পাখী
ভেনাৎ ভেনাৎ কৰে মাখি।
(How can he be godly if he is not cleanly).
– বাহিৰে ৰঙ চঙ, ভিতৰে কোৰা ভাতুৰি।
– বাহিৰত মিঠা মাত মাতে, কিন্তু অন্তৰখন বেয়া।

২৭। টুপনি নাজনে বৰি বাকৰা
ভখে নাজনে পন্টা জকৰা।
– বেছি ভোক লাগিলে মানুহে আঞ্জাৰ ভাল বেয়াৰ বিচাৰ নকৰে।

২৮। ছাএ, ছাগাল ছাই
বইহ্ৰাণ দিলি নাই।
– বৰষুণ দিলে ছাগলী পথাৰত নাথাকে, ছাঁইৰ অস্তিত্ব নাথাকে আৰু ছাঁ নপৰে।

২৯। ডুমোৰ লগোত মাৰু চিতল,
মইৰাৰ লগোত খুন্দু পিতল;
বামনোৰ লগত মেলু বিধি,
চুৰৰ লগত খান্দু সিন্ধি।
(Jack of all trades, master of none.)
– সকলো কাম অলপ অলপ জনা লোকে একো কামেই ভালদৰে নাজানে।

৩০। ধইৰবা/ধৰবা লাগে গাইঁৰ বাটত
ধৰে হাইলাৰ/হাউলাৰ বাটত।
– উপযুক্ত জনৰ ওচৰ নাচাপি অনুপযুক্ত জনক খাটিৰ কৰা।

৩১। নাই ভূমি চর্তুসীমা
হাউলা/হাইলা গৰুই পাৰে ডিমা।
(He who has no head needs no hat.)
– জ্ঞান বা দখল নথকা বিষয়ত মাতিবলৈ যোৱাটো অনুচিত।।

৩২। ধূই পথলি কলাত লৰে তেওঁ বুলে তাই
মাৰি ধৰি বাটত থৰে, তেওঁ বুলি আই।
(Blood is thicker than water).
– উপকাৰ কৰক বা নকৰক আপোনজন আপোনেই।

৩৩। নাই নাই চাউল পাত,
ৰান্ধি ফেলো সুধা ভাত।
– সামৰ্থ নহলেও কামলৈ মন মেলা।

৩৪। নাকান্দ ছৰ্বাল ৰবি,
বাইপেৰে গেছি কলৰুবা
ঠোক পইল্লি খাবি।
বা
হবো ছলি বুইলৰ বাপ
তেহে গুইছপো মনোটাপ।
– অনিশ্চিত ভৱিষ্যতৰ বাবে আশা পালি থকা।

৩৫। পোহ নহৰ ভাগিন পোহ
মাটি নহৰ বাক্ৰাত চাহ।
– জঞ্জাল নাথাকিলেও জঞ্জাল চপাই লোৱা, নিজে দায়িত্ব চপাই লোৱা।

৩৬। বইহৰা জাইনলি/জানলি মাটিয়ে পীৰা
খাবা জাইনলি/জানলি চাউলে চিৰা।
(He who masters himself, mesters the world.)
– জ্ঞানীলোকে পোৱা সুযোগৰ সদ্ব্যৱহাৰ কৰে ।

৩৭। বাপ কালোত নাই গাই
চাল্‌ডি লৈ দুবা যায়।
(Beggars on horse back run their horse to death.
– শক্তি সামৰ্থ নাথাকিলেও কামলৈ আগবাঢ়ি যোৱা।





৩৮। মই হও যদি বাপৰ বেটী
চতল/চতাল কৰিম চাটিৰ (চাকীৰ) গতি।
– মাটিৰ চাকিৰ মাজৰ অংশ খাল। বাৰে বাৰে সাৰা মোচা কৰাৰ ফলত চোতালৰ মাজ অংশ খাল হৈ যায়। ভাল বোৱাৰীয়ে ঘৰ চোতাল পৰিষ্কাৰ কৰি ৰাখে।

৩৯। যতে দেখে গাজি কল,
তাতে উঠে নামৰ বল।
– স্বাৰ্থপূৰণৰ আশা দেখিলে মানুহ কামলৈ আগবাঢ়ি আহে।

৪০। যাৰ ঘৰত পাত পাৰা তাক নুবুইলবা/নুবুলবা ওধা
যাৰ পাঁৰত সিয়াঁ (সেৱা) কৰা তাক নুবুইলবা/নুবুলবা গোধা।
– যাৰ ওপৰত তুমি নিৰ্ভৰশীল তাৰ বিৰুদ্ধাচৰণ নকৰিবা।

৪১। যাৰ যহোত শাখা সিন্দুৰ
তাকে কৰাহ ভক্ৰা ইন্দুৰ।
– উপকাৰীক নিন্দা কৰা অনুচিত।

৪২। নিয়েমীৰ নিয়াম/নিয়ম পালে পালে আকাদেহী
চপৰাতি/চপাৰাতি মাছ পুৰা খাই বান্নি তাৰত বহি।
– লোকক দেখুৱাই নিয়ম পালন কৰে যদিও সুবিধা পালেই নিয়ম ভঙ্গ কৰে।

৪৩। সিত্তে/যেইতা আছে ভতাৰ/ভাতাৰ
তিত্তে/তেইতা লৰে যতাঁৰ/যতৰ।
– শক্তিশালী লোককহে খাটিৰ কৰা।

৪৪। লাগে তামুল নাল্‌গে,
নালগে তামুল লাগে।
– ইডাল তামোল গছৰ পাত আন ডালত লাগি থাকিলে ফল ভাল নহয়, তামোল গছৰ দূৰত্ব বেছি হ'লে ফল ভাল হয়। তেনেদৰে আত্মীয় স্বজনৰ সৈতে মিলেৰে থাকিবলৈ হ'লে বৰ বেছি হ'লি গ'লি কৰিব নালাগে।

৪৫। লাজুৰা বামুণ কান্দুৰা চোৰ
দুয়োবো কাজৰ পৰে ওৰ।
– নিজৰ বৃত্তিৰ নিয়ম নমনা লোক তিষ্ঠি থাকিব নোৱাৰে।

৪৬। সাক্ ৰাইন্ধবাৰ/ৰান্ধবাৰ নাই খুম
ভোজ ৰাইন্ধবাৰ/ৰান্ধবাৰ হুদুম দুম।
– সাধাৰণ কাম কৰিব নোৱাৰা লোকে ডাঙৰ কাম কৰিবলৈ আগবাঢ়ি যোৱা।

৪৭। সন্তৰ লগোত ফুইৰ্‌বা/ফুৰবা খাবা গুৱা পান
দুষ্টৰ লগোত ফুইৰ্‌বা/ফুৰবা কাটা যাবো কাণ।
– সৎ সঙ্গে স্বৰ্গে বাস, অসৎ সঙ্গে সৰ্বনাশ।
অসৎ সঙ্গত থাকিলে বিপদৰ সমুখীন হব লাগে।

৪৮। সাতো ভাইৰ মুৰ পকা,
কাকো কুইনো নুবলে কাকা।
– পৰিয়াল বা সমাজৰ ইজনে আনজনক নামানিলে, প্ৰত্যেকেই নিজকে ডাঙৰ বুলি ভাবিলে পৰিয়াল বা সমাজৰ উন্নতি নহয়।

৪৯। সপান/সপোন দেইখলি/দেখলি বুৰায়ো মুতে
ধাৰত পইল্লি/পল্লি শিলো উটে।
– সকলো বিষয়ৰে ব্যতিক্ৰম আছে।

৫০। সিয়ান তিৰিৰ গিয়ান বুদ্ধি
ভতৰক/ভতৰোক লৰে সুধি।
– বুদ্ধিমান লোকে আনক সুধি পুছি হলেও জ্ঞান অৰ্জন কৰে।

৫১। অতিথিৰ কি বিধান টপা গনা।
(What right has a wheel wright to write upon the rites of a church.)
– অতিথিয়ে গৃহস্থৰ উপাৰ্জনৰ বিষয়ে জানি লাভ নাই।

৫২। আহই পহই সমান।
– আহধানৰ খেতি আৰু বনৰ পহুৰ কোনো নিশ্চয়তা নাই।

৫৩। ইন্দুৰোৰ সিন্দুৰ গুলামৰ ভাজামাছ।
(Beggars must not be choosers.)

৫৫। উবৰি হৈ পইল্লি/পল্লি ৰাঙালেও নাকাটে।
(A fault confessed is half redressed.)
– আত্ম সমৰ্পণ কৰিলে অচিনাকি জনেও ক্ষমা কৰে।

৫৪। বেজৰ নাকত খৰে খাৰ।
– বেজে আনৰ চিকিৎসা কৰে, কিন্তু তেওঁৰ নিজৰেই নাকত খৰ হৈছে। অৰ্থাৎ নিজেই সমালোচনাৰ উৰ্দ্ধত নহয় কিন্তু আনক সমালোচনাা কৰা।

৫৫। ওঠত ঘাঁ, ভাইশছৰ ওজা।
– ভোগ কৰিব নোৱাৰিলে ভাল বস্তু থকাই নথকাই একে কথা।

৫৬। চপা/চপা বাতি খেন দি দাম্‌ৰি হ'ল এটা।
– বহু আড়ম্বৰ কৰি সামান্য কিবা এটা কৰা।

৫৭। কাউৰৰ বাহ্যত কুলিৰ ডিমা।

৫৮। কাইট্‌বাৰ ছাগাল কি শনি কি মঙাল।

— কোনো কাম কৰাৰ সংকল্প লোৱাৰ পিছত শুভা শুভৰ বিচাৰ কৰা অনুচিত।

৫৯। কাউৰৰ বাহাত জুই লাগা।

— কোঢ়াল লগা।

৬০। কুকৰোৰ মুখত গৰুৰ হাড়া।

— লোভ দেখুৱাই মুখ বন্ধ কৰা।

৬১। য'তে খাই ত'তে হাগে।

— অকৃতজ্ঞ।

৬২। চিনা বামুণোৰ লগুণ নালগে।

(Old wine requires no trush.)

৬৩। গো বেইধাৰ গঙ্গা স্নান, গৰু মাৰি জোতা দান।

(To steal a pig and give away the pig for God's sake.)

— সদায় কুকৰ্ম কৰা লোকে কিবা ভাল কাম কৰিলেও সি লেখত নাহে

৬৪। চুৰে নিয়া গৰুৰ বাটে বাটে ঘাঁহ।

— আপৰাধীয়ে কৰবাত নহয় কৰবাত অপৰাধৰ প্ৰমাণ এৰে।

৬৫। দানৰ গৰুৰ দাঁত চাবা নালগে।

— আনে উপহাৰ দিয়া বস্তুৰ মূল্যৰ বিচাৰ কৰিব নালাগে।

৬৬। না'ৰ বল বৈঠা, ধানৰ বল কৈঠা।

৬৭। পৰৰ উপৰোত খাই, ভাইঠা পানীত যায়।

— আবামৰ জীৱন।

৬৮। পালি চাইহে ৰাগ, টাইন্বা/টানবা।

*(Cut your coat according to your Cloth).*

— পৰিস্থিতি সাপেক্ষে কথা কৰা।

৬৯। বাজীয়ে নুবুজে পুৰৈতীৰ মোল।

(Only the wearer knows where the shoe pinches and how acutely.)

৭০। বাটত পালু কমাৰ দাঁ গৰে দি আমাৰ।

— য'তে ত'তে সুবিধা লব বিচৰা।

৭১। বুৰী মৰিল ভালে হল, দুয়োখান কাথা মোৰে হ'ল।

(The weeping of an heir is laughter under the mask).

৭২। বুৰাৰ কথা নুশনা ডেকা, টানত পৰি কিয়া/কিয়ো কেকা।

— অভিজ্ঞজনৰ উপদেশ আওকাণ কৰি বিপদত পৰা।

৭৩। বেজ, বামুণ, কোৰা, এই তিনি পৰৰ খোৰা।

৭৪। খইহলাৰ কাণ কাটি বেচা কৰা।

৭৫। শগুণৰ শাপোত বুৰা হাইলা/হাউলা নমৰে।

৭৬। ভৰিৰ তলেদি বৌ যায় নিচলাক (মিছা মাছ) লেগি/লাগি বৰাহ (বৰশী) /বৰহ বায়।

(Pennywise pound foolish).

৭৭। তিৰীৰ চিত, কিৰপিনৰ বিত।

— তিৰোতাৰ মন আৰু কৃপণৰ ধন সহজ লভ্য নহয়।

৭৭। কাইম/কাএম দেখাহ, ফান্দ নেদ্‌খাহ। ●

> বাস্তৱ সভ্যতাত অসমদেশে বিৰাট নগৰ স্থাপন কৰি অথবা সু-উচ্চ প্ৰাসাদ, মন্দিৰ নিৰ্মাণ কৰি যশস্যা আৰ্জিব পৰা নাই সঁচা, কিন্তু গ্ৰাম্য সংস্কৃতিত ভাৰতৰ ভিতৰত অসমৰ গাওঁ নিৰ্মাণ আৰু গাওঁ সংগঠন প্ৰণালী, বনজ সম্পদৰ প্ৰসাৰ, তাঁত, এড়ি, পাট-মুগা আৰু অন্যান্য কুটীৰ শিল্পই বিশেষত্ব লভিছে।
>
> ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা





# প্ৰয়াত সভাপতি ডঃ লীলা গগৈক সুঁৱৰি

কুলৰঞ্জন ভূএঞা

১৯৯৪ চনৰ ১৪ জুলাই। ৰাতিপুৱা। ভাৰতীয় অধ্যয়ন চক্ৰৰ কাৰ্য্যালয় ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ আদৰণী সমিতিৰ কাৰ্য্যালয় হিচাবে উন্মোচন কৰে প্ৰয়াত সভাপতি ডঃ লীলা গগৈদেৱে। সৰ্থেবাৰীত উপস্থিত হোৱাৰ পাছত প্ৰথমে তেখেতে অসম সমবায় কঁহাৰ সংঘ দৰ্শন কৰে। ১১ বজাত ভঁৰাল ঘৰত পাঁচ-খেলৰ সভাত উপস্থিত থাকে। সভাত অধিৱেশনৰ উপলক্ষত তেখেতে বিভিন্ন পা-পৰামৰ্শ আগবঢ়ায়। উন্নয়ণমূলক কামৰ খাতিৰত মন্ত্ৰীসকলৰ ওচৰ চাপিব লগা হ'লে সাৱধানে খোজ দিবলৈ কয়, যাতে কোনো কথাত বান্ধ খাবলগীয়া নহয়। আবেলি কঁহাৰ সংঘৰ পৰা ছোৱালীৰ বিয়াৰ উদ্দেশ্যে কেইখনমান কাঁহৰ বানবাটি কিনে। কাঁহৰ পুৰণি যুগৰী সঁফুৰা (টেমা-বটা) কেইখনমান লৈ থোৱাৰ বাবে মোক দায়িত্ব দিয়ে। সিদিনা তেখেতৰ হাতত টকা কম আছিল। বাকীকৈ বা আমাৰ সহায়ত লোৱাৰ ইচ্ছা তেখেতে কৰা নাছিল। আবেলি ২ বজাত ডঃ গগৈদেৱৰ উপস্থিতিত সৰ্থেবাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত এখন ৰাজহুৱা সভা অনুষ্ঠিত হয়। সভাত আদৰণী সমিতিক উদ্দেশ্য কৰি কয় যে অধিৱেশনখন মেলা মুখী নহৈ জনমুখী কৰিব লাগিব। চৰকাৰৰ ওপৰত নিৰ্ভৰ নকৰি জনগণৰ ওচৰ চাপিব লাগিব। অধিৱেশনৰ স্থান নিৰ্ণয় কৰোতে প্ৰতিনিধিসকলৰ সুবিধাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। সভাৰ শেষত আমাৰ ইচ্ছাৰ প্ৰতি সহাৰি জনোৱাত সৰ্থেবাৰীখন দেখুৱাৰ লগতে আমি অধিৱেশনৰ সাম্ভাব্য স্থানবিলাক দেখুৱাৰ সুবিধা গ্ৰহণ কৰো।

গধূলী পাঁচ বাজিছে। আমি গাড়ীৰে প্ৰয়াত সভাপতি ডঃ গগৈদেৱক লৈ সৰ্থেবাৰীৰ পশ্চিমে অৱস্থিত আদৰ্শ উচ্চ ইংৰাজী বিদ্যালয়ৰ সন্মুখত গাড়ী ৰাখো। আটায়ে গাড়ীৰ পৰা নামিলো। লগত উপসভাপতি মাননীয় শ্ৰীযুত বিশ্ব বৰুৱা আৰু প্ৰধান সম্পাদক শ্ৰীযুত সতীশ চৌধুৰীও আছিল। পশ্চিম আকাশত বেলি প্ৰায় মাৰ যোৱা অৱস্থা, হেঙুলি কিৰণ পশ্চিম আকাশত জিলিকিছে। বিশাল দিগন্তৰ ফালে চাই গগৈদেৱে ক'ত কি আছে জানিবলৈ গুৰু গম্ভীৰ কণ্ঠেৰে প্ৰশ্ন কৰিছিল। আৰু আমি দূৰৰ পৰাই তেখেতক ৰাইজ মেল প্ৰসিদ্ধ, দক্ষিণে স্থিত "পানাগাওঁ টুপ", দক্ষিণ পশ্চিমৰ "কৃষ্ণগুৰ সেৱাশ্ৰম", নাতি দূৰত পশ্চিমৰ "সৰ্থেবাৰী থানা", উত্তৰৰ বহল খালি পৰি থকা বিৰাট পথাৰ, গাতে লাগি থকা কাঁহৰ উদ্যোগ কেন্দ্ৰ আৰু আদৰ্শ বিদ্যালয় দেখুৱাই দিও। তেখেতে এটা বাক্যই কোৱা মোৰ মনত পৰে ; "ভূএঞা অধিৱেশন ইয়ালৈ আনিম বুলি থানাখন আগ ধৰি অনা নাইতো ?" মই নীৰৱে আছিলো। তেখেতৰ আত্মাই যেন জানিছিল। সেই স্থানতে আজি অধিৱেশন সম্পূৰ্ণ হ'বলৈ ওলাইছে। সৰ্থেবাৰীৰ দুগৰাকী সু-সন্তান কোহিৰাম দাস আৰু হলীৰাম ডেকাৰ নামেৰে ইয়াক কোহিৰাম হলীৰাম ক্ষেত্ৰ ৰূপে নামকৰণ কৰা হৈছে।

মই বহুত কথা কম বুলি ভাবিছিলো— কিন্তু কোৱা নাছিলো। কিজানি তেখেতে জানিব লগীয়া নাছিলেই। এইখনেই হীড়াবৰী (পাকা ৰিজাৰ্ভ) য'ত সৰ্থেবাৰী ৰাইজৰ বহুতো স্মৃতি বিজড়িত হৈ আছে। ইয়াত হেনো হীৰা নামৰ গাওঁ এখন আছিল। ইয়াৰ উত্তৰ পশ্চিমে বামুণ পাকা, উত্তৰ-পূৱে গহে পাকা এই গাওঁৰ মানুহখিনি কালক্ৰমত ভূমিকম্প আৰু মেলেৰীয়া বেমাৰৰ উৎপাতত ভাগি গৈ টিহু অঞ্চলৰ উত্তৰ অংশত বসতি কৰেগৈ। মোৰ মানস পটতত ভাহি আছে ত্ৰিশ-চল্লিশ বছৰ আগলৈকে এই অঞ্চলটো জীৱ-জন্তু, চৰাই-চিৰিকতি আৰু মানুহৰ ৰম্যভূমি আছিল। নল-খাগৰি, বিৰিণা, খেৰ তাৰা আদি আৱশ্যকীয় খৰি-খেৰ সৰ্থেবাৰীকে ধৰি সকলো গাঁৱেই এই ৰিজাৰ্ভৰ পৰা আনিছিল। আনকি গাওঁৰ ল'ৰাবোৰে সৰস্বতীপূজাত, মাঘ বিহুত মিলিতভাৱে আৱশ্যকীয় নল-খাগৰি, খেৰ আদি কাটিছিল। আমি ল'ৰালি কালত নীল আকাশৰ মুকলি বতাহত ইয়াতেই গৰু চাৰিছিলো, যেনেকৈ শ্ৰীকৃষ্ণই বৃন্দাবনত গৰু চাৰিছিল। এই ঠাইতেই মাজে মাজে 'ৰঙা-পদুমৰ ঘুল' আদি দ ঠাইৰ পৰা উভৈনদী হৈ থকা মাছ ল'ৰাবোৰে লগ হৈ যোগাৰ কৰিছিল। কি যে আনন্দৰ আছিল এই বাল্য কালৰ ৰম্যভূমি। গগৈদেৱক কোৱাৰ হেপাহ আজিও থাকি গ'ল। কিন্তু এই ঠাইতেই আলিৰ দাতিত স্মৃতিয়ে নোপোৱা কালৰ পৰা মৃতকৰ দেহ ভস্মীভূত কৰা প্ৰথা চলি আছে। কিমানৰ যে ছাই হোৱা দেহ অৱশেষ, হাড়-মূৰৰ অন্তিম গুড়ি মাটিত মিহলি হৈ চিন-মোকাম নোহোৱা হৈ আছে তাৰ হিচাব নাই।

ডঃ লীলা গগৈদেৱে আজি আমাৰ মাজত নাই। এই ঠাইখনত ১৪ জুলাইৰ আবেলি পৰাটোৱে অন্তিম আছিল। আজি তেখেতক সোঁৱৰণ কৰিছো। আদৰণী সমিতিয়ে শ্ৰদ্ধা আৰু ভাল পোৱাৰ প্ৰতীক হিচাবে ডঃ লীলা গগৈৰ নামেৰে ৬১ তম সাহিত্য সভাৰ সৰ্থেবাৰী অধিৱেশনৰ প্ৰথম (মূল) তোৰণখন নামকৰণ কৰিছে।

ডঃ লীলা গগৈ আজি নাই। কিন্তু সৎ আদৰ্শ, সত্য আৰু সুন্দৰৰ প্ৰতি লক্ষ্য ৰাখি ৰচা সাহিত্যৰাজিয়ে তেখেতক অসমীয়া জাতিৰ মাজত চিৰদিন জীয়াই ৰাখিব। তেখেতৰ মৃদু আৰু গুৰু-গম্ভীৰ বচন আমাৰ কাণত সদায় বাজি থাকিব। ভোৰতালৰ শব্দই দি থাকিব আমাক গগৈদেৱৰ কথা। ●

# সৰ্থেবাৰীৰ বৈশিষ্ট্য ঃ এক অসম্পূৰ্ণ অধ্যয়ন

প্ৰফুল্ল তামুলী

অসমৰ সাহিত্য-সংস্কৃতিৰ বুৰঞ্জীত সৃৰুকৈ হলেও সৰ্থেবাৰীৰ নাম এটি আছে। সাহিত্য সভাৰ অধিৱেশনক কেন্দ্ৰ কৰি সৰ্থেবাৰীৰ বিষয়ে চিন্তা-চৰ্চাৰ পৰিসৰ বৃদ্ধি হৈছে। সৰ্থেবাৰীক জানিবলৈ আৰু জনাবলৈ সৰ্থেবৰীয়া লোকৰো আগ্ৰহ বাঢ়িছে। এনে আগ্ৰহেই জন্ম দিয়ে অধ্যয়নৰ। এনে অধ্যয়ন অৱশ্যে স্বয়ংসম্পূৰ্ণ হোৱাৰ সম্ভাৱনা কম। অধ্যয়নবোৰৰ জৰিয়তে সৰ্থেবাৰীখনৰ সকলো কথা উদঘাটন নহ'বও পাৰে। এনে এটি ভাবৰ বশৱৰ্তী হৈ সৰ্থেবাৰীখনৰ দুটামান বৈশিষ্ট্যৰ কথা থোৱতে দাঙি ধৰিবলৈ পৰিকল্পনা কৰা হৈছে। নকলেও হ'ব আমাৰ অধ্যয়ন অতি সংক্ষিপ্ত আৰু অসম্পূৰ্ণ। তাৰে মাজত অতিকথন বা চৰ্বিত চৰ্বণৰ অনুপ্ৰৱেশ ঘটিলে আমি ক্ষমাপ্ৰাৰ্থী।

**গাঁওৰ সমাজ ঃ**

নগৰ পালিকা আৰু কণ্ট্ৰোলৰ চাউল-চেনি আদিৰ কথা বাদ দিলে সৰ্থেবাৰী এখন গাঁও। জীৱন ইয়াৰ গাঁওমুখী। নগৰৰ সম্ভ্ৰান্ত চৰিত্ৰৰ স্মৃতিচিহ্ন অস্পষ্ট— ধুৱলী-কুৱলী। চুপা-খেল (পাঁচখেল) গএগ্ৰা গয়ৰহ আদিক বুকুত সাৱতি সৰ্থেবাৰীয়ে সমাজৰ বৰসবাহ পাতে। সৰ্থেবাৰীত সমাজ কেবাখনো। চুপাৰ সমাজ-খেলৰ সমাজ আৰু সৰ্বশেষত পাঁচখেলৰ সমাজ। (একমাত্ৰ ব্যতিক্ৰম তামুলীথেৰ চুপা বা খেলৰ সমাজ)। এনে বৈশিষ্ট্যই আমাক আধুনিক Fedaral পদ্ধতিৰ ৰাষ্ট্ৰৰ কথা সোঁৱৰাই দিয়ে। একোটা খেলৰ বাবে নিৰ্দিষ্ট কৰি ৰখা পাঁচজন বিশিষ্ট পদবীধাৰী সৰ্থেবাৰী সমাজৰ শীৰ্ষ ব্যক্তি। তেওঁলোকক আজিকালি পঞ্চপ্ৰধান নামেৰেও জনা যায়। 'পাঁচখেল গএগ্ৰা গয়ৰহ'ৰ হকে পঞ্চপ্ৰধানে ধৰ্ম, ঐতিহ্য আৰু সামাজিক ঐক্য ৰক্ষাৰ হকে কৰ্ম কৰে। ইয়াৰোপৰি প্ৰতি খেলৰ পৰা প্ৰতিনিধি নিৰ্বাচন কৰি গঠন কৰা সৰ্থেবাৰী পাঁচখেল উন্নয়ন সমিতিয়ে উন্নয়নমূলক কাম-কাজৰ তদাৰক কৰে।

**'মেল ঃ**

মেল প্ৰথাৰ চলন্তি সৰ্থেবাৰীত বহুদিনীয়া। বাদ-বিবাদৰ মীমাংসাৰ বাবে অনুষ্ঠিত হয় মেল। মেলত সাধাৰণতে অংশ লয় বুঢ়া-মেথাসকলে। মেল চলোৱাত পাকৈত সকল মেলকী। মেলকী অথবা প[illegible]ধানৰ অনুপস্থিতিত মেল অচল। বাদীয়ে মেল পাতে। তেওঁ সকলোকে নিমন্ত্ৰণ কৰে। বিবাদীকো মতা নিয়ম। মেল বাদীৰ ঘৰত বা গহেৰ ঘৰত বহিব পাৰে। মেলৰ আৰম্ভণিতে দুয়ো পক্ষই মেল মানিম বুলি সমাজৰ ওচৰত চালিচা থব লাগে। প্ৰথম চা লিচা থয় বাদীয়ে। বিবাদীৰ চালিচা বাদীতকৈ কম হ'ব নোৱাৰে। বিচাৰত দোষী সাব্যস্ত হোৱাজনে চা লিচাৰ টকা ঘূৰাই নাপায়। বিচাৰৰ ৰায় কেতিয়াবা জুৰিৰ দ্বাৰাও দিয়া হয়। অৰ্থদণ্ড, তামোল-পাণেৰে সেৱা গ্ৰহণ আদি বিভিন্ন দণ্ডেৰে দোষীজন দণ্ডিত হয়। অৰ্থদণ্ডৰ ধন সমাজৰ ৰাজহৰ ঘৰলৈ যায়। অন্য ঠাইৰ দৰে মেলেকীয়ে ইয়াৰ ভাগ নাপায়।

**সভাৰ মেল ঃ**

মেল বুলিলে সভাৰ মেল অনন্য। নিজস্ব গৰিমাৰে ই মহিমামণ্ডিত। সভাৰ পোন্ধৰ দিন আগৰ অমাবস্যা তিথিৰ পৰা সভাৰ গোন্ধৰ দিনলৈকে এই মেল (আবেলিৰ পৰা ৰাতিলৈকে) বহে। গোন্ধৰ দিনা ৰাতিপুৱাও বহে। হোমৰ দিনাৰে পৰা সভা ভঙাৰ দুদিন পিছলৈকে ই ৰাতিপুৱা বহে। এই মেল খন আহ্বান কৰাৰ নিয়ম নাই। পৰম্পৰাগতভাৱে নিৰ্দিষ্ট তিথিত মুখীয়ালসকলে আহি লগ হয়। প্ৰথম দিন সমবেত হোৱাৰ পিছতে হৰিধ্বনি দি মেল সামৰে। গোসাইঘৰৰ সন্মুখৰ মুকলি ঠাইত মেলখন বহে। সন্মুখ ভাগ মুকলি ৰাখি মেলেকীসকল এনেকৈ বহে যে ই ঘোঁৰা খোজৰ আকৃতি লয়। সেয়ে ই ঘোঁৰা খুজীয়া। সভা বিষয়ক সকলো কথা মেলত খৰচি মাৰি আলোচনা কৰা হয়। আয়ৰ ওপৰত ভিত্তি কৰি ব্যক্তিৰ 'বৰগেনি' (বৰঙণি) নিৰ্দ্ধাৰণ কৰা হয়। আয়ৰ পৰিবৰ্তনৰ লগে লগে বৰগেনিৰ হাৰ হ্ৰাস বৃদ্ধি হয়। সৰ্বোপৰি সমাজ বা ব্যক্তিকেন্দ্ৰিক সকলো দায়-জেঙাৰ নিষ্পত্তিও ইয়াতে হয়। এই মেলত বিচাৰ হ'ব লাগিলে চালিচা নালাগে। সভাৰ মেলখনৰ কেইটামান বৈশিষ্ট্য হ'ল— সভা পৰিচালনাক এৰিও সমাজৰ ঐতিহ্য পৰম্পৰা জড়িত যিকোনো কথা ইয়াত আলচ হ'ব পাৰে। সৰ্থেবাৰীৰ বাহিৰৰ লোকেও সৰ্থেবৰীয়া কোনো লোকৰ ওপৰত কিবা অভিযোগ থাকিলে ইয়াত উত্থাপন কৰি বিচাৰ প্ৰাৰ্থনা কৰিব পাৰে। মেলখন এখন বছৰেকীয়া সৰ্থেবৰীয়া সংসদেই যেনিবা। মেলৰ সন্মুখীন হোৱাৰ ভয়ত ব্যক্তিয়েও জানি বুজি আগতীয়াকৈ নিজৰ দোষ দুৰ্বলতাৰ সংশোধনৰ ব্যৱস্থা কৰে। সভাৰ মেল প্ৰত্যক্ষ গণতন্ত্ৰৰো এক উজ্জ্বল নিদৰ্শন।

**ৰাজহুৱা বেঞ্চ আৰু আদালত ঃ**

ৰাজহুৱা টকা-পইচাৰ আদান-প্ৰদানৰ চৰিত্ৰ ৰাজহুৱা। টকা-পইচা জড়িত সিদ্ধান্ত গ্ৰহণ আৰু কাৰ্যকৰীকৰণ মেলত বা ৰাজহুৱা সভাত হয়। সভাৰ কেইদিন মেলখন ৰাজহুৱা বেঞ্চ সদৃশ। আনফালে ইয়ে আদালতৰ কামো কৰি থাকে। স্বেচ্ছাসেৱকৰ আয়ত্বৰ বাহিৰলৈ যোৱা ঘটনাৰ বিচাৰো মেলতেই হয়। সাধাৰণতে মেলত মানুহ কমেই থাকে। বিচাৰৰ ক্ষেত্ৰত হলে মানুহ ভৰি পৰে। সভা চোৱা মানুহৰ বাবে বিচাৰখনো উপভোগৰ বস্তু। বিচাৰৰ ক্ষেত্ৰত কঠোৰতাৰে ন্যায়, সত্য আৰু আস্থাৰ ভাৰত গুৰুত্ব দিয়া বাবে সৰ্থেবাৰীয়ে সকলোৰে আস্থা লাভ কৰিবলৈ সমৰ্থ হৈছে।

**হইধ্বেনি ঃ**

কৈ অহা হৈছে মেলত বিচাৰ হয়। বিচাৰৰ ৰায় যাৰ সপক্ষেই নাযাওক বাদী-বিবাদী সকলোৱে সমাজৰ ওচৰত আঠুলৈ হইধ্বেনি (হৰিধ্বনি) বিচাৰে। সৰ্থেবাৰীৰ হৰিধ্বনিৰ প্ৰভাৱৰ কথা কৈ শেষ কৰিব নোৱাৰি। হৰিধ্বনিয়ে ছানি ৰাখে সৰ্থেবাৰীৰ আকাশ-বতাহ। মেল বা কোনো সভা ভাঙিলে হৰিধ্বনি থাকিবই। সভাৰ সামৰণি সঙ্গীত হৰিধ্বনি। ইয়াৰোপৰি সভাৰ গোন্ধৰ দিনা সন্ধিয়াৰ মেলত বিভিন্ন কামৰ শুভ আৰম্ভণিৰ সঙ্কেত স্বৰূপে উপৰ্যুপৰি হৰিধ্বনি পৰাতো নিয়মেই। এটা হৰিধ্বনিৰে দৰাই কইনাঘৰলৈ যাত্ৰা কৰে।





বিয়াৰ শেষত দৰা-কইনাই হৰিধ্বনিৰে ৰাইজৰ আশীৰ্বাদ বিচাৰে। ৰাজহুৱা ভোজৰ খাৱন আৰম্ভ কৰে হৰিধ্বনিৰে। ভেলাঘৰ, ভেলা পুজিৰ জুই জ্বলায় হৰিধ্বনিৰে। মুঠতে সকলোতে হৰিধ্বনি।

**ৰাজহুৱা সভা আৰু বৰকাঁহ ঃ.**

ৰাজহুৱা সভাৰ ক্ষেত্ৰত সৰ্থেবাৰীৰ এক স্বকীয় বৈশিষ্ট্য আছে। সময়ে সময়ে গএগ্ৰাগয়ৰহ বা উন্নয়ন সমিতিৰ ফালৰ পৰা আহূত হয় ৰাজহুৱা সভা। বৰকাঁহ কোবাই এজন ঘোষকে ৰাজহুৱা ঘোষণাৰ যোগে সভা আহ্বান কৰে। সভাত ডেকা-বুঢ়া সকলোৱে অংশ ল'ব পাৰে যদিও সামাজিক শিষ্টাচাৰ ৰক্ষাৰ গুৰুত্বপূৰ্ণ দিশৰ প্ৰতি আওকাণ কোনেও কৰিব নোৱাৰে।

**আলাগ ঃ**

সমাজৰ নিয়ম শৃঙ্খলা ভঙ্গ কৰাজনক চূড়ান্ত শাস্তি হিচাপে 'আলাগ' কৰাৰ ব্যৱস্থা আছে। আগৰ জুই-পানী 'আলাগ'ৰ ঠাইত আজিকালি সামাজিক কাজ-কৰ্মত অংশ গ্ৰহণৰ পৰা বাৰণ কৰাটোৱেই আলাগ। ব্যক্তিৰ মৰ্যদা ৰক্ষাৰ স্বাৰ্থত 'আলাগ' হোৱা জনক মাত-বোল কৰিলেও সামাজিক নিয়ম ভঙ্গৰ ক্ষেত্ৰত হলে মানুহে আপোচ নকৰে। আপোচ কৰাজনো শাস্তিৰ সন্মুখীন হয়।

**বিগ্ৰহ ঃ**

সামগ্ৰীক ভাৱে সৰ্থেবৰীয়া মানুহ মহাপ্ৰভু জগন্নাথৰ উপাসক। (পুৰীৰ জগন্নাথ মন্দিৰৰ উদ্দেশ্যে বছৰেকত এবাৰ অৰিহণা আগবঢ়োৱা হয়)। 'বৰগহেৰঘৰ'ত স্থাপিত হৈছে বাস্থয় মূৰ্ত্তি। অৱশ্যে চুপাৰ গহেৰঘৰবোৰত আছে ভিন ভিন ধৰণৰ বিগ্ৰহ। প্ৰতিটো বিগ্ৰহৰে মৰ্যদাসূচক বৈশিষ্ট্য আছে। সিবিলাকৰ প্ৰতি ব্যক্তিৰ ভক্তি অপৰিসীম। নিজৰ গহেৰ ঘৰত প্ৰতি সন্ধিয়া আৰু নিৰ্দিষ্ট তিথিত বৰগহেৰঘৰত বয়সীয়া তিৰোতাসকলে 'পঢ়ং' (প্ৰসংগ) কৰে। অন্যান্য তিথি বাৰতো নাম প্ৰসঙ্গ চলে।

**নাম-কীৰ্ত্তন ঃ**

নাম-কীৰ্ত্তন সৰ্থেবাৰীৰ সমাজ জীৱনৰ অক্ষয় বস্তি। আগতে উনুকিওৱা হৰিধ্বনিৰ দৰেই যি কোনো সকাম নিকামত নাম-কীৰ্ত্তনৰ ব্যৱহাৰ চলে। বিভিন্ন তিথি পাৰ্বণ, মৃতকৰ শৰাধ, সত্যনাৰায়ণ পূজা, সৰস্বতী পূজা আদিতো নাম-কীৰ্ত্তন অপৰিহাৰ্য অঙ্গ। বিহু তিনিটাতো নাম প্ৰসঙ্গৰ ব্যৱহাৰ চলে। কাতি বিহুত ঘৰে ঘৰে গৈ হৰিধ্বনি কৰি প্ৰসাদ খোৱা হয়। নামত বিভিন্ন পদ-ঘোষা দিয়াৰ অন্তত শেষৰ ঘাতাত 'দেৱ দেৱ কৃষ্ণ দেৱ', 'দেৱ দেৱ গুৰু দেৱ', 'দেৱ দেৱ শঙ্কৰ দেৱ', 'দেৱ দেৱ হৰিদেৱ' আদি ব্যৱহাৰ কৰি নামৰ সামৰণি মৰা হয়। নামৰ আৰম্ভণিতে ভোৰতালৰ ব্যৱহাৰ নচলে প্ৰথমে কেৱল চাপৰি।

নামৰ শেষৰ হৰিধ্বনিৰ এটা নিয়ম আছে। পাঠকে ভোৰতালযোৰ বজোৱা ধৰণেই সন্মুখত ৰাখি জয় অ ৰাম অ, জয় কৃষ্ণ অ, জয় অ নাৰায়ণ অ, হৰি ই......... বুলি হৰিধ্বনি কৰে, বাকীসকলে ধৰে। পিছত এপাত তালৰ ভিতৰত আনপাত সোমাই ৰাখি ডাঙৰকৈ হৰিধ্বনি দিয়ে— জয় অ' কৃষ্ণ বুলি হৰিবোল......... হৰিবোল...... হৰিবোল.... বাকীসকলে ধৰিব হৰি-বো.....ল; আৰো এবাৰ 'হৰিবোল হৰিবোল হৰিবোল', বাকীসকলে ধৰিব হৰিবো.....ল। ইয়াৰ পিছতে পাঠকে বা ব্ৰাহ্মণে আশীৰ্বাদ কৰাৰ পাছত এবাৰত দুটাকৈ হৰিধ্বনি দিয়ে। শেষত 'সবাৰো ওপৰত গুৰুদেৱৰ কৃপা মিলক' বুলি দুবাৰ হৰিধ্বনি দিয়ে। মহিলাৰ নামত ভোৰতালৰ ব্যৱহাৰ নচলে। আঠমহীয়া নাম, কাতিমহীয়া নাম, অশৌচীয়া নাম মহিলাৰ। তেওঁলোকৰ হৰিধ্বনি হ'ল-জয় অ' হৰি বুলা..... হৰিও হৰি। শেষত সুধিৱ আইসকল কেনে দেখা— বাকীসকলে ক'ব ভাল ইত্যাদি।

**কীৰ্ত্তন ঃ**

সৰ্থেবাৰীত কীৰ্ত্তনঘোষা পুথিখনৰ এক মৰ্যদা আছে। নাম-প্ৰসঙ্গ বাদ দিও আন ক্ষেত্ৰতো কীৰ্ত্তনৰ ব্যৱহাৰ চলে। ঠগীখনৰ আগফালে কীৰ্ত্তনখন থাকিবই। জন্ম-মৃত্যু-বিবাহত কীৰ্ত্তন পাঠ হয়। আজিকালি জন্মোৎসৱ (জন্মদিন— Birth Day) পালনৰ নতুন জোৱাৰ এটি আৰম্ভ হৈছে। ই আগৰ পুথি পঢ়া অনুষ্ঠানৰ গোত্ৰ লৈছে। এই উপলক্ষে গৃহস্থৰ ঘৰত ভকত-ভকতনী (পুৰুষ-মহিলা) উভয়ে সুকীয়াকৈ বা একেলগে মিলিত হয়।

**ঘি ঃ**

সভাত ব্যক্তিগত ভাৱে বহুজনে ঘিৰ চাকি জ্বলায়। ঘিৰ চাকি মৰ্যদা সূচক। ঘিৰ চাকিৰ সতে মানুহৰ সংকল্পৰ সম্পৰ্ক আছে। জীৱনৰ বিভিন্ন দুৰ্যোগৰ মুহূৰ্তত লোৱা সংকল্পৰ ফলশ্ৰুতি ঘিৰ চাকি প্ৰজ্জ্বলন। সভালৈ অহা বাহিৰৰ যাত্ৰীয়েও ঘিৰ চাকি জ্বলায়।

**চেনি ঃ**

চেনিৰো এটি পৱিত্ৰ ব্যৱহাৰ আছে। ছাত্ৰ-ছাত্ৰীসকলৰ মাজত সভাত বা সৰস্বতী পূজাত চেনি আগবঢ়োৱা এটি দস্তুৰেই। সভাত সাধাৰণতে সকলোৱে অলপ হলেও চেনি আগ বঢ়ায়। এনে কাৰণতে সভাৰ হোমৰ প্ৰসাদ চেনিপূৰ্ণ। চেনিৰ আন ব্যৱহাৰো আছে। আগতে কঁহাৰসকল প্ৰবাসৰ পৰা উভতি আহিলে সমবেত হোৱা ল'ৰা-ছোৱালীক চেনি খুৱাইছিল।

**শব্দ, অৰ্থ, ব্যঞ্জনা ইত্যাদি ঃ**

সৰ্থেবাৰীতো বৰহ (বৰশী) বায়। বৰহত মাছ ধৰে। বৰহত মাছে খুইতোয় (খুটিয়ায়)। ইফালে সাপে মানুহক খুইতোয়— অৱশ্যে ৰাতি হ'লে পকাই ডাকে। ডাকে— চুনেও ডাকে, বিছায়ো ডাকে। সৰ্থেবাৰীৰ বিশেষ শব্দ 'বৰগেনি' (বৰঙণি)। সভাৰ মেলত বৰগেনি খুইতোয়। সৰ্থেবাৰীত ঢেকীৰ বাৰ কৰে। শাল একখ বুএ।

**বেহৰেক বেল কৰে ঃ**

আধুনিক কবিতা বুজিব নোৱাৰি বুলি কোৱা মানুহ সৰ্থেবাৰীতো আছে। জটিল শব্দৰ লগতে, শব্দৰ জটিল আৰু ব্যক্তিগত ব্যৱহাৰে কবিতাক আচহুৱা কিবা এটা কৰি তোলা বুলি আপত্তি। কিন্তু সৰ্থেবাৰীত কবিতা উপচি ভাল ভৰি আছে। সৰ্থেবাৰীৰ ল'ৰাই তিলক তাল নকৰে, বেহৰক বেল কৰে। সভা ভাঙিলে কিছুমানৰ মতে মহ পৰে। ৰাং, তামৰ মিশ্ৰণত বিজুতি ঘটিলে কাঁহ ধাউলা হয়, কিন্তু ক'তো মিলিব নোৱাৰা জনো ধাউলা। কাঁহ আউতা হয়, কিন্তু কথা খুচুৰি থকা, আলচ কৰি থকা বা কিবা ষড়যন্ত্ৰ কৰা বুজাবলৈ আউতাৰ ব্যৱহাৰ চলে। সমাজৰ কামত নীৰৱে সমৰ্থক দি অহা সকলে 'বতাহ আউগ্ৰে'। নোখোৱাজনৰ বাবে মাহৰ দালি 'গৈৰাৰ কাছু'। সফল হও হও অৱস্থাত দুৰ্যোগ উপস্থিত হলে 'চাটৰ গুৰিত নাৱ তল যায়।' বেছিকৈ খোৱা জনে 'ভাঠিত খেৱ ভৰয়'। খণ্ডত ভাত নোখোৱা জনে 'ৰুহঘৰত' পৰে।

তাকে 'ৰোজা ৰখা' বুলিও কয়।

**হাতুৰীৰ শব্দত ঃ**

সৰ্থেবাৰীত ৰাতিপুৱায় হাতুৰীৰ শব্দত। পুৱতিৰ লগে লগে এক অ পূৰ্ব সঙ্গীতৰ মূৰ্চনা সৰ্থেবাৰীত শুনিবলৈ পোৱা যায়! কাৰো বাবে এই সংগীত চু-চিল্-লা, চু-চিল্-লা, চু-চিল-লা। ই এঠাইত বন্ধ হৈছে, আন এঠাইত আৰম্ভ হৈছে বা ইটোৰ পিছত সিটোকৈ, ইঠাইত, সিঠাইত বিৰতি বিহীনভাৱে চলি আছে। যেন এক সঙ্গীত সমলয়হে। সম্প্ৰতি এই সঙ্গীতৰ ধ্বনি বন্ধ হ'বৰ উপক্ৰম হৈছে গুৱাহাটীৰ ৰোলিং মেছিনৰ চেপাত।

**ভোজ আদি ঃ**

বিয়া, মৃতকৰ্ম আদি উপলক্ষে সৰ্থেবাৰীত ভোজ-ভাতৰ বহুল ব্যৱহাৰ আছে। গৃহস্থৰ নিমন্ত্ৰণ পালে বাটে, চোতালে সকলোতে বহি মানুহে অন্ন গ্ৰহণ কৰে। বিয়াক বাদ দি বাকী ভোজত মাছ-মাংসৰ ব্যৱহাৰ আছে। আজিকালি দৰাপক্ষক ৰাতি মাছ-মাংসেৰেই আপ্যায়ণ কৰা হয়। পাকদেনি, ভাত মুখত দিয়া আদিত বৰালী মাছৰ ব্যৱহাৰ বেছি। ইয়াৰ ভোজৰ দালিখনৰ বিশেষ নাম আছে। কলপাত বা টেঁতা (পটুৰা)ত লৈ ভাত খোৱা হয়, কিন্তু দালি বৈ নাযায়। সি ইমানেই গোটা। ভোজ আদিত সমাজৰ বাদ-বিবাদৰ কথাও উত্থাপিত হয়, নিষ্পত্তি হয়। বিতৰ্কিত বিষয়ৰ নিষ্পত্তি নহলে সমাজে অন্ন গ্ৰহণ নকৰে। সমাজৰ স্বাৰ্থত গৃহস্থই সৰু হৈ হলেও সমস্যা সমাধান কৰে।

**লক্ষ্মীপূজাৰ শিলগুটি ঃ**

সৰ্থেবাৰীতো লক্ষ্মীপূজা হয়। বাতি প্ৰায় ঘৰে ঘৰে 'ঠগী' দি তিৰোতাসকলে নাম ধৰে। লক্ষ্মী আইক ভক্তি ভাৱে আহ্বান কৰে। ইফালে টিঙৰ ঘৰৰ ছালত শিলগুটি দলিওৱা এক 'দস্তুৰ' প্ৰচলিত হৈ আছে। লক্ষ্মীক খেদিবলৈ নে জগাই দি সমদৃষ্টি আদায় কৰিবলৈ এই দস্তুৰ চলোৱা হৈছে জানিবৰ উপায় নাই। দুষ্কৃতিৰ বংশধৰ দস্তুৰটো অৱশ্যে বিনাশৰ পথত।

**ভূত নে দেৱতা ঃ**

সৰ্থেবাৰীত 'ভূত' নাই আছে 'দেৱতা'। দেৱতাই বিভিন্ন প্ৰকাৰে মানুহক হাৰাশাস্তি কৰা কাহিনী বহুত আছে। দেৱতাৰ কিল খাই মানুহ মৰাৰ কাহিনীও শুনা যায়।

**দেৱী পূজাৰ ৰাতি ঃ**

দেৱী পূজাৰ ৰাতি সৰ্থেবাৰীৰ এটি বিশেষ ৰাতি; কণকণ ছোৱালীৰ পৰা বুঢ়ীলৈকে সকলোৰে বাবে এটি বিশেষ উৎসৱৰ দিন, স্ফুৰ্তিৰ দিন। সিদিনা বস্ত্ৰৰ অধিষ্ঠাত্ৰী দেৱীৰ উদ্দেশ্যে পূজা পতা হয়। পূজাৰ উপচাৰ ফুল আৰু বেলপাত। গোটেই ৰাতি নাম প্ৰসঙ্গৰ ধ্বনি-প্ৰতিধ্বনিৰে আকাশ-বতাহ মুখৰিত হৈ থাকে। নামেই পূজাৰ মন্ত্ৰ।

**হোমৰ গোন্ধ ঃ**

সৰ্থেবাৰী হাইস্কুল স্থাপনৰ সময়ত ৰাজহ সংগ্ৰহৰ উপায় হিচাপে 'বিয়াৰ টকা' বুলি এবিধ স্থানীয় কৰ লগোৱা হৈছিল। আগতে ল'ৰাৰ বিয়া হ'লে কইনা ঘৰৰ পৰা উভতি অহা দৰাপক্ষীয়লোকক সান্দহ খুওৱাৰ এটা নিয়ম আছিল। এই নিয়ম ৰহিত কৰি নিৰ্দিষ্ট হাৰত বিয়াৰ টকা সংগ্ৰহৰ নিয়ম হ'ল। কম হাৰত ছোৱালীৰ বিয়াতো এনে টকা সংগৃহীত হয়। বিবাহৰ প্ৰচলিত নিয়ম ভঙ্গ কৰাসকলৰ ক্ষেত্ৰত আন এবিধ অতিৰিক্ত কৰ আদায়ৰ নিয়মো এতিয়া প্ৰচলিত। অৱশ্যে তেনে লোকৰ সৰহ ভাগেই সভাৰ আগে আগে 'হোমৰ গোন্ধ' লৈ নিয়ম ভঙ্গৰ অপৰাধৰ পৰা হাত সাৰে।

**কৰ্ম বিভাজন ঃ**

সভাখন কৰ্মবিভাজন পদ্ধতিক ভিত্তি কৰি পালন কৰা হয়। সভাৰ চাইনাখন (চালিখন) গাঁওৰ মানুহে লগ হৈ দিয়ে। ই কেবাখনো সৰু সৰু চাইনাৰ সমষ্টি। প্ৰতিখন খেলৰ ভাগত তিনিখন চাইনা। সৰু-ডাঙৰ সকলো মানুহ উপস্থিত থাকি চাইনা দিয়ে। ইয়াৰোপৰি বিভিন্ন খেলৰ কামৰ দায়িত্ব পৰম্পৰা অনুযায়ী নিৰ্দ্ধাৰিত হৈ আছে। যেনে ব্ৰাহ্মণসকলৰ নিমন্ত্ৰণ আৰু অভ্যৰ্থনাৰ দায়িত্ব তামুলীথেৰ খেলৰ। ফুল-তুলসী আদি সংগ্ৰহ আৰু ব্ৰাহ্মণ-সজ্জনক অৰ্চণা দিয়াৰ দায়িত্ব তালুকদাৰথেৰ খেলৰ। 'বৰগেনি' আদায়ৰ দায়িত্বও ন্যস্ত কৰা হয় খেলৰ ওপৰত। গোন্ধৰ দিনা 'সাধেনদাৰে' ঘৰে ঘৰে গৈ বৰগেনি সংগ্ৰহ কৰে। বাকী দিনকেইটাত ভঁৰালঘৰৰ বাৰান্দাত সংগ্ৰহ কাৰ্য চলি থাকে। স্বেচ্ছাসেৱকৰ দ্বায়িত্বও খেলৰ। প্ৰতিটো খেলে একোদিন স্বেচ্ছাসেৱকৰ দ্বায়িত্ব পালন কৰে।

**সৰ্থেবাৰীৰ বেঙ্ক ঃ**

অসম সমবায় কঁহাৰ সংঘ সৰ্থেবাৰীৰ এটি মৰমৰ আৰু শ্ৰদ্ধাৰ অনুষ্ঠান। সৰ্থেবাৰীৰ মানুহৰ বাবে ই বেঙ্কৰ কাম কৰে। অৱশ্যে ই টকা ধাৰে দিয়া বেঙ্ক নহয়। টকা জমা ৰখা বেঙ্কহে। ব্যক্তিৰ বা অনুষ্ঠানৰ টকা ইয়াত জমা ৰাখি মানুহে সুৰক্ষিত অনুভৱ কৰে। সংঘৰ এই সেৱাই সৰ্থেবাৰীক এক নতুন জীৱন নিদিলেও এক সুকীয়া বৈশিষ্ট্য প্ৰদান কৰিছে।

**সৰ্থেবাৰীৰ সামাজিক মন ঃ**

সৰ্থেবাৰীৰ মানুহৰ ধৰ্মীয় বা পন্থীয় গোড়ামি নাই। (নিজ নিজ গুৰুৰ প্ৰতি অচলা ভক্তি থাকিলেও আনৰ গুৰুকো গুৰু বুলিয়েই শ্ৰদ্ধা কৰে) সভাখনেই তাৰ প্ৰমাণ। অৱশ্যে সভাক আউল লগাব পৰা শক্তিক শ্ৰদ্ধাৰ চকুৰে নাচায়। সৰ্থেবাৰীৰ মানুহে মানুহক মানুহৰ দৃষ্টিৰে চায়। সৰ্থেবাৰীৰ মানুহ পৰম্পৰাত বিশ্বাসী। অৱশ্যে যুগৰ সতে খাপ খোৱা চিন্তাপ্ৰসূত কৰ্মৰ মাজেৰে পৰম্পৰা ভঙাৰ জাননীও দিয়ে। কিন্তু চৰম অসত্যক পূজা কৰি ন-সত্য স্থাপনৰ ভেকো-ভাওনা পতাৰ সৰ্থেবাৰী বিৰোধী।

সৰ্থেবাৰীৰ মানুহে যুক্তি আৰু সত্যক শ্ৰদ্ধা কৰে। এনে কাৰণতে নিজৰ স্বাৰ্থ নোহোৱা থলতো জপিয়াই পৰে। ৰাইজ মেলৰ সময়ত সৰ্থেবাৰীৰ কঁহাৰৰ সন্তান পুষ্পৰামহঁতে আনৰ দুখত দুখী হৈ সক্ৰিয় ভূমিকা লোৱা কথা এটা উদাহৰণ স্বৰূপে দাঙি ধৰিব পাৰি।

সৰ্থেবাৰীত সমাজ আছে। বিভিন্ন ব্যক্তিৰ চিন্তাৰ মাজত বিৰোধ আছে। সৰু সৰু সমাজৰ ভিতৰতো বিৰোধী আছে। কিন্তু ইবিলাকৰ মাজতে সৰ্থেবাৰীৰ এক ঐক্যও আছে। ই বৈচিত্ৰ্যৰ মাজৰ ঐক্য। সমাজখন মানি চলা বা সমাজৰ নীতি নিয়ম মানি চলাৰ ক্ষেত্ৰত ঐক্য। ইয়াকে ক'ব পাৰি সামাজিক মন। ধনতকৈ সামাজিক মনৰ গুৰুত্ব সদায় বেছি। ধনীয়েও এই সামাজিক মন আহৰণ কৰিহে সমাজত ঠাই অকণ পাব পাৰে।

বহুতো বৈশিষ্ট্যৰ ভিতৰত দুটা-এটা থপিয়াই ইয়াত দাঙি ধৰা হ'ল। ইমানখিনি কোৱাৰ পিছত কোনোবাই সৰ্থেবাৰীৰ বৈশিষ্ট্য কি বুলি সুধিলে একে আষাৰে কম– কাঁহ শিল্প, সভাখন আৰু মেলখন এই তিনিটাই সৰ্থেবাৰীৰ বিশেষ বৈশিষ্ট্য। ●





**সৰ্থেবাৰী তথা নামনি অসমৰ**

# ভূ-প্ৰাকৃতিক বিবৰ্ত্তন আৰু আৰ্থ সামাজিক পৰিবৰ্ত্তনত ইয়াৰ প্ৰভাৱ

*দিলীপ কুমাৰ বৰ্মন*

ভূ-প্ৰাকৃতিক বিবৰ্তনৰ ফলত পৃথিবীৰ উপৰিভাগৰ আমূল পৰিবৰ্তন ঘটি আজিৰ অৱস্থা প্ৰাপ্ত হওঁতে প্ৰায় ২০০০ নিযুত বছৰ অতিবাহিত হৈছে বুলি ভূবিজ্ঞানী সকলে ঠাৱৰ কৰিছে। এই বিবৰ্তনৰ ফলত মহাসমুদ্ৰৰ বুকুত হিমালয় সদৃশ পৰ্বত মালাৰ সৃষ্টি হৈছে। খণ্ড-বিখণ্ডিত ভূখণ্ডৰ মাজত সাগৰ মহাসাগৰৰ সৃষ্টি হৈছে। বায়ুমণ্ডলত ইয়াৰ প্ৰভাৱ পৰি পৃথিবীৰ বুকুত জলবায়ুৰ আমূল পৰিবৰ্তন ঘটিছে। জলবায়ুৰ পৰিবৰ্তনৰ লগত জড়িত উদ্ভিদ আৰু প্ৰাণী জগতৰ সৃষ্টি আৰু বিকাশৰ ক্ষেত্ৰত বিবৰ্তনৰ নতুন ধাৰা উন্মুক্ত হৈছে। ফল স্বৰূপে নানাবিধ জৈৱ আৰু অজৈৱ খনিজ পদাৰ্থই পৃথিবীৰ উপৰিভাগত গঢ়লৈ উঠিছে। মানৱ সভ্যতাৰ ক্ৰমবিকাশ যথাৰ্থতে এই ভূপ্ৰাকৃতিক সম্পদৰাজিৰ ওপৰত প্ৰতিষ্ঠিত হোৱা হেতুকে ইয়াৰ আহৰণ আৰু বিকাশৰ ক্ষেত্ৰত অধিক গুৰুত্ব আৰোপ কৰা দেখুৱায়।

প্ৰণালীবদ্ধ বৈজ্ঞানিক অনুসন্ধান আৰু অত্যাধুনিক আহিলা প্ৰয়োগৰ ফলত কুৰি শতিকাৰ শেষৰ ফালে যথাক্ৰমে মহাসমুদ্ৰৰ অটল গৰ্ভত সঞ্চিত সম্পদ, তুষাৰাবৃত দক্ষিণ মেৰুত অৱস্থিত সম্পদ, গঙ্গা-ব্ৰহ্মপুত্ৰ উপত্যকাৰ সুগভীৰ পলসুৱা মাটিৰ তলত আবদ্ধ হৈ থকা সম্পদ, আনকি মহাকাশত থকা গ্ৰহ-উপগ্ৰহৰ সম্পদৰাজিৰ বহু মূল্যবান তথ্য আহৰণ সম্ভৱ হৈ পৰিছে।

অত্যাধুনিক আহিলা সমূহৰ ভিতৰত দূৰসংবেদন মাধ্যমৰ জৰিয়তে পৃথিবীৰ উপৰিভাগৰ তথ্য আহৰণৰ ক্ষেত্ৰত যি সাফল্য অৰ্জন কৰা হৈছে সেয়া বিশেষ ভাৱে উল্লেখনীয়। কিয়নো অতি কম সময়ৰ ভিতৰতে বিজ্ঞানাগাৰতে বহি পৃথিবীৰ যি কোনো ঠাইত আবদ্ধ হৈ থকা নানা বিধ ভূপ্ৰাকৃতিক সম্পদৰ মূল্যবান তথ্য দূৰসংবেদন যন্ত্ৰই প্ৰেৰণ কৰা আলোকচিত্ৰ পৰীক্ষা কৰি সঠিকভাৱে নিৰ্ণয় আৰু আহৰণৰ ব্যৱস্থা কৰিব পৰা সম্ভৱ হৈ পৰিছে।

**উত্তৰ পূৱ ভাৰতৰ ভূপ্ৰাকৃতিক গঠন আৰু ইয়াৰ বিবৰ্তন ঃ**

উত্তৰ পূৱ ভাৰতৰ ভূপ্ৰাকৃতিক গঠন আৰু ইয়াৰ বিবৰ্তনৰ ভূতাত্ত্বিক বিবৰণ প্ৰধানকৈ ইংৰাজ গৱেষকসকলৰ তথ্যৰ ওপৰত প্ৰতিষ্ঠিত। স্বাধীনোত্তৰ কালত ভাৰতীয় ভূবিজ্ঞানীসকলে ইয়াক সুদৃঢ় কৰি গঢ়ি তোলাৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে। এনে এক প্ৰচেষ্টাৰ ফলশ্ৰুতি হিচাবে দূৰসংবেদন যন্ত্ৰই প্ৰেৰণ কৰা আলোক চিন পৰীক্ষা কৰি নামনি অসমৰ ভূপ্ৰাকৃতিক বিবৰ্তনত সক্ৰিয় ভূমিকা লোৱা, নৈৰ গতিপথ নিয়ন্ত্ৰণ কৰা আৰু ভুল ভাগুৰ পৰিপুষ্ট কৰি গতি নিৰ্দ্ধাৰিণ কৰা ফাট, চ্যুতি আৰু অৱয়ব ৰেখাবোৰ (lineaments) চিহ্নিত কৰা হৈছে। (চিত্ৰ ২ক)

প্ৰণালীবদ্ধ বৈজ্ঞানিক অনুসন্ধানৰ ফলত সৰ্থেবাৰী তথা নামনি অসমৰ ভূপ্ৰাকৃতিক বিবৰ্তনৰ যি ৰূপৰেখা অঙ্কণ কৰা হৈছে তাৰ ভিতৰত পাগলদিয়া অৱবাহিকাৰ অংশ বিশেষ সৰ্থেবাৰী অঞ্চলৰ পৰিবৰ্তিত ৰূপ চমকপ্ৰদ।

ডাঃ এডোৱাৰ্ড চুইছে নামাঙ্কৰণ কৰা টেমিচ্ মহাসমুদ্ৰৰ বুকুভেদি হিমালয় আৰু ইয়াৰ সৈতে সংলগ্ন পৰ্বত শ্ৰেণী উৰ্দ্ধমুখী গতিৰে ওলাই অহাৰ পিছত ইয়াৰ উপৰিভাগ কালক্ৰমত ক্ষয়প্ৰাপ্ত হৈ ইয়াৰ পদদেশস্থিত খাৱৈ পূৰাই পেলায়। সময়ৰ সোঁতত প্ৰচণ্ড তাপ আৰু চাপৰ প্ৰভাৱত ই স্তৰীভূত গেদীয়শিলা খণ্ডলৈ ৰূপান্তৰিত হৈ পুনৰাই উৰ্দ্ধমুখী গতিৰে উঠি অহাৰ পাছত ক্ষয়প্ৰাপ্ত হৈ অৱশেষ অংশ বৈ যায় আৰু নৈৰ সোঁতত উটি অহা ভগ্নাংশবোৰৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমতল ভাগ কঠিন শিলা খণ্ডৰ বেৰখনিৰ ওপৰত গঢ়লৈ উঠে। (চিত্ৰ ৪)

সৰ্থেবাৰী আৰু ইয়াৰ সমীপৱৰ্তী অঞ্চলসমূহ উপযুক্ত দুত্বৰপীয়া শিলাখণ্ডৰে গঠিত হোৱা কাৰণে সমুদ্ৰ গৰ্ভত সৃষ্টি হোৱা গেদীয় শিল আৰু ইয়াৰ পৰা উৎঘাটন কৰিব পৰা সম্পদৰাজি যেনে কয়লা চুনাশিল আৰু খনিজ তেল আদি এই অঞ্চলত পোৱা নাযায়। আনহাতে অতি প্ৰাচীন ৰূপান্তৰিত আৰু আগ্নেয় শিলৰ বেষ্টনিত পলসুৱা মাটিৰ বহুতলত অৱস্থিত হোৱা কাৰণে এনেবোৰ শিলাখণ্ডৰ মাজত সঞ্চিত সম্পদৰাজি যেনে – আকৰিক লো, তাম, সীহ, দস্তা আৰু অন্যান্য ধাতৱীয় পদাৰ্থৰ তথ্য আহৰণ আৰু উৎঘাটন অসম্ভৱ হৈ পৰিছে।

এই অঞ্চল শিলগুটি বালি আৰু ৰোকা মাটি আদি সহজলভ্য নিৰ্ম্মল সামগ্ৰীয়েই ভূপ্ৰাকৃতিক সম্পদ। নিম্নাংশৰ বালিস্তৰত সঞ্চিত ভূজল আন এবিধ মূল্যবান প্ৰাকৃতিক সম্পদ।

**নামনি অসমৰ বৰ ভূইকপ আৰু ইয়াৰ প্ৰভাৱ ঃ**

১৮৯৭ চনৰ বাৰ জুন তাৰিখে উত্তৰ পূৰ্বাঞ্চলৰ সৰ্বপ্ৰধান প্ৰলয়ংকৰী ভূইকপ সংঘটিত হয়। ভাৰতীয় ভূতাত্বিক জৰীপ বিভাগৰ তেতিয়াৰ সঞ্চালক প্ৰধান ডাঃ ওল্ডহামৰ মনোগ্ৰামত এই বৰভূইকপৰ বিশদ বিবৰণ পোৱা যায়।

সৰ্থেবাৰী অঞ্চল, এই বৰভূইকপৰ কবলত ধ্বংস স্তুপত পৰিণত হয় যদিও ইয়াৰ লিখিত বিবৰণ পঢ়িবলৈ পোৱা নাযায়। গেইট আৰু হান্টাৰ চাহাবৰ ক্ৰমে কামৰূপ জিলাৰ ৰাজপত্ৰ আৰু অসমৰ পৰিসংখ্যা বিষয়ক কিতাপ দুখনত বৰভূইকপৰ পূৰ্ববৰ্ত্তী কামৰূপৰ কিছু কথা পোৱা যায়।

১৮৯৩ চনৰ কামৰূপ জিলাৰ ৰাজপত্ৰত প্ৰকাশ পোৱা এনে এখন জিলাৰ মানচিত্ৰত পাগলাদিয়া অৱবাহিকাৰ বৰ ভূইকঁপৰ পূৰ্ববৰ্ত্তী ভৌগলিক অৱস্থাৰ স্বৰূপ অঙ্কন কৰা হৈছে। ভাৰতীয় জৰীপ বিভাগৰ আন এখন মানচিত্ৰত ১৯২৫ চনৰ অৰ্থাৎ বৰ ভূইকঁপৰ পৰৱৰ্ত্তী কালৰ ভৌগলিক অৱস্থা, বিশেষকৈ কেইবাটিও বিলৰ উৎপত্তি আৰু নৈ সমূহৰ ন ন পোন সোঁত অঙ্কন কৰি দেখুওৱা হৈছে। (চিত্ৰ ১খ, গ)

এই দুখন মানচিত্ৰৰ তুলনামূলক ভৌগলিক অৱস্থাই বৰ ভূইকপৰ প্ৰলয়ংকাৰী ধ্বংস কাৰ্য্যকেই প্ৰতীয়মান কৰিছে।

জনশ্ৰুতি আৰু এই তুলনামূলক অধ্যয়নৰ পৰা এই কথা নিশ্চকৈ কব পাৰি যে বৰ ভূইকঁপৰ পূৰ্ববৰ্ত্তী কালৰ শস্য শ্যামলা উৰ্ব্বৰ ভূমিৰ ৰঙিয়াল জনজীৱন বৰভূইকঁপৰ পৰৱৰ্ত্তী কালত স্থবিৰ আৰু বিভীষিকাময়ী ৰূপত পৰিণত হৈ পৰে। উত্তৰ কামৰূপ এক বিশাল ভূখণ্ড দক্ষিণপূৰে হাজো, উত্তৰ পশ্চিমে মানাহ অভায়ৰণ্য আৰু দক্ষিণ পশ্চিমে ধুবুৰীলৈকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনবহুল অঞ্চল, জনশূন্য প্ৰায় অৱস্থাত পৰিণত হয়। ইয়াৰ ভিতৰত বহু সংখ্যক লোকে মৃত্যুৰ গৰাহত পৰিবিলুপ্ত হয় আৰু গৃহহাৰা বহু সংখ্যক লোকে জলাশয় পূৰ্ণ স্থান পৰিত্যাগ কৰি নতুন উৰ্ব্বৰ ভূমিৰ সন্ধানত উত্তৰাঞ্চললৈ প্ৰব্ৰজন কৰে। সৰ্থেবাৰী আৰু ইয়াৰ সমীপৱৰ্ত্তী গাওঁ সমূহৰ বহু সংখ্যক লোকে নিজ ঠাই পৰিত্যাগ কৰি টিহু অঞ্চললৈ গৈ একে নামেৰেই গাওঁ প্ৰতিষ্ঠা কৰে। কথিত আছে যে কলাজ্বৰৰ প্ৰকোপত তিষ্ঠি থাকিব নোৱাৰি বহু সংখ্যক লোকে কেইবাবছৰৰ অন্তত আকৌ উভতি আহি পুনৰাই বসবাস কৰিবলৈ লয়।

ডাঃ ওল্ডহামে বৰ ভূইকঁপৰ প্ৰৱল প্ৰকোপ অনুভূত স্থল সমূহ মেঘালয় ৰাজ্যৰ একেধৰণৰ বহু ঠাইৰ লগত সামৰি এক ত্ৰিভুজ আকাৰ ভূখণ্ড অঙ্কন কৰি গৈছে। (চিত্ৰ ২খ, গ)

দক্ষিণ কামৰূপ আৰু দক্ষিণ গোৱালপাৰা জিলাৰ শিংৰা আৰু দুধনৈৰ উৎপত্তি স্থলৰ আশে পাশে বৰভূইকঁপৰো উৎস স্থল আছিল বুলি চিহ্নিত কৰি গৈছে। অসম মেঘালয় মালভূমিৰ কঠিন শিলাখণ্ডত কোনো নৈসৰ্গিক কাৰণ বশতঃ সৃষ্টি হোৱা প্ৰচণ্ড চাপৰ প্ৰভাৱত চেদ্ৰাং আৰু চাৰ্মিন নামেৰে দুটি চ্যুতি সৃষ্টি অথবা পুৰণি চ্যুতিয়ে নকৈ গঢ়পোৱা কাৰ্যৰ লগত বৰভূইকঁপৰ উৎসত সংঘটিত কাৰ্য জড়িত হৈ আছে বুলি ডাঃ ওল্ডহামে উল্লেখ কৰি গৈছে। এই চ্যুতিৰ দৈৰ্ঘ্য প্ৰায় বিশ্ কিলোমিটাৰ আৰু একালে বহি যোৱা কঠিন শিলাখণ্ডৰ জোখ প্ৰায় বাৰ মিটাৰ মান আছিল বুলি উল্লেখ কৰিছে। দক্ষিণ কামৰূপৰ সীমান্তবৰ্ত্তী বৰদোৱাৰ ফাট সৃষ্টিৰ লগত চানডুবি বিলৰ উৎপত্তি অথবা ইয়াৰ পুনৰ বিকাশ, এই বিলৰ বুকুত পোত খাই থকা শালগছৰ মূঢ়া অৱস্থিতিৰ পৰাই ১৮৯৭ চনৰ বৰভূইকঁপৰ লগত জড়িত বুলি সহজে ঠাৱৰ কৰিব পাৰি

বৰভূইকঁপৰ প্ৰাবল্যৰ মান জোখা যন্ত্ৰ সেই সময়ত অতি নিম্ন মানৰ আছিল বাবে ডাঃ ওল্ডহামে ১৯০৬ চনত কালিফোৰ্ণিয়া সংঘটিত বৰভূইকঁপৰ সমপৰ্যায়ৰ আছিল বুলি অনুমান কৰি নামনি অসম বৰ ভূইকঁপৰ মান ৰিষ্টাৰ স্কেলত ৮.৭ আছিল বুলি উল্লেখ কৰিছে।

বৰবুইকঁপৰ কাৰণ সম্বন্ধে ডাঃ ওল্ডহামে দুটামত পোষণ কৰিছে যদিও কঠিন শিলাখণ্ডৰ প্ৰায় তিনিশ বিশ্ কিলোমিটাৰ গভীৰতাত ঘটা কোনো ভূপ্ৰাকৃতিক ব্যতিক্ৰমকেই প্ৰাধান্য দিছে। যথাসম্ভৱ পাৰমাণবিক বিকিৰণৰ ফলত প্ৰচণ্ড উত্তাপ সৃষ্টি হৈ অতি প্ৰাচীন কঠিন শিলাখণ্ডৰ নিম্নাংশত থকা গধুৰ পদাৰ্থৰে গঠিত শিলাখণ্ড কিছু পৰিমাণে তৰল অৱস্থা প্ৰাপ্ত হোৱাৰ ফলত উপৰিভাগৰ কঠিন শিলাখণ্ড খণ্ড বিখণ্ড হৈ তললৈ বহি যোৱাৰ কাৰণেই এই বৰভূইকঁপৰ সৃষ্টি হয় বুলি সংকেত দিছে।

দক্ষিণ গোৱালপাৰা জিলাৰ লক্ষীপুৰ অঞ্চলত লাভা উদ্‌গীৰণ হৈ সৃষ্টি হোৱা কোনোবা যুগৰ বেঁচল্ট নামৰ ক'লা শিলবিধ ইতস্ততঃ সিঁচৰিত হৈ পৰি থকা দেখিলে লাভা উদ্‌গীৰণৰ পুনৰাবৃত্তি হব পাৰে বুলি সহজে অনুমান কৰিব পাৰি।

উত্তৰ পূৰ্বাঞ্চলৰ পশ্চিম অংশত বিশেষকৈ অসম মেঘালয় পাৰ্বত্য এলেকাত সঘনাই সংঘটিত ভুইক্ষেত্ৰ এটি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰিবেশ অধ্যয়ন বিভাগৰ দ্বাৰা চিহ্নিত কৰা হৈছে। চ্যুতি আৰু অৱয়ব ৰেখ আবৃত এই ক্ষেত্ৰত থকা লাভা উদ্‌গীৰণৰ ফলত সৃষ্টি হোৱা শিল, চ্যুতি লগত অৱস্থান কৰা দেখিলে লাভা উদ্‌গীৰণৰ পুনৰাবৃত্তি হৈ বৰভূইকঁপ কোনো দিনা পুনৰাই সংঘটিত হব পাৰে বুলি কব পাৰি।

দক্ষিণ কামৰূপৰ শিংৰা নৈৰ এখন উপনৈৰ নাম দেওশিলা। এই





নৈৰ উৎপত্তি স্থল চেদ্ৰাং চ্যুতিৰ আশে পাশে হোৱা হেতুকে এনে ধাৰণা হয় যেন এই নৈৰ উৎসত বৰভূইকঁপৰ সময়ত নহলেও কোনো কালত আগ্নেয়গিৰি উদ্‌গীৰণ হৈ ক'লা দেওলগা শিলৰ (বেচল্ট শিলৰ) সৃষ্টি কৰিছিল বাবেই ইয়াৰ নাম দেওশিলা ৰখা হৈছিল।

বৰভূইকঁপৰ উৎপত্তিৰ কাৰণ যিয়েই নহওক লাগিলে ইয়াৰ প্ৰাবল্যৰ মান মাত্ৰাধিক হৈছিল নামনি অসমৰ ভেটি স্বৰূপ কঠিন শিলাখণ্ডৰ বেষ্টনীৰ ওপৰত যি বিৰূপ প্ৰতিক্ৰিয়া হৈছিল তাৰ ফলস্বৰূপে চ্যুতি আৰু অৱয়ব ৰেখ স্থিত অঞ্চল সমূহ অত্যাধিক প্ৰভাৱান্বিত হৈছিল বুলি নিশ্চয়কৈ ধৰিব পাৰি।

**নামনি অসমৰ ভূখণ্ডত চ্যুতি আৰু অৱয়ব ৰেখৰ ভূমিকা ঃ**

নামনি অসমৰ ভূখণ্ড দুতৰপীয়া বুলি কোৱা হৈছে। কঠিন শিলাখণ্ডৰ ভেটিত গঢ় লোৱা আধুনিক যুগৰ পলসুৱা মাটিয়েই এই দুতৰপীয়া ভূখণ্ডৰ সংকেত বহন কৰিছে। ফাটযুক্ত কঠিন শিলাখণ্ডৰ ওখ চাপৰ বেষ্টনিৰ ওপৰত নৈয়ে গঢ়া মাটিভাগ সময়ে সময়ে ভূইকঁপৰ কবলত তল উপৰ হৈ পৰিৱৰ্ত্তিত ৰূপত গঢ় লৈ উঠা দেখা যায়। ইয়াৰ ভিতৰত সকলো ঠাই সমানে প্ৰভাৱান্বিত হোৱা দেখা নাযায়। ভূবিজ্ঞানী সকলে ইয়াৰ কাৰণ অনুধাৱন কৰি চ্যুতি আৰু অৱয়ব ৰেখৰ সক্ৰিয় ভূমিকাৰ কথাকেই দোহাৰিছে।

ভূ পদাৰ্থ বৈজ্ঞানিক আহিলাৰ সহায়ত চিহ্নিত কৰা কেইটামান চ্যুতিৰ অৱস্থিতি নামনি অসমৰ মানচিত্ৰত অঙ্কন কৰি দেখুওৱা হৈছে। এইবোৰৰ অৱস্থিতি, দূৰ সংবেদন মাধ্যমৰ দ্বাৰাও চিহ্নিত কৰা হৈছে। ইয়াৰ ভিতৰত নলবাৰী চ্যুতি আৰু নলবাৰী অৱয়ব ৰেখ বহুদূৰ বিস্তৃত। এই দুই সন্ধিস্থল মানাহ চ্যুতিৰ সৈতে সৰ্থেবাৰী অঞ্চলৰ পিনে ধাৱিত হৈছে অথবা কোনোবা অংশত কটাকটি কৰিছে। সৰ্থেবাৰী অঞ্চলৰ দক্ষিণ পূৱফালে নাতিদূৰত হাজো চ্যুতিয়ে ইয়াৰ পাহাৰীয়া অঞ্চলটোক একালে ৰাখি উত্তৰ ফালৰ অংশটোক নিম্নগামী হোৱাত অৰিহণা যোগাইছে যেন অনুমান হয়। ইয়াৰ ফলত ডুমুনীচকিৰ পৰা আৰম্ভ কৰি ৰঙিয়াৰ দক্ষিণ পশ্চিম ফালে অৱস্থিত জয়ন্তীপুৰলৈ এক বিশাল অঞ্চলত/অন্তঃস্ৰোতা ভূজল চাপযুক্তহৈ উৰ্দ্ধমুখী গতিৰে সম্ভৱ স্থলত বাহিৰলৈ অনবৰতে বৈ থকা দেখা যায়। ভূবিজ্ঞানৰ ভাষাত ইয়াক আৰ্টেজিয়ান বেল্ট বোলা হয়। টিহু অঞ্চলৰ নমাটি এলেকাৰ ভিতৰতো এনে এক আৰ্টেজিয়ান বেল্ট থকাৰ সন্ধেদ পোৱা গৈছে। নলবাৰী অৱয়ব ৰেখৰ সক্ৰিয় ভূমিকাত কোনোবা অতীতৰ নৈৰ গতিপথ ৰূদ্ধ হৈ ইয়াৰ সৃষ্টি হোৱা যেন অনুমান হয়।

বৰ ভূইকঁপৰ পূৰ্ববৰ্ত্তী কালত সৰ্থেবাৰী নগৰৰ ভালেমান পূৱত অৰ্থাৎ শোলকা উত্তৰাংশত এনে এক আৰ্টেজিয়ান বেল্ট আছিল বুলি জনা যায়। এই বেল্টৰ চাপযুক্ত পানীৰ বহিঃ প্ৰকাশ ধনেৰী-মনেৰী নামৰ বিলৰ বুকুত ঘটি থকাৰ ফলত লালকুৰা নামৰ উইঁৰ সৃষ্টি হৈছিল বুলি কথিত আছে। সৰ্থেবাৰী অঞ্চলক প্ৰাণ চঞ্চল কৰা আল্পা অথবা অলপী গঙ্গা নামৰ জলপ্ৰৱাহৰ, বৰভূইকঁপৰ প্ৰাক্‌মুহূৰ্ত্তত ইয়েই আছিল প্ৰধান উৎস।

নলবাৰীৰ দক্ষিণপূৱত অৱস্থিত বালিলেচাৰ পৰা আৰম্ভ কৰি ইয়াৰ পশ্চিমে ক্ৰমে বৰনদী বা বৰনাদী, বেলশৰ, পিপলিবাৰী আৰু পুৰণি লালকুৰাৰ আনুমানিক অৱস্থানৰ ৰেখাচিত্ৰ কৰিলে যি সৰলৰৈখিক দ অঞ্চল দূৰসংবেদন মাধ্যমৰ জৰিয়তে লোৱা আলোকচিত্ৰ দেখিবলৈ পোৱা যায় তাকেই নলবাৰী অৱয়ব ৰেখৰ অংশ বিশেষ বুলি কব পাৰি। ভাৰতীয় ভূতাত্বিক জৰীপ বিভাগৰ বিজ্ঞানী সকলৰ মতে ই আজিও সক্ৰিয়হৈ বহুদূৰ বিস্তাৰিত হৈ আছে। (চিত্ৰ ৩)

সৰ্থেবাৰী অঞ্চলক জলাশয়ত পৰিণত কৰা ধ্বংসাত্মক কাৰ্যাত নলবাৰী অৱয়বৰেখ, নলবাৰী চ্যুতি আৰু মানাহ চ্যুতিৰ ভূমিকা বিশেষভাৱে মন কৰিবলগীয়া বিষয়। নলবাৰী অৱয়বৰেখৰ আৰু নলবাৰী চ্যুতিৰ সক্ৰিয় ভূমিকাৰ প্ৰামাণ্য দিশ অনুধাৱন কৰিলে বালিলেচা দেৱালয়ৰ দহ মিটাৰ মান বহি যোৱা ধ্বংসস্তুপ, কোনো নদী নোহোৱা ঠাইত বৰনদীৰ নামৰ যথাৰ্থতা, বেলশৰ দেৱালয়ৰ গৰ্ভগৃহত পানীৰ উই, পিপলিবাৰীৰ খনন গাতত শিলগুটি আৰু লালকুৰা উইঁৰ বিলুপ্ত স্থানত ভূ জলৰ উৰ্দ্ধমুখী চাপ থকাৰ কথালৈ আঙুলিয়াব পাৰি।

ভূইকঁপ বিজ্ঞানী সকলৰ ভিতৰত প্ৰবাদ পুৰুষ নামে জনাজাত ডাঃ ওল্ডহামৰ বৰ্ণনাত ভূজল ভাণ্ডাৰৰ ওপৰত বৰ ভূইকঁপৰ প্ৰভাৱ আৰু তাৰ দ্বাৰা সৃষ্টি হোৱা ফুলজাৰী সদৃশ ভূজলৰ বহিঃ প্ৰকাশৰ যি বৰ্ণনা পোৱা যায়, তাৰ বাস্তৱ ৰূপ সৰ্থেবাৰী অঞ্চলৰ ৰাইজে চ্যুতি আৰু অৱয়ব ৰেখৰ অৱস্থিতিৰ বাবেই দেখিবলৈ পাইছিল বুলি সহজে অনুমান কৰিব পাৰি।

তুষাৰ যুগৰ অন্তত অৰ্থাৎ ভূবিজ্ঞানৰ ভাষাৰে আধুনিক যুগৰ আৰম্ভণিত যি বালি, শিলগুটি আৰু আলতীয়া মাটি হিমালয়ৰ পৰা নৈৰ সোঁতত বাগৰি আহি চ্যুতি আৰু অৱয়ব ৰেখস্থিত অঞ্চলবোৰ পুৰাইছিল বৰভূইকঁপৰ কবলত সেইবোৰ উখল মাখল হৈ বানপানীৰ সৃষ্টি কৰা ভূজলৰ সৈতে একাকাৰ হৈ পৰিছিল। লাহে লাহে বানপানীৰ প্ৰকোপ কমি যোৱাত পাতল পলসুৱা সাৰুৱা মাটিবোৰ ইয়াৰ সৈতে উটি গৈ মানাহ নৈৰ সৈতে মিলি ব্ৰহ্মপুত্ৰৰ বুকুত জাহ্ গৈছিল। ফলত উৰ্ব্বৰ ভূমি বিনষ্ট হৈ গোটেই সৰ্থেবাৰী অঞ্চল বালিময় অনুৰ্ব্বৰ ভূমিত পৰিণত হৈছিল। পাগলাদিয়া নৈৰ অৱবাহিকাত ন ন তুলনামূলক ভাৱে পোন গতিৰ ভালেমান উপনৈৰ আবিৰ্ভাৱ ঘটিছিল। সৰ্থেবাৰী আৰু ইয়াৰ সমীপৱৰ্ত্তী অঞ্চল সমূহ সামৰি এক বিশাল জলাশয় সৃষ্টি হৈছিল। এই বিশাল জলাশয়ৰ নাম ভাৰতীয় জৰীপ বিভাগৰ মানচিত্ৰত কৰিলা বা কৈৰালা নামে অভিহিত কৰা দেখা যায়। পাগলাদিয়া অৱবাহিকাৰ

ন ন উপনৈ সমূহৰ ইয়েই প্ৰথমতে আধাৰ স্বৰূপ হৈ পিছলৈ উত্তৰাংশত একত্ৰিত সোঁত সৃষ্টি কৰে। আজিলৈকে এই একত্ৰিত সোঁতৰ নামাকৰণ নোহোৱাত সৰ্থেবাৰী অঞ্চলৰ উত্তৰাংশত ইয়াক ঠাই বিশেষে উপনৈ সমূহৰ নামেৰেই বুঢ়াদীয়া, মৰা পাগলাদিয়া, টিহু, কালদিয়া, কালাদিয়া আৰু পোমাবা বা পহুমাৰা আদি নামেৰে অভিহিত কৰা দেখা যায়। *

**সৰ্থেবাৰী অঞ্চলৰ আৰ্থসামাজিক দিশ ঃ**

ইতিহাস প্ৰসিদ্ধ সৰ্থেবাৰী অঞ্চলৰ জনজীৱনলৈ বৰভূইকঁপে যি বিভিবিকা নমাই আনিলে, বুদ্ধিদীপ্ত সচেতন ৰাইজে তাক আজিলৈ পুনৰুদ্ধাৰ কৰাৰ চেষ্টা কৰা দেখা নগ'ল। ফলত প্ৰায় এক শতিকাৰ শে,তো ভগ্নমনোৰথ সৰ্থেবাৰী অঞ্চলৰ সমাজজীৱন পঙ্গু হৈয়েই থাকিল। বালিময় অনুৰ্ব্বৰ ভূমিত কৃষি কাৰ্য্যৰ প্ৰতি আনীহা প্ৰকাশ কৰা সৰ্থেবাৰী অঞ্চলৰ ৰাইজে পূৰ্ব্ব পুৰুষৰ বৃত্তিকেই আকোৱালি লৈ জীৱন নিৰ্ব্বাহিব কৰিবলৈ প্ৰচেষ্টা চলালে। কিন্তু আজিৰ এই বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ যুগত কাঁহ শিল্পৰ লেখীয়া কুটীৰ শিল্পই জানো জীৱিকাৰ সৰ্ব্বপ্ৰধান অৱলম্বন হব পাৰে? নিশ্চয় নোৱাৰে।

সেয়েহে এফালে যেনেকৈ কুটীৰ শিল্পজাত কাঁহ পিতলৰ বাচন গঢ়াৰ পৰিবৰ্ত্তে আধুনিক ৰুচি সন্মত ষ্টেইনলেচ ষ্টিলৰ নানা বিধ ব্যৱহাৰিক সামগ্ৰী উৎপাদন কৰাৰ প্ৰয়োজন আহি পৰিছে আনহাতেদি অনুৰ্ব্বৰ বালিচহীয়া মাটিত বিশেষ কৃষি চক্ৰ উদ্ভাৱন কৰি নতুন চামক কৃষিৰ চমকপ্ৰদ সাফল্যৰ প্ৰতি আগ্ৰহান্বিত কৰাৰ দিন আহি পৰিছে।

এনে কৃষি চক্ৰৰ মুখ্য উদ্দেশ্য হব লাগিব কৃষিভিত্তিক উদোগ প্ৰতিষ্ঠাৰ জৰিয়তে আৰ্থসামাজিক বুনিয়াদ গঢ়া। এনে এক বহলভিত্তিক সামুহিক প্ৰচেষ্টাৰ নিদৰ্শন হিচাবে ধনছা গছক কেঁচামাল হিচাবে উৎপাদন কৰি বৃহৎ কাগজ আৰু ৰেয়ন সূতা প্ৰস্তুত উদোগ প্ৰতিষ্ঠাৰ বাট মুকলোৱা সৰ্থেবাৰী অঞ্চলৰ বাবে অপৰিহাৰ্য্য হব পাৰে। অতি কম দিনৰ ভিতৰতে পুৰঠ হোৱা ঘনছা গছৰ খেতি কায়িক শ্ৰম লাঘৱ কৰাৰ অন্যতম উপায় আৰু কাগজ উদোগৰ বাবে কেচামাল উৎপাদন কৰি অনুৰ্ব্বৰ ভূমিক উৰ্ব্বৰ ভূমিলৈ ৰূপান্তৰ কৰাৰ উত্তম উপায়। আলুখেতিৰ সৈতে কৃষিচক্ৰ নিৰ্দ্ধাৰণ কৰি বৃহৎ কৃষিপামৰ পৰা শীত তাপ নিয়ন্ত্ৰিত ভঁৰাললৈ আলুকামা চপাই ৰাজ্যখনৰ প্ৰচুৰ আলুৰ চাহিদা পুৰোৱাৰ উপৰিও আলুভিত্তিক ক্ষুদ্ৰ খাদ্য প্ৰস্তুত উদোগ প্ৰতিষ্ঠাৰে নতুন সমাজজীৱন পাতনি মেলিব পাৰি।

অসম সাহিত্য সবাৰ একষষ্টি তম সৰ্থেবাৰী অধিৱেশনৰ শুভমুহূৰ্ত্তত আমি সকলোৰে মিলি এনে এক প্ৰচেষ্টাৰ আদৰণি জনাব পাৰিলেহে সাহিত্যৰ জৰিয়তে সভ্যতা, সংস্কৃতি আৰু মনৰ খোৰাক জগোৱাৰ উচ্চ আদৰ্শৰ লগতে আৰ্থসামাজিক জীৱনৰ নতুন ধাৰা উন্মুক্ত কৰি বুদ্ধিদীপ্ত সমাজৰ নতুন পৰিচয়েৰে আমি পৰিচিত হব পাৰিম। ●

** আজি সৰ্থেবাৰী অঞ্চলৰ জন মানসত কৰিলা বা কৈৰালা বিলৰ কোনো স্থান নাই। আছে মাথো ইয়াৰ অৱশেষ স্বৰূপ কাপলা, বৰবিলা, তাভা, সিচা, বৌমাৰী আৰু কাৰৈমাৰী আদি অনেক সৰুবৰ জলাশয়। আৰু আছে পাগলাদিয়া অৱবাহিকাৰ কেইবাখনো উপনৈৰ একত্ৰিত গতিপথ। কৰিলাৰ বুকুয়েদি বৈ যোৱা এই এই একত্ৰিত জলপ্ৰবাহৰ নাম কৰিলা নদী নামেৰে অভিহিত হওঁক — এয়ে অসম সাহিত্য সভাৰ একষষ্টি তম্ সৰ্থেবাৰী অভিৱেশনৰ প্ৰতি আমাৰ সশ্ৰদ্ধ নিবেদন।*

*— লেখক*





# পুণ্যভূমি ব্যাসকুছি সত্ৰত শ্ৰীশ্ৰীভট্টদেৱ

*অনন্তৰাম ডেকা*

অসমৰ ধৰ্ম আৰু সাহিত্য জগতৰ উজ্জ্বল জ্যোতি কবিৰত্ন বৈকুণ্ঠনাথ ভট্টাচাৰ্যদেৱ জনসমাজত ভট্টদেৱ বুলিহে প্ৰখ্যাত। অসমৰ অন্যতম বৈষ্ণৱগুৰু মহাপুৰুষ শ্ৰীশ্ৰীদামোদৰদেৱৰ প্ৰাণসম প্ৰধান শিষ্য ভট্টদেৱৰ অক্ষয় কীৰ্তি 'যাৱচ্চন্দ্ৰদিবাকৰ' বিৰাজ কৰিব। দেৱ দামোদৰ গুৰুৱে ব্যাস সমসৰ শিষ্য ভট্টদেৱক যন্ত্ৰবৎ চলাই 'কথা ভাগৱত' ৰচনা কৰাইছিল। গুৰুৰ প্ৰেৰণাতে ভট্টদেৱে 'গীতাকথা' প্ৰণয়ন কৰিলে। ভট্টদেৱ হ'ল ভাৰতীয় গদ্য সাহিত্যৰ জনক। তেৰা নিজে ধন্য হোৱাৰ লগতে আই অসমীৰো মুখ উজ্জ্বল কৰিলে।

১৪৮০ শকৰ আঘোণ মাহৰ শুক্লা অষ্টমী তিথিত ভট্টদেৱৰ আৱিৰ্ভাৱ হয়। তেৰাৰ পিতৃৰ নাম কবি সৰস্বতী আৰু মাতৃৰ নাম তাৰা দেৱী। চৰিতকাৰ নীলকণ্ঠৰ মতে ভট্টদেৱৰ জন্ম হৈছিল বজালীৰ বিছানকুছিত। আনহাতে চৰিতকাৰ ৰামৰায়ে জন্ম স্থানৰ উল্লেখ কৰা নাই। তেওঁ কেৱল বৰ নগৰৰ ভেড়া গ্ৰামৰপৰা গৈ গুৰু দেৱদামোদৰত শৰণ লোৱাৰ কথাহে উল্লেখ কৰিছে। ভট্টদেৱৰ পিতৃপুৰুষে কেবাবাৰো স্থান পৰিবৰ্তন কৰিছিল। গতিকে ভট্টদেৱৰ জন্মস্থান ক'ত এইবিষয়ে বিশেষ গৱেষণাৰ প্ৰয়োজন। অনেক শাস্ত্ৰ বিদ্যাত পণ্ডিত ভট্টদেৱে ভক্তিমূৰ্তি 'দামোদৰদেৱৰ ওচৰত শৰণলৈ গুৰুৰ কৃপাধন্য হৈ 'দামোদৰ পাদপদ্ম মধুব্ৰত' ৰূপে নিজকে উৎসৰ্গিত কৰিছিল। গুৰুক প্ৰতিষ্ঠা কৰাৰ লগতে নিজেও এজন শব্দব্ৰহ্মনিষ্ণাত আৰু ব্ৰহ্মদৰ্শী গুৰু হৈ উঠিল।

বৰনগৰীয়া সমাজে ভট্টদেৱক 'কবিৰত্ন' উপাধি প্ৰদান কৰিছিল আৰু সতীৰ্থ খুদিয়াৰ গোপালদেৱে ভাগৱত ভট্টাচাৰ্য্য উপাধি দিয়ে। পিছলৈ বৈকুণ্ঠনাথ নাম তল পৰি ভট্টদেৱ ৰূপে প্ৰসিদ্ধ হয়। ভট্টদেৱ গুৰুদেৱৰ সৰ্বস্বৰ অধিকাৰী আছিল। গুৰুৱে সেয়েহে অন্তিমকালৰ সময়ত নিজৰ আত্মীয়ৰ পৰিবৰ্তে ভট্টদেৱকহে মূল পাটবাউসী সত্ৰৰ সত্ৰাধিকাৰ পদত অভিষিক্ত কৰি থৈ গৈছিল। গুৰুবাক্য শিৰোধাৰ্য কৰি ভট্টদেৱে নিষ্ঠাসহকাৰে পাটবাউসী সত্ৰ চলাই আছিল। তাতে দামোদৰ পাটোৱাৰী নামৰ দুষ্টলোকৰ কাৰ্য্যত অতিষ্ঠ হৈ ভট্টদেৱে বাৰজনভকত লগতলৈ চাউলখোৱা নদীৰে উজাই আহিবলৈ ধৰিলে। গধূলি হোৱাত এডোখৰ ঠাইত নাও ৰাখি জিৰণি ললে। এনেতে তেৰাৰ দৃষ্টিগোচৰ হ'ল এটা ডাঙৰ ভেকুলীয়ে এডাল সাপ গিলিব ধৰিছে। তেৰাই এইঠাই মাহাত্মপূৰ্ণ ঠাই হ'ব বুলি বুজি পালে। দুই-চাৰিজন মানুহক সুধি সেই ঠাইখনৰ নাম বিয়াসপাৰা বুলি জানিব পাৰিলে। ভট্টদেৱে ৰাতিটো নাওতে কটাই কেবাদিনো সেই ঠাইত বাহৰ পাতি ৰ'ল। তাৰপাছত তেৰাৰ মাহত্ম্য বুজি তেৰাৰ ওচৰত গাঁৱৰ মানুহ আহি শৰণ ল'লে। ভট্টদেৱে তাত সত্ৰ স্থাপন কৰিলে। ১৫৫০ শকত তেৰাই ব্যাসকুছি সত্ৰ স্থাপন কৰে আৰু মহাপ্ৰয়াণ অবধি ১০ (দহ) বছৰকাল পুন্যাশ্ৰম ব্যাসকুছিতে অতিবাহিত কৰে। ভট্টদেৱে যি স্থানত প্ৰথম পদৰেণু পেলাইছিল সেই স্থানত এতিয়াও 'বাহাঘৰ' আছে। তাত চাকি-বন্তি জ্বলোৱা হয়। ভট্টদেৱৰ জন্মতিথিত পৱিত্ৰ বহাঘৰত ভাগৱত পাঠ, নাম-কীৰ্ত্তন আদি অনুষ্ঠিত কৰা হয়। ভট্টদেৱ জ্যোতি সংঘৰ তৰফৰ পৰা আজি কেইবছৰমানৰ পৰা ধৰ্মালোচনী সভা অনুষ্ঠিত হৈ আহিছে। বাহাৰঘাটৰ কিছু পূৱে ভট্টদেৱে নামঘৰ, মণিকূট আদি নিৰ্মাণ কৰাইছিল আৰু তাত দ্বাদশ (একাদশীত চতুৰ্দশ) প্ৰসঙ্গৰ ব্যৱস্থা কৰিছিল। বাসুদেৱ বিগ্ৰহ থকা মন্দিৰৰ আজি জীৰ্ণ অৱস্থা দেখিলে দুখ লাগে। সত্ৰাধিকাৰসকলৰ নিষ্ক্ৰিয় ভূমিকাৰ ফলত ভট্টদেৱ স্থাপিত মূল সত্ৰৰ শোচনীয় অৱস্থা দেখি মনত এনেভাৱে জাগে যেন ভট্টদেৱৰ প্ৰতি অবিচাৰ কৰা হৈছে। এই সত্ৰতে এদিন ভট্টদেৱে নৱবিধা ভক্তিৰে মানুহক আধ্যাত্মিক ভাৱত উদ্বুদ্ধ কৰি মুক্তিৰ সন্ধান দিছিল। সত্ৰৰ সূত্ৰ ভট্টদেৱে এনেদৰে দিছিল—

যত্ৰাচৰন্তি সদ্ধৰ্মান্ কেৱলা ভগৱৎপ্ৰিয়াঃ
নৱধা ভগৱদ্ভক্তিঃ প্ৰত্যহং যত্ৰ বৰ্ত্ততে।
তৎ সত্ৰমুত্তমং ক্ষেত্ৰং বৈষ্ণৱসুৰবন্দিতম্
তত্ৰস্থাঃ বৈষ্ণৱাঃ সৰ্বে হৰিনামপৰায়ণাঃ।।

শ্লোকত উল্লিখিত সকলো কাৰ্য ভট্টদেৱৰ সত্ৰত প্ৰবৰ্ত্তন হৈছিল। চৰিতকাৰ ৰামৰায়ে লিখি গৈছে—

যি থানত ভট্ট দেৱ বসি থাকা
পদৰেণু লোকে লৱে।
পদৰেণু লন্তে মাটি খান্দি তেন্তে
একহাত খাল হোৱে।।

ভট্টদেৱে ধৰ্ম প্ৰচাৰৰ উপৰিও লোকৰ শিক্ষাৰ অৰ্থে ব্যাসকুছি সত্ৰত সংস্কৃত টোল স্থাপন কৰিছিল। দূৰ-দূৰণিৰ পৰাও অনেক ছাত্ৰ আহি তাত অধ্যয়ন কৰিছিল। সম সাময়িক পণ্ডিতসকলৰ মাজত ভট্টদেৱৰ স্থান আছিল সবাৰো ওপৰত। ঋতম্ভৰা প্ৰজ্ঞাৰ অধিকাৰী ভট্টদেৱৰ সিদ্ধান্ত খণ্ডন কৰিব পৰা পণ্ডিত নাছিল।

স্বদেশী বিদেশী   পণ্ডিতসকলে
বাদকৰিবাক চান্ত।
শ্ৰীভট্টদেৱৰ   কক্ষা লাৰিবাক
বিচাৰি সন্ধি নপান্ত।।' 'ৰামৰায়'

ব্ৰহ্মমুহূৰ্ত্তৰপৰা, নিশালৈকে ভট্টদেৱে বিভিন্ন কাৰ্যত ৰত থাকে। ব্ৰহ্মমুহূৰ্ত্তত উঠি নিত্যকৰ্ম, সন্ধ্যোপাসনা, ভাগৱত পাঠ, নাম-প্ৰসঙ্গ, অধ্যাপন, অধ্যাপনা, সত্ৰ পৰিচালনা ভক্ত আৰু শিষ্যসকলক দৰ্শন দিয়াকে ধৰি দৈনন্দিন কৰ্মসমূহ নিয়াৰিকৈ সমাধা কৰি প্ৰভু ভট্টদেৱে পুণ্যভূমি ব্যাসকুছিক পোহৰ কৰিছিল। ব্যাসসদৃশ পণ্ডিত ভট্টদেৱৰ পৰশতে এই স্থান ব্যাসকুছি নামে প্ৰথিত হয়। ব্যাসকুছি ধামত গুৰু জনাই অনেক কিতাপ, গীতপদ আদি ৰচনা কৰিছিল। সত্ৰাধিকাৰসকলৰ অৱহেলাৰ বাবে অনেক সাচিপতীয়া গ্ৰন্থ বিনষ্ট হৈ যায়। কিছু সংখ্যক গীত পদ উদ্ধাৰ কৰি পাটবাউসী সত্ৰৰ শ্ৰদ্ধেয় খগেন পাঠক ডাঙৰীয়াই প্ৰকাশ কৰে। বিষ্ণু সহস্ৰনাম, নন্দোৎসৱ আৰু ভক্তসকলৰ মাজত প্ৰচলিত অসংখ্য গীত ভট্টদেৱৰ কাব্যিক প্ৰতিভাৰ নিদৰ্শন। কথা ভাগৱত, কথাগীতা, ভক্তিৰত্নাৱলী কথা, ভক্তিবিবেক আদি গ্ৰন্থ ভট্টদেৱৰ ঋতম্ভৰা প্ৰজ্ঞাৰ পৰিচায়ক। এই গ্ৰন্থসমূহ তেৰাই ব্যাসকুছিলৈ অহাৰ আগতে ৰচনা কৰা। আজি বিলুপ্ত হ'লেও ভট্টদেৱৰ সময়ৰ পৰা পিছৰ বহুকাল ব্যাসকুছি সত্ৰ সাংস্কৃতিক দিশত বৰ আগবঢ়া আছিল। গায়নপাৰা চুপাই গায়ন-বায়ন, অঙ্কীয়া নাট আদিৰ প্ৰচলনৰ ইঙ্গিত দিয়ে।

ভট্টদেৱে ব্যাসকুছি সত্ৰৰ লগতে মূল সত্ৰ পাটবাউসীও পৰিচালনা কৰিছিল। ১৫৬০ শকৰ পুহমাহৰ কৃষ্ণা সপ্তমী তিথিত ভট্টদেৱে মহাপ্ৰয়াণ কৰে। অন্তিম কাল ওচৰ চাপি অহাত পাটবাউসী সত্ৰৰ পৰা অগ্ৰজ ৰমাকান্তৰ পৌত্ৰ ভানুদেৱ বিশাৰদক মতাই আনি নানা উপদেশ দি মূলসত্ৰ পাটবাউসী আৰু ব্যাসকুছি সত্ৰৰ মেধি পাতি থৈ যায়। পিছত ভক্তবৃন্দক নাম প্ৰসঙ্গ কৰিবলৈ উপদেশ দি 'ৰাম কৃষ্ণ হৰি দামোদৰ নাৰায়ণ গোপাল গোবিন্দ' মুখে কীৰ্ত্তন কৰি দামোদৰদেৱৰ পাদপদ্ম হৃদয়ত ধাৰণ কৰি তিনিশত পঞ্চত্ৰিংশ অধ্যায় ভাগৱতৰ দুই-এটা শ্লোক পঢ়ি অষ্টাদশ অধ্যায়ৰ গীতা সমাপ্ত কৰি নৰ নাট সামৰি স্বধামলৈ গতি কৰে। মহাপ্ৰয়াণৰ আগে আগে ভট্টদেৱে অৰ্জুনদেৱক কামৰূপৰ মেধি পাতি যায়।

প্ৰভু দামোদৰৰ সৰ্বস্ব অধিকাৰী।
শ্ৰীভট্টচাৰ্যদেৱ প্ৰসিদ্ধ ভাণ্ডাৰী।।
সেহি হীৰা সৰ্বস্ব থৈবাৰ মহা থান
অৰ্জুনদেৱত পৰে নেদেখিলা আন।। —ৰামৰায়

ভট্টদেৱৰ কৃপাধন্য ব্যাসকুছিৰ ৰাইজে গুৰুৰ আদৰ্শৰে উদ্বুদ্ধ হৈ ব্যাসকুছিৰ মধ্যস্থানত বৃহৎ নামঘৰ নিৰ্মাণ কৰিছে। নামঘৰৰ মণিকূটত ভগৱন্তৰ বাঙ্ময় মূৰ্তি ভাগৱত সিংহাসনত স্থাপন কৰা হৈছে। এই নামঘৰতে ভট্টদেৱৰ তিৰোভাৱ তিথিত সভা-মহোৎসৱ পালন কৰা হয়। পাঁচদিন ব্যাপী উদ্‌যাপিত সভা মহোৎসৱত অসংখ্য লোকৰ সমাগম হয়। নাম-কীৰ্ত্তন, ভাগৱত পাঠকে ধৰি ভট্টদেৱ সোঁৱৰণি সভা, ধৰ্মালোচনী সভা আদিৰ আয়োজন কৰা হয়। ইয়াৰ উপৰি যাত্ৰা, ঢুলীয়া আদিৰো ব্যৱস্থা কৰা হয়। গুৰু শ্ৰীশ্ৰীদামোদৰদেৱৰ তিথিও ইয়াত পালন কৰা হয়। আন এটা আদৰ্শনীয় দিশ হ'ল এই নামঘৰত জাতি-বৰ্ণ নিৰ্বিশেষে আটাইকেইজন বৈষ্ণৱ গুৰুৰে তিথি ভক্তি সহকাৰে পালন কৰা হয়। সত্ৰবাসী ৰাইজে সমন্বয়ত গুৰুত্ব দিয়ে।

নমঃ শ্ৰীশ্ৰী ভট্টদেৱায়।।●



*তাত্ত্বিক আলোচনাৰ বাবে মনটো অধ্যয়নপুষ্ট কৰি লোৱাৰ পাছতো প্ৰকাশভংগীৰ দিশত বাক-সংযমৰ আৱশ্যকতা আহি পৰে। ই শ্ৰমসাপেক্ষ। এনে শ্ৰমৰ মাজত লেখকে আনন্দ লাভ কৰিব নোৱাৰিলে শ্ৰম অসাৰ্থক হোৱাৰ সম্ভাৱনাই বেছি।*

ত্ৰৈলোক্যনাথ গোস্বামী।





# চন্দ্ৰকান্ত অভিধানৰ কোহিৰাম দাস

[১৯৮২ চনত সৰ্থেবাৰীত উদ্‌যাপিত কোহিৰাম দাস শতবাৰ্ষিকী উৎসৱৰ মুকলি সভাত সভাপতি বৰুৱাই দিয়া লিখিত ভাষণ। ভাষণটি পিছত লেখকৰ নৱৰত্ন পুথিত অন্তৰ্ভুক্ত হৈছে, **সম্পাদক**]

**অতুল চন্দ্ৰ বৰুৱা**
প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা

কামৰূপ জিলাৰ সৰ্থেবাৰী ঘাইকৈ কাঁহ-শিল্পৰ বাবে প্ৰসিদ্ধ। এই সুখ্যাতিৰ লগতে সোণত সুৱগা চৰাই ই স্মৰণীয় হৈ আছে প্ৰয়াত প্ৰাক্তন মুখ্য ন্যায়াধীশ কথাশিল্পী হলীৰাম ডেকাৰ জন্মস্থান বুলিও। মথুৰা বুলিলেই শ্ৰীকৃষ্ণৰ, বৰদোৱা বুলিলেই শঙ্কৰদেৱৰ, মক্কা বুলিলেই হজৰত মহম্মদৰ নাম মনলৈ অহাৰ দৰে সৰ্থেবাৰী বুলিলে ডেকা ডাঙৰীয়াৰ স্মৃতি পোনেই মানস-পটত ভাহি উঠে। সেই একেদৰে সৰ্থেবাৰীতেই ১৮৮২ চনত এগৰাকী ঋষিকল্প পুৰুষে জন্ম গ্ৰহণ কৰিছিল ঃ তেৱেঁই আছিল নীৰৱ সাধক কোহিৰাম দাস।

সাধক কোহিৰাম দাস জীৱিতাৱস্থাত কোহিবাবু বা কোহিমাষ্টৰ বুলিয়েই জনাজাত আছিল। কামৰ কৃতিত্বৰ লেখেৰে জুখিবলৈ গলে কোহিবাবু হয়তো পণ্ডিত বা শিক্ষাবিদ কোহিৰাম দাস ৰূপেই থাকি যাব। কিন্তু যত্নৰ সফলতাতে সদায় জীৱনৰ চৰম কৃতিত্ব ধৰা নপৰে, কি উপায়েৰে সেই কৃতকাৰ্যতা লভিবলৈ প্ৰয়াস কৰা হৈছিল, সৎ উপায়েৰে নে হিংসা বৃত্তিৰে, সাধু-সাত্ত্বিক পথেৰে নে কূট-কৌশলেৰে, সেইটোহে অধিক বিচাৰ্য্য। মহাত্মা গান্ধীয়ে তেওঁৰ অসহযোগ আন্দোলন একাধিকবাৰ মাজতে অপ্ৰত্যাশিতভাৱে বন্ধ কৰি দি আপোন চিত্তশুদ্ধিৰ বাবে অনশনত বহিছিল, কাৰণ তেওঁৰ অনুগামী আন্দোলনকাৰীসকলে ঈপ্সিত লক্ষ্যত উপনীত হবৰ কাৰণে সৎ পথৰ পৰা ফালৰি কাটি অসৎ পথেদি আগবাঢ়িছিল, অহিংস নীতি ত্যাগ কৰি হিংসা বৃত্তি অৱলম্বন কৰিছিল; কিন্তু কৃতকাৰ্য্যতাই জীৱনৰ চৰম আদৰ্শ নহয়।

কোহিৰাম দাস ডাঙৰীয়াৰ জীৱনৰ যত্ন-চেষ্টাবোৰে জয় লাভৰ পৰিমাণ-জোখত বিশেষ উল্লেখযোগ্য নহয়; বৰঞ্চ তেওঁৰ জীৱনটো এটাৰ পাছত আনটোকৈ অনেক বিফলতাৰে পৰিপূৰ্ণ। সেইবোৰৰ কথা ভাবিলে কেতিয়াবা এনেহে লাগে, তেওঁ যেন এখন কৰুণ বিয়োগান্ত নাটকৰ এগৰাকী নিৰ্ভীক নায়কহে। এই প্ৰসঙ্গত সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাদেৱে কৈছে — 'পুৰণি বি. এ. পাছসকলৰ এজন হৈও কোহিবাবুৱে ওৰে জীৱন ভাত মুঠিৰ বাবে কঠোৰ সংগ্ৰাম কৰিবলগীয়া হৈছিল। তেওঁ এজন প্ৰকৃত শিক্ষাবিদ আছিল, সমাজ-সেৱী আছিল, মুক্তি-যুঁজাৰু আছিল, নিজৰ গাঁৱৰ কাঁহশিল্প উদ্যোগৰ উন্নয়নাকাঙ্ক্ষী আছিল, অসমীয়া সাহিত্যৰ নিস্বাৰ্থ নীৰৱ সেৱক আছিল, তদুপৰি তেওঁৰ আছিল এটি দাৰ্শনিক ধৰ্মীয় মনোভাব কিন্তু ধনুৰ্দ্ধৰ মহাবীৰ কৰ্ণক নিয়তিয়ে পদে পদে লাঞ্ছিত কৰাৰ নিচিনাকৈ কোহিবাবুকো নিয়তিয়ে অনবৰত বিদ্ৰুপৰ চকুৰে চাইছিল, পদে পদে তেওঁ প্ৰতিকূল অৱস্থাৰ সন্মুখীন হবলগীয়া হৈছিল। সেয়ে তেওঁ হৈছে 'কামৰূপ ৰত্নমালা'ৰ অন্যতম ৰত্ন। (নীৰৱ সাধক কোহিৰাম দাস' গ্ৰন্থত সংযোজিত 'একেষাৰ')।

সেই যুগৰ শিক্ষা আৰু শিক্ষিতৰ সংখ্যা সম্পৰ্কে মন্তব্য দি 'সাহিত্য সংগ্ৰহ' নামৰ কলিকতা বিশ্ববিদ্যালয়ৰ ১৯০৫ চনৰ এন্ট্ৰেন্সৰ পাঠ্য এখনৰ দ্বিতীয় সংস্কৰণৰ ৬।১২।৮০ তাৰিখৰ ভূমিকাত ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে কৈছে ঃ — 'সত্তৰ-আশী বছৰ আগেয়ে অসমীয়া উচ্চ শিক্ষিত ভদ্ৰলোকৰ সংখ্যা সৰহ নাছিল — গ্ৰেজুৱেটেই আধা ডজন আছিল নে নাই সন্দেহৰ কথা। পুৰণি 'অসম বন্তি' চালে গম পোৱা যায় যে হাইস্কুলৰ মাষ্টৰ পদৰ কাৰণেই গ্ৰেজুৱেট নোলাইছিল। যি দুই এজন ওলাইছিল তেওঁলোকে ছবডেপুটী নাইবা হাকিম পদ পাইছিল ('অসম বন্তি' ৩ জুলাই, ১৯০৫)।' এনে স্থলত ওৰে জীৱন প্ৰতিযোগিতামূলক বৃত্তিৰে পঢ়ি ১৯০৩ চনতে সুখ্যাতিৰে সন্মান সহকাৰে বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈও কোহিৰাম দাস ডাঙৰীয়াই সমস্ত জীৱনত জীৱিকা অৰ্জনৰ কাৰণে কষ্টতে কাল কটাবলগীয়া হৈছিল। ইয়াক নিয়তিৰে পৰিহাস নুবুলি কি বোলা যায়? কোহিৰাম দাস ডাঙৰীয়াই ছাত্ৰ জীৱনত কৃতকাৰ্য্যতাৰ শীৰ্ষবিন্দু পাইছিল ১৯০৩ চনত কলিকতা বিশ্ববিদ্যালয়ৰ বি. এ. পৰীক্ষাত দৰ্শনত দ্বিতীয় শ্ৰেণীৰ দ্বিতীয় স্থান লাভ কৰি। ইয়াৰ আগতে এফ. এ. পৰীক্ষাতো তেওঁ কোচবিহাৰৰ মহাৰাজাৰ পোন্ধৰ টকীয়া বৃত্তি লাভ কৰাত আগৰ চৰকাৰী কুৰি টকীয়া বৃত্তিৰে সৈতে তেওঁৰ জলপানীৰ পৰিমাণ হৈছিল ৩৫ টকা। তাৰে তেওঁ নিজে খাই বৈ থাকি ঘৰলৈও

ওপৰঞ্চি কিছু পঠিয়াব পাৰিছিল। ই কম কৃতিত্বৰ কথা নহয়। মেধাৱী ছাত্ৰ বুলি তেওঁক তেওঁৰ যুগৰ সকলোৱে একেমুখে স্বীকাৰ কৰিছিল। আনকি বি. এ. পাছ কৰাৰ পাছত তেওঁক চাবলৈ দূৰ-দূৰান্তৰ গাওঁ-ভূঁইৰপৰাও মানুহ আহি তেওঁৰ চোতাল ভৰি পৰিছিল।

এম.এ. আৰু বি. এল পৰীক্ষাত তেওঁ যথাসময়ত বহিছিল; কবলৈ গলে নিসহায় নিৰায়ুধ যোদ্ধাই দেখাক দেখি যুদ্ধ-ক্ষেত্ৰত অৱতীৰ্ণ হোৱাৰ দৰেহে। তাৰ কাৰণো নোহোৱা নহয়। ৰাজা ৰামমোহন ৰায়, মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ, ব্ৰহ্মানন্দ, কেশৱচন্দ্ৰ সেন, ৰামকৃষ্ণ পৰমহংস, স্বামী বিবেকানন্দ প্ৰভৃতি মনীষীসকলৰ জীৱনৰ ঘটনাৱলী তথা কাৰ্য্যকলাপে আৰু বিবিধ ধৰ্ম্মশাস্ত্ৰৰ অধ্যয়নে তেওঁক সেই সময়ত বৰকৈ আকৰ্ষণ কৰিছিল। বি. এ. পঢ়োঁতে আইনৰ কিতাপতকৈও তেওঁ ল-ৰিপোৰ্টবোৰহে উপন্যাস পঢ়াদি পঢ়িছিল। এই বিষয়ে পিছত তেওঁ নিজেই আক্ষেপ কৰি আত্ম-জীৱন চৰিতত লিখিছিল – 'এই দুটা পৰীক্ষা ফেল কৰাৰ কাৰণ হ'ল এয়ে যে পাঠ্য পুস্তকবিলাক এৰি বাহিৰা কিতাপ আৰু Law Report বিলাক পঢ়োতেই মোৰ সময় গৈছিল। বি. এল. পাছ নকৰা কথাটো মোৰ পক্ষে এটা অভিশাপৰ দৰে হ'ল। চাকৰি মই কেতিয়াও ভাল পোৱা নাছিলো, উকীল হবলৈহে মোৰ প্ৰবল আকাঙ্ক্ষা আছিল।' গাৰ্হস্থ্য জীৱনৰ প্ৰতি কটাক্ষ কৰিও তেওঁ তাত কৈছে, 'সংসাৰ কৰা মানুহৰ দৰে মোৰ মন গঠিত হোৱা নাই; সংসাৰ কৰিবলৈ মই অনুপযুক্ত, গতিকে মোৰ সাংসাৰিক জীৱনত বহুত বেমেজালি ঘটিছে। মই কেবা বছৰ চাকৰি কৰিলোঁ, অনেক টকা ঘটিলোঁ, কিন্তু এই পৰ্য্যন্ত ক'তো এটা স্থায়ী ঘৰ সাজিব আৰু তাৰ ভিঠাৰ উপযোগী মাটি এডোখৰ কিনিব নোৱাৰিলোঁ।'

শিক্ষকতাত কেনে আছিল আৰু কথা-বতৰা, চলন-ফুৰণেই বা তেওঁৰ কেনে ধৰণৰ আছিল সেই বিষয়ে অতুলচন্দ্ৰ হাজৰিকাদেৱে তেওঁৰ 'স্মৃতিলেখাত' উল্লেখ কৰা ঘটনা এটাৰ উদ্ধৃতি দিলেই যথেষ্ট হব। হাজৰিকাদেৱে তাত কৈছে – 'মোৰ প্ৰথম চাকৰি হৈছিল সোণাৰাম হাইস্কুলত ১৯৩০ চনত। ××সোণাৰাম হাইস্কুলত মোৰ মনত ৰেখা পাত কৰা শিক্ষকসকলৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য ব্যক্তি আছিল প্ৰথম তাঙৰণ 'চন্দ্ৰকান্ত অভিধান' সংকলন কৰোঁতা সৰ্তেবাৰীৰ কোহিৰাম দাস। দাস আগবৰ্দিনীয়া গ্ৰেজুৱেট। তেওঁ ওপৰ শ্ৰেণীত ইংৰাজী পঢ়াইছিল। তাৰ আগতে নাজিৰা হাইস্কুলতো শিক্ষকতা কৰিছিল। তেওঁ কোনো দিনে আমাৰ আগত নিজৰ বিদ্যা জাহিৰ কৰা নাছিল, আৰু আগতে কৈ নিদিলে কোনেও কৰ নোৱাৰিছিল যে সেইজনেই 'চন্দ্ৰকান্ত অভিধান'ৰ শব্দ সংযোজক কোহিৰাম দাস। মানুহজন স্বাধীনচিতীয়া আৰু অলপ বেলেগ প্ৰকৃতিৰ। তেতিয়াৰ এদিনৰ কথা। সোণাৰাম স্কুলৰ উত্তৰেদি বৈ যোৱা লুইতৰ চাপৰিৰ ৰাওবনৰ হাবিত চৰাই চিকাৰ কৰিবলৈ আমাৰ সহকৰ্মী শ্ৰীপুলিনৰাম ফুকন হাতত বন্দুক লৈ ব্ৰহ্মপুৰাতে ওলাই গৈছিল। অলপ সময় চিকাৰ বিচাৰি ফুৰাৰ পিছতে ঝাও গছৰ মাজত এটা বনৰীয়া গাহৰিয়ে বোকাত লেটি লৈ থকা দেখা পাই তেওঁ বন্দুকটো টোঁৱাব খুজিলে। কিন্তু অলপ পিছতে দেখে যে গাহৰিটো দেখোন মানুহৰ দৰি থিয় হ'ল। তেতিয়া তেওঁ ভয়ে বয়ে আগবাঢ়ি গৈ দেখা পালে যে সেইটো গাহৰি নহয়, গোটেই গা বোকাৰে লুতুৰি পুতুৰি কোহিৰাম দাস। এখন চুৰিয়া কৰি পিন্ধা গামোচাৰ বাহিৰে আন কাপোৰ তেওঁৰ গাত নাই। বোকা-পানী লাগি গাৰ বৰণ গাহৰিৰ দৰে হৈছিল। কিয় তেনেভাৱে আছিল বুলি ফুকনে সোধাত কোহিবাবুৱে হেনো 'হাইড্ৰপেথি' (জলচিকিৎসা) কৰা বুলি কৈছিল। যি হওক, ঈশ্বৰৰ অনুগ্ৰহত সেইদিনা কোনো দুৰ্ঘটনা হবলৈ নাপালে। স্কুলৰ কমন ৰুমত ফুকনে সেই চিকাৰভ্ৰমণৰ কাহিনী আমাৰ আগত কৈছিল। কোহিবাবুৱে হলে নিৰ্বিকাৰচিত্তে কাম কৰি গৈছিল, কাৰো আগত সেই কাহিনী ব্যক্ত কৰা নাছিল।'

এনেকুৱাই আছিল কোহিৰাম বাবু। সহপাঠী আৰু সমসাময়িক ছাত্ৰসকলৰ মাজত কোহিৰাম দাসৰ নাম সকলোৱে যথাযথ সমীহ কৰিহে উল্লেখ কৰিছিল। এই প্ৰসঙ্গত 'চন্দ্ৰকান্ত অভিধান' প্ৰণয়নৰ কাহিনীটো উল্লেখ কৰা যায়। অসম সাহিত্য সভাৰ আৰম্ভণিৰ সমস্ত ইতিবৃত্ত সভাৰ প্ৰতিষ্ঠাপক সম্পাদক শৰৎচন্দ্ৰ গোস্বামীয়ে নিজহাতে লেখি থৈ গৈছে। সেই বিষয়ে কিঞ্চিৎ বিবৰি কোৱা উচিত হব। 'সাহিত্য সভাৰ কথা' বুলি এখন বহীত এটা দীঘলীয়া টোকা গোস্বামীদেৱে লেখি ৰাখিছিল। তাত এওঁ লেখি থৈছিল – 'মোৰ জীৱিতাৱস্থাত ইয়াক প্ৰকাশ নকৰাই ভাল।'

১৯৪৪ চনৰ ডিচেম্বৰত গোস্বামীদেৱ পৰলোক প্ৰাপ্ত হয়, আৰু ১৯৪৫-৪৬ চনত তেখেতৰ জীৱনী লিখিবলৈ ন্যস্ত দায়িত্ব গ্ৰহণ কৰি বাধ্য হৈ আমি গোঁসাইৰ ছিলঙৰ ঘৰত থকা সমস্ত পুৰণি নথি আৰু চিঠি-পত্ৰাদি কাকতবোৰ খুঁচৰি পাত-পাত কৰিবলগীয়া হৈছিলোঁ। তাকে কৰোঁতে 'সাহিত্য সভাৰ কথা' বোলা উক্ত টোকাটো আমাৰ হাতত পৰে। আমি তেতিয়া ছিলং মুকুল সঙঘৰ প্ৰতিষ্ঠাপক সম্পাদক, আৰু অধ্যাপক কেশৱ নাৰায়ণ দত্ত সেই সংঘৰে এগৰাকী বিশিষ্ট সদস্য। সেই সূত্ৰে দত্তৰ লগত আমাৰ সঘনে নানা বিষয়ৰ আলাপ-আলোচনাদি হৈ আছিল। কথা-প্ৰসংগত গোঁসাইৰ সেই টোকাটোৰ কথা দত্তক এদিন বিবৰি কোৱা হৈছিল আৰু কোৱাই নহয়, সেইটো তেওঁক দেখুৱাও হৈছিল। কালক্ৰমত মুকুল সঙঘৰে প্ৰতিনিধি হিচাপে গৈ অধ্যাপক দত্ত নিজৰ প্ৰতিভাৰ গুণত সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহিকৰ সদস্য, পত্ৰিকা সম্পাদক হৈ থকা কালতে নতুন প্ৰকাশ ২য়-৩য় সংখ্যা : কাতি, মাঘ, ১৮৭৪ শক, ইং ১৯৫২ চন-কাকতত পত্ৰিকাৰ সুদীৰ্ঘ ৩৪ পিঠি জোৰা 'সাহিত্য সভাৰ কথা' বোলা টোকাটো বৰ্জন-শোধনৰ





মাজেদি সম্পাদিত হৈ প্ৰকাশ হয়। স্বৰ্গীয় কোহিৰাম দাস আৰু 'চন্দ্ৰকান্ত অভিধান' সম্পৰ্কে কবলৈ গলে সেইটোৱে একমাত্ৰ নিৰ্ভৰযোগ্য প্ৰথম প্ৰকাশিত বিৱৰণ। ইয়াত তাৰেই সংশ্লিষ্ট কিছু অংশ উদ্ধৃত কৰিলোঁ। তাৰে এঠাইত গোসাঁয়ে কৈছে – "সম্প্ৰতি 'চন্দ্ৰকান্ত অভিধান'ৰ কথা সংক্ষেপ কৰি লেখোঁ।

'চন্দ্ৰকান্ত সন্দিকৈ হ'ল' হোৱাৰ লগে লগে 'চন্দ্ৰকান্ত অভিধান' লেখোৱাৰ দিহা কৰা হ'ল। পোনতে ৰায়বাহাদুৰ দুৰ্গাধৰ বৰকটকীক এই কাম দিয়া হ'ল। তেখেতে অলপ দিন চেষ্টা কৰি এই কাম এৰি দিলে আৰু নিজে প্ৰকাশকৰ ব্যৱসায় কৰিব বুলি ক'লে। তেতিয়া মানুহ বিচাৰি স্থিৰ হ'ল, শ্ৰীযুত কোহিৰাম দাস বি. এ. দেৱক এই কামৰ কাৰণে আনিব লাগে।

শ্ৰীযুত কোহিৰাম দাসে ১৯০৫-০৬ চনত (আচলতে ১৯০৩ চনতে) ভাল কৰি বি. এ. পাছ কৰে। তেওঁ বৰ মেধাৱী মানুহ। দৈৱ-দুৰ্বিপাকত তেওঁ কোনো ভাল চাকৰি নাপালে। তেওঁ তেতিয়া ঘৰতে বহি আছে। মই তেওঁক তেতিয়া ভাল কৰি চিনি নাপাওঁ। তেওঁৰ গুণ আৰু বিদ্যাহে জানোঁ। শ্ৰীযুত দেৱেশ্বৰ চলিহা, শ্ৰীযুত দেবানন্দ ভৰালী, শ্ৰীযুত কুলধৰ চলিহা আদিয়ে তেওঁক ভাল কৰি জানে। গতিকে তেওঁক অনা হ'ল।

তেওঁক আনি এটা ডাঙৰ কাম কৰা হ'ল। অভিধান লেখাৰ যিমান কাম, তাৰ মাজত যিমান বেমেজালি, আৰু শব্দ এটাৰ অৰ্থ ব্যাখ্যা লিখিবলৈ যিমান ধৈৰ্য্য আৰু শ্ৰমৰ আৱশ্যক হ'ল – তাকে দেখি মোৰ দৃঢ় বিশ্বাস হ'ল যে কোহিৰাম বাবু ব্যতিৰেকে তেতিয়া আন কোনো এজন অসমীয়া মানুহ নাছিল যি এনে বৃহৎ কামটো ইমান ভাল কৰি কৰিব পাৰিলেহেঁতেন। মই মাজে মাজে ভাবোঁ যে কোহিৰাম বাবুৰ দৰে তেতিয়াৰ দিনৰ কৃতবিদ্য মানুহ এজনে এটা গবৰ্ণমেন্ট চাকৰি নোপোৱাটোয়েই যেন বিধিৰ বিধান লুকাই আছিল যে এদিন অসমীয়া ভাষাত 'চন্দ্ৰকান্ত অভিধান' নামৰ অভিধান এখন ওলাব লাগিব। যি হক, যি 'চন্দ্ৰকান্ত অভিধান' ছপা হৈ ওলাল সি কিন্তু কোহিৰাম বাবুৱে লেখা সম্পূৰ্ণ অভিধান নহয়। তেওঁ তাত নানান প্ৰকাৰৰ উদাহৰণ আৰু প্ৰয়োগ দেখুৱাই শব্দাৰ্থ আদি লৈখিছিল, আৰু তাত শব্দও আছিল অনেক। পাছৰ কালত অভিধান ছপাবৰ সময়ত বিশেষ, বিশেষ বিবেচনা নকৰা কৰি কোহিৰাম বাবুৱে লেখা বহুত প্ৰয়োগ, ব্যাখ্যা, শব্দ আদি কাটি দিয়া হ'ল। 'চন্দ্ৰকান্ত অভিধান' লেখা সম্পৰ্কে এই কথা বৰ বেদনাদায়ক।

××× 'চন্দ্ৰকান্ত অভিধান'ৰ পাতনিত বা আন ক'তো মোৰ নামৰ কথাই নাই, কোহিৰাম বাবুৰ নাম পৰ্য্যন্তও উল্লেখ নহ'ল।' – এই সম্পৰ্কে কোহিৰাম দাসে তেওঁৰ আত্ম-জীৱনীত অতিশয় সংযত ভাষাত লিখিছে – 'অভিধানৰ পাতনিত মোৰ, মোৰ সহকৰ্মী আৰু সভাৰ সম্পাদক স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ কোনো উল্লেখ নাই। অভিধানৰ দ্বিতীয় তাঙৰণত সেই ত্ৰুটী গুচোৱা হব বুলি কথা দিছে।' কথা কোনে দিছিল আৰু কেনেকৈ দিছিল, মুখৰ কথাৰে নে লিখিতভাৱে, জনা নাযায়। দ্বিতীয় তাঙৰণ 'চন্দ্ৰকান্ত অভিধান'ৰ পাতনি হ'লে সেই সম্পৰ্কে একো নাই। শৰৎচন্দ্ৰ গোস্বামী আৰু কোহিৰাম দাস এই দুয়োৰো মণি-কাঞ্চন সংযোগ নোহোৱা হলে 'চন্দ্ৰকান্ত অভিধান'ৰেই জন্ম হ'লহেঁতেন নে, সন্দেহৰ, কথা।

অভিধান লেখা কম কষ্টসাধ্য কাম নহয়। হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে লেখা আছে, তেওঁ হেনো কেতিয়াবা ৰাতি টোপনিৰপৰা সাৰ পাই উঠিও চাকি জ্বলাই লৈ হঠাৎ মনত পৰা শব্দ দুই-এটা টুকি থৈ পুনঃ টোপনি গৈছিল। এই প্ৰসঙ্গত কোহিৰাম দাসে তেওঁৰ আত্ম-জীৱনীত কৈছে, – 'যোৰহাটলৈ গৈ অভিধান লিখা কাম আৰম্ভ কৰি তাৰ একো উৰাদিহ নাপাই বিমোৰত পৰিলোঁ। যি হক কেবাখনো অভিধান চাই মেলি কাম একৰকম ৰম্ভ কৰিলোঁ। নতুন শব্দৰ ব্যুৎপত্তি উলিয়াবলৈ গৈ ৩।৪ খন বেলেগ বেলেগ ভাষাৰ অভিধান চোৱাৰ বাহিৰেও ১০।১২ ঘন্টা ভাবিব লগাত পৰিছিলোঁ। এই কাম মই তিনি বছৰ কৰো। বছৰি দৰমহা ১০ কি ৫ টকাকৈ বাঢ়িছিল। শেষৰ ৩।৪ টা আখৰ লিখাৰ আগতে কৰ্তৃপক্ষই মোক বিদায় দিলে। তেওঁলোকে অভিধানখন কামৰূপী কৰা বুলি সন্দেহ কৰিলে।' পিছত পুনৰীক্ষণ কৰি অভিধানখন কিছু চমুকৈ উলিওৱা হয়। দাসদেৱে সেইবিষয়ে কৈছে – 'অভিধানত মই যিমান বহলকৈ শব্দৰ ব্যুৎপত্তি আৰু নানা কিতাপৰ পৰা উদ্ধৃত পদ দিছিলোঁ তাক ৰখা নহ'ল।'

১৯৭৭ চনত দত্তবৰুৱা এণ্ড কোম্পানীয়ে প্ৰকাশ কৰা আমাৰ ৰচিত 'অসমীয়া অভিধান আৰু ভাষা' নামৰ পুথিৰ ৩১ পৃষ্ঠাত 'চন্দ্ৰ কান্ত অভিধান আৰু তাৰ পৰৱৰ্তী প্ৰচেষ্টা' প্ৰসঙ্গত আমি কোহিৰাম বাবুৰ কথা উল্লেখ কৰি কোৱা কথাখিনি ইয়াতে দোহাৰিছোঁ – 'ক্ষোভ আৰু বেজাৰেৰে সৈতে নকৈ নোৱাৰি যে 'চন্দ্ৰকান্ত অভিধান' প্ৰণয়ন আৰু প্ৰকাশত অসমীয়া ভাষাৰ কাৰণে দাতাৰ যি উদাৰতা আৰু বদান্যতা প্ৰকাশ পাইছিল কৰ্মকৰ্তাসকলে তাক সম্যকভাৱে কাৰ্য্যত ৰূপায়িত কৰিব নোৱাৰিলে। সংগৃহীত অনেক প্ৰচলিত শব্দয়ে তাৰ পৰা বাদ পৰিল আৰু সেয়ে অভিধানখন পূৰ্ণাঙ্গ কৰাত ব্যাঘাত জন্মালে। ××× এতিয়া সেই বিষয়ে অধিক আলোচনা কৰি লাভ নাই যদিও কৈ থোৱা উচিত হব যে অভিধানৰ পাতনিত শব্দ সংগ্ৰাহক আৰু অভিধানলেখক কোহিৰাম দাস ডাঙৰীয়াৰ নামটো পৰ্য্যন্ত উল্লেখ নথকাটো বৰ দুৰ্ভাগ্যজনক। সি যি হওক এতিয়া তাৰ আগন্তুক সংস্কৰণবোৰত উদাৰ আৰু ভাষাতাত্ত্বিক বহল দৃষ্টিৰে চাই অসমীয়া ভাষা এটাৰ কথা মনত ৰাখি তাক ন-পুৰণি, উজনি-নামনি সকলো ঠাইৰ

অসমীয়া ভাষাত ব্যৱহৃত হৈ থকা শব্দসমূহৰ ভঁৰালৰূপে প্ৰণয়ন কৰা হ'ব বুলি সকলোৱে আশা কৰে।'

আমাৰ বিশ্বাস দাস ডাঙৰীয়াক দ্বিতীয় সংস্কৰণ 'চন্দ্ৰকান্ত অভিধান'ৰ পাতনিত শৰৎ চন্দ্ৰ গোস্বামী আৰু তেওঁৰ নামৰ উল্লেখৰ দ্বাৰা 'আগৰ ত্ৰুটী গুচোৱা হ'ব' বোলা কথা ক'তো লিপিবদ্ধ হৈ নাথাকিল আৰু সেইবাবে ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাকে ধৰি দ্বিতীয় সংস্কৰণৰ নতুন সম্পাদনা সমিতিয়ে সেই বিষয়ে পাতনিত একো উল্লেখ নকৰিলে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে এই লেখকে ক্ষুদ্ৰভাৱে হলেও 'চন্দ্ৰকান্ত'ৰ দ্বিতীয় সংস্কৰণত বিবেচনাৰ কাৰণে এহেজাৰমান নতুন শব্দ বহুযত্নে সংকলন কৰি পঠিয়াইছিল আৰু তাৰ স্বীকৃতি ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে পাতনিত দিছে। এনে স্থলত দাস-গোস্বামীৰ বহুমূলীয়া সহযোগৰ স্বীকৃতি নিদিয়াৰ যুক্তিসঙ্গত কাৰণ আমি নেদেখোঁ, বিশেষকৈ নতুন কৰ্মকৰ্তাসকলে। সেয়ে হলেও সত্যক ঢাকি ৰখা টান আৰু নিঃস্বাৰ্থ দেশহিতৰ্কৰ কামৰ স্বীকৃতি যি কোনোপ্ৰকাৰে পলমকৈ হলেও এদিন হ'ব।

'চন্দ্ৰকান্ত অভিদান'ৰ পাতনিত নাম নাথাকিলেও কোহিৰাম দাসেই যে সেই অভিধানৰ মুখ্য সংকলয়িতা আছিল আৰু আন নালাগে পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ দৰে লোকেও যে এসময়ত দাস ডাঙৰীয়াৰ সহকাৰী হৈ কাম কৰিবলৈ দ্বিধাবোধ নকৰিছিল, সেই দুয়োটা কথা অইন কি স্বয়ং সন্দিকৈ দেৱৰ জীৱনীতে পোৱা গৈছে। সুসাহিত্যিক আব্দুছ ছাত্তাৰৰ দ্বাৰা ৰচিত আৰু সন্দিকৈদেৱৰ দ্বাৰা সমৰ্থিত কৃষ্ণকান্ত সন্দিকৈ' নামৰ গ্ৰন্থৰ ষষ্ঠ অধ্যায়ৰ 'কলেজীয়া- ছাত্ৰৰূপে গুৱাহাটী আৰু কলিকতাত' প্ৰসঙ্গত (২য় তাঙৰণৰ ৩৪ পৃষ্ঠাত, আছে পুৰণিগুদামৰ ৰুদ্ৰকান্ত গোস্বামীৰ লগতো সন্দিকৈদেৱৰ বন্ধুত্ব হৈছিল। তেওঁ তেতিয়া যোৰহাটত প্ৰাইভেটকৈ মেট্ৰিক দিবৰ কাৰণে এবছৰমান আছিল আৰু ঘৰুৱা শিক্ষকতা কৰি তেওঁৰ থকা-খোৱা খৰচ উলিয়াইছিল। তেওঁৰ পৰাও অসমীয়া সাহিত্যৰ কাৰণে সন্দিকৈয়ে উদ্‌গনি পাইছিল। ইয়াৰ বহুত দিনৰ পিছত 'চন্দ্ৰকান্ত অভিধান'ৰ প্ৰধান সঙ্কলয়িতা (Chief Complier) কোহিৰাম দাসৰ লগতো তেওঁ কেইবা বছৰো সহকাৰী হৈ কাম কৰি আছিল।'

'ৰাধাকান্ত সন্দিকৈ' গ্ৰন্থত নকুলচন্দ্ৰ ভূঞাদেৱেও শৰৎচন্দ্ৰ গোস্বামীদেৱৰ পূৰ্বোক্তি টোকাটোৰ উদ্ধৃতি দি কৈছে 'চন্দ্ৰকান্ত অভিধান' তৈয়াৰ কৰা কামত এই কেইজন মানুহে খাটিছিল ঃ শ্ৰীযুত কোহিৰাম দাস, সৰ্থেবাৰী " ৰুদ্ৰকান্ত গোস্বামী, নগাওঁ আৰু শ্ৰীনকুল চন্দ্ৰ ভূঞা, যোৰহাট।'

এই বিষয়ে 'চন্দ্ৰকান্ত অভিধান'ৰ প্ৰথম তাঙৰণৰ পাতনিত আছে, 'নতুন আৰু পুৰণি ভাল ভাল বুৰঞ্জী আদি পঢ়ি 'হেমকোষ'ত নথকা শব্দবিলাক গোটাবলৈকেও তিনিজন কৰ্মচাৰী নিযুক্ত কৰা হৈছিল. তেওঁলোকে সংগ্ৰহ কৰা শব্দবিলাক অভিধানত ভৰাই দিয়া হৈছে। কিবা কাৰণত কোন কোন তিনিজন আছিল নাম কোৱা নহ'ল যদিও তেওঁলোকক জানিবলৈ পাঠকৰ এতিয়া আৰু বাকী নাই.

আমি জনাত কোহিৰাম দাস ডাঙৰীয়াই ভাষা-জননীৰ পূজালৈ বুলি চাৰি পাহ গ্ৰন্থ পুষ্পাঞ্জলি আগ বঢ়াইছিল। তাৰে আত্ম জীৱনীখন তেওঁ লিখিছিল তেওঁৰে এগৰাকী প্ৰিয় ছাত্ৰ শ্ৰীপ্ৰতাপ চন্দ্ৰ চৌধুৰীৰ নেৰানেপেৰা অনুৰোধ-আক্ৰান্তি নেওচিব নোৱাৰি। ১৯৭৫ চনত তেওঁৰ মৃত্যুৰ ষোল বছৰ পিছত শ্ৰীশ্ৰীহৰিদেৱ পুথিভঁৰালৰ সৌজন্যত সেইখন 'যেনে-তেনে ৰূপত' কোনোমতে প্ৰকাশ হৈছে। দাস ডাঙৰীয়াই হাতেলিখা অৱস্থাত আৰু তিনিখন পুথি এৰি থৈ যোৱা বুলি জনা গৈছে ঃ যেনে, (১) হজৰত মহম্মদৰ জীৱনী, (২) 'অংশুমান' নামৰ পৌৰাণিক নাট এখনি আৰু (৩) ভাৰতৰ আঠাইছ গৰাকী ধৰ্মগুৰুৰ জীৱনী আৰু দৰ্শন সম্বলিত 'ভাৰতৰ ধৰ্মগুৰুসকল' বোলা এখন বৃহৎ পুথি। এনে স্থলত অইন নহলেও অন্ততঃ 'ভাৰতৰ ধৰ্মগুৰুসকল' বোলা শেহৰখন পুস্তক বিকোনো উপায়ে প্ৰকাশ কৰোৱাটো সমীচীন হ'ব বুলি প্ৰতীয়মান হয়।

১৯১১ চনৰ মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনতো কোহিৰাম দাসৰ অৰিহণা উলাই কৰিব পৰা বিধৰ নাছিল। তেওঁ পোনতে টিহুত জাতীয় স্কুল এখন্ পাতি তাৰ সহায়ত কপাহ ধুনা, যঁতৰ ঘুৰোৱা, টাকুৰীত সূতা কটা আদি গঠনমূলক কামৰ প্ৰচাৰ কাৰ্য্য চলাইছিল। এই কালডোখৰতে খাজনা-বন্ধ সংক্ৰান্ত কামতো জড়িত থকা বুলি চৰকাৰে তেওঁক এবাৰ নহয়, দুবাৰো গ্ৰেপ্তাৰ কৰি নি কাৰাবাস দিছিল। সেই সময়তে তেওঁৰ এটি পুত্ৰ আৰু এজনী কন্যা অগা-পিছাকৈ দুদিনৰ ভিতৰতে ঢুকায়। ই কম মৰ্মন্তুদ পৰিস্থিতি নহয়। তেওঁ তাক নিৰ্বিকাৰভাৱে ধৈৰ্য্য ধৰি সহ্য কৰিছিল।

কাঁহ শিল্প উদ্যোগৰ সমবায় আন্দোলনৰ নেতৃত্ব দান (১৯৩৩ চন) সমাজসেৱী দাস ডাঙৰীয়াৰ জীৱনৰ দ্বিতীয় মহৎ কাম। কুৰি শতিকাৰ আৰম্ভণিৰেপৰা ৰেল-জাহাজৰ চলাচল অসমত বাঢ়ি অহাৰ লগে লগে কেঞা-মাৰোৱাৰী-বঙালী-দেছোৱালী আদি অনা অসমীয়া লোকেৰে অসম ভৰি পৰিছিল, আৰু ভৰি পৰাই নহয়, সেইসকল অসমীয়াৰ কাঁহ-পিতলৰ বাচনকৈ ধৰি শিল্পজাত সামগ্ৰীসমূহ কম দামত কিনি লৈ বেছি দামত বেচি মাখিৰ মূৰৰ ঘিউ কাঢ়ি তাৰ বাণিজ্যেৰে নিজৰ জীৱিকা নিৰ্বাহ কৰিবলৈ লৈছিল। কেঞামহাজনে নতুন কাঁহৰ উপৰি ভগা কাঁহ কিনি লৈ (অনেক সময়ত কঁহাৰসকলৰপৰাই) কঁহাৰসকলকে বেচে। কঁহাৰসকলে তাকেই বাচন-বৰ্তন গঢ়ি কান্ধেৰে কঢ়িয়াই নি গাদীত দিয়া বাবে মহাজনসকলে আকৌ মোনে টেকাকৈ কাটি লয়। ইয়াৰেই নাম গাদী চট্‌কা বা





মিঠাই খোৱা। এই পইচা প্ৰকৃততে পাব লাগে কোনে, আৰু পায় কোনে? তাকে আমাৰ গঞা ফকৰা এটাত কয়, বোলে —

তোমাৰে বাৰীৰ বাঁহ -গাজ
তাকে কাটি কৰিছো খৰিচা ঃ
তোমাকে দি ধান-দোণ সলাইছোঁ
কথাটো মন কৰিছা?

এনে অপমানজনক প্ৰথাকে মহাজনসকলে তেওঁলোকৰ বণিকসুলভ সোণ-ৰূপৰ মুখেৰে অভিহিত কৰিছিল— মিঠাইখোৱা বুলি। গেলাতে টেঙা ঃ কটা ঘাত চেঙা তেল বা কটা গাত লোণৰ ছিটনি। ইয়াৰ উপৰি 'বন্টি-কাঁহ'ৰ যাদু! সি আৰু মজাৰ কথা. হাতে-গঢ়া বাচনত কেতিয়াবা নিৰ্দ্দিষ্ট জোখতকৈ বেছি যায়। ইয়াকে বন্টি কাঁহ বোলে। বন্টি-কাঁহৰ গঢ়নি মহাজনে কঁহাৰক নিদিয়ে। সেয়ে নহয়, বেছি হোৱা ভঙা-কাঁহৰ মূল্যফেৰাও নিদিয়ে। ইয়াকে ইংৰাজী প্ৰবচন এটিত কোৱা হয় – Head you lose, tail I gain, দুয়োপিনেদি মহাজনৰে লাভ বা জয়।

- মহাজনসকলৰ এনেবোৰ চক্ৰান্ত আৰু জাল-জুৱাচুৰিয়ে সেই সময়ত কপালৰ ঘাম মাটিত পেলাই জীৱিকা অৰ্জা কঁহাৰ শিল্পীসকলৰ পানীত হাঁহ নচৰা অৱস্থা কৰিছিল।

'নীৰৱ সাধক কোহিৰাম দাস' পুথিৰ ৰচয়িতা শ্ৰীলোহিত ডেকাৰ কথাৰে কবলৈ হ'লে — 'সেই সময়ৰেপৰা কঁহাৰসকলৰ অৰ্থনৈতিক জীৱনলৈ নামি আহিছিল এক অন্ধকাৰ ভৱিষ্যৎ। ইয়াৰ বাবেই ৰহাৰ কাঁহ-শিল্প মৰিল, তিতাবৰ, ঢেকীয়াজুলি আদিৰ কাঁহ-শিল্প নিঃশেষ হৈ গ'ল। বাকী থাকিল মাথো সৰ্থেবাৰীৰ।'

এনে দুৰ্ঘোৰ সঙ্কটৰ সময়তে কোহিৰাম দাসদেৱে গুৱাহাটীৰ দৰে অনা-অসমীয়া বণিকপ্ৰধান বাণিজ্য কেন্দ্ৰতে মহাজন বৰ্জন অভিযানেৰে সৰ্থেবাৰীৰ অসম গৌৰৱ কাঁহৰ-শিল্পীসকলক একগোট কৰি লৈ অসমীয়াৰ যুগজয়ী প্ৰতিষ্ঠান 'অসম সমবায় কঁহাৰ সংঘ লিঃ' স্থাপন কৰিছিল। তাৰ গৌৰৱত উৎফুল্লিত হৈ আত্ম জীৱনীত তেওঁ নিজে কৈছে – 'জীৱনত যদি কিবা অলপ নিস্বাৰ্থ কাম কৰিছোঁ তেন্তে সেইটো কঁহাৰ সংঘৰ সম্পৰ্কে কৰা হৈছে।'

এইটোকেই তেওঁ জীৱনৰ একমাত্ৰ নিঃস্বাৰ্থ বোলাৰ তাৎপৰ্য্য এই যে, বাকীবোৰ কামত তেওঁ নামমাত্ৰ হলেও পাৰিশ্ৰমিক লৈছিল; ইয়াত সেইফেৰাও নাছিল। সেয়েহে 'অসম সমবায় কঁহাৰ সংঘ' দাস ডাঙৰীয়াৰ জীৱনৰ কীৰ্তিস্তম্ভ। এনে ত্যাগ স্বীকাৰৰ বাবে তেওঁ সৰ্থেবাৰীৰ সমূহ কাঁহ-শিল্পী সম্প্ৰদায়ৰ তথা অসমৰ জাতীয়তাবাদী সমূহ উদীয়মান যুৱক সম্প্ৰদায়ৰে পূজাৰ পাত্ৰ।

●

"ঘৰ এটা থাকিলেই ঘৰ নহয়। ন গৃহং গৃহমিত্যাহুঃ। ঘৰত সুগৃহিণী থাকিলেহে ঘৰ বোলে। এটা ভাষা থাকিলেই নহয়, সেই ভাষাত সাহিত্যও থাকিব লাগে। ভাষা লেখিলে বা ক'লেই তাক সাহিত্য নোবোলে। উচ্চ আদৰ্শ আৰু সৌন্দৰ্য্যৰ বাহন হোৱাতহে ভাষাৰ গৌৰৱ। গৰুড় পক্ষীয়ে জন্ম লৈয়েই বিশ্বব্ৰহ্মাণ্ড গ্ৰাস কৰিবলৈ ওলাইছিল, কিন্তু বিষ্ণুৰ বাহন হোৱাত সকলো ৰক্ষা পৰিল। ভাষাকো মানুহে বিসম্বাদ-পৈশুন্য হিংসাৰ কাৰণে, বিদ্বেষ আৰু অশান্তি সৃষ্টিৰ কাৰণে ব্যৱহাৰ কৰিব পাৰে। ভাষাত সৃষ্টি আৰু প্ৰলয় দুয়োটাৰে বীজ আছে। ভাষাৰ ব্যৱহাৰ পবিত্ৰ আৰু সংযত লোকৰ কাম। সৌন্দৰ্য সৃষ্টিৰ কাৰণে অদীক্ষিত লোকে ভাষাত হাত দিব নালাগে।"

যজ্ঞেশ্বৰ শৰ্মা

# হলীৰাম ডেকা ঃ জীৱন আৰু কৰ্ম

ভবেশ ডেকা

অসম সাহিত্য সভাৰ ১৯৫৫ খ্ৰীষ্টাব্দত অনুষ্ঠিত হোৱা গুৱাহাটী অধিবেশনৰ অভ্যাৰ্থনা সমিতিৰ সভাপতি আৰু ১৯৫৮ খ্ৰীষ্টাব্দত তিনিচুকীয়া অধিবেশনত অধ্যয়ন চক্ৰৰ সভাপতিৰ পদ অলংকৃত কৰা হলীৰাম ডেকাৰ ১৯০১ খ্ৰীষ্টাব্দৰ ১৯ নবেম্বৰত সৰ্থেবাৰীত জন্ম হয় । তেওঁৰ দেউতাক জয়ৰাম ডেকা, প্ৰাথমিক বিদ্যালয়ৰ এজন কৃতী শিক্ষক । সৰল মনৰ মৰমিয়াল মাইপ্ৰিয়া ডেকা হলীৰামৰ মাতৃ । তেওঁলোকৰ ছয়জন পুত্ৰ আৰু এজনী কন্যা সন্তানৰ ভিতৰত হলীৰাম আছিল প্ৰথম সন্তান ।

হলীৰাম ডেকাৰ জন্মৰ সময়খিনি ক্ষেত্ৰী অঞ্চলৰ যুগ-সন্ধিৰ কাল । ঊনৈশ শতিকাৰ শেষ দশকত (১৮৯৩-৯৪) বৃটিছ চৰকাৰৰ মাটিৰ খাজনা বৃদ্ধি কৰাৰ প্ৰতিবাদত ৰঙিয়া, দৰং , নগাওঁৰ কৃষক ৰাইজৰ দৰেই ক্ষেত্ৰীৰ ৰাইজেও “ৰাইজ মেল”ৰ জৰিয়তে আন্দোলন কৰিছিল । চৰকাৰে ৰাইজক দমন কৰিবলৈ উৎপীড়ণ আৰু অত্যাচাৰ কৰি আন্দোলনৰ নেতাসকলক অন্যায়ভাৱে কাৰাদণ্ড বিহিছিল । ইয়াৰ পিছতেই ভূতৰ ওপৰত দানহ পৰাদি ১৮৯৭ খ্ৰীষ্টাব্দত অসমত হোৱা বৰ-ভূইকঁপে এই অঞ্চলৰ ভৌগোলিক আকৃতিবো পৰিবৰ্ত্তন সাধন কৰিছিল । ভূমিকম্পৰ ফলত অঞ্চলটো একেবাৰে দ হৈ পৰাত বসবাস কৰা অনুপযোগী হৈ পৰে আৰু বহুতো নদন-বদন গাওঁ-ভূইঁৰ চিন-চাব প্ৰায় নাইকিয়া হৈ যায় । যুগ-সন্ধিৰ কাল এই কাৰণেই বোলা হৈছে যে —“অতীত যুগৰ মাধুৰিমা তেতিয়াও মাৰ যোৱা নাছিল, নতুন যুগৰ জন্ম বেদনা আৰম্ভ হৈছেহে মাত্ৰ । শেষ হৈ আহিব ধৰা যুগটো আছিল সহজ-সৰল, সুস্থ-সুঠাম, হৃষ্ট-পুষ্ট লোকৰ যুগ ।” হলীৰাম ডেকাৰ ওখ-পাখ, সুশ্ৰী-সুঠাম দেহাবয়বে ইয়াৰেই সাক্ষ্য বহন কৰিছিল ।

কিন্তু প্ৰকৃতিয়ে ইয়াৰ বাসিন্দাসকলক যোগাই আছিল অফুৰন্ত সম্ভাৰ —মাছ-পুঠিৰে উভৈনদী নৈ-বিল-খাল, গৰু-ম'হৰ খুটিৰে পৰিপূৰ্ণ চৰণীয়া পথাৰ । খেতিপথাৰত প্ৰচুৰ শস্য উৎপাদন কৰাৰ উপৰিও গৰু-ম'হ পুহি প্ৰচুৰ গাখীৰ উৎপাদন কৰিছিল । বিশাল পথাৰত গৰু-ম'হ চাৰি ডেকা ল'ৰাবোৰে আনন্দও উপভোগ কৰিছিল । নৈ বিলবোৰত অপৰ্য্যাপ্ত মাছ মাৰি খাই পৰম তৃপ্তি লভিছিল । তদুপৰি নৈ-বিলত সাঁতুৰি-নাদুৰি শৰীৰ কৰ্মঠ আৰু শক্তিশালী কৰাৰ সুবিধাও তেওঁলোকে গ্ৰহণ কৰিছিল । সেই সময়ৰ লোকসকলে শিল্প কলাতো পাৰদৰ্শিতা দেখুৱাইছিল । মুঠতে গাখীৰ -মাছ আদি পুষ্টিকৰ খাদ্য উদৰ পুৱাই খাই মানুবিলাক হৈ পৰিছিল বলী আৰু কৰ্মঠ । খৰালিৰ ছমাহ তেওঁলোকে গঢ়াইছিল কাঁহৰ বিভিন্ন সাজ-বাচন —শিল্পীমনৰ পৰিচয় দি । এনেহেন পৰিবেশতে হলীৰামে অতিবাহিত কৰিছিল তেওঁৰ ল'ৰালিকাল । তেওঁৰ 'বালিভাত' গল্পত বৰপেটাৰ মাছ-পুঠিৰ যি বৰ্ণনা, 'ৰূপশিল্পী' গল্পত গৰু চৰোৱা ৱৰ্ণনা আদি নিশ্চয় হলীৰামৰ অভিজ্ঞতাৰেই মধুৰ স্মৃতি । সেই সময়তনো কোনে ভাবিছিল —এই পৰিবেশত ডাঙৰ-দীঘল হোৱা ল'ৰা এজনেই এদিন স্বাধীনতাৰ পিছত অসমৰ উচ্চ ন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ হ'ব ! অৱশ্যে হলীৰামৰ জন্মৰ দুবছৰ পিছতেই সেই গাওঁৰেই পণ্ডিত কোহিৰাম দাসে বৰপেটা মহকুমাৰ ভিতৰত প্ৰথম বি. এ. পাছ কৰি অসমৰ ভিতৰতে দৰ্শন বিভাগত প্ৰথম অনাৰ্চ গ্ৰেজুৱেট হোৱাৰ গৌৰৱ অৰ্জন কৰিছিল । সৰ্থেবাৰীত সেই সময়ত মাত্ৰ এখন ছাত্ৰ বৃত্তি বিদ্যালয় আছিল । তাৰ শিক্ষক আছিল হলীৰাম ডেকাৰ দেউতাক । এইখন বিদ্যালয়তে হলীৰামৰ বিদ্যাৰম্ভ হয় । ছাত্ৰ-বৃত্তি পাছ কৰাৰ পিছত সেই অঞ্চলত উচ্চশিক্ষা লাভৰ ব্যৱস্থা নথকাত দহ-এঘাৰ বছৰীয়া হলীৰামে বজালী অঞ্চলৰ চৌখুটি গাওঁত থকা মজলীয়া বিদ্যালয়ত নামভৰ্ত্তি কৰে । এইখিনিতেই উল্লেখযোগ্য যে সেই সময়ত সৰ্থেবাৰী অঞ্চলৰ যাতায়াত ব্যৱস্থা আছিল একেবাৰে দুৰ্গম । বাৰিষা নাৱেৰেহে অলৈ-তলৈ যাব পৰা গৈছিল । কিন্তু খৰালি কালত বাটকুৰি বাই বাহিৰৰ জগতখনৰ লগত সংযোগ ৰক্ষা কৰিবলগীয়া হৈছিল । দহ এঘাৰ বছৰীয়া হলীৰামেও সৰ্থেবাৰীৰপৰা চৌখুটিলৈ প্ৰায় ষোল্ল মাইল দূৰ পথ বাট কুৰি বাইয়ে যাবলগীয়া হৈছিল আৰু চৌখুটিৰ এঘৰ মানুহৰ ঘৰত থাকি পঢ়িছিল । ইয়াৰ স্মৃতিৰ আভাস তেওঁৰ 'দীপ-শিখা' নামৰ গল্পত পোৱা যায় —

> মনত হ'ল কুৰি বছৰ আগৰ এটি দৃশ্য । সিদিনাও মই ৰাতি নৌপুৱাওতেই উঠিছিলোঁ, বাহিৰত জোনাক আছিল । হাত-মুখ ধুই কানি-কাপোৰ ঠিক-ঠাককৈ থবলৈ ধৰিছো, ৰাতিপুৱালেই 'মৰ্ণিং স্কুল' হ'ব আৰু তাৰপৰা আহিয়ে দুখনমান কিতাপেৰে সৰু টোপোলাটো লৈ দূৰণিৰ ঘৰমুৱা হ'ম, —বহুত দিনৰ মূৰত আইৰ কোলাত সোমাই কাণে কাণে কথা ক'ম ।

এইখিনিতে কৈ থোৱা উচিত হ'ব যে হলীৰাম ডেকাৰ পূৰ্ব-পুৰুষৰ অনুসন্ধান কৰি জানিব পৰা গৈছে যে এই চৌখুটি বাঙৰ পৰাই আনুমানিক ১৭৬০ খ্ৰীষ্টাব্দৰ অলপ আগে পাছে তেওঁৰ ষষ্ঠ পূৰ্ব-পুৰুষ কীৰ্ত্তন গন্ধা সৰ্থেবাৰীলৈ আহিছিল কহঁাৰ কামৰ প্ৰতি





আকৃষ্ট হৈ । তেওঁৰ বংশলতা তলত দেখুওৱা হ'ল —




মধ্য ইংৰাজী বিদ্যালয়ৰ শিক্ষান্ত পৰীক্ষা পাছ কৰি তেওঁ বৰপেটা চৰকাৰী হাইস্কুলত পঢ়ে । ছাত্ৰ অৱস্থাত সাধাৰণ মেধাৰ ছাত্ৰ আছিল হলীৰাম । কিন্তু পঢ়াৰ প্ৰতি ধাউতি আছিল অসীম আৰু জেদী মনৰ কাৰণেই চেষ্টা যত্নও কৰিছিল প্ৰচুৰ । দুই বছৰ বৰপেটাত পঢ়াৰ পিছত গুৱাহাটীলৈ গৈ কটন কলেজিয়েট স্কুলত নাম ভৰ্ত্তি কৰে আৰু ১৯১৮ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ১৯১৮ ৰ পৰা ১৯২২ খ্ৰীষ্টাব্দলৈ কটন কলেজত পঢ়ে । গুৱাহাটীত পঢ়া সময়ত তেওঁৰ অন্নদাতা আৰু অভিভাৱক আছিল উজান বজাৰ নিবাসী ৰায়বাহাদুৰ কৃষ্ণচন্দ্ৰ চৌধুৰী ।

কলেজত পঢ়া সময়ত তেওঁ বহুকেইজন গুণী-জ্ঞানী পণ্ডিতৰ সান্নিধ্য লাভ কৰিছিল আৰু তেওঁলোকৰ সংস্পৰ্শত থাকি ভৱিষ্যৎ জীৱনৰ ভেটি সুদৃঢ় কৰি গঢ়ি তুলিবলৈ সুবিধা পাইছিল । দৰ্শনৰ অধ্যাপক হৈয়ো ভালদৰে অঙ্ক শিকোৱা আৰু নিয়মানুবৰ্ত্তিতাৰ বাবে সেই সময়ত 'ক্লক অৱ দি কলেজ' বুলি পৰিগণিত হোৱা অধ্যাপক ৰজনীকান্ত বৰাটৰ চৰিত্ৰ আৰু কাৰ্য্যাৱলীয়ে হলীৰামক বাৰুকৈয়ে প্ৰভাৱিত কৰিছিল । কাৰণ তেওঁ অঙ্কশাস্ত্ৰত সন্মানসহ (অনাৰ্চ) বি.এ. পঢ়িছিল । ৰসায়ন বিজ্ঞান বিভাগৰ অধ্যাপক চুনীলাল দেই বিজ্ঞানৰ জয়যাত্ৰাৰ মাজেৰেই ঈশ্বৰক ভালপোৱাৰ প্ৰয়োজনীয়তাত বিশ্বাস কৰিছিল কাৰণেই তেখেতৰ সৰল জীৱন যাপন পদ্ধতি আৰু ধৰ্মপৰায়ণ গুণে হলীৰামক পিছৰ জীৱনটো প্ৰভাৱিত কৰিছিল । সংস্কৃত বিভাগৰ অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়ৰ মৰমে তেওঁক সংস্কৃত সাহিত্যৰ প্ৰতি আকৰ্ষিত কৰি সাহিত্যানুৰাগী কৰি তুলিছিল । মুঠতে বহুকেইজন দেশী-বিদেশী শিক্ষকৰ শিক্ষা আৰু ব্যক্তিত্বৰ প্ৰভাৱতে নিশ্চয় হলীৰামৰ ভৱিষ্যৎ জীৱনৰ ভেটি গঢ়ি উঠিছিল ।

১৯২২ খ্ৰীষ্টাব্দত তেওঁ অঙ্কশাস্ত্ৰত দ্বিতীয় শ্ৰেণীৰ সন্মানসহ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয় । ৰসায়ন বিজ্ঞান আৰু সংস্কৃত আছিল তেওঁৰ সহযোগী বিষয় । উল্লেখযোগ্য যে সেই বছৰত অসমৰপৰা কোনেও প্ৰথম শ্ৰেণী পোৱা নাছিল আৰু দ্বিতীয় শ্ৰেণী পোৱাসকলৰ ভিতৰত হলীৰামে সৰ্বোচ্চ নম্বৰ লাভ কৰিছিল ।

কলেজত পঢ়ি থকা কালতে অম্বিকা চৰণ ৰায়চৌধুৰী (পিছত অম্বিকাগিৰি ৰায়চৌধুৰী) সম্পাদিত 'চেতনা'ত 'পঞ্চামৃত' আৰু 'ত্ৰিদিব বিশ্ববাণী' শিতানত নিয়মীয়াকৈ ধাৰাবাহিকভাৱে লিখা-মেলা কৰিছিল আৰু ইয়াৰ বিনিময়ত ১৫ টকা পাৰিশ্ৰমিক লাভ কৰিছিল । শঙ্কৰদেৱ, মহাত্মা গান্ধীৰ জীৱন আৰু দৰ্শনৰ উপৰিও লিও টলষ্টয়, যীশুখ্ৰীষ্ট, আদিৰ দৰ্শনেৰে পুষ্ট চুটি চুটি ৰচনা-প্ৰবন্ধ লিখাৰ উপৰিও 'ধৰ্ম কি আৰু তাৰ তত্ত্ব কি' নামৰ দীঘল প্ৰবন্ধসমূহৰ পৰাই জানিব পাৰি যে —হলীৰামৰ মন ধৰ্মীয় সংস্কাৰৰ উৰ্দ্ধলৈ গৈ বিশ্বমানৱতাবাদৰ কালে প্ৰসাৰিত হ'বলৈ আৰম্ভ কৰিছিল । কলেজত পঢ়ি থকা সময়ত সৰ্থেবাৰী আৰু গুৱাহাটীত নাটকত অভিনয় কৰা আৰু নাট পৰিচালনা কৰা কথাও জানিব পৰা যায় । গতিকে এইবোৰ কথাৰপৰা ছাত্ৰ-অৱস্থাৰ পৰাই সাহিত্য-শিল্পৰ প্ৰতি থকা অনুৰাগৰ কথা ঠাৱৰ কৰিব পাৰি ।

বি. এ. পাছ কৰাৰ পিছতে বৃটিছসকলৰ 'চেঞ্চ অৱ জাষ্টিছ'ৰ বাবেই ইঞ্জিনিয়াৰিং পঢ়াৰ বাবে হলীৰামলৈ বিনা আবেদনে চৰকাৰে চল্লিশ টকীয়া চিনিয়ৰ স্ক'লাৰশ্বিপ আগবঢ়োৱাত বহুত গুণা-গঠাৰ পিছত তেওঁ ১৯২২ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত শিবপুৰ ইঞ্জিনিয়াৰিং কলেজত নামভৰ্ত্তি কৰে । কিন্তু শিৱপুৰ ইঞ্জিনিয়াৰিং কলেজৰ পৰিবেশে তেওঁৰ মনত অলপো শান্তি দিব পৰা নাছিল । ছাত্ৰসকলৰ মাজত থকা সাম্প্ৰদায়িক ভেদভাৱ আৰু যান্ত্ৰিক বাতাবৰণে 'সাহিত্যিক ভাব আৰু অনুভূতিত থৌকি-বাথৌ' হৈ থকা হলীৰামৰ মনত আঘাত দিছিল । ইয়াত চাৰিমাহ অধ্যয়ন কৰাৰ পিছতেই কলাজ্বৰ আৰু পিছত বসন্ত ৰোগত আক্ৰান্ত হৈ চিকিৎসালয়ত প্ৰায় ডেৰমাহ চিকিৎসাধীন হৈ থকাৰ পিছত নিশকতীয়া দুৰ্বল দেহাৰে ইঞ্জিনিয়াৰিং পঢ়া বাদ দি ঘৰৰ ল'ৰা ঘৰলৈ উভতিল । কলিকতাৰ চিকিৎসালয়ত চিকিৎসাধীন হৈ থকা অভিজ্ঞতাৰ বৰ্ণনা তেওঁৰ প্ৰথম গল্প 'শুভ-ক্ষণ', ব্যঙ্গ গল্প 'ভৱিষ্যৎ', ব্যক্তিগত ব্যঙ্গ ৰচনা 'আত্ম-বিবৃতি' আদিৰ বিভিন্ন ঠাইত প্ৰকাশ পাইছে ।

শিৱপুৰৰপৰা উভতি আহি গুৱাহাটীত আৰ্ল-ল' কলেজত ভৰ্ত্তি হয় । কিন্তু কলিকতাত উচ্চ শিক্ষা গ্ৰহণ কৰাৰ হেপাহ অন্তৰত ৰৈ যায় । আৰ্ল-ল' কলেজৰ পৰা প্ৰাথমিক পৰীক্ষা দি উঠিয়ে সামান্য

ৰোজগাৰ কৰিব পৰা ভায়েক এজনৰ পৰা এশ টকা লৈ আইন কলেজৰপৰা 'বদলিৰ প্ৰমাণ-পত্ৰ' সংগ্ৰহ কৰি নিজৰ খৰচ নিজে উলিয়াই লোৱাৰ সংকল্প কৰি কলিকতাত আইন পঢ়িবলৈ যাত্ৰা কৰিলে । কলিকতাত আইন কলেজত নামভৰ্ত্তি কৰাৰ পিছৰ ডোখৰ তেওঁৰ জীৱনৰ বৈচিত্ৰ্যপুৰ্ণ কাল । নিজৰ জীৱিকা অৰ্জনৰ বাবে তেওঁ কি যে কামেই নকৰিলে ! কাকতৰ বিজ্ঞাপন বিচৰাৰপৰা গৃহ-শিক্ষকৰ কাম আৰু প্ৰত্যেকতে ভোগ কৰিবলগীয়া হৈছিল অশেষ তিক্ততা আৰু সীমাহীন কষ্ট । এই কাল-ডোখৰৰ অভিজ্ঞতাসমূহৰ বৰ্ণনা তেওঁৰ আত্মজীৱনীমূলক ৰচনা 'কলিকতাই মোক কি শিকালে'ত হুবহু দাঙি ধৰিছে । আনকি 'ফটোগ্ৰাফাৰ', 'হঠাৎ এদিন' আদি গল্পত এই অভিজ্ঞতাৰেই প্ৰতিফলন দেখা যায় ।

এই কালছোৱাতে হলীৰামে কলিকতাত অধ্যয়ন কৰি থকা অসমীয়া ছাত্ৰসকলৰ অনুষ্ঠান এ. এছ. এল. ক্লাবৰ সাধাৰণ সম্পাদক হিচাপে কাৰ্য্যনিৰ্বাহ কৰিছিল । শিৱপুৰ ব'টানিকেল গাৰ্ডেনত তেওঁৰ তত্বাৱধানতেই প্ৰথমবাৰৰ বাবে বিহু পতা হৈছিল । কলিকতাত শঙ্কৰ-মাধৱৰ তিথি পালনৰ উপৰিও সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাক সম্বৰ্দ্ধনা জনোৱা হৈছিল । এইবোৰ কাৰ্য্যৰপৰা তেওঁৰ জাতীয়তাবোধ, সাহিত্যানুৰাগ আৰু সমাজসেৱাৰ মনোভাৱ পৰিলক্ষিত হয় ।

আইনত নাম ভৰ্ত্তি কৰিয়েই প্ৰাইভেটকৈ এম. এ. পৰীক্ষা দিয়াৰ ইচ্ছা আছিল হলীৰামৰ । ইতিমধ্যে লক্ষ্মীধৰ শৰ্মাই তেনেকৈয়ে এম. এ. পাছ কৰিছিল । গতিকে তেওঁৰপৰা কেইখনমান কিতাপ আনি, বিশ্ববিদ্যালয়ত পঢ়ি থকা অন্য ছাত্ৰৰ পুথিভঁৰালৰ কাৰ্ড ব্যৱহাৰ কৰি পুথিভঁৰালত অধ্যয়ন কৰিছিল আৰু ১৯২৫ খ্ৰীঃত 'মডাৰ্ন' ভাৰ্নাকুলাৰ্চ' (বঙ্গভাষা প্ৰধান শাখা) বিষয়ত প্ৰথম শ্ৰেণীৰ পঞ্চম স্থান লৈ এম. এ. পৰীক্ষাত উত্তীৰ্ণ হৈছিল —ভাষা সাহিত্যত থকা অনুৰাগ আৰু ব্যুৎপত্তিৰ গুণত ।

কিন্তু জীৱিকাৰ কাৰণে কৰিবলগীয়া কষ্ট আৰু কিতাপ-পত্ৰ যোগাৰ কৰিব নোৱাৰাৰ বাবে তেওঁ আইনৰ মাধ্যমিক পৰীক্ষাত প্ৰথমবাৰ অকৃতকাৰ্য্য হ'ব লগা হয় আৰু দেউতাকৰপৰাও গ্লানিসূচক মন্তব্য শুনিবলগীয়া হয় । কিন্তু হলীৰামক ব্যৰ্থতাই তিক্ত নকৰিছিল —'অঙ্ক এটা এবাৰ নহ'লে যেনেকৈ দ্বিতীয়বাৰ কৰা যায়' —এনেকুৱা মনোভাৱেৰে ১৯২৬ খ্ৰীষ্টাব্দৰ জুলাই মাহত আইনৰ মাধ্যমিক আৰু চূড়ান্ত পৰীক্ষা একেলগে দি নবেম্বৰত ওলোৱা ফলাফল অনুসৰি বি-এল পাছ কৰি আহি ১৯২৭ খ্ৰীষ্টাব্দৰ জানুৱাৰীৰ পৰা গুৱাহাটীত ওকালতি আৰম্ভ কৰে । কলিকতাত থকা কালতেই মাজতে তিনিকুৰিৰ পৰা চাৰিকুৰিৰ ভিতৰত দৰমহা লৈ 'ছাৰ্ভেণ্ট' কাকতৰ সহকাৰী সম্পাদক হিচাপেও কিছুদিন কাম কৰি সাংবাদিকতাৰ সোৱাদো লৈছিল ।

গুৱাহাটীত ওকালতি আৰম্ভ কৰিয়ে ছমাহৰ ভিতৰত বৈবাহিক জীৱন আৰম্ভ কৰে । তেওঁৰ পত্নীৰ নাম শ্ৰীবিদ্যাৱতী ডেকা, বুৰঞ্জী প্ৰসিদ্ধ চান্দকুছিৰ বৰুৱা পৰিয়ালৰ জীয়াৰী ।

নতুন উকীলে সাধাৰণতে জটিল মোকৰ্দমা স্বতন্ত্ৰকৈ আদালতত চলাবলৈ সুবিধা নাপায় । সেয়ে ডেকাই 'আত্মপক্ষ অসমৰ্থিত মোকৰ্দমা" (আনডিফেণ্ডেডকেচ) নিজে আদালতত সংগ্ৰহ কৰি চলাইছিল । এনেকুৱা মোকৰ্দমাত ফিজতো নাপাইছিলেই আনকি খালাছ পোৱা আছামীক নিজৰ জেপৰপৰা খৰছ দি ঘৰলৈ পঠাবলগীয়াও হৈছিল । কিন্তু অভিজ্ঞতা আৰু জ্ঞানৰ বাবেই ডেকাই এনেকুৱা মোকৰ্দমা চলোৱা কথাৰ পৰাই তেওঁৰ জ্ঞানস্পৃহা আৰু মানৱীয়তাৰ কথা বুজিব পাৰি ।

১৯৩০ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰীত ই-এ-চি পদৰ বাবে তেওঁ সাক্ষাৎকাৰ দিছিল, কিন্তু চাকৰিটো তেওঁ নাপালে । এই সম্পৰ্কত তেওঁ নিজে কোৱা বুলি তেওঁৰ পুত্ৰ ড০ প্ৰণৱজ্যোতি ডেকাই 'কলিকতাই মোক কি শিকালে'ৰ ভূমিকাত এনেদৰে লিখিছে —ই-এ-চি ৰ ইণ্টাৰভিউ দি চাকৰিটো নোপোৱাৰ সম্পৰ্কত এদিন কৈছিল যে সেই সময়ৰ আঢ়্যৱন্ত মানুহ এজনে কৈছিল —"ডেকাৰ বুদ্ধি বৃত্তি বেয়া নহয়, কিন্তু তেওঁ যিটো ঘৰৰপৰা আহিছে, হাকিম যেনেকৈ থাকিব লাগে, থাকিব পাৰিবৰ নহয় ।" সেই কথাটো কৈ তেওঁ যোগ কৰি দিলে —"চাকৰিটো দিয়া হ'লে ছাবজাজ হৈ ৰিটায়াৰ কৰিব লাগিল হয়, এতিয়া অন্ততঃ হাইকোৰ্ট জাজ হৈছোঁ ।

গুৱাহাটীত ওকালতি কৰি থাকোঁতে এজন বন্ধুৰ এটা মোকৰ্দমা সংক্ৰান্তত কলিকতা উচ্চ ন্যায়ালয়লৈ তেওঁ গৈছিল অভিজ্ঞ উকীলৰ পৰামৰ্শ বিচাৰি । ঘটনাক্ৰমে সুবিখ্যাত আইনজ্ঞ ড. ৰাধাবিনোদ পালৰ লগত সাক্ষাৎ হ'ল । দহ পোন্ধৰ মিনিট কথা পতাৰ পিছতে দুয়োজনৰ ঘনিষ্ঠতা বাঢ়িল আৰু ড. পালে ডেকাৰ প্ৰতিভাৰ উমান পাই তেওঁক ওকালতি কৰিবলৈ উচ্চ ন্যায়ালয়লৈ আহিবলৈ পৰমাৰ্শ দি নিজেও পাৰ্য্যমানে সহায় কৰাৰ প্ৰতিশ্ৰুতি দিলে । হলীৰামৰ অন্তৰত উচ্চ ন্যায়ালয়ত ওকালতি কৰাৰ হাবিয়াস আগৰেপৰা আছিল । কিন্তু এই ক্ষেত্ৰত পৰিয়ালৰ সকলোৱে বাধা দিছিল । আনকি আগতে উচ্চ ন্যায়ালয়ত ওকালতি কৰা কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, চাৰ মহম্মদ ছাদুল্লা আদিয়েও এই বিষয়ত নিৰাশ কৰিছিল ।

কিন্তু জেদী মনৰ হলীৰামে সকলো বাধা নেওচি ১৯৩২ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত উচ্চ-ন্যায়ালয়ত ওকালতি কৰাৰ মানসেৰে কলিকতালৈ গ'ল । ৬-২-৩৩ ইং তাৰিখে দেউতাকলৈ লিখা এখন চিঠি (তেখেতৰ সৰু ভাই শ্ৰীকল্যাণ ডেকাৰ পৰা পোৱা) ত জানুৱাৰী মাহত নতুন ঘৰ এটা লৈ বঙালী কায়স্থ ল'ৰা এজন ছয় টকা মাহিলি দৰমহাত ৰখাৰ কথা আছে । পত্নী আৰু ছোৱালী দুজনীক হৰেন্দ্ৰ নাথ শৰ্মাৰ





(পখিলাৰ সম্পাদক) লগত কলিকতালৈ পঠোৱাৰ দিহা কৰিবলৈ দেউতাকক অনুৰোধ জনাইছে । লগতে বৰ্ত্তমানে পুলিচ বিভাগৰ আই-জি-পি আৰু কবি শ্ৰীহৰেকৃষ্ণ ডেকাৰ দেউতাক নৰেন্দ্ৰনাথ ডেকাৰ বিয়াৰ বাবে শুভেচ্ছা জনাইছে ।

কলিকতালৈ গৈ অকলে থকা অভিজ্ঞতাৰ পটভূমিতেই নিশ্চয় "ৰহন-সনা" গল্পটো লিখিছিল । সেই গল্পত নায়কে ডিব্ৰুগড়লৈ চাকৰিৰ বাবে যোৱা কথাৰ লগতে ঘৰত ঘৈণীয়েক আৰু জীয়েকক এৰি যোৱা বৰ্ণনা আছে । নায়কৰ ছোৱালীজনীৰ নাম সৰস্বতী, আকৌ হলীৰাম ডেকাৰ ডাঙৰ ছোৱালীজনীৰ নাম [illegible] নহওক বিজনাৰ অনুপ্ৰেৰণাত তেওঁ কলিকতালৈ গৈছিল সেই [illegible] গৰ ছাঁটো যেন হৈ হাইকোৰ্টত ওকালতি আৰম্ভ কৰি প্ৰায় ১২ বছৰ কাল কলিকতা হাইকোৰ্টত অতি দক্ষতাৰে ওকালতি কৰিছিল ।

কলেজত পঢ়া দিনৰেপৰা হলীৰামে সাহিত্য চৰ্চ্চাৰ প্ৰতি মনোনিবেশ কৰিছিল --এই কথা আগতে উনুকিওৱা হৈছে । প্ৰথম গল্প 'শুভক্ষণ' প্ৰকাশ হৈছিল অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ ১ম বছৰৰ ২য় সংখ্যাত, ১৯২৩ খ্ৰীষ্টাব্দৰ জুন মাহত । ১৯২৯ খ্ৰীষ্টাব্দৰপৰা ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত কলিকতাৰ পৰা 'আৱাহন' ওলাব ধৰাত তেওঁ নিয়মীয়াভাৱে গল্প-প্ৰবন্ধ লিখিবলৈ ধৰে । বিভিন্ন আলোচনীত সিঁচৰতি হৈ থকা ৪৬ টা গল্প পোৱা গৈছে । আনহাতে চিত্ৰসেন যখৰীয়া ছদ্মনামত লিখা ব্যক্তিনিষ্ঠ ৰচনাৰাজি "আত্ম বিবৃতি" (কৰপৰা নলৈ) নামত ১৯৩২ -৩৩ খ্ৰীষ্টাব্দত আৱাহনৰ ৩য় বছৰৰ ৬ষ্ঠ সংখ্যাৰপৰা ৫ম বছৰৰ ২য় সংখ্যালৈ ধাৰাবাহিক ভাবে প্ৰকাশিত হৈছিল । ১৯৪৯ খ্ৰীষ্টাব্দত পত্ৰোপন্যাস হিচাপে পৰিচিত "অলকালৈ চিঠি" নামৰ পুথিখন প্ৰকাশ হয় । আকৌ মৃত্যুৰ আগে আগে ১৯৬২ খ্ৰীষ্টাব্দত চিত্ৰসেন যখৰীয়া ছদ্মনামত "যৎকিঞ্চিৎ' নামৰ ভিন্নধৰ্মী পুথি এখন প্ৰকাশ কৰিছিল । মৃত্যুৰ পাঁচ বছৰ পাছত ১৯৬৭ খ্ৰীষ্টাব্দত "অৰুণালৈ চিঠি' নামৰ পুথিখন আৰু আত্মজীৱনীমূলক ৰচনা "কলিকতাই মোক কি শিকালে" ১৯৭১ ত নীলাচল কাকতত প্ৰকাশ হৈছিল । ইয়াৰ বাহিৰেও বহুতো প্ৰবন্ধ আৰু ব্যক্তিনিষ্ঠ ৰচনা বিভিন্ন আলোচনীত প্ৰকাশ পাইছিল । এনেদৰে জীৱনৰ শেষ সময়লৈ সাহিত্য চৰ্চ্চাত লাগি থকা দেখা যায় ।

১৯৪৬ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ আমন্ত্ৰণত ৰেভিনিউ বোৰ্ডৰ সদস্য হৈ শ্বিলঙলৈ আহে । শ্বিলঙত থকা সময়ছোৱাত তেওঁ 'মুকুল সংঘ'ৰ লগত জড়িত হৈ পৰে আৰু বৈঠকবিলাকত সাহিত্য চৰ্চ্চা কৰি, আলোচনা-বিলোচনা কৰি সৰস কৰি তুলিছিল । এইখিনিতে কৈ থোৱা ভাল যে হলীৰাম ডেকা সদালাপী আছিল । "খুহুটীয়া ঠাট্টা-মস্কৰাৰ ভিতৰেদি নিজে হাঁহি আৰু আনকো হঁহুৱাই কথা-বতৰা পতাত ডেকা আছিল অসমৰ এজন অদ্বিতীয় ব্যক্তি" (অতুল চন্দ্ৰ বৰুৱা) । "তেওঁৰ ব্যক্তিত্বৰ দুৰ্ল্লভ আকৰ্ষণীয়তা, তেওঁৰ 'এক্সপেনচিভ্' ফেৰমেলা, বিত্তাৰ প্ৰৱণ, ৰসাৰ্দ্ৰ সঙ্গপ্ৰিয় মনটোৰ বাবে আমোদভৰা ৰসাল কথোপকথনৰ বাবে আৰু বয়সতো অকণোপোতোকা নপৰা, মামৰে নধৰা তেওঁৰ মৌলিক, স্বকীয় শাণিত উইট আৰু বাক্যবাণৰ বাবে আৰু তেওঁৰ সৰ্বগ্ৰাহী উদাৰ 'কেথলিক' মাৰ্জিত ৰুচিবোধৰ বাবে" —হলীৰাম ডেকাক পাহৰিব নোৱাৰি বুলি মুনীন বৰকটকীয়ে কৰা মন্তব্যৰ পৰাই তেওঁৰ আলাপ আলোচনা কৰা ভঙ্গীৰ কথা ঠাৱৰ কৰিব পাৰি ।

১৯৪৮ খ্ৰীষ্টাব্দত গুৱাহাটীত উচ্চ ন্যায়ালয় প্ৰতিষ্ঠা হোৱাত তাত তেওঁ প্ৰথম পঞ্জীয়ক হিচাপে কামত যোগ দিয়ে । ১৯৪৯ ত শিৱসাগৰলৈ জিলা বিচাৰপতি হৈ বদলি হয় আৰু পুনৰ ১৯৫০ ত উচ্চ ন্যায়ালয়ৰ বিচাৰপতি হৈ গুৱাহাটীলৈ আহে আৰু সুখ্যাতিৰে একেৰাহে ১১ বছৰ কাল উক্ত পদত থাকি ১৯৬১ খ্ৰীষ্টাব্দত উচ্চ-ন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ পদত আৰোহণ কৰি সেই বছৰৰে জুন মাহত কামৰপৰা অৱসৰ গ্ৰহণ কৰে ।

হলীৰাম ডেকাৰ চাকৰি কালডোখৰ উন্নতিৰ জখলাত খাপে খাপে আগবাঢ়ি উঠি যোৱা কাল । তেওঁৰ মাৰ্জিত আচাৰ-ব্যৱহাৰ, সৰলতা আৰু বৃত্তিৰ ওপৰত থকা দৃঢ় আস্থাই সমাজত ওখ আসন পাবলৈ সক্ষম কৰিছিল । তেওঁ নিজেই কিন্তু উন্নতিৰ জখলাত বগোৱা কথাটো ৰসিকতা কৰি এনেকৈ কৈছিল —

> সৰু ল'ৰা কিছুমানক গছত উঠা নিশ্চয় সকলোৱে দেখিছে । আগতে দুটা এটাকৈ ভাল বগাই পাছত গছত উঠা মত্ততাতে গছৰ ওপৰত সৰু ডালবোৰলৈ যায় । তলৰপৰা অভিভাৱক সকলে গালি ধৰে 'নামি আহ, আৰু ওপৰলৈ গ'লে হাত-ভৰি ভাঙি মৰিবি ।" ... মোৰ ক্ষেত্ৰতো অবিকল সেয়ে হৈছিল ।

১৯৬২ খ্ৰীষ্টাব্দৰ কুৰি ডিচেম্বৰৰ ধল-পুৱাতে ---"হিয়াৰ ওৱাজ এ প্ৰভোকেটিভ, অল্‌মোষ্ট পাগ্‌নেচিয়াচ লিগেল লিউমিনেৰী হু ওৱাজ অলচো এ লিটেৰেৰী এনজেল —বুলি ভাবিয়েই ৰং লগা (মুনীন বৰকটকী —বিস্মিত ব্যতিক্ৰম) —এই গৰাকী আইনজ্ঞ আৰু কথাশিল্পীয়ে শেষ নিশ্বাস ত্যাগ কৰে তেওঁৰ গুৱাহাটীৰ ভৰলুমুখৰ নিজা বাসভৱনত । মৃত্যুৰ আগদিনা তেওঁ নিজৰ জন্মস্থান সৰ্থেবাৰীলৈ যোৱাৰ বাবে ইচ্ছা প্ৰকাশ কৰিছিল, কিন্তু নিয়তিয়ে তেওঁৰ সেই আশা পূৰণ নকৰিলে । ❐

# যোগেশ্বৰ গোস্বামী ঃ কৰ্ম্ম আৰু জীৱন

মথুৰ ডেকা

বিদ্যা বিশাৰদৰ বৰপুত্ৰ ভানুদেৱ বিদ্যা বিশাৰদক লগত লৈ "দুৰ্জনৰ সঙ্গ পৰিত্যাগ উত্তম উপায় জ্ঞান" কৰি ১৫৫০ শকত মহাপুৰুষ ভট্টদেৱে পাটবাউসী পৰিত্যাগ কৰি ব্যাসকুছিলৈ আহে।

"বিদ্যা বিশাৰদ সমে পূৰ্বদিশে গৈলা।।
বাৰ ভক্ত সমে ব্যাসকুঞ্চি আহি পাইলা।
পূণ্যতীৰ্থ দেখি তথা সত্ৰক থাপিলা।।"

এনেকৈ মহাপুৰুষ ভট্টদেৱে ব্যাসকুছিত সত্ৰ স্থাপন কৰি গুৰু দামোদৰদেৱৰ ধৰ্মমত লোক সমাজত প্ৰচাৰ কৰি "১৫৬০ শকৰ কৃষ্ণা সপ্তমী পুহত" ব্যাসকুছিৰ পুতভূমিত নৰতনু ত্যাগ কৰে। ভট্টদেৱৰ দেহাৱসানৰ পিছত তেৱাৰ বংশধৰ কীৰ্তিমন্তৰা আচাৰ্য্য শিৰোমণিৰ পিছত সন্তদেৱ ব্যাসকুছি সত্ৰৰ অধিকাৰী হয়। কীৰ্তিমন্তৰ পিছৰ পৰাই ব্যাসকুছি সত্ৰৰ বিষয়বাব অধিকাৰ, ভাগৱতী আৰু মেলকী এই তিনি ভাগত বিভক্ত হয়। সত্ৰত ভাগৱত শাস্ত্ৰ পাঠ কৰি লোকক বিমল আনন্দ দিয়া ভাগৱতী পদৰ বংশধৰসকলৰ ভিতৰত যোগেশ্বৰ গোস্বামীৰ পিতৃ বিষ্ণুদেৱ গোস্বামী অন্যতম।

বিষ্ণুদেৱ গোস্বামীৰ ঔৰসত আৰু হৰিপ্ৰিয়া দেৱীৰ গৰ্ভত ১৮২৯ ইং চনত বৰপেটা জিলাৰ বৈষ্ণৱ ধাম ব্যাসকুছি সত্ৰত যোগেশ্বৰ গোস্বামীৰ জন্ম হয়। পিতৃ-মাতৃৰ যোগেশ্বৰ গোস্বামী জ্যেষ্ঠ আৰু অনন্তদেৱ গোস্বামী কনিষ্ঠ পুত্ৰ।

যোগেশ্বৰ গোস্বামী সৰুক্ষেত্ৰিৰ প্ৰবাদ পুৰুষ। তেখেতৰ জীৱনৰ কৃতিত্ব দুটি দিশত প্ৰতিভাত হৈছে। প্ৰথম হ'ল ১৮৯৩-৯৪ ইং চনৰ সৰুক্ষেত্ৰি ৰাইজমেলৰ প্ৰধান উদ্যোক্তা আৰু নেতা হিচাবে আৰু দ্বিতীয় হ'ল তেখেতৰ সংস্কৃতত থকা অগাধ পাণ্ডিত্য আৰু ব্যঞ্জনাময় ভাবগধুৰ ধৰ্মীয় গীতিকাৰ হিচাবে।

পৰৰাজ্য লোলুপ সাম্ৰাজ্যবাদী বৃটিচ চৰকাৰৰ সংশোধিত ভূ-নীতিৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদত ইং ১৮৯৩ চনৰ শেষৰ ফালৰ পৰা ইং ১৮৯৪ চনৰ জানুৱাৰী মাহৰ ২১ তাৰিখলৈ সৰুক্ষেত্ৰিত বৃটিচ চৰকাৰৰ বিৰুদ্ধে "বৰ্দ্ধিত খাজনা নিদিও" বুলি প্ৰতিবাদ কৰি বিদ্ৰোহ ঘোষণা কৰি সৰুক্ষেত্ৰিৰ কৃষক আৰু সত্ৰীয়া মহন্ত, গোঁসাইসকলে 'ৰাইজমেল' সংঘটিত কৰিছিল। ইয়েই সৰুক্ষেত্ৰিৰ একতাবোধৰ গৌৰৱোজ্জ্বল জীয়া ইতিহাসৰ জীয়া আৰু কৰুণ সাক্ষী 'সৰুক্ষেত্ৰিৰ ৰাইজমেল'। বৃটিচ চৰকাৰৰ খাজনা বৃদ্ধিৰ ফলত বিশেষকৈ সৰুক্ষেত্ৰিৰ কৃষক আৰু সত্ৰীয়া মহন্ত, গোঁসাইসকল বেচি হাৰাশাস্তি হ'ব লগাত পৰিছিল। সেয়েহে ব্যাসকুছি সত্ৰৰ ভাগৱতী গোঁসাই যোগেশ্বৰ গোস্বামীয়ে এই আন্দোলনৰ গুৰি ধৰিছিল।

সৰুক্ষেত্ৰি ৰাইজমেলৰ প্ৰধান কেন্দ্ৰ আছিল ব্যাসকুছি আৰু এই ব্যাসকুছিতে যোগেশ্বৰ গোস্বামীৰ নেতৃত্বত সৰুক্ষেত্ৰি ৰাইজমেলৰ জাগনি আৰম্ভ হৈছিল। বৃটিচ চৰকাৰৰ ভূ-নীতিৰ বিপক্ষে বিদ্ৰোহ চলাবলৈ যোগেশ্বৰ গোস্বামীক সহায় কৰিছিল তেখেতৰ ডেকা কনিষ্ঠ ভাতৃ অনন্তদেৱ গোস্বামী, পুষ্পৰাম তালুকদাৰ, মঙলুৰাম তালুকদাৰ, সোণাৰাম তালুকদাৰকে আদি কৰি ব্যাসকুছিৰ কেইজনমান সাহসী বিপ্লৱী কৃষকে। এটি প্ৰবাদ আছে—

"যোগেশ্বৰ গহুৰৰ বাক্
পুষ্প কঁহাৰৰ ডাক্।"

যোগেশ্বৰ গোস্বামী আছিল বাকপটু, বুধিয়ক, চতুৰ আৰু এজন দক্ষ সংগঠক। এটি ৰাজনৈতিক বিপ্লৱ পৰিচালনাৰ কাৰণে নেতা হিচাবে থাকিবলগীয়া আটাইখিনি গুণ তেখেতৰ গাত আছিল। বিদ্ৰোহ সম্পৰ্কীয় যুক্তি দিহা পৰামৰ্শ আৰু আন্দোলন চলাই নিয়া কৌশল তেখেতে উদ্ভাৱন কৰিছিল আৰু সেই সময়ত ব্যাসকুছিত বসতি কৰি থকা সৰ্থেবাৰীৰ পুষ্পৰাম তালুকদাৰে (কঁহাৰ) সৰুক্ষেত্ৰিৰ গাঁৱে গাঁৱে গোপনে ঘূৰি মানুহবোৰক খাজনা বৃদ্ধিৰ বাবে বৃটিচ চৰকাৰৰ বিৰুদ্ধে আন্দোলনত সহায় সহযোগ কৰিবলৈ বুজনি দিছিল আৰু আহ্বান কৰিছিল। সাহসী পুষ্পৰাম তালুকদাৰৰ আহ্বানত সৰুক্ষেত্ৰি অঞ্চলৰ সকলোবোৰ গাওঁৰ মুখীয়াল লোকসকল যোগেশ্বৰ গোস্বামীৰ ঘৰত মিলিত হৈ আন্দোলনৰ কাৰ্য্যসূচী প্ৰস্তুত কৰি সেইমতে নিয়াৰিকৈ শান্তিপূৰ্ণভাৱে কাম কৰি গৈছিল। আন্দোলনৰ প্ৰথম কাৰ্য্যসূচীৰ পাতনি মেলা হৈছিল ভকুৱাটেপাৰ ওচৰৰ নদীটাৰীত 'কুঁহিয়াৰ তলীৰ ৰণেৰে'। বৃটিচ চৰকাৰৰ পদলেহনকাৰী কৰ্মচাৰী আৰু জাতিদ্ৰোহী মৌজাদাৰ দাসৰাম চৌধুৰী সেইসময়ত ৰাউলীত স্থায়ীভাৱে বসবাস কৰিছিল। চৰকাৰী মুনাফা আদায়ৰ কাৰণে তেওঁ সৰুক্ষেত্ৰিৰ আন্দোলনকাৰী ৰাইজক বৰ বিৰক্তি দিছিল। সেয়েহে তেওঁৰ ওপৰত প্ৰতিশোধ লোৱাৰ কাৰণে মাঘ মাহৰ কোনোবা এদিন তেওঁৰ ঘৰ ঘেৰাও কৰি মাৰধৰ কৰে। নদীটাৰীত থকা কুঁহিয়াৰ তলীলৈ তেওঁক টানি আনি কুঁহিয়াৰ ভাঙি কুঁহিয়াৰেৰে মাৰধৰ কৰাৰ কাৰণে সেই প্ৰথম সমৰখনক 'কুঁহিয়াৰ তলীৰ ৰণ' বুলি কোৱা হৈছিল। তাৰপিছত প্ৰতিশোধ





লোৱা হৈছিল লাটমণ্ডল হলিৰাম মিশ্ৰৰ ওপৰত। মণ্ডলীৰ ওপৰত ৰাইজে কৰা শাৰীৰিক অত্যাচাৰত মণ্ডলৰ মৃত্যু হৈছিল। মণ্ডলৰ মৃত্যু সম্পৰ্কে এটি প্ৰবাদ আছে—

"হাঁহ খালাক ধৰি ধৰি
ছাগাল খালাক ধৰি
ৰাজাই ভাল পাৰ মণ্ডলটুক
ৰাইজে ফেল্লাক মাৰি।"

আন্দোলনৰ গতি তীব্ৰতৰ হোৱাত বিপ্লৱী সকলোলৈ চৰকাৰৰ চোকা দৃষ্টি পৰিলে। বৰপেটাৰ পৰা হাকিম মাধৱ চন্দ্ৰ বৰদলৈ চিপাহী- মিলিটাৰী সহ সৰুক্ষেত্ৰিত উপস্থিত হ'ল। ১৮৯৪ চনৰ জানুৱাৰীৰ ২১ তাৰিখে যোগেশ্বৰ গোস্বামীৰ সভাপতিত্বত লছিমাৰ পশ্চিমৰ পানাগাওঁৰ টুপত ৰাইজমেল বহিল। ৰাইজ মেলত মাধৱচন্দ্ৰ বৰদলৈও চিপাহী মিলিটাৰী সহ উপস্থিত হ'ল। যোগেশ্বৰ গোস্বামী আন্দোলনৰ নেতৃত্ব লোৱা কথা হাকিমে আগৰ পৰাই গম পাই আছিল। সেইদিনা গোস্বামীক সন্মুখত পাই হাকিমে তেখেতক তুচ্ছ ব্যৱহাৰ কৰাত ৰাইজ জকি উঠিছিল আৰু হাকিমক উক্ত অপৰাধত অপৰাধী কৰি জৰিমণা কৰি শাস্তি বিহিছিল। সেই কাৰ্যত অপমানিত হৈ হাকিমে বিপ্লৱীসকলক গ্ৰেপ্তাৰ কৰিবলৈ নিৰ্দেশ দিছিল। তাৰ পিছৰ পৰাই সৰুক্ষেত্ৰিৰ প্ৰত্যেকখন গাওঁত বন্দুকধাৰী পুলিচ মিলিটাৰী সোমাই গাওঁ আতঙ্কিত কৰি তুলিছিল আৰু আন্দোলনকাৰীসকলক গ্ৰেপ্তাৰ কৰি জেললৈ নিছিল। পুলিচ মিলিটাৰীৰ হাতত ব্যাসকুছিত পুষ্পৰাম তালুকদাৰ, অনন্তদেৱ গোস্বামী, মঙলু তালুকদাৰ, সোণাৰাম তালুকদাৰ প্ৰমুখ্যে কেবাজনো বিপ্লৱী কৃষকক গ্ৰেপ্তাৰ কৰি জেললৈ নিছিল। যোগেশ্বৰ গোস্বামীৰ ভাতৃ অনন্তদেৱ গোস্বামীক গৰু কৰি নাঙলত যুৰি হাল বাই শাৰীৰিক কষ্ট দিছিল। সেই সময়লৈ যোগেশ্বৰ গোস্বামীক পুলিচে গ্ৰেপ্তাৰ কৰিব পৰা নাছিল আৰু তেখেতক জেললৈ নিয়াও হোৱা নাছিল। চৰকাৰ বা পুলিচৰ হাতত ধৰা নিদিয়াকৈ থাকিব পৰাটো প্ৰকৃত নেতাৰ গুণ। তাৰ পিছত নিৰস্ত্ৰ আন্দোলনকাৰীসকল চৰকাৰৰ হাতত বন্দী হোৱাত আন্দোলনৰ গতি কমি আহিল আৰু এনেকৈয়ে এটি উদ্‌গীৰণমুখী আন্দোলনৰ পৰিসমাপ্তি ঘটিল বৰ কৰুণভাৱে।

যোগেশ্বৰ গোস্বামীয়ে সৰুক্ষেত্ৰিৰ ৰাইজমেলত দেখুওৱা কৃতিত্ব যুগে মচিব নোৱাৰা। তেখেতৰ বাকপটুতা, উপস্থিত বুদ্ধি, সময়ৰ লগে লগে সাজিব পৰা কৌশল, অসীম ধৈৰ্য্যগুণ আৰু অন্তৰত অদম্য সাহস থকাৰ কাৰণে বৃষ্টি সিংহৰ বিৰুদ্ধে সৰুক্ষেত্ৰিবাসী ৰাইজক একত্ৰিত কৰি আন্দোলন গঢ়ি তুলিবলৈ আগুৱাই আনিছিল।

সৰুক্ষেত্ৰি ৰাইজমেলৰ শতবাৰ্ষিকীৰ পুত লগনত সৰুক্ষেত্ৰিবাসী ৰাইজে যোৱা ফেব্ৰুৱাৰী মাহৰ ২২, ২৩ আৰু ২৪ তাৰিখে আয়োজন কৰা সৰুক্ষেত্ৰি ৰাইজমেল শতবাৰ্ষিকী উৎসৱত সৰুক্ষেত্ৰিৰ এই আঞ্চলিক নেতাজনক সকলোৱে এবাৰ শ্ৰদ্ধাৰে সোঁৱৰণ কৰি আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছে। যোগেশ্বৰ গোস্বামীৰ নেতৃত্বত গঢ়ি উঠা সৰুক্ষেত্ৰিৰ ৰাইজমেলে শতবৰ্ষপূৰ্ণ কৰা পৰিপ্ৰেক্ষিতত সৰুক্ষেত্ৰি ৰাইজমেলৰ শতবাৰ্ষিকী উৎসৱৰ পাতনি মেলা হৈছিল তেখেতৰ নাতি শ্ৰীনন্দেশ্বৰ দেৱ গোস্বামীৰ শ্বহীদ মাল্যদান অনুষ্ঠানেৰে।

যোগেশ্বৰ গোস্বামীৰ জীৱনৰ দ্বিতীয় কৃতিত্ব হ'ল তেখেত সংস্কৃতত এজন অগাধ পণ্ডিত আছিল আৰু সেই সময়ত তেখেতে বহুত মনোৰম ধৰ্মীয় গীত ৰচনা কৰি অসমীয়া সাহিত্যলৈ বৰঙণি আগবঢ়াই গৈছিল।

মহাপুৰুষ ভট্টদেৱৰ জীৱনেৰে আৰু আদৰ্শেৰে অনুপ্ৰাণিত যোগেশ্বৰ গোস্বামীয়ে বহু সংখ্যক মনোৰম ধৰ্মীয় গীত পদ ৰচনা কৰি থোৱা বুলি আমি শুনিবলৈ পাওঁ। কিন্তু গীত পদবোৰৰ প্ৰকাশিত ৰূপ এতিয়ালৈ ওলোৱা নাই। পাটবাউসীৰ সত্ৰাধিকাৰ ৰামদেৱ গোস্বামীয়ে গোস্বামীৰ পুত্ৰ হৰিদেৱ গোস্বামীৰ হাতৰ পৰা গীতৰ হাতেলিখা পুথিখনহপাম বুলি নি পিছত ঘৰপুৰা জুইত পুৰি যোৱাবুলি কোৱা আমি শুনিবলৈ পাওঁ। তথাপি হৰিদেৱ গোস্বামীৰ ঘৈণীয়েকৰ পৰা আমি কিছুমান "কহে যোগেশ্বৰ" ভনিতাযুক্ত গীত উদ্ধাৰ কৰিছোঁ আৰু তাৰে কিছুমান গীত আমি সংগ্ৰাহক হিচাবে 'জনশিক্ষা'ৰ জৰিয়তে প্ৰকাশ কৰিছোঁ। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ লোকগীতৰ অনাতাঁৰ শিল্পী খগেন্দ্ৰ নাথ পাঠক, শ্ৰীৰামেশ্বৰ পাঠক, শ্ৰীধনদা পাঠক আৰু শ্ৰীনাৰায়ণ পাঠকৰ কণ্ঠেৰে গোস্বামীৰ কেবাটাও লোকগীত প্ৰচাৰ কৰা হৈছে। ব্যাসকুছি আৰু ইয়াৰ আশে-পাশে থকা গাওঁবোৰৰ বুঢ়া লোকৰ মুখত 'কহে দ্বিজ যোগেশ্বৰ' ভনিতাযুক্ত গীত পদ এতিয়াও শুনিবলৈ পোৱা যায়।

গোস্বামীৰ সংস্কৃতত বিশেষ জ্ঞান আছিল। তেখেতে সংস্কৃতত কেবাখনো পুথি প্ৰণয়ন কৰি থৈ যোৱা বুলি শুনিব পোৱা গৈছিল। কিন্তু প্ৰকাশৰ আৰু উপযুক্ত সংৰক্ষণৰ অভাৱত সেই অমূল্য সম্পদবোৰ কালৰ বুকুত লয় পালে। তেখেতৰ যে সংস্কৃতত অগাধ পাণ্ডিত্য আছিল তাৰ প্ৰমাণ দিয়ে তেখেতে সংস্কৃতত ৰচনা কৰা অদ্বিতীয় সংস্কৃত বৰগীতটোৱে। সংস্কৃত সাহিত্যৰ পাঠক আৰু গৱেষকসকলৰ জ্ঞাতাৰ্থে গোস্বামীলৈ শ্ৰদ্ধা জনাই সংস্কৃত বৰগীতটো আগবঢ়োৱা হ'ল।

পশ্য সখিহে মধুমুৰ মথনম্।
ব্ৰজ বধূ বদন কমল মধু হৰণম্।। ধ্ৰুং।।
পদ— ৰাকাপতি বদন কমলদল নয়নং
খগপতি গমন ভুজগপতি শয়নম্।।
কুন্দ কুমুদকৰ অবদাত দশনং
অম্বুজকেশৰ পীত কৌষেয় বসনম্।।
দ্বিজ যোগেশ্বৰ মুদিত মুদাৰং
শৃণু সুখদং শুভদং ভৱসাৰম্।।

উক্ত আপুৰুগীয়া বৰগীতটি ব্যাসকুছি ভট্টাদেৱ জ্যোতি সংঘই আয়োজন কৰা ৪৩৫ তম ভট্টদেৱ জন্ম জয়ন্তী উৎসৱৰ ২১-১১-৯৩ ইং তাৰিখৰ সোঁৱৰণি সভাত বিশিষ্ট অতিথি হিচাবে যোগদান কৰা শ্ৰীকালীনাথ

শৰ্মাৰ পৰা সংগ্ৰহ কৰি ৰখা হৈছিল।

°যোগেশ্বৰ গোস্বামীয়ে তত্ত্বগধূৰ ধৰ্মীয় গীত-পদ ৰচনা কৰাৰ উপৰিও তেখেতে সেই সময়ৰ সামাজিক চিত্ৰ প্ৰতিফলন কৰা কিছুমান খুহতীয়া গীত ৰচনা কৰিছিল। তাৰে দুটা বেলবাৰীৰ °হৰি পাগলাৰ মুখৰ পৰা শুনি আমি সংগ্ৰহ কৰিছিলোঁ–

১। মোৰ হোকা চিলিম যোৰা
যতনে ৰাখিবি দে।

২। অ' লাউলেনী বাই
অ' লাউলেনী বাই
আজি দেখো তোৰ দিন
দন কৰোতে যাই।

উক্ত দুয়োটা গীত 'ভাঙুৰীৰ গীত' নামেৰে আমি জনশিক্ষাত প্ৰকাশ কৰিছিলোঁ। আন এটি জনপ্ৰিয় খুহতীয়া গীত–

"টোপনি টোপনি
অ' আই টোপনি
টোপনিৰ কলৰ তলত ঘৰ"– এই গীতটি শ্ৰীৰামেশ্বৰ পাঠকে ভট্টদেৰ ভনিতা দি ৰেকৰ্ড কৰিছে। গীতটো ভাব আৰু ভাষাৰ ফালৰপৰা ভট্টদেৱৰ যে নহয় তাত সন্দেহ নাই। উক্ত গীতটিও °যোগেশ্বৰ গোস্বামী ৰচিত। অসম সাহিত্য সভাই প্ৰকাশ কৰা °হেমন্ত কুমাৰ শৰ্মাৰ দ্বাৰা সংগৃহীত 'কামৰূপী লোকগীত' পুথিখনত এই গীতটো সম্পৰ্কে স্পষ্টীকৰণ দি শুধৰণী দিয়া হৈছে।

সামাজিক, ৰাজনৈতিক আৰু সাহিত্যৰ দিশত অঞ্চল আৰু জাতিৰ কাৰণে আগবঢ়োৱা অনবদ্য অৱদানৰ কাৰণে °যোগেশ্বৰ গোস্বামী সৰুক্ষেত্ৰি অঞ্চলৰ এজন প্ৰবাদ পুৰুষ। জীৱনত কৰিবলগীয়া কামখিনি প্ৰায় শেষ কৰি ইং ১৯০৬ চনত সাতসত্তৰ বছৰ বয়সত °গোস্বামী ইহলীলা ত্যাগ কৰি স্বৰ্গগামী হয়। ●





*অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সময়ত গতানুগতিক স্থিতিৰ মাজত নিজক আবদ্ধ নৰাখি অসম সাহিত্য সভাই অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত ভাগ লৈ সাহসী পদক্ষেপ দিছিল। কিছুমানে অৱশ্যে তাকে ভাল বোলা নাছিল। পিচে অস্তিত্ব ৰক্ষাৰ বেলিকা নিৰ্লিপ্ত ভূমিকা লৈ ত্ৰিশংকুৰ দৰে থাকি অসম সাহিত্য সভাই বিদূষকৰ ভূমিকাহে লোৱা হ'লহেতেন– অসমীয়া সাহিত্য-সংস্কৃতি-ভাষাৰ একনিষ্ঠ সেৱকৰ নিভাঁজ চিনাকি নিদিলেহেঁতেন। বলিষ্ঠ মনেৰে এতিয়াৰ নতুন সমস্যাৰ সন্মুখীন হোৱাৰ বাবেও অসম সাহিত্য সভাই নতুন পদক্ষেপ দিব লাগিব। ৰাইজৰ শ্ৰদ্ধাৰ অধিকাৰী হোৱা অসম সাহিত্য সভাৰ পৰা ৰাইজে বহুতখিনি আশাও কৰে।*

কীৰ্তিনাথ হাজৰিকা, হাইলাকান্দি, ১৯৮৮।







# °পুষ্পৰাম কঁহাৰ ঃ জীৱন আৰু কৃতি

*পাৰ্বতী পাটোৱাৰী*

সময় পাৰ হৈ যায়। কিন্তু সময়ৰ গতিত এনেকুৱা কিছুমান মানুহৰ খোজ ৰৈ যায় যাৰ মাজত বিচাৰি পোৱা যায় একোখন ঠাইৰ ঐতিহ্যৰ উমান। °পুষ্পৰাম কঁহাৰ এনে এজন ব্যক্তি যাক সময়েও নিঃশেষ কৰিব পৰা নাই। তেওঁৰ অমিত সাহসে, তেওঁৰ জাতীয়তাবোধে, তেওঁৰ ত্যাগে আজি এটা অঞ্চলৰ ৰাইজক অনুপ্ৰেৰণা দি থৈ যাব পাৰিছে। ১৮৯২-৯৪ চনত বৃটিছৰ বিৰুদ্ধে গঢ় লৈ উঠা ৰাইজমেল বা প্ৰজাবিদ্ৰোহৰ নেতৃত্ব গ্ৰহণ কৰা °পুষ্পৰাম কঁহাৰ আজিও সৰ্থেবাৰী অঞ্চলৰ জনমানসত এটা বিৰল প্ৰতিভা হৈয়ে ৰৈ আছে।

কঁহশিল্পখ্যাত সৰ্থেবাৰীত ১৯ শতিকাৰ মাজভাগত পুষ্পৰাম কঁহাৰৰ জন্ম হয়। সেই সময়ত সৰ্থেবাৰীত আছিল কেৱল জলাশয় আৰু পিতনি। পুষ্পৰাম কঁহাৰৰ দেউতাকে হেনো মানৰ দিনতে শিৱসাগৰৰ পৰা আহি সৰ্থেবাৰীত এবুকু পানী আৰু নলখাগৰিৰ মাজত সোমাই প্ৰাণ ৰক্ষা কৰিছিল, পিছত তেওঁ সৰ্থেবাৰীতেই বসবাস কৰে। সেইসময়ত শিক্ষা গ্ৰহণৰ ব্যৱস্থা সুঁচল নাছিল বাবেই পুষ্পৰাম কঁহাৰৰো শিক্ষা প্ৰাথমিক পৰ্যায়তে শেষ হৈ যায় আৰু বাপতি সাহোন সৰ্থেবাৰীৰ সেই সময়ৰ একমাত্ৰ জীৱিকাৰ পথ কাঁহশিল্পকেই বাছি লয়। চাৰিজন ভাই-ককাইৰ মাজত পুষ্প আছিল তৃতীয়। বাকী কেইজন হ'ল মধু, জীনা আৰু যজ্ঞ। স্বভাৱতে পুষ্প আছিল সাহসী, জেদী আৰু সংগ্ৰামী। এই স্বভাৱৰ বাবেই এটা সময়ত তেওঁ ঘৰ, পৰিয়াল, পৰিজন আৰু জন্মস্থান ত্যাগ কৰিব লগা হৈছিল। "আপোচ" শব্দটো বোধহয় তেওঁৰ অভিধানত লিখা নাছিল। যাৰ বাবে তেওঁ জীৱনত নানা দুখ-দুৰ্গতিৰ সন্মুখীন হ'ব লগা হৈছিল। অথচ তেওঁৰ শিল্পী মনৰ উদ্দাম গতি আছিল চিৰ অনিৰুদ্ধ।

পুষ্প কঁহাৰৰ কথা আহি পৰিলেই আহি পৰে ১৮৯৪ চনৰ প্ৰজাবিদ্ৰোহৰ কথা। ১৮৬১ চনত হোৱা ফুলগুৰিৰ ধেৱা, ১৮৯৩ চনত হোৱা ৰঙিয়া বিদ্ৰোহৰ দৰেই ১৮৯৪ চনতো একেই খাজনা বৃদ্ধিক লৈ গঢ়ি উঠিছিল সৰুক্ষেত্ৰী অঞ্চলৰ এক প্ৰজা বিদ্ৰোহ। ১৮৯৪ চনৰ ৮ৰ জানুৱাৰীৰ দিনা সৰ্থেবাৰীৰ ওচৰৰ 'পানাগাওঁ' টুপত কৃষক বিদ্ৰোহৰ সূত্ৰপাত হৈছিল। অধিক হাৰত খাজনা লোৱাত জলাতন অঞ্চল সৰ্থেবাৰীৰ ৰাইজ, সৰুক্ষেত্ৰী মৌজাৰ অন্যান্য গাওঁৰ ৰাইজ বিদ্ৰোহী হয়। চহৰা, মাঝিসকলৰ লগতে সত্ৰীয়া সকলেও বিদ্ৰোহ ঘোষণা কৰিছিল। আনহাতে অবৈজ্ঞানিক ১৮৯০ চনৰ টেকেলিভঙা পিয়ালেও ৰাইজক বহুত আগতেই অতীষ্ঠ কৰিছিল। সকলোৱে একমুঠ হৈ সৰ্থেবাৰীৰে সমীপৰে পানাগাওঁত ৰাইজমেল পাতিলে। এই ৰাইজ মেলৰেই এজন অগ্ৰণী নেতা আছিল পুষ্প কঁহাৰ। তেতিয়াৰ বৰপেটাৰ মহকুমা-ধিপতি আছিল °মাধৱচন্দ্ৰ বৰদলৈ। সেই ঐতিহ্যমণ্ডিত ৰাইমেলত বৰ্দ্ধিত খাজনা দিবলৈ তেওঁ ৰাইজক বুজাইছিল। ৰাইজে খাজনা "নিদিও" বুলি প্ৰতিবাদ কৰাত বৰদলৈয়ে অতীষ্ঠ হৈ সমবেত ৰাইজক তুচ্ছ-তাচ্ছিল্যৰ ভাষা প্ৰয়োগ কৰি অপমান কৰে। বৰদলৈৰ এনে ব্যৱহাৰত ৰাইজ উত্তেজিত হৈছিল যাৰ ফলত বৰ্দলৈয়ে জৰিমণা ভৰাৰ উপৰিও ৰাইজৰ দ্বাৰা প্ৰহৃত হৈছিল। ৰাইজৰ একাংশই পুষ্প কঁহাৰ আৰু মণ্ডলু তালুকদাৰৰ নেতৃত্বত কাপ্লাৰ হলিৰাম মণ্ডল আৰু দাসৰাম চৌধুৰী মৌজাদাৰক মাৰ-ধৰ কৰে ; ফলত হলিৰাম মণ্ডলৰ মৃত্যু হয়। বৃটিছ চৰকাৰে ৰাইজক দমন কৰিবলৈ গাৱেঁ-ভূৱেঁ চিপাহী-চন্তৰী মেলি দিয়ে। চিপাহীৰ নিৰ্যাতনত অতীষ্ঠ হৈ হাবি-বননিত বহুতে লুকাই থাকে। পুষ্প কঁহাৰ সমন্বিত নেতৃস্থানীয় বহুলোক আটক হয়। প্ৰায় ১৪৫ জন বিদ্ৰোহীৰ কাৰাদণ্ড হয়। বিচাৰত পুষ্পৰাম কঁহাৰৰ ছ বছৰ সশ্ৰম কাৰাদণ্ড হয়।

অমিত সাহসী, বিপ্লৱী পুষ্প কঁহাৰক কিন্তু বৃটিছৰ নিৰ্যাতনে, কাৰাবাসৰ যন্ত্ৰণাই ভয় খুৱাব নোৱাৰিলে। থমকি নৰ'ল তেওঁৰ প্ৰতিবাদী কণ্ঠ। জেলৰ ভিতৰত আন আন কয়দীৰ দৰে যেতিয়া তেওঁক কোৰ মাৰিবলৈ, ঘানি টানিবলৈ কোৱা হ'ল তেওঁ তাৰ প্ৰতিবাদ কৰি উঠিল। কিয়নো এনেকুৱা সন্মান হানিকৰ কাম তেওঁ কৰিব নোৱাৰে। তেওঁ স্বাধীন কঁহাৰ। শিল্প কৰ্মই তেওঁৰ জীৱিকা। জেলৰ ভিতৰত তেওঁ কাঁহ কোবাব বিচাৰিলে। লগতে কাঁহ কোবোৱা সঁজুলি আনি দিলে তেওঁ কাঁহ কোবাব পাৰিব বুলি জেল কৰ্তৃপক্ষক জনালে। কথামতে কাম হ'ল। কৰ্তৃপক্ষই তেওঁক সৰ্থেবাৰীৰ পৰা কাঁহ কোবোৱা সা-সঁজুলিবোৰ আনি দিলে। জেলৰ ভিতৰতে কঁহাৰে তৈয়াৰ কৰিলে সুন্দৰ সুন্দৰ কাঁহী-বাতি- যাৰ

নাম হ'ল জেলকাঁহী, জেলবাতি, যি জেলকাঁহী জেলবাতিৰ আৰ্হিৰ কাহী বাতি আজিও সৰ্থেবৰীয়া কঁহাৰৰ হাতত গঢ়ি উঠে। এই জেলকাহী, জেলবাতিয়ে সোঁৰৱাই ৰাখিছে এটা গণ আন্দোলনক। এই জেলকাহী, জেলবাতিয়ে লুকাই ৰাখিছে এটা বৈপ্লৱিক ইতিহাসক। জেলৰ ভিতৰত তেওঁ কাঁহেৰেই তৈয়াৰ কৰিলে থোক তামোল, ৩০ পোৱা ওজনৰ ভোৰতাল, এখন কাঁহৰ সুন্দৰ আৰ্চি। বৃটিছে পুষ্প কঁহাৰৰ প্ৰতিভাক স্বীকৃতি দিলে। এটা সুন্দৰ প্ৰতিভা নষ্ট হৈ যোৱাটো নিবিচাৰিছিল বাবে বৃটিছে তেওঁক নিৰ্দ্ধাৰিত সময়ৰ আগতেই ফাটেকৰ পৰা তেওঁক মুকলি কৰি দিছিল।

জীৱনৰ আন নাম সংগ্ৰাম। সংগ্ৰামৰ আন নাম পুষ্প কঁহাৰ। সংগ্ৰামৰ মাজতেই আগবাঢ়ে, প্ৰকৃত মানুহৰ জীৱন। সংগ্ৰামী পুষ্প কঁহাৰেও সংগ্ৰাম কৰিব লগা হ'ল জীৱন পৰিচালনাৰ বাবে। ৰাইজ মেলৰ নেতৃত্ব লৈ জেলত সোমোৱা পুষ্পকঁহাৰে যেতিয়া জেলৰ পৰা ঘূৰি আহিল তেতিয়াৰ ৰক্ষণশীল সমাজৰ কোনেও তেওঁক সমাদৰ নকৰিলে। পুষ্পৰাম কঁহাৰ ওৰফে পুষ্পৰাম তামুলী জেলত থাকোতেই ১৮৯৭ চনত নামনি অসমত এটা বৰ ভূইকপ হৈছিল। মেলেৰিয়া, কলাজ্বৰে দেশ ছানি ধৰিছিল। সেই সময়তে মৃত্যু বৰণ কৰিছিল পুষ্পৰাম কঁহাৰৰ পত্নী আৰু ল'ৰা-ছোৱালী। তেওঁ জেলৰ পৰা আহি ঘৰবাৰী, পৰিয়াল, পুত্ৰ-কন্যা সকলোকে হেৰুৱাই মৰ্মাহত হ'ল। মনৰ দুখ আৰু ক্ষোভত দুই ভতিজাক চানাৰাম আৰু লক্ষ্মীকান্তক লৈ গুছি গ'ল বজালীলৈ। বজালীৰ বৰবাং গাওঁৰ অধিবাসী সাৰদা দেৱীৰ জীয়াৰী শান্তিক বিয়া কৰাই নতুন সংসাৰৰ পাতনি মেলে। তাতেই তেওঁ দুটি সন্তানৰ পিতৃ হয়।

সেয়া আছিল ১৯ শতিকাৰ সপ্তম দশকৰ কথা। তেতিয়া বৃটিছ সাম্ৰাজ্যত মহাৰাণী ভিক্টোৰীয়াৰ ৰাজত্ব। লণ্ডনত এবাৰ এখন বিৰাট প্ৰদৰ্শনী পতা হ'ল। ভাৰতৰ সকলো ৰাজ্যৰ পৰা দৰ্শণীয় বস্তু বিচৰা হ'ল। বৰপেটাৰ মহকুমাধিপতিয়েও বিচাৰিলে পুষ্প কঁহাৰৰ পৰা এটা কাঁহৰ সামগ্ৰী। পুষ্প কঁহাৰে নিজৰ ঘৈণীয়েক আৰু জীয়েক ভাগ্যেশ্বৰীক লগত লৈ তৈয়াৰ কৰি উলিয়াইছিল এখন কাঁহী-- যাৰ নাম "জাত কাঁহী"। পুষ্প কঁহাৰৰ এই জাত কাঁহীৰ বৰ্ণনা বিশিষ্ট মুক্তি যোদ্ধা আৰু 'সৰাফুল'ৰ লিখক প্ৰফুল্ল চন্দ্ৰ বৰুৱাই এইদৰে দিছে-- "কাঁহৰ জাতিৰ খুটি তিনিটাৰ গাত ফুল পাত কাটি অতি মনোৰম কৰিছিল। কাঁহীখনো ভৰাই পেলাইছিল নক্সা কাটি। সেই জাতি কাঁহিযোৰ আচলতে হৈ উঠিছিল এখন টিপয় বা সৰু মেজৰ দৰে। জাতি যোৰৰ বাঁউটোত ঘূৰাই চপাব পাৰা বা নিলগাই থব পাৰা বাতিদানি বিলাকো গছলতা কাটি কৰি তুলিছিল চাই থাকো চাই থাকো কৰা। আঞ্জা, গাখীৰ আৰু লাৰু-পিঠা দিয়া বাতি বিলাকৰ লগতে আছিল খৰিকাদান। মূল জাতি কাঁহিৰ ওপৰত অন্ন পায়স আদি দিবলৈ ভিন্ ভিন্ পানধোৱা নামৰ থাল গঢ়ি দিছিল (পুষ্প কঁহাৰ, 'সৰা ফুল')। যথা সময়ত পুষ্প কঁহাৰৰ জাত কাঁহী গৈ বিলাতৰ প্ৰদৰ্শনী পালে। কঁহাৰৰ সৃষ্টিয়ে মহাৰাণীৰ মন জয় কৰিলে। তেওঁ জানিব পাৰিলে সেই কাঁহীৰ শিল্পী পুষ্প কঁহাৰ। তেওঁ পুৰস্কাৰ স্বৰূপে পুষ্প কঁহাৰক "জায়গীৰ" পদ দিবলৈ চৰকাৰক নিৰ্দেশ দিলে। পিছে চৰকাৰী অৱহেলাৰ ফলত জায়গীৰ পদৰ পৰা বঞ্চিত হ'ব লগা হৈছিল পুষ্প কঁহাৰ। জায়গীৰৰ সলনি আগবঢ়োৱা হৈছিল বিচক্ষণ শিল্পী জনাৰ ছমাহৰ বানচ কেৱল আঢ়ৈ কুৰি টকা। শুনামতে এই বিখ্যাত জাতকাহী হেনো আজিও বৃটিছ মিউজিয়াম শুৱনি কৰি আছে। উপযুক্ত পুৰস্কাৰ নাপালেও পুষ্প কঁহাৰ ভাগৰি পৰা লোক নাছিল। তেওঁৰ দক্ষ হাতেৰে সাজিছিল বিভিন্ন ধৰণৰ আটকধুনীয়া বস্তু। ইয়াৰ অন্যতম নিদৰ্শন তেওঁৰ ময়ুৰ গছা। ১৯০৫ চনৰ পৰা ১৯১০ চনৰ ভিতৰত ইয়াক তৈয়াৰ কৰা হৈছিল। শাহুৱেক সাৰদা দেৱীৰ প্ৰাৰ্থনা গৃহত জ্বলাবলৈ পিতলৰ এই গছা তৈয়াৰ কৰি দিছিল। এই গছাৰ কাৰুকাৰ্য্য অভিনৱ। ইয়াৰ শীৰ্ষত থকা ময়ুৰটোৰ ভিতৰত তেল ভৰাই দি চাকিত তেল দি থলে চাকিৰ তেল পুৰি যোৱাৰ পিছত ময়ুৰৰ পৰা আপোনা আপুনি তেল আহি চাকিত পৰে। ৪৪ টা সুকীয়া সুকীয়া অংশ এডাল লোৰ খিলাৰে সংলগ্ন কৰি ৰখা হৈছে। এইবিধ শিল্প কাৰ্য্যই তেওঁৰ শিল্প প্ৰতিভাক এতিয়াও প্ৰশংসিত কৰি ৰাখিছে। তেওঁৰ অন্যান্য শিল্প কৰ্ম হ'ল-- বৰপেটাৰ সত্ৰৰ ধাতুৰে নিৰ্মিত দুৱাৰ, সৰ্থেবাৰী তামুলী চুপাৰ কীৰ্ত্তন ঘৰৰ ধাতুৰ দুৱাৰ, সৰ্থেবাৰী আটাথেৰ চুপাৰ কীৰ্তন ঘৰৰ গোসাইৰ আসন, নানাৰকম কাৰুকাৰ্য্য খচিত 'চন্দ্ৰ জাৰিলোটা, ধুনীয়া ধুনীয়া তামোল খোৱা বটা ইত্যাদি। কালদিয়া নদীৰ পাৰৰ মৰিপুৰ আনন্দপুৰ গাঁৱত সজা বস্তিটোৰেও তেওঁৰ শৈল্পিক কাৰ্য্যৰ নিদৰ্শন দেখুৱাইছিল। তেওঁ বাস কৰা বস্তিটোৰ ঘৰ -দুৱাৰবোৰ এনেধৰণে সজাইছিল যে ওচৰেৰে পাৰ হৈ যোৱা মানুহেও ৰৈ ৰৈ চাবলৈ বাধ্য হৈছিল।

শিল্পী, বিপ্লৱী পুষ্পৰাম কঁহাৰৰ দেহাৱসান ঘটে ১৯২৭ চনত। তেওঁৰ মৃত্যু ঘটিল সঁচা কিন্তু তেওঁ এই অঞ্চলক দি গ'ল কাঁহ শিল্পৰ অভাৱনীয় নিদৰ্শন, বিপ্লৱৰ আদৰ্শ, সাহস আৰু ত্যাগৰ আৰ্হিৰে সংগ্ৰাম কৰি কৰি জীয়াই থাকিবলৈ শিকাৰ প্ৰেৰণা। পুষ্প কঁহাৰৰ মৃত্যুহীন সংগ্ৰামী প্ৰতিভাৰ নায্য স্বীকৃতি দিব পাৰিছোনে নাই আমি পৰ্যালোচনা কৰি চোৱাৰ সময় উপস্থিত। ●







# ৰজনীকান্ত গোস্বামী *

কনক চন্দ্ৰ ডেকা

অসম ছাত্ৰ সন্মিলনী আৰু ৰজনীকান্ত গোস্বামী অগ্নি আৰু অগ্নিৰ দাহিকা শক্তিৰ দৰে অভিন্ন ৰূপ। এইগৰাকী আজন্ম ছাত্ৰনেতাই অসম ছাত্ৰ সন্মিলটোক এটি বাস্তৱ ৰূপ দিয়াৰ গৌৰৱ কৰিব পাৰে। অৱশ্যে এই অনুষ্ঠানটোৰ গুৰিত থাকি যিকেইজন স্বনামধন্য ব্যক্তিয়ে বল দিছিল সিসকলৰ ভিতৰত প্ৰাতঃস্মৰণীয় ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, দেশভক্ত তৰুণৰাম ফুকন, লোকনায়ক অমিয় কুমাৰ দাস, পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ দেৱৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেখেতসকলৰ উপৰিও কেইগৰাকীমান ছাত্ৰনেতা- - দেবেন্দ্ৰনাথ শৰ্মা, শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী, দেৱেশ্বৰ শৰ্মা, বেলিৰাম দাস, শ্ৰীৰাধিকাৰাম দাস আৰু লক্ষ্মীধৰ বৰা ঘনিষ্ঠভাৱে জড়িত থাকি ছাত্ৰ সংগঠনটো আগবঢ়াই নিয়াত অবিৰাম চেষ্টা চলাইছিল।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ পূৰ্ববৰ্তী কালছোৱাত অসমত প্ৰকৃতপক্ষে কোনো সুকীয়া ৰাজনৈতিক অনুষ্ঠান নাছিল। 'অসম ছাত্ৰ সন্মিলনী' আৰু 'আসাম এছোচিয়েচন' এই দুটা সংগঠনে অসমৰ স্বাৰ্থৰক্ষা তথা সাহিত্য-সংস্কৃতিৰ উন্নয়নমূলক চিন্তা-চৰ্চা কৰাৰ উপৰিও ৰাজনৈতিক দিশতো অৰিহণা যোগাই আহিছিল। সময়ত অসমতো ভাৰতীয় জাতীয় কংগ্ৰেছৰ শাখা এটা খোলাৰ ব্যৱস্থা কৰা হৈছিল।

অসম ছাত্ৰ সন্মিলনীৰ জন্ম হয় ১৯১৬ চনত। ১৯২১ চনত গঠিত হোৱা ভাৰতীয় জাতীয় কংগ্ৰেছৰ অসম শাখাটো শক্তিশালী হৈ উঠাত আসাম এছোচিয়েচন আৰু অসম ছাত্ৰ সন্মিলন এই সংগঠন দুটাও অসম কংগ্ৰেছৰ শাখাটোৰ লগত সনাপোতোকা হৈ পৰে। এক কথাত ক'বলৈ গ'লে ১৯২১ চনত 'আসাম এছোচিয়েচন' নামৰ সংগঠনটো প্ৰায় নাইকিয়া হোৱাত অসম ছাত্ৰ সন্মিলনী অনুষ্ঠানটো বিশেষ শক্তিশালী হৈ উঠে আৰু ১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ পৰিপ্ৰেক্ষিতত অসম কংগ্ৰেছৰ সৌহাত স্বৰূপ হয়। ১৯২৭ চনৰপৰা ৰজনীকান্ত গোস্বামী অসম ছাত্ৰ সন্মিলনীৰ গুৰি ধৰোঁতা হিচাপে থাকি অসম কংগ্ৰেছৰ মাজেদি ভাৰতৰ স্বাধীনতা আন্দোলনত স্মৰণযোগ্য অৱদান আগবঢ়াইছিল।

১৯৩০ চনত, সৰ্থেবাৰীৰ ওচৰৰ পল্লা নামৰ বৈষ্ণৱ সত্ৰখনিৰ পৱিত্ৰ পৰিৱেশৰ মাজত ৰজনীকান্ত গোস্বামীদেৱৰ জন্ম হয়। ১৯২৭ চনত গুৱাহাটী কটন কলেজৰপৰা তেখেতে স্নাতক উপাধি লাভ কৰে। তাৰ পিছত 'আৰ্ল ল' কলেজৰপৰা আইনৰ উপাধি লাভ কৰি আইন ব্যৱসায়ত যোগ দিয়ে। আইনৰ শিক্ষা লাভ কৰি থকা সময়তে ১৯২৭ চনত খোদাবক্সৰ সভাপতিত্বত বহা অসম ছাত্ৰ সন্মিলনীৰ গুৱাহাটী অধিৱেশনত ৰজনীকান্ত গোস্বামী তেজোদ্বীপ্ত ভাষণ দি এজন ছাত্ৰনেতা হিচাপে স্বীকৃতি লাভ কৰে। সেই অধিৱেশনত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ কুমাৰী মেওৰ ভাৰতবিদ্বেষমূলক মন্তব্যৰ বাবে গৰিহণা দিয়া হয়। উল্লেখ কৰিব পাৰি যে কুমাৰী মেওৱে 'মাডাৰ ইণ্ডিয়া' নামৰ পুথিখনিত ভাৰতবাসীৰ সম্পৰ্কে কিছুমান সন্মান হানিকৰ ব্যক্তব্য দাঙি ধৰিছিল। অসম ছাত্ৰ সন্মিলনে ৰজনীকান্ত গোস্বামীৰ নেতৃত্বত অধিৱেশন পাতি মেওৰ উক্তিৰ ঘোৰ প্ৰতিবাদ জনাইছিল। সেই বছৰতে দেশভক্ত ফুকনৰ পৌৰোহিত্যত তেজপুৰত অসম ছাত্ৰ সন্মিলনীৰ অধিবেশন বহিছিল আৰু সেই অধিৱেশনতে গোস্বামীক সন্মিলনীৰ সম্পাদক নিৰ্বাচন কৰা হৈছিল।

ৰজনীকান্ত গোস্বামী এগৰাকী বিচক্ষণ বুদ্ধিৰ নৰমপন্থী ছাত্ৰনেতা আছিল। গান্ধীবাদত সম্পূৰ্ণ আস্থাভাজন গোস্বামীয়ে ছাত্ৰ সমাজ আৰু জনসাধাৰণৰপৰা পূৰ্ণ সমৰ্থন সহযোগ লাভ কৰিছিল, যাৰ ফলত তেখেত এজন আগশাৰীৰ ছাত্ৰনেতা হিচাপে প্ৰতিটো আন্দোলনতে ফলৱতী হ'ব পাৰিছিল। অসম ছাত্ৰ সন্মিলনীৰ লগত তেখেতৰ সম্পৰ্কে কেতিয়া, কিদৰে ঘটিছিল তেখেতৰ স্বহস্তে লিখাৰপৰা জানিব পাৰি-- "মই ১৯২৭ চনৰপৰাই অসম ছাত্ৰ সন্মিলনীৰ সম্পাদক আছিলো আৰু সেই সময়ত অসম ছাত্ৰ সন্মিলনীৰ নিৰ্দেশক্ৰমে বন্ধৰ সময়ত ছাত্ৰসকলে সেৱাকৰ্ম হিচাপে গাঁৱে-ভূঁঞে গৈ মেলেৰীয়া, মাদকদ্ৰব্য নিবাৰণ, অস্পৃশ্যতা বৰ্জন আদি কাৰ্য্য হাতত লৈ অসমবাসীৰ সমাদৰ লাভ কৰিছিলো।"

স্মৰণযোগ্য যে ১৯২৯ চনত, গোলাঘাটত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ সভাপতিত্বত অসম ছাত্ৰ সন্মিলনীৰ অধিৱেশন বহিছিল। সেই অধিৱেশনত ছাত্ৰসকলে ৰাজনীতিত যোগ দিয়াৰ সপক্ষে দৃঢ় মত গঢ়ি তুলিছিল। সন্দিকৈ ডাঙৰীয়াই ছাত্ৰ সন্মিলনীৰ এই বিপ্লৱী সিদ্ধান্তৰ প্ৰতি অভিনন্দন জনাই দুগুণে উৎসাহিত কৰিছিল।

মন কৰিবলগীয়া কথা যে ১৯৩০ চনৰ আন্দোলনত অসমে যোগ

* আলচটি লেখকৰ 'অসমৰ প্ৰসিদ্ধ মুক্তিযুঁজাৰু' গ্ৰন্থৰ পৰা লোৱা হৈছে। — সম্পাদক, স্মৃতিগ্ৰন্থ।

দিয়া নাছিল। আনকি মহাত্মা গান্ধীৰ 'লোণ আইন' ভঙ্গৰ বিখ্যাত 'ডাণ্ডি যাত্ৰা'তো অসমে ভাগ ল'ব খোজা নাছিল। এই সম্পৰ্কত গোস্বামীদেৱে এনেদৰে উল্লেখ কৰিছে— "১৯২৯ চনৰ শেষ ৰাতি ; ভাৰতীয় কংগ্ৰেছে পূৰ্ণস্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে আৰু ১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে জাতীয় পতাকা উত্তোলন কৰি তাৰ তলত পূৰ্ণস্বাধীনতাৰ দাবী কৰিবলৈ দেশবাসীলৈ আহ্বান জনায়। কিন্তু বৰ অভাৱনীয় কথা যে তাত অসমবাসীয়ে সহযোগ কৰা নাছিল। তেতিয়া দেশভক্ত ফুকন প্ৰমুখ্যে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ অগ্ৰণী নেতাসকলে স্থিৰ কৰিছিল যে এই আন্দোলনত অসমে যোগ নিদিয়ে। তাৰ পিচত এপ্ৰিল মাহত মহাত্মাই 'লোণ আইন' অমান্য কৰি লোণ প্ৰস্তুত কৰিবলৈ 'ডাণ্ডি যাত্ৰা' আৰম্ভ কৰে। লগে লগে সমগ্ৰ ভাৰতত নানাৰকমৰ আইন অমান্য আন্দোলন আৰম্ভ হয়! তেতিয়াও কিন্তু অসমে নীৰৱে থাকে। এনে অৱস্থাত কিছুমান ডেকা কংগ্ৰেছ কৰ্মীৰ পক্ষে নীৰৱে থকাটো অসহনীয় হৈ পৰে। তেতিয়া ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, তেওঁৰ প্ৰিয়বন্ধু জননেতা অমিয় কুমাৰ দাসক লগত লৈ গুৱাহাটীত উপস্থিত হয়। তেখেতসকলে ৰামেশ্বৰ শইকীয়াৰ ঘৰত মোক লগ ধৰে আৰু অসম ছাত্ৰ সন্মিলনকে আইন অমান্য আন্দোলন চলাবলৈ অনুৰোধ কৰে। মই তেখেতসকলক জনাওঁ যে সন্মিলনীৰ নিয়মাৱলী (Constitution) অনুসৰি কোনো ৰাজনৈতিক বিষয়ক কাৰ্য্য বা প্ৰস্তাৱ ল'ব নোৱাৰে। তথাপি মই মোৰ সহকৰ্মীসকলৰ লগত আলোচনা কৰি এই বিষয়ত কি কৰিব পৰা যায় তেখেতসকলক জনাম বুলি কৈ বিদায় ল'লো।"

ব্যক্তিয়েই হওক, অনুষ্ঠানেই হওক পৰিস্থিতিৰ দাস। তেতিয়াৰ অসমৰ শিক্ষাধিকৰ্তা কানিংহাম চাহাবৰ কুখ্যাত চাৰ্কুলাৰখনে অসম ছাত্ৰ সন্মিলনীক আওপকীয়াকৈ ৰাজনীতিত নামিবলৈ বাধ্য কৰালে। গোস্বামীৰ ভাষাত— "সেই সময়ত অসম গৱৰ্ণমেণ্টে শিক্ষা বিভাগৰ ডিৰেক্টৰ কানিংহাম চাহাবৰ দ্বাৰা এখন চাৰ্কুলাৰ জাৰি কৰে, যে ছাত্ৰসকলে কোনো ৰাজনৈতিক কাৰ্য্যত যোগ দিব নোৱাৰিব আৰু তেনে কৰিলে, ছাত্ৰসকলক স্কুল-কলেজৰপৰা বহিস্কাৰ কৰা হ'ব। নাবালক ছাত্ৰসকলে তেনে কৰিলে অভিভাবকসকল দায়ী হ'ব। এই চাৰ্কুলাৰখনেই 'কুখ্যাত কানিংহাম চাৰ্কুলাৰ বুলি' জনাজাত হৈছিল আৰু ইয়াৰ প্ৰতিবাদকল্পে গুৱাহাটীৰ ৰাইজে 'কামৰূপ একাডেমী' নাম দি এখন নতুন স্কুল স্থাপন কৰিছিল।"

কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদ জনাবলৈ গোস্বামী তেখেতৰ সহকৰ্মী-- লক্ষ্মীধৰ বৰা, মহেন্দ্ৰ মোহন চৌধুৰী, বেলিৰাম দাস প্ৰমুখ্যে বহুতো মিলিত হৈ অসম ছাত্ৰ সন্মিলনীৰ এখন বিশেষ অধিৱেশন গুৱাহাটীৰ পাণবজাৰৰ হৰিসভা প্ৰাঙ্গণত আহ্বান কৰিলে। গোস্বামীৰ লেখাত— "সেই অধিৱেশনতে কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদত ছাত্ৰসকলক স্কুল-কলেজ পৰিত্যাগ কৰিবলৈ আহ্বান জনায় আৰু স্কুল-কলেজ পৰিত্যাগ কৰি অহাসকলক আইন অমান্য আন্দোলনত যোগ দি য়াবলৈ আমি চেষ্টা কৰিম। সেইদিনা সন্ধিয়াই ত্যাগবীৰ বৰুৱা আৰু দাসক লগ ধৰো আৰু তেওঁলোকক আমাৰ সিদ্ধান্তৰ বিষয়ে কোৱাত তেওঁলোকেও আমাৰ মতত সমৰ্থন জনায়।"

নিৰ্ধাৰিত কাৰ্যসূচী অনুসৰি ৰজনীকান্ত গোস্বামীৰ নেতৃত্বত পোন্ধৰ দিনৰ ভিতৰতে অসম ছাত্ৰ সন্মিলনীৰ বিশেষ অধিৱেশন অমিয় কুমাৰ দাসৰ সভাপতিত্বত বহিব বুলি জাননী দিয়া হ'ল। অধিৱেশনত এটি সৰ্বসন্মত প্ৰস্তাৱযোগে ছাত্ৰসকলক স্কুল-কলেজ এৰিবলৈ জনোৱা হয় আৰু লক্ষ্মীধৰ বৰাৰ তৎপৰতাত গুৱাহাটীৰ ভালেমান সম্ভ্ৰান্ত পৰিয়ালৰ মহিলাই আন্দোলনৰ পিকেটিঙৰ কাৰ্য্যসূচীত যোগ দিয়েহি। পিকেটিং আৰম্ভ হোৱাত প্ৰায় সকলো ছাত্ৰই শ্ৰেণী বৰ্জন কৰি ওলাই আহিল আৰু কটন কলেজৰ বুধিয়ক প্ৰিন্সিপাল ব্ৰাউন চাহাবেও সেই দিনটো হঠাতে বন্ধৰ দিন বুলি ঘোষণা কৰি ওলাই আহিল।

এইদৰে সংগ্ৰামী নেতা ৰজনীকান্ত গোস্বামীৰ নেতৃত্বত অসমৰ ছাত্ৰশক্তি ১৯৩০ চনৰ আইন অমান্য আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি অসম আৰু অসমবাসীৰ সন্মান ৰক্ষা কৰিছিল। অকল সিমানেই নহয় ; বহুতো ছাত্ৰনেতাই কংগ্ৰেছৰ সদস্যভুক্ত হ'বলৈ আগ্ৰহ প্ৰকাশ কৰিলে। সেই সময়ত গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক আছিল সিদ্ধিনাথ শৰ্মা ডাঙৰীয়া। পিকেটিঙৰ পিছদিনা গোস্বামী কেইজনমান ছাত্ৰনেতাক লগত লৈ শৰ্মাদেৱক দেখা কৰি তেখেতসকলৰ সিদ্ধান্তৰ কথা জনালে। সেই বৈঠকত সৌভাগ্যক্ৰমে ত্যাগবীৰ বৰুৱা আৰু অমিয় কুমাৰ দাসো উপস্থিত আছিল। তেখেতসকলে ছাত্ৰনেতাসকলৰ স্বদেশপ্ৰেমমূলক কাৰ্য্যৰ ভূয়সী প্ৰশংসা কৰিলে আৰু তেখেতসকলৰ অনুৰোধ তৎকালে ৰক্ষা কৰাৰ উপৰিও লক্ষ্মীধৰ বৰাদেৱক গুৱাহাটী জিলা কংগ্ৰেছৰ সহকাৰী সম্পাদক নিযুক্ত কৰিলে। লগে লগে ছাত্ৰসকলে কংগ্ৰেছৰ আঁচনি ৰূপায়ণ কৰাত হাতে-কামে লাগি গ'ল। তাৰ পিছদিনাই বৰা, তীৰ্থনাথ শৰ্মা, বেলিৰাম দাস, গোস্বামী আৰু ভালেমান ছাত্ৰনেতা ৰঙিয়া আৰু নলবাৰী অঞ্চললৈ যাত্ৰা কৰে। নলবাৰী অঞ্চলৰ বিভিন্ন গাঁৱত বক্তৃতা দি ফুৰোঁতে কমাৰকুছিৰ ওচৰৰ আৰঙ্গমৌ গাঁৱৰ সভাত ভাষণ দি থাকোঁতে তেখেতসকলক গ্ৰেপ্তাৰ কৰি পিছত কাৰাবাসৰ হুকুম দিয়ে। সেইবাৰ গোস্বামীৰ চাৰিমাহ কাৰাবাস আৰু এশটকা জৰিমনাৰ হুকুম হয়। জৰিমনা অস্বীকাৰ কৰাত অধিক ডেৰমাহ জেলত থাকিবলগীয়া হয়।

১৯৩২ চন। ঘূৰণীয়া মেজমেলৰ আলোচনা সফল নোহোৱাত মহাত্মা গান্ধী দেশলৈ উভতি আহিয়েই পুনৰ আন্দোলন আৰম্ভ কৰিবলৈ দেশবাসীক আহ্বান জনায়। কানিংহাম চাৰ্কুলাৰৰ পৰিপ্ৰেক্ষিতত ৰজনীকান্ত গোস্বামীৰ নেতৃত্বত অসম ছাত্ৰ সন্মিলনীয়ে লোৱা বলিষ্ঠ পদক্ষেপৰ বিষয়ে বিশিষ্ট সাংবাদিক আৰু অন্যতম প্ৰসিদ্ধ মুক্তিযুঁজাৰু শ্ৰীসতীশচন্দ্ৰ কাকতীদেৱে এনেদৰে উল্লেখ কৰিছে— "The lead which Goswami gave at this juncture was remarkable. In fact the Civil Disobedient movement in 1930-- the second phase of the Independence Movement under Gandhiji was chiefly a student movement and the credit of the glorious role of Assam students was largely due to Goswami's leadership under the overhaul supervision of Congress leaders like Bisnuram Medhi, Tyagvir Hemchandra Barua, Omeo Kumar Das and a host of students leaders like Shri Bijoy Chandra Bhagavati, Shri Devendra Nath Sarma* and Beliram Das."





অসম ছাত্ৰ সন্মিলনীৰ প্ৰাণ-প্ৰতিষ্ঠাতা, অক্লান্ত মুক্তিযুঁজাৰু ৰজনীকান্ত গোস্বামী কমেও তিনিবাৰ কাৰাবাস বৰণ কৰিছিল। দ্বিতীয় বাৰ ১৯৩২ চনৰ ২৫ এপ্ৰিলৰ দিনা গ্ৰেপ্তাৰ বৰণ কৰে। সেইবাৰো তেখেতৰ চাৰি মাহ সশ্ৰম কাৰাবাস আৰু এশটকা জৰিমনা হয়। জৰিমনা অনাদায়ে আৰু এমাহ অধিক কাৰাদণ্ড ভোগে। ১৯৩২ চনৰ ১৪ অক্টোবৰ তাৰিখে তেখেতে মুক্তি লাভ কৰে। ১৯৪২ চনৰ 'ইংৰাজৰ ভাৰতত্যাগ' আন্দোলনত গোস্বামীদেৱে সক্ৰিয় অংশ গ্ৰহণ কৰা নাছিল যদিও মহাত্মা গান্ধীৰ নেতৃত্বাধীন ভাৰতীয় জাতীয় কংগ্ৰেছ অনুষ্ঠানটিৰ প্ৰতি তেখেতৰ অকুণ্ঠ সমৰ্থন আছিল।

ৰজনীকান্ত গোস্বামী অকল সুদক্ষ ছাত্ৰনেতা আৰু প্ৰসিদ্ধ মুক্তি যুঁজাৰুয়েই নাছিল ; লগে লগে আছিল এজন প্ৰখ্যাত আইনবিদ্, সুসাহিত্যিক, সুবক্তা, সমাজ সংস্কাৰক আৰু নিস্বাৰ্থ সমাজসেৱী। তেখেতৰ মানত উচ্চ-নীচৰ প্ৰভেদ নাছিল। দেশ আৰু দহৰ হিত চিন্তাই তেখেতৰ জীৱনৰ মূল লক্ষ্য আছিল। গীতাধৰ্মী গোস্বামীদেৱে হৰ্ষ-বিষাদ, সুখ-দুখ, জন্ম-মৃত্যু সকলোকে সমজ্ঞান কৰি চলিব পাৰিছিল। তেখেতৰ পৰলোক প্ৰাপ্তিৰ এবছৰ পূৰ্বে তেখেতৰ সহধৰ্মিনীৰ পৰলোক প্ৰাপ্তি ঘটিছিল। দ্বিতীয়দিনা আমি সমবেদনা জনাবলৈ তেখেতৰ ভৰলুমুখ বাসভৱনত উপস্থিত হৈছিলো। তেখেতৰ বিছনাৰ কাষতে চকী এখনত বহিবলৈ দিলে। ইতিমধ্যে কেইজনমান ব্যক্তি তেখেতৰ কোঠাত বহি আছিল। আচৰিত কথা— সহধৰ্মিনীৰ মৃত্যুয়ে তেখেতৰ হৃদয়ত বিশেষ আঘাত দিয়া যেন অনুমান নহ'ল। মৃত্যুক ইমান সহজভাৱে ল'ব পৰা ব্যক্তি খুব কমেই দেখিছো। প্ৰায় এঘণ্টা সময় তেখেতৰ ওচৰত বহি থাকি ধৰ্মজ্ঞান আৰু ৰাজনীতিৰ চিত্তবিনোদক আলোচনা শুনি ওভতি আহিছিলো।

দেশ স্বাধীন হোৱাৰ পিছতো তেখেত স্বাধীন ব্যৱসায় আইন চৰ্চাতে একনিষ্ঠভাৱে ব্ৰতী হৈ আছিল। ১৯৫৬ চনৰপৰা তেখেতে চৰকাৰী চিনিয়ৰ এড্‌ভোকেট হিচাপে কাম কৰিছিল। 'ইণ্ডিয়ান ল' ৰিপোর্ট'ৰ অসম গোটৰ তেখেত যোগ্য সম্পাদক আছিল। মুক্তি যুঁজাৰু আৰু স্বতন্ত্ৰ সৈনিকৰ সন্মানসূচক তাম্ৰপত্ৰ লাভ কৰা গোস্বামীদেৱক গুৱাহাটী উকীল সন্থাই হাৰ্দিক সম্ভাষণ জনাইছিল। ১৯৮৬ চনৰ ডিচেম্বৰ মাহৰ ১৬ তাৰিখে চাৰিকুৰিতিনি বছৰ বয়সত গোস্বামীদেৱৰ পৰলোক প্ৰাপ্তি ঘটে। গোস্বামী এজন আদৰ্শ পিতৃ আছিল। মৃত্যুৰ সময়ত আইনবিদ্ তথা প্ৰবীণ সংসদী সদস্য দীনেশ চন্দ্ৰ গোস্বামী* প্ৰমুখ্যে সাতজন যোগ্যবান পুত্ৰ আৰু এগৰাকী কন্যা এৰি থৈ গৈছে।

'পথৰ সন্ধান' গোস্বামীদেৱৰ ৰাজনৈতিক ভিত্তিত লিখা উপন্যাস। উপন্যাসখনি তেখেতৰ ওড়িষ্যা ভ্ৰমণৰ বিশেষকৈ পুৰী জগন্নাথ ভ্ৰমণৰ আলমলৈ লিখা হৈছে যদিও তাত স্বাধীনোত্তৰ কালৰ ভাৰতবৰ্ষৰ, আওঁপকীয়াকৈ অসমৰ এচাম দুৰ্নীতিপৰায়ণ মন্ত্ৰী বিষয়াৰ কুকাৰ্যৰ কথা বৰ্ণনা কৰা হৈছে। একান্ত গান্ধীবাদী গোস্বামীদেৱে মহাত্মা গান্ধীৰ কল্পিত ৰামৰাজ্যৰ ঠাইত দানৱৰ কাৰ্যকলাপ চলিবলৈ ধৰাত হৃদয়ত দুখ অনুভৱ কৰি তাকে পাতলাবৰ কাৰণে এই উপন্যাসখনিৰ আশ্ৰয় লোৱা যেন অনুমান হয়। তেখেতৰ লেখাৰপৰা দুটিমান উদ্ধৃতি দিয়া হ'ল—

ত্ৰিবৰ্ধনেও (মুখ্যমন্ত্ৰী) যে ইমান তললৈ নামিব পাৰে মই ভাবিবই পৰা নাছিলো!।

যোৱা পাঁচ-ছয় বছৰৰপৰা বহু ক্ষেত্ৰত মই কংগ্ৰেছক সমৰ্থন কৰিবপৰা নাই।

মন্ত্ৰীকে আদি কৰি চৰকাৰী বিষয়াৰ চৰিত্ৰহীনতা, ৰাজহুৱা ধনৰ আত্মসাৎ, বিধি-বিধান উলঙ্ঘা আদি বিষয়লৈ ৰাইজৰ মনত সন্দেহৰ উদ্ৰেক হ'লে ৰাইজৰ প্ৰত্যেকেই সন্দেহ ভঞ্জনৰ বাবে মেল-মিটিং বা ব্যক্তিগত ভাৱে প্ৰশ্ন কৰাৰ স্বত্ব থাকিব,....

- চাকৰিত হেমাহি কৰি বা স্বাৰ্থজড়িত কাৰণত যিসকল চাকৰিয়ালে ৰাজহুৱা ধনৰ অপব্যৱহাৰ কৰিছে সেইসকলৰপৰা তেনে ধন আদায়ৰ ব্যৱস্থা আৰু তেনে কাৰ্যত লিপ্ত লোকক শাস্তি দিয়াৰ ব্যৱস্থা কৰা হ'ব।●

*দুয়োজন এতিয়া প্ৰয়াত। স্থানান্তৰত দুয়োজনৰ বিষয়ে লেখা প্ৰকাশ পাইছে।

*দেশ যেতিয়া বিপন্ন হৈছিল, দেশৰ অস্তিত্ব যেতিয়া শত্ৰুৰ গৰাহত পৰিবৰ উপক্ৰম হৈছিল, তেতিয়াই জন্ম হৈছিল অসম আৰু অসমীয়া জাতিসত্বাৰ। আজিও অসমীয়া ভাষী তথা অসমবাসীৰ ভাষা-সাহিত্য-সংস্কৃতি আৰু অস্তিত্বৰ সংকট আহিছে। ইতিহাসৰপৰা শিকনি লৈ আজি পূৰ্বৰ ঐক্য-সংহতি ৰক্ষা কৰাৰ উপৰিও অধিক সজাগ-সচেতন হৈ দূৰদৰ্শিতাৰে আগবাঢ়িব লাগি।*

ডঃ লীলা গগৈ

# দেশসেৱক দেবেন্দ্ৰ নাথ শৰ্মা

ভূপেন্দ্ৰ কুমাৰ বৰ্মা

সৰ্থেবাৰী বুলিলেই মনৰ ছবিত ভাহি উঠে বৈঠকখানাত আটোমটোকাৰীকৈ সজাই থোৱা বৰ শৰাইখন, কাঁহ-পিতলৰ বাচন-বৰ্তনবোৰ আৰু অসমীয়াই গৌৰৱবোধ কৰা কাঁহ-পিতলৰ জাতীয় কুটীৰ শিল্পটোৰ কথা। সৰ্থেবাৰী এখন গাওঁ বা এটি অঞ্চলৰ নামেই নহয়, সৰ্থেবাৰী শ শ বছৰ ত্যাগ, কষ্ট আৰু শ্ৰমৰ বিনিময়ত গঢ়ি উঠা এক ঐতিহ্যমণ্ডিত জাতীয় উদ্যোগ আৰু শিল্পকলাৰ প্ৰতীক। সেয়ে অসমৰ জাতীয় জীৱন আৰু সংস্কৃতিৰ এই সন্ধিক্ষণত সৰ্থেবাৰীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ এক বিশেষ তাৎপৰ্য্য আছে।

অকল এয়েই নহয় সৰ্থেবাৰী অঞ্চলে অসমৰ জাতীয় জীৱনলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়োৱা কেইবাগৰাকীও বিশিষ্ট ব্যক্তিৰ জন্ম দিছে। ন্যায়াধীশ হলিৰাম ডেকা, চন্দ্ৰকান্ত অভিধান সংকলক কোঁহিৰাম দাস, বিশিষ্ট আইনজীৱী ৰজনী গোস্বামী, প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী আৰু নেতা দীনেশ গোস্বামী, দেশসেৱক দেবেন্দ্ৰ নাথ শৰ্মা* আদি সেইসকলৰ ভিতৰত অন্যতম। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে বিশিষ্ট কথাশিল্পী আৰু অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনৰ বাবে নবনিৰ্বাচিত সভাপতি শ্ৰীহিতেশ ডেকাও এই অঞ্চলৰেই এগৰাকী সু-সন্তান।

কেতিয়াবা একোজন ব্যক্তি নিজস্ব মৌলিক প্ৰতিভাৰে ৰাজনীতি, সমাজ আৰু সাহিত্য ক্ষেত্ৰত বিভিন্ন বৰঙণিৰে জাতি এটাক সমৃদ্ধিশালী কৰি তোলে। এইসকল লোক জাতীয় জীৱন আৰু জাতীয় ইতিহাসৰ এক অবিচ্ছেদ্য অঙ্গ হৈ পৰে। ভাৰতৰ স্বাধীনতা আন্দোলনত নানা ত্যাগ, কষ্ট বৰণ কৰি, সমাজ, সাহিত্য আৰু সংবাদসেৱাৰ জৰিয়তে দেশমাতৃকাক সেৱা কৰা দেবেন্দ্ৰ নাথ শৰ্মা তেনে এজন লোক যি এক অনুষ্ঠানত পৰিণত হৈছিল।

যোৱা আঠৈকুৰি বছৰ অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনত দেবেন্দ্ৰ নাথ শৰ্মা এক উল্লেখযোগ্য ব্যক্তি হৈ পৰিছিল। অকল ভাৰতৰ স্বাধীনতা আন্দোলনতেই নহয়, অসমৰ সামাজিক আৰু শৈক্ষিক জীৱনতো; তেওঁ এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। অসংখ্য শিক্ষা অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত তেওঁ প্ৰত্যক্ষভাৱে জড়িত আছিল। সেই অনুষ্ঠানবোৰৰ ভিতৰত প্ৰাগ্‌জ্যোতিষ কলেজ, পাণ্ডু কলেজ, উত্তৰ গুৱাহাটী কলেজ, কামাখ্যাৰাম বৰুৱা ছোৱালী কলেজ, কামৰূপ একাডেমী, গোপাল বড়ো হাইস্কুল, কালিৰাম বৰুৱা ছোৱালী হাইস্কুল ইত্যাদি। লোকপ্ৰিয় বৰদলৈ টি বি হস্পিটেল আৰু ডাঃ ভুবনেশ্বৰ বৰুৱা কেন্সাৰ প্ৰতিষ্ঠান গঢ়ি তোলাত তেওঁ আগভাগ লৈছিল।

এই গৰাকী ভীমকৰ্মা পুৰুষৰ জন্ম হয় তেতিয়াৰ বৰপেটা মহকুমাৰ অন্তৰ্গত সৰ্থেবাৰীৰ ওচৰৰ কাবাকুছি নামৰ গাওঁ এখনত ১৯০২ চনৰ ডিচেম্বৰ মাহত। সেই সময়ত সেই অঞ্চলৰ অৰ্থাৎ সৰুক্ষেত্ৰী মৌজাত ৫০ খন মান গাওঁ আছিল যদিও সেইবোৰত ১০ খন মানহে প্ৰাথমিক বিদ্যালয় আছিল। বাট-পথ, যাতায়ত ব্যৱস্থা আছিল অতি শোচনীয়। প্ৰায়ভাগ লোকেই আছিল কৃষিৰ ওপৰত নিৰ্ভৰশীল। অৰ্থনৈতিক ভাৱেও আছিল অঞ্চলটো অতি পিছপৰা। স্বাৱলম্বী মনোভাৱ আৰু সংগ্ৰামী প্ৰচেষ্টা আছিল কিন্তু মানুহখিনিৰ মূলধন। এনে এটি অঞ্চলৰ পৰাই ওলাই আহিছিল দেবেন্দ্ৰ নাথ শৰ্মা। কাবাকুছি প্ৰাথমিক বিদ্যালয়ত তেওঁ প্ৰাথমিক শিক্ষা আৰম্ভ কৰে। কিন্তু স্কুলৰ অৱস্থা ভাল নোহোৱাত সহোদৰ চন্দ্ৰ দাস নামৰ গৃহ শিক্ষক এজনৰ তত্বাৱধানত শিক্ষা লাভ কৰে। প্ৰাইমেৰী পৰীক্ষা পাছ কৰাৰ পিছত দেবেন্দ্ৰ নাথ শৰ্মাক টিহুৰ এম, ই, স্কুলত নাম লগাই দিয়া হয়। এম, ই, পৰীক্ষা পাছ কৰাৰ পিছত তেওঁক নলবাৰী গৰ্ডন হাইস্কুলত ভৰ্তি কৰা হয়।

নলবাৰী গৰ্ডন হাইস্কুলত পঢ়ি থকাৰ সময়তেই গোটেই দেশ জুৰি গান্ধীজীৰ নেতৃত্বত স্বাধীনতা আন্দোলন চলি আছিল। অসমেও সেই আন্দোলনত অংশ গ্ৰহণ কৰিছিল। আন্দোলন ক্ৰমান্বয়ে তীব্ৰৰ পৰা তীব্ৰতৰ হৈ উঠিছিল। ১৯২১ চনত আন্দোলনৰ কামত শৰ্মাই স্কুল বৰ্জন কৰি ছাত্ৰসকলৰ লগত সংগঠনৰ কামত যোগদান কৰে। ১৯২২ চনত আন্দোলন শাম কটাত আকৌ স্কুললৈ যায়। ১৯২৩ চনত 'ফুলাৰ মেডেল' লাভ কৰি প্ৰথম বিভাগত মেট্ৰিক পাছ কৰে। তেতিয়া গৰ্ডন হাইস্কুলত প্ৰধান শিক্ষক হিচাপে কাম কৰা ইন্দ্ৰেশ্বৰ বৰঠাকুৰ শৰ্মাৰ বাবে আছিল এক প্ৰেৰণা।

শৰ্মাই শাৰীৰিক অসুস্থতাৰ বাবে এবছৰ পলমকৈ কোচবিহাৰ কলেজত ভৰ্তি হয়। তাত অধ্যয়নৰ লগে লগে 'অনুশীলন' আৰু 'যুগান্তৰ' নামৰ দুটা বিপ্লৱী সংগঠনৰ লগতো তেওঁৰ যোগাযোগ হয়। বঙ্গদেশৰ বিখ্যাত বিপ্লৱী পুলিন দাস আৰু কবি নজৰুল ইছলামৰ লগতো পৰিচয় হয়। এইসকল লোকৰ সান্নিধ্যত তেওঁৰ মনৰ দিগন্ত মুকলি হয় আৰু নতুন চিন্তাৰে সমৃদ্ধ হয়। ১৯২৮ চনত ডিষ্টিংচন সহকাৰে বি এ পাছ কৰি শৰ্মা গুৱাহাটীলৈ আহে। সেই সময়ত ছাত্ৰ সন্মিলন অসমৰ এক শক্তিশালী আৰু জনপ্ৰিয় অনুষ্ঠান। তেওঁ ছাত্ৰ সন্মিলনত যোগদান কৰে আৰু সেই সময়তেই জাতীয় কংগ্ৰেছতো সদস্য ভৰ্ত্তি হয়। লগে লগে স্বাধীনতা আন্দোলনতো যোগদান কৰে। সেই যে স্বদেশৰ স্বাধীনতা আন্দোলনত এবাৰ জপিয়াই পৰিল তেতিয়াৰ পৰা জীৱনৰ শেষ সময়লৈ স্বদেশ আৰু স্বজাতিৰ সেৱাই আছিল তেওঁৰ জীৱনৰ একমাত্ৰ ব্ৰত।

১৯২৯ চনত অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক নিৰ্বাচিত হয়। সেই বছৰৰেই জুন মাহত পাণবজাৰত গ্ৰেজুৱেটচ ইউনিয়ন নামৰ কিতাপৰ দোকান এখন দিয়ে। এই দোকানেই আন্দোলনৰ কৰ্মী সকলৰ মিলন স্থান হৈ পৰে। গোলাঘাটত অনুষ্ঠিত অসম ছাত্ৰ সন্মিলনৰ সভাত শৰ্মাই কাৰ্য্য নিৰ্বাহকৰ সদস্যও নিৰ্বাচিত হয়। ১৯৩০ চনত ২৬ জানুৱাৰীত সদৌ অসম যুৱক সংঘৰ আহ্বানত জুবিলী পাৰ্কত 'স্বাধীনতা দিৱস' অনুষ্ঠানত যোগদান কৰে। পতাকা উত্তোলন কৰে দেশভক্ত তৰুণৰাম ফুকনে। এইসময়ৰ পৰা শৰ্মা দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈ আদিৰ লগত জড়িত হৈ পৰে।

১৯৩০ চনৰ অসমৰ শিক্ষা বিভাগৰ কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ বিৰুদ্ধে জাতীয় শিক্ষানুষ্ঠানসমূহ গঢ়ি উঠে। সেই বছৰৰ জুলাই মাহৰ ১৫ তাৰিখে গুৱাহাটীত কামৰূপ একাডেমী স্থাপন হয়। শৰ্মাই তাত প্ৰতিষ্ঠাতা প্ৰধান শিক্ষকৰূপে যোগদান কৰে। কিন্তু দেশমাতৃকাৰ আহ্বানত আৰু আন্দোলনৰ স্বাৰ্থত ১৯৩২ চনত স্কুল এৰি থৈ যায়। ১৯৩৪ চনত হৰিজনসকলৰ উন্নয়নৰ বাবে হৰিজন আন্দোলনত যোগদান কৰে আৰু হৰিজন সেৱক সংঘৰ সম্পাদকৰ দায়িত্বও গ্ৰহণ কৰে। সেই বছৰৰেই এপ্ৰিল মাহত মহাত্মা গান্ধীয়ে অসম ভ্ৰমণ কৰে আৰু ভ্ৰমণৰ সকলো দায়িত্ব শৰ্মাৰ ওপৰত ন্যস্ত হৈছিল। শৰ্মা এইদৰেই সেই সময়ত হৈ পৰিছিল অসমৰ জনসাধাৰণৰ এগৰাকী অতি বিশ্বস্ত আৰু জনপ্ৰিয় নেতা। শৰ্মা ফৰৱাৰ্ড ব্লকৰ অন্যতম অনুগামী আছিল আৰু নেতাজী সুভাষ চন্দ্ৰ বসুৰ অন্যতম সহযোগী হৈ পৰিছিল।

অফুৰন্ত কৰ্মশক্তি, অসীম সাহস আৰু অদমনীয় উৎসাহেৰে কাম কৰি অলেখ অনুষ্ঠান আৰু সংগঠনৰ দায়িত্ব শৰ্মাই মূৰপাতি লৈছিল। ১৯৫৬ চনত বিপুল ভোটাধিক্যত গুৱাহাটী সমষ্টিৰ পৰা লোকসভালৈ নিৰ্বাচিত হয়। ১৯৬২ চনত বিধান সভাৰ সদস্য নিৰ্বাচিত হয় শ্ৰীগৌৰীশঙ্কৰ ভট্টাচাৰ্য্যৰ দৰে এগৰাকী শক্তিশালী কমিউনিষ্ট নেতাক পৰাজিত কৰি। ১৯৫৭ চনত গুৱাহাটী মিউনিচিপালটিৰ সভাপতি নিৰ্বাচিত হয়। গুৱাহাটী মহানগৰ কংগ্ৰেছ কমিটীৰ প্ৰতিষ্ঠাতা সভাপতি হিচাপেও কাৰ্য্যনিৰ্বাহ কৰে ১৯৭২ চনত। গুৱাহাটী মিউনিচিপালটিক পৌৰ নিগমলৈ উন্নীত কৰাৰ ক্ষেত্ৰত এজনীয়া কমিটীৰ সদস্য হিচাপে শৰ্মাই দিয়া পৰামৰ্শ ৰাজ্য চৰকাৰে গ্ৰহণ কৰে ১৯৬৩ চনত। তাৰ ফল স্বৰূপেই বৰ্তমান গুৱাহাটী পৌৰ নিগমলৈ ৰূপান্তৰিত হৈছে। গুৱাহাটীৰ বৰ্তমান যি নেহৰু ষ্টেডিয়াম ৰাধাগোবিন্দ বৰুৱাৰ অক্লান্ত চেষ্টাৰ ফলত গঢ়ি উঠিছে শৰ্মাৰ সাহায্যৰ ফলতহে সি সম্ভৱপৰ হৈ উঠিছে। গুৱাহাটীৰ বৰ্তমানৰ 'পাৰ্ক' কেইখনো গঢ়ি উঠিছে শৰ্মাৰ পৰিকল্পনাৰ ফল স্বৰূপেই।

সাহিত্যিক আৰু সাংবাদিক শৰ্মাৰ এই দিশটোৰ কথা আলোচনা নকৰিলে তেওঁৰ কৰ্মময় জীৱন অসম্পূৰ্ণ হৈ ৰ'ব। ৰাজনীতি আৰু সমাজসেৱাৰ লগে লগে অধ্যয়ন আছিল এটি তেওঁৰ নিয়মীয়া অভ্যাস। তেওঁৰ দৰে সুকণ্ঠৰ অধিকাৰী লোক অতি বিৰল। তেওঁ এজন ভাল বক্তাও আছিল। সৰ্বোপৰি তেওঁৰ এটি কলা-সুলভ মন আছিল। 'ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস' আৰু 'কুৰি শতিকাৰ মহান বিপ্লৱী' নামৰ গ্ৰন্থৰ মাজেদি তেওঁৰ সাহিত্য প্ৰতিভাৰ পৰিচয় প্ৰকাশ পাইছে। তেওঁ ৰচনা কৰা আন গ্ৰন্থসমূহ হ'ল– (ক) সমস্বত্ববাদ, (খ) মৌলানা আবুল কালাম আজাদ (অপ্ৰকাশিত), (গ) Gauhati of Tomorrow, (ঘ) Five year plan-- its objectives & Economic ideals, (ঙ) আত্ম-জীৱনী (অসম্পূৰ্ণ)।

ৰাজনীতি চৰ্চা, সাহিত্য সৃষ্টি আৰু সংবাদ সেৱা এই আটাইবোৰ সুযোগ এজনৰ জীৱনত ঘটাৰ উদাহৰণ অতি বিৰল। কিন্তু এনে বিৰল ব্যতিক্ৰম ব্যক্তিত্বৰ অধিকাৰী আছিল দেবেন্দ্ৰ নাথ শৰ্মা। শৰ্মাই 'শান্তিদূত' নামৰ এখন দৈনিক বাতৰি কাকত পাণ্ডুৰ পৰা আৰু 'অসম ৰাইজ' নামৰ সাপ্তাহিক বাতৰি কাকত গুৱাহাটীৰপৰা সম্পাদনা কৰিছিল। কংগ্ৰেছ দলৰ মুখপত্ৰ 'কংগ্ৰেছ' আৰু ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদনাৰ দায়িত্বও তেওঁ যোগ্যতাৰে পালন কৰিছিল। অকল সাহিত্য আৰু সংবাদ সেৱাত নেৰানেপেৰাকৈ লাগি থকা হ'লে শৰ্মা নিঃসন্দেহে এগৰাকী উচ্চ পৰ্যায়ৰ সাহিত্যিক হ'লহেঁতেন।

যোৱা ১৯৮৯ চনৰ ২৫ অক্টোবৰত ৮৭ বছৰ বয়সত দেবেন্দ্ৰ নাথ শৰ্মাৰ পৰলোকপ্ৰাপ্তি হয়। অফুৰন্ত প্ৰাণশক্তিৰে এজন নিষ্ঠাবান সমাজসেৱী, সু-সাহিত্যিক, সুবক্তা, সাংবাদিক আৰু সকলো শ্ৰেণীৰ লোকে নিৰ্ভৰ কৰিব পৰা এজন সহৃদয় বন্ধুৰ বিয়োগত অসমৰ এক অপূৰণীয় ক্ষতি সাধন হয়। ●

* ॰ শৰ্মা এসময়ত 'লিটল গান্ধী' ৰূপে অসমত প্ৰখ্যাত হৈছিল। -- সম্পাদক, স্মৃতিগ্ৰন্থ

*বিবিধ বিষয়ত যথেষ্ট কিতাপ প্ৰকাশ আৰু লেখকক নিয়মিয়া পাৰিশ্ৰমিক বা ৰয়েলটি দিব নোৱাৰিলে সভা পাতি প্ৰস্তাৱ পাছ কৰিলেই সমস্যাৰ সমাধান নহয়। অসমীয়া লেখকৰ আৰ্থিক অৱস্থা মুঠেও সন্তোষজনক নহয় আৰু বিনামূলীয়াকৈ কাম কৰা লোক পাবলৈ টান। অসম সাহিত্য সভাই স্থায়ী সচিব এজন ৰাখি দীঘলীয়া আঁচনিলৈ কাম নকৰিলে বিশেষ লাভ নহ'ব। আন আন দেশত যি প্ৰখ্যাত সাহিত্যিক বা সাংস্কৃতিক সংস্থা আছে তাৰ সভ্য হ'ব পৰাটোও গৌৰৱৰ কথা। সভ্য যেয়ে সেয়ে হ'বও নোৱাৰে। মই কামনা কৰোঁ অসম সাহিত্য সভাই এনে কাৰ্যপন্থা গ্ৰহণ কৰক যাৰ দ্বাৰা অনুষ্ঠানটোৰ সন্মান বাঢ়ে আৰু দেশবাসীও লাভবান হয়।*

ডঃ প্ৰফুল্ল দত্ত গোস্বামী

# প্ৰথিতযশা হেডপণ্ডিত হৰিচৰণ তালুকদাৰ ঃ কৰ্ম আৰু জীৱন

*সনাতন তালুকদাৰ*

হৰিচৰণ তালুকদাৰদেৱে সৰ্থেবাৰীকেন্দ্ৰী বৃহত্তৰ ক্ষেত্ৰী অঞ্চলত কেবাদশক ধৰি শিক্ষা-সংস্কৃতি আৰু সমাজ জীৱনত অসাধাৰণ স্থান অধিকাৰ কৰিছিল। জনসাধাৰণৰ মাজত আচল নাম হৰিচৰণ তালুকদাৰ তল পৰি তেখেত হেডপণ্ডিত ৰূপেহে পৰিচিত আছিল। অকল ছাত্ৰ সমাজে নহয়, সমাজৰ সৰ্বস্তৰৰ মানুহে তেখেতৰ ব্যক্তিত্বৰ ওচৰত মূৰ দোৱাইছিল। সুঠাম, সুশ্ৰী দেহৰ অধিকাৰী এই ব্যক্তিগৰাকীৰ চকুত বুদ্ধিদীপ্ততাৰ চিন। তেখেতৰ মেঘ গম্ভীৰ ধ্বনি শুনাৰ লগে লগে গোটেই স্কুলখন কাঁহ পৰি জীন যায়। তেখেতৰ গাত এনে গুণ আছে যাৰ কাৰণে আমি নমস্কাৰ কৰোঁ, এনে ব্যক্তিত্ব আছে যাৰ বাবে লগ ধৰিবলৈ গৈও ওচৰচাপিবলৈ ভয় লাগে। কৃতবিদ্য ছাৰ মনস্তত্ত্বনিষ্ণাত আছিল। ছাত্ৰসকলৰ মনৰ কথা তেখেতে জানিছিল। সঁচা অৰ্থতে তেখেত শিক্ষক আছিল। স্কুল (সৰ্থেবাৰী চেণ্ট্ৰেল বয়জ এম. ভি) আৰু ছাত্ৰসকল তেখেতৰ হিয়াৰ আমুঠ আছিল। স্কুলখনক তেখেতে ধৰ্ম মন্দিৰৰদৰে জ্ঞান কৰিছিল।

শিক্ষাবিদ, সমাজকৰ্মী হৰিচৰণ তালুকদাৰদেৱে সৰ্থেবাৰীৰ পুৰণ তালুকদাৰ চুপাৰ এটি কঁহাৰ পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল ১৮২৪ শকৰ আঘোণ মাহৰ পাঁচ তাৰিখ শুক্ৰবাৰে। তেখেতৰ পিতৃ আছিল কামেশ্বৰ তালুকদাৰ আৰু মাতৃ গন্ধেশ্বৰী তালুকদাৰ।

তেখেতে সৰ্থেবাৰী ছাত্ৰ বৃত্তি স্কুলতে পঢ়িছিল। বুঢ়া পণ্ডিত জয়ৰাম ডেকাৰ মৰম-স্নেহ আৰু অনুপ্ৰেৰণাত পঢ়া-শুনা কৰি কৃতিত্ব অৰ্জন কৰিছিল। ১৯২০ চনত সপ্তম শ্ৰেণীৰপৰা নৰ্মাল বাছনি পৰীক্ষা দি অসমৰ ভিতৰতে প্ৰথম স্থান লাভ কৰি চৰকাৰৰ পৰা ৮ টকীয়া বৃত্তি লাভ কৰিবলৈ সক্ষম হৈছিল। ১৯২১ চনৰ পৰা ১৯২৩ চনলৈ যোৰহাট নৰ্মাল স্কুলত পঢ়িছিল। শৰৎ চন্দ্ৰ গোস্বামী, হৰি নাৰায়ণ দত্তবৰুৱা, মুক্তালাল কাঠবৰুৱা প্ৰমুখ্যে গুণী-জ্ঞানী শিক্ষাবিদসকলৰ অনুপ্ৰেৰণা আৰু সান্নিধ্যই তেখেতৰ জীৱনত ৰেখাপাত কৰিছিল। তেখেতে জন্মে জন্মে আদৰ্শ শিক্ষক হ'বলৈ সংকল্প কৰিছিল। যোৰহাট নৰ্মাল স্কুলৰপৰা দ্বিতীয় স্থান লাভ কৰি শিক্ষাগুৰুসকলৰ আশীৰ্বাদ লৈ ঘৰলৈ আহিছিল। নৰ্মাল তৃতীয় বাৰ্ষিকৰ পৰীক্ষা শেষ হোৱাৰ পাছতে চলন্তপাৰা চৰকাৰী এম, ভি, স্কুলত প্ৰধান শিক্ষকৰ পৰোৱানা পাই পিতৃৰ অনুমতি বিচৰাত পিতৃয়ে দূৰলৈ যাবলৈ মানা কৰে। পিতৃ ভক্ত ছাৰে পিতৃবচন লঙ্ঘন নকৰিলে।

১২২৪ চনত তেখেতে জালাহ এম, ই, স্কুলত শিক্ষকতা কৰিবলৈ লয়। তাত এবছৰ থাকে। জালাহ অঞ্চলৰ লোকসকলৰ মৰম স্নেহ আৰু আদৰ সম্ভাষণ তেখেতে মৃত্যুলৈকে পাহৰিবপৰা নাছিল। ১৯২৫ চনৰ ১৫ ফেব্ৰুৱাৰীত তেখেতে চক্চকা চৰকাৰী এম, ভি, স্কুলৰ অস্থায়ী চাকৰীত ভৰ্ত্তি হয়। এইখন স্কুল ১৮৯৭ চনৰ ভূমিকম্পৰ পিছত সৰ্থেবাৰীৰ পৰা চক্চকালৈ স্থানান্তৰ কৰা হৈছিল। চক্চকা স্কুলত সৰ্থেবাৰী লাইব্ৰেৰীৰ ষ্টেম্প সহ পুথি আৰু নেতৃস্থানীয় লোকসকলৰ নাম থকা বহীপত্ৰ দেখি ছাৰৰ চকুপানী ওলাইছিল। তেখেতে ভালুকী এম, ভি আৰু বৰপেটা টাউন এম, ভি, স্কুলতো শিক্ষকতা কৰি সকলোৰে সমাদৰ লভি আপোনত্বৰ স্বাক্ষৰ ৰাখিবলৈ সমৰ্থ হৈছিল। ২১-৫-২৭ ইং তাৰিখে তেখেতে সৰ্থেবাৰী এম, ভি, স্কুলৰ অস্থায়ী প্ৰধান শিক্ষকৰ পদত নিযুক্ত হয়। ১৯২৮ চনৰ জানুৱাৰীত হেডপণ্ডিতৰ স্থায়ীপদত শিৱনাথ ডেকা আহিল। ছাৰে দ্বিতীয় শিক্ষকৰ দায়িত্বত থাকিল। শিৱনাথ ডেকা এবছৰ পিছতে বদলি হৈ যোৱাত ১৯২৯ চনৰ এপ্ৰিলৰপৰা ১৯৬৭ চনৰ ২৮ ফেব্ৰুৱাৰীলৈ সৰ্থেবাৰী চেণ্ট্ৰেল বয়জ এম, ভি, স্কুলৰ হেডপণ্ডিতৰ গুৰু দায়িত্ব বহন কৰি স্কুলখন জাকত-জিলিকা কৰি ৰাখিছিল। তেওঁৰ নেতৃত্বতে ১৯৬৪ চনত স্কুলৰ সোণালী জয়ন্তী উৎসৱো পালন কৰা হৈছিল।

১৯৩৬ চনত শিক্ষকতাৰ উপৰিও সৰুক্ষেত্ৰী ডাকঘৰৰ A. D.A. পদ গ্ৰহণ কৰি ৰাতিপুৱা আৰু আবেলি কাম কৰে। পিছত সেই ডাকঘৰৰ নাম সৰ্থেবাৰী ডাকঘৰ হয়। ডাকঘৰে তেখেতক বহুত কথাই শিকাইছিল। সেইবোৰৰ ভিতৰত আছিল নিয়মানুবৰ্তিতা, সময়ৰ কাম সময়ত নিষ্ঠাৰে কৰা, আয়-ব্যয় সুস্থিৰ অৱস্থাত কৰা, নিয়মীয়া ভগনত অভ্যস্ত হোৱা আৰু সহিষ্ণুতা।

হেডপণ্ডিত ছাৰে সৰু কালৰপৰা অধ্যয়নশীল আছিল। জ্ঞান-পিপাসু ছাৰে জীৱনী, ভ্ৰমণ, ইতিহাস আৰু নীতি ধৰ্মমূলক পুথিৰ উপৰিও শিক্ষা নীতি, শিক্ষা পদ্ধতিমূলক গ্ৰন্থ সযত্নে আনি পঢ়িছিল। সেইবোৰৰ পৰা অধ্যয়নলব্ধ জ্ঞান আৰু শিক্ষকতাৰ অভিজ্ঞতাৰ আধাৰত প্ৰবন্ধ-পাতিও লিখিছিল। তাৰে দুই-এটা নৰ্মালৰ আলোচনী প্ৰভাত, অসমীয়া বাতৰি, জয়ন্তী আদি বাতৰি-আলোচনীত প্ৰকাশ পাইছিল। ছাৰে বঙালী ভাষাৰ নাটক পঢ়ি ভাল পাইছিল। শিশিৰ ভাদুৰীৰ 'কৰ্ণাৰ্জুন' নাটকখন স্থানীয় শব্দ গাঁঠনিৰে





অনুবাদ কৰি শ্ৰীধৰণী ডেকা আৰু বিদুৰ দাসৰ নেতৃত্বত মঞ্চস্থ কৰাইছিল। নিজেও ভাও লৈছিল। সৰ্থেবাৰীৰ ৰাজহুৱা সভা-সমিতি আৰু স্কুলৰ সভাৰ আৰম্ভণী গীত পদ লিখি স্থানীয় শিল্পী জলতি মোহন তামুলী, সহকৰ্মী ৰূপৰাম ভূঞা, প্ৰাণেশ্বৰ তালুকদাৰৰ দ্বাৰা পৰিবেশন কৰাইছিল। ১৯২৯ চনত স্থানীয় যোজনা, পটন্তৰ আৰু জনশ্ৰুতিবোৰ সংগ্ৰহ কৰি "পটন্তৰমালা" নাম দি লিখা আনুক্ৰমিক পাণ্ডুলিপি এটি আছিল। বৰকাপলাৰ শ্ৰীউপেন শীলে বহীটো তেখেতৰপৰা চাবলৈ নিছিল। কিতাপখন ছপা হ'লে সুধী সমাজ বৰ উপকৃত হ'লহেঁতেন। তেখেতৰ ছপা হৈ ওলোৱা গ্ৰন্থবোৰৰ ভিতৰতআছে 'চানেকি ধাৰাপাত', 'গীতা পৰিচয়' আৰু আত্মজীৱনী 'হেৰোৱা জীৱনৰ সোঁৱৰণ'।

ছাৰ আছিল সমাজ সচেতন শিক্ষাব্ৰতী। তেখেতে সহকৰ্মীসকলক লগত লৈ সৰ্থেবাৰী পাঁচখেল গঞা গয়বহৰ ভঁৰালঘৰত নৈশ বিদ্যালয় খুলি নিৰক্ষৰ বয়সীয়াল লোকক শিক্ষা দান কৰিছিল। তেখেতে স্বৰচিত "আশুবোধ"খনৰ পদ্ধতিৰে শিকাই কৃতকাৰ্য হৈছিল।

শিক্ষা আৰু শিক্ষকতা আছিল তেখেতৰ জীৱনসৰ্বস্ব। গভীৰ জ্ঞানসমুদ্ৰৰ পৰা মণি-মুকুতা বুটলি সেইবোৰ চৌদিশে সিচি দিছিল। 'সংক্ষিপ্ততাই বুদ্ধিমত্তাৰ পৰিচয়' (Brevity is the soul of wit.) । কৰ্মনিষ্ঠ ছাৰে চমু উন্নত পদ্ধতিৰে ছাত্ৰসকলক আগ বঢ়াই নিব পাৰিছিল। তেখেতে 'হেৰুৱা দিনৰ সোঁৱৰণ'ত লিখি গৈছে 'আত্মীয়, আপোন আৰু হিতকাৰী বুলি ছাত্ৰৰ বিশ্বাস ভাজন হ'ব পাৰিলে শিক্ষকৰ প্ৰতি ছাত্ৰৰ সন্মান বাঢ়ে, ভক্তি হয়— ফলত ছাত্ৰই শিক্ষা ক্ষেত্ৰত আগুবাঢ়ি যায়। শিক্ষকেও আমাৰণ কাল সন্মান পায়। মই মোৰ জীৱনৰ পৰাই এই অভিজ্ঞতা পাইছোঁ আৰু দেখিছোঁও।'

হেড পণ্ডিত ছাৰৰ কৰ্মজীৱন অকল শিক্ষা ক্ষেত্ৰতে সীমাবদ্ধ নহয়। সৰ্থেবাৰী আৰু বৃহত্তৰ সৰুক্ষেত্ৰীৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সমাজ সংগঠনত তেখেত ওতঃপ্ৰেত ভাৱে জড়িত। সৰ্থেবাৰী বালিকা মজলীয়া স্কুল, সৰ্থেবাৰী হাইস্কুল (এতিয়া উচ্চতৰ), অসম সমবায় কঁহাৰ সংঘ, সৰুক্ষেত্ৰী মৌজাৰ প্ৰাইমাৰী শিক্ষক সন্থা, মহকুমা মজলীয়া শিক্ষক সন্থা, ভাৰতী অধ্যয়ন চক্ৰ, সৰ্থেবাৰী চেমনীয়া সাহিত্য সেৱী চ'ৰা আদি অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জন্ম-লগ্নৰপৰাই তেখেত সক্ৰিয়ভাৱে জড়িত আছিল। ইয়াৰ উপৰি ৰাস্তা-ঘাট নিৰ্মাণ, বিভিন্ন জান আদি খন্দা কাৰ্যটো তেখেতে আগভাগ লৈছিল। বৰপেটা ডেভলাপমেণ্ট বোৰ্ডৰ আৰু বুৰঞ্জী শাখা সভাৰ চৰকাৰী মনোনীত সদস্য পদো তেখেতে ল'ব লগা হৈছিল। স্বাধীনতা আন্দোলনত তেখেতে প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে জড়িত আছিল। অঞ্চলৰ আন্দোলনকাৰীসকলৰ সৈতে গোপনে যোগাযোগ ৰাখিছিল।

সদা হাস্যবদন হেডপণ্ডিত ছাৰ আছিল মিতভাষী আৰু বাক্‌সংযমী। সভা-সমিতিত সংযম ৰক্ষা কৰি চলিছিল। তেখেত নিৰহংকাৰী আৰু অনভিমানী আছিল। বিজ্ঞ লোকৰপৰা নজনা বা দ্বিধা থকা কথা সুধি শঙ্কা দূৰ কৰিছিল।

তেখেত সুদীৰ্ঘ কাল ধৰি সৰ্থেবাৰী সভাৰ অৰ্চক পদত অভিসিক্ত আছিল। তেখেতৰ অমায়িক ব্যৱহাৰত গুৰু, গোঁসাই, ব্ৰাহ্মণ-সজ্জনকে ধৰি সকলো লোক সন্তুষ্ট হৈছিল। বিনয় গুণ তেখেতৰ শৰীৰৰ ভূষণ আছিল।

ছাৰ শ্ৰম বিমুখ নাছিল। আজৰি সময়ত শাক-পাঁচলিৰ খেতি কৰিছিল, গছ-গছনি ৰুইছিল, বাঁহ-বেতৰ কাম কৰিছিল, বাৰীত কোৰ মাৰি বাঁহ ৰুইছিল।

১৯৮৯ চনৰ ১লা আগষ্টত ছাৰে নৰ-নাট সামৰে। ছাৰৰ বিয়োগৰ লগে লগে আমাৰ অঞ্চলৰ জীৱন্ত ইতিহাস এটিৰ পৰি সমাপ্তি ঘটে। ছাৰে কৰ্মৰ মাজতে আমাৰ মাজত জীয়াই থাকিব।

।। জয়তু তালুকদাৰদেৱ।।●

*সাহিত্যৰ দৰে যুগজয়ী মানবীয় শক্তিক ক্ষুদ্ৰ বিভেদ বা আধিপত্যবাদৰ আহিলা হ'বলৈ দিব নালাগে। সাহিত্য আবেগৰ বতাহ নহয়, ই জীৱন প্ৰতীতি। সাহিত্যৰ ক্ষেত্ৰত সাহিত্য বহিৰ্ভূত কোনো বিষয় নাই। সাহিত্য সৃষ্টিৰ বাবে কোনো পাঠ্যক্ৰম বা কেৰিকুলাম নাই। জীৱনৰ সকলো দিশকে ই নিজৰ বুলি ভাবে। মানুহ ৰাজনীতিৰো উৰ্দ্ধত নহয়, কিন্তু ৰাজনীতিৰ পাশাখেলত সাহিত্যই যোগ নিদিয়ে।*

নৱকান্ত বৰুৱা, বিশ্বনাথ চাৰিআলি, ১৯৯০।

# সন্ত পুৰুষ শ্ৰীশ্ৰীভক্তদাস আতৈ ঃ

## জীৱন আৰু কৰ্ম

*মহেশ্বৰ ভূঞা*

সৰ্থেবাৰীৰ অলংকাৰ স্বৰূপ সন্ত পুৰুষ শ্ৰীশ্ৰীভক্তদাস আতৈ সৰ্থেবাৰীৰ যম্মথেৰ চুপাৰ দামোদৰী সম্প্ৰদায়ৰ কঁহাৰ পৰিয়াল এটিত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম শ্ৰীকান্ত আৰু মাতৃ আছিল ভয়তাৰা। ভক্তদাস আতৈৰ জন্ম সোঁৱৰণী নাই কাৰণে তেওঁৰ জন্ম চন তাৰিখৰ কথা সঠিকভাৱে জনা নাযায়। পৰিয়ালৰ মানুহ আৰু অধ্যাপক শ্ৰীপ্ৰসন্ন কুমাৰ ডেকা আৰু শ্ৰীপ্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে লিখা "সাধু পুৰুষ শ্ৰীশ্ৰীভক্তদাস আতৈ" নামৰ চমু জীৱনীৰপৰা জনামতে তেওঁৰ জন্ম হৈছিল ১৮৩৭ শকৰ বহাগ মাহত। ১৯৮১ চনত এইজনা সাধু, ধাৰ্মিক, সমাজসংস্কাৰক, সাহিত্যিক, চিত্ৰকাৰ আৰু মানৱপ্ৰেমী তথা বিশ্বপ্ৰেমী পুৰুষকলৈ আমি লিখা 'বোকাৰ পদুম' নাট তেওঁ গঠন কৰা সখি সংঘৰ দ্বাৰা শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মোৎসৱৰ দিনাখন মঞ্চস্থ কৰা হৈছিল। তেওঁক হেনো সৰুতে বিষ্টু বুলি মাতিছিল কিন্তু তেওঁ ভকতৰাম ৰূপেহে সৰ্বসাধাৰণৰ মাজত জনাজাত আছিল। পিছত তেওঁ "ভক্তদাস" নাম গ্ৰহণ কৰে।

পিতৃ-মাতৃৰ চাৰিটি পুত্ৰ-কন্যাৰ ভিতৰত শ্ৰীশ্ৰীভক্তদাস আছিল তৃতীয় সন্তান। আতৈৰ জন্ম কাহিনী আচৰিত ধৰণৰ। তেওঁ গৰ্ভত থকাৰ সময়ত মাক স্বৰ্গীয়া ভয়তাৰাৰ নানাধৰণৰ বেমাৰ আজাৰে দেখা দিয়ে। তেওঁৰ ধৰ্মপ্ৰাণা মাতৃৰ অন্তৰত এদিন এটি চিন্তাই ঠাই ল'লে। পিছদিনা পুৱা গা-পা ধুই উঠি ভগৱন্ত পুৰুষৰ ওচৰত প্ৰাৰ্থনা জনালে– "হে প্ৰভু, মোক আৰোগ্য কৰি গৰ্ভস্থ সন্তানটিক ৰক্ষা কৰা। মই এই সন্তানটি তোমাৰ দাস কৰি দিম।" আচৰিত কথা যে সেই দিনৰ পৰা মাকৰ বেমাৰ নোহোৱা হ'বলৈ ধৰিলে। ১৮৩৭ শকৰ এটি দিনত ভক্তদাস ভূমিষ্ঠ হ'ল।

ভক্তদাস সঁচাকৈয়ে ভগৱানৰ ভক্ত হ'ল। সৰু কালৰ পৰাই তেওঁৰ অন্তৰত ঈশ্বৰ ভক্তি আৰু অহিংস ভাৱধাৰাৰ উদ্ৰেক হ'ল। আমি "বোকাৰ পদুম" লিখাৰ সময়ত তেওঁৰ সমসাময়িক মানুহ দুই চাৰিজনক সুধি জানিব পাৰিছিলোঁ যে তেওঁ লগৰীয়াৰ লগত জাকৈ মাৰিবলৈ যাওঁতে তলি নোহোৱা কুকি এটা নিয়ে। জাকৈত মাছ উঠিলে মাছবোৰ আলফুলকৈ তলি নোহোৱা কুকিত থয় আৰু সেইবোৰ পানীত পৰে। তেওঁ মাছ নোহোৱাকৈয়ে সমনীয়াসকলৰ লগত ঘৰলৈ আহে। কথাত কথা ওলায়। যি ক্ষেত্ৰত অসম সাহিত্য সভাৰ একষষ্ঠিতম অধিবেশন অনুষ্ঠিত হ'ব সেই ক্ষেত্ৰ আৰু তাৰ চাৰিওফালৰ বস্তি আৰু খেতিপথাৰ ৫ম দশকলৈ অটব্য হাবি আছিল। পঞ্চম দশকৰ শেষৰ পৰা নল, খাগৰি, ইকৰা, তঙা, তৰা আদি নোহোৱা হৈ বৰ্তমানৰ অৱস্থা প্ৰাপ্ত হয়। এই হাবিতে ভক্তদাসে এদিনাখন সমনীয়াসকলৰ লগত নল-খাগৰি, ইকৰা আদি কাটিবলৈ গৈছিল। হঠাৎ লগৰ এজনৰ হাত এখনত দাৰ ঘাপ পৰি বেয়াকৈ আঘাত পায়। ভক্তদাসে দেখি তেওঁৰ গাৰ গামোচাখনেৰে হাতখনত তেজ ওলাব নোৱাৰাকৈ বান্ধি ঘৰলৈ লৈ আহে। আৰু আন এদিনাখনৰ কথা। কেইজনমান মানুহে কেইটামান বনৰীয়া চৰাই ধৰি বিক্ৰী কৰিবলৈ নিছিল। ভক্তদাসে চৰাই কেইটা মানুহ কেইজনক এৰি দিবলৈ কোৱা সত্ত্বেও এৰি নিদিয়াত নিজৰ পইচাৰে কিনিলৈ এটা এটাকৈ এৰি দিয়াত সিহঁত আকাশলৈ উৰি গ'ল। ভক্তদাস আনন্দত আত্মহাৰা হ'ল। চৰাই ধৰা মানুহকেইজনে ভক্তদাসৰ অন্তৰত জীৱৰ প্ৰতি দয়া দেখি আচৰিত হ'ল।

ভক্তদাস সভা-শুৱনি পুৰুষ আছিল। তেওঁৰ চাৰু গৌৰকলেৱৰে সকলোকে আকৰ্ষিত কৰিছিল। তীক্ষ্ণধী ভক্তদাসে শ্ৰেণীত সদায় প্ৰথম হৈছিল। অভাৱ-অনাটনৰ মাজতো স্থানীয় ছাত্ৰ বৃত্তি স্কুলৰ পৰা প্ৰথম বিভাগত উত্তীৰ্ণ হয় আৰু সিমানতে তেওঁৰ ছাত্ৰ জীৱনৰ সমাপ্তি ঘটে। তেওঁ সৰু কালৰপৰাই নামঘোষা, কীৰ্ত্তনঘোষা, দশম, ৰামায়ণ-মহাভাৰত আদি গ্ৰন্থসমূহ অধ্যয়ন কৰি জ্ঞান আহৰণ কৰিছিল। সেই জ্ঞান মানুহৰ মাজত বিতৰণ কৰিছিল। তেওঁ ধৰ্মগ্ৰন্থসমূহ শুৱলাকৈ পঢ়ি গাওঁবাসীক শুনাই অৰ্থ বুজাই দিছিল। জটিল শব্দৰ অৰ্থও সকলোৰে হৃদয়গ্ৰাহী হোৱাকৈ বুজাই দিব পাৰিছিল। আবাল-বৃদ্ধ-বনিতা সকলোৱে তেওঁৰ শ্ৰীমুখৰপৰা শাস্ত্ৰ শুনি ধন্য হৈছিল।

তেতিয়া ভাৰতৰ স্বাধীনতা আন্দোলন পূৰ্ণোদ্যমে চলিছিল। ভক্তদাসে সেই সময়তে অৰ্থাৎ ১৯৩৯-৪০ চনত এটা ডাঙৰ দেশসেৱাৰ কাম কৰিছিল যিটো কাম সাধন কৰাত আজি অসম তথা ভাৰত চৰকাৰ বিফল হৈছে। সেই কামটো হ'ল দেশৰ ভৱিষ্যত নাগৰিকৰ চৰিত্ৰ গঠন কৰা। অসমৰ বৰপেটা মহকুমাৰ কিছুমান গাঁৱৰ কমবয়সীয়া শিশুসকলক লৈ চাৰিদফীয়া আঁচনিৰে এক মহৎ অভিযান চলাইছিল। আঁচনি চাৰিটা হ'ল– (ক) মাদকদ্ৰব্য বৰ্জন, (খ) অশ্লীলতা বৰ্জন, (গ) চুৰকৰা বাৰণ আৰু (ঘ) অনুন্নত ছাত্ৰৰ উন্নতি সাধন। সৰ্থেবাৰী, কাৰাকুছি আৰু বৰপেটা আদি ঠাইত এই অভিযান সফলভাৱে কাৰ্যকৰী হয়। সেই সময়ছোৱাত সৰ্থেবাৰীত শকতৰা ৯৯ জন ছাত্ৰই বিড়ি ধপাত বৰ্জন কৰে। আনকি কিছুসংখ্যকে চাহ খাবলৈও এৰে। ভক্তদাসৰ আদৰ্শ লৈ জীৱন নিৰ্বাহ কৰা মানুহ সৰ্থেবাৰীত আজিও বহুসংখ্যক জীৱিত আছে।

ভক্তদাস সঁচাকৈয়ে জন্মতে ভক্তদাস হৈ জন্মিছিল। মাকৰ প্ৰাৰ্থনা যেন ঈশ্বৰে সঁচাকৈয়ে শুনিছিল। স্কুলীয়া শিক্ষা শেষ কৰি ভক্তদাসে সাংসাৰিক মায়া মমতাৰ বান্ধন চিঙি সৰ্থেবাৰীৰ উপকণ্ঠত থকা মহাপুৰুষ মাধৱদেৱৰ পদ-ৰজঃপূত গোমুৰাসত্ৰত উদাসীন ভকতৰূপে থাকিবলৈ লয়। ত্যাগৰ জ্বলন্ত-প্ৰতীক ভক্তিমূৰ্তি ভক্তদাসে ভক্তি ধৰ্মৰ চিন্তা-চৰ্চাতে গোটেই জীৱন উৎসৰ্গিত কৰে। চিৰকৌমাৰ্যব্ৰতাৱলম্বী ভক্তদাসৰ মহাপুৰুষীয়া ধৰ্ম জীৱনৰ সৰ্বস্ব আছিল। তেওঁ যদিও মহাপুৰুষীয়া ধৰ্মৰ কেৱলীয়া আছিল, তেওঁ শঙ্কৰ-মাধৱ, দামোদৰদেৱ আৰু হৰিদেৱ আদি মহাপুৰুষসকলক সমদৃষ্টিৰে চাইছিল। সৰ্থেবাৰীত পোন প্ৰথম তেওঁ চাৰিজনা গুৰুৰ জন্মোৎসৱৰ প্ৰৱৰ্তন কৰে। মিলিত ছাত্ৰ সংঘই চাৰিজনা গুৰুৰ জন্মোৎসৱত থিয়েটাৰ কৰিছিল।

গোমুৰা সত্ৰত থাকোতে তেওঁ 'প্ৰহ্লাদ চৰিত' নাটকন লিখি সৰু ল'ৰাৰ দ্বাৰা মঞ্চস্থ কৰাইছিল। তাৰপাছত তেওঁ 'ছয়ৰিপু' আৰু 'ভক্তমাহাত্ম্য' নামৰ গ্ৰন্থ ৰচনা কৰে। পদ বন্ধ 'ছয়ৰিপু'খন ছপাৰূপত প্ৰকাশো হৈছিল। এইখন এখন অনবদ্য গ্ৰন্থ। তেওঁ গীত কিছুমানো ৰচনা কৰিছিল। গোমুৰাত থাকোঁতে তেওঁ "সুমাতে অমৃত তুল্য, কুমাতে বিষৰ তুল্য" ইত্যাদি ধৰণৰ এখন নীতিবচনো লিখিছিল বুলি শুনা যায়।

গোমুৰাত কেইবছৰমান থকাৰ পিছত তেওঁ বৰপেটা সত্ৰলৈ গৈ তাতে থাকিবলৈ লয়। তাতো ভক্তিৰসত নিমজ্জিত হোৱাৰ লগতে নৰনাৰায়ণৰ সেৱাতো আত্ম নিয়োগ কৰে। সমাজে তেওঁক বৰ সমাদৰ কৰিছিল। চৰিত্ৰবলত বলীয়ান ভক্তদাসে প্ৰয়াত প্ৰসন্ন লাল চৌধুৰী প্ৰমুখ্যে কেবাগৰাকী আগশাৰীৰ গণ্যমান্য ব্যক্তিৰ প্ৰিয়পাত্ৰ হৈছিল। বৰপেটাৰ পৰা আহি সৰ্থেবাৰীক কেন্দ্ৰ কৰি আমাৰ অঞ্চলত সেৱা আগ বঢ়ায়।

ভক্তদাস সাধাৰণ উদাসীন ভকতৰ দৰে সত্ৰৰ চাৰিবেৰৰ মাজতে আৱদ্ধ নাছিল। বহুমুখী প্ৰতিভাৰ আকৰ ভক্তদাস আছিল মানৱতাৰ জীৱন্ত মূৰ্তি। তেওঁৰ দয়া-দাক্ষিণ্যাদি গুণৰাজিয়ে সবাকো আকৰ্ষণ কৰিছিল। তেওঁ আছিল পৰোপকাৰী আৰু দীন-দৰিদ্ৰৰ প্ৰতি সহানুভূতিশীল। ১৯৪৩ চনত ভাৰতবৰ্ষৰ দুখীয়া দুৰ্দশাগ্ৰস্তসকলৰ অন্ন সংস্থানৰবাবে অনশন কৰি সহায় বিচাৰি ৰাইজক গোহাৰি জনাইছিল। তেওঁৰ মাতৃভক্তি আছিল অতুলনীয়।

তেওঁ সৰুকালৰ পৰাই চিত্ৰ আঁকি ভাল পাইছিল। গোমুৰাত থাকোঁতে কাঠৰ তক্তাত বিষ্ণু, ব্ৰহ্মা আৰু দশ অৱতাৰৰ ছবি আঁকিছিল। নটুৱাৰ কাৰণে মুখাও সাজিছিল। তেওঁ কাপোৰত পট আঁকিছিল। সেইবোৰ হ'ল–

(১) বটদ্ৰৱাত শ্ৰীশ্ৰীশঙ্কৰদেৱ।
(২) মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত শ্ৰীশ্ৰীশঙ্কৰদেৱ।
(৩) শান্তিজানত মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ।
(৪) খটৰ আক্ৰমণত মহাপুৰুষ শ্ৰীশ্ৰীহৰি দেৱ।
(৫) আধুনিক যুদ্ধ (পানীজাহাজ আৰু উৰাজাহাজ)।

এই আটাই কেইপদ চিহ্ন বস্তু সখি সংঘৰ দ্বাৰা ৰক্ষিত হৈছে। কাঠ-বকলাত অঁকা "মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ" ছবিখন অধ্যাপক প্ৰসন্ন কুমাৰ ডেকাৰ বাসগৃহত থকা শ্ৰীশ্ৰীশঙ্কৰদেৱ লাইব্ৰেৰীত জীৰ্ণ অৱস্থাত ৰক্ষিত হৈছে। কালে হৰি নিনিলে তেওঁৰ পৰা অনেক পট পোৱাৰ সম্ভাৱনা আছিল।

সমাজ আৰু দেশৰ প্ৰতি তেওঁৰ অৱদান কম নহয়। ১৯৪৭ চনত সৰ্থেবাৰী গাঁৱৰ পৰিচালক সমিতিয়ে গাঁৱৰ ৰাস্তাবোৰ বন্ধায়। কিন্তু বহাগ মাহত যেতিয়া বৰষুণ হয় তেতিয়া সেইবোৰ খহি যাবলৈ ধৰে। তেওঁ কিছু সংখ্যক ছাত্ৰ লগত লৈ নিজে কোদাল ধৰি ৰাস্তাৰ দুয়োকাষে দুবৰিৰ চোঁচৰা দিয়াত লাগি গ'ল। ৰাস্তাবোৰ ৰক্ষা পৰিল। ১৯৪২ চনৰ ৯ আগষ্টত নিখিল ভাৰত জাতীয় কংগ্ৰেছৰ কাৰ্যকৰী কমিটিয়ে 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰে। তেতিয়া বৃটিছ চৰকাৰে মহাত্মাগান্ধী প্ৰমুখ্যে দেশ নেতাসকলক গ্ৰেপ্তাৰ কৰে। তাৰ পাছত সমগ্ৰ ভাৰততে দলং ভঙা, চৰকাৰী ঘৰ-দুৱাৰ আদিৰ ধ্বংস কাৰ্য আদি চলিবলৈ ধৰিলে। ধ্বংসৰ বিপৰীতে ভক্তদাসে সূত্ৰ-যজ্ঞ আৰম্ভ কৰি সূতা কটা কামত লগাই সৰ্থেবাৰীৰ কম বয়সীয়া ছাত্ৰসকলক মহাত্মাৰ আদৰ্শত অনুপ্ৰাণিত কৰিছিল।

তেওঁ ভাৰতৰ বহুত তীৰ্থ ভ্ৰমণ কৰিছিল। তেওঁ হিন্দী ভাষা ক'ব আৰু লিখিব পাৰিছিল। শুনামতে ভ্ৰমণৰ অভিজ্ঞতা বিবৰি ভ্ৰমণ কাহিনীও লিখিছিল। সৰ্থেবাৰীত প্ৰথম চিনেমা প্ৰদৰ্শনো কৰাইছিল।

তেওঁৰ ছাত্ৰৰ প্ৰতি ব্যৱহাৰ আছিল বন্ধুত্বপূৰ্ণ। তেওঁ ছাত্ৰসকলক 'সখি' বুলিহে সম্বোধন কৰিছিল। তেওঁ আছিল সকলোৰে শ্ৰদ্ধা আৰু মৰমৰ 'ভকত-সখি'। ভক্তদাসৰ জীৱনী লিখিবলৈ গ'লে এখন কিতাপ হয়। তেওঁৰ মহৎ কাৰ্য্যাৱলীহে মাথোন চমুকৈ আলচ কৰা হ'ল।

শঙ্কৰমন্দিৰ নিৰ্মাণৰ উদ্দেশ্যে চিলং নগৰত তেওঁ বহুদিন কটাইছিল। তাত তেওঁ গাৰ চেলেংখনেৰে কটাইছিল আৰু পুৱা-গধূলি স্নান কৰিছিল। ফলত তেওঁ কাহ আৰু পানীলগা অসুখত ভুগে। তেওঁ অসুস্থ শৰীৰে সৰ্থেবাৰীলৈ আহে। বেমাৰ কিন্তু দিনে দিনে বাঢ়িহে গ'ল। তেওঁৰ নিজধামলৈ যোৱাৰ সময় আহিল। ১৮৭১ শকৰ মাঘ মাহৰ ২ তাৰিখে এইজনা নিষ্কাম কেৱলীয়া ভকতে নশ্বৰ দেহ ত্যাগ কৰে। ১৮৭১ শকাব্দৰে ৩ ফাগুণত তেওঁৰ মাহেকীয়া মৃত্যু তিথি পালন কৰা হয়। তেওঁৰ মৃত্যুত অকল সৰ্থেবাৰী বা এই অঞ্চলৰে নহয় সমগ্ৰ অসম তথা ভাৰতবৰ্ষই এগৰাকী আদৰ্শ ধৰ্মপ্ৰাণ সমাজসংস্কাৰক আৰু আজীৱন দেশ হিতৈষীক হেৰুৱায়। কাল বৰ নিষ্ঠুৰ। শ্ৰীশ্ৰীভক্তদাস আতৈয়ে তেওঁৰ কৰ্মৰ মাজতে জীয়াই থাকিব। অসম সাহিত্য সভাৰ ৬১ তম সৰ্থেবাৰী অধিবেশনত আমি সন্তপুৰুষ গৰাকীলৈ শ্ৰদ্ধাৰ্ঘ্য নিবেদিছোঁ।●

---

*কবিতাত মূল্যবোধৰ অন্বেষণৰ লগতে নিবিড়ভাৱে জড়িত হৈ আছে কবিতাৰ কলাসুলভ চৰিত্ৰটো। উত্তম মূল্যবোধো কলাৰ আধাৰতহে কবিতাত নিক্ষিপ্ত হয়। কলাৰ সংবেদনশীলতাই পাঠকৰ বোধ, আবেগ আৰু ইন্দ্ৰিয়ানুভূতিক সক্ৰিয় কৰি তোলে। সৌন্দৰ্যৰ আৰাধনা কবিতাত ভাষাৰ কালিকাৰ যোগেৰে সংপৃক্ত হয়।*

হীৰেন্দ্ৰ নাথ দত্ত

---

# গান্ধীবাদী শিক্ষক ধৰ্মেশ্বৰ ডেকাৰ কাব্য সন্ধান

*হিতেন্দ্ৰ নাথ ভট্টাচাৰ্য্য*

সাহিত্য পেন্সন অথবা স্বীকৃত বঁটাৰ তালিকাত অন্তৰ্ভূক্ত নোহোৱা গাওঁ পৰ্য্যায়তে সাধনা হিচাপে সাহিত্য চৰ্চা কৰা কোনো কোনো লিখক দহখনলৈ ভাল ভাল গ্ৰন্থ ৰচনা কৰি জীৱন অতিবাহিত কৰি নীৰবে পাৰ হৈ গৈছে ; – তেওঁলোকৰ কথা সময়ে অনুভৱ কৰে। আজীৱন শিক্ষকতা কৰা গান্ধীবাদী আদৰ্শত দীক্ষিত ধৰ্মেশ্বৰ ডেকা এনে এজন লিখকেই আছিল। ১৯৮৭ চনৰ ২৯ জানুৱাৰীত হৃদৰোগত আক্ৰান্ত হৈ ৭১ বছৰ বয়সত পৰলোকগামী হোৱাৰ আগমুহূৰ্তত মৃত্যুৰ দুৱাৰ-দলিত থমকি ৰৈয়ে পাঠশালাত অনুষ্ঠিত হ'বলগীয়া অসম সাহিত্য সভাৰ আগে আগে প্ৰকাশ কৰিবলৈ 'নাম মঞ্জৰী' নামৰ কিতাপ এখন প্ৰেছত দি গ'ল। তেওঁৰ জন্মস্থান সৰ্থেবাৰী আৰু শিক্ষকতা কৰিছিল সৰ্থেবাৰী হাইস্কুলত। শোলমাৰা হাইস্কুল, বনগাওঁ হাইস্কুলো আছিল তেওঁৰ কৰ্মথলী। বনগাওঁ হাইস্কুলত তেওঁ প্ৰধান শিক্ষকৰ পদ অলঙ্কৃত কৰিছিল।

নাটক, উপন্যাস, জীৱনীগ্ৰন্থ আদি বিবিধ বিষয়ৰ কেবাখনো তেওঁ লিখি প্ৰকাশ কৰিছিল। তেওঁ লিখা ছখন কবিতাৰ পুথি আমাৰ হাতত পৰিছে। প্ৰকৃত কাব্যৰ লক্ষণ সামৰি লৈ আলোচনা কৰিলে সেইবোৰক কাব্য নুবুলি কবিতাৰ পুথি বোলাই উচিত হ'ব।

ধৰ্মেশ্বৰ ডেকাৰ প্ৰকাশিত কবিতাৰ পুথি কেইখন হ'ল– 'অপূৰ্ণ', 'ৰঞ্জিত তৰ্পণ', 'ৰঙা চীন প্ৰতিশোধ', 'ভৃগু, তুমি উঠা', 'কুহেলিকা' আৰু 'মুক্তিচন্দা'। এই পুথি কেইখনত প্ৰায় ডেৰ শ কবিতা লিপিবদ্ধ কৰা হৈছে আৰু ১৯৫৪ চনৰ পৰা ১৯৮৫ চনলৈ বিয়পি আছে।

তেওঁৰ উল্লেখনীয় কবিতা পুথি হ'ল 'অপূৰ্ণ' আৰু 'ভৃগু, তুমি উঠা'। 'অপূৰ্ণ'খনত মুঠ ঊনৈশটা কবিতা আছে। ইয়াত উল্লেখ কৰা 'ৰামৰাজ', 'মহাত্মা গান্ধী', 'পশ্চিম আকাশ' আদি নিঃসন্দেহে কলা আৰু ৰস সম্পূৰ্ণ হৈছে বুলি ক'ব পাৰি।

কবিতাৰ শব্দ চয়ন যদি বাখৰ পতোৱা আঙঠিৰ দৰে হ'ব লাগে তেনেহলে ধৰ্মেশ্বৰ ডেকাৰ কবিতাত তেনে প্ৰচেষ্টা এক অপূৰ্ব ৰূপত ভাস্বৰ হৈ উঠিছে। তেওঁ 'মহাত্মা গান্ধী' কবিতাত লিখিছে ঃ

নিনাদি বিশ্ব বাজিছে শঙ্খ,
বৰষি অমৃত উঠিছে তান,
অমৃতৰ পুত্ৰ ধন্য মানৱ,
গাইছে তোমাৰ বিজয় গান।

'অপূৰ্ণ'ৰ পাতনিতে কবিয়ে শৈশৱৰ স্মৃতিচাৰণ কৰিছে। কীৰ্ত্তন, মহাভাৰত, ৰামায়ণ, ভীম চৰিত পঢ়িবলৈ কয়– তেওঁৰ মাকে, আৰু সেইবোৰৰ পৰা তেওঁ কবিতা, গল্প, সাধুকথা লিখাৰ প্ৰেৰণা আহৰণ কৰে। ধৰ্মেশ্বৰ ডেকাই বিশ্ব কবি ৰবীন্দ্ৰনাথৰ এফাকি সুন্দৰ কবিতাৰে নিজৰ কাব্য সন্ধানী মনৰ পৰিচয় দিছে ঃ–

"এতদিন যে সেধেছি সুৰ
দিনে ৰাতে আপন মনে,
ভাগ্যে যদি সেই সাধনা
সমাপ্ত হয় এই জীৱনে ;
এজনমেৰ পূৰ্ণ বাণী
মানস বনেৰ পদ্মখানি
ভাসাব শেষ সাগৰ পানে,
বিশ্বগানেৰ ধাৰা বেয়ে"

বিশ্ব কবিৰ সুৰতে আপ্লুত হৈ তেওঁ আপোনমনে কাব্যৰ সন্ধানত ব্ৰতী হ'ব খুজিছে। স্বাধীনতা আন্দোলনৰ সময়ৰে পৰা মহাত্মা গান্ধীৰ বাণী সাৰোগত কৰি বিদেশী বস্ত্ৰ ত্যাগ কৰা আদৰ্শ মানি তেওঁ খদ্দৰৰ চুৰিয়া, চোলা পিন্ধি তেতিয়াৰে পৰা সংগঠনৰ কামতো মনোযোগ দিলে। 'মহাত্মাগান্ধী' কবিতাৰ শেহত তেওঁৰ আশাবাদ মানৱ হৃদয়ৰ প্ৰেৰণাৰ থল হৈ পৰিছে।

মানুহৰ জয় গৌৰৱ গীত
উঠক সবাৰো প্ৰাণত বাজি,
নন্দনৰ সুখ পৃথিৱী লভি
মৰ্ত্তই সৰগ উঠক সাজি।

'ভৃগু, তুমি উঠা' কবিতাৰ পুথিখনত একুৰি ওঠৰটা কবিতা আছে। জাতীয় প্ৰেৰণা, দেশপ্ৰেম, ঐতিহ্যৰ প্ৰতি পুৰুষানুগ প্ৰীতিয়ে হ'ল এইখন পুথিৰ ৰূপৰস। এফাকি কবিতাই 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰ কুমাৰ আগৰৱালাৰ 'মানৱ বন্দনা' কবিতাৰ 'মানুহেই দেৱ মানুহেই সেৱ' বোলা চিৰন্তন মানৱ প্ৰীতিলৈ সোঁৱৰাই দিয়ে। ধৰ্মেশ্বৰ ডেকাই লিখিছে ঃ

উঠিছে ঘনে নিনাদি বিশ্ব
নাই অজাতি নাই যে নিঃস্ব
মানুহ সত্য মানুহ নিত্য
মানুহেই বিশ্বজিত
মানৱ বন্দনা গীত।

আমাৰ কবিয়ে লুইতৰ দুয়োপাৰ সাহিত্য সংস্কৃতিৰে উপচি পৰক বুলি একান্তমনে কামনা কৰিছে ঃ

'গজালি মেলি উঠক –
তেজাল সংস্কৃতিৰ অঙ্কুৰবোৰ' বুলি।

কবিতাৰ মাজে মাজে স্পষ্ট হৈ পৰিছে– মহাকাব্যৰ হৃদয় পৰশা কাহিনীৰ প্ৰতি বিস্ময়, পুৰাতন মানৱ সভ্যতাৰ বাবে গভীৰ নিষ্ঠা আৰু নতুন পুৰুষলৈ সততাৰ আহ্বান।

'ৰঙাচীন প্ৰতিশোধ' নামৰ কবিতাৰ পুথিত থকা পোন্ধৰটা কবিতাই দেশপ্ৰেম আৰু বিশ্বশান্তিৰ অনলস হৃদয়াবেগ ব্যক্ত কৰিছে। এইখন কবিতা পুথিত 'বিশ্বশান্তি' নামৰ কবিতাটোৰ শেহত ভাৰতৰ জাতীয় পতাকাখনৰ ছবি দিয়া হৈছে। কবিতাটোৰ প্ৰথম শাৰীতে 'বিশ্বত এখনি শান্তিৰ সৰগ' বুলি কবিয়ে কামনা কৰিছে যেন এইখন পতাকাই শান্তিৰ শুভবাৰ্ত্তা বহন কৰক বিশ্ববাসীৰ দুৱাৰে দুৱাৰে।

তেওঁৰ অন্যতম কবিতা পুথি 'কুহেলিকা' একালৰ প্ৰখ্যাত গল্প লেখক হলিৰাম ডেকাৰ স্মৃতিত উৎসৰ্গিত। এই পুথিখনৰ কবিতাবোৰৰ মাজেদি কবিয়ে 'সত্য, শিৱ আৰু সুন্দৰ'ৰ উপলব্ধিৰে ধৰ্ম, মানৱতা আৰু বিশ্বভাতৃত্ব স্থাপন কৰাৰ মধুৰ প্ৰয়াস প্ৰতিপন্ন কৰিব খুজিছে।

কবিতাবোৰ আধ্যাত্মিক, ইতিহাসপ্ৰেমী, মানৱতাবাদী আদি শ্ৰেণীত ভাগ কৰিব পৰা যায়। চৈধ্য অক্ষৰীয়া, মিলনান্তক, অনুপ্ৰাস, পদ ছন্দ আদি কাব্য সুলভ কলা কৌশলৰ উপৰিও তেওঁ প্ৰতীক আৰু কল্পনাৰ মধুৰ সমন্বয় সাধন কৰিছে। মাজে মাজে ঘৰুৱা শব্দই ৰস আস্বাদন কৰাত কিছু জটিলতাৰ সৃষ্টি কৰিলেও বাচকবণীয়া শব্দ ছন্দ ৰূপায়িত হৈছে। এইবোৰ কবিতাৰ শাৰীত ৰস ব্যঞ্জনা মধুৰ হৈ পৰিছে। উদাহৰণ স্বৰূপে উল্লেখ কৰা হ'ল ঃ 'ৰণৰ বতাহ দেহত লাগি', 'আৰতিৰ ক্ষণ যদি যায় পাৰ হৈ', 'ছয়া ময়া আতমাৰ প্ৰকাশ বিলাই,' 'তৰুণী উষাৰ মিচিকি হাঁহিৰে', 'কুসুম সুবাস মলয়া বতাহ' ইত্যাদি। এনে কবিতাৰ শাৰীত কবি-প্ৰসিদ্ধি সাৰ্থক ৰূপত ফুটি উঠা দেখা যায়। আনহাতে কবিতাবোৰে 'ৰোমাণ্টিক'ধৰ্মী সুখস্পৰ্শ, কল্পনা প্ৰৱণতা আৰু উচ্ছাসহৃদ্যতা দান কৰিছে।

কবিতাৰ দৰে নাটক আৰু গদ্য প্ৰবন্ধবোৰতো তেওঁৰ কাব্য সন্ধানী মনৰ পৰিচয় পোৱা যায়। তেওঁৰ 'সপোন কুঁৱৰী' নামৰ উপন্যাসখন প্ৰকাশ হোৱাৰ পিচত প্ৰখ্যাত সমালোচক শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে মন্তব্য দিছে ঃ "প্ৰতিকূল আদৰ্শৰ মাজতো ইয়াত আছে গাওঁ সংগঠনৰ কল্পিত আদৰ্শৰ পোহৰ।" সঁচাকৈয়ে ধৰ্মেশ্বৰ ডেকা নিজেই নানা সংঘাত আৰু প্ৰতিকূলৰ মাজেৰে জীৱন অতিবাহিত কৰিছে। তেওঁ ১৯১৬ চনত সৰ্থেবাৰী গাওঁৰ সাধাৰণ দুখীয়া পৰিয়ালত জন্ম গ্ৰহণ কৰি ১৯৩৮ চনত সংস্কৃতত লেটাৰ সহ প্ৰথম বিভাগত প্ৰবেশিকা পাছ কৰে আৰু কলেজত নপঢ়াকৈ বি. এ. আৰু পাচলৈ ই-টি পাছ কৰি সৰ্থেবাৰী হাইস্কুলত শিক্ষকতা আৰম্ভ কৰে। পাচলৈ তেওঁ শোলমাৰা আৰু বনগাওঁ হাইস্কুলত প্ৰধান শিক্ষক হয়গৈ। সৰ্থেবাৰী টাউন কমিটিৰ প্ৰতিষ্ঠাপক চেয়াৰমেন, ভাৰতী অধ্যয়ন চক্ৰৰ সভাপতি, সৰ্থেবাৰী অসম সমবায় কঁহাৰ সংঘৰ চেক্ৰেটৰী আদি নানা সংগঠনৰ কাম কৰিও তেওঁ কবিতাৰ পুথি ছখন, নাটক এখন, উপন্যাস এখন, প্ৰবন্ধৰ কিতাপ এখন আৰু সাধুকথাৰ পুথি এখন প্ৰকাশ কৰিছে। আনহাতে 'শিক্ষাৰ ভূমিকা' আদি চাৰিখন পুথি হাতে লিখা অৱস্থাতে আছে। উল্লেখযোগ্য যে তেওঁ ৰচনা কৰা 'কঁহাৰৰ অৱদান' নামৰ নাটখন ১৯৫৮ চনত গুৱাহাটীৰ আকাশবাণী কেন্দ্ৰই প্ৰচাৰ কৰিছে আৰু 'শিল্পীৰ সমবায়' নামৰ নাটখন গুৱাহাটীৰ বামুণীমৈদামত থকা উদ্যোগ বিভাগে মঞ্চস্থ কৰিছে।

সদৌ শেহত ধৰ্মেশ্বৰ ডেকাৰ বিদেহী আত্মাৰ শান্তি কামনা কৰি তেওঁৰ 'পশ্চিম আকাশ' নামৰ কবিতাটিৰ জনতামুখী আশা আৰু প্ৰেৰণাক আমিও স্বচ্ছ ৰূপত প্ৰতীয়মান কৰিলো ঃ

এৰেদৰে তথাপিও পছিম আকাশ জ্বলে
হেঙ্গুলী কিৰণ ঢালি দীপ্ত চেতনাৰ,
মুক্ত হয় ৰুদ্ধ দ্বাৰ
কত সপ্ত সৰগৰ
ভগা বীণ উঠে বাজি ব্যৰ্থ জীৱনৰ
পাণ কৰি অৰূপৰ অনন্ত ৰূপৰ সুধা
বিজয় নিচান উৰে মুক্ত জনতাৰ।

*অসমীয়া ভাষা-সাহিত্যৰ ৰথনাওখন আজি গুৰিয়াল নোহোৱা নাৱৰদৰে টলং-ভটং কৰি চলিব লাগিছে। ব্যাকৰণ অভিধানৰ অনুশাসন আজি কোনেও নামানে– যাৰ যি ইচ্ছা হাত দাঙি দাঙি নাচা। বৰ্তমান আমাৰ সাহিত্যৰ যিসকল কৰ্ণধাৰ সেইসকলেও ইজনে সিজনৰ কথাত বা মতত হয়ভৰ দিবলৈ টান পায়। ফকলীয়া সাহিত্যিক একোজনেও হেম বৰুৱা, বেজবৰুৱা, বাণীকান্তৰ সিদ্ধান্তও টিলিকি মাৰি উৰাই দিব খোজে। আজিৰ দিনত এখন বাতৰি কাকতৰ সম্পাদক হ'বলৈ বিদ্যা-বুদ্ধি নেলাগে, সাহিত্যিক অৰ্হতাও অনাৱশ্যক যদিহে গুৰিত এটা দল আৰু হাতত এটা ধনৰ মোনা থাকে।*

অতুল চন্দ্ৰ হাজৰিকা

# বহুমুখী প্ৰতিভাৰ প্ৰতীক বাপুৰাম দাস ঃ জীৱন আৰু কৰ্ম

কিৰণবালা দাস

বাপুৰাম দাসৰ জন্ম হয় ১৯০১ চনত মহাপুৰুষ হৰিদেৱৰ শিষ্য জগন্নাথদেৱৰ সত্ৰ বনিয়াকুছি গাওঁত। তেওঁৰ পিতৃ আছিল মণিৰাম দাস। উনৈশ শতিকাৰ শেষ ভাগত বনিয়াকুছিত প্ৰাথমিক বিদ্যালয় স্থাপন কৰা সমাজকৰ্মী মণিৰাম দাস। মণিৰাম দাস ৩৯ বছৰ বয়সতে ঢুকায়। তেতিয়া বাপুৰাম আছিল সাত বছৰীয়া শিশু। বাপুৰাম আছিল অতি মেধাবী আৰু দৃঢ়মনৰ ছাত্ৰ। সেই সময়ত বৰপেটা মহকুমাৰ ভিতৰত প্ৰাথমিক স্কুলৰ বাবে মাথোন এটাই বৃত্তি আছিল আৰু সেই বৃত্তি লাভ কৰিবলৈ সক্ষম হৈছিল বাপুৰামে। তেতিয়া সৰুক্ষেত্ৰী অঞ্চলত স্কুলৰ সুবিধা নথকাৰ বাবে তেওঁ পাটাছাৰকুছি এম, ই স্কুললৈ পঢ়িবলৈ যায় আৰু তাৰ পৰাই শেষ পৰীক্ষা দি সুখ্যাতিৰে উত্তীৰ্ণ হয়। তেওঁৰ তীক্ষ্ণ মেধা শক্তি দেখি তেতিয়াৰ শিক্ষাধিকাৰ শৰৎ গোস্বামীয়ে সকলো খৰছ বহন কৰি পঢ়াৰ দায়িত্ব নিজে ল'বলৈ বিচাৰিছিল। কিন্তু মাক আৰু ভনীয়েকৰ ভৰণ-পোষণৰ দায়িত্ব আহি পৰাত বাপুৰামে আৰু পঢ়িব নোৱাৰিলে।

বাপুৰাম দাস আছিল এজন বহুমুখী প্ৰতিভাৰ লোক। প্ৰতিটো কামত তেওঁ কৰ্ম নৈপুণ্যৰ পৰিচয় দিছিল। তেওঁ আছিল একাধাৰে পাকৈত বাঢ়ৈ, নিপুণ শৰাই শিল্পী, সোণ-ৰূপৰ সুদক্ষ কাৰিকৰ, ভাল দৰ্জী, সংগঠক, অভিনেতা, সুগায়ক, সুবাদক আৰু ব্যৱসায়ী। ভাল লেখক হিচাপেও তেওঁ খ্যাতি অৰ্জণ কৰিছে। বনিয়াকুছিৰ বিখ্যাত শৰাই শিল্পটো তেওঁৰ প্ৰচেষ্টাত গঢ় লৈ উঠিছিল। গুৱাহাটী যাদুঘৰত থকা বৃহৎ চৰিয়াটো তেওঁৰ শিল্প নৈপুণ্যৰ চানেকি। ইয়াৰ বাহিৰেও বহৰি, ৰামদিয়া আদি নামঘৰত থকা চৰিয়া, গাছা আদিয়ে তেওঁৰ নিপুণ হাতৰ চানেকি বহন কৰে। সৰুক্ষেত্ৰী হাইস্কুল স্থাপনৰ সময়ত সেই সময়ৰ শিক্ষাধিকাৰ শৰৎ চন্দ্ৰ গোস্বামীক তেওঁ নিজে গঢ়া চালিধৰা ময়ুৰ অঙ্কিত বৃহৎ মনোৰম শৰাই এখন উপহাৰ দিছিল। নিজে গঠন কৰা 'বীণাপানি অপেৰা'ৰ ৰাণা প্ৰতাপৰ মুকুট আৰু ভীমৰ গদা তেওঁ নিজ হাতে তৈয়াৰ কৰিছিল।

নিজৰ কৰ্মদক্ষতা, ব্যৱসায় পৰিচালনা আৰু সাংগঠনিক পাৰদৰ্শিতাৰ বাবে দোপত দোপে উন্নতি কৰি তেওঁ সমাজৰ এজন আগশাৰীৰ ব্যক্তিৰূপে জনাজাত হৈছিল। ১৯৫৪ চনত গুৱাহাটীত বাচন ব্যৱসায় আৰম্ভ কৰে আৰু এখন হোটেলো খোলে। তেওঁৰ সাংগঠনিক কাৰ্যাৱলীৰ ভিতৰত বিশেষ উল্লেখযোগ্য বৰঙণি হ'ল সৰুক্ষেত্ৰী হাইস্কুল। নিজকে সৰ্বস্বান্ত কৰি অশেষ কষ্ট আৰু ত্যাগৰ মাজেৰে ১৯৩৬ চনত তেওঁ এই অনুষ্ঠান গঢ়ি তোলে। নিজৰ মাটি বাৰী দান কৰিও অনুষ্ঠানটি গঢ়ি তুলি আজীৱন স্কুলখনৰ সভাপতি বা সম্পাদকৰূপে কাৰ্য নিৰ্বাহ কৰিছিল। কিছুবছৰ বাপুজী কলেজৰ সম্পাদকো আছিল।

গীত বাদ্যৰ প্ৰতি বাপুৰাম দাসৰ সৰুৰেপৰা ৰাপ আছিল। তেওঁ নিজে দৃশ্যপট অঙ্কণ কৰি সৰুক্ষেত্ৰী অঞ্চলত নাট্যাভিনয় কৰিছিল। কিন্তু চেগা-চৰগাকৈ কৰা অভিনয়ে তেওঁৰ স্পৃহা পূৰাব পৰা নাছিল। তাৰ ফলস্বৰূপে তেওঁ গঢ়ি তুলিলে এটি নাট্য দল। নাম 'বীণাপানি অপেৰা'। এই নাট্য দলটিয়ে এক আলোড়নৰ সৃষ্টি কৰি সুখ্যাতিৰে অভিনয় কৰি ফুৰিছিল। ইয়াৰ ভালে কেইখন নাট তেওঁ হিন্দী আৰু বঙলাৰপৰা অনুবাদ কৰিছিল আৰু গীত ৰচনা কৰি সুৰ দিছিল।

১৯৪৮ চনত বনিয়াকুছিৰ কৈৱৰ্ত সম্প্ৰদায়ক সমবায় ভিত্তিতসংগঠিত কৰি তেওঁ 'ফিচাৰি চোচাইটি' নামৰ এটি ব্যৱসায়িক সংঘ স্থাপন কৰে আৰু নিজে সম্পাদক হৈ 'চচাইটি'খন চলায়। ইয়াৰ ফলতে সেই সময়ত দুবেলা দুমুঠি খাবলৈ নোপোৱা মানুহখিনিয়ে পেটৰ ভাত পোৱাৰ লগতে ল'ৰা-ছোৱালীকো পঢ়ুৱাবলৈ সমৰ্থ হয়। বাপুৰাম দাসে তাঁত শালৰ ব্যৱস্থা কৰি কৈৱৰ্ত সম্প্ৰদায়ৰ মহিলাসকলক কাপোৰ বোৱা প্ৰশিক্ষণ দিয়ায়। আজি বনিয়াকুছিৰ কৈৱৰ্ত পৰিয়ালৰ প্ৰতিগৰাকী মহিলাই জাল গুঠাৰ উপৰিও নিজ হাতে বোৱা কাপোৰ পৰিধান কৰে।

বাপুৰাম দাসৰ গান্ধীৰ প্ৰতি অগাধ ভক্তি আছিল কিন্তু তেওঁ কংগ্ৰেছী নাছিল। গান্ধীজীৰ আদৰ্শ আৰু কৰ্মৰ প্ৰতি তেওঁৰ অগাধ বিশ্বাস আছিল। তেওঁৰ মহাত্মাৰ সকলো সৎ আদৰ্শক কাৰ্যকৰী কৰিব বিচাৰিছিল। সেয়ে ১৯৫৪ চনত তেওঁ অস্পৃশ্যতা বৰ্জন আন্দোলনৰ স্থানীয় কাৰ্যসূচীৰ গুৰি ধৰিছিল। তাৰবাবে সৰুক্ষেত্ৰী হাইস্কুলত ভোজভাতৰ বৃহৎ আয়োজন কৰি জাতি-বৰ্ণ নিৰ্বিশেষে সেই অঞ্চলৰ সকলো মানুহকে যোগদান কৰাইছিল। মহাত্মাগান্ধীৰ মৃত্যুৰ দিনা তেওঁ সংগঠন কৰা বিৰাট শোক সমাবেশ এই অঞ্চলত একক আৰু স্মৰণীয়। তেওঁ মহাত্মাগান্ধীৰ মৃত্যু দিনটো প্ৰতিবছৰে অতি গাম্ভীৰ্যপূৰ্ণভাৱে পালন কৰিছিল। সেইদিনা উপবাসে থাকি সৰুক্ষেত্ৰী হাইস্কুল প্ৰাঙ্গণত মহাত্মাগান্ধীৰ প্ৰতিকৃতিত মাল্য দান কৰি আবেলি ৰাজহুৱাভাৱে নাম-কীৰ্ত্তন আৰু ৰাতি যাত্ৰাপাৰ্টিৰ আয়োজন কৰিছিল। তেওঁ নিজে গীত ৰচনা কৰাৰ উপৰিও "জয় জয় গান্ধীজী" নামৰ এটি দীঘলীয়া কবিতা লিখি থৈ গৈছে। কবিতাটো পুথিৰ আকাৰে প্ৰকাশ কৰিছে গুৱালকুছিৰ গান্ধীস্মৃতি ৰক্ষা সমিতিৰ কৰ্মকৰ্তাসকলে। মহাত্মাৰ মৃত্যুৰ বাতৰি পাই লিখক আৰু কোটি কোটি ভাৰতবাসী কেনেকৈ শোক সাগৰত পৰি ম্ৰিয়মাণ হৈছিল তাৰে বৰ্ণনা কৰা হৈছে কবিতাটোত। কবিতাটোত গান্ধীৰ প্ৰতি লেখকৰ প্ৰগাঢ় অনুৰাগ আৰু অসীম ভক্তি প্ৰকাশ পাইছে।

বাপুৰাম দাস এজন উৎকৃষ্ট দৰ্জীও আছিল। তেওঁ ঘৰতে চিলাই কল ৰাখি প্ৰয়োজনবোধে ল'ৰা-ছোৱালীৰ কাপোৰ চিলাই কৰিছিল। 'বীণাপানি অপেৰা' খোলা সময়তো স্থানীয় দৰ্জীয়ে চিলাই কৰিব নোৱাৰা পোছাকবোৰ তেওঁ নিজ হাতে তৈয়াৰ কৰিছিল। এটা সময়ত আমাৰ স্থানীয় ছপাশাল নথকাৰ বাবে বৰ অসুবিধা ভোগ কৰিবলগীয়া হৈছিল। সেয়েহে দাসদেৱে ১৯৩৩-৩৪ চনত "কিৰণ প্ৰেছ" স্থাপন কৰি এই অসুবিধা দূৰ কৰিছিল। নানা বাধা-বিঘিনিৰ সন্মুখীন হৈয়ো সীমিত সুবিধাখিনিৰ সদ্ব্যৱহাৰ কৰি তেওঁ নিজৰ প্ৰতিভাৰ বিকাশ ঘটাবলৈ সক্ষম হৈছিল। তেওঁৰ এটা বিশেষ গুণ আছিল আনে নভৱা কথা চিন্তা কৰাটো। তেওঁ সকলো কামৰে উহ বিচাৰি ফুৰিছিল। কামত একাগ্ৰতীয়াকৈ লাগি একোটা চিন থৈ যাব পৰাটো আছিল তেওঁৰ কৰ্মনিপুণতাৰ পৰিচয়। এইগৰাকী প্ৰতিভাধৰ পুৰুষৰ ১৯৭২ চনৰ ১৫ আগষ্টত জীৱনৰ অৱসান ঘটে। তেওঁৰে বৰপুত্ৰ শ্ৰীঅমিয় কুমাৰ দাসে সুদূৰ আমেৰিকাত চাকৰি কৰিও পিতৃ আদৰ্শৰে উদ্বুদ্ধ হৈ অসমৰ সেৱা কৰাৰ প্ৰচেষ্টা চলাই আছে। বাপুৰাম দাসৰ কৰ্ম প্ৰেৰণাই উত্তৰপুৰুষক অনুপ্ৰাণিত কৰক। অসম সাহিত্য সভাৰ ৬১ তম অধিৱেশনত আমি এইগৰাকী সমাজসেৱীলৈ শ্ৰদ্ধাৰ্ঘ্য নিবেদিছোঁ। ●



*অসমীয়া ভাষা যথাৰ্থতে অতি উন্নত আৰু চহকী ভাষা। এই ভাষাৰ অভিব্যক্তি প্ৰকাশক গুণ বহুতো ভাষাতকৈ উচ্চ খাপৰ। অসমীয়া মানুহৰ মন, সমাজ, মানৱতাবোধ প্ৰকাশ কৰিবৰ জোখাৰে আমাৰ শব্দসম্ভাৰ আছে। লাগে মাথোন আমাৰ লেখকৰ আন্তৰিকতা, মননশীলতা আৰু গভীৰ অনুসন্ধিৎসা। অতীতত আমাৰ সাহিত্যত উচ্চ আদৰ্শনিসৃত সাহিত্য সৃষ্টি হৈছিল, আজিও সৃষ্টি হ'ব। মাথোন জীৱনক গভীৰভাৱে উপলব্ধি কৰিব লাগিব।*

ডঃ লীলা গগৈ, সভাপতি, মৰিগাওঁ অধিৱেশন, ১৯৮৮

# সংস্কৃতিৰ পূজাৰী আৰু নাট্য আন্দোলনৰ গুৰি ধৰোঁতা

# ওস্তাদ জলতি মোহন তামুলী

হৰবল্লভ ডেকা

এই সুবিশাল ধৰিত্ৰীৰ বুকুত এনে কিছুমান মহৎলোক আবিৰ্ভূত হয় যি সকলৰ কৰ্মৰাজি আৰু গুণগৰিমা ক্ষণভঙ্গুৰ নশ্বৰ দেহ অৱসানৰ পিচতহে জনসমাজত প্ৰচাৰিত হয়। তেনে এগৰাকী বিৰল ব্যক্তিত্বৰ অধিকাৰী আছিল সৰ্থেবাৰী নগৰৰ অন্তৰ্গত তামুলীচুপাত বিকশিত হৈ উঠা বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তি ওস্তাদ জলতি মোহন তামুলী। ১৯০১ খৃঃত বিখ্যাত চেনীৰাম বায়ন বংশৰ চৰকাৰী মণ্ডল দত্তৰাম তামুলীৰ ঔৰস আৰু কোহীবালা তামুলীৰ গৰ্ভত জন্ম হৈছিল জলতি মোহন তামুলীৰ। নৃত্য-গীত-বাদ্য আৰু অভিনয়ৰ দক্ষতাৰ জৰিয়তে তেওঁ "ওস্তাদ" আৰু "মাষ্টাৰ" উপাধিৰে বিভূষিত হৈছিল। প্ৰথমে নসত্ৰৰ প্ৰাথমিক বিদ্যালয়খনত এবছৰমান শিক্ষকতা কৰাৰ পিছত চাকৰি জীৱনৰ শেষলৈ তেওঁ সৰ্থেবাৰী চেণ্ট্ৰেল বয়জ এম্, ভি, স্কুল"ত শিক্ষকৰূপে সুখ্যাতি আৰ্জিছিল।

তামুলীদেৱে অভিনয় আৰু সংগীতৰ প্ৰতি আকৃষ্ট হোৱাৰ মূলতে আছিল দেউতাক আৰু চেনীৰাম বায়ন। দুয়োজনাই আছিল একাদিক্ৰমে গায়ক-বাদক আৰু অংকীয়া নাট ৰচক-পৰিচালক। পুৰণি কালত সৰ্থেবাৰীৰ তামুলীচুপাত দূৰ দূৰণিলৈ যাত্ৰা ভাওঁনা কৰিবলৈ যোৱা এটি পাৰ্টী আছিল। ইয়াত তেওঁ মুখ্য বাদকৰ ভাওত অৱতীৰ্ণ হৈছিল। জালাহ এম্, ভি, স্কুলৰ পৰা শেষ পৰীক্ষা দি তেওঁ ভেকছিনেটৰৰ পদত সোমায় আৰু তেতিয়াৰ পৰাই তেওঁ সঙ্গীত নাটকত আত্মনিয়োগ কৰিলে। আদিতে তেওঁ দেউতাকৰ অভিনীত নাটক 'উত্তৰা পৰিণয়' আৰু 'কংস বধ'ৰ গীতবোৰত নিজে সুৰ সংযোজনা কৰিব পাৰিছিল।

সেই সময়ত অসমীয়া নাটক আৰু গীতৰ অভাৰত বঙালী ভাষাৰ পৰা অনুদিত নাটক আৰু গীত পৰিৱেশন কৰা হৈছিল। সৰ্থেবাৰীত সভাত প্ৰদৰ্শন কৰাৰ অৰ্থে অসমীয়া নাটক বিচাৰি হাবাথুৰি খাই শেষত দুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থ পৰাজয়' নাটকখন হাতত পৰিল। অসমীয়া নাটক দৰ্শনৰ আশাত দৰ্শকৰ মন উত্ৰাবল। তিনি চাৰি মাহ নাটকখনৰ আখৰা কৰি তামুলীয়ে নাটকৰ বচন আৰু গীত পদবোৰ বুজাই দিলে। যাত্ৰাপাৰ্টীৰ অভিনয় চাবলৈ লোকে লোকাৰণ্য, ইপিনে অভিনেতা সকলৰ বুকুৰ কম্পন। যথা সময়ত সুৰ সমলয় বাজি উঠাত জনসমুদ্ৰৰ কোলাহল নিজম পৰিল। সুন্দৰ অভিনয়েৰে দৰ্শকৰ প্ৰশংসা লাভ কৰাৰ উপৰিও তামুলীয়ে পাঁচোটা মেডেলেৰে পুৰস্কৃত হ'ল।

বৰপেটা জিলাৰ মাণিকপুৰ মৌজাৰ দেশিঙৰী গাৱঁত তামুলীয়ে চাকৰি জীৱনৰ পাতনি মেলে। অশেষ কষ্টৰ সন্মুখীন হৈও তেওঁ তাত এটি যাত্ৰাপাৰ্টী গঠন কৰিছিল। তাতে তেওঁলোকৰ প্ৰথম অভিনীত নাট আছিল ধনীৰাম দত্তৰ 'উৰ্ব্বশী উদ্ধাৰ'। তেওঁক নানাঠাইৰ বহুতো যাত্ৰাপাৰ্টীয়ে নাটৰ প্ৰশিক্ষণ দিবলৈ নিমন্ত্ৰণ জনাইছিল। তামুলীয়ে সাধ্যানুসৰি সেই যাত্ৰাপাৰ্টীবোৰলৈ সহায়-সহযোগ আগবঢ়াবলৈ কুণ্ঠাবোধ নকৰিছিল। নাট্যপ্ৰেমৰ আকৰ্ষণে তেওঁৰ চাকৰি জীৱনক আমুৱালে। ইফালে সাংসাৰিক সংঘাততো তেওঁ জুৰুলা হ'ল। গীত-নাটত একাগ্ৰচিত্তীয়াকৈ ব্ৰতীহোৱাৰ মানসেৰে তেওঁ চাকৰি বাদ দিলে। অভিনয় সম্পৰ্কে অনেক জ্ঞানৰ সঁফুৰা বুটলিবলৈ তেওঁ অভিনয়ৰ স্নায়ুকেন্দ্ৰ কলিকতালৈ ৰাওঁণা হ'ল।

আৰ্থিক সংকটে অসুবিধাত পেলালেও বঙলা ভাষা ভালদৰে কব পৰাৰ বাবে তামুলী বিশেষ সহাঁৰি লাভ কৰিছিল। সেই সময়ত কলিকতাত সুনাম থকা শ্ৰীচৰণ ভাণ্ডাৰীৰ যাত্ৰাপাৰ্টিত তেওঁ ভৰ্ত্তি হয়। একেলগে "শৈলবালা" নামৰ আন এটা পাৰ্টিৰ লগতো তেওঁ যোগাযোগ ৰাখিছিল। তাত তেওঁ নিজে হাৰমনিয়াম বজাইছিল। এই পাৰ্টিবোৰৰ পৰা তেওঁ সঙ্গীত আৰু অভিনয় সম্পৰ্কীয় তথ্যবোৰ সংগ্ৰহ আৰু আহৰণ কৰিছিল। তাত তেওঁ ক্লাইনেট আৰু কৰনেট বাদ্য বজোৱা শিকিছিল। কলিকতাত তেওঁ তিৰোতাৰ ভাওত অভিনয় কৰি পাৰদৰ্শিতা দেখুৱাইছিল। তেওঁক পাৰ্টিৰ সকলোৱে গুৰু হিচাবে ভক্তি কৰি মানি চলিছিল। পুৰুষ মহিলাৰে গঠিত 'শৈলবালা" পাৰ্টিত থাকোঁতে তেওঁ অসমতো সহ-অভিনয় কৰাৰ কথা চিন্তা-চৰ্চা কৰিছিল। এদিন তেওঁ অসমলৈ এই পাৰ্টিটোক লৈ আহি নানা ঠাইত চাৰিমাহ ধৰি নাট প্ৰদৰ্শন কৰাইছিল। তাৰ পিছত তেওঁ কলিকতালৈ ঘূৰি যোৱাৰ কথা আছিল যদিও শেষ মুহূৰ্ত্তত যোৱা নহ'ল। সহ-অভিনয়ৰ প্ৰত্যাশা বুকুত বান্ধি লৈ তেওঁ সংগঠনৰ কামত আত্মনিয়োগ কৰিলে।

সেই সময়ৰ সহ-অভিনয়ৰ প্ৰচলন হোৱা নাছিল। ছোৱালীৰতো দূৰৰে কথা ল'ৰাকো পাৰ্টিত ফুৰিবলৈ অভিভাৱকে অনুমতি দিবলৈ টান পাইছিল। তামুলীয়ে এই সমস্যা সমাধানৰ পথ বিচাৰি আছিল। শেষত পাঠশালাৰ ৰেলষ্টেচনৰ দক্ষিণে থকা ডুবি নামৰ গাৱঁৰ পৰিহৰেশ্বৰ দেৱালয়ত নাচগান কৰা দেৱদাসী সকলৰ সহযোগত ১৯২০ চনত "শিৱলিঙ্গ অপেৰা পাৰ্টি" নামৰ পুৰুষ মহিলা মিশ্ৰিত





যাত্ৰাপাৰ্টি এটা গঠন কৰে। বোধহয় এয়াই আছিল অসমত সহ-অভিনয়ৰ সূত্ৰপাত। এই পাৰ্টিৰ পৰিচালিকা আছিল সুশীলা বালা নৰ্ত্তকী। তামুলী ইয়াৰ গুৰিত থাকি লোক সমাজৰ ভয়ত পাৰ্টিটো আনৰ নামত চলাইছিল। পাৰ্টিত থকা মহিলা সকলৰ ভিতৰত যামিনী, কৌশল্যা, অম্বালিকা, ৰয়াবালা, হালধীবালা, সাত্ৰীবালা, নৰেশ্বৰীবালা আদি প্ৰধান আছিল। পুৰুষ চৰিত্ৰ অভিনয়ৰ বাবে পশ্চিমবঙ্গৰ ৰংপুৰ আৰু জলপাইগুৰি জিলাৰ চাৰিজনমান লোক এই পাৰ্টিত অন্তৰ্ভুক্ত আছিল। তামুলীৰ লগত বৰপেটাৰ মতিৰাম দাসে বাদ্য বজাইছিল আৰু কমলাকান্ত ভট্টই কৰনেট-ক্লাইনেট চলাইছিল। তামুলীয়ে নাচ-গান শিকোৱা, হাৰমনিয়াম বজোৱাৰ উপৰিও নিজে পাৰ্টিৰ তত্বাৱধান কৰিছিল। তেওঁ অবিভক্ত কামৰূপ জিলাৰ মুঠ ২২ টামান যাত্ৰা পাৰ্টিৰ সংগঠক আছিল। জন্মভূমি সৰ্থেবাৰীত তেওঁ "ডায়মণ্ড" নামৰ এটা যাত্ৰা পাৰ্টিৰ জন্ম দিছিল।

তামুলীয়ে জালাহ, বাঘমাৰা, পাঠশালা, শিয়ালমাৰী, নাকেলবাৰী, সৰ্থেবাৰী আদি ঠাইত নাটকৰ পৰিচালনা কৰিছিল। তেওঁৰ পৰিচালিত নাটক 'উমাতাৰা'ত তামুলীচুপাৰ কবি মাষ্টৰ খগেন তামুলী, খগিন্দ্ৰ তামুলী, উপেন তামুলী, চণ্ডীচৰণ তামুলী আদিয়ে অভিনয় কৰিছিল। আন এখন নাট 'শুক্ৰাচাৰ্য'ত তামুলীচুপাৰ কৰুণা তামুলী, ঘনা তামুলী, হলধৰ তামুলী, চিদানন্দ তামুলী, মহাত্মা তামুলী আদিয়ে অভিনয় কৰিছিল। মহাত্মা তামুলী, অভয় পাটোৱাৰী, গোবিন্দ তামুলী আদিয়ে তেওঁৰ পৰা গান শিকিছিল। তদুপৰি গুৱাহাটীত থকা ডাঃ মাধৱ ডেকাৰ (হেলনা) ল'ৰা-ছোৱালীক, কম্পাউণ্ডাৰ লক্ষ্যধৰ চৌধুৰীৰ ল'ৰা দ্বিজেন চৌধুৰী, মুনীন চৌধুৰীক আৰু চৌধুৰীচুপাৰ শিৱা চৌধুৰীৰ (অভিযন্তা) ঘৰতো তেওঁ গান শিকাইছিল। তামুলীচুপাৰ ছোৱালী মীনা তামুলী, ভানুমতী দাস আদিয়েও তেওঁৰ পৰা গান শিক্ষা লাভ কৰিছিল। তেওঁ লোকগীত, বৰগীত, আধুনিক গীত, বিয়ানাম, ভাঙুৰী গীত, বিহুগীত,হোলগীত আৰু স্বৰচিত আধুনিক গীতত বৰ সিদ্ধহস্ত আছিল। তেওঁ প্ৰাথমিক স্কুলৰ চাকৰি এটিকে জীৱিকা নিৰ্ব্বাহৰ বাবে লব লগা হৈছিল। সেই সময়তে তেওঁ শিক্ষা বিভাগৰ অনুমতি সাপেক্ষে স্কুলীয়া কণ কণ ল'ৰা ছোৱালীৰ মাজত জাতীয় সঙ্গীত, প্ৰাৰ্থনা গীত আদি শিকাই ফুৰিছিল। তেওঁ মহাপুৰুষ হৰিদেৱৰ বিষয়ে এখনি জীৱনী লিখিছিল। বৰ্ত্তমানো সেইখন অপ্ৰকাশিত হৈ আছে।

তামুলীদেৱ সাংসাৰিক ক্ষেত্ৰতো জ্বালা-যন্ত্ৰণাৰ পৰা মুক্ত নাছিল। তেওঁৰ প্ৰথম পত্নীৰ বিয়োগ হোৱাৰ পিছত দ্বিতীয় বিবাহ কৰাইছিল। দ্বিতীয়া পত্নীৰ নাম শ্ৰীমতী পদ্মা তামুলী। তেওঁৰ পুত্ৰ চাৰিজন আৰু কন্যা মাত্ৰ এজনী। তেওঁ সৰ্থেবাৰী তামুলীচুপাৰ এজন ভাল মেলেকী, মুষ্ঠিভিক্ষা ভঁৰালৰ ৪ বছৰ সভাপতি আৰু প্ৰাথমিক বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভ্য আছিল। তেওঁ কেতিয়াও ৰাগিয়াল বস্তু সেৱন নকৰিছিল, আনকি মুৰ্গীও নাখাইছিল। এবাৰ টাইফয়ড জ্বৰ হওঁতে তেওঁ ডাক্তৰৰ পৰামৰ্শ মতে পাৰৰ মাংসৰ জোল আৰু মাগুৰ মাছ খাইছিল। তামুলী অকল সুৰকাৰেই নহয়, গীতিকাৰ হিচাবেও তেওঁ প্ৰতিপত্তি লাভ কৰিছিল। শাস্ত্ৰীয় ৰাগ-ৰাগিনী পৰিৱেশনতো তেওঁ পাৰ্গত আছিল। ভাটিয়ালি, কাশ্মীৰী, খেমতা, আচোৱালী আদি ৰাগৰ উপৰিও তেওঁ সেই সময়ৰ অসম্‌বিখ্যাত ভোলা ভাণ্ডাৰীয়াৰ সান্নিধ্যলৈ আহি অনেক ৰাগ ৰাগিণী আয়ত্ব কৰাৰ সুযোগ পাইছিল। তেওঁ অতি শুৱলাকৈ বৰগীত গাইছিল। বৈষ্ণৱ যুগৰ সুৰতাল সম্পৰ্কে অধ্যয়ন কৰিবলৈ তেওঁ বৰপেটা আৰু পাটবাউসী সত্ৰলৈ গৈছিল। বৰপেটা জিলাৰ উত্তৰে থকা অকয়া-চৈবাৰীলৈ গৈও তেওঁ সুৰৰ সাধনাত ব্ৰতী হৈছিল।

তামুলীয়ে অকল নাট্যদলৰ সংগঠক বা গায়ক-বাদক হিচাপেই সুখ্যাতি অৰ্জা নাছিল, তেওঁ এজন ভাল অনুবাদকো আছিল। নিজে সংগঠন কৰা পাৰ্টিবোৰলৈ বঙালী ভাষাৰ নাটক অসমীয়ালৈ অনুবাদ কৰি অভিনয়ৰ উপযোগী কৰি দিছিল। তেওঁৰ অনুবাদ ৰীতিৰ বিশেষত্ব আছিল: মূল কাহিনীটো একে ৰাখি সৰু সুৱা চৰিত্ৰবোৰৰ মাজেৰে নাটক আগবঢ়াই নিছিল। সেয়েহে তেওঁৰ অনুবাদ নাটকো মৌলিক যেন বোধ হৈছিল। তেওঁ অনুবাদ কৰা এনেকুৱা দহ বাৰখন মান নাটকৰ পাণ্ডুলিপি তেওঁৰ ঘৰত দেখা গৈছিল। এনেদৰে যাত্ৰাপাৰ্টিৰ উপযোগীকৈ অনুবাদ কৰা আন এজন লোক আছিল জালাহ চৰকাৰী এম, ভি স্কুলৰ শিৱনাথ ডেকা। তেওঁৰ ঘৰ আমৃখোৱাত আছিল যদিও পিচলৈ সম্ভৱত স্থায়ী ভাৱে বসতি কৰিছিল। ডেকাই প্ৰায় ২৫ খনমান বঙলা ভাষাৰ নাটক অসমীয়ালৈ অনুবাদ কৰিছিল। এই নাটকসমূহ উদ্ধাৰ কৰিব পাৰিলে অসমীয়া নাট্য সাহিত্যৰ ভঁৰাল টনকিয়াল হোৱাৰ লগতে নাট্য আন্দোলনৰ বহুতো দিশ পূৰণ হব।

এইজনা মহান ব্যক্তিৰ ১৯৭৮ চনৰ ২২ জানুৱাৰী তাৰিখে চাৰিকুৰি ছয়বছৰ বয়সত পৰলোক প্ৰাপ্তি হয়। তেওঁ অসমীয়া নাট্য আন্দোলনৰ গুৰি ধৰাৰ লগতে সহ-অভিনয়ৰ প্ৰৱৰ্ত্তন কৰাই অভিনয়ৰ দিশত অসমীয়া জাতিটোক বহুদিশত আগুৱাই নিছিল। নটসূৰ্য্য ফণী শৰ্মা, শিল্পী ব্ৰজ শৰ্মাৰ লগতে একে শাৰীতে স্থান লাভ কৰিব পৰা এইজনা ব্যক্তিৰ মৃত্যুত অসমীয়া নাট্য জগতৰ আসন অপূৰণীয় হৈ ৰ'ল। তেওঁৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ নতুন চামে তেওঁৰ কল্পনাক বাস্তৱত ৰূপ দিব বুলি আশা ৰাখিলোঁ। ❐

# দীনেশ গোস্বামী — এটি প্ৰতিভা

*হেমচন্দ্ৰ গোস্বামী*

সৰুক্ষেত্ৰী মৌজাৰ পল্লা সত্ৰত জন্ম গ্ৰহণ কৰা আৰু 'বালাৰ পথাৰত মেটেকাৰ বল খেলি বাঢ়ি অহা দীনেশ গোস্বামী যে এদিন ভাৰতবৰ্ষৰ এজন লেখত ল'বলগীয়া জনপ্ৰিয় নেতা হ'ব-- এই কথা হয়তো চল্লিশৰ দশকত কোনেও ভাবিব পৰা নাছিল। কিন্তু আজি বিগত দিনবিলাকৰ স্মৃতিৰ মানসপটত আমাৰ লৰালি কালৰ ছবিবিলাক চাই দেখিবলৈ পাইছো যে দীনেশৰ প্ৰতিভাৰ অঙ্কুৰ এই পল্লা সত্ৰতেই উদিত হৈছিল।

বয়সত মোতকৈ অলপ সৰু হোৱাৰ বাবেই মোক দীনেশে ভতিজা নুবুলি দিল্লীৰ ৰাজনৈতিক মহলত দাদা বুলিহে পৰিচয় কৰাইছিল। ল'ৰালি কালত চল্লিশৰ দশকৰ প্ৰথমাৰ্দ্ধত আমি দুয়ো খেলা-ধুলা, লিখা-পঢ়া, নাটক কৰা বা সামাজিক কামত অভিন্ন হৃদয়ৰ দৰে আছিলো। আমি তেতিয়া যিখিনি কৰিছিলো আজি তাৰ বিশ্লেষণ কৰিলে এটা কথাই প্ৰতীয়মান হয় যে দীনেশৰ চিন্তাধাৰা আৰু কৰ্ম্মপ্ৰেৰণা স্বাৰ্থ-বিহীন আছিল। কাৰো প্ৰতি কোনে ভেদভাৱ বা ক্ৰোধৰ লেশ মাত্ৰ চিন নাছিল। সকলোৰেই আপোন। দহ জনে গোট খাই কেনেকৈ কোনো সামাজিক কাম কৰিব পাৰি তাৰ উজ্জ্বল দিশটোহে চিন্তা কৰিছিল। এইবিলাক গুণৰ অধিকাৰী হোৱাৰ বাবেই জীৱনত এজন লব্ধ-প্ৰতিষ্ঠ জনপ্ৰিয় নেতা হ'ব পাৰিছিল।

বালাৰ পথাৰত মেটেকাৰ ফুটবল খেলা, মাঘ বিহুত নৰাটানি ভেলাঘৰ সজা, বহাগ বিহুত খেলা-ধুলাৰ অনুষ্ঠান আদি কৰাৰ ওপৰিও পল্লা সত্ৰত আমি এটা গ্ৰন্থাগাৰ স্থাপন কৰিছিলো আৰু এখন হাতে লিখা আলোচনীও উলিয়াইছিলো। মোৰ আজিও মনত পৰে নাম ঘৰত কৰা 'অভিমন্যু বধ' নাটকৰ আখৰা। অভিমন্যুৰ ভাওত আছিল দীনেশ আৰু মই আছিলো জয়দ্ৰথৰ ভাওত। পিচৰ জীৱনত খেলা-ধুলা, সাহিত্য চৰ্চা, অভিনয়, তৰ্ক প্ৰতিযোগিতা, ৰাজনীতি আদি বহু দিশত দীনেশৰ প্ৰতিভা অভিমন্যুৰ দৰেই খ্যাত হ'ল।

পল্লা সত্ৰৰ পৰা দীনেশ গ'ল চিলঙলৈ আৰু মই কিছুদিন পিচত কৰিমগঞ্জ হৈ গুৱাহাটী পালোহি। কেইবছৰমান পিচত দীনেশৰ দেউতাক স্বৰ্গীয় ৰজনীকান্ত গোস্বামী চিলঙৰ পৰা গুৱাহাটীলৈ আহিল। এই সময়চোৱাৰ ভিতৰত আমাৰ মাজে মাজে দেখা দেখি হৈছিল-- কেতিয়াবা চিলঙত, কেতিয়াবা পল্লা সত্ৰত, কেতিয়াবা গুৱাহাটীত। এদিন গুৱাহাটীত তেওঁলোকৰ ঘৰলৈ যাওঁতে আতাই (দীনেশৰ দেউতাকে) মোক ক'লে-- 'হেৰ', তই পলিটিচিয়ান হবি, তই ৰাজনীতি কৰিব পাৰিবি।' মই কলো যে মই পলিটিচিয়ান নহও। দীনেশেহে হ'ব। অলপ হতাশ সুৰত আতাই ক'লে-- 'এহ্, সি নোৱাৰিব।' মই স্পষ্ট ভাবে উত্তৰ দিলো-- 'দীনেশে পাৰিব।' দীনেশৰ ৰাজনৈতিক জীৱনত প্ৰবেশৰ পিচতো আতাই মাজে মাজে দীনেশৰ ৰাজনৈতিক কৰ্মধাৰাৰ বিষয়ে মোৰ লগত আলোচনা কৰিছিল। এই আলোচনাত মই দীনেশৰ হৈ ওকালতি কৰিব লগা হৈছিল। ৰাজনৈতিক জীৱনত দীনেশে যি স্বীকৃতি পালে সেয়া আছিল মোৰ বাবে এক আনন্দৰ উৎস।

দীনেশৰ জীৱনৰ বৈশিষ্ট্য হ'ল যে-- ৰাজনীতিৰ ব্যস্ত জীৱনৰ মাজতো তেওঁ খেলা-ধুলা, সাহিত্য চৰ্চা, সাংস্কৃতিক, নাট্যাভিনয় আৰু জন সেৱা আদি সকলো দিশতে সমানে বৰঙণি আগবঢ়াইছিল। ভাবিলে কথাষাৰ অসম্ভৱ যেন লাগে। কিন্তু ই সত্য। কেনেকৈ এজন মানুহৰ বাবে ৰাজনীতিত সক্ৰিয়ভাৱে লিপ্ত হৈ খেলা-ধুলা, সাংস্কৃতিক মেলা পৰিচালনা কৰি, নাট্যাভিনয় কৰি সাহিত্য চৰ্চাৰ দৰে কঠিন কাম এটাত সাফল্য লাভ কৰা সম্ভৱ হ'ল? ইয়াৰ উত্তৰ দিছে শ্ৰদ্ধেয় লক্ষ্যধৰ চৌধুৰী দাদাই-- "চৰৈৱেতি, চৰৈৱেতি-- এই মহাবাণীৰ সাৰ্থক প্ৰতীক আছিল দীনেশ।" বিশ্ৰামহীন অক্লান্ত পৰিশ্ৰমেই আছিল এই সাফল্যৰ মূলত।

সাধাৰণতে ৰাজনৈতিক জীৱন মেৰপকীয়া যেন লাগে। কিন্তু দীনেশৰ জীৱনত ৰাজনৈতিক পৰিবৰ্তন ঘটিছিল যদিও কোনো জটিলতাৰ সৃষ্টি হোৱা নাছিল। তাৰ মূলতে হ'ল স্বাৰ্থবিহীন ৰাজনীতিৰ অনুসৰণ আৰু আইন তথা ৰাজনীতিৰ ওপৰত গভীৰ আৰু বিস্তৃত জ্ঞান। সংসদ সদস্য হৈ থাকোতে কেতিয়াবা দিল্লীত আৰু গুৱাহাটীত দীনেশক অকলশৰে লগ পালে দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ কথা আলোচনা কৰিছিলো। খুব সহজভাৱে পৰিস্থিতি বিশ্লেষণ কৰি যুক্তিৰ মাজেৰে কিছুমান ভৱিষ্যতবাণী কৰিব পৰা ক্ষমতা দীনেশৰ আছিল। প্ৰাক্তন ৰাষ্ট্ৰপতি শ্ৰীভেঙ্কটৰমণৰ সৈতে বিদেশলৈ যাওঁতে বিদেশৰ ৰাজনীতিবিদ সকল তেওঁৰ সাংবিধানিক আইনৰ ওপৰত থকা জ্ঞানৰ পৰিসৰ আৰু গভীৰতাত মুগ্ধ হৈছিল। আইনৰ জ্ঞান আৰু বিশ্লেষণ মুখী মনোবৃত্তিৰ বাবেই দীনেশে এজন বিচক্ষণ আৰু কৃতকাৰ্য সাংসদ স্বৰূপে স্বীকৃতি পাইছিল। প্ৰাক্তন কেন্দ্ৰীয়মন্ত্ৰী শ্ৰীবসন্ত সাথে দীনেশৰ বিষয়ে মন্তব্য দি কৈছে-- "সংসদৰ বিতৰ্কত তেওঁৰ অৱদান অকল বিচক্ষণেই নহয়-- কাৰ্যকৰীও আছিল। অতি কম সময়ৰ বাবে হ'লেও মন্ত্ৰী হিচাবে তেওঁৰ গুৰুত্বপূৰ্ণ অৱদানে এটা গভীৰ চাপ থৈ গ'ল।" আন এজন সতীৰ্থ সাংসদ শ্ৰী পি, এম, চৈয়দে কৈছে-- "তেওঁ সদায় দেশৰ স্বাৰ্থ ব্যক্তিগত স্বাৰ্থৰ উৰ্দ্ধত ৰাখিছিল।"





লিখক হিচাবে দীনেশৰ প্ৰতিভা অসাধাৰণ। খুব খ্যাতনামা লিখক নহলেও তেওঁ বিভিন্ন বিষয়ত ইংৰাজী আৰু অসমীয়াত সমান দক্ষতাৰে সহজ আৰু সুললিতভাৱে লিখিব পাৰিছিল। চুটী গল্পই হওক বা ৰাজনৈতিক চৰ্চাই হওক-- সকলো বিষয়তে সমানে পাঠকৰ ৰুচি আকৰ্ষণ কৰিব পৰাকৈ লিখাৰ ভঙ্গী দীনেশৰ বৈশিষ্ট্য আছিল। কবিতা, গল্প, ভ্ৰমণ কাহিনী, চিন্তাশীল প্ৰবন্ধ সকলো ধৰণৰ লিখাত তেওঁ পাৰ্গত আছিল।

সাংস্কৃতিক অনুষ্ঠান আয়োজন কৰাত দীনেশ ছাত্ৰ জীৱনৰ পৰাই জড়িত আছিল। কলিকতাত পঢ়ি থকা কালত এ, এচ্, এল ক্লাবৰ সাংস্কৃতিক অনুষ্ঠান সমূহত দীনেশে আগ ভাগ লৈছিল। ঠিক তেনেদৰে দিল্লীৰ অসম এচোচিয়েচনৰ সকলো অনুষ্ঠানতে সক্ৰিয় ভাৱে অংশ গ্ৰহণ কৰিছিল। মঞ্চত অভিনয় কৰাৰ বিষয়ে ক'বই নেলাগে। ল'ৰালিকালৰ 'অভিমন্যু বধ' আখৰাতেই শেষ হ'ল। মঞ্চস্থ নহ'ল। কিন্তু পিচৰ জীৱনত দীনেশে আখৰা নকৰাকৈয়ে মঞ্চত উঠি অভিনয় কৰিলে। 'অভিমন্যু বধ'ৰ আখৰাত ৰোপণ কৰা অঙ্কুৰ এজোপা সবল বৃক্ষত পৰিণত হ'ল।

খেলা-ধুলাত দীনেশৰ ৰাপ ৰাজনীতি, সংস্কৃতি বা সাহিত্যত কৈ কম নাছিল। পল্লা সত্ৰত মেটেকাৰ বল খেলাৰ পৰা দিল্লীত ক্ৰিকেট খেলালৈকে তেওঁৰ উৎসাহ সমানেই আছিল। ফুটবল আৰু ক্ৰিকেট দুয়োটাই সমানে খেলিছিল। ফুটবল খেলত দীনেশ সাধাৰণতে গোলকিপাৰ আছিল। এখন খেলপথাৰ, কেইজন মান খেলুৱৈ আৰু এটা ফুটবল হ'লেই হ'ল। চিনাকি অচিনাকিৰ কথাই নাই। দীনেশ নামি গ'ল খেলপথাৰত। পঢ়ি থকা অৱস্থাত এবাৰ মোৰ লগত যোৰহাটলৈ ফুৰিবলৈ গৈছিল। হঠাত আবেলি দীনেশ নোহোৱা হ'ল। বিচাৰি বিচাৰি পালোগৈ অচিনাকি ল'ৰাৰ লগত ফুটবল খেলি থকা।

আকাশবাণীৰ খেলৰ বিবৰণী দিওতাসকলৰ ভিতৰত দীনেশ আছিল অন্যতম। দীনেশৰ খেল বিবৰণী শুনিবলৈ তেতিয়াৰ দিনত মানুহে আগ্ৰহেৰে বাট চাই থাকে। খেলৰ বিবৰণী দিয়া সম্পৰ্কে এদিন দীনেশক সুধিছিলো-- "ইমানবিলাক খেলুৱৈ অতি বেগেৰে দৌৰি থাকে, কোনে কেতিয়া বলটো ধৰিছে-- এই নামবিলাক তোমাৰ কেনেকৈ মনত থাকে?" দীনেশে ঘপৰাই উত্তৰ দিলে-- "এইটো বৰ সহজ কথা। ভুল হ'লে কোনেও গম নাপায়। কিয়নো যিয়ে খেল চাইছে তেওঁ বিবৰণী শুনা নাই আৰু যিয়ে ঘৰত বহি বিবৰণী শুনিছে তেওঁ খেল চোৱা নাই।"

অতি সহজ ভাৱে এনেদৰে হাঁহি উঠাকৈ প্ৰশ্নৰ উত্তৰ দিয়া দীনেশৰ অভ্যাস আছিল। আন এটা ঘটনা। গুৱাহাটীত নেহেৰু ষ্টেডিয়াম উদ্বোধন কৰাৰ দিনা এখন প্ৰদৰ্শনী ফুটবল খেল হৈছিল। মুখ্যমন্ত্ৰী একাদশ আৰু মুখ্য ন্যায়াধীশ একাদশৰ মাজত। মুখ্য ন্যায়াধীশৰ পক্ষৰ গোল কিপাৰ আছিল স্বৰ্গীয় ৰজনীকান্ত গোস্বামী -- দীনেশৰ দেউতাক। তেখেতে এবাৰ সুন্দৰভাৱে 'ডাইভ' দি বল ধৰি পাকৈত খেলুৱৈৰ নিদৰ্শন দেখুৱালে। খেল চাই থকা বন্ধুসকলে দীনেশক সুধিলে-- "তোৰ দেউতাৰে আগতে কোন ক্লাবত খেলিছিল?" দীনেশে উত্তৰ দিলে-- "কোনো ক্লাবত খেলা নাছিল। বোপাইৰ সাতোটা পুতেকে গোলত খেলে। তাৰেই ফল।"

দীনেশৰ জীৱনৰ সকলোদিশৰ ভিতৰত অতি মধুৰ দিশটো হ'ল-- দীনেশৰ ব্যক্তিত্ব। এজন ব্যক্তি হিচাবে আমি তেওঁক কেনে পাইছিলো? সুন্দৰ স্বাস্থ্য, এখন হাঁহি ভৰা মুখ, সুললিত কণ্ঠস্বৰ, সুশ্ৰাব্য ভাষা আৰু সকলোকে হাঁহি আৰু আনন্দৰ খোৰাক দিব পৰা ক্ষমতা-- এই সকলোবিলাকৰ অধিকাৰী। আৰু সবাৰো ওপৰত এখনি নিস্বাৰ্থ হৃদয়। কোনো অহঙ্কাৰ নাই। তেওঁ যেন সবাৰো আপোন। কেন্দ্ৰীয় মন্ত্ৰীৰ গাদীত বহাৰ পিচতো তেওঁ সহজ সৰল দীনেশেই হৈ থাকিল। পল্লা সত্ৰত হাফলা পিন্ধা দীনেশ আৰু কেন্দ্ৰীয় তীখা আৰু আইন মন্ত্ৰী দীনেশৰ মাজত কোনো পাৰ্থক্য নাছিল। সেয়েহে সকলোৰে প্ৰিয়পাত্ৰ আছিল দীনেশ গোস্বামী সৰুক্ষেত্ৰীৰ তথা অসমৰ গৌৰৱ।

অকালতে, নিমিষতে পতন হ'ল অভিমন্যুৰ। জয়দ্ৰথৰ চকুলোৱে বিৰিণা পথাৰৰ বালি কিমান তিয়াব? ❒

> *বাতৰি-কাকত এহাতে চতুৰ্থ ৰাষ্ট্ৰ, আনহাতে তেনেকৈ ভাষা-সাহিত্যৰো পৰিসৰ বঢ়াওঁতা। বাতৰি-কাকতৰ কাম অকল বাতৰি যোগোৱাই নহয়-- ভাষাৰ বিশুদ্ধতা আৰু পৱিত্ৰতা ৰক্ষা কৰাও তাৰ এটি অপৰিহাৰ্য অঙ্গ। আমাৰ কাকতবিলাকত প্ৰায়েই গধুৰ ভাৱৰ প্ৰবন্ধতকৈ পাতল ভাৱৰ ফ্লুচ্‌ং ৰচনাইহে সৰহ ঠাই পায়। ..... আজিকালি বাতৰি-কাকত অকল বাতৰিৰে কাকত হৈ থকা নাই ; তিনিখিলা কাগজতে সপ্তাহত তিনিবাৰকৈ বিধে বিধে লেজুৱা প্ৰবন্ধও পঢ়িবলৈ পোৱা যায়। প্ৰবন্ধ-পাতিবোৰ উচ্চস্তৰৰ হোৱা বাঞ্চনীয়। হোৱাই নোহোৱাই ভাদমহীয়াও কিমাননো চ'তৰ বিহুৰ ঢোল কোবাই থাকিব? দৃষ্টিভঙ্গী তুচ্ছত পেলাই উচ্চলৈ যাব খোজোতে তুচ্ছতাৰ নিকৃষ্ট ছবিবোৰ আঁকি সাহিত্য আৰু সমাজৰ মানভঞ্জন নকৰে যেন। সাহিত্য সমাজবাদী হলেও ভদ্ৰতা শূন্য হ'ব নোৱাৰে। বাস্তৱৰো সীমা আৰু মৰ্যদা আছে।*
>
> বেনুধৰ শৰ্মা, ধুবুৰী, ১৯৫৬

# বৈষ্ণৱপ্ৰাণ ৰামমল ঠাকুৰীয়া

*হেমৰথ বৰ্মন*

"কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক বিশিষ্ট সাহিত্যিক, অভিনেতা শ্ৰীৰামমল ঠাকুৰীয়াৰ অকাল আৰু আকস্মিক মৃত্যুত" অনুষ্ঠিত কটন কলেজৰ এখন শোক সভাৰ প্ৰস্তাৱত কোৱা হয়-- "অসমীয়া ভাষা আৰু সাহিত্যৰ বাবেই তেওঁৰ মৃত্যু এক অপূৰণীয় ক্ষতি। অধ্যাপক ঠাকুৰীয়া অসমীয়া বৈষ্ণৱ ধৰ্ম আৰু সংস্কৃতিৰ একনিষ্ঠ সেৱক আছিল আৰু এই ক্ষেত্ৰত তেওঁ উল্লেখযোগ্য বৰঙণি আগবঢ়াই থৈ গৈছে। "আসাম ট্ৰিবিউন" কাকতৰ মৃত্যু বাতৰিত কোৱা হৈছে-- "He was a brilliant student of Assamese language and literature and distinguished himself as a man of vast erudition and knowledge in the Vaisnavite literature of Assam. He was deeply interested in the theatre."

সৰ্থেবাৰীৰ ওচৰৰ বেলবাৰী গাঁৱত জন্ম গ্ৰহণ কৰি গাঁৱলীয়া পৰিবেশত ডাঙৰ-দীঘল হৈ কটন কলেজৰ অধ্যাপকৰ শাৰী শুৱনি কৰাৰ উপৰিও অসমীয়া সাহিত্য, বৈষ্ণৱ সংস্কৃতি আৰু থলুৱা গীত-নাটত ল'ৰালি কালৰেপৰা লাগি থাকি এক আদৰ্শনীয় দৃষ্টান্ত স্বৰ্গীয় ঠাকুৰীয়াই স্থাপন কৰিছে। চৰাই যেনেকৈ ও পৰলৈ গৈ নানান ঠাইত উৰি-ঘূৰি ফুৰিলেও নিজৰ বাহটোৰ মৰম নেৰে, তেনেকৈ অধ্যাপক ঠাকুৰীয়াই গুৱাহাটীৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ প্ৰাগজ্যোতিষ কলেজ, বি. বৰুৱা কলেজ, উত্তৰ গুৱাহাটী কলেজ অৱশেষত কটন কলেজত কাম কৰিও জন্ম স্থান বেলবাৰীৰ লগত সততে সম্পৰ্ক ৰাখিছিল। শ্ৰীমন্ত শঙ্কৰ কলাপৰিষদ, শ্ৰীমন্ত যাত্ৰাদল, শ্ৰীমন্ত শঙ্কৰ সঙ্ঘ আৰু শ্ৰীশঙ্কৰ মন্দিৰ বেলবাৰীত (পোঃ বৰকাপলা, সৰুক্ষেত্ৰী) আৰু সেইবোৰৰ যোগসূত্ৰ ৰক্ষা কৰিবলৈ গুৱাহাটীৰ ভৰলুমুখত শ্ৰীমন্ত শঙ্কৰদেৱ থিয়েটাৰ আৰু পুথিভঁৰাল স্থাপন কৰিছিল। গান-পাটিত তেওঁ নিজে অংশ গ্ৰহণ কৰি 'শ্ৰীৰামচন্দ্ৰ' নাটকত জনকৰ ভাওত অভিনয় কৰিছিল।

ৰামমল ঠাকুৰীয়া সৰুকালৰেপৰা সংস্কাৰ ভাবাপন্ন লোক আছিল। অসমীয়া সমাজৰ কুসংস্কাৰবোৰ আঁতৰ কৰিবলৈ দেহে-কেহে মনে-প্ৰাণে চেষ্টা কৰি লেখনী হাতত লৈছিল। ঠাকুৰীয়াৰ স্কুলীয়া আৰু সম্বন্ধীয়া বন্ধু আমৃখোৱাৰ শ্ৰীমহেন্দ্ৰনাথ ডেকাৰপৰা জনামতে ১৯৪৬ খ্ৰীঃত হাইস্কুলত পঢ়ি থকা অৱস্থাত ঠাকুৰীয়াই জাত-পাতৰ গোড়ামীৰ বিৰুদ্ধে কৰা বিদ্ৰোহৰ নেতৃত্ব দিছিল। অসম দেশৰ আৰু অসমীয়া ভাষাৰ বিৰুদ্ধে যোৱাসকলৰ প্ৰতি তেওঁ অতি কঠোৰ ভাষাৰে লিখি এবাৰ গুৱাহাটীৰ কাৰ্যবাহী দণ্ডাধীশৰ সন্মুখিন হ'বলগীয়া হৈছিল।

ঠাকুৰীয়াই কিছুমান কামৰ মাজেৰে সৃজনী শক্তিৰ পৰিচয় দিছিল। "শ্ৰীশঙ্কৰ সাহিত্য শৰাই" নামেৰে শঙ্কৰদেৱৰ ৰচনাৱলী এখন পিতলৰ শৰাইৰ আৰ্হিত সজাই-পৰাই ছপা কৰিছিল। তেওঁৰ কাপৰপৰা ওলোৱা উল্লেখনীয় গ্ৰন্থসমূহ হৈছে-- 'ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ' (ডিচেম্বৰ ১৯৫৭), 'ভাৰতৰ স্বাধীনতাৰ প্ৰধান যুদ্ধ' (১৯৬৩) ; 'আমাৰ মাধৱদেৱ' (২২ আগষ্ট '৭৮) ; 'শ্ৰীমন্ত শঙ্কৰদেৱ-- লীলা মনোহৰ' (১০ অক্টোবৰ '৭০) ; 'মৌকুঁৱৰীৰ ছায়া'; 'কথা-গুৰু চৰিতৰ মণি-মুকুতা' (১৯৮৭, ১৯৯১) ; 'সাহিত্য বিচাৰ' (১৯৭৮); 'সাহিত্য বিচিত্ৰা' (১৯৮৭) ; 'শঙ্কৰ সাহিত্যৰ ৰূপৰেখা', 'অসমীয়া সাহিত্যৰ বিকাশ।'

'ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ' পুথিখন ১৯৫৭ খ্ৰীঃৰ পোন্ধৰ আগষ্টত ভাৰতত পালন কৰা ১৮৫৭ খ্ৰীঃ বিদ্ৰোহৰ শতবাৰ্ষিকীৰ লগত সঙ্গতি ৰাখি লিখি প্ৰকাশ কৰা হৈছিল। পৰিচিতিত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে লিখিছে- 'বিদ্ৰোহৰ কাৰণ আৰু বিৱৰণ পঞ্জীৰ উপৰিও সেই বিদ্ৰোহ বা স্বাধীনতাৰ যুদ্ধৰ আগভাগ লৈ আত্ম বিসৰ্জন কৰা শ্বহীদসকলৰ জীৱনী আৰু চৰিত্ৰতো কিছু জিলিঙনি এই সৰু পুস্তিকাখনিয়ে দিছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ১৯৫৫ খ্ৰীঃত অসমীয়া সাহিত্যত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ ১৯৫৭ খ্ৰীঃত ঐতিহাসিক পুথি ৰচনাৰ প্ৰেৰণা পাইছিল বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা। ১৯৫৫ খ্ৰীঃৰ পহিলা মাৰ্চত তেখেতে এই বিভাগত নিম্নবৰ্গৰ সহায়ক হিচাপে চাকৰিত যোগদান কৰি দুবছৰমান আছিল। 'ভাৰতৰ স্বাধীনতাৰ প্ৰধান যুদ্ধ' কিতাপখন ১৯৬৩ খ্ৰীঃত প্ৰকাশ কৰে। ঠাকুৰীয়াৰ ভাষাতে স্বাধীনতাৰ প্ৰথম যুদ্ধৰ নাম অনুসাৰে এইখন কিতাপৰ নাম হ'ব লাগিছিল স্বাধীনতাৰ দ্বিতীয় যুদ্ধ।..... ১৯০৫ খ্ৰীঃত বঙ্গভঙ্গ আৰু স্বদেশী আন্দোলনৰ সময়তে জন্ম লাভ কৰা ভাৰতৰ স্বাধীনতা স্পৃহাই অসহযোগ আইন অমান্য, ভাৰত ত্যাগ আদি আন্দোলনৰ মাজেদি গৈহে অৱশেষত স্বাধীনতাৰ মুখ দেখিবলৈ পাইছিল। তাৰ উপৰিও বাহ্যিক আৰু আভ্যন্তৰিক বিভিন্ন শক্তিৰ ক্ৰিয়া প্ৰক্ৰিয়াৰে জাতীয় আন্দোলন চিত্ৰ-বিচিত্ৰ। সেই সকলোবোৰ কথাকে থুলমূলকৈ হ'লেও এই গ্ৰন্থত সামৰিবৰ চেষ্টা কৰাৰ কাৰণেই এই গ্ৰন্থৰ নাম 'স্বাধীনতাৰ দ্বিতীয় যুদ্ধ' নাৰাখি স্বাধীনতাৰ প্ৰধান যুদ্ধ' ৰখা হৈছে।

জন্মসূত্ৰে লাভ কৰি শ্ৰীমন্ত শংকৰদেৱৰ বৈষ্ণৱ পন্থৰ একনিষ্ঠ সেৱক হিচাপে ঠাকুৰীয়াই মাধৱদেৱৰ জীৱন আৰু কৰ্মৰ ওপৰত 'আমাৰ মাধৱ' নামৰ জীৱনী গ্ৰন্থ লিখে। 'শ্ৰীমন্ত শঙ্কৰ-- লীলা মনোহৰ' নামৰ সংগৃহীত পুস্তিকা খনত তেৰাৰ ৰূপ-গুণ ধৰ্মী পদ সংগ্ৰহ কৰি অসমীয়া সমাজত গুৰুজনাৰ মাহাত্ম্য প্ৰকাশ কৰিছে। আগকথা নিলিখি বেজবৰুৱাদেৱৰ পদ এফাঁকিৰে সেই কাম সমাধা কৰিছে--

গুৰু লাগে মোক শিক্ষিত শিষ্য
বাহিৰত জাননী দিলোঁ ;
জগতৰ গুৰু শঙ্কৰদেউ ঘৰতে
অন্ধলাই নেদেখিলোঁ।

'কথা-গুৰু চৰিতৰ মণি-মুকুতা' পুস্তিকাখনি ঠাকুৰীয়াৰ অতি প্ৰিয় আৰু আদৰৰ আছিল। কথা-গুৰু-চৰিতৰ বাছকবনিয়া নীতিমূলক কথাবোৰ তেওঁক মোহিত কৰিছিল। তদুপৰি ডঃ সূৰ্যকুমাৰ ভূঞাদেৱে "হৰিহৰ আতা" লিখি কৈছিল যে "কথা-গুৰু-চৰিতখন মণি-মুকুতাৰে ভৰা।" ডঃ ভূঞাৰ পদাংককে অনুসৰণ কৰি কিতাপখনৰ নামাকৰণ কৰা হৈছে, তেওঁ স্বীকাৰো কৰিছে। গুৰু-চৰিতৰপৰা লিখা আন এখন পুথি 'পৰমাৰ্থ'।

সাহিত্য বিচিত্ৰা, অসমীয়া সাহিত্যৰ বিকাশ, সাহিত্য বিচাৰ-- পুথিকেইখনে ঠাকুৰীয়াৰ অসমীয়া সাহিত্যৰ ওপৰত যে যথেষ্ট হাত আছিল তাক বুজা যায়। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে কোৱা দৰে-- অসমীয়া সাহিত্যৰ ছাত্ৰসকলে অনুভৱ কৰি অহা এটি অভাৱ পুথিকেইখনে পূৰণ কৰাত যথেষ্ট অৰিহণা যোগাইছে। মৌ-কুঁৱৰীৰ ছায়া প্ৰকাশ পালেও আৰু দুখনমান পুথি এতিয়াও প্ৰকাশৰ বাটত আছে। তেওঁ কেবাখনো স্নাতক ছাত্ৰৰ কাৰণে সুচিন্তিত টোকা পুথি লিখিছিল।

জন্মিলে মানুহৰ এটি পৰিয়াল থাকে যদিও কিছুমান ঘটনা প্ৰবাহে মানুহৰ বিকাশত বাধাৰ সৃষ্টি কৰে। ৰামমল ঠাকুৰীয়া তাৰ ব্যতিক্ৰম নহয়। সৰুতে পিতৃ বিয়োগ হোৱাত ককায়েক সোণামল (সৰু) আৰু ৰামমল ঠাকুৰীয়াৰ পানীত হাঁহ নচৰা অৱস্থা হ'ল ; তথাপি মহান উদাৰৰ খুড়াক কৃতি শিক্ষক স্বৰ্গীয় শান্তিৰামে সকলো দায়িত্ব গ্ৰহণ কৰি শিক্ষা-দীক্ষা দি স্বাৱলম্বী কৰি তোলে। মধ্য অসমীয়া স্কুলৰ শিক্ষক সোণামল ঠাকুৰীয়া গান-বাজনাত আৰু গানপাটিত শিল্পী আছিল গুণে ঠাকুৰীয়ায়ো সৰুৰেপৰা অসমীয়া সংস্কৃতিৰ প্ৰতি আকৃষ্ট হৈছিল।

দুই ভাই-ককাইৰ উপৰিও মাতৃ কাঞ্চনবালা দেৱীৰ দুজনী ছোৱালী। নিজৰ ফালৰপৰা ঠাকুৰীয়াই সংসাৰত শেষৰফালে সুখৰ মুখে দেখিছিল। শ্ৰীমতী অৰুণাৰ দৰে সহিষ্ণু গৃহিণীক লৈ বিবাহিতা জীয়াৰী হীৰামণি, অঞ্জলি, কন্যা পল্লৱী, চাকৰিয়াল পুত্ৰ দিগন্ত, উৎপল আৰু মেডিকেলৰ ছাত্ৰ ভাস্কৰৰ সৈতে সজা মৰমৰ সংসাৰখন একমুহূৰ্ত্ততে এৰি চাকৰিকাল শেষ নৌহওঁতে বিষ্ণুপ্ৰাণ ঠাকুৰীয়াৰ আত্মা তেৰ শ পছান্নবৈ ভাস্কৰাব্দৰ একত্ৰিছ জেঠ, মঙ্গলবাৰে ৰাতি জৈষ্ঠ্য শুক্লা প্ৰতিপদ তিথিত আঁতৰি গ'ল।

সঙ্গই মানুহৰ বহুত পৰিবৰ্তন আনে। ঠাকুৰীয়াৰ জীৱনত কথাষাৰৰ যথাৰ্থতা পোৱা যায়। গাঁৱৰ পৰিবেশত থাকিলে হয়তো এজন বিখ্যাত নাট্য শিল্পীৰূপে, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ বা তেনে কোনো অনুষ্ঠানত আজীৱন চাকৰি কৰা হ'লে হয়তো এজন ঐতিহাসিক হিচাপে পোৱাৰ পৰিবৰ্তে অৱশেষত অসমীয়াৰ অধ্যাপক ঠাকুৰীয়াক সাহিত্য সংস্কৃতিৰ পূজাৰী ৰূপে পোৱা হ'ল। বোকাত পদুম ফুলাৰ দৰে পৰিস্থিতিয়ে ঠাকুৰীয়াৰ প্ৰতিভা ম্লান কৰিব নোৱাৰিলে।

*"আপুনি সদায় দেখা সমাজৰ পৰাই সফল (সাহিত্যৰ) মানুহ কৰিব, কিন্তু আপোনাৰ নিজৰ সৃষ্টিৰ প্ৰতিভাৰে তাত দৰ্শনৰ স্পৰ্শ দিব লাগিব। এটা উদাহৰণ দিও, টলষ্টয়ে প্ৰেম যন্ত্ৰণাত আত্মহত্যা কৰা আনা নামৰ এগৰাকী নাৰীক মৃতাৱস্থাত দেখি 'আনা কাৰেনিনা' কাহিনী লিপিবদ্ধ কৰিবলৈ লয়। কিন্তু সেই বাস্তৱ আনাৰ মাত্ৰ কাহিনীকে নেলেখি টলষ্টয়ে নিজৰ জীৱন দৰ্শনেৰে এনে এগৰাকী আনাক জন্ম দিলে যি দ্বিচাৰিণী হৈয়ো সন্মুখত দেখা দিলে কোনো এক পৱিত্ৰ ঋষিৰ দৰে।"*

-- একিলন

# অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ জীৱন আৰু কৃতিত্ব

ডঃ বাণীকান্ত শৰ্মা

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ প্ৰাচ্য-পাশ্চাত্য বিদ্যানিষ্ণাত পণ্ডিত সমাজৰ এগৰাকী সৰ্বজন সমাদৃত পুৰুষ। এই গৰাকী প্ৰথিত যশা পণ্ডিতৰ সংস্পৰ্শলৈ যিসকল এবাৰ আহিছে তেওঁলোকে তেখেতৰ অমায়িক আৰু মধুৰ ব্যৱহাৰ পাহৰিব নোৱাৰে, যিসকলে তেখেতৰ জ্ঞানগৰ্ভ হাস্য-মধুৰ বক্তৃতা এবাৰ শুনিছে, যিসকলে তেখেতৰ গীতা-ভাগৱত-উপনিষদ্ আদিৰ জ্ঞানগভীৰ ৰসাল ব্যাখ্যা এবাৰ শুনাৰ সুযোগ লাভ কৰিছে, যিসকলে তেখেতৰ ওচৰত বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ শ্ৰেণীকক্ষত শিক্ষাগ্ৰহণ কৰাৰ সুযোগ পাইছে আৰু যিসকলে তেখেতক সহযোগী সদুপদেষ্টাস্বৰূপে লগ পাইছে সেইসকলে জীৱিত কালত তেখেতক পাহৰিব নোৱাৰে। অধ্যাপক দেৱশৰ্মাদেৱৰ গভীৰ পাণ্ডিত্য, জ্ঞাননিষ্ঠা আৰু ব্যক্তিত্বই তেখেতৰ প্ৰতিভা অমৰ কৰি ৰাখিব- কীৰ্ত্তিৰ্যস্য স জীৱতি। পৰমভক্তসাধক গোস্বামী তুলসীদাসে এবাৰ মহা মূল্যবান কথা কৈছিল- “যেতিয়া তুমি পৃথিৱীলৈ আহিছিলা তেতিয়া তুমি কান্দি কান্দি আহিছিলা আৰু তেতিয়া তোমাৰ ওচৰচুবুৰীয়া সকলোৱে হাঁহিছিল। কিন্তু তুমি যেতিয়া এই পৃথিৱী এৰি যোৱা তেতিয়া যেন হাঁহি হাঁহি যোৱা আৰু আনে তোমাৰ নিমিত্তে হিয়া ভুকুৱাই কান্দে।” অধ্যাপক দেৱশৰ্মাদেৱৰ জীৱন চৰিতত এই কথাষাৰৰ সাৰ্থক প্ৰয়োগ ঘটিছে। ১৯৯১ খ্ৰিষ্টাব্দৰ ১৭ জানুৱাৰী বৃহস্পতিবাৰে মাঘ মাহৰ শুক্লা দ্বিতীয়া তিথিত আবেলি ২-৪০ বজাত মাত্ৰ এদিন ৰোগ ভোগ কৰাৰ পিছতেই অধ্যাপক ৰজনীকান্তদেৱশৰ্মাদেৱৰ নশ্বৰ দেহৰ অবসান ঘটিছিল।

এই গৰাকী প্ৰাচ্য-পাশ্চত্য জ্ঞাননিষ্ণাত ব্যক্তিৰ জীৱন আৰু কৃতিৰ স্মৃতি ৰোমন্থন কৰিবলৈ ওলালেই যিসকল সাৰস্বত সাধকে অসম মাতৃৰ গৌৰৱ বৰ্দ্ধন কৰি গৈছে সেই সকলৰ স্মৃতি আমাৰ মানসপটত প্ৰতিভাত হয়। সুদূৰ অতীতৰে পৰা প্ৰাচীন কামৰূপ ৰাজ্য সংস্কৃত ভাষা সাহিত্যৰ চৰ্চাৰ কাৰণে বিখ্যাত। খ্ৰিষ্টীয় দ্বিতীয় শতিকাৰে পৰা সমগ্ৰ প্ৰাচীন কামৰূপত সংস্কৃত ভাষাত প্ৰণীত বেদ-উপনিষদ, বেদান্ত-কাব্য-ব্যাকৰণ, পুৰাণ-ধৰ্মশাস্ত্ৰ , জ্যোতিষ আদি নানা বিষয়ৰ অধ্যয়ন-অধ্যাপনা যে প্ৰচলিত আছিল তাৰ সাক্ষ্য ইতিহাসে বহন কৰিছে। শিলালিপি, তাম্ৰশাসন, শিল্প-ভাস্কৰ্য্য আদিৰ উপৰিও কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, স্মৃতিশাস্ত্ৰৰ বিভিন্ন গ্ৰন্থ আদিৰ পৰা সংস্কৃত ভাষা-সাহিত্যৰ অধ্যয়ন-অধ্যাপনাৰ বিস্তৃতি কিমান ব্যাপক আছিল তাক সহজেই অনুমান কৰিব পাৰি।

খ্ৰিষ্টীয় সপ্তম শতিকাত প্ৰখ্যাত চীনা পৰিব্ৰাজক হিউয়েন চাঙে সম্ৰাট ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত কামৰূপলৈ আহি কামৰূপেশ্বৰ ভাস্কৰ বৰ্মাৰ ৰাজ্যৰ পৰিস্থিতিৰ বিষয়ে লিখা টোকাত উল্লেখ কৰিছিল এইদৰে- “সম্ৰাট ভাস্কৰ বৰ্মা বিদ্যানুৰাগী আছিল আৰু তেওঁৰ প্ৰজাসকলেও ৰজাক অনুসৰণ কৰিছিল। দূৰদূৰণিৰ পৰা যোগ্য লোকসকলেও অধ্যয়নৰ কাৰণে ইয়ালৈ আহিছিল।” তদুপৰি ভাস্কৰ বৰ্মাৰ নিধানপুৰ তাম্ৰশাসনত দুশ পাঁচজন বেদজ্ঞ ব্ৰাহ্মণ পণ্ডিতক মাটিবৃত্তি দান কৰাৰ উল্লেখ থকা কথাৰ পৰাও কামৰূপ ৰাজ্যত বহুতো বিখ্যাত পণ্ডিত থকাটো প্ৰতিপন্ন হয়। সেই কাল ছোৱাত (খ্ৰি.৫৫০-৬৫০) ভাৰতবিখ্যাত দাৰ্শনিক পণ্ডিত কুমাৰিল ভট্টপাদ আৰু ধৰ্মকীৰ্ত্তি নামৰ বিদগ্ধ পণ্ডিত দুগৰাকীৰ কামৰূপত আৰ্বিভাৱ হোৱা কথা বহুতো সমালোচক আৰু গৱেষক পণ্ডিতে সিদ্ধান্ত কৰিছে। প্ৰাগ্ বৈষ্ণৱযুগৰ বিদগ্ধ সংস্কৃত ভাষাবিদ্ পণ্ডিত কবিচূড়ামণি মাধৱ কন্দলীয়ে বাল্মীকি ৰামায়ণ অনুবাদ কৰি অসমীয়া কাব্য-সাহিত্যৰ গৌৰৱময় যুগৰ পাতনি মেলাৰ পূৰ্বেই আঙ্গিৰস সংহিতা, স্বপ্ন মৎস্যপুৰাণ, ধৰ্মপুৰাণ আদিৰ প্ৰণেতাসকলে সাৰস্বত-সাধনাৰে কামৰূপৰ গৌৰৱ বৰ্দ্ধন কৰি গৈছে। তদুপৰি চতুৰ্দশ, পঞ্চদশ আৰু ষোড়শ শতিকাৰ ভিতৰত মহামহোপাধ্যায় ৰাজগুৰু দামোদৰ মিশ্ৰ, মহামহোপাধ্যায় জগদ্‌গুৰু পীতাম্বৰ সিদ্ধান্তবাগীশ, মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ আদিৰ নিচিনা উজ্জ্বল ৰত্নৰ আৰ্বিভাৱ হৈছিল। দামোদৰ মিশ্ৰৰ গঙ্গাজলম্ আৰু পীতাম্বৰ সিদ্ধান্ত বাগীশৰ দশকৰ্মকৌমুদী, সম্বন্ধ কৌমুদী, দুৰ্গোৎসৱ কৌমুদী, প্ৰেত কৌমুদী, সংক্ৰান্তি কৌমুদী প্ৰভৃতি ওঠৰখন কৌমুদী গ্ৰন্থই আজিও আমাৰ হিন্দু সমাজৰ ধৰ্ম আৰু সমাজ জীৱন পৰিচালনা কৰি আছে। ষোড়ষ শতিকাত মহাৰাজ নৰনাৰায়ণৰ নিৰ্দ্দেশক্ৰমে পুৰুষোত্তম বিদ্যাবাগীশে মহামুনি পাণিনি প্ৰণীত ষষ্টাধ্যায়ীৰ সমকক্ষ প্ৰয়োগৰত্নমালা ব্যাকৰণ প্ৰণয়ন কৰি অশেষ যশস্যা আৰু গৌৰৱৰ অধিকাৰী হৈ গৈছে।

অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ বৈষ্ণৱকুল তিলক মহাপুৰুষ শঙ্কৰদেৱ, তেওঁৰ প্ৰবীণতম শিষ্য মাধৱদেৱ, তেওঁৰ বান্ধৱপ্ৰতিম দামোদৰদেৱ, হৰিদেৱ, দামোদৰদেৱৰ প্ৰিয়শিষ্য ভট্টদেৱ প্ৰভৃতি পৰম বৈষ্ণৱাচাৰ্যসকলে সংস্কৃত ভাষা-সাহিত্য-দৰ্শন-পুৰাণ আদি শাস্ত্ৰত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল আৰু সংস্কৃত ভাষাত বিৰচিত গ্ৰন্থৰাশিকেই মূলাধাৰৰূপে গ্ৰহণ কৰি অফুৰন্ত বৈষ্ণৱ সাহিত্যৰ সৃষ্টি কৰি অসমীয়া ভাষা জননীৰ চৰণকমলত পাদ্যাৰ্ঘ্য নিৱেদন কৰি গৈছে।

উনবিংশ শতিকাত পাশ্চাত্য শিক্ষাৰ প্ৰৱেশ ঘটা কালতো গুৰুকুলপদ্ধতিত প্ৰতিষ্ঠিত সংস্কৃত টোল বা চতুষ্পাঠীসমূহত সংস্কৃত ভাষাৰ নানা শাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনা, চিন্তা-চৰ্চা অবিৰত গতিত চলি আছিল। এই শতিকাৰ দ্বিতীয়াৰ্দ্ধত আৰু বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত যিসকল গুণী-জ্ঞানী কৃতবিদ্য সংস্কৃত পণ্ডিতে সংস্কৃত ভাষা-সাহিত্যৰ পঠন-পাঠনত আত্মোৎসৰ্গ কৰিছিল সেই সকলৰ ভিতৰত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য (পাণ্ডুলা সত্ৰ) মহামহোপাধ্যায় আদ্যনাথ ন্যায়ভূষণ (গৌৰীপুৰ), পণ্ডিতপ্ৰবৰ স্মৃতিব্যাকৰণ শিৰোমণি চন্দ্ৰকান্ত বিদ্যালংকাৰ (গামেৰিমুৰী), ভাগবদ ব্যাখ্যাকৰ্ত্তা পণ্ডিত নাৰায়ণ দেৱ মিশ্ৰ (বৰপেটা), লক্ষ্মীকান্ত পঞ্চতীৰ্থ (বনগ্ৰাম) প্ৰভৃতি চিৰস্মৰণীয় হৈ থাকিব।

উনবিংশ শতিকাত পাশ্চাত্য শিক্ষাপদ্ধতিৰে শিক্ষালাভ কৰা পণ্ডিতকুলচূড়ামণি ‘প্ৰাগ্‌জ্যোতিষপুৰনন্দন’ আনন্দৰাম বৰুৱাই (জন্ম খ্ৰি. ১৮৫০ মৃত্যু ১৮৮৯) ভাৰতৰ প্ৰখ্যাত চিভিলিয়ানস্বৰূপে যশস্যাৰ অধিকাৰী হৈ দেৱভাষাৰ ব্যাকৰণ অভিধান প্ৰণয়ন কৰাৰ উপৰিও মহাকবি ভৱভূতিৰ মহাবীৰচৰিতমৰ ভাষ্যকে ধৰি নানা গৱেষণা আৰু সমালোচনামূলক গ্ৰন্থ প্ৰণয়ন কৰি সংস্কৃত সাহিত্যৰ ইতিহাসত আলোড়নৰ সৃষ্টি কৰি অক্ষয় গৌৰৱ অৰ্জন কৰি অসম জননীক বিশ্বৰ মানচিত্ৰত সুপ্ৰতিষ্ঠিত কৰি গৈছে।

বিংশ শতিকাত পাশ্চাত্য শিক্ষা পদ্ধতিৰে শিক্ষালাভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য প্ৰথিতযশা পণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱে (খ্ৰি. ১৮৯৮-১৯৮২) ধ্ৰুপদী সাহিত্যৰ বিজ্ঞানসন্মত গৱেষণা আৰু সমালোচনাত প্ৰবৃত্ত হৈ নৈষধচৰিতম্, যশস্তিলকম্ এণ্ড ইণ্ডিয়ান কালশ্বাৰ আৰু সেতুবন্ধ ৰ নিচিনা জগৎ বিখ্যাত তিনিখন গ্ৰন্থৰ সম্পাদনা আৰু ইংৰাজী অনুবাদ কৰাৰ উপৰিও অসমীয়া সাহিত্যলৈ গৌৰৱময় অৱিহণা আগবঢ়াই অসমমাতৃক বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠা কৰি গৈছে।

সন্দিকৈদেৱৰ সমসাময়িক প্ৰাচ্য-পাশ্চাত্য দৰ্শননিষ্ণাত পুৰুষ ৰাধানাথ ফুকনদেৱেও ভাৰতীয় দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰি অসমীয়া ভাষাসাহিত্যলৈ দৰ্শনবিষয়ক গ্ৰন্থৰাশি লিখি অক্ষয় কীৰ্ত্তি অৰ্জন কৰি গৈছে।

এই দুগৰাকী লব্ধপ্ৰতিষ্ঠ পণ্ডিতৰ সমসাময়িক অথবা এওঁলোকৰ পৰৱৰ্ত্তী যিসকল কৃতবিদ্য পণ্ডিতে সংস্কৃত ভাষা-সাহিত্যৰ বিভিন্ন শাস্ত্ৰৰ ব্যাখ্যা আৰু সমালোচনাত মনোনিৱেশ কৰাৰ উপৰিও অসমীয়া ভাষা সাহিত্যৰ বিস্তাৰ আৰু বিকাশৰ অৰ্থে অৱিহণা যোগাইছে সেইসকলৰ ভিতৰত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নাম চিৰস্মৰণীয় হৈ থাকিব।

## আচাৰ্য্য ৰজনীকান্ত দেৱশৰ্মা

বহুবিশ্ৰুত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ জন্ম ১৮৩৩ শকাব্দৰ ২৫ ফাগুনত, তেখেতৰ জন্মস্থান পুৰণি কামৰূপ জিলাৰ অন্তৰ্গত সৰ্থেবাৰী নগৰৰ অনতিদূৰত অৱস্থিত পৰম বৈষ্ণৱ সাৰস্বত সাধক ভট্টদেৱে প্ৰতিষ্ঠা কৰি থৈ যোৱা ব্যাসকুছি সত্ৰ। তেখেতৰ পিতৃ কাত্যায়ন গোত্ৰৰ মহেশ্বৰ দেৱশৰ্মা আছিল এগৰাকী নৈষ্ঠিক দৰিদ্ৰ ব্ৰাহ্মণ আৰু মাতৃ প্ৰভাৱতী দেৱী আছিল এগৰাকী ধৰ্মপ্ৰাণা নাৰী। ব্যাসকুছিসত্ৰখন ব্ৰহ্মপুত্ৰৰ নিচেই কাষতে অৱস্থিত হোৱা বাবে প্ৰায়েই ব্ৰহ্মপুত্ৰৰ বানপানীৰ উপদ্ৰৱত ক্ষতিগ্ৰস্ত হৈছিল। তেখেতৰ শৈশৱ কালতে পিতৃ বিয়োগ ঘটে। তেখেতৰ জ্যেষ্ঠ ভ্ৰাতৃ বিষ্ণুকান্ত দেৱশৰ্মা আৰু জ্যেষ্ঠ ভগিনী দুগৰাকী। ১৯৩৯-৪০ খ্ৰিষ্টাব্দৰ ভিতৰত দেৱশৰ্মাদেৱৰ পৰিয়ালটোৱে ব্যাসকুছি এৰি কালদিয়া নদীৰ পাৰত অৱস্থিত পাটাছাৰকুছিৰ ওচৰতে শ্ৰীপুৰ চাকলাত বসতি স্থাপন কৰে।

দেৱশৰ্মাদেৱৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় ব্যাসকুছিৰ প্ৰাথমিক বিদ্যালয়ত। তেতিয়াৰ দিনত ইংৰাজী শিক্ষাৰ স্কুলৰ সংখ্যা নিচেই তাকৰ আৰু যি দুই-চাৰিখন আছিল সেইবোৰতো দূৰৈৰ ছাত্ৰ সকলৰ কাৰণে থকামিলাৰ বিশেষ সা-সুবিধা নাছিল। কোনো কোনো ঠাইৰ দুই এগৰাকী বদান্য বিদ্যোৎসাহী ব্যক্তিয়ে দৰিদ্ৰ মেধাবী ছাত্ৰক থকামিলাৰ সুবিধা গ্ৰহণ কৰাত অৱিহণা যোগাইছিল। দেৱশৰ্মাদেৱেও পাটাছাৰকুছি মধ্য ইংৰাজী বিদ্যালয়ৰ এগৰাকী শিক্ষকৰ আশ্ৰয়ত থাকি মধ্য ইংৰাজী বিদ্যালয়ত নাম ভৰ্ত্তি কৰি ইংৰাজী শিক্ষা লাভৰ অৰ্থে মনোনিৱেশ কৰে। মধ্য ইংৰাজী বিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাত প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰি দেৱশৰ্মাদেৱে বজালী হাইস্কুলত পঢ়িবলৈ যায় আৰু ১৯৩২ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পৰীক্ষাত বহে। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনতহে প্ৰৱেশিকা পৰীক্ষা অনুষ্ঠিত হৈছিল আৰু অসম চৰকাৰে অসম উপত্যকা আৰু সুৰমা উপত্যকাৰ প্ৰৱেশিকা পৰীক্ষাৰ্থীসকলৰ কাৰণে কেইটামান পৃথক পৃথক বৃত্তিৰ ব্যৱস্থা কৰিছিল। অতি কম সংখ্যক মেধাৱী ছাত্ৰইহে এই বৃত্তি লাভ কৰিবলৈ সমৰ্থ হৈছিল। দেৱশৰ্মাদেৱে প্ৰৱেশিকা পৰীক্ষাত শতকৰা ৭৫ নম্বৰতকৈ অধিক নম্বৰ পাই ষ্টাৰ পোৱাৰ উপৰিও সংস্কৃত বিষয়ত অসমৰ ভিতৰত সৰ্বোচ্চ নম্বৰ লাভ কৰি বৃত্তি লাভ কৰিছিল। প্ৰৱেশিকা পৰীক্ষাত সমুত্তীৰ্ণ হৈ তেখেতে দৰিদ্ৰতাৰ লগত সংগ্ৰাম কৰি উচ্চ শিক্ষা লাভৰ কাৰণে তেতিয়াৰ একমাত্ৰ প্ৰখ্যাত চৰকাৰী কটন কলেজত নাম ভৰ্ত্তি কৰে। দুবছৰ অধ্যয়ন কৰাৰ পিছত ইন্টাৰমেদিয়েট পৰীক্ষাতো

সমুত্তীৰ্ণ হৈ প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰি কটন কলেজতে সংস্কৃত বিষয়ৰ অনাৰ্ছ পাঠ্যক্ৰম অধ্যয়ন কৰি ১৯১৬ খ্ৰীষ্টাব্দত নৰিয়া গাবে পৰীক্ষা দি দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰিছিল।

কটন কলেজত অধ্যয়ন কৰা কালত তেখেত গুৱাহাটীৰ উজানবজাৰৰ প্ৰখ্যাত নাৰা গোসাঁইৰ বদান্যতাৰ আশ্ৰয় গ্ৰহণ কৰি চাৰিবছৰ কাল থকা মিলাৰ সুবিধা লাভ কৰিছিল। তেখেতে নাৰা গোসাঁইৰ পুত্ৰ স্বৰ্গত হৰেশ্বৰ গোস্বামী বাৰ-এট্‌লদেৱৰ পঢ়াশুনাত নানাভাৱে সহায় কৰিছিল। স্বৰ্গত গোস্বামীদেৱে মৃত্যুৰ সময়লৈকে শৰ্মাদেৱৰ লগত বন্ধুত্বৰ মনোভাৱ অক্ষুণ্ণ ৰাখিছিল আৰু তেখেতে কৰা উপকাৰৰ কথা কৃতজ্ঞতাৰে সোঁৱৰণ কৰিছিল।

বি.এ. পৰীক্ষাত অনাৰ্ছসহ সমুত্তীৰ্ণ হ'ল সঁচা; কিন্তু এম.এ. পঢ়ে কেনেকৈ ? এই চিন্তাই দেৱশৰ্মাদেৱক কিছু বিব্ৰত কৰিছিল যদিও তেখেতৰ প্ৰবল জ্ঞানান্বেষণৰ ধাউতিয়ে তেখেতক তাৰ উপায়ো উলিয়াই দিছিল – দৰিদ্ৰতাই মেধা আৰু বুদ্ধি প্ৰতিহত কৰিব নোৱাৰে। অধ্যাপক দেৱশৰ্মাদেৱে কলিকতা বিশ্ববিদ্যালয়ত এম.এ. পঢ়া সম্পৰ্কে নিজে লিখা কথাখিনিকেই তলত উদ্ধৃত কৰা হ'ল –

> ১৯৩৬ চন। মই সংস্কৃতত অনাৰ্ছ লৈ বি.এ. পাছ কৰিছোঁ। এম.এ. পঢ়িবলৈ প্ৰবল ইচ্ছা; কিন্তু কলিকতাত থাকি পঢ়িবলৈ মোৰ আৰ্থিক সামৰ্থ্য নাই। মোৰ পৰম শ্ৰদ্ধেয় শিক্ষাগুৰু শুভানুধ্যায়ী পাঠশালাৰ সন্তদেৱ চৌধুৰীৰ ওচৰত এটা অনুৰোধ লৈ উপস্থিত হ'লোঁ। 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মা তেখেতৰ ছাত্ৰ আছিল। মই তেখেতক ক'লোঁ, "সম্পাদক শৰ্মাদেৱলৈ এখন চিঠি দিব লাগে যাতে মোক তেখেতে খোৱা থকাৰ সুবিধা দি 'আৱাহন' কাৰ্যালয়ত ৰাখে; তাৰ বিনিময়ত মই শক্তি অনুসৰি 'আৱাহন'ৰ কামত সহায় কৰিম।" চিঠি গ'ল, প্ৰায় ফিৰত ডাকতে অনুকূল উত্তৰো আহিল! মোৰ মন আনন্দত ভৰি উঠিল। যথা সময়ত কলিকতাত ওলালোঁগৈ। অসম বান্ধৱ পুণ্যাত্মা হৰেন্দ্ৰনাথ কলিতাদেৱৰ 'আইডিয়েল হোম' হোটেলত উপস্থিত হলোঁ। ৰাতি তাতে থাকি পিছদিনা পুৱা আঠ মান বজাত কলিতাদেৱৰ সৈতে তিনি নং গোবিন্দবোস লেনত থকা আৱাহন কাৰ্যালয়লৈ যাত্ৰা কৰিলোঁ। ট্ৰামৰ ভাড়া কলিতাদেৱে দিলে।

আৱাহন কাৰ্যালয়টো এটা অতি পুৰণি দুমহলীয়া ঘৰৰ এটা অংশ। কোঠা বুলিবলৈ মাত্ৰ দুটা; এটা ওপৰত, এটা তলত। ওপৰৰটোত সম্পাদক আৰু তেওঁৰ পৰিয়াল থাকে; কোঠাটোৰ সমুখত এডোখৰ সৰু মুকলি ঠাই আছে। তলৰ কোঠাটোত বতাহ আৰু পোহৰ দুয়োটা প্ৰয়োজনীয় বস্তুৰে প্ৰৱেশ নিষিদ্ধ। সেইটোৱে মোৰ বাসস্থান হব বুলি জানি মনটো সেমেকি গ'ল! সেই কোঠালিতে, আৰু দুজন লোক - - এজন সম্পাদক শৰ্মাদেৱৰ খুলশালী স্বৰ্গীয় হৰগোবিন্দ শৰ্মা ('পাতালপুৰী'ৰ লেখক), আনজন মোৰ স্কুলীয়া সহপাঠী বন্ধু শ্ৰীপ্ৰমোদ শৰ্মা (বৰ্ত্তমান পানবজাৰৰ অসম প্ৰকাশনীৰ স্বত্বাধিকাৰী প্ৰসিদ্ধ ব্যৱসায়ী। তেওঁলোক দুয়োজনক সেই আন্ধাৰ কোঠাতে জীয়াই থকা দেখি মোৰ নৈৰাশ্যৰ কিছু লাঘৱ হ'ল।

সম্পাদক ডাঃ শৰ্মাদেৱৰ লগত মোৰ সাক্ষাত হ'ল। তেখেতে মোক মোৰ কৰ্ত্তব্য বুজাই দিলে। আগতে মই তেখেতক দেখা নাছিলোঁ। এই প্ৰথম দেখা। মানুহজন দেখিবলৈ শুৱনি, কথা হিচাপ কৰি কয়; কামৰ মানুহ যেন লাগিল। অসমীয়া জাতিৰ সেৱাৰ উদ্দেশ্যেই তেখেতে অতি কষ্টেৰে এইখন আলোচনী প্ৰকাশ কৰি আছে। তেখেতে বিচাৰে, ইয়াৰ কৰ্মীসকলেও জাতিৰ সেৱাৰ প্ৰেৰণাৰে কাম কৰিব। কথাবোৰ মোৰ ভালেই লাগিল। অসমৰ সেই সময়ৰ সৰ্বশ্ৰেষ্ঠ (একমাত্ৰ?) আলোচনীখনৰ লগত নিজক জড়িত কৰিব পৰাটো এটা সৌভাগ্যৰ কথা। মনলৈ উৎসাহ আহিল; কোঠাটোৰ আন্ধাৰ যেন ভালেখিনি আঁতৰিল।[1]

এনেকুৱা পৰিস্থিতিৰ মাজেৰেই দেৱশৰ্মাদেৱে কলিকতা বিশ্বিদ্যালয়ত সংস্কৃতৰ স্নাতকোত্তৰ মহলাত অধ্যয়ন কৰিবলগীয়া হৈছিল। অধ্যাপক দেৱশৰ্মাদেৱে স্নাতক মহলাত অধ্যয়ন কৰা সময়ত 'আৱাহন' কাকতখন নিয়াৰিকৈ প্ৰকাশ কৰা সময়ত দেৱশৰ্মাদেৱে কেনেকৈ দেহেকেহে খাটিছিল তাক তেখেতৰ সতীৰ্থ শিক্ষাবিদ স্বৰ্গত দণ্ডেশ্বৰ গগৈদেৱে লিখিছে এইদৰে – "বহুত কিতাপপত্ৰ পঢ়ি কাকতৰ প্ৰবন্ধ আৰু অন্যান্য বিষয়বোৰ অতি নিয়াৰিকৈ সম্পাদনা কৰাৰ উপৰিও তেখেতে নিজে কিছুমান প্ৰবন্ধ, চুটিগল্প আৰু সংবাদ সংযোজনা কৰিছিল। বিশেষকৈ তেখেতে লেখাবোৰৰ ভাষাটো নিভাঁজ অসমীয়া ৰীতিত সজাই তুলিছিল।"[2] অধ্যাপক দেৱশৰ্মাদেৱে নিজেই সম্পাদক ডাঃ দীননাথ শৰ্মা দেৱৰ কোৱা কথা লিখিছে এইদৰে – "চোৱা, এই উঠি পৰিল, বহি পৰিল, শুই পৰিল এইবোৰ বঙলা ভাষাৰ প্ৰভাৱ, এইবোৰে আমাৰ ভাষাটো বিজতৰীয়া কৰিব।" অৰ্থাৎ সম্পাদকে

[1] হেমন্ত কুমাৰ শৰ্মা, (সম্পা) ১৯৮১, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী - অসম সাহিত্য সভা পৃঃ ৪১-৪২

[2] মুকুন্দ মাধৱ শৰ্মা আৰু বাণীকান্ত শৰ্মা – সম্পাদিত ১৯৯৩, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ প্ৰতিভা আৰু ব্যক্তিত্ব পৃঃ ৩০ দণ্ডেশ্বৰ গগৈ "বন্ধুৱৰ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ"





বঙলুৱা ঠাচ সৰ্বতোভাৱে গুচোৱাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছিল। দেৱশৰ্মাদেৱে আকৌ লিখিছে, "যেনে কথা তেনে কাম। মোৰ হাতত পৰি কোনো লেখকেই 'আৱাহন'ত উঠি পৰিব, বহি পৰিব, শুই পৰিব নোৱাৰা হ'ল।"[3]

এইদৰে প্ৰায় দুবছৰতো অধিক কাল 'আৱাহন'ৰ সম্পাদনা আৰু 'মহিলা জগৎ', 'বৈজ্ঞানিক জগৎ' আৰু বিশ্বপ্ৰবাহ নামৰ তিনিটা শিতানৰ বিষয়বস্তু সংগ্ৰহ সম্পাদনা আদিত ব্যস্ত থাকিও যথাসময়ত এম.এ. পৰীক্ষা দি গুৱাহাটীলৈ উভতি আহি দেৱশৰ্মাদেৱে শিক্ষকতাকেই জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিবলৈ দৃঢ়সংকল্প গ্ৰহণ কৰিলে। সেই সময়ত কলেজৰ সংখ্যা তাকৰ হোৱা কাৰণে বহুতো কৃতবিদ্যলোকে স্কুলতেই চাকৰি জীৱন আৰম্ভ কৰিবলগীয়া হৈছিল। দেৱশৰ্মাদেৱেও প্ৰথমতে সোণাৰাম হাইস্কুল, সন্দিকৈ ছোৱালী কলেজ, কটন কলেজিয়েট স্কুল আদিত শিক্ষকতা কৰি শেষত কটন কলেজত অধ্যাপনা কৰি মুৰব্বী অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰাৰ কেইমাহমান আগতেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপনাৰ দায়িত্ব গ্ৰহণ কৰিছিল। কিছুদিন তেখেতে সংস্কৃত বিভাগতো অতিথি অধ্যাপকৰূপে অধ্যাপনা কৰিছিল। অৱসৰ গ্ৰহণ কৰাৰ পিচতো তেখেতে শিক্ষাজগতৰ নানা কামত নিজকে ব্যাপৃত কৰি ৰাখিছিল। আন কথাত অসংখ্য সাহিত্যিক পণ্ডিত আৰু বিদ্বান লোকে তেখেতৰ পৰা নানা সন্দেহ ভঞ্জনৰ পৰামৰ্শ আৰু উপদেশ গ্ৰহণ কৰি ধন্য হৈছিল।

অধ্যাপক দেৱশৰ্মাদেৱৰ কৰ্মময় জীৱনৰ এটি সম্পূৰ্ণ চিত্ৰ দাঙি ধৰাটো সম্ভৱপৰ নহয়; কিয়নো "লোকওৱানাং চৰিতং বিজ্ঞাতুং কঃসমৰ্থঃ।" প্ৰতিভাশালীৰ জীৱন চৰিত ৰূপায়িত কৰাটো সম্ভৱপৰ নহয়। তথাপি দেৱশৰ্মাদেৱৰ কেইটামান চাৰিত্ৰিক বৈশিষ্ট্য আঙুলিয়াই দিয়াৰ প্ৰয়াস কৰা হ'ব।

দেৱশৰ্মাদেৱ আছিল এগৰাকী বিনম্ৰ ব্যক্তি। 'বিদ্যা দদাতি বিনয়ং বিনয়াদ্ যাতি পাত্ৰতাম্' – বিদ্যাই মানুহক কৰে বিনম্ৰ আৰু শৃঙ্খলাবদ্ধ আৰু শৃঙ্খলাই কৰে মানুহক যোগ্য । এনে যোগ্যজনৰ দ্বাৰা বসুন্ধৰা হৈ পৰে যোগ্য ভোগ্যা। তেখেতে সংস্কৃত, ইংৰাজী, অসমীয়া, বঙলা সাহিত্যৰ নানা গ্ৰন্থ অধ্যয়ন কৰি আয়ত্ত কৰিছিল বিপুল জ্ঞান আৰু তেখেতৰ স্মৃতি শক্তি আছিল অসাধাৰণ। যথাসময়ত যথাস্থানত উপযুক্ত যুক্তি আৰু বিচাৰসিদ্ধ কথাৰ অৱতাৰণা কৰিব পৰাটোৱে আছিল তেখেতৰ স্বভাৱ। এই কাৰণেই তেখেত সৰ্বজন সমাদৃত ব্যক্তি; জ্ঞান আৰু বিদ্যাৰ ভৰত তেখেতে বিনয়বচনেৰে সকলোকে মুগ্ধ কৰিব পাৰিছিল। তেখেতে যাপন কৰিছিল এটি সু শৃঙ্খলাবদ্ধ জীৱন। উচ্চ চিন্তা, অনাড়ম্বৰ আৰু সৰল জীৱন নিৰ্বাহ কৰাটোৱে আছিল তেখেতৰ ব্ৰত। 'কামৰ সৰু বৰ নাই, কৰ্মই মানুহৰ জীৱন' – এয়েই আছিল তেখেতৰ জীৱন দৰ্শন। আনাহকত কালাতিপাত কৰাটো আছিল তেখেতৰ স্বভাৱবিৰুদ্ধ। ব্ৰাহ্মমুহূৰ্ত্তত শয্যা ত্যাগ কৰি নিত্য নৈমিত্তিক কামবোৰ নিয়াৰিকৈ কৰাটোৱে আছিল তেখেতৰ স্বভাৱ। আচাৰ্য্য বিনোৱাজীৰ নিচিনাকৈ নিজে নিজৰ সাজপাৰ পৰিষ্কাৰকৈ ধুইমিলি ইস্ত্ৰি কৰি লৈছিল; পিন্ধন-উৰণত আছিল চাফচিকুণ সদায় অতি পৰিষ্কাৰ-পৰিচ্ছন্নভাৱে চলিছিল। নিজৰ আৰু পৰিয়ালৰ বস্তুবোৰ অতি পৰিপাটিকৈ ৰাখিছিল। তেখেতে আটোম টোকাৰিকৈ ফুল আৰু অন্যান্য গছবোৰ প্ৰতিপালন কৰি বৰ আনন্দ পাইছিল। এনে কামত তেখেতৰ সুশৃংখলাবোধ আৰু সৌন্দৰ্য্যবোধ ফুটি ওলাইছিল। কোনো কামতেই পৰ-নিৰ্ভৰশীল নাছিল।

দেৱশৰ্মাদেৱ আছিল এগৰাকী কৃতী আদৰ্শ শিক্ষক। শিক্ষকৰূপে তেখেতৰ খ্যাতি বৈ বৈ যোৱা বিধৰ। অধ্যয়ন শেষ কৰিয়েই শিক্ষকতাকেই জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰি শিক্ষাৰ্থীৰ জীৱনত মচিব নোৱাৰা প্ৰভাৱ পেলাই সকলো শিক্ষাৰ্থীৰে সমাদৰ আৰু শ্ৰদ্ধা-ভক্তি লাভ কৰিছিল। তেখেতৰ প্ৰকাশভঙ্গী আৰু পাঠদানৰ পদ্ধতি এনে ৰসাল, মনোৰম আৰু চিত্তাকৰ্ষক আছিল যে কেতিয়াবা কেতিয়াবা সংস্কৃত বিষয়টো পাঠ্য বিষয় হিচাপে নোলোৱা ছাত্ৰ ছাত্ৰীয়েও তেখেতৰ শ্ৰেণীকক্ষত সোমাই পঢ়োৱা ৰসাল কথাবোৰ মন্ত্ৰমুগ্ধ হৈ শুনিছিল আৰু তেখেতেও তেনেকৈ ছাত্ৰ ছাত্ৰী সোমালে কেতিয়াও আপত্তি নকৰিছিল বৰং স্বাগতমহে জনাইছিল। এনে কৃতী শিক্ষকেই হৈছে এটা জাতিৰ ধৰণী; এনে আদৰ্শবান শিক্ষকৰপৰা অনুপ্ৰেৰণা লাভ কৰিব পাৰিলেই ছাত্ৰ ছাত্ৰী জ্ঞানলাভৰ কাৰণে উদ্বুদ্ধ আৰু আগ্ৰহান্বিত হৈ পৰে। কৃতী শিক্ষক হবলৈ হ'লে শিক্ষক হব লাগে বিশাল জ্ঞানৰ অধিকাৰী আৰু বিদ্যা দানত হব লাগে অকৃপণ। তেখেতে এযাৰ কথা বৰকৈ অনুভৱ কৰিছিল –

> অপূৰ্বকো হি ভাণ্ডৰো দৃশ্যতে তৱ ভাৰতি।
> অব্যয়ে চ ব্যয়ং যাতি ব্যয়ে চ বিস্তৰং মহৎ।।

– দেৱী সৰস্বতী তোমাৰ ভাণ্ডাৰ কি অপূৰ্ব; ইয়াক ব্যয় কৰিব নোৱাৰিলে ই হয় নিজে নিৰ্জে ক্ষয় আৰু ব্যয় কৰিব পাৰিলে ইয়াৰ বিস্তৃতি হয় বিশাল।

সেই কাৰণে তেখেতে শিক্ষকতাকেই জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰিছিল। এগৰাকী বিখ্যাত শিক্ষাবিদে আদৰ্শ শিক্ষকৰ স্বৰূপ সম্পৰ্কে কোৱা কথা এই প্ৰসঙ্গত উল্লেখ কৰাটো সমীচীন হব বোধহয়। শিক্ষাবিদ গৰাকীয়ে লিখিছিল এইদৰে ঃ-

[3] ৰজনীকান্ত দেৱ শৰ্মা, 'আৱাহন স্মৃতি', হেমন্তকুমাৰ শৰ্মা সম্পাদিত ১৯৮১, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, অসম সাহিত্য সভা পৃঃ ৪২

Famous educators plan new system of pedagogy; but it is the unknown teacher who directs and guides the young. He lives in obscurity and contends with hardship. For him no trumpet blare, no chariots wait, no golden decorations are dicreed. He keeps the watch along the borders of darkness and makes the attack on the trenches of ignorance and fully. With patience in his daily work, he strikes to conquer the evil powers which are the enemies of youth. He awakens sleeping spirits. He quickens the indolent, encourages the eager, and steadies the unstable. He communicates his own joy in learning and shares with boys and girls the best treasure of his mind. He lights many candles, which in later years will shine back to cheer him. This is his reward. Knowledge may be gained from books, but the love for knowledge is transmitted only try personal contact. No one has deserved bother respect than the unknown teacher. No one is more worthy to be enrolled in a democratic aristocracy, "King of himself and servant of mankind [ Henry Van Dyke, 'The unknown teacher' in Journal of the national Education Association for January, 1927, P.25]

উল্লিখিত কথা খিনিতেই অধ্যাপক দেৱশৰ্মাদেৱৰ শিক্ষকতাৰ সঁচাৰকাঠী নিহিত হৈ আছে। তেখেত আছিল শিক্ষাব্ৰতী শিক্ষক, শিক্ষাজীৱী শিক্ষক নহয়।

অধ্যাপক দেৱশৰ্মাদেৱৰ অন্যতম গুণ আছিল বাগ্মিতা; তেখেত অসাধাৰণ বাগ্মী পুৰুষ। শ্ৰীহৰ্ষই নৈষধচাৰিতম্ মহাকাব্যত মিতংচ সাৰংচ ৱচো হি বাগ্মিতা' বুলি বাগ্মিতাৰ যি লক্ষণ উল্লেখ কৰিছে সেই লক্ষণেই আছিল দেৱশৰ্মাদেৱৰ বক্তৃতাৰ লক্ষণ। তেখেতৰ বিষয়বস্তু বিশ্লেষণৰ ক্ষমতা চমকপ্ৰদ। বক্তৃতাৰ মাজত আৱশ্যকীয় সংস্কৃত বা অসমীয়া বা ইংৰাজী উদ্ধৃতিবোৰ স্বতঃস্ফূৰ্ত্তভাৱে যেন তেখেতৰ জিহ্বাগ্ৰত উপস্থিত হৈছিল; তেখেতৰ মাত গলগলীয়া, কথনভংগী ৰসাল আৰু শব্দসংযোজনা নিৰ্ভুল, প্ৰকাশভংগী উদ্দীপ্ত অথচ মধুৰ ৰসপূৰ্ণ। ডাঃ সৰ্বপল্লী ৰাধাকৃষ্ণনৰ উদাত্ত কণ্ঠৰ অননুকৰণীয় বাগ্ ভংগীয়ে শ্ৰোতাৰ অন্তৰৰ গভীৰতম প্ৰদেশত ৰেখাপাত কৰাৰ নিচিনাকৈ আৰু দেশভক্ত তৰুণৰাম ফুকনৰ বুদ্ধিদীপ্ত হাস্যৰসে শ্ৰোতাৰ মন আনন্দাপ্লুত কৰাৰ নিচিনাকৈ অধ্যাপক দেৱশৰ্মাদেৱৰ বুদ্ধিদীপ্ত হাস্যৰসপূৰ্ণ উদাত্তকণ্ঠৰ ভাষণে শ্ৰোতাবৰ্গক বিমোহিত কৰিছিল। অসমৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানত সনাতম ধৰ্ম, সংস্কৃত সাহিত্য, অসমীয়া সাহিত্য-সংস্কৃতি আদি বিষয়ৰ অনৰ্গল বক্তৃতা প্ৰদান কৰি সকলোৰে প্ৰশংসা লাভ কৰিছিল। ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ ধাৰা প্ৰবাহিত কৰি ৰখাৰ উদ্দেশ্যে জনসাধাৰণক তেখেতে বক্তৃতাৰ মাজতে উদাত্তকণ্ঠে আহ্বান জনাইছিল। অধ্যাপক দেৱ শৰ্মাদেৱৰ বক্তৃতাৰ মাধুৰী সম্পৰ্কে অধ্যাপক যোগেশ দাসে লিখিছে –

মই দেৱশৰ্মাদেৱৰ লগত বহুবাৰেই মিটিং কৰিবলৈ গৈছিলোঁ। তেখেতে অনৰ্গলি সংস্কৃত শাস্ত্ৰ গাই শ্ৰোতামণ্ডলীক মুগ্ধ কৰা দেখিছোঁ, তেখেতৰ পিছত বক্তৃতা দিবলৈ উঠি আমাৰ প্ৰায়েই আঁঠু কপাঁ অৱস্থা হয়।" সংস্কৃতং ন জানামাহম্" – গতিকে আজি সেইবোৰ স্মৰণ কৰিবলৈ নিদিয়াই ভাল। এটা মাত্ৰ উদাহৰণ দিব পাৰোঁ; ডুমডুমাৰ ওচৰৰ চামদাং চাহ বাগিচা শাখা-সাহিত্য সভাৰ, উদ্যোগত কালিৰাম মেধিৰ জন্ম শতবাৰ্ষিকী উৎসৱলৈ দেৱশৰ্মা মহোদয়ৰ সৈতে আমি গুৱাহাটীৰ পৰা গৈছিলোঁ; মজদুৰ আৰু কৰ্মচাৰীবৰ্গৰ সেই ভৰা সভাত মুখ্য অতিথিৰূপে তেখেতে বক্তৃতাৰ মাজতে মহাভাৰতৰ পৰা উদ্ধৃতি দি কথাৰ লাচতে ৰিদ্যাৰ্থিনঃ কুতঃ সুখম্, সুখাৰ্থিনঃ কুতোবিদ্যা' বুলি কৈ সেই সভাখন জিনি পেলালে; তাৰ পিছত আমি বাকীসকলে আৰু বিশেষ গা কৰিব নোৱাৰিলোঁ। এই প্ৰসংগতে উল্লেখ কৰি যাওঁ যে সেই যাত্ৰাতে তেখেতে অভিভূত হৈ চাহ বাগিচাবিলাকত সাহিত্য সভাই বিশেষভাৱে প্ৰচাৰৰ কাম হাতত লব লাগে বুলি বহুদিনলৈ কৈ আছিল।

তেখেতৰ বক্তৃতাৰ মাধুৰিমা সোঁৱৰণ কৰি অধ্যাপক ৰজনীকান্ত চক্ৰৱৰ্তীয়ে লিখিছে –

গুৱাহাটীৰ থিয়চফিকেল্ ফেদাৰেচনৰ বাৰ্ষিক অধিৱেশনত শৰ্মাদেৱ নিৰ্দিষ্ট বক্তা আছিল। শ্ৰোতাসকলৰ বেছিভাগেই অৱসৰপ্ৰাপ্ত বিদ্বান লোক আছিল। প্ৰায় এঘন্টা বক্তৃতা দিয়াৰ পিছত বহুত সময় কোৱা হ'ল বুলি বক্তাই নিজেই কলে। শ্ৰোতাসকলে ক'বই নোৱাৰে যে তেওঁলোকে প্ৰায় এঘন্টা বক্তৃতা শুনিছে।

দ্বিতীয় বক্তৃতাৰ কথা তেখেতে মোক নিজেই কৈছিল ঃ

যোগেশ দাস, 'ব্যক্তিত্বৰ মাধুৰী' প্ৰবন্ধ,

মুকুন্দ মাধৱ শৰ্মা,

বাণীকান্ত শৰ্মা সম্পাদিত ১৯৯৩ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ প্ৰতিভা আৰু ব্যক্তিত্ব অসম সাহিত্য সভা পৃঃ ৯





"চক্ৰৱৰ্তী, মেডিকেল কলেজত মোৰ চিকিৎসাৰ অসুবিধা নহ'ব। মই তাত মানসিক ৰোগৰ চিকিৎসাবিদসকলৰ সমাৰোহত ভাৰতীয় দৰ্শনৰ মনস্তত্ত্ব সম্বন্ধে এটা বক্তৃতা দিছিলোঁ।" কোনো লিখিত টোকা নোলোৱাকৈ তেখেতে তেখেতৰ সৰু ছোৱালীজনীৰ মৃত্যুৰ চাৰিদিনমান পিছতেই ইংৰাজীতে বক্তৃতা দিছিল ............................। ........ এজন অসমৰ বাহিৰৰ মানসিক ৰোগৰ চিকিৎসকে তেখেতক প্ৰণাম কৰি ক'লে ,"Sir, your brand of scholars is rare today."

অধ্যাপক দেৱশৰ্মাদেৱ আছিল বিচক্ষণ শাস্ত্ৰ ব্যাখ্যাতা – শাস্ত্ৰ ব্যাখ্যাৰ ক্ষেত্ৰত তেখেতৰ বাক্‌পটুতা আৰু বিষয়বস্তু উত্থাপন আৰু উপস্থাপন পদ্ধতি অনান্য সাধাৰণ, কোনো ক্ষেত্ৰতেই তেখেতৰ দ্বিধাবোধ নাই, ক'তো খোকোজা নালাগে, সুপ্ৰযুক্ত শব্দৰ অভাৱত ব্যাখ্যাৰ গতি স্তিমিত নহয়। ভাৰতীয় দৰ্শন আৰু উপনিষদ সমূহৰ সুগভীৰ অধ্যয়ন আৰু বিশেষকৈ বেদান্তদৰ্শনৰ পুঙ্খানুপুঙ্খ অনুধাৱনৰ ফলত তেখেতে শ্ৰীমদ্ভাগৱত মহাপুৰাণ আৰু শ্ৰীমদ্ভগৱদ্‌গীতাৰ প্ৰাঞ্জল বিশ্লেষণাত্মক ব্যাখ্যা ভক্ত শ্ৰোতাৰ আগত উপস্থাপিত কৰি নিজে নিজক পাহৰি আত্মসমাধিস্থ হৈছিল। অধ্যাপক দেৱশৰ্মাদেৱে মৃত্যুৰ প্ৰায় দুমাহ পূৰ্বে গুৱাহাটী বিশ্ববিদ্যালয়ৰ "অসমীয়া সাহিত্য চ'ৰা'ৰ আহ্বানক্ৰমে ১৯৯০ খ্ৰীষ্টাব্দৰ একৈশ নৱেম্বৰত 'অদ্বৈত বেদান্ত আৰু অসমীয়া ভক্তি-সাহিত্য" সম্পৰ্কে প্ৰায় আঢ়ৈ ঘন্টা সময় অনৰ্গল বক্তৃতা দি সমগ্ৰ শিক্ষক ছাত্ৰকে মোহিত কৰাৰ কথা ভৱপ্ৰসাদ চলিহাই 'এজন গুণী পণ্ডিতৰ সান্নিধ্য' শীৰ্ষক প্ৰবন্ধত সবিনয়ে নিবেদন কৰিছে।

মহাৰাজ পৰীক্ষিতে পৰম ভাগৱত শুকদেৱৰ মুখে ভাগৱত কথা শুনিবলৈ উদগ্ৰীৱ হোৱাৰ নিচিনাকৈ গুৱাহাটীৰ হৰিসভা, বাৰোৱাৰী নামঘৰ, সমাধান চক্ৰৰ শ্ৰোতাসকলে কেৱল অধ্যাপক দেৱশৰ্মাদেৱৰ মুখে শাস্ত্ৰ ব্যাখ্যা শুনিবলৈ ব্যগ্ৰ হৈ পৰিছিল। হৰিসভাত প্ৰায় ত্ৰিশবছৰ কাল প্ৰতি দেওবাৰে ৰাতিপুৱা আৰু বাৰোৱাৰীত প্ৰতি শনিবাৰে গোধূলি সময়ত তেখেতে ভাগৱতৰ মধুৰ ব্যাখ্যাৰে শ্ৰোতাভক্তসকলক মোহিত কৰিছিল। তদুপৰি উপনিষদৰ গভীৰ ব্ৰহ্মজিজ্ঞাসাত্মক তত্ত্ববোৰ অতি ৰসাল আৰু মনোৰম ভাৱে বিশ্লষণ কৰি পণ্ডিতসমাজৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। গুৱাহাটীৰ সমাধান চক্ৰই গুণমুগ্ধ হৈ তেখেতক গভীৰ নিষ্ঠা আৰু পাণ্ডিত্যৰ স্বীকৃতি স্বৰূপে 'আচাৰ্য্য' উপাধিৰে বিভূষিত কৰিছিল। জ্ঞান কৰ্ম-ভক্তি যোগৰ সাধানাত নিজকে উৎসৰ্গ কৰি ধৰ্ম, অৰ্থ, কাম, মোক্ষ – এই চাৰি পুৰুষাৰ্থেৰে মানৱ জীৱনৰ ভেটি নিৰ্মাণ কৰি ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰা যে ৰক্ষা কৰিব পাৰি তাক দেৱশৰ্মাদেৱে দোহাৰিছিল। তেখেতে সাংসাৰিক জীৱনত কুঁচিয়া বোকাৰ মাজত থাকিলেও গাত বোকা নলগা কৈ থকাৰ নিচিনা নিৰ্লিপ্ততা অৱলম্বন কৰিছিল। সাহিত্যৰ নৱৰসত অৱগাহন কৰিও জীৱনৰ শেষৰ কেইবছৰত ভগৱদ ভক্তিৰ কাৰণে অৱধাৰিত শ্ৰেষ্ঠ ভক্তিৰসত নিজকে নিমজ্জিত কৰি সংসাৰ ধৰ্মত আৱদ্ধ থাকিও নিষ্কাম কৰ্মযোগীৰ নিচিনা জীৱন যাপন কৰিছিল। তেখেতে কোনোবা ভৱিষ্যদ্ বক্তাই কোৱা কথাৰ ওপৰতে ভিত্তি কৰি ৭৯ বছৰ বয়সত তেখেতৰ জীৱন বৰ্ত্তি নিৰ্বাপিত হ'ব বুলি এটা বদ্ধমূল ধাৰণা মনত পোষণ কৰিছিল। মৃত্যুৰ দুবছৰমান আগৰ পৰা তেখেতে সেই কথাটো সভা সমিতিত, পৰিয়াল আৰু বন্ধু বৰ্গৰ আগত ব্যক্ত কৰিছিল। সৰ্বশেষত সেয়ে ঘটিল – ঠিক ৭৯ বছৰত তেখেতৰ দেহান্তৰ ঘটিল। অধ্যাপক দেৱশৰ্মাদেৱৰ চৰিত্ৰৰ আন এটা বৈশিষ্ট্য হ'ল – তেখেত অন্ধ ৰক্ষণশীলতা আৰু গোড়ামিৰ পৰা সম্পূৰ্ণ মুক্ত ব্যক্তি। আমাৰ সমাজত পৰম্পৰাগতভাৱে চলি অহা অস্পৃশ্যতাৰ যি ধাৰণা প্ৰচলিত হৈ আহিছে তাৰ সংস্কাৰসাধন কৰিবলৈ বিচাৰিছিল। সনাতন ধৰ্মত গভীৰ বিশ্বাস আৰু আস্থা ৰাখি যুক্তিহীন নীতিনিয়ম বা বাধা নিষেধ তেখেতে মানি নলৈছিল। চাকৰি জীৱনৰ পৰা অৱসৰ লোৱাৰ পিছত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অসম প্ৰান্তৰ সংঘ সঞ্চালকৰূপে অৰুণাচল, নগালেণ্ড আৰু অসমৰ পৰ্বতে ভৈয়ামে নানা জাতি উপজাতিৰ লোকৰ মাজত অনুন্নত নিৰক্ষৰ লোকসকলৰ উন্নয়নৰ অৰ্থে তেখেতে নানা শিক্ষানুষ্ঠান প্ৰতিষ্ঠাৰ অৰ্থে যে অহোপুৰুষাৰ্থ কৰিছিল সেই কথা হয়তো বহুতেই নাজানে। শঙ্কৰদেৱ শিশু নিকেতন নামৰ শিক্ষানুষ্ঠানৰ জৰিয়তে ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিৰ প্ৰসাৰ আৰু প্ৰচাৰৰ কাৰণে তেখেতে গুৰি ধৰিছিল। ইয়াৰ বাহিৰেও তেখেতে অন্যান্য বহুতো সাহিত্য সংস্কৃতিৰ অনুষ্ঠানৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল।

একালৰ সাহিত্যৰ আলোচনাৰ প্ৰাণকেন্দ্ৰ স্বৰূপ 'সবিতা সভা'ৰ লগত তেখেত ওতঃপ্ৰোতঃভাৱে লাগি আছিল। 'সবিতা সভা'ৰ মধ্যমণি আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী, কবি কমলেশ্বৰ চলিহা, সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মা, শ্ৰী জিতেন্দ্ৰ নাথ বুজৰবৰুৱা, সঙ্গীতজ্ঞ সুন্দৰ বৰদলৈ প্ৰভৃতিৰ উৎসাহ উদ্দীপনাত এই সভাৰ জন্মবেদনা ১৯৫৩ খ্ৰীষ্টাব্দত কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ এটি কোঠাত 'সবিতা সভা' নামকৰণ কেনেকৈ হৈছিল তাকে শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাই "সবিতা সভাৰ অন্যতম কৰ্ণধাৰ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ" শীৰ্ষক প্ৰবন্ধত লিখিছে এইদৰে ঃ-

ৰজনীকান্ত চক্ৰৱৰ্তী পণ্ডিতপ্ৰবৰ আচাৰ্য্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ব্যক্তিত্বৰ স্মৃতি' প্ৰবন্ধ – মুকুন্দমাধৱ শৰ্মা আৰু বাণীকান্ত শৰ্মা সম্পাদিত – ১৯৯৩ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ প্ৰতিভা আৰু ব্যক্তিত্ব, অসম সাহিত্য সভা পৃঃ ৩৬

মুকুন্দমাধৱ শৰ্মা, বাণীকান্ত শৰ্মা সম্পাদিত 'পূৰ্বোক্ত গ্ৰন্থ পৃঃ ১২৪

পিছৰ বৈঠকত আতা (ৰঘুনাথ চৌধাৰী) আৰু দেৱশৰ্মাদেৱে লগলাগি অনুষ্ঠানটিৰ নামকৰণ কৰিলে — 'সৱিতা সভা'। এটা ভাবোদ্দীপক গধুৰ ভাষণেৰে শৰ্মাদেৱে কৈছিল — সৱিতাৰ অৰ্থ হ'ল সূৰ্য্য; সৱিতাৰ অৰ্থ হ'ল জন্মদাতা। সেই কাৰণেই অনুষ্ঠানটিক এই নাম দিয়া হৈছে, যাতে সি সূৰ্য্যৰ দৰে দীপ্ত আলোক ৰাশিৰে সাহিত্য জগত পোহৰাব পাৰে, সাহিত্যিক মূল্যসম্পন্ন প্ৰচুৰ অৱদানৰ জন্ম দিব পাৰে। এই কথাটিকে পণ্ডিতজনাই (দেৱশৰ্মাই) নানা প্ৰাসঙ্গিক উদ্ধৃতি আৰু ব্যাখ্যাৰে এক গুৰুত্বপূৰ্ণ পৰ্য্যায়লৈ লৈ গৈছিল গৈ আৰু তাৰ মাজেদি ফুটি উঠিছিল তেখেতৰ অধ্যয়নশীল মনৰ পৰিচয়।

........ বিষয়বাবৰ ফালৰ পৰা অধ্যাপক শৰ্মাদেৱ যদিও উপসভাপতি আছিল, অধ্যাপক হাজৰিকাৰ লগত যুটীয়া কাৰ্যকৰী সভাপতি হিচাপেই তেখেতে পৰিকল্পনা আৰু পৰিচালনাৰে সৱিতা সভাৰ গুৰি ধৰিছিল।

.............. এনেদৰে আৰু বহুতো অনুষ্ঠানৰ লগত তেখেত ওতঃপ্ৰোতভাৱে জড়িত হৈ সমাজ আৰু জাতিৰ কল্যাণ সাধন কৰি গৈছে।

অধ্যাপক দেৱশৰ্মাদেৱৰ সাহিত্যিক অৱদান পৰিমাণত কম হলেও গুণগত মানদণ্ডেৰে তেখেতে যি খিনি আগবঢ়াই গৈছে সি তেখেতৰ সাহিত্য প্ৰতিভাৰ চানেকি দাঙি ধৰে। প্ৰকৃতাৰ্থত তেখেত এগৰাকী বিশিষ্ট পণ্ডিত-সাহিত্যিক। পল্লৱীগ্ৰাহী বিদ্যাৰে বহুতো লোকে কিতাপ লিখি সাহিত্যিকৰ শাৰীত পাত পাৰি বহা দেখা যায়। সাহিত্য সৃষ্টিৰ কাৰণে তিনিটা গুণ লাগে-নৈসৰ্গিক প্ৰতিভা, বহু অধ্যয়ন আৰু অভিজ্ঞতা আৰু অবিৰত অনুশীলন। শিক্ষাব্ৰতী শিক্ষকৰূপে আজীৱন ব্ৰতী হৈ বিদ্যাবংশ বিস্তাৰ কৰোঁতে জীৱনৰ অধিক সময় তেখেতে ব্যয় কৰিবলগীয়া হৈছিল। তদুপৰি নানা সভা-সমিতি আৰু শাস্ত্ৰব্যাখ্যা আৰু আলোচনাত সৰ্বাধিক সময় অতিবাহিত কৰিবলগীয়া হোৱা বাবে মৌলিক চিন্তা প্ৰসূত গ্ৰন্থ লিখাৰ সময় উলিয়াব নোৱাৰিলে। সঁচা, কিন্তু অশেষ ব্যস্ততাৰ মাজেৰে তেখেতে যিখিনি সাৰস্বতসাধনা কৰি গৈছে সি খিনি তেনে নগণ্য নহয়। ছাত্ৰাৱস্থাতেই চুটিগল্প ৰচনাত হাত দি মৌলিক প্ৰতিভাৰ পৰিচয় দিছিল। তেখেতে 'আৱাহন'ৰ পাতত নিশিকান্ত শৰ্মা ছদ্মনামেৰে 'মেৰেজ ছাৰ্ভিছ কমিছন' 'আবেগৰ ধুমুহা', দূৰদৰ্শিতা, কলঙ্ক, পখিলা আলোচনীত মিঠাৰাম পণ্ডিত, সুৰভি আলোচনীত অভিনয়ৰ মূল্য, প্ৰভৃতি ৰসোত্তীৰ্ণ গল্প লিখি মৌলিক চিন্তাৰ পৰিচয় দি গৈছে।

পৰৱৰ্ত্তী কালত সংস্কৃতৰ অধ্যাপকৰূপে কৰ্মজীৱনত প্ৰৱেশ কৰি চুটিগল্পৰ লগত সম্পৰ্ক ছেদ কৰি গৱেষণামূলক প্ৰবন্ধ ৰচনাত মনোনিৱেশ কৰিছিল। তেখেতে লিখা বিভিন্ন বিষয়ৰ প্ৰায় পঞ্চাশটা অতি মূল্যবান প্ৰবন্ধ আছে। প্ৰবন্ধ ৰচনা কৰাটো সুসাধ্যকাম নহয়।

অনুবাদকৰূপে তেখেতৰ খ্যাতি চিৰস্মৰণীয় হৈ থাকিব। বিশাখদত্তৰ 'মুদ্ৰাৰাক্ষস' নাটকৰ সাবলীল অসমীয়া অনুবাদ আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ' বহুলাংশৰ যথাৰ্থ অনুবাদ আৰু তাত সন্নিবিষ্ট সুদীৰ্ঘ পাতনিয়ে তেখেতৰ জ্ঞানৰ গভীৰতাৰ পৰিচয় দাঙি ধৰিছে। অসম অকামীয়ে প্ৰকাশ কৰা 'বৈদিক যুগ' নামৰ গ্ৰন্থত তেখেতৰ দ্বাৰা অনূদিত প্ৰবন্ধ সন্নিবিষ্ট হৈছে। 'কামৰূপ শাসনাৱলী' গ্ৰন্থতো তেখেতে কেইখনমান তাম্ৰ শাসন সুন্দৰকৈ অনুবাদ কৰি দিছে। তদুপৰি কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'নিবন্ধ মালা'ৰ অন্তৰ্ভুক্ত 'সৌন্দৰ্য্যবোধ'ৰ বঙলাৰ পৰা সুন্দৰ অসমীয়া ৰূপান্তৰ কৰি গৈছে। মূল লেখকৰ ভাব আৰু ৰচনা ৰীতি অব্যাহত ৰাখি অনুবাদ কৰিব পৰাটোতে পাণ্ডিত্যৰ গৌৰৱ পৰিস্ফুট হয়। এই বিষয়ত তেখেতৰ নৈপুণ্য আৰু কৃতিত্ব সৰ্বজন স্বীকৃত।

আনফালে দেৱশৰ্মাদেৱৰ খ্যাতি পাঠ্যপুথি প্ৰণেতাৰূপেও যথেষ্ট। ছাত্ৰ ছাত্ৰীৰ মানসিক বিকাশৰ প্ৰতি লক্ষ্য ৰাখি উপযুক্ত বিষয়বস্তু নিৰ্বাচন কৰি উপযোগী পাঠ্যপুথি প্ৰণয়ন কৰি উলিওৱাটো অতি দুৰূহ কাম। তেখেতে কটন কলেজত অধ্যাপনা কৰা কালতেই মাধ্যমিক বিদ্যালয়ৰ তেতিয়াৰ সপ্তম আৰু অষ্টমানৰ সংস্কৃত পাঠ্যক্ৰমৰ উপযোগীকৈ 'শিক্ষাপ্ৰদীপ' প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ আৰু 'সংস্কৃত ভাষা প্ৰদীপ' নামৰ তিনিখন পাঠ্যপুথি প্ৰণয়ন কৰি বিদ্যাৰ্থী আৰু শিক্ষকসকলৰ সমাদৰ লাভ কৰিছিল। তদুপৰি অসমৰ মাধ্যমিক শিক্ষা পৰিষদেও তেখেতৰ তত্ত্বাৱধানত অসমীয়া বিষয়ৰ কেইখনমান পাঠ্যপুথি প্ৰকাশ কৰি উলিয়াইছিল।

অধ্যাপক দেৱশৰ্মাদেৱ এগৰাকী প্ৰসিদ্ধ সম্পাদক আৰু ভাষাবিদ্। ইতিপূৰ্বে 'আৱাহন' কাকতৰ সম্পাদনা কাৰ্য্যত তেখেত কিদৰে জড়িত আছিল তাক উল্লেখ কৰি অহা হৈছে। "অসম সাহিত্য সভা পত্ৰিকা'ৰ দুবাৰো সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি পত্ৰিকাখনৰ মানদণ্ড উন্নত কৰাত বিশেষ অৱহণা আগ বঢ়াইছিল।" এই প্ৰসঙ্গত ডঃ মহেশ্বৰ নেওগে লিখিছে — "তেখেত অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পাদক হোৱাত আমি কেইখনমান সুন্দৰ অসম সাহিত্য সভা পত্ৰিকা' পাইছিলোঁ। পত্ৰিকাখনৰ বাবে তেখেতে যথেষ্ট কষ্ট কৰি প্ৰবন্ধ বিচাৰি সম্পাদনা কৰি আৰু লগতে ছপাৰ প্ৰুফ আদি চাই পত্ৰিকাখন আটোমটোকাৰিকৈ উলিয়াইছিল।"[১] অসম প্ৰকাশন পৰিষদৰ দ্বাৰা

[১] মহেশ্বৰ নেওগ — "অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা — এটি স্মৃতি — প্ৰবন্ধ

মুকুন্দ মাধৱ শৰ্মা, বাণীকান্ত শৰ্মা সম্পাদিত পূৰ্বোক্ত গ্ৰন্থ পৃ ৩





প্ৰকাশিত "আধুনিক অসমীয়া অভিধান'ৰ যুটীয়া সম্পাদক ৰূপেও তেখেতে অক্লান্ত পৰিশ্ৰম কৰিবলগীয়া হৈছিল। যুটীয়া সম্পাদক অধ্যাপক নৰকান্ত বৰুৱাই এই অভিধানৰ কাম কৰা প্ৰসঙ্গত এবাৰ কথা লিখিছে এইদৰে —

........ এখন আনে আধাতে এৰা অভিধানৰ দায়িত্ব লৈছিলোঁ দেৱশৰ্মাদেৱৰ লগত যুটীয়াভাৱে। লৈছিলোঁ মানে দিয়া হৈছিল। তেতিয়াই বুজিলোঁ মই সাধাৰণ লোহা এটুকুৰা চুম্বকৰ (ৰজনীকান্ত দেৱশৰ্মাৰ) ওচৰলৈ আহিলোঁ। চুম্বকে অকল আকৰ্ষণ নকৰে, সংস্পৰ্শেৰে দান কৰে চুম্বকত্ব।"[*]

সেইদৰে অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'অসমীয়া বিশ্বকোষ'ৰ মুখ্য সম্পাদকৰ গুৰুভাৰ গ্ৰহণ কৰি অবিৰত আৰু অক্লান্ত পৰিশ্ৰম কৰি কৰ্ত্তব্যবোধৰ যি পৰিচয় দি গৈছে তাৰ তুলনা নাই। প্ৰথমখণ্ড প্ৰকাশ হোৱাৰ পিছত দ্বিতীয় খণ্ডৰ কাম প্ৰায় শেষ হোৱা অৱস্থাতেই তেখেতৰ দেহান্তৰ ঘটে। তেখেতৰ দেহান্তৰত অসমীয়া জাতিৰ যি ক্ষতি হ'ল তাক নিৰবধি কালেহে বিচাৰ কৰিব; তেখেতে যি অক্লান্ত পৰিশ্ৰম কৰি গ'ল তাক একমাত্ৰ বিদ্বানসকলেহে উপলব্ধি কৰিব পাৰিব — "বিদ্বানেৱ বিজানাতি বিদ্বজ্জনপৰিশ্ৰমম্ ।" ইয়াৰ উপৰিও তেখেতে সম্পাদনা কৰি থৈ যোৱা 'অসমীয়া সমাৰ্থক অভিধান' এখনো অসম মাধ্যমিক শিক্ষা পৰিষদে এতিয়াও প্ৰকাশ কৰি উলিয়াব পৰা নাই কিয় ভাবিলে আচৰিত হ'ব লাগে। অসম সাহিত্য সভাই হাতত লোৱা বহল অসমীয়া অভিধানৰ আঁচনিখনো তেখেতৰ সুযোগ্য পৰিচালনাতে কিছু দূৰ আগ বাঢ়িছিল; কিন্তু তেখেতে তাৰ কাম কৰিবলৈ আয়ুস নাপালে।

অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'জীৱনী সংগ্ৰহ' অসম সাহিত্য সভাৰ অন্তৰ্গত নৱজ্যোতি শাখা সাহিত্য সভাই প্ৰকাশ কৰা "চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ স্মৃতিগ্ৰন্থ'ৰ সম্পাদনাত তেখেতে অশেষ নৈপুণ্য প্ৰদৰ্শন কৰি গৈছে।

এই কথা উল্লেখ কৰা উচিত হ'ব যে প্ৰাতঃস্মৰণীয় পণ্ডিত আনন্দৰাম বৰুৱাৰ সংস্কৃত গ্ৰন্থৰাশিৰ সমগ্ৰ আহি কাকতৰ সংশোধন দেৱশৰ্মাদেৱৰ নিচিনা কৃতবিদ্য পণ্ডিতে নকৰা হ'লে সম্ভৱতঃ বৰ্ত্তমানৰ বিশুদ্ধৰূপত সেইবোৰ গ্ৰন্থ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিব নোৱাৰিলেহেঁতেন।

অসম সংস্কৃত বৰ্ড'ৰ সক্ৰিয় সদস্যৰূপে বহু বছৰ কাৰ্য্য নিৰ্বাহ কৰি অসমত অসমীয়া সকলে সংস্কৃত ভাষাৰ অধ্যয়ন অধ্যাপনাৰ দ্বাৰা যে উপকৃত হ'ব তাক দোহাৰিছিল আৰু সংস্কৃত ভাষাৰ প্ৰসাৰ আৰু প্ৰচাৰৰ কাৰণে মনেপ্ৰাণে চেষ্টা কৰিছিল। কামৰূপ সংস্কৃত পৰিষদৰ সক্ৰিয় সভ্যৰূপে গুৰুত্বপূৰ্ণ ভূমিকা তেখেতে পালন কৰিছিল।

অসম সাহিত্য সভাৰ আজীৱন সভ্য অধ্যাপক দেৱশৰ্মাদেৱে উপসভাপতি, কোষাধ্যক্ষ, পত্ৰিকা সম্পাদক আদি বিভিন্ন বাব দক্ষতাৰে সম্পাদন কৰি আৰু সৰ্বদা অসমীয়া ভাষা জননীৰ নিস্বাৰ্থ সেৱকৰূপে অসম সাহিত্য সভাৰ নানা দুৰ্যোগপূৰ্ণ কালত নানা সজ পৰামৰ্শেৰে অসম সাহিত্য সভাৰ ভাৱমূৰ্ত্তি উজ্জ্বল কৰি ৰখা কথা সকলো গুণগ্ৰাহী ব্যক্তিয়ে আজিও স্বীকাৰ কৰি আছে। কামৰূপ সাহিত্য পৰিষদৰো সভাপতিৰ পদ অলঙ্কৃত কৰি বিশাল অসমীয়া সমাজৰ ঐক্যসংহতি ৰক্ষাৰ কাৰণে উদাত্ত আহ্বান জনাইছিল।

এই গুণী-জ্ঞানী পণ্ডিতগৰাকীৰ প্ৰতিভা আৰু পাণ্ডিত্যৰ স্বীকৃতিৰূপে আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই ১৯৯১ খ্ৰীষ্টাব্দত স্বনামধন্য পণ্ডিত আনন্দৰাম বৰুৱাৰ একশ একচল্লিশতম্ জন্ম জয়ন্তী উপলক্ষে "আনন্দ ৰাম বৰুৱা পুৰস্কাৰ" (ANANDARAM BAROOAH AWARD) পোন প্ৰথমবাৰৰ কাৰণে মৰণোত্তৰভাৱে প্ৰদান কৰি সকলোৰে প্ৰশংসা লাভ কৰিছে।

তেখেতৰ কৰ্মময় জীৱনৰ সম্পূৰ্ণ ঘটনাৱলী সন্নিবিষ্ট কৰি এখন জীৱনীগ্ৰন্থ ৰচনা কৰিব পাৰিলে ভৱিষ্যৎ বংশধৰ সকলে প্ৰেৰণা লাভ কৰিব। ●

[*] মুকুন্দমাধৱ শৰ্মা

বাণীকান্ত শৰ্মা সম্পাদিত পূৰ্বোক্তগ্ৰন্থ পৃঃ ১৪ অন্তৰ্ভূক্ত নৰকান্ত বৰুৱাৰ প্ৰবন্ধ "অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ ডুখৰীয়া কথাৰে স্মৃতিচাৰণ।"

## যৌৱন স্বপ্ন, এম্-এল্-এ ইত্যাদিৰ লেখক

# নবীন ডেকা ঃ সংগ্ৰামেই যাৰ জীৱন

চিত্ত ডেকা

আমি সৰু থাকোত আইৰ মুখৰ পৰা শুনিছিলোঁ নবীন চন্দ্ৰ ডেকাই হেনো হাইস্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ দুৱাৰদলি নগছকাকৈয়ে এম. এ পাছ কৰিছিল। কথাবোৰ শুনি শুনি আমাৰ মনত সাধুকথা যেন লাগিছিল। মনৰ মাজত বৰকৈ কৌতুহলো উপজিছিল। মানুহজনৰ গুৰুগম্ভীৰ সুশ্ৰী চেহেৰাপাতি দূৰৈৰ পৰা দেখি দেখি তেখেতৰ ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খাই গৈছিল। সৰু কালত কিতাপ পত্ৰ নগঢ়াকৈ খিতিঙালি কৰি ফুৰিলে আয়ে সদায় আমাক সোঁৱৰাই দিছিল —

তিনিসাজ তিনিসাজ খাই তইতৰ তেল বাঢ়িছে। পঢ়াশুনাৰ প্ৰতি মনকাণ নাই। নবীনলৈ চাচোন, এসাজ খাই তিনিসাজ লঘোণে থাকি পঢ়াশুনা কৰি কিমান ওপৰলৈ উঠিছে। তইঁতে তাৰ এক ঠেঙৰ পানী পালেও হয়।

আইৰ এই মৃদু ভৰ্ৎসনাই আমাৰ মনত তাহানিতে নবীন ডেকাৰ প্ৰতি এক বিশেষ সাঁচ বহুৱাই দিছিল। পিতাৰ মুখতো শুনিছিলো বহুতো সৰু সৰু কথা। সেইবোৰত আছিল নবীন ডেকাৰ প্ৰতিভাৰ কথা, বুদ্ধি বৃত্তিৰ কথা। আই পিতাই সেইবোৰ কথা ক'লে আমি ৰ'লাগি শুনি থাকোঁ। দাৰিদ্ৰৰ বিৰুদ্ধে যুঁজ দি মানুহজনে কেতিয়াও ভাগৰি পৰা নাছিল। এটাৰ পাছত আন এটা সংঘাতে মানুহজনৰ জীৱনটো থকাসৰকা কৰি দিছে অথচ তেখেতে কাহানিও পৰাজয়ৰ গ্লানি স্বীকাৰ কৰা নাই। নিষ্ঠুৰ নিয়তিয়ে সাত বছৰ বয়সতে দেউতাকক কাঢ়িলৈ গ'ল। তেতিয়া তেওঁ মাত্ৰ খ-শ্ৰেণীতহে পঢ়ে। দেউতাক আছিল কঁহাৰ। হাড়ভঙা পৰিশ্ৰম কৰি পৰিয়ালটোক পোহপাল দিছিল। দেউতাকৰ মৃত্যুৰ লগে লগে অভাৱ অনাটনৰ সতে সহবাস কৰি জীয়াই থকা কঁহাৰ পৰিয়াললৈ দুৰ্যোগ নামি আহিল ভয়াল ৰাতিৰ অন্ধকাৰৰ দৰে। এমা ডিমা তিনিটা ভায়েক ভনীয়েকৰ দায়িত্ব, বিধৱা মাকক জীয়াই ৰখাৰ দায়িত্ব আৰু তাতকৈ গধুৰ দায়িত্ব আছিল মাকৰ গৰ্ভত থিতাপি লোৱা আগন্তুকক পৃথিৱীৰ পোহৰ দেখুওৱাৰ। সেই সকলো দায়িত্ব মূৰ পাতিলগীয়া হৈছিল সেই সাতবছৰীয়া লৰাজনে। এনেকৈয়ে আৰম্ভ হৈছিল তেওঁৰ জীৱন সংগ্ৰাম, জীয়াই থকা আৰু জীয়াই ৰখাৰ সংগ্ৰাম। তথাপি তেওঁ কোনোদিনে ধমকি ৰোৱা নাই। অদম্য সাহস আৰু আত্মপ্ৰত্যয়েৰে আগবাঢ়ি গৈছিল সংগ্ৰামী জীৱনৰ ওখোৰা মোখোৰা পথেৰে। দেউতাকৰ অকাল মৃত্যুত কাতৰ হৈ মাক হৈ পৰিল স্থবিৰ উন্মাদপ্ৰায়। স্বামী বিয়োগৰ নিষ্ঠুৰ আঘাত আৰু এমা ডিমা ল'ৰা-ছোৱালী কেইটাক জীয়াই ৰখাৰ চিন্তাত মাকে স্মৃতি শক্তিও হেৰুৱাই পেলাইছিল। সাতবছৰীয়া পুতেকৰ যত্ন আৰু শুশ্ৰূষাত মাক লাহে লাহে সুস্থ হৈ উঠিল। তথাপি মাকৰ দেহলৈ আগৰ সেই শক্তি ঘূৰি নাহিল। ঘৰখনত খোৱালোৱাৰ অভাৱ। সেই অভাৱৰ মাজতো ডেকাই লঘোণীয়া পেটেৰে স্কুললৈ যাবলৈ ধৰিলে। একেবাহে কেবাদিনো পেট ভৰাই ভাত খাবলৈ নেপাই এদিন ছুটীৰ পিছত আহি তেওঁ হেনো আমাৰ ঘৰতে মূৰ্চ্ছা গ'ল। আমাৰ আয়ে হেনো তেলপানী দি সুস্থ কৰি তুলিলে। তাৰ পিছতহে উৰহী গছৰ ওৰ ওলাল। আয়ে আদৰ সাদৰ কৰি ভাতপানী খুৱাই ঘৰলৈ পঠাই দিলে। সম্পৰ্কত দেওঁৱেক হলেও আয়ে তেখেতক সোদৰ প্ৰতিম হিচাপে ব্যৱহাৰ কৰিছিল। জীৱনৰ সুখ-দুখ হাঁহি কান্দোনৰ কথাবোৰ আইৰ আগত খোলাখুলি ভাৱে ব্যক্ত কৰিছিল। আইৰ প্ৰতি তেখেতৰ আছিল অপৰিসীম শ্ৰদ্ধা আৰু আইৰো আছিল অকৃত্ৰিম মৰম-চেনেহ। সৰুকালত আমি দেখিছোঁ তেখেতে যেতিয়াই ঘৰলৈ আহে তেতিয়াই আইৰ খবৰ-বাতৰি লয়, আইৰ লগত বৰ আন্তৰিকতাৰে কথা বতৰা পাতে। যিকোনো সাংসাৰিক সমস্যাৰ ক্ষেত্ৰত আইৰ পৰা দিহা পৰামৰ্শ লয়। আজিও আয়ে নবীন ডেকাৰ কথা কৈ কৈ চকুলো টোকে।

সৰুকালৰে পৰা নবীন চন্দ্ৰ ডেকা আছিল আপোচহীন সংগ্ৰামী। ঘাত প্ৰতিঘাতৰ মাজেৰে সাহসেৰে আগবাঢ়ি গৈ প্ৰাইমাৰী স্কুলৰ বৃত্তি পৰীক্ষা দি তিনি টকীয়া বৃত্তি পালে। তাৰ পিছত আৰম্ভ হ'ল অন্য এক সমস্যা। প্ৰাইমাৰী পাছ কৰি মধ্য ইংৰাজী বিদ্যালয়ত পঢ়িব লাগে। কিন্তু তেতিয়াৰ দিনত মধ্য ইংৰাজী বিদ্যালয়ত পঢ়িলে মাহে মাহে মাচুল দিব লাগে। প্ৰথমতে তেখেতে এম.ভি স্কুলৰ লগতে থকা মধ্য ইংৰাজী বিদ্যালয়ৰ ক্লাছ প্ৰিত নাম লগালে। সেই সময়ত আমাৰ চুপাৰ কন্দৰ্প ডেকাই বহৰি হাইস্কুলত নে এম. ই স্কুলত শিক্ষকতা কৰে. তেখেতে এবাৰ ঘৰলৈ আহোতে নবীন ডেকাৰ খবৰ-বাতৰি ললে। সেই সময়ত তেখেতৰ ন যযৌ ন তস্থৌ অৱস্থা। ইংৰাজী বিদ্যালয়ত নাম লগোৱা বুলি শুনি কন্দৰ্প ডেকাই সুধিলে ,

মাহে মাহে মাচুল দিব পাৰিবি জানো ?

ওহো নোৱাৰিম। তেনেহলে কি কৰিম ? অসহায় ভাৱে প্ৰশ্ন কৰিলে নবীন ডেকাই ।

এম. ভি.ত নাম লিখ। তাত মাচুল দিব নালাগে. কাইলৈ মোৰ লগত ওলাবি। পিছদিনা কন্দৰ্প ডেকাই তেখেতক লগতে লৈ গৈ মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষকক লগ ধৰি সকলো কথা বিবৰি কলে. তেতিয়া মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক পদত আছিল আমুখোৱাৰ লক্ষেশ্বৰ ডেকা। পিছত তেখেতে সৰ্থেবাৰী হাইস্কুলত শিক্ষকতা কৰি সকলো ছাত্ৰৰে মৰমৰ 'বুঢ়া মাষ্টৰ' হিচাপে পৰিচিত হৈছিল। প্ৰধান শিক্ষক ডেকাই সুপৰামৰ্শ আগবঢ়ালে। শেষত নবীন ডেকাই এম. ভি.





স্কুলৰ চতুৰ্থ শ্ৰেণীত নাম ভৰ্ত্তি কৰিলে। সেই সময়ত এম. ভি. স্কুলৰ হেড পণ্ডিত আছিল হৰিচৰণ তালুকদাৰ। তেখেতে কৈছিল—

বাপা, জীৱনত উন্নতি কৰিবলৈ হলে সংঘাতৰ মাজেদি স্থিতপ্ৰজ্ঞ হৈ আগবাঢ়ি যাব লাগিব। তেতিয়াহে উধাব পাৰিবা উন্নতিৰ সোণৰ জখলাত।

তাৰ পিছতেই আৰম্ভ হ'ল নবীন ডেকাৰ সংগ্ৰামী জীৱন যাত্ৰা। এফালে প্ৰতিভা আনকালে কঢ়াল দাৰিদ্ৰ। দৰিদ্ৰতাৰ ওচৰত হাৰ নামানি ডেকাৰ প্ৰতিভা বিকশিত হৈ উঠিল। সদৌ অসম ছাত্ৰবৃত্তি পৰীক্ষাত তেখেতে অসমৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি সাত টকীয়া বৃত্তি লাভ কৰিলে। ডেকাৰ এই কৃতিত্বত আটাইতকৈ সুখী হ'ল তেখেতৰ স্বৰ্গাদপি গৰীয়সী মাতৃ মাইলতা। পুতেকৰ প্ৰখৰ বুদ্ধিমত্তাত গৌৰৱ বোধ কৰি মাকে জাউৰিয়ে জাউৰিয়ে আশীৰ্বাদ দিলে। সেয়েহে ডেকাৰ পৰৱৰ্ত্তী জীৱনতো মাতৃৰ প্ৰভাৱ আছিল আটাইতকৈ বেছি। এম. ভি পাছ কৰাৰ পিছত তেখেতৰ জীৱনৰ গতি সলনি কৰাৰ সময় উপস্থিত হ'ল। বিজ্ঞজনৰ দিহাপৰামৰ্শ লৈ তেখেতে নৰ্মাল স্কুলত ভৰ্ত্তি হোৱাৰ বাবে বাছনি পৰীক্ষাত অৱতীৰ্ণ হ'ল। প্ৰতিভাৰ মৃত্যু নাই। সি যিকোনো প্ৰকাৰে বিকশিত হবই । ডেকাৰ জীৱনতো ঠিক সেয়ে হ'ল। নৰ্মালৰ বাছনি পৰীক্ষাত প্ৰথম হৈ পঁচিশ টকীয়া জলপানী লাভ কৰিলে। এম. ভিৰ জলপানী সাত টকা আৰু বাছনি পৰীক্ষাত লাভ কৰা পঁচিশ টকীয়া জলপানীকে সম্বল কৰি তেখেতে যোৰহাট নৰ্মাল স্কুলত ভৰ্ত্তি হ'ল। এই বত্ৰিশ টকাৰ ভিতৰৰ কেইটামান মাহে মাহে মাক আৰু ভায়েক ভনীয়েকহঁতৰ ভৰণ পোষণৰ বাবেও পঠাবলগীয়া হ'ল।

নবীন চন্দ্ৰ ডেকাৰ প্ৰতিভাৰ বিকাশ দেখি হেড্পণ্ডিত কণ্ঠিৰাম চৌধুৰীয়ে এদিন তেখেতক কৈছিল, —

তই বোপা ভজোৰাম ডেকাৰ লৰা ভলুকা গাজ হৈ ওলাইছ। তই সৰগ ফুটবলৈ ওলাইচ. তই নাহালিবি. সৰগ ফুটাইহে এৰিবি।

কণ্ঠি পণ্ডিতৰ সেই প্ৰেৰণাৰ বাণীয়ে ডেকাৰ জীৱনত গভীৰ বেখাপাত কৰিলে। নৰ্মাল স্কুলৰ প্ৰথম বাৰ্ষিকৰ পৰীক্ষাতে তেখেতৰ বুদ্ধিৰ বিকাশ ঘটিল। জ্যামিতি কিতাপৰ প্ৰণেতা প্ৰাণনাথ বুজৰবৰুৱা তেতিয়া যোৰহাট নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট আৰু আব্দুল ৱালি চাহাব সেই স্কুলৰ প্ৰশিক্ষক। প্ৰথম বাৰ্ষিকৰ বছৰেকীয়া পৰীক্ষাৰ প্ৰশ্নোত্তৰ বহী পৰীক্ষা কৰি থাকোতে এটা বহীৰ সম্পূৰ্ণ শুদ্ধ উত্তৰ আৰু পৰিপাটি দেখি আব্দুল ৱালি চাহাব মুগ্ধ হ'ল। তেখেতে চুপাৰিণ্টেণ্ডেণ্ট বুজৰবৰুৱাক বহীটো নি দেখুৱালে।

এই বহীটো চাওঁক চাৰ। প্ৰতিটো প্ৰশ্নৰে কিমান শুদ্ধ উত্তৰ লিখিছে। আখৰবোৰ মুকুতামণিৰ দৰে। লিখাবোৰ কিমান পৰিপাটী। মই নম্বৰ দিবলৈ সাহস কৰা নাই। এশৰ ভিতৰত এশ দিলেও মই সন্তুষ্ট হব নোৱাৰো।

বুজৰবৰুৱাই বহীটো ঘূৰাই পকাই চাই সন্তুষ্টি লাভ কৰিলে. কোন ল'ৰাৰ বহী বিচাৰি খোচাৰি দেখা গ'ল সেইখন নবীন চন্দ্ৰ ডেকাৰ বহী। এই ঘটনাটোৱে নৰ্মাল স্কুলত আলোড়নৰ সৃষ্টি কৰিলে। ঘুনুক ঘানাককৈ কথাটো ককা বাপ্মীৰৰ নীলমণি ফুকনৰো কাণত পৰিল। তেতিয়া নৰ্মাল স্কুলৰ ছাত্ৰবোৰে ককাৰ ঘৰত ছাত্ৰাবাস পাতি বাস কৰে। ককাই এদিন নবীন ডেকাক বিচাৰি উলিয়াই ক'লে —

কচু কাটি চোকা অস্ত্ৰ ভোটা কৰিবলৈ বিচাৰিছা কিয় ?

ককাই তেতিয়ালৈকে জনা নাছিল যে দৰিদ্ৰতাৰ বাবেই চোকা অস্ত্ৰ ভোটা হোৱাৰ উপক্ৰম হৈছে। সকলো কথা জনাৰ পিছত ককা নীলমণি ফুকন ডাঙৰীয়াই তেখেতক উৎসাহ দি কলে—

চোকা অস্ত্ৰৰ ধাৰ ৰাখিবলৈ টাউনৰ স্কুল শিক্ষক হবলৈ চেষ্টা কৰিবা। তেতিয়া কিছুপৰিমাণে হলেও বুদ্ধিৰ বিকাশ ঘটাবলৈ অনুকূল পৰিবেশ পাবা।

নৰ্মালস্কুলৰ শেষ পৰীক্ষাত তেখেতে অসম আৰু বৰাক উপত্যকাৰ ভিতৰত প্ৰথম হৈ 'শৰৎ চন্দ্ৰ স্বৰ্ণ পদক' লাভ কৰিবলৈ সক্ষম হয়। লগে লগে ১৯৪৬ চনত চতিয়া এম. ভি স্কুলত শিক্ষকৰ চাকৰি পালে। চতিয়াত থাকোতেই তেখেতে প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে প্ৰবেশিকা পৰীক্ষা পাছ কৰে। ১৯৫০ চনত চতিয়াত চৰকাৰী নৰ্মাল স্কুল স্থাপন হোৱাত তেখেতে নৰ্মাল স্কুলৰ প্ৰশিক্ষক হিচাপে যোগ দিয়ে। নৰ্মাল স্কুলত চাকৰি কৰি থাকোতে ১৯৫২ চনত প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে তেজপুৰৰ পৰা আই. এ পাছ কৰে। যোৰহাট নৰ্মাল স্কুললৈ বদলি হৈ অহাৰ পিছত যোৰহাটৰ পৰাই ১৯৫৬ চনত তেখেতে বি.এ. পাছ কৰে। হাউলী নৰ্মাল স্কুলত থাকোঁতে বি.টি. আৰু পিছত প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে এম. এ. পাছ কৰে। প্ৰতিটো পৰীক্ষাতে তেখেত প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে অৱতীৰ্ণ হৈছিল আৰু সুখ্যাতিৰে পাছো কৰিছিল। এনেকৈয়ে হাইস্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ দুৱাৰদলি নগছকাকৈ তেখেতে বিশ্ববিদ্যালয়ৰ ডিগ্ৰী লবলৈ সক্ষম হৈছিল। চাকৰি জীৱনতো তেখেত আছিল নিষ্ঠাবান শিক্ষক। নিয়মানুবৰ্ত্তিতা আৰু সময়নিষ্ঠাৰে বৰপেটা চৰকাৰী উচ্চতৰ বিদ্যালয়ত শিক্ষকতা কৰি তেখেতে তেজপুৰ বয়জ্ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত উপাধ্যক্ষ হিচাপে কাম কৰিছিল। ১৯৮৭ চনৰ চেপ্তেম্বৰ মাহত তেজপুৰ চৰকাৰী উচ্চতৰ ছোৱালী বিদ্যালয়ৰ অধ্যক্ষ পদৰ পৰা অৱসৰ লৈ চাকৰি জীৱনৰ অৱসান ঘটায়।

নবীন চন্দ্ৰ ডেকা আছিল এগৰাকী কৰ্মযোগী নীৰৱ সাধক। অসমীয়া ভাষা জননীৰো তেখেত আছিল একনিষ্ঠ সেৱক। তেখেত একেধাৰে কবি, ঔপন্যাসিক, গল্পকাৰ, প্ৰবন্ধকাৰ আৰু শিল্পী আছিল। তেখেতৰ কণ্ঠত বৰগীতৰ অমিয়া ঝংকাৰে প্ৰাণ পাই উঠিছিল। পঢ়াশুনাৰ ক্ষেত্ৰত তেখেতে যি বিৰল মেধাশক্তিৰ পৰিচয় দিছে সাহিত্য সাধনাৰ ক্ষেত্ৰতো তেখেতৰ অৱদান কোনো গুণে কম নহয়।

**যৌৱন স্বপ্ন, এম. এল. এ ইত্যাদি ঃ** যৌৱন স্বপ্ন ডেকাৰ উল্লেখনীয় কাব্যপুথি। 'যৌৱন স্বপ্ন' কবিৰ ডেকা মনৰ ভাৱ অনুভূতিৰ বাঙ্ময় প্ৰতিচ্ছবি। এটা যেন মধুৰ সপোন। এই সপোনৰ মাধুৰিমাই যিকোনো পাঠকক স্বপ্নাৱিষ্ট কৰি তোলে। কবিৰ ভাষাত "মানৰ প্ৰাণে আৱহমান কালৰ পৰা খেলি অহা এটা অনাবিল উচ্ছ্বাস, দেখি অহা মধুৰ

সপোন আৰু অভিভূত বিজড়িত হোৱা চিৰন্তন খেলা। ভাবি চালে গোটেই জীৱনটোৱেই এটা মধুৰ সপোন নহয়নো কি ?

সিদিনাৰ পৰা সখী চিনাকি তোমাৰ সতে
চকুৰ দুৱাৰে ক'ত হল অহাযোৱা,
জনমানৱৰ কোনো নেদেখা কুঞ্জত বহি
নিফুট ভাষাৰে নিতে কত কথা কোৱা।
সংসাৰৰ হাল জাল অলপো নালাগে ভাল
সপোন ৰাগিনী এটি থাকি তাকি বাজে,
কল্পনাৰথত উঠি চাপিলে তোমাৰ কায
তুমিও দিয়াহি দেখা মনোময়ী সাজে।

(যৌৱন স্বপ্ন)

এই সপোনৰ মাদকতা বৰ খন্তেকীয়া। এটা ৰাতিৰ মধুৰ সপোনৰ দৰে ইয়াৰ অস্তিত্বও নিমিষতে শেষহৈ যায়। তথাপিও আমি সপোন দেখো। নতুন নতুন শিহৰণ তোলা সপোন। সপোনৰ শিহৰণে প্ৰাণ মন জুৰ কৰে। কবিৰ ভাষাত,

নিতে নতুনৰ
মধু সপোনৰ
অমৰাপুৰৰ
মঞ্জুত মধু শিহৰণ;
মলয় মধুৰ
মৃদু মন্দ সুৰ
প্ৰাণমন জুৰ
কৰে আনে জাগৰণ ।

(যৌৱন স্বপ্ন)

যৌৱনৰ দুৱাৰদলিত উপনীত হৈ প্ৰতিজন ডেকাই প্ৰেয়সীৰ সন্ধান কৰে। হিয়ামন হৈ উঠে স্বপ্ন বিভোৰ। সপোনতে প্ৰেয়সীৰ ৰূপৰ কল্পনা কৰে।

তুল্ বুল্ তুল্ বুল্ তোমাৰ দুখনি গাল
চকুদুটি আকাশৰ যেন সোণতৰা,
ভাৱৰ বিজুলী খেল নিমিষতে খেলি গ'ল
তুমি প্ৰিয়া সৰগৰ প্ৰেম বহঘৰা ।

(যৌৱন স্বপ্ন)

কবিতাবোৰৰ ছন্দে ছন্দে ঝংকাৰিত হৈছে সপোন প্ৰিয়াৰ ৰূপ মাধুৰী । প্ৰতিটো ছন্দৰ মাজে মাজে সিঁচৰিত হৈ আছে কবি মনৰ কল্পনাৰ মধুৰ নিৰ্য্যাস। কিন্তু যৌৱন স্বপ্নৰ মাদকতাই কবিক স্বপ্নবিভোৰ কৰি ৰাখিব পৰা নাই। পিছ মুহূৰ্ত্তে কবিয়ে সপোনৰ মায়াজাল চিঙি বাস্তৱলৈ উভতি আহিছে। যৌৱন খন্তেকীয়া, যৌৱনৰ স্বপ্নও বৰ ক্ষণভঙ্গুৰ। সেয়েহে কবিয়ে কৈছে –

যৌৱনৰ লগে লগে, মোহিনী সপোন ভাগে
শব্দ স্পৰ্শ ৰূপ ৰস সৰে মাৰ যায়।

(যৌৱন স্বপ্ন)

স্বপ্নৰ অলীকতাৰ মাজত কবিয়ে পবিত্ৰ প্ৰেমৰ সন্ধান পাইছে। যি প্ৰেমত ত্যাগৰ বাহিৰে ভোগৰ লালসা নাই সেই প্ৰেমহে পবিত্ৰ প্ৰেম। মানৱ সেৱাৰ সুখানুভূতিহে প্ৰকৃত প্ৰেমৰ সন্ধান দিয়ে। সত্য, সুন্দৰৰ আৰাধনাত হৃদয়ৰ প্ৰেম নিবেদন কৰা জনহে প্ৰকৃত প্ৰেমিক, তাৰৎ প্ৰেমহে, শুদ্ধ প্ৰেম আৰু সেই প্ৰেমতেই আছে জীৱনৰ অনাবিল আনন্দ। কবিৰ ভাষাত সেই প্ৰেমৰ মাহাত্ম্যত আকণ্ঠ নিমজ্জিত হব পাৰিলেহে প্ৰকৃত সুখ পোৱা যায়। কবিৰ ভাষাত,

পবিত্ৰ প্ৰেমৰ ঢৌৱে সবাকে ঢোৱাই নিব
সবাতে সেৱাৰ সুখ একেই জাগিব,
ত্যাগৰ বাহিৰে কতো নুঠিব ভোগৰ প্ৰশ্ন
নৰ-নাৰী সকলোতে স্বৰূপ দেখিব।
সত্যক আশ্ৰয় কৰি নিত্যৰ সেৱাত যেয়ে
নিবেদিছে আপোনাৰ হৃদয়ৰ প্ৰেম,
সাৰ্থক জনম তাৰ প্ৰকৃত প্ৰেমিক সেয়ে
তাতেই সৌন্দৰ্য্য আছে সেয়ে শুদ্ধ প্ৰেম।

(যৌৱন স্বপ্ন)

সত্য শিৱ সুন্দৰৰ অন্বেষণত কবিয়ে আজীৱন ব্যস্ত হৈ ৰ'ল। এই অন্বেষণৰে সফল সমাপ্তি ঘটিছে ডেকাৰ উপন্যাস এম. এল এত -- "Man of hight and aspiration"। সেই আলোক অন্বেষী উচ্চাভিলাসী মানুজনৰ জীৱন দৰ্শনেই 'এম. এল. এ.' উপন্যাসৰ প্ৰধান উপজীব্য। আধ্যাত্মিক ধ্যান ধাৰণা আৰু দৰ্শনৰ মাজেদি সত্য শিৱ সুন্দৰৰ আৰাধনাৰে জীৱন জিজ্ঞাসাৰ পৰি সমাপ্তি ঘটোৱা হৈছে। কীৰ্ত্তন পুথিৰ পদ সংযোজন কৰি আধ্যাত্মিক ধাৰণাক সাৰ্থকভাৱে প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰা হৈছে।

(অ' হৰি)

দৰিয়া অসূয়া হিংসা পৈশুন্য নুগুছে এ তিলে তিলে।
তনুক বেঢ়ি তিলে তিলে ধৰি কাল অজগৰে গিলে।।
মই পাপী কেমনে তাৰিবো হৰি ৰে
অ' তুমি কৰুণা নকৰা মোৰে।। (এম.এল.এ)

এম.এল এ গ্ৰাম্য পটভূমিত ৰচিত এখনি সাৰ্থক উপন্যাস। আলোক সন্ধানী মৃণালৰ চৰিত্ৰৰ মাজত লিখকৰ জীৱনৰ বহুখিনি সাদৃশ্য পৰি লক্ষিত হয়। দাৰিদ্ৰৰ সতে যুজি যুজি এটাৰ পিছত আন এটা সংঘাতত থকা সৰকা হোৱা মৃণাল দলৈৰ জীৱনৰ উত্থান পতনৰ কাহিনীৰে সমৃদ্ধ এম.এল এ-ৰ প্ৰতিটো চৰিত্ৰৰ মাজেদি বাস্তৱৰ মুখামুখি হোৱাৰ প্ৰয়াস কৰা হৈছে। মৃণাল মিনতিৰ বিয়াৰ মাজেদি আৰম্ভ কৰা উপন্যাসখনৰ কাহিনীভাগৰ গতিশীলতা কতো স্তব্ধ হৈ পৰা নাই। সাৱলীল ভাৱে





ঘটনাৰ ক্ৰম আগবাঢ়ি গৈছে। কেতবোৰ বাহ্বকৰনীয়া উক্তিয়ে কাহিনীৰ সৌন্দৰ্য্য দুগুণে বঢ়াই তুলিছে।

........."কল্পনাই মৃণালৰ মনত কি নাৰীমূৰ্ত্তি অঙ্কিত কৰিছিল কব নোৱাৰি, বাস্তৱে কিন্তু পূৰ্ব্ব কল্পনাৰ সকলো অস্তিত্ব বিস্মৃতিৰ অটলতাত বিলীন কৰি দিলে। ইয়াকেই বোলে মায়া। মহামায়া। যাৰ বৰ্ত্তমানতাত স্মৃতি হৈ পৰে ক্ষীণ, দুৰ্ব্বল, ধৃতি হৈ আহে শিথিল, অলস আৰু বাস্তৱেই হৈ উঠে জীৱন্ত জাগ্ৰত।"

বুঢ়ী চেনেহীৰ মুখত নিভাঁজ গাঁৱলীয়া বুঢ়ীৰ উক্তি বৰ জীৱন্ত হৈ উঠিছে। সঁচা অৰ্থত ই সাৰ্থক উক্তি।

..............."বাঁহী চোতালত ভৰি দিলে পুৰুষৰ আয়ুস টুটে. সেয়েহে ঘৰৰ কোনোৱে নৌ উঠোতেই তিৰোতাসকলে চোতাল সাৰি গোবৰ পানী ছটিয়াই আজৰি হব লাগে।"

মৃণালৰ মাক চেনেহী বুঢ়ীৰ চৰিত্ৰ তেজীমলাৰ মাহীমাকৰ সম্পূৰ্ণ পৰিপন্থী। চেনেহীৰ মাজত এগৰাকী সাধ্বী মাহীমাকৰ ছবিখন সজীৱ হৈ উঠিছে। তথাপিতো সামাজিক পৰম্পৰাই সাধ্বী বুঢ়ীৰ অন্তৰ ফালি চিৰাচিৰ কৰি দিছে। মাহীমাক হ'ল পুলিয়ে চেনেহীৰ অন্তৰ উজাৰি দিয়া মৰম চেনেহৰ মাজতো স্বাৰ্থান্ধতাৰ গোন্ধ বিচাৰি উলিওৱা হৈছে। সমাজৰ এইবোৰ ভণ্ডামি উদঙাই দিয়া বাবে উপন্যাসৰ কাহিনীভাগ বৰ বাস্তৱমুখী হৈছে।

উপন্যাসখনত সন্নিবিষ্ট বৰ ডেকাৰ চৰিত্ৰটোৱে সহজ সৰল কছাৰী মানুহৰ উদাৰ অন্তৰৰ জীৱন্ত প্ৰতীক হৈ দেখা দিছে। বৰ ডেকা আৰু মৃণালৰ মাজত স্বতঃস্ফুৰ্ত্তভাৱে গঢ়ি উঠা নিবিড় সম্পৰ্কটোৱে জাতি ধৰ্ম বৰ্ণ নিৰ্ব্বিশেষে অসমীয়া সমাজখনক বান্ধিৰখা সাতামপুৰুষীয়া ঐক্যৰ এনাজৰীডালৰ কথাকে সোঁৱৰাই দিয়ে। সেই সাতামপুৰুষীয়া ঐক্যৰ এনাজৰীডালত আজি যেন ঘূণে ধৰিছে। ৰাজনৈতিক কু অভিসন্ধিয়ে চাৰিও ফালৰ পৰিৱেশ কলুষিত কৰি তুলিছে।

উপন্যাসৰ নায়ক মৃণাল দলৈ সঁচাকৈয়ে এদিন এম.এল. এ হ'ল, বিধান সভাৰ অধ্যক্ষ নিৰ্বাচিত হ'ল। সমাজৰ নিপীড়িত নিষ্পেষিত মানুহৰ উন্নতিৰ বাবে মৃণালে নিজৰ যথাসৰ্ব্বস্ব বিলাই দিলে, পাৰিবাৰিক সুখ শান্তিও অকাতৰে বিসৰ্জ্জন দি নিষ্পেষিত জনতাৰ মুক্তিৰ বাবে আমৃত্যু সেৱা আগবঢ়াই গ'ল। দলিত জনগণৰ মুক্তিৰ হেপাহতেই আলোকৰ অন্বেষণ আৰু অন্তৰৰ সেই অভিলাষ মৃত্যুৰ পিছতহে বাস্তৱায়িত কৰা হ'ল "এম-এল্-এৰ শান্তি আশ্ৰম" প্ৰতিষ্ঠাৰ জৰিয়তে। মৃণাল আৰু মিনতিৰ বিয়োগান্ত নাটকৰ যৱনিকা পৰিল বৰ নাটকীয়া ভাৱে। উপন্যাসৰ শেহৰ ফালে এটাৰ পিছত আন এটা চৰিত্ৰৰ বিয়োগে ঘটনাৰাজিৰ ধাৰাবাহিকতাক কাৰুণ্যৰ সুৰেৰে জোকাৰি দিছে। সেই কাৰুণ্যৰ মাজত আত্মানুশোচনাত জৰ্জ্জৰিত শীৰ্ণকায় বধিৰ বুঢ়ী বিতৃষ্ণাই পুতেক কিৰণৰ হাতত ধৰি আলোকৰ সন্ধানত আশ্ৰমৰ ভিতৰলৈ আগবাঢ়ি যোৱা দৃশ্যটোৰে এম্-এল্-এ উপন্যাসৰ সাৰ্থক পৰিণতি ঘটিছে। লগে লগে পৰিসমাপ্তি ঘটিছে পোহৰ অন্বেষণৰ কাৰণ তেতিয়া,

..............."সূদূৰত ৰঙা বেলিয়ে ভুমুকি মাৰে। বুঢ়ীয়ে পোহৰৰ ৰূপ চাবলৈ জোৰকৈ চকু দুটা মেলে। ৰাহিৰত অনন্ত, অফুৰন্ত পোহৰ। তাৰ অকণি পাবলৈকে ইমান কষ্ট কৰিব লাগে। ভিতৰৰ অসীম অন্ধকাৰ ৰাশি কেনেকৈ দূৰ হয়?"

প্ৰথিতযশা সাহিত্যিক সমালোচক পণ্ডিত ডঃ সূৰ্য্য কুমাৰ ভূঞাঁ দেৱে এম এল এ উপন্যাসৰ সন্দৰ্ভত কৈছিল–

"অসমীয়া জীৱনত সদা সৰ্ব্বদা ঘটি থকা সম্বলৰ সহায়েৰে এই উপন্যাসখন ৰচিত হৈছে। নতুন যুগৰ বা বতাহো ইয়াত নলগাকৈ থকা নাই।

মৃণাল দলৈৰ চৰিত্ৰৰ যোগেদি গ্ৰন্থকাৰে এজন আদৰ্শ সমাজসেৱীৰ চিত্ৰ আঁকিবলৈ চেষ্টা কৰিছে। তেওঁৰ যত্নত গাঁৱলীয়া ৰাইজে চেতনা আৰু উদ্দীপনা লাভ কৰি এখন সমৃদ্ধিশালী গাওঁ গঢ়ি তোলে আৰু মৃণাল দলৈ সৰ্ব্বজন প্ৰিয় হয়।

ইয়াৰ লগতে চিৰন্তন সামাজিক আৰু পাৰিবাৰিক সংঘৰ্ষৰ কথা দেখুৱাবলৈ লিখকে এৰা নাই। ঈৰ্ষা, অসূয়া, অবিশ্বাস, প্ৰৱঞ্চনা সন্দেহ এইবোৰ সংঘাতত কেৰাটাও প্ৰাণীৰ জীৱন অশান্তিময় হয়। মৃণাল-মিনতিয়ে পৰস্পৰক সন্দেহ আৰু অবিশ্বাসৰ চকুৰে চাবলৈ ধৰিলে। দুয়োৰো আৰু মিলন নহ'ল। মিনতিয়ে যেতিয়া শেষবাৰলৈ মৃণালক দেখা পায় তেতিয়া মৃণাল মৃত্যুৰ সন্মুখীন। মৃণাল আৰু মিনতি দুয়ো অন্তৰৰ বোজা অন্তৰতে পুহি গুজৰি গুমৰি থাকিল। তাক খোলাখুলিকৈ ইজনে সিজনৰ আগত ভাঙি পাতি কোৱা হলে এন শোকাবহ পৰিণাম নঘটিলহেঁতেন।"

এম. এল.এ-ৰ বাহিৰেও তেখেতে আন চাৰিখন উপন্যাস ৰচনা কৰিছিল। সেই কেইখন হ'ল মৃগতৃষ্ণা, উত্তৰণ, ছায়াচিত্ৰ আৰু ব্যৱধান। প্ৰাকৃতিক দুৰ্যোগৰ গৰাহত পৰি শেষৰ দুখন উপন্যাসৰ পাণ্ডুলিপি একেবাৰে নষ্ট হৈ যায় আৰু ইয়ে ডেকাৰ অন্তৰত গভীৰ আঘাত দিয়ে।

'ছায়াচিত্ৰ' খনত দেশ বিভাজনৰ সময়ত পূৰ্ব্ববঙ্গৰ পৰা ভাঙি অহা সৰ্ব্বস্বান্ত ভগনীয়া পৰিয়ালৰ পাৰিবাৰিক ঘটনাৰাজি সন্নিবিষ্ট কৰা হৈছে। তিনিটা ভগনীয়া পৰিয়ালৰ তিনিজনী গাভৰু পদ্মা নৈৰ পাৰৰ পৰা ব্ৰহ্মপুত্ৰৰে উজাই আহি ঠিহ পাইছিলহি । তাৰে দুজনী হিন্দু আৰু এজনী মুছলমান ছোৱালী। পৰিয়াল পৰিজনৰ পৰা বিচ্ছিন্ন হৈ তেওঁলোকে আশ্ৰয় লৈছিলহি ঠিহৰ ওচৰৰ গোসাঁই গাওঁ এখনত। মুছলমান ছোৱালীজনীৰ সতে গোসাঁই পৰিয়ালৰ ডেকাৰ প্ৰেম গঢ়ি উঠিল। আৰম্ভ হ'ল প্ৰেমৰ সংঘাত। সেই প্ৰেমৰ পৰিণতি কি হ'ল, ভগনীয় জীৱনৰ দুখবেদনাৰ 'ছায়াচিত্ৰ' অঙ্কন কৰা হৈছে সেইখন উপন্যাসত।

'ব্যৱধান' নামৰ উপন্যাসত দুগৰাকী মাতৃৰ দুটি সন্তানৰ মাজত গঢ়ি উঠা ব্যৱধানক প্ৰাধান্য দিয়া হৈছে। মাক আৰু মাহীমাকৰ মৰমৰ ব্যৱধানেই এই উপন্যাসৰ প্ৰধান উপজীব্য।

'মৃগতৃষ্ণা' তেখেতৰ দ্বিতীয় প্ৰকাশিত উপন্যাস। সংসাৰ মৰুত মানুহে ভাল কাম কৰিও যি এক অতৃপ্ত তৃষ্ণা অনুভৱ কৰি আছে তাৰেই

প্ৰতিচ্ছবি অংকন কৰা হৈছে এইখন উপন্যাসত। সমাজৰ কলুষ কালিমা, স্বাৰ্থান্ধতাৰ বলি হোৱা সমাজৰ নিষ্ঠুৰ ৰীতি-নীতি বৰ নিৰ্মোহৰ্ভাৱে ডাঙি ধৰা হৈছে 'মৃগতৃষ্ণা'ত। সমাজৰ ভণ্ডামি নিষ্ঠুৰ ভাৱে উদঙাই দি সমালোচনাৰ বাণেৰে থকা সৰকা কৰি দিছে অন্ধ সংস্কাৰবাদী সমাজখনক। সমাজৰ কদৰ্য্য ৰূপ, শোষণ, নিষ্পেষণৰ বলি হোৱা মানুহৰ বিপৰীতে নৈতিকতা হীন মানুহৰ কুসংস্কাৰবোৰ লুকঢাক নোহোৱাকৈ উদঙাই দি 'মৃগতৃষ্ণা'ৰ কাহিনী ভাগ ৰচনা কৰা হৈছে।

শঙ্কৰী সাহিত্য আৰু বৰগীতৰ ওপৰত অধ্যয়ন কৰি তেখেতে কেবামাহো মাজুলীৰ সত্ৰ সমূহ ঘূৰি ফুৰিছিল। মাজুলীৰ সত্ৰ সমূহৰ গুৰু গম্ভীৰ পৰিৱেশে তেখেতক বৰকৈ আকৃষ্ট কৰিছিল। তাৰেই পটভূমিত ৰচিত হৈছিল তেখেতৰ শেহতীয়া গল্পোপন্যাস 'উত্তৰণ'। উত্তৰণে এতিয়াও পোহৰৰ মুখ দেখা নাই যদিও আমি নিঃসন্দেহে কব পাৰো যে উত্তৰণেই হব ডেকাৰ সাহিত্য প্ৰতিভাৰ অন্য এক দিক্নিৰ্ণায়ক 'উত্তৰণ'। "মহাপুৰুষৰ জীৱন সৌৰৱণ' নাম দি চাৰি গুৰুৰ জীৱনদৰ্শনৰ ওপৰত আলোকপাত কৰি তেখেতে এখন জীৱনী গ্ৰন্থও ৰচনা কৰি গৈছে। অসম সাহিত্য সভাই প্ৰথিতযশা সাহিত্যিক পদ্মনাথ গোহাঞিঁ বৰুৱা জন্ম শতবাৰ্ষিকী উৎযাপন কৰা সময়ত বৰপেটা সাহিত্য সভাৰ সৌজন্যত পদ্মনাথ গোহাঞিঁ বৰুৱাৰ জীৱন আৰু সাহিত্য কৰ্মৰ ওপৰত তেখেতে এখনি স্মৃতি পুস্তিকা প্ৰকাশ কৰি উলিয়াইছিল।

"হিয়াৰ সুৰ" নবীনচন্দ্ৰ ডেকাৰ আন এখন সুন্দৰ কাব্যগ্ৰন্থ। ইয়াৰ প্ৰথম কবিতা 'মিনতি, 'টোটয়ৰ' আহিঁত ৰচনা কৰা। কাব্যপুথিখনত সৰ্ব্বমুঠ ২৩ টা কবিতা আছে আৰু এই কবিতাসমূহ ১৯৫৩ চনৰ পৰা ১৯৬৭ চনৰ সময়চোৱাত ৰচনা কৰা হৈছিল. ৰোগক্ৰান্ত হৈ হস্পিটেলৰ ৰোগ শয্যাত পৰিও ডেকাৰ কবিমন ক্ষান্ত হৈ থকা নাছিল। কবিতাৰ ভাৱ অনুভূতিয়ে তেখেতক বৰকৈ আমনি কৰিছিল. তাতেই তেখেতে লিখিছিল 'হস্পিটাল', 'চিন্তাৰ' 'বিহাৰী', 'অপাৰেশনত' আদিৰ দৰে কেতবোৰ মৰ্মস্পৰ্শী কবিতা। 'হিয়াৰ সুৰ'ৰ কবিতাৰ ছন্দে ছন্দে কবিৰ হিয়াৰ পৰা নিগৰি ওলোৱা সুখ-দুখ, আশা-নিৰাশাৰ সুৰ প্ৰতিধ্বনিত হৈছে।

"তুমি ভক্তি হৃদয়ৰ ভক্তি প্ৰেম নিগৰি
প্ৰেম পুলকতে বোৱা নিগৰি নিগৰি;
শুদ্ধভকতৰ তুমি পূত অলঙ্কাৰ
বৰ্ণহি নাপাওঁ অন্ত তযু মহিমাৰ।

(হিয়াৰ সুৰ)

ছন্দে ছন্দে স্পন্দিত হৈছে আধ্যাত্মিক ভাবাদৰ্শ, ঝঙ্কাৰিত হৈছে প্ৰাণৰ স্পন্দন। কবিৰ ভাষাত – "হিয়াৰ সুৰ আমাৰ অন্তৰৰ ভাৱৰেই ধ্বনি প্ৰতিধ্বনি, ভাৱ-অনুভূতিৰ স্বাক্ষৰ অভিব্যক্তি আৰু আমাৰ বৌদ্ধিক সত্বাৰে ধাৰণা, বিশ্বাস, প্ৰত্যয় আৰু সিদ্ধান্তৰ বহিঃ প্ৰকাশ।

নবীন চন্দ্ৰ ডেকা আছিল এগৰাকী প্ৰচাৰ বিমুখ নীৰৱ সাধক - - শিক্ষকতাই আছিল যাৰ জীৱনৰ মহান ব্ৰত। তেখেতৰ বহুমুখী প্ৰতিভাৰ বহিঃপ্ৰকাশ ঘটিলেও জীৱিতকালচোৱাত তেখেতে কোনো স্বীকৃতি নাপালে। নিৰলে নীৰৱে কেৱল নিজৰ সাধনাতে একান্তভাৱে ব্ৰতী হৈ থাকিল। আনকি এগৰাকী নিষ্ঠাবান কৃতী শিক্ষক হিচাপেও চৰকাৰী বা বেচৰকাৰীভাৱে পুৰস্কৃত নহ'ল। জীৱনৰ চৰম দুৰ্ব্বল মুহূৰ্ত্ততো তেখেতে চকুৰ লোতকক বাধা দি ৰাখিব পাৰিছিল। সুশিক্ষিতা সুশীলা ৰবজীয়ৰীৰ দুৰ্ঘটনাজনিত আকস্মিক বিয়োগত তেখেতৰ অন্তৰ ভাঙি চিঙি চুৰমাৰ হৈ গ'ল যদিও বাহিৰত তেখেতে স্বাভাৱিক ভাবে অবিচল হৈ ৰ'ল। মৰমৰ দুহিতাৰ স্মৃতিৰ পোৱণিয়ে তেখেতক কলম হাতত তুলি লবলৈ বাধ্য কৰালে। আৰম্ভ কৰিলে "স্মৃতিৰ পোৰণি" নামকৰণেৰে তেখেতৰ জীৱনৰ হেৰোৱা দিনবোৰৰ স্মৃতি ৰোমন্থন। কিন্তু হঠাতে নিষ্ঠুৰ নিয়তিয়ে তেখেতক কাঢ়ি লৈ গ'ল। 'স্মৃতিৰ পোৰণি' কেৱল মনৰ পোৰণি হৈ চিৰদিনৰ বাবে স্তব্ধ হৈ ৰ'ল। তেখেতৰ সুযোগ্যা পত্নী শ্ৰীমতী চাৰুপ্ৰভা ডেকাই সিদিনা চকুপানী মচি মচি আমাক কলে —

— খুবায়েৰাৰ অন্তৰৰ পোৰণিক নিৰ্ব্বাপিত কৰিবলৈ মই মনে প্ৰাণে চেষ্টা কৰিম। শৰীৰে নেটানিলেও মনৰ বলত মই হাতত কলম তুলি লম! লিখি ৰাম খুবায়েৰাৰ সংগ্ৰামী জীৱনৰ ইতিকথা।

খুৰীৰ দৃঢ়তাত আমি আশ্বস্ত হলোঁ। আমি খুৰীক উৎসাহ দিলো। এগৰাকী সংগ্ৰামী পুৰুষৰ জীৱনৰ ইতিকথাই উত্তৰ পুৰুষৰ বাবে হেজাৰ প্ৰেৰণা হেজাৰ প্ৰত্যয় কঢ়িয়াই আনিব। এগৰাকী সাৰ্থক সংগ্ৰামীয়ে জীৱনৰ হেজাৰ সংঘাত নেওঁচি কেনেদৰে সাফল্যৰ সোণৰ জখলাত আৰোহণ কৰিলে তাৰ বতৰা সমাজক দিব পাৰিলে সি নিঃসন্দেহে এক মহান কাম হব। খুৰীয়ে সিদিনা কৈছিল,

.......... খুবায়েৰা আছিল লাখৰ ভিতৰত এজন।"

অকল নবীন খুৰাই নহয়, তেওঁৰ সুযোগ্য পুত্ৰ তপনো লাখৰ ভিতৰত এজন। সৰ্ব্বভাৰতীয় পুলিছ সেৱালৈ নিৰ্ব্বাচিত হৈ সি আমাৰ সকলোৰে বাবে গৌৰৱ কঢ়িয়াই আনিছে।

জ্যোতিনগৰৰ সেই অনুষ্টুপীয়া ঘৰটো তেখেতে নিজৰ পৰিকল্পনাৰে সাজিছিল। আশা আছিল পাহাৰৰ দাঁতিৰ নিৰ্জ্জন পৰিবেশত বহি বহি সাহিত্য চৰ্চ্চা কৰিব, কিতাপ লিখিব, বৌদ্ধিক চিন্তা চৰ্চ্চা কৰি জীৱনৰ বিয়লি বেলা সংগ্ৰামী জীৱনৰ মাদকতা অনুভৱ কৰিব। কিন্তু সময় বৰ নিষ্ঠুৰ। মৃত্যু বৰ আকস্মিক। যোগীবৰড়ীৰ নিৰলাকুটীৰৰ দৰে জ্যোতিনগৰৰ ঘৰটোও উদং কৰি নবীন ডেকাৰ বিদেহী আত্মা চিৰদিনৰ বাবে হেৰাই গ'ল। অন্ত হ'ল এক আপোচহীন সংগ্ৰামী সত্বাৰ জীৱন নাট। তেখেতৰ কবিতাৰ ছন্দেৰেই আমিও যবনিকা পেলাইছো –

"কিন্তু হে আকাঙ্ক্ষা দেখোঁ তব দিগ্বলয়,
নহয় সীমিত ক্ষুদ্ৰ মানৱ হৃদয়,
ত্ৰিভুবন সপ্তলোক ভবিষ্য অতীত
দেৱত্ব নিৰ্ব্বাণ, মুক্তি সৰ্ব্বত্ৰ ব্যাপৃত।

(হিয়াৰসুৰ)

নবীন ডেকাৰ আত্মা অমৰ হওঁক, "তপনৰ জ্যোতিৰে এক সংগ্ৰামী জীৱনৰ আশা আকাঙ্ক্ষা জ্যোতিষ্মান হৈ উঠক। ●





# স্মৃতিচাৰণ

## সৰ্থেবাৰী আৰু ইয়াৰ ওচৰৰ প্ৰয়াত কেইগৰাকীমান বিশিষ্ট লোক

সংগ্ৰাহক ঃ ৰঞ্জিৎ ডেকা, গদাধৰ ডেকা, ভৱেশ ডেকা

**জীউৰাম কঁহাৰ** ঃ সৰ্থেবাৰীৰ চৌধুৰী চুপাৰ জীউৰাম কঁহাৰে কাঁহ শিল্প নৈপুণ্যৰ বাবে আহোম স্বৰ্গদেউ শিৱসিংহৰ পৰা নিস্কৰ মাটি, তাম্ৰপত্ৰ আৰু চৌধুৰী খিতাপ লাভ কৰিছিল।

**সিন্ধুমল পাঠক** ঃ কাজিথেৰ চুপাৰ সিন্ধুমল পাঠক ১৮৯৪ খৃঃত ৰাইজমেলৰ নেতা আছিল। সৰ্থেবাৰী পাঁচখেল গঞা গয়ৰহৰ বৰপাঠক আৰু বিশিষ্ট সমাজকৰ্মী আছিল।

**কাণকটা মেলেকী** (কনক ডেকা) ঃ ১৮৯৪ খৃঃৰ ৰাইজ মেলৰ এগৰাকী নেতা। কাজিথেৰ চুপাৰ কাণকটা মেলেকীয়ে বুদ্ধিমত্তা আৰু অকাট্য যুক্তিৰে মেলবিলাকৰ আউল ভাঙি দিছিল।

**মুলুং কঁহাৰ** (তামুলীথেৰ) ঃ ৰঙা ঠাকুৰীয়া (চৌধুৰী চুপা), জপমল পাটোৱাৰী (শালাকাঠিয়াথেৰ চুপা), গজেন্দ্ৰ চৌধুৰী (নতুন তালুকদাৰ চুপা) ধনচা গাঁওবুঢ়া, শেৰ আলী, ৰাবৰি ফকিৰ (মুছলমান চুপা), ভৱনা সদাগৰ (পুৰণ আতাথেৰ চুপা) বিশিষ্ট সমাজ কৰ্মী আৰু ১৮৯৪ খৃঃৰ ৰাইজ মেলৰ বীৰ সৈনিক।

**ভকত ৰাম মেম্বৰ** (কাতিয়াথেৰ চুপা) ঃ তীক্ষ্ণ বুদ্ধিৰ ভকত ৰাম মেম্বৰ সৰ্থেবাৰী পাঁচখেলৰ বৰ পাঠক আছিল। বৰ্তমান সভাৰ খোলাখন এওঁৰ যত্নতে পাঁচখেলৰ অন্তৰ্ভুক্ত হয় বুলি শুনা যায়।

**মুকুন্দৰাম পাঠক** (কাজিথেৰ চুপা) ঃ সভাগুৰনি পুৰুষ মুকুন্দৰাম পাঠক সৰ্থেবাৰী পাঁচখেলৰ বৰপাঠক আছিল। বিশিষ্ট সমাজসেৱী পাঠক ডাঙৰীয়া পঞ্চায়তৰ সদস্যও আছিল।

**ধনেশ্বৰ ডেকা** (যমথেৰ চুপা) ঃ সৰ্থেবাৰী পাঁচখেলৰ বৰ পাঠক আছিল।

**জয়ৰাম ডেকা** ঃ অসম গৌৰৱ হলীৰাম ডেকাৰ পিতৃ জয়ৰাম ডেকা বুঢ়া পণ্ডিত নামে জনাজাত আছিল। এওঁ বিশিষ্ট সমাজকৰ্মী আৰু কৃতী শিক্ষক আছিল।

**ৰামেশ্বৰ ডেকা** (শালাকাঠিয়াথেৰ চুপা) ঃ পাঁচখেল গঞাগয়ৰহৰ মজুমদাৰ আছিল। সমাজ পৰিচালনাৰ দক্ষ কাণ্ডাৰী আছিল।

**ভুবনেশ্বৰ ভূঞা** (আতাথেৰ চুপা) ঃ তৰুণৰাম ফুকনৰ অনুগামী ভুবনেশ্বৰ ভূঞা "ভলণ্টিয়াৰ" আৰু 'কঁহাৰ কাঁই' নামে বিদিত। স্বাধীনতা সংগ্ৰামত বিশেষ ভূমিকা লৈছিল।

**মহেন্দ্ৰনাথ বৰ্মা** (নতুন আতাথেৰ চুপা) ঃ 'মহেন্দ্ৰ মেম্বৰ' নামে খ্যাত এইগৰাকী নেতা সৰ্থেবাৰী আৰু সৰুক্ষেত্ৰী অঞ্চলৰ অক্লান্ত আৰু নিস্বাৰ্থ সমাজকৰ্মী আছিল। সৰ্থেবাৰী পাঁচখেলৰ ভৰালী আছিল।

**দীনবন্ধু চৌধুৰী** (নতুন তালুকদাৰ চুপা) ঃ এজন নিষ্ঠাবান সমাজ কৰ্মী। দক্ষ সমাজ পৰিচালক। সৰ্থেবাৰীৰ উন্নয়নত এওঁৰ যথেষ্ট বৰঙণি আছে।

**বিদুৰ ডেকা** (দাস) (কাজিথেৰ চুপা) ঃ কৃতী শিক্ষক, নাট্যকাৰ, চিত্ৰকৰ, সু-অভিনেতা, সমাজ সংগঠক আৰু সাহিত্যিক আছিল। এওঁৰ প্ৰচেষ্টাতে সৰ্থেবাৰীত পোন প্ৰথমবাৰৰ বাবে ৰাস্তা বান্ধা কাম হাতত লোৱা হয়।

**কণ্ঠিৰাম ডেকা** (চৌধুৰী) (নতুন তালুকদাৰ চুপা)ঃ সৰ্থেবাৰীত স্ত্ৰী শিক্ষা প্ৰচলনৰ অগ্ৰগণী কণ্ঠিৰাম ডেকা। সৰ্থেবাৰী বালিকা প্ৰাথমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক শিক্ষক।

**দেৱীৰাম চৌধুৰী** (নতুন তালুকদাৰ চুপা) ঃ বৰনগৰ মাইনৰ স্কুলত শিক্ষকতা কৰিছিল। স্বৰাজ আন্দোলনত চাকৰি এৰি সমাজ সেৱাত লাগে।

**নন্দেশ্বৰ দাস** (কাতিয়াথেৰ চুপা) ঃ বি-এচ-চি পাছ কৰি চৰকাৰী চাকৰিত আত্ম নিয়োগ কৰিও সাহিত্য চৰ্চা আৰু সমাজ সেৱাত বৰঙণি যোগায়। সৰুক্ষেত্ৰী ৰাজ্যিক চিকিৎসালয় আৰু সৰ্থেবাৰী হাইস্কুল স্থাপনত বিশেষ ভূমিকা লৈছিল।

**বংশীধৰ ডেকা** (শালাকাঠিয়াথেৰ চুপা) ঃ এজন বিশিষ্ট সমাজকৰ্মী।

**মহেশ্বৰ পাঠক** (কাতিয়াথেৰ চুপা)ঃ সৰ্থেবাৰী পাঁচ খেলৰ বৰপাঠক আছিল। সমাজকৰ্মী আৰু এজন প্ৰতিভাধৰ শিল্পী আছিল। কাতিয়াথেৰ চুপা আৰু চৌধুৰী চুপাৰ কাঁহেৰে নিৰ্মিত গোসাইৰ আসন এওঁৰ প্ৰতিভাৰ স্বাক্ষৰ ৰূপে আজিও বিদ্যমান।

**মামুল আলি শেখ** (মুছলমান চুপা) ঃ বিদ্যোৎসাহী সমাজকৰ্মী। বালিকা এম-ভি আৰু সৰ্থেবাৰী হাইস্কুল স্থাপনত এওঁৰ অৱদান আছে।

**ৰুদ্ৰমল পাটোৱাৰী** (শালাকাঠিয়াথেৰ চুপা) ঃ বিশিষ্ট সমাজ সেৱক আছিল।

**কন্দৰ্প ডেকা** (ডাবোৰ চুপা) ঃ সৰ্থেবাৰী বালিকা মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল। বিশিষ্ট সমাজকৰ্মী।

**কন্দৰ্প ডেকা** (যোগীৰ বড়ী) ঃ বহৰি এম-ই স্কুলৰ প্ৰধান শিক্ষক আছিল। স্বভাৱ চিকিৎসক আৰু সমাজকৰ্মী। অসম সমবায় কঁহাৰ সংঘ স্থাপনত অৱদান আছে।

**সোণাপতি তালুকদাৰ** (যোগদ চুপা) ঃ বিশিষ্ট ব্যৱসায়ী আৰু সমাজকৰ্মী আছিল।

**প্ৰাণহৰি ডেকা** (যমথেৰ চুপা) ঃ সমাজকৰ্মী আছিল।

**ভূমিধৰ ডেকা** (যমথেৰ চুপা) ঃ সমাজকৰ্মী আছিল।

**কবিধৰ ডেকা** (শালাকাঠিয়াথেৰ চুপা) ঃ সৰুক্ষেত্ৰী অঞ্চলৰ নেতৃস্থানীয় লোক আছিল। সৰ্থেবাৰী নগৰ পালিকাৰ সভাপতি আছিল। বাপুজী কলেজ আদি অঞ্চলৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত বিশেষভাৱে জড়িত। তেখেতে শিক্ষকতাও কৰিছিল। কিছুকাল মৌজাদাৰো আছিল। উদাৰ ব্যক্তি আছিল।

**শান্তিৰাম পাটোৱাৰী** (শালাকাঠিয়াথেৰ চুপা) ঃ আয়ুৰ্বেদিক চিকিৎসক হিচাপে সুখ্যাতি লাভ কৰা শান্তিৰাম পাটোৱাৰী কবিৰাজ বুলি অঞ্চলটোত

পৰিচিত আছিল। সৰ্থেবাৰী হাইস্কুলৰ প্ৰতিষ্ঠাপক সম্পাদক পাটোৱাৰী সৰ্থেবাৰীৰ এগৰাকী বিশিষ্ট সমাজকৰ্মী আছিল। সৰ্থেবাৰী নগৰপালিকাৰ সভাপতিও আছিল। মৃত্যু ১৯৮৯ খৃঃৰ ২৩ মাৰ্চ।

**দীনবন্ধু মেধি** (আতাথেৰ চুপা) ঃ মহাৰাজ ৰূপে জনাজাত দীনবন্ধু মেধি এগৰাকী সমাজ সচেতন ব্যক্তি আছিল।

**পৰমানন্দ ডেকা** (কাজিথেৰ চুপা) ঃ পৰ্বা ঠিকাদাৰ ৰূপে জনাজাত পৰমানন্দ ডেকা এগৰাকী স্পষ্টবাদী সমাজকৰ্মী আৰু পৰোপকাৰী লোক আছিল।

**মহীধৰ ডেকা** (কাজিথেৰ চুপা) ঃ সৰ্থেবাৰীৰ বিভিন্ন সামাজিক অনুষ্ঠানৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল।

**হেমকান্ত চৌধুৰী** (চৌধুৰী চুপা) সমাজকৰ্মী আছিল।

**নৰেন্দ্ৰ নাথ ডেকা** (ডাবোৰ চুপা) আৰক্ষী বিষয়াৰদৰে দায়িত্বশীল পদত থাকিও গাঁওৰ মানুহৰ লগত যোগাযোগ ৰাখি সৰ্থেবাৰীৰ উন্নয়নত সহায় কৰিছিল। কবি হৰেকৃষ্ণ ডেকা এওঁৰে দ্বিতীয় পুত্ৰ।

**লোহিত চন্দ্ৰ ডেকা** (আতাথেৰ চুপা) (১৯১৪ - ১৯৯২) ঃ নৰ্মাল পৰীক্ষা সুখ্যাতিৰে পাছ কৰি চক্ চকা, হাউলী, সৰুপেটা, বহৰি আৰু কমাৰ গাঁওত শিক্ষকতা কৰি শেষত সুদীৰ্ঘকাল সৰ্থেবাৰী হাইস্কুলত কৃতী শিক্ষক হিচাপে কাম কৰি ১৯৭৮ চনত অৱসৰ গ্ৰহণ কৰে। ডেকা ছাৰ অকল কৃতী শিক্ষকে নাছিল, তেখেত এগৰাকী অক্লান্ত সমাজকৰ্মী, সাহিত্যসেৱী, সাংবাদিক আৰু সু-অভিনেতাও আছিল। সৰ্থেবাৰী গ্ৰাহক সমবায় ভাণ্ডাৰৰ প্ৰতিষ্ঠাপক সভাপতি। শ্ৰীশ্ৰীহৰিদেৱ ধামৰ প্ৰতিষ্ঠাপক সম্পাদক। ভাৰতী অধ্যয়ন চক্ৰৰ সভাপতিও আছিল। সেউজী প্ৰেছ নামে ছপাশাল এটা স্থাপন কৰে। "নীৰৱ সাধক কোহিৰাম দাস' তেখেতৰ প্ৰকাশিত গ্ৰন্থ। তেখেতৰ অপ্ৰকাশিত কেবাখনো গ্ৰন্থৰ ভিতৰত (১) সংস্কৃতিৰ এখিলা পাত, (২) মাৰাঠা কেশৰী, (৩) চাৰিওফালে হৰি নাম ইয়ে বৈকুণ্ঠ ধাম, (৪) দাতাকৰ্ণ (নাটক), (৫) কৰ্ণাৰ্জুন ; বহু সংখ্যক প্ৰবন্ধ পাতিও লিখি গৈছে। তেখেতৰ ভাষাৰ ওপৰত বিশেষ দখল আছিল। তেখেত আমাৰ অঞ্চলৰ জীৱন্ত ইতিহাস স্বৰূপ আছিল।

**গঙ্গাধৰ তামুলী** ঃ সুদক্ষ কাঁহশিল্পী আৰু সমাজকৰ্মী আছিল।

**কুঞ্জবিহাৰী ডেকা** (যোগদ চুপা) ঃ চেয়াৰমেন নামে জনাজাত ডেকা সৰ্থেবাৰী নগৰ পালিকাৰ সভাপতি আছিল। যুক্তিবাদী আৰু বাক্‌পটু ডেকা আমাৰ অঞ্চলটিৰ এগৰাকী বিশিষ্ট সমাজকৰ্মী। ১৯৮৭ চনত মৃত্যু হয়।

**অৰুণ ভূঞা** (ডাবোৰ চুপা) ঃ সৰুক্ষেত্ৰী ছাত্ৰ-সন্মিলনৰ নেতা আছিল।

**দয়াৰাম ডেকা** (আতাথেৰ চুপা) ঃ পাঁচখেলৰ ভৰালী আছিল।

**দেৱানন্দ তালুকদাৰ** (তালুকদাৰ চুপা) ঃ সমাজসেৱী আছিল।

**গৌৰীপাল ডেকা** (তামুলী চুপা) ঃ প্ৰতিপত্তিশালী ব্যক্তি, সমাজকৰ্মী।

**জন্মিৰাম দাস** (নতুন তালুকদাৰ চুপা) ঃ সৰ্থেবাৰী কেন্দ্ৰীয় মজলীয়া বিদ্যালয়ৰ কৃতী শিক্ষক দাস এগৰাকী ক্ৰীড়ানুৰাগী পুৰুষ আৰু উদ্যমী সমাজকৰ্মী আছিল। সৰ্থেবাৰীৰ অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ৰাস্তা-ঘাট নিৰ্মাণত যথেষ্ট ভূমিকা লৈছিল।

**মোহন চন্দ্ৰ মেধি** ঃ কৃতী শিক্ষক।

**বলোৰাম ভূঞা** (নতুন তালুকদাৰ চুপা)ঃ কৃতী শিক্ষক।

**মনোহৰি বৰ্মণ** (শালাকাঠিয়াথেৰ চুপা) ঃ কৃতী শিক্ষক আৰু সমাজকৰ্মী।

**হলধৰ ডেকা** (শালাকাঠিয়াথেৰ চুপা) ঃ মৌজাৰদাৰ ডেকা এগৰাকী সমাজকৰ্মী আছিল।

ইয়াৰ উপৰি **সুৰপতি তালুকদাৰ, ৰামচৰণ পাটোৱাৰী** (শালাকাঠিয়াথেৰ চুপা), **সোণেশ্বৰ পাটোৱাৰী, ৰূপধন ডেকা** (যোগদ চুপা) **প্ৰতাপ তামুলী** (তামুলী চুপা), **ৰুদ্ৰপাল ডেকা** (তামুলী চুপা), **ডাঃ চন্দ্ৰধৰ ডেকা** (কাজিথেৰ চুপা), **চন্দ্ৰকান্ত ডেকা** (যমথেৰ চুপা) আদি লোক সকল সমাজ কৰ্মী আছিল। **হলধৰ তামুলী** সুদক্ষ কাঁহ শিল্পী।

**ধৰণীধৰ ডেকা** (আতাথেৰ চুপা) সুদক্ষ কাঁহ শিল্পী।

**ৰঘুনাথ দেৱ চৌধুৰী** (পাটাছাৰকুছি) ঃ বিশিষ্ট সাহিত্যিক। সৰ্থেবাৰী হাইস্কুলৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক।

**চন্দ্ৰমোহন শৰ্মা** (হেলচা) ঃ সৰুক্ষেত্ৰী অঞ্চলৰ শিক্ষাৰ মধ্যমণি স্বৰূপ চন্দ্ৰমোহন শৰ্মাদেৱৰ জন্ম হৈছিল সৰ্থেবাৰীৰ ওচৰৰ হেলচা গাঁওত ১৯১৮ খৃঃ ত। তীক্ষ্ণধী শৰ্মাদেৱে ১৯৩৭ চনত চামতা হাইস্কুলৰ পৰা অংক আৰু সংস্কৃতত লেটাৰ নম্বৰ লাভ কৰি প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৯ চনত কটন কলেজৰপৰা অঙ্ক, পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন বিজ্ঞানত লেটাৰ সহ প্ৰথম বিভাগত আই এচ চি পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৪১ চনত সুখ্যাতিৰে বি, এ পাছ কৰে। শিক্ষকতা কৰি থাকোতে বি-টি পাছ কৰে। টিহু হাইস্কুলত কৰ্ম জীৱনৰ পাতনি মেলি ১৯৪৭ চনৰ পৰা ১৯৭৬ চনৰ নৱেম্বৰ মাহলৈকে মৃত্যু পৰ্যন্ত সৰ্থেবাৰী হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি আপোনত্বৰ স্বাক্ষৰ ৰাখি যায়। সৰ্থেবাৰীৰ ধূলি বায়ু সকলোতে শ্ৰদ্ধেয় শৰ্মাছাৰৰ অস্তিত্ব বিদ্যমান। তেখেত এজন বিশিষ্ট শিক্ষাবিদে নাছিল আমাৰ অঞ্চলৰ বিশিষ্ট সমাজকৰ্মীও আছিল।

**গোপাল দাস** (বনিয়াকুছি) ঃ সমাজকৰ্মী আৰু শিক্ষাবিদ।

**শৰৎ চন্দ্ৰ শৰ্মা দলৈ** (হেলচা) ঃ আমৃখোৱা হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে অৱসৰ লৈ পিছত ব্যাসকুছি হাইস্কুল আদি অন্যান্য শিক্ষানুষ্ঠানৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰে। শৰ্মা দলৈ এগৰাকী বিশিষ্ট সংস্কৃত পণ্ডিতো আছিল। ক্ষেত্ৰী ধৰ্মপুৰ আৰু সৰুক্ষেত্ৰীৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠা নৰ লগত জড়িত শৰ্মা দলৈ দেৱ আইনজ্ঞও আছিল। কিন্তু ওকালতি ভাল নাপাই শিক্ষাত ব্ৰতী হয়।

**হৰিশ্চন্দ্ৰ গোস্বামী** (পল্লাসত্ৰ) ঃ শিক্ষাবিদ। কটন কলেজৰ অধ্যক্ষ আছিল।

**গুণেশ্বৰ ৰয়** (আমৃখোৱা) ঃ শিক্ষক, সমাজকৰ্মী।

**লোকনাথ শৰ্মা** (গোমূৰা) ঃ ব্যাকৰণবিদ পণ্ডিত শৰ্মাদেৱে "অসমীয়া ব্যাকৰণ" প্ৰণয়ন কৰিছিল। এইখন অসমীয়া ভাষাৰ ২য় ব্যাকৰণ। প্ৰাক্ স্বাধীনতাৰ যুগৰপৰা স্বাধীনোত্তৰ যুগৰো এদহকমানলৈ স্কুলত প্ৰচলিত আছিল।

**গণপতি ভূঞা** (বৰশলা)ঃ 'সাহিত্য সুহৃদ ব্যাকৰণ' ৰচনা কৰিছিল।

**অনাথ বন্ধু শৰ্মা** (১৯১৬-১৯৮৬) গোমূৰাত জন্ম। ১৯৩৮ চনত সুখ্যাতিৰে বি, এ পাছ কৰে। ১৯৪৩ চনৰ পৰা ১৯৭৬ চনলৈকে সৰ্থেবাৰী হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক ৰূপে শিক্ষা সেৱাত ব্ৰতী থাকে। দক্ষ প্ৰশাসক আৰু কৃতী শিক্ষক। অঞ্চলটোৰ বিশিষ্ট সমাজকৰ্মী।

**সুৰেশ শৰ্মা** (১৯৫০-১৯৮৭)ঃ গোমূৰাত জন্ম। সংস্কৃতত এম এ পাছ কৰি নলবাৰী গৰ্ডন উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিষয় শিক্ষক হিচাপে নিযুক্ত





হৈছিল। সমাজসেৱী আৰু গীতিকাৰ আছিল। অস্তিত্ব ৰক্ষাৰ আন্দোলনত আগ ভাগ লৈছিল।

**পৰীক্ষিত মেধি** (গোমূৰা)ঃ শিক্ষক আৰু সমাজকৰ্মী।

**ৰঘু তালুকদাৰ** (আমৃখোৱা)ঃ সমাজকৰ্মী।

**ৰঙ্গনাথ মেধি** আৰু **ৰঙ্গনাথ তালুকাদাৰ** (কাৱাকুছি) ঃ সমাজকৰ্মী। ১৯১৮-১৯ চন মানত কাৱাকুছিত এখন এম ই স্কুল পাতি পণ্ডিত কোহিৰাম দাসদেৱক প্ৰধান শিক্ষক পাতিছিল। পিছত এম ইখন জনসাধাৰণৰ সহযোগৰ অভাৱত নিটিকিল।

**পৰমানন্দ মেধি** (কাৱাকুছি) ঃ নাট্যকাৰ, অভিনেতা আৰু নাট্য নিৰ্দেশক পুৰুষ আছিল। এসময়ত পৰ্বা ওস্তাদ এটা জনপ্ৰিয় নাম আছিল।

**নৰেন্দ্ৰনাথ মেধি** (কাৱাকুছি) ঃ সুদক্ষ শিল্পী আছিল। কাৱাকুছিৰ মেধিপাৰাৰ গোসাইৰ কাঁহৰ আসন তেখেতৰ প্ৰতিভাৰ স্বাক্ষৰ। অঙ্কীয়া ভাওনাৰ দক্ষ সূত্ৰধাৰ আছিল।

**ঘনকান্ত মেধি** (কাৱাকুছি) ঃ উচ্চ আৰক্ষী বিষয়া ঘনকান্ত মেধি সৰ্থেবাৰী হাইস্কুলৰ প্ৰধান শিক্ষকো আছিল।

**কেশৱ শৰ্মা** (কাপলা) ঃ কৃতী শিক্ষক।

**বিষ্ণুৰাম পাটোৱাৰী** (নামশালা) ঃ ৰাইজমেলৰ এজন নেতা আছিল।

**পীতাম্বৰ ভূঞা** (নামশালা) ঃ কৃতী শিক্ষক আৰু সমাজকৰ্মী।

**ৰূপৰাম ভূঞা** (নামশালা) ঃ সমাজকৰ্মী।

**ধনেশ্বৰ ভূঞা** (নামশালা) ঃ সুদক্ষ কঁহাৰ।

**ভূমিধৰ গোস্বামী** (পল্লা সত্ৰ) ঃ কবিৰাজ ৰূপে খ্যাত। সমাজকৰ্মী।

**গোপীকান্ত গোস্বামী** (পল্লা সত্ৰ) ঃ সমাজকৰ্মী।

**মাধৱ গোস্বামী** (পল্লাসত্ৰ) ঃ আৰক্ষী বিষয়া, প্ৰধান শিক্ষক আৰু সমাজকৰ্মী।

**পদ্মৰাম ডেকা** (পল্লাসত্ৰ) ঃ সমাজকৰ্মী।

**জয়কান্ত গোস্বামী** (বাদেশিলা) ঃ সমাজকৰ্মী।

**কমলাকান্ত শৰ্মা** ঃ মুক্তিযোদ্ধা, সমাজকৰ্মী। ঘৰ ৰাউলীত।

**ৰাজেন্দ্ৰনাথ ডেকা** (আমৃখোৱা) ঃ মুক্তিযোদ্ধা, সৰুক্ষেত্ৰীৰ বিশিষ্ট সমাজকৰ্মী, বাপুজী কলেজৰ সম্পাদকো আছিল।

**লক্ষেশ্বৰ ডেকা** ঃ 'বুঢ়ামাষ্টাৰ' ৰূপে খ্যাত লক্ষেশ্বৰ ডেকা সৰ্থেবাৰী হাইস্কুলৰ কৃতী শিক্ষক আৰু সমাজকৰ্মী।

**হৰিদেৱ গোস্বামী** (ব্যাসকুছি) ঃ বিদগ্ধ সংস্কৃত পণ্ডিত। এওঁৰ সিদ্ধান্ত খণ্ডন কৰা পণ্ডিত নাছিল বুলিব পাৰি।

**ভুৱন চন্দ্ৰ তালুকদাৰ** (ব্যাসকুছি) ঃ লেখক আৰু সমাজকৰ্মী।

## বজালীৰ এগৰাকী কৃতী শিক্ষক দধিৰাম ঠাকুৰীয়া

সংগ্ৰাহক ঃ **ভৱানন্দ ডেকা**

কৃতী শিক্ষক দধিৰাম ঠাকুৰীয়াৰ জন্ম হয় পশ্চিম খাগ্ৰাবাৰীৰ কলিতাপাৰাত ১৯০০ ইং চনৰ মাঘ মাহত। তেওঁৰ পিতৃৰ নাম ৰাতিৰাম ঠাকুৰীয়া। ৰাতিৰাম পৰম মহন্ত ভকত আছিল। নিজৰ সৎসঙ্গী অনুষ্ঠান (সচঙ্গ) আছিল। তেওঁৰ বহুত ভকত আছিল। তেওঁ এবাৰ জগন্নাথ ক্ষেত্ৰ দৰ্শন কৰিবলৈ গৈ তাত বহুত দিন আছিল আৰু তাতেই তেওঁ ভেষজ বিদ্যা শিকি এজন প্ৰখ্যাত ভেষজবিদ হিচাপে খ্যাত হয়। তেওঁৰ বহুত তন্ত্ৰ-মন্ত্ৰৰ পুথি আছিল। দধিৰাম ঠাকুৰীয়াই বাল্য শিক্ষা গাঁৱতেই লাভ কৰি চৌখুটি মজলীয়া স্কুলৰ পৰা ১৯১৮ চনত এম, ভি, আৰু এম, ই, পাছ কৰি যোৰহাটলৈ নৰ্মাল পঢ়িবলৈ যায়। অতি সুখ্যাতিৰে নৰ্মাল পাছ কৰে ১৯২১ চনত। নৰ্মাল পাছ কৰি কিছু দিন চৌখুটি মজলীয়া স্কুলত অস্থায়ী শিক্ষক হিচাপে কাম কৰাৰ পাছত ১৯২২ চনত সৰ্থেবাৰী মজলীয়া স্কুলত প্ৰধান শিক্ষক হিচাপে ভৰ্তি হয়। তাত তেওঁ ১৯২২ চনৰ পৰা ১৯২৫ চনলৈ চাকৰি কৰে। সৰ্থেবাৰীত তেওঁ অতি সুখ্যাতিৰে শিক্ষকতা কাম কৰিছিল।

দধিৰাম ঠাকুৰীয়া এজন সমাজ সংগঠনকাৰীও আছিল। চন্দ্ৰপ্ৰভা শইকীয়ানীৰ লগত মহিলা সংগঠনৰ কামত লাগি বজালীৰ মহিলাসকলক প্ৰগতিৰ পথত আগবঢ়াই অনাত তেওঁ যথেষ্ট বৰঙণি আগ বঢ়াইছিল।

ভাৰতৰ স্বাধীনতা তথা অস্পৃশ্যতা নিবাৰণ আন্দোলনতো তেওঁ ভাগ লৈছিল। তেওঁৰ ঘৰ সেই সময়ত ধনীৰাম তালুকদাৰ, দেবেন উজিৰ, মহেন্দ্ৰ মোহন চৌধুৰী আদিৰ আশ্ৰয়ৰ স্থান আছিল। দেবেন উজীৰৰ লগত তেওঁ অস্পৃশ্যতা নিবাৰণৰ কামত লাগিছিল।

## নীৰৱ কৰ্মী স্বৰ্গীয় ভৱনাথ ভূঞা

সংগ্ৰাহক ঃ **হেমেন্দ্ৰ কুমাৰ ভূঞা**

সৰ্থেবাৰী গাঁওত ইং ১৮৮০ চনত অসমৰ এগৰাকী প্ৰতিভাসম্পন্ন শিক্ষক, নীৰৱ কৰ্মী, পাৰ্গত বয়ন শিল্পী তথা সুনিপুণ কাৰিকৰৰ জন্ম হৈছিল। তেখেতৰ নাম আছিল ভৱনাথ ভূঞা। তেখেত আমাৰ আতা।

আতাই প্ৰাথমিক শিক্ষা নিজ গাঁও সৰ্থেবাৰীত আৰম্ভ কৰিছিল। ইং ১৮৯৫ চনত তেখেতে যোৰহাটলৈ নৰ্মাল পঢ়িবলৈ যায়। নৰ্মালৰ লগতে তেখেতে মুক্তিয়াৰৰ পাঠ্যক্ৰমতো নাম ভৰ্ত্তি কৰিছিল। ইং ১৮৯৭-১৮৯৮ চনত নৰ্মাল আৰু মুক্তিয়াৰৰ দুয়োটা পৰীক্ষাতেই উত্তীৰ্ণ হৈছিল।

আতাই তেজপুৰৰ চৰকাৰী বিদ্যালয়ত অসমীয়া বিভাগৰ শিক্ষক হিচাবে যোগদান কৰে। তেজপুৰত প্ৰায় ১৬ বছৰ সুখ্যাতিৰে শিক্ষকতা কৰাৰ পিছত, তুৰাত চৰকাৰে নতুনকৈ স্থাপন কৰা বয়ন বিদ্যালয়লৈ বদলি হয়। চাকৰিৰ এই বদলি, আতাৰ বাবে এক গুৰুত্বপূৰ্ণ বিষয়। বয়ন শিল্পৰ স্বীকৃতি প্ৰাপ্ত বিশেষ কোনো অৰ্হতা নথকা স্বত্বেও নতুনকৈ প্ৰতিষ্ঠা কৰা এখন বয়ন বিদ্যালয়ৰ দায়িত্ব চৰকাৰে দিয়াতো নিশ্চয় গুৰুত্বপূৰ্ণ কথা। সেই সময়ৰ সমবায় বিভাগৰ সঞ্চালক তথা উদ্যোগ বিভাগৰ অধিকৰ্তা ৰায় চাহাব কনক লাল বৰুৱা দেৱে কোনো ব্যক্তিগত কাৰণত আতাৰ তেজপুৰৰ বাসভৱনলৈ যাওঁতে আতাৰ ঘৰত উন্নত ধৰণৰ ফ্লাই ছাটেল তাঁত শাল দেখি আৰু সেই তাঁত শাল আতাই নিজহাতে ঘৰতে তৈয়াৰ কৰা বুলি জানিব পাৰি বয়ন শিল্পত তেখেত কিমান পাৰ্গত সেই বিষয়ে উপলব্ধি কৰিয়েই আতাক নতুনকৈ চৰকাৰে প্ৰতিষ্ঠা কৰা বয়ন বিদ্যালয় এখনৰ দায়িত্ব দি বদলি কৰে। সেই সময়ত ভৈয়ামৰ লোকৰ বাবে তুৰা অতি দুৰ্গম ঠাই আছিল। ব্ৰহ্মপুত্ৰ নদীৰে মানকাচাৰলৈ জাহাজেৰে আৰু তাৰ পৰা তুৰালৈ প্ৰায় দুই দিন, দুই ৰাতি গৰু গাড়ীৰে জুম বান্ধি বান্ধি যাব লাগিছিল। ইমান ভিতৰুৱা ঠাইলৈ গৈ থলুৱা লোকক বয়ন শিল্পৰ শিক্ষা দিয়াৰ আগ্ৰহে বয়ন শিল্পৰ প্ৰতি থকা আতাৰ নিষ্ঠা আৰু আগ্ৰহৰ পৰিচয় দিছে। সমসাময়িক কালতেই জাতিৰ পিতা মহাত্মা

গান্ধীয়ে বৃটিছ চৰকাৰৰ বিৰুদ্ধে স্বদেশী আন্দোলন আৰম্ভ কৰিছিল। বিদেশী কাপোৰ আৰু চৰকাৰী চাকৰি, চৰকাৰী অনুষ্ঠান আদি বৰ্জন আৰু স্বদেশী বস্ত্ৰ তৈয়াৰ কৰা আন্দোলনৰ কাৰ্যসূচী আছিল। আতাই হয়তো স্বদেশী বস্ত্ৰ তৈয়াৰ কৰাৰ শিক্ষা থলুৱা লোকৰ মাজত বিলোৱাৰ সুবিধা গ্ৰহণ কৰিয়েই চৰকাৰৰ বয়ন বিদ্যালয়ত যোগদান কৰিছিল।

তুৰাত এবছৰ চাকৰি কৰাৰ পাছত বয়ন শিল্পৰ উচ্চ শিক্ষাৰ বাবে বৰহমপুৰলৈ গৈছিল। ইং ১৯২২ চনত আতাক বদলি কৰে গুৱাহাটী বয়ন বিদ্যালয়লৈ। ইং ১৯২০ চনত এই বয়ন বিদ্যালয়খন স্থাপিত হৈছিল।

গুৱাহাটী বয়ন বিদ্যালয়ত যোগদান কৰাৰ তিনি চাৰি বছৰ পিছত, বিদ্যালয়খনৰ অধিকৰ্তা শ্ৰী এন্, এম্, সুন্দৰম্ ডাঙৰীয়াই, বিদ্যালয়ত এটি মহিলা শাখা খোলাৰ সিদ্ধান্ত লয় যদিও মহিলা শিক্ষয়িত্ৰী নোপোৱাত বিপাঙত পৰে। শ্ৰীসুন্দৰম ডাঙৰীয়াক আতাই নিজ ঘৰলৈ আনি আইতাই বোৱা কাপোৰ আৰু কাপোৰত তোলা সুন্দৰ সুন্দৰ ৰঙীন চানেকী সমূহ দেখুওৱাত, সুন্দৰম ডাঙৰীয়া মুগ্ধ হয় আৰু বিদ্যালয়ৰ বাবে প্ৰয়োজন হোৱা মহিলা শিক্ষয়িত্ৰীৰ দায়িত্ব আইতাই ল'ব পাৰিব বুলি নিশ্চিত হৈ আইতাক গুৱাহাটী বয়ন বিদ্যালয়ৰ শিক্ষয়িত্ৰী হিচাবে নিযুক্তি দিয়ে।

গুৱাহাটীলৈ বদলি হৈ আহিয়েই যোৰ পুখুৰী অঞ্চলত, এতিয়াৰ চন্দ্ৰকুমাৰ আগৰৱালা পথত নিজৰ এটি বাস গৃহ সজাৰ কাম হাতত লয়। ঘৰ সজা কথাটি হয়তো সাধাৰণ দৃষ্টিত কোনো গুৰুত্বপূৰ্ণ কথা নহয়। আতাৰ ক্ষেত্ৰত গুৰুত্ব দিয়া হৈছে এই বাবেই যে এই ঘৰটিৰ প্ৰায় ৯০ শতাংশ কাম আতাই নিজ হাতে সম্পন্ন কৰে। প্ৰায় তেৰটা কোঠাৰ এই বৃহৎ ঘৰটিৰ ভিঠা, মজিয়া, বেৰ, চাল আদিৰ সকলো কামকে আতাই নিজে কৰিছিল। ঘৰটিৰ মুধচ আৰু চালৰ চাৰিওফালে কাপোৰত তোলা চানেকীৰ দৰে টিনপাত কাটি ফুলৰ চানেকীৰে সজাইছিল। সন্মুখৰ বাৰান্দাত কাঠৰ পৰা কাটি উলিওৱা সুন্দৰ ফুলৰ লতা, ঘৰৰ গোসাই ঘৰত থকা চাৰিটা, সিংহৰ ওপৰত গঢ়া সিংহাসন খন, ঘৰৰ আচবাব যেনে বিছনা, আলমাৰী, ড্ৰেচিং টেবুল আদিয়ে আজিও এইগৰাকী সুনিপুন কাৰিকৰৰ শিল্প প্ৰতিভাৰ সাক্ষ্য বহন কৰি আছে।

শিক্ষকতাৰ দায়িত্ব সুকলমে পালন কৰাৰ লগতে আজৰি সময়ত লোহা, কাঠ, বাহ আদি বিভিন্ন সামগ্ৰীৰ হাতৰ কাম কৰাৰ উপৰিও আতাই সামাজিক কামৰ বাবেও সময় উলিয়াইছিল। চন্দ্ৰকান্ত অভিধানৰ প্ৰধান সংকলক সৰুক্ষেত্ৰীৰ ৰত্ন কোহিৰাম দাস ডাঙৰীয়াৰ নেতৃত্বত প্ৰতিষ্ঠিত অসম কঁহাৰ সংঘৰ সৰ্থেবাৰীত অনুষ্ঠিত হোৱা প্ৰথম খন সাধাৰণ সভাত পৌৰোহিত্য কৰিছিল আতাই।

সৰ্থেবাৰী এম, ভি, বিদ্যালয় প্ৰতিষ্ঠাৰ সময়ত বিদ্যালয়ৰ বাবে প্ৰয়োজন হোৱা কিছু আচবাব পত্ৰ আতাই দান কৰিছিল বুলি জানিব পাৰিছিলোঁ। তেখেত সুদক্ষ বাঢ়ৈ হিচাপে স্বীকৃত।

আজীৱন কৰ্মত ব্যস্ত থাকি, এখন সফল সংসাৰ গঢ়ি ইং ১৯৫২ চনত আতাই এই সংসাৰ ত্যাগ কৰে।

## ডাঃ খগেন্দ্ৰ নাথ ভট্টাচাৰ্য

সংগ্ৰাহক ঃ মহেন্দ্ৰনাথ ভট্টাচাৰ্য

শ্ৰীখগেন্দ্ৰ নাথ ভট্টাচাৰ্যৰ জন্ম হয় হেলচা গাঁৱত ১৮৯৫ চনত। তেওঁৰ পিতৃৰ নাম আছিল শ্ৰীব্ৰহ্মাদত্তদেৱ ভট্টাচাৰ্য।

সেই সময়ত গাঁৱৰ কথা বাদেই নগৰ অঞ্চলতো পঢ়া-শুনা কৰা বিদ্বান লোক বৰ কম আছিল। তথাপি শ্ৰীখগেন্দ্ৰনাথে সংস্কৃত পঢ়াৰ উপৰিও এণ্ট্ৰেন্সলৈ পঢ়িছিল আৰু গাঁৱ অঞ্চলত ডাক্তৰৰ অভাৱ দেখি ডাক্তৰ হোৱাৰ আশাৰে ১৯১৩ চনত হেলচা গাঁৱৰ পৰা সুদূৰ গুৱাহাটীলৈ ঢাপলি মেলে আৰু ডাঃ জ্যোতিষ গঙ্গোপাধ্যায়ৰ ফাৰ্মাচীত থাকি হেমিওপ্যাথিক পঢ়া আৰম্ভ কৰে। সেই ফাৰ্মাচীৰ ভৰিয়তে যথেষ্ট কষ্ট স্বীকাৰ কৰি ১৯১৭ চনত ঢাকা বিশ্ববিদ্যালয়ৰ পৰা H.M.B. উপাধি লাভ কৰে। সেই উপাধি লৈ তেওঁ হেলচা গাঁৱলৈ ঘূৰি যায় আৰু চিকিৎসা আৰম্ভ কৰে।

সেইসময়ত হেলচা অঞ্চলত বিশেষকৈ হেলচা, পল্লা, কাৰাকুছি, নামশল্ম, সৰ্থেবাৰী, গোমূৰা, চাৰাবৰি, বৰবিলা, লখোপুৰ, বাসেশিলা আদি গাঁৱত ডাক্তৰ কবিৰাজৰ বৰ অভাৱ আছিল বাবে ডাঃ খগেন্দ্ৰ নাথ ভট্টাচাৰ্যই সৰ্থেবাৰী গোমূৰাৰ মাজত ৰাস্তাৰ দাঁতিত ৰাইজৰ চিকিৎসা সেৱা কৰিবৰ বাবে ১৯২৯ চনত এখন ফাৰ্মাচী স্থাপন কৰে। ফাৰ্মাচীখনত চৰ্কাৰী আৰু আৱশ্যকীয় সকলো ধৰণৰ ঔষধৰ মজুত ভৰাল তৈয়াৰ কৰি চিকিৎসা সেৱাত ডাঃ ভট্টাচাৰ্য ব্ৰতী হয়। অলপ দিনৰ ভিতৰতে তেওঁ ৰাইজৰ মাজত জনাজাত হৈ পৰে আৰু সেই এলেকাত সকলো লোকৰ এজন প্ৰিয় ডাক্তৰ হিচাপে খ্যাতি অৰ্জন কৰে। তেওঁ কলেৰা, হাইজা, বসন্ত, মেলেৰীয়া বেমাৰৰ বিশেষ চিকিৎসক আছিল আৰু আজিও সেই এলেকাৰ লোকে তেওঁক স্মৰণ কৰে।

ডাঃ ভট্টাচাৰ্যই ডাক্তৰী ব্যৱসায়ৰ লগতে ১৯৩৩ চনৰ পৰা মাটিৰ প্ৰতিমা সজা কলা আৰম্ভ কৰে। তেওঁৰ সংস্কৃত ভাষাৰ বুৎপত্তি থকা হেতুকে ধ্যান অনুযায়ী দেৱ দেৱীৰ মূৰ্তি সাজিব পাৰিছিল আৰু পণ্ডিত, পূজাৰী ব্ৰাহ্মণসকলৰ ভুয়সী প্ৰশংসা লাভ কৰিব পাৰিছিল। তেওঁৰ প্ৰতিমাই জীৱন্ত ৰূপ পাইছিল। কলা-কৃষ্টিৰ উৎকৃষ্ট সাধক হিচাপে ডাঃ ভট্টাচাৰ্য গোটেই অসমতে স্বীকৃত হৈছিল। ডাঃ ভট্টাচাৰ্য বহুগুণী লোক আছিল। তেওঁ এজন ভাল কাঠ মিস্ত্ৰীও আছিল।

আমাৰ ৰাজ্যত ১৯২১ আৰু ১৯৪২ চনৰ স্বাধীনতা আন্দোলনতো তেওঁ যোগদান কৰিছিল আৰু গাঁৱে গাঁৱে চিকিৎসা সেৱাৰ বাবে ঘূৰি ফুৰোতে সংগঠনৰ কাম কৰি ফুৰিছিল। তেওঁ এজন নিভাঁজ কংগ্ৰেছী লোক আছিল আৰু মহাত্মা গান্ধীক অনুসৰণ কৰিছিল। তেওঁ সদায় ঘৰত কটা সূতাৰে বোৱা ধুতি পাঞ্জাবী পৰিধান কৰিছিল। চাইকেল আৰু ঔষধৰ বেগ তেওঁৰ চিৰ লগৰীয়া আছিল। ❐

*ইয়াৰ উপৰিও বহুতো জ্ঞাত-অজ্ঞাত ব্যক্তিয়ে সৰ্থেবাৰী তথা সৰুক্ষেত্ৰীৰ সমাজত প্ৰভূত বৰঙণি যোগাইছিল। আটাইবিলাকলৈ আমি শ্ৰদ্ধাৰ্ঘ নিবেদিছোঁ।*

সুকীয়া প্ৰবন্ধত স্মৃতিচাৰণ কৰা ব্যক্তিসকলৰ কথা ইয়াত উল্লেখ কৰা নাই। —সম্পাদক, স্মৃতিগ্ৰন্থ





# সাহিত্য সভাৰ প্ৰয়াত সভাপতি ড০ লীলা গগৈৰ সান্নিধ্য আৰু মিঠা অনুভূতি

সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ সভাপতি ড০. লীলা গগৈ এক পৰিচিত ব্যক্তি, গৱেষক পণ্ডিত, প্ৰথিতযশা কথা-সাহিত্যিক, বুৰঞ্জীবিদ তথা মননশীল গীতিকাৰ। এগৰাকী সাহিত্যিক হিচাপেই নহয় অসম সাহিত্য সভাৰ সভাপতি হিচাপেও তেওঁ সৰ্বজন সমাদৃত বিশিষ্ট ব্যক্তি। যোৱা ১৯৯৪ ৰ তেইশ জুলাইৰ বিয়লি অকালতে, অকস্মাতে তেওঁ কৰিলে মহাপ্ৰয়াণ। অথচ যোৱা একৈশ জুলাই তাৰিখলৈকে তেওঁ সভাৰ কৰ্ণধাৰ হিচাপে নিজ দায়িত্ব নিষ্ঠাৰে পালন কৰি গ'ল। তেওঁ আমাৰ পৰা অকস্মাতে আঁতৰি যাব সেয়া যেন আজিও বিশ্বাস কৰিবলৈ মন নেযায়। সভাৰ প্ৰধান সম্পাদক হিচাপে ১৯৯৪ ৰ ন ফেব্ৰুৱাৰীৰ পৰা একৈশ জুলাইলৈকে তেওঁক লগ পাইছিলোঁ নিবিড়ভাৱে, আন্তৰিকতাৰে এক নিস্বাৰ্থ ব্যক্তি তথা সভাৰ কাণ্ডাৰী হিচাপে। তেওঁৰ নিষ্ঠা, উদাৰতা, নিয়মানুৱৰ্তিতা আৰু মননশীলতাই আমাক সদায়ে মোহিত কৰিছিল, অনুপ্ৰাণিত কৰিছিল, প্ৰেৰণা যোগাইছিল সভাৰ কাম কৰিবলৈ, সভাৰ গতি-প্ৰকৃতিৰ উত্তৰণ সাধিবলৈ।

ড লীলা গগৈ অসম সাহিত্য সভাৰ লগত সুদীৰ্ঘ কাল জড়িত। শিৱসাগৰত থকাকালত ৰংপুৰ সাহিত্য সভাৰ মাধ্যমেৰেই তেওঁ সভাৰ সাধাৰণ সভ্য হয় (সম্ভৱতঃ এই শতিকাৰ ষাঠিৰ দশকৰ প্ৰাৰম্ভতে)। তেওঁ সভাৰ কাৰ্যনিৰ্বাহিকত যোগদান কৰা বৰ্ষসমূহ হ'ল ঃ- ১৯৬২, ১৯৬৩, ১৯৬৫, ১৯৬৬, ১৯৬৭, ১৯৬৮, ১৯৬৯, ১৯৭১, ১৯৭২, ১৯৭৪, ১৯৭৫, ১৯৭৬, ১৯৭৭, ১৯৭৮, ১৯৭৯, ১৯৮০, ১৯৮১, ১৯৮৯, ১৯৯০, ১৯৯১, ১৯৯২ আৰু ১৯৯৩। ইয়াৰ উপৰিও বিভিন্ন সময়ত তেওঁ অসম সাহিত্য সভাৰ প্ৰকাশনকে ধৰি বিভিন্ন উপসমিতিৰ সদস্যপদ অলংকৃত কৰি গৈছে। ১৯৭৮-৭৯ আৰু ১৯৭৯-৮০ বৰ্ষত সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব নিষ্ঠা আৰু একাগ্ৰতাৰে পালন কৰি গৈছে। সেই বৰ্ষৰ সভাৰ ধনভঁৰালী কোষাধ্যক্ষ অধ্যাপক প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্যৰ মতে "সেই বছৰটোত গগৈ আৰু মই বহুঠাই ঘূৰিলোঁ, নানা ঠাইত কটালোঁ। সেই বছৰটোত আমি দুয়ো বৰ ঘনিষ্ঠ হৈ পৰিছিলো। সেই সময়ত দেখিছিলো গগৈৰ নিজা মৌলিক চিন্তা আছিল। তেওঁ গভীৰ ভাৱে চিন্তা কৰিহে কোনো এটা কথা কৈছিল। সাহিত্য সভাৰ প্ৰথম কাৰ্যনিৰ্বাহিক। যোৰহাটত বহিছিল। ইতিমধ্যে অসমত অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম আৰম্ভ হৈছে। সাহিত্য সভাই গণ সংগ্ৰাম পৰিষদত যোগ দিয়া নিদিয়া লৈ সেইদিনা তুমুল আলোচনা । সভাত সকলো সদস্যই একমত হৈ যোগদিয়াটোকে প্ৰায় খাটাং কৰিছে। গগৈৰ দুৰ্ঘোৰ আপত্তি। গগৈৰ মতে সাহিত্য সভাই নিজাৰৰীয়াকৈ আন্দোলনত যোগ দিব লাগে। সভাৰ সুকীয়া অস্তিত্ব ৰাখি আন্দোলনত নামি পৰিব লাগে। তেখেতে যোগ দিয়াৰ বাবে আপত্তি কৰি আহিছে। কিন্তু অৱশেষত যেতিয়া পৰিষদত যোগ দিয়াটো প্ৰায় সৰ্বসন্মত হ'ল, তেতিয়া গগৈয়েও আৰু আপত্তি নকৰিলে। সভাৰ পিছতো গগৈয়ে দৃঢ়তাৰে তেখেতৰ আপত্তি দশাহি আছিল।" ১৯৮০-৮১ বৰ্ষত তেওঁ অসম সাহিত্য সভাৰ উপসভাপতি পদো অলংকৃত কৰি গৈছে। সেয়ে সভাৰ গতি-নক্ষত্ৰৰ বিষয়ে তেওঁৰ সম্যক জ্ঞানেই নহয় সুদূৰপ্ৰসাৰী চিন্তা ভাৱনা আৰু নিজস্ব কৰ্মকুশলতাৰ পূৰ্ণ প্ৰতিফলন সম্পৰ্কে তেওঁ জানিছিল আৰু নিজে দেখিছিল বা কৰিছিল। সেইবাবেই সভাৰ কাৰ্যনিৰ্বাহিকৰ প্ৰাৰম্ভিক আৰু প্ৰথম পূৰ্ণাংগ অধিবেশনত তেওঁ সভাৰ ১৯৯৪-৯৫ বৰ্ষৰ বাবে কাৰ্যসূচী প্ৰস্তুত তথা গৃহীত আঁচনিবোৰৰ ৰূপায়ণৰ বাবে বদ্ধপৰিকৰ হৈ পৰিছিল। তেওঁৰ এই মহানুভৱতাৰ বাবে অকল আমিয়েই নহয় সভাৰ প্ৰতিজন কৰ্মী আৰু কৰ্মচাৰী তথা উক্ত ক্ষেত্ৰৰ প্ৰতিজনে লাভ কৰিছিল অনুপ্ৰেৰণা আৰু কৰ্মপ্ৰেৰণা । সভাৰ নিয়মাৱলীত উল্লিখিত অ-ৰাজনৈতিক আৰু অসাম্প্ৰদায়িক স্থিতি সম্পৰ্কে তেওঁ সদায় সচেতন আছিল। এই স্থিতিৰ কিঞ্চিৎ ব্যতিক্ৰম হওক, সেইটো কেতিয়াও তেওঁ নিবিচাৰিছিল। বিভিন্ন সভা সমিতিত দিয়া ভাষণ প্ৰসংগত নিয়মাৱলীৰ উক্ত দফাৰ বিষয়ে উল্লেখ কৰি তেওঁ সদায়ে জনসাধাৰণক, বিশেষকৈ সভাৰ লগত জড়িতসকলক এই বিষয়ে সচেতন হ'বলৈ আহ্বান জনাইছিল। তেওঁ কৈছিল 'অসম সাহিত্য সভা অসম তথা ভাৰতৰ পূৰ্বাঞ্চলৰ একমাত্ৰ ভাষা-সাহিত্য আৰু সংস্কৃতি তথা শিক্ষাসদী জাতীয় অনুষ্ঠান — ই জনগণৰ অনুষ্ঠান, সেয়ে সভাক জনগণৰ অনুষ্ঠান কৰি ৰাখিব লাগিব, লাগিলে সভাই যিকোনো সমস্যা বা পৰিস্থিতিৰ সন্মুখীন নহওক কিয় ........।' তেওঁৰ এই বলিষ্ঠ পদক্ষেপৰ বাবেই সভাৰ ভাবমূৰ্তি ক্ৰমে উজ্জ্বল হব ধৰা বুলি আমাৰ অনুভৱ হৈছিল।

সভাৰ প্ৰকাশনকে ধৰি বিভিন্ন ক্ষেত্ৰৰ পুৰণি কামবোৰ তেওঁ সম্পূৰ্ণ কৰাৰ বাবে বদ্ধপৰিকৰ আছিল। সেয়ে অন্যান্য আঁচনিৰ লগতে সভাৰ প্ৰকাশন আঁচনি গ্ৰহণ কৰোঁতে পূৰ্বে উল্লিখিত দিশবোৰলৈ তেওঁ সদায়ে মনোযোগ দিছিল আৰু পৰামৰ্শ আগবঢ়াইছিল। জনগোষ্ঠীয় ভাষাসমূহৰ সমস্যাৰ বিষয়ে তেওঁ অৱগত আছিল। সেই সমস্যাবোৰৰ বিষয়ে নিশ্চিতভাৱে আলোচনা কৰি সমাধানৰ উপায় উদ্ভাৱন সম্পৰ্কে অকল চিন্তা কৰাই নহয়, আলোচনা চক্ৰ আদিৰ আয়োজন কৰি সভাৰ ভাষা সমন্বয় মঞ্চযোগে ৰূপায়ণৰ বাবে এক সুকীয়া আঁচনি গ্ৰহণৰ ব্যৱস্থা ল'বলৈ তেওঁ প্ৰস্তাৱো দাঙি ধৰিছিল। অসমৰ জনগোষ্ঠীয় ভাষা-সাহিত্যৰ

অনুষ্ঠানসমূহৰ লগত তেওঁৰ সম্পৰ্ক গভীৰ আছিল আৰু তেনে অনুষ্ঠানৰ আমন্ত্ৰণ বা আহ্বান পালে তেওঁ সদায়ে যোগদান কৰিছিল। মৰিগাঁও অধিৱেশনত সভাৰ সভাপতি হিচাপে দায়িত্ব লোৱাৰ পিছৰে পৰা তেওঁৰ গা সিমান ভাল নাছিল। আমাৰ লগত বিভিন্ন সময়ত সংযোগ কৰোঁতে সদায়ে তেওঁ সেই কথা কৈছিল। যোৱা মে' মাহৰ শেষৰফালে এবাৰ অসুস্থ হৈ পৰাত চিকিৎসকে তেওঁক হেনো এমাহৰ বাবে বিশ্ৰাম লবলৈ কৈছিল। বিশ্ৰাম লৈছিলোঁ। কিন্তু সভাৰ যিকোনো আহ্বানক তেওঁ স্বাগতম জনাইছিল আৰু উপস্থিত থাকিবলৈ যত্ন কৰিছিল। তেওঁ সদায়ে কৈছিল- 'গাটো সিমান ভাল নহয়, নগ'লে নহয়নে? নহলে যোগদান কৰিমেই দিয়ক, আপুনি চিন্তা কৰিব নেলাগে . . . .'

যোৱা একৈশ জুলাই তাৰিখে তেওঁৰ বাসভৱনতে সভাৰ ভোগেশ্বৰ কনকা আৰু তাৰাপ্ৰসাদ চক্ৰৱৰ্তী ন্যাস সমিতিৰ বৈঠক অনুষ্ঠিত হৈছিল ক্ৰমে বিৰলি আঢ়ৈ আৰু চাৰি বজাত। পূৰ্বে ডিব্ৰুগড় সাহিত্য সভাৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ভৱনত উক্ত বৈঠকৰ আয়োজন কৰা হৈছিল। কিন্তু গগৈ ছাৰৰ গাটো সিমান ভাল নহয় বুলি কোৱাত বৈঠকৰ স্থান সলনি কৰি তেওঁৰ বাসভৱনতে আমি মিলিত হৈছিলোঁ। প্ৰাক্তন প্ৰধান সম্পাদক ডঃ নগেন শইকীয়া, প্ৰাক্তন প্ৰধান সম্পাদক প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্য, প্ৰাক্তন প্ৰধান সম্পাদক অমল বাজখোৱা, সহকাৰী সম্পাদক মুকুল হাজৰিকা আদি ন্যাস দাঁতাৰ সদস্যৰ উপস্থিতিত সৰল অথচ কাৰ্যকৰী আলোচনাৰে বৈঠকৰ সামৰণি পৰিছিল। মাজে মাজে উপস্থিত সকলক লৈ হাস্য-ব্যঙ্গাত্মক উক্তি নকৰাকৈও তেওঁ থকা নাছিল। বৈঠকৰ অন্তত অসমৰ বৰপেটা অঞ্চলত সংঘটিত ঘটনাৱলীৰ বিষয়ে তেওঁৰ আৰু মোৰ মাজত আলোচনা হৈছিল। ছাৰে কৈছিল- সেই অঞ্চললৈ মই যাব পৰা হলে ভাল আছিল, গাটো ভাল নহয় . . . আপুনি, সভাৰ ধনভঁৰালী নৰনাৰায়ণ দেৱশৰ্মা আৰু কেইজনমানক লৈ যাব আৰু মোক সবিশেষ টেলিফোনযোগে জনাব- গাটো ভাল পালে আমি একেলগে আগলৈ আকৌ এবাৰ যাম . . . মানুহক বুজাব লাগিব, ক'ব লাগিব ভাতৃঘাতী সংঘৰ্ষই কাৰো স্বাৰ্থপূৰণ নকৰে, বৰং জাতীয় জীৱনৰ 'ক্ষতিহে কৰিব'। সভাৰ সভাপতি হিচাপে তেওঁৰ সেয়া আছিল শেষ বাণী। ইতিমধ্যে উনৈশ' জুলাই তাৰিখে ছাৰৰ দ্বাৰা স্বাক্ষৰিত এটি যুটীয়া বিবৃতি বাতৰি কাকতসমূহলৈ পঠোৱা হৈছিল। উক্ত বিবৃতিযোগে বৰপেটাত সংঘটিত ঘটনাৱলী সম্পৰ্কত সভাৰ তৰফৰ পৰা প্ৰকাশ কৰি জাতি, ধৰ্ম নিৰ্বিশেষে অসমৰ জনসাধাৰণক শান্তি-সম্প্ৰীতি অটুট ৰাখিবলৈ আহ্বান জনোৱা হৈছিল। সভাপতি হিচাপে তেওঁৰ আৰু আমাৰ দ্বাৰা স্বাক্ষৰিত সেৱা আছিল অন্তিম যুটীয়া বিবৃতি।

উক্ত একৈশ জুলাইৰ দিনাই ছেপ্তেম্বৰৰ পৰা ত্ৰিশ অক্টোবৰলৈকে সভাৰ গোৱালপাৰা, জামুঁগুৰি, ডিমৌ, বাস্কা, সৰুপেটা, কমাৰগাঁও আৰু যোৰহাটত অনুষ্ঠিত হ'বলগীয়া কেইটামান কাৰ্যসূচী, তাৰিখ আৰু বিষয় নিৰ্দ্ধাৰিণ কৰা হৈছিল। এই বিষয়ক আমি দাখিল কৰা সভাৰ নথিত স্বাক্ষৰ কৰি ছাৰে কৈছিল- মই যাব নোৱাৰিলেও আপুনি সভাৰ উপ-সভাপতি শ্ৰীবিশ্ব বৰুৱা আৰু অন্যান্যসকলৰ দ্বাৰা অনুষ্ঠানবোৰ চলাব। মোৰ গাটো ভাল নহয়।' ছাৰে আমাক পূৰ্বেই জনাই থৈছিল যে পোন্ধৰ আগষ্টৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা আয়োজিত হ'বলগীয়া সূৰ্যকুমাৰ ভূঞা স্মাৰক বক্তৃতা আৰু কেইটিমান বিশেষ কামত ব্যস্ত হব। গতিকে উক্ত তাৰিখৰ পৰা পোন্ধৰ ছেপ্তেম্বৰলৈ যাতে সভাৰ কোনো কাৰ্যসূচী লোৱা নহয়। ৰহস্য কৰি তেওঁ কৈছিল- 'মই এমাহৰ বাবে ছুটীৰ দৰ্খাস্ত কৰিছো, মাননীয় প্ৰধান সম্পাদক ভাঙৰীয়া . . . .' একেদৰে সভাৰ কেইখনমান উপ-সমিতিৰ বৈঠক ক্ৰমে সাত আগষ্টত কাৰ্যনিৰ্বাহকৰ আগেয়ে চাৰি, পাঁচ আৰু ছয় আগষ্টত আহ্বান কৰাৰ বাবেও তেওঁ সন্মতি প্ৰদান কৰিছিল। সভাপতি হিচাপে সভাৰ উক্ত দুয়োখন নথিত কৰা স্বাক্ষৰেই তেওঁৰ শেষ স্বাক্ষৰ। সভাৰ সন্মানিত সভাপতি হোৱা স্বত্বেও সভাৰ এগৰাকী নিস্বাৰ্থ কৰ্মীৰূপে কৰ্মলৈ তেওঁ সততে যত্ন কৰিছিল আৰু সভাৰ প্ৰতিগৰাকী বিষয়ববীয়া আৰু কাৰ্যনিৰ্বাহকৰ সদস্যৰ প্ৰতি সমভাৱ প্ৰকাশ কৰিছিল। সভাৰ বিভিন্ন জিলা আৰু শাখা সভাই তেওঁক বিভিন্ন সময়ত আমন্ত্ৰণ জনাইছিল। কিন্তু সদায় সভাৰ প্ৰধান সম্পাদককহে আঙুলিয়াইছিল। তেওঁ ব্যংগ কৰি সদায় কৈছিল. . .'আপোনালোকে প্ৰধান সম্পাদকৰ লগতে যোগাযোগ কৰক, তেওঁহে কাৰ্যকৰী কৰে, মই সভাপতিহে।' বিভিন্ন সময়ত একেলগে ভ্ৰমণ কৰোঁতে, একেলগে অনুষ্ঠান পৰিচালনা কৰোঁতে, সভাৰ কাৰ্যালয়ত মিলিত হওঁতে সদায়ে সহানুভূতি, নিয়মানুবৰ্তিতা আৰু একাত্মবোধকেই দেখুৱাইছিল- যাৰ বাবে ডক্টৰ লীলা গগৈদেৱক সভাপতি হিচাপে পোৱাটো আমাৰ জীৱনৰ অন্য এক সৌভাগ্য আৰু সাৰ্থকতা বুলি আজিও আমি অনুভৱ কৰোঁ।

১৯ জুনত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা দিৱস কাৰবি আংলং জিলা সাহিত্য সভা আৰু ফুলনি সাহিত্য সভাৰ সহযোগত কেন্দ্ৰীয় ভাৱে লাংহিন তিনি আলিত আয়োজন কৰা হৈছিল। তেওঁ কাৰ্যসূচী প্ৰস্তুত কৰোতে কৈছিল- আপুনি 'নাৰায়ণপুৰৰ' লগত লগলাগি অনুষ্ঠানটি চলাব, মোৰ গা ভাল নহয়। উপ-সভাপতি বিশ্ব বৰুৱাদেৱে নাৰায়ণপুৰৰ বাবেই মাজে মাজে ৰহস্য কৰি তেনেদৰে নাৰায়ণপুৰ বুলি কৈছিল। ১৭ জুনত টেলিফোন কৰি জনাইছিল যে তেওঁ নাহিলে জিলা সাহিত্য সভা আৰু ফুলনিৰ বাইজে বেয়া পাব, অৰ্থাৎ তেওঁ অনুষ্ঠানত যোগদান কৰিব। যথাসময়ত যোগদান কৰিছিলো। প্ৰসংগক্ৰমে কওঁ যে সভাৰ যিকোনো অনুষ্ঠানৰ কাৰ্যসূচী প্ৰস্তুত কৰি এবাৰ অনুমোদন লোৱাৰ পিচত তাৰ সাল-সলনি তেওঁ কেতিয়াও কৰিবলৈ নিদিছিল। তেনে এটি সমস্যা তিনিআলিত ঘটিছিল। যাৰ বাবে বাৰম্বাৰ অনুৰোধ কৰাৰ পিচতো তেওঁ সিদ্ধান্তত অবিচল আছিল, ফলত আমি কিছু বিপাঙত পৰিবলগীয়া হোৱাৰ লগতে ব্যক্তি বিশেষৰ ওচৰত ক্ষমাও বিচাৰিব লগিয়াত পৰিছিলোঁ। পিচত, অৱশ্যে তেওঁ কৈছিল- "বুজিছে চৌধুৰী, গাটো বৰ বেয়া লাগিছিল বাবে সভাখন সামৰিবলৈকে আপোনাৰ অনুৰোধটো ৰখা নহ'ল, তেওঁ যেন বেয়া নেপায় (ব্যক্তিগৰাকী) মই লগ পালে বুজাই কম, আপুনি চিন্তা কৰিব নেলাগে। তেওঁ (ব্যক্তিগৰাকী) বুজা মানুহ, আপোনাক ভুল নুবুজে দিয়ক . . .।"

যোৱা তেৰ জুলাইত বজালীৰ ধৰমতলা-বামুনকুছি গাঁৱত অসম সাহিত্য সভাৰ উদ্যোগত উদ্‌যাপন সমিতি আৰু বৰপেটা সাহিত্য সভা তথা পাঠশালা সাহিত্য সভাৰ সহযোগত 'আৱাহন'ৰ সম্পাদক, প্ৰথিতযশা সাংবাদিক, সাহিত্যিক ডাঃ দীননাথ শৰ্মাৰ জন্ম-শতবাৰ্ষিকী অনুষ্ঠানত দিনটো একাই নহয় আবেলি মুকলি সভাত ভাষণ দি 'আৱাহন'যুগ আৰু ডাঃ দীননাথ শৰ্মাৰ বহুমুখী প্ৰতিভাৰ বিষয়ে সবহভাৱেই আলোচনা কৰিছিল। সভাৰ মূল অনুষ্ঠানত সেয়াই আছিল তেওঁৰ শেষ ভাষণ। দুপৰীয়া ধৰমতলাতে তেওঁৰ আহাৰৰ বাবে বিশেষ ব্যৱস্থা কৰা হৈছিল। কিন্তু তেওঁ আমাক অবাক কৰি উপ-সভাপতিৰ লগত আমাৰ ঘৰলৈ গৈ আহাৰ গ্ৰহণ কৰাৰ কথা কৈছিল। আমি ৰহস্য কৰি কৈছিলোঁ- আপোনাৰ বাবে আমাৰ ঘৰত ভাত ৰান্ধিবলৈ কোৱা হোৱা নাই, ইয়াতহে উদ্‌যাপন সমিতিয়ে বিশেষ ব্যৱস্থা কৰিছে। তেওঁ ব্যঙ্গ কৰি কৈছিল- "আপুনি ইয়াতে থাকক, আমি আপোনাৰ ঘৰলৈ গলোঁ, যদি আপোনাৰ শ্ৰীমতীয়ে বা পৰিয়ালে আমাক লঘোনে ৰাখে, আজি লঘোনেই থাকিম, বজালীৰ মানুহ কেনে অতিথি পৰায়ণ মোৰ জনা আছে।" ১৩ জুলাইৰ নিশাও তেওঁ আমাৰ গৃহতে আহাৰ গ্ৰহণ কৰিছিল। অৱশ্যে তেওঁৰ ইচ্ছা অনুসৰিয়েই গড়কাপ্তানী বিভাগৰ পাঠশালাৰ অতিথিশালাত নিশাটো থকাৰ ব্যৱস্থা কৰা হৈছিল। লগত আছিল উপ-সভাপতি শ্ৰীবিশ্ব বৰুৱাদেৱ। ১৪ জুলাইৰ ৰাতিপুৱা আমাৰ ঘৰত জলপান আদি পৰিয়ালৰ আনসকলৰ লগত বেচ ৰহস্য কৰিয়েই গ্ৰহণ কৰিছিল। তাৰ পিচত জলসিঞ্চন বিভাগৰ পাঠশালা সংমণ্ডলৰ অভিযন্তা আৰু সহকাৰী অভিযন্তাৰ (তেওঁৰ তেনেই চিনাকি) নিমন্ত্ৰণ ৰক্ষা কৰিছিল। চৌধ্য জুলাইৰ পুৱা তেওঁক পাঠশালা সাহিত্য সভাই সভা ভৱনত আন্তৰিক সম্বৰ্দ্ধনা জনাইছিল আৰু সভাই পাঠশালা অধিৱেশনৰ ৰাহি পুঁজিৰে নিৰ্মাণ কৰিবলৈ প্ৰস্তাৱ কৰা সাহিত্য সভা ভৱনৰ আধাৰশিলা স্থাপনৰ প্ৰস্তাৱ আগবঢ়াইছিল। তেওঁ সেই প্ৰস্তাৱো গ্ৰহণ কৰিছিল। সেইদিনা পুৱা তেওঁ ৬১ তম সৰ্থেবাৰী অধিৱেশনৰ আদৰণী সমিতিৰ কাৰ্যালয়ো উদ্বোধন কৰিছিল। পিছত সৰ্থেবাৰী অধিৱেশনৰ বিষয়ববীয়া সকলৰ সভাতো তেওঁ ভাষণ দিছিল। বিয়লি আদৰণী সমিতি আৰু ভাৰতীয় অধ্যয়ন চক্ৰৰ তৰফৰ পৰা তেওঁক ৰাজহুৱা ভাৱে সম্বৰ্দ্ধনা জনাইছিল। দুয়োখন সভাত ভাষণ দি তেওঁ সভাৰ সকলো কাৰ্যসূচী ৰাজনৈতিক ছত্ৰছায়াৰ পৰা নিলগত ৰাখিবলৈ আহ্বান জনাইছিল আৰু মৰিগাঁও বঙাইগাঁও, ডিফু, বিহপুৰীয়া আদি অধিৱেশনৰ উজ্জ্বল স্মৃতিৰ কথা উল্লেখ কৰিছিল। সোতৰ জুলাইত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত বৰপেটা সাহিত্য সভাৰ দ্বাৰা আয়োজিত বৰ্ণাঢ্য সম্বৰ্দ্ধনা অনুষ্ঠানত তেওঁ যোগদান কৰিছিল। সেয়াই আছিল শেষ ৰাজহুৱা ভাষণ। পোন্ধৰ জুলাইৰ পৰা তেওঁৰ গাটো সিমান ভাল নাছিল। অতিপাত জ্বৰ উঠিছিল। পোন্ধৰ জুলাইত সভাৰ ভগৱতী প্ৰসাদ বৰুৱা ভৱনত অনুষ্ঠিত অসম সাহিত্য সভা প্ৰকল্পৰ ভূমি সম্পৰ্কীয় উপ-সমিতিৰ বৈঠকত যোগদান কৰা সময়তো তেওঁৰ শৰীৰত উত্তাপ আছিল। বৰপেটা সাহিত্য সভাৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি তেওঁ সোঁতৰ জুলাইৰ সম্বৰ্দ্ধনা অনুষ্ঠানত যোগদান কৰিছিল। সম্ভৱত ঃ উক্ত অনুষ্ঠানেই ছাৰৰ শেষ ৰাজহুৱা অনুষ্ঠান। সেই সময়ত তেওঁৰ শৰীৰত উত্তাপ বাঢ়িছিল। সেইকথা কিন্তু আনক, আনকি আমাকো জনোৱা নাছিল। উক্ত সভাত ৰহি থাকোতে কিবা এটা প্ৰসংগত (এতিয়া মনত নপৰে) তেওঁ আমাক কাষলৈ মাতি নিছিল। তেওঁ আমাক হাতত ধৰি কথা কওঁতে তেওঁৰ শৰীৰত অধিক উত্তাপ থকাৰ বিষয়ে আমি অৱগত হৈছিলোঁ। আৰু সেইদিনা নৈশ বাছত ডিব্ৰুগড়লৈ নাযাবলৈ অনুৰোধ কৰিছিলোঁ। তেওঁ মাথোন কৈছিল- 'নাই একো নহয়, আপুনি অধিক চিন্তা কৰিছে' . . .।' সভাৰ কোনোবা এজনক তেওঁৰ লগত তেওঁৰ সহায়ৰ বাবে ডিব্ৰুগড়লৈ পঠোৱাৰ কথা জনাই আমি তেওঁক অনুৰোধ কৰিছিলোঁ। কিন্তু তেওঁৰ একেই কথা- 'নাই, আপুনি চিন্তা কৰিব নালাগে- মই ডিব্ৰুগড় পামগৈ নহয়। তেওঁ ৰহস্য কৰি কৈছিল- "পৰিবহন নিগমৰ বাছৰ ৯ নম্বৰ আসনখন মোৰ বাবে আন্দিনাৰ দৰে আজিও সংৰক্ষণ কৰি ৰখা আছে। আপুনি চিন্তা নকৰিব!"

প্ৰসংগক্ৰমে উল্লেখ থাকে যে ১৯৬২ চনৰ পৰা ১৯৯৪ চনলৈকে বিভিন্ন সময়ত ড গগৈদেৱৰ' লগত একেলগে সভাৰ কাম কৰা, ভ্ৰমণ কৰা, সভাৰহে মাত মতা, প্ৰকৃতাৰ্থত তেওঁৰ গভীৰ সংস্পৰ্শলৈ অহাৰ সুযোগ লাভ কৰো। তেওঁ আমাৰ লগত কামৰূপীয়া ভাষা কৈহে ভাল পাইছিল, কেতিয়াবা আমাক জোকাইও চাইছিল। কিন্তু কোনো ধৰণৰ ছুতা মাত, যাক কয় দাঁতে-ওঠে লগা নাছিল। কিন্তু আমি অনুভৱ কৰিছিলো ১৯৯১-১৯৯২ বৰ্ষৰ সভাৰ দ্বিতীয় কাৰ্যনিৰ্বাহকত যোগদান কৰা ড গগৈয়ে আমাৰ ওপৰত যেন কিছু বিতুষ্ট হৈছে। সভাৰ প্ৰকাশনৰ বিষয়ে তেওঁ সৰস আলোচনাও কৰিছিল। শেষত সভাই সিদ্ধান্ত লৈছিল, সভাৰ প্ৰকাশনৰ পাঁচ বছৰ অৰ্থাৎ ১৯৮৬ চনৰ পৰা ১৯৯১ বৰ্ষলৈকে তদন্ত কৰিবলৈ । তদন্ত সমিতিৰ এগৰাকী সদস্য আছিল ড গগৈদেৱে। প্ৰকাশনৰ পাঁচ বছৰৰ তদন্ত কৰিবলৈ দিয়া সমিতিয়ে ........................ একপক্ষীয়ভাৱে প্ৰতিবেদন দিলে 'ব্লেকবোৰ্ড অপাৰেচন আঁচনি'ৰ ধনৰ ওপৰতহে। শেষতগৈ এই প্ৰতিবেদন নাকচো হ'ল। আমি লাভবান হলো যে কাৰ্যনিৰ্বাহক, বিষয়বাছনী আৰু আনকি চৰকাৰী স্থানীয় হিচাপ পৰীক্ষকে পৰীক্ষা কৰা আমাৰ প্ৰধান সম্পাদকত্বৰ কাল ১৯৮৯-১৯৯০ আৰু ১৯৯০-১৯৯১ বৰ্ষত সভাৰ ধনৰ অপব্যয় বা কোনোৱে আত্মসাৎ কৰা নাছিল।

যোৱা দহ জুলাই তাৰিখটো সভাপতি ড গগৈদেৱৰ লগত একান্ত আৰু নিবিড় সংস্পৰ্শলৈ অহা অন্য এক উল্লেখনীয় দিন। সেইদিনা তেওঁ অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিয়ে শিৱসাগৰত জয়ন্তী সমিতিৰ শিৱসাগৰ জিলাৰ উদ্যোগত আয়োজন কৰা স্মাৰক বক্তৃতা অনুষ্ঠান। সমিতিয়ে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থ মুকলি কৰিছিল

ড গগৈদেৱে। সেইদিনাই চাচনী সাহিত্য সভাৰ নৱ-নিৰ্মিত ভৱনটো তেওঁ মুকলি কৰিছিল। শিৱসাগৰৰ পৰা চাচনীলৈ আৰু চাচনীৰ পৰা ডিব্ৰুগড়লৈ যোৱা গাড়ীখনত অকল তেওঁ আৰু মই .। যাত্ৰাৰ আৰম্ভণিৰে পৰা শেষলৈকে তেওঁ সভাৰ বিষয়ে বিভিন্ন পৰামৰ্শ আগবঢ়াইছিল আৰু কোনো ত্যাগৰ বিনিময়ত সভাৰ অ-ৰাজনৈতিক আৰু অ-সাম্প্ৰদায়িক চৰিত্ৰ অক্ষুন্ন ৰক্ষা কৰাৰ বাবে তেওঁ তেওঁৰ দৃঢ় সংকল্পৰ কথা কৈছিল আৰু আমাক সহযোগ কৰিবলৈ প্ৰকাৰান্তৰে সকিয়াই দিছিল। আমাৰ মাজত সভাৰ বিত্তীয়কে ধৰি বিভিন্ন বিষয়ৰ ওপৰত আলোচনা হৈছিল। প্ৰসঙ্গক্ৰমে তেওঁ ব্লেকবোৰ্ড আঁচনিযোগে সভাই ১৯৮৯-১৯৯০ আৰু ১৯৯০-১৯৯১ বৰ্ষত লাভ কৰা ধনৰ বিষয়েও আলোচনা কৰিছিল। তেওঁ ইতিমধ্যে এই সম্পৰ্কীয় নথিবোৰ হিচাপ আদি তন্ন-তন্নকৈ পৰীক্ষা কৰি সন্তুষ্টি লাভ কৰাৰ কথা আমাক জনাইছিল। আমিও বিনীতভাৱে আমাৰ স্থিতিৰ কথা তেওঁক জনাইছিলো আৰু আমি ইতিমধ্যে সভাত দাখিল কৰা আৰু সভাই গ্ৰহণ কৰা ব্যাখ্যা পত্ৰ আদিৰ প্ৰতিলিপি তেওঁ দেখুৱাইছিলো আৰু সেইবোৰ মনোযোগেৰে পঢ়ি তেওঁ আবেগ মিশ্ৰিতভাৱে কৈছিল – "দৰাচলতে এইবোৰৰ বিষয়ে মোক বহুতে ভুল ধাৰণাৰ বশৱৰ্তী হবলৈ উদ্‌গনি দিছিল, ভুল ব্যাখ্যাৰে বিপথে পৰিচালিত কৰিছিল, বুজিছে আপুনি নিষ্ঠাসহকাৰে সভাৰ কাম কৰাৰ কথা মই গভীৰভাৱে উপলব্ধি কৰিছো ...................... এতিয়া আপোনাৰ ওপৰত মোৰ কিঞ্চিতো সন্দেহ নাই ................ আপুনিও মোৰ ওপৰত .............।" মই আবেগেৰে কৈছিলো – 'চাৰ, আপোনাৰ এই কথাবোৰে মোক মোহিত কৰিছে আৰু সভাৰ হকে আত্মোৎসৰ্গ কৰাৰ এক নতুন প্ৰেৰণা দিলে।' মই আৰু কিবা কোৱাৰ আগেয়ে তেওঁ কৈছিল – ' আপুনি কাম কৰি যাওক, মোৰ দিহা-পৰামৰ্শ আৰু আস্থা আপোনাৰ ওপৰত চিৰদিন থাকিব। ............................ অহা কাৰ্যনিৰ্বাহকত আপোনাৰ নিষ্ঠা, নিৰপেক্ষতা আৰু দায়বদ্ধতাৰ কথা মই নিজেই সদস্য সকলক কম আৰু আমি কৰা অনুসন্ধান যে শুদ্ধভাৱে কৰা হোৱা নাছিল সেই কথাও সকলোকে মুকলি ভাৱে জনাম আৰু সকলোৰে হৈ মই সভাপতি হিচাপে .................।" মই বাধা দি অনুৰোধ জনাইছিলো – সেইবোৰ এৰক চাৰ, ব্লেকবোৰ্ড আঁচনিৰ ধনৰ ব্যৱহাৰ যথাযথ হোৱা বুলি আপোনাৰ যেতিয়া সন্দেহ দূৰ হৈছে – সভাৰ এগৰাকী নিঃকিন সেৱক হিচাপে এয়ে মোৰ জীৱনী শক্তিৰ ৰক্ষা-কবচ স্বৰূপ, মই আজি দ্বিতীয়বাৰৰ বাবে সন্তোষ লাভ কৰিছো। মোক বাধা দি চাৰে কৈছিল হব হব আপুনি ভাবিব নালাগে। মই যি কওঁ তাকে কৰো, মই কাৰ্যনিৰ্বাহকৰ পিছত এই বিষয় সমূহ সামৰি এটি বিবৃতি দিমেই।" ইয়াৰ পিছত সভাৰ আঁচনি বোৰৰ বিষয়ে আমাৰ মাজত আলোচনা হৈছিল। তেওঁ কৈছিল – "এটা কাম কৰিব আঁচনিবোৰ শিক্ষা আয়ুক্তলৈ পঠাব। কোনো আঁচনিৰ বাবে প্ৰথমে মন্ত্ৰী বা দিশপুৰলৈ যাব নালাগে। আঁচনি দিয়াৰ পিছত আলোচনাৰ বাবে আমন্ত্ৰণ জনালে পিছে পৰেও যলৈ যাব লাগে যোৱাৰ কথা চিন্তা কৰা হ'ব। এনেদৰে অনেক কথাই তেওঁৰ লগত নিবিড়ভাৱে আলোচনা কৰাৰ সুযোগ আমি লাভ কৰিছিলো। কাজেই তদন্ত সমিতিৰ এগৰাকী সদস্য ড গগৈদেৱ পিছত সভাৰ সভাপতি নিৰ্বাচিত আৰু আমি সভাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হোৱাত বহুতে সন্দেহ কৰিছিল অসম সাহিত্য সভাৰ এইবাৰ কি হয় থিক নাই, দুইজনৰ মাজত (সভাপতি আৰু প্ৰধান সম্পাদকৰ মাজত) শুণ্ড উপশুন্ডৰ দৰে কাজিয়া হব .. ....... ইত্যাদি। কিন্তু বহুতৰ ধাৰণাৰ লগত আমি একমত নাছিলো। কিয়নো কেতিয়াবা কোনোলোকৰ ওপৰত হোৱা কোনো ধাৰণা বা সন্দেহ লোকজন বা ধাৰণাকাৰী গৰাকীৰ প্ৰকৃত চৰিত্ৰ নহয়। সেয়ে আমি মৰিগাওঁ অধিৱেশনত সভাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হোৱাৰ পিচত বাতিপুৱা ইতিমধ্যে সভাপতিৰ পদ গ্ৰহণ কৰা ড গগৈদেৱক লগ ধৰাৰ মুহূৰ্তৰ পৰাই আমাৰ মাজত থকা পূৰ্বৰ দীৰ্ঘমিত্ৰতাৰ কোনো যতি পৰা নাছিল: সেয়া অনুভৱ কৰিছিলো। সেইদিনা তেওঁ কৈছিল 'নমস্কাৰ প্ৰধান সম্পাদক ডাঙৰীয়া, আহক, মোৰ কাষতে বহক, আমি এতিয়া লগ লাগি কাম কৰিব লাগিব, আনৰ কথা নুশুনিব, আমি দুয়ো বিতৰ্কিতই বিতৰ্কৰ উৰ্দ্ধত উঠিলো, সভাকো বিতৰ্কৰ উৰ্দ্ধত উঠাব লাগিব, সভাৰ অৰাজনৈতিক আৰু অসাম্প্ৰদায়িক চৰিত্ৰ অক্ষুণ্ণ ৰাখিব লাগিব, আমাৰ নাৰায়ণপুৰ (উপসভাপতি বিশ্ব বৰুৱা দেৱৰ প্ৰতি) বিতৰ্কিত নহয়, তেওঁক সদায়ে লগত ৰাখিব লাগিব.........................................।' কাজেই ড গগৈৰ এই বেদ বাক্য সদৃশ কথাবোৰ আজিও আমাৰ ৰক্ষা কবচ স্বৰূপ। প্ৰাৰম্ভিক বৈঠকৰ পৰা একৈশ জুলাইৰ সন্ধিয়ালৈকে তেওঁৰ পৰা পোৱা পিতৃসুলভ মৰমৰ কথা, প্ৰধান সম্পাদক হিচাপে আমাৰ প্ৰতি থকা স্নেহ আৰু ভাৰ ভাবা, কৰ্তব্য পালনত পোৱা সহযোগ জীৱনত পাহৰা সম্ভৱ নহব। আমাৰ মাজত এনে ভাৱে অন্তৰংগ স্থাপিত হৈছিল যে পৰস্পৰে পৰস্পৰৰ ওপৰত পূৰ্বে সময়সাপেক্ষে নীতিগত কাৰণত জন্মা সন্দেহ ধাৰণা আৰু আনে কোৱা বা যোগাবলৈ যত্ন কৰা ধাৰণাবোৰ খোলোচাভাৱেই আলোচনা কৰিছিলো। তেওঁ প্ৰায়ে কৈছিল – "আপোনাৰ বন্ধুবোৰৰ খবৰ কি হে চৌধুৰী বাবু? বহুদিন একো কোৱা নাই, আপোনাৰ বিৰুদ্ধে লগোৱা নাই, যিবোৰে আৱৰ্ত্ত-ভৱনলৈ আহি মোক লগ ধৰি আপোনাৰ বিৰুদ্ধে লগাই ফুৰিছিল ............................ ইত্যাদি।"

গুৱাহাটীৰ পৰা ডিব্ৰুগড়লৈ যাত্ৰা কৰাৰ আগমুহূৰ্ত্তত ড হীৰেণ গোহাঞিয়ে আমালোকক লগ পাব বিচৰাৰ কথা কৈছিলো। তেওঁ অ' বুলিকৈ ক্ষন্তেক থমকি ৰৈছিল। তাৰ পিচত কৈছিল – তেওঁক কব - - এইবাৰ গুৱাহাটীলৈ আহিলেই তেওঁক লগ পাম, মোৰো দুটামান কথা আছে, এইবাৰ লগ লাগিব নোৱাৰা বাবে তেওঁ যেন বেয়া নেপায় বুজাই কব।" সেইদিনা চিন্তাই কৰা নাছিলো; গুৱাহাটীৰ পৰা ডিব্ৰুগড়লৈ সেইদিনাৰ তেওঁৰ সেই বিদায়, শেষ বিদায় আছিল আৰু তেইশ জুলাইৰ বিয়লি পাঁচ বাজি চল্লিশ মিনিটত লৈছিল চিৰ বিদায়। সভাৰ মাননীয় সভাপতি হিচাপে প্ৰায় ছমাহে ড গগৈ ছাৰৰ লগত গঢ়ি উঠা আন্তৰিকতাৰ কথা হয়তো আজীৱন পাহৰিব নোৱাৰো, পাহৰিব নোৱাৰো 'সুৱাগমণি'ৰ শ্ৰদ্ধেয় ছাৰৰ সেই ঘৰখন। তেওঁ দি যোৱা নেতৃত্ব আৰু দেখুৱাই যোৱা আদৰ্শ আমাৰ লগত সভাৰ কৰ্মীসকলৰ পাথেয় হওঁক; ইয়াকে বিনয়েৰে কামনা কৰো। ●





# এক বৰ্ণাঢ্য চৰিত্ৰ ঃ হিতেশ ডেকা

কনকসেন ডেকা

সাধাৰণতে গ্ৰন্থমেলাৰ আগে পাছে আমি পূৰ্বৰ চিনাকি দুই এখন কিতাপৰ দোকানত সোমাও আৰু কোন গৰাকী লেখকৰ কিতাপৰ বিক্ৰী কেনে ধৰণৰ তাৰো খবৰ কৰোঁ। চন্দ্ৰ প্ৰকাশত সোমালে স্বত্বাধিকাৰী শ্ৰীৰাজেন শৰ্মাই প্ৰায়েই কয় যে আন আন লেখকৰ পুথিৰ জনপ্ৰিয়তাৰ একোটা সময় থাকে কেতিয়াবা উঠে, কেতিয়াবা পৰে। কিন্তু শ্ৰীহিতেশ ডেকাৰ পুথিৰ বিক্ৰীৰ কোনো নিৰ্দিষ্ট সময় নাই, বাৰ মাহেই তেওঁৰ কিতাপ সমানেই বিক্ৰী হয়। তদুপৰি লেখাৰ বাবদ ৰয়েল্টি খুব কম সংখ্যক অসমীয়া লেখকেহে পায় বুলি কোৱা হয় ; কিন্তু অগ্ৰজপ্ৰতীম শ্ৰীহিতেশ ডেকাই কোৱা মতে তেওঁ লেখাৰ বাবদ যথেষ্ট টকা পায়। অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাৰ পিছত শ্ৰীডেকাক অভিনন্দন জনোৱা লোকৰ এইদৰে ভীৰ হৈছিল যে শেহান্তৰত বাসগৃহৰ সন্মুখত চন্দ্ৰতাপ তৰিব লগাত পৰিছিল। কিন্তু কোনো এগৰাকী শুভকাংখীকেই শ্ৰীমতী ডেকা আৰু তেওঁলোকৰ ছোৱালী কেইজনীয়ে জলপানেৰে আপ্যায়ন নকৰাকৈ যাবলৈ দিয়া নাছিল। ইমানবোৰ শুভাকাংখীক অভ্যৰ্থনা জনাবলৈ লোৱাৰ ক্ষেত্ৰত শ্ৰীডেকাই আমাৰ সন্মুখত চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীৰাজেন শৰ্মালৈ আঙুলিয়াই কৈছিল-- চন্দ্ৰ প্ৰকাশেই মোৰ আয়ৰ উৎস। উল্লেখযোগ্য যে চন্দ্ৰ প্ৰকাশেই শ্ৰীডেকাৰ পুথিসমূহৰ মূল প্ৰকাশক। তেওঁ এবাৰ ধেমালিৰ চলতে কৈছিল, যে কেৱল "আজিৰ মানুহ"ৰ পৰাই তেওঁ ৰয়েল্টি হিছাপে যিমান টকা পাইছে, সিমান টকা কোনো এজন অসমীয়া লেখকেই পুৰস্কাৰ হিছাপে পোৱা নাই। গতিকে অসমৰ বাইজৰ ফালৰ পৰাই সৰ্বোৎকৃষ্ট সাহিত্যৰ বঁটাটো তেওঁ লাভ কৰিছে বুলি কয়।

শ্ৰীডেকাৰ প্ৰথম জনপ্ৰিয় উপন্যাস "আজিৰ মানুহ" ১৯৫২ ত প্ৰকাশ পায়। আমি তেতিয়া হাইস্কুলৰ ছাত্ৰ। তেতিয়াৰ পৰা ভেকা বয়সলৈকে "আজিৰ মানুহ" খন যে কিমানবাৰ পঢ়িছিলোঁ তাৰ অন্ত নাই। সেই সময়ত জনপ্ৰিয় হৈ পৰা ভালেমান কথা সাহিত্যিক সময়ৰ সোত পৰিৱৰ্তনত মৰহি গ'ল ; কিন্তু শ্ৰীহিতেশ ডেকা আজিও যে "ডেকা" হৈয়ে থাকিল তাৰ প্ৰমাণ চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰীৰ উক্তিতেই প্ৰকাশ পাইছে! তেওঁৰ এই জনপ্ৰিয়তাৰ উৎস ক'ত? সুদীৰ্ঘ চাৰে চাৰি দশক ধৰি এই গৰাকী কথা সাহিত্যিকৰ উপন্যাস সমানেই বিক্ৰী হৈ আছে কিয়? শ্ৰীডেকাৰ শব্দবোৰ যাদুবহ নে বিদেশী লেখকৰ লেখাৰ চাতুৰিৰে অসমৰ পঢ়ুৱৈ সমাজক চমকৃত কৰিছে? দৰাচলতে শ্ৰীডেকাৰ লেখনিত বিদেশী লেখকৰ প্ৰভাৱ নাই। তেওঁ নিজৰ উপলব্ধিৰ পৰাই প্ৰতিটো বাক্য ৰচনা কৰি আহিছে। সেই বাবেই তেওঁৰ প্ৰতিখন পুথিতেই পঢ়ুৱৈয়ে অসমৰ মাটিৰ গোন্ধ পায় আৰু চৰিত্ৰসমূহকো তেনেই চিনাকি যেন অনুভৱ কৰে। তেওঁৰ "আজিৰ মানুহ"ৰ প্ৰতাপৰ উক্তিসমূহ আমাৰ বাবেও এনেদৰে আপোন হৈ পৰিছিল যে বহু দিনলৈ সেইবোৰ আওৰাইছিলোঁ।

এইখিনিতে আনটো প্ৰশ্নৰ উদয় হয়– শ্ৰীডেকাৰ দৰে আন লেখকৰ লেখা জীৱন্ত হৈ নুঠাৰ কাৰণ কি? শৰৎ চন্দ্ৰ চট্টোপাধ্যায়ৰ লেখাৰ সম্পৰ্কত এইধৰণৰ একেটা প্ৰশ্ন ৰবীন্দ্ৰ নাথ ঠাকুৰৰ মনতো উদয় হৈছিল। শৰৎ চট্টোপাধ্যায়ৰ সেই সময়ৰ সমাজ জীৱনৰ সৈতে যি গভীৰ সম্পৰ্ক আছিল- সেই সম্পৰ্ক ৰবীন্দ্ৰ নাথ ঠাকুৰৰ নাছিল বাবেই প্ৰথম গৰাকীৰ দৰে জীৱন্ত উপন্যাস ৰচনাত তেওঁ ব্যৰ্থ হৈছিল। অসমৰ আন ভালেমান লেখকৰ সৈতে শ্ৰীহিতেশ ডেকাৰ পাৰ্থক্যও সেইখিনিতে। শ্ৰীডেকাৰ দৰে অসমৰ সমাজ জীৱন সম্পৰ্কত অভিজ্ঞতা থকা খুব কম লেখকেই আছে! শ্ৰীডেকাই কলম হাতত লোৱাৰ সময়ত আঙ্গিকৰ ওপৰত বেছি গুৰুত্ব দিয়াৰ প্ৰয়োজন বোধ নকৰে। বাক্যৰ ব্যৱহাৰতো কৃত্ৰিমতা নাৰাখে। লেখকৰ বক্তব্যৰ ঢৌৱে কলমৰ আগেদি পাৰ হৈ যাব খোজে স্বতঃস্ফুৰ্তভাৱে গতি বিচাৰি। শ্ৰীডেকাৰ লেখা পঢ়োতে পঢ়ুৱৈৰ খোকোজা নালাগে। এইদৰে নিভাজ মাটিৰ মানুহৰ মনৰ কথা এইবাবেই ৰূপায়ণ কৰিবলৈ সক্ষম হৈছে যে জীৱনৰ এনে এটা দিশ নাই যিটোৰ সৈতে তেওঁ সুপৰিচিত নহয়। শ্ৰীডেকা এগৰাকী খেতিয়ক। টলষ্টয়ৰ লেবীয়াকৈ তেওঁ পথাৰত হাল-কোৰ মাৰি খেতি কৰে। কেতিয়াবা কেতিয়াবা কোৰ মৰা শেষ নকৰাকৈয়ে অনুভূতিৰ প্ৰাৱল্যতাত নিজ কোঠালৈ আহি কেই পৃষ্ঠামান লেখিহে শান্তি পায়। তেওঁ ধান ৰোৱে। আঘোণৰ পকা ধানৰ গোন্ধ লৈ অভিনৱ মাদনকতা অনুভৱ কৰে। শ্ৰীহিতেশ ডেকাই আগবয়সত সৰ্থেবাৰীৰ ওচৰত কাপলাবিলত মাছ ধৰিছিল। এতিয়াও মাছ বিচাৰি যায়, হেমিং ওৱেৰ "ওল্ড মেন এণ্ড দি চি"ৰ সেই বৃদ্ধৰ দৰে, পাৰ্থক্য এইখিনিতে যে শ্ৰীডেকাই ৭২ বছৰ বয়সত আজিও নিজকে বৃদ্ধ বুলি নাভাৱে। তেওঁ সৰ্থেবাৰীৰ কমাৰ শালিত কমাৰৰ কাম কৰিছিল। গতিকে লোৰ প্ৰচণ্ড উত্তাপত হাতুৰী কোবোৱাৰ অভিজ্ঞতাও তেওঁৰ আছে। কমাৰ শালিৰ পৰা পঢ়াশালিৰ পৱিত্ৰ ভূমিলৈ এনে এটি ক্ষেত্ৰ নাই যিটোত তেওঁ বিচৰণ নকৰাকৈ আছে। শ্ৰীডেকাই অৱশ্যে জীৱন বৈচিত্ৰ্যৰ সোৱাদ এইবাবেই পাইছিল যে সৰ্থেবাৰীৰ পৰা গুৱাহাটীৰ দূৰত্ব ডেৰশ কিঃ মিটাৰতকৈ কম হলেও এই চোৱা পথ অতিক্ৰম কৰি জালুকবাৰীত থিতাপি লওঁতে তেওঁ অশেষ হেঙাৰ অতিক্ৰম কৰিব লগা হৈছিল। ছাত্ৰ অৱস্থাতেই স্বাধীনতা আন্দোলনত জঁপিয়াই পৰি আত্মগোপন কৰিছিল। এসময়ত জীৱিকা উপাৰ্জনৰ বাবে কয়লাৰ ব্যৱসায়তো নামিছিল। আজি তেওঁ জালুকবাৰীত থিতাপি লৈ অসম সাহিত্য সভাৰ সভাপতিৰ সন্মানীয় পদ শুৱনি কৰিবলৈ সক্ষম হ'ল যদিও তেওঁৰ আকাংখিত কেতবোৰ দিশত প্ৰৱেশ অসম্পূৰ্ণ হৈয়ে ৰ'ল। শ্ৰীডেকাৰ ৰাজনীতিৰ প্ৰতি বিশেষ আকৰ্ষণ আছিল। ১৯৬২ ৰ নিৰ্বাচনত তেওঁ লোকসভাৰ নিৰ্দলীয় প্ৰাৰ্থী আছিল যদিও একক প্ৰচেষ্টাৰে সেই নিৰ্বাচনত জয়লাভ কৰাটো সম্ভৱ নহ'ল। তাৰ পিছতো ৰাজনীতিত যোগদান কৰাৰ

তেওঁৰ প্ৰবল ইচ্ছা আছিল যদিও প্ৰতিকূল পৰিবেশৰ বাবে সি সম্ভৱ হৈ নুঠিল তেওঁ ক্ষমতা অথবা প্ৰতিপত্তিৰ লোভতেই ৰাজনীতিত অংশ গ্ৰহণ কৰিবলৈ বিচাৰিছিল সি নহয়। সমাজ পৰিবৰ্তনত ৰাজনীতিকৰ ভূমিকা সম্পৰ্কে সজাগ থকাৰ বাবেই এইদৰে সেই ক্ষেত্ৰৰ প্ৰতি তেওঁ আকৰ্ষিত হৈছিল : কিন্তু প্ৰতিকূল অৱস্থাৰ বাবেই আগবঢ়াতো সম্ভৱ নহ'ল। শ্ৰীডেকা আজন্ম যুক্তিবাদী আৰু তাৰ্কিক আছিল। সেয়েহে ওকালতিৰ প্ৰতি তেওঁৰ প্ৰবল ধাউতি আছিল। তেওঁ আইন অধ্যয়ন কৰিবলৈ লৈছিল যদিও নানা কাৰণত আইনজীৱী হ'বলৈ নাপালে। এইখিনিতে কেতবোৰ প্ৰশ্ন উত্থাপিত নোহোৱাকৈ নাথাকে ! তেওঁৰ দৰে কথা শিল্পী এগৰাকীৰ আইনজীৱী হ'বলৈ হেঁপাহ কিয় ? ইয়াৰ মূলতে আছিল ন্যায়াধীশ হলিৰাম ডেকাৰ পৰা লাভ কৰা প্ৰেৰণা। প্ৰয়াত ন্যায়াধীশ হলিৰাম ডেকা আৰু তেওঁৰ ভ্ৰাতৃ যাদব ডেকাৰ দ্বাৰা তেওঁ অনুপ্ৰাণিত হৈছিল আৰু তেওঁলোকৰ কাৰ্য্যকলাপে প্ৰভাৱান্বিত কৰিছিল। হলিৰাম ডেকাৰ বোলে জীৱনত ইচ্ছা আছিল শিক্ষক হোৱাৰ : কিন্তু মাকে দাৰোগা হোৱাটোহে বিচাৰিছিল ; কিয়নো তেতিয়াৰ ব্ৰিটিচৰ শাসনকালত দাৰোগাৰ প্ৰতিপত্তি আছিল অপৰিসীম : কিন্তু সেই দুয়োটাৰ এটাও নহ'ল গৈ। হলিৰাম ডেকা আইনজীৱী হ'ল আৰু পিছলৈ গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশৰ পদ লাভ কৰিবলৈ সক্ষম হ'ল। উল্লেখযোগ্য যে সেই গৰাকী আইনজীৱী ডেকাই অসমীয়া চুটি গল্প ৰচনাত ইতিহাস সৃষ্টি কৰি গৈছে। শ্ৰীহিতেশ ডেকাইও ধাৰণা কৰিছিল যে তেওঁ জীৱিকা হিচাপে আইনৰ চৰ্চাকে ল'লেও সাহিত্য চৰ্চাত ব্যাঘাত নজন্মে। এটি বিশেষ ক্ষেত্ৰত হলিৰাম ডেকাই যিদৰে নিজেই নিজৰ ভাগ্য ৰচনা কৰিবলৈ সৰ্থেবাৰীৰ পৰা কলিকতালৈ পাৰি দিছিল আৰু পিছত গুৱাহাটী উচ্চ ন্যায়ালয়লৈ প্ৰত্যাবৰ্তন কৰিছিল, তেনেদৰেই শ্ৰীহিতেশ ডেকাইও সৰ্থেবাৰীৰ পৰা আহি নিজৰ ভাগ্য নিজেই গঢ়ি তুলিছিল। এইক্ষেত্ৰত আত্মবিশ্বাসেই আছিল তেওঁৰ মূল ধন। যিটো কামতেই তেওঁ ধৰে সেইটোত সফল নোহোৱালৈকে লাগি থাকিব পৰা দৈহিক আৰু মানসিক গুণৰ তেওঁ অধিকাৰী। নানা প্ৰতিকূল অৱস্থাতো মনৰ অদম্য শক্তিয়ে তেওঁক এই ক্ষেত্ৰত ইন্ধন যোগাইছিল। মন কৰিব লগা কথা যে বাহিৰৰ খুউব কম লোকৰ পৰাই তেওঁ প্ৰকৃত সাহায্য লাভ কৰিছিল। শ্ৰীডেকাক সেইবাবেই নিজৰ ভাগ্য নিজেই গঢ়া লোক বুলি কোৱা হয়। তেওঁৰ সাহিত্যইও সেইদৰে মৌলিকত্ব দাবী কৰিব পাৰে।

আটাইবোৰ চৰিত্ৰকে তেওঁ চাৰিওফালৰ সমাজখনৰ মানুহৰ পৰাই লয় আৰু নিজস্ব দৃষ্টিকোণেৰে সেইবোৰকেই ঘঁহি-পিহি সজায়। তেওঁৰ জীৱনৰ প্ৰথম পুথি 'প্ৰায়শ্চিত্ত' উদ্দেশ্যধৰ্মী হ'লেও পৰৱৰ্তী উপন্যাস 'আজিৰ মানুহ'ক এটি আত্মজীৱনীমূলক কাহিনী বুলি ক'ব পাৰি। ইয়াত প্ৰতাপৰ চৰিত্ৰৰ যোগেদি সেই সময়ৰ এজন যুৱক (সেইজনেই হিতেশ ডেকা)ৰ আশা-আকাংক্ষা, প্ৰেম-বিৰহৰ চিত্ৰ দাঙি ধৰা হৈছে। উল্লেখযোগ্য যে সেই পুথিৰ প্ৰতিটো চৰিত্ৰই তেওঁৰ আপোন মানুহ আৰু সেইবাবেই চৰিত্ৰসমূহ প্ৰাঞ্জল হোৱা হেতুকে পঢ়ুৱৈয়ে পুথিখন আদৰি লৈছিল। সেইখন উপন্যাসত বৰ্ণিত প্ৰেমৰ কাহিনীটোও শ্ৰীডেকাৰ নিজৰেই বুলি তেওঁৰ নিকট আত্মীয়সকলৰ মুখত শুনিবলৈ পাইছিলোঁ। জালুকবাৰীত কেইবছৰমান থাকিবলৈ লোৱাৰ পিছতে তিনিখণ্ডৰ "এয়েতো জীৱন" নামৰ সু-বৃহৎ উপন্যাসখনি ৰচনা কৰে। শ্ৰীডেকাৰ ঘৰৰ সন্মুখেদি যোৱা ৰাস্তাটোৰে অহৰ্নিশে গৈ থাকে গৰু গাড়ীবোৰ। সেই গাড়ীৰ চকা ঘূৰাৰ লগে লগে ঘূৰি থাকে বহুতো মানুহৰ, বহুতো পৰিয়ালৰ ভাগ্য চক্ৰ। "এয়েতো জীৱন" পঢ়িলে আমি এনে এখন সমাজ বিচাৰি পাওঁ য'ত মানুহে শ্ৰমেৰে নিজৰ ভাগ্য নিৰূপণ কৰে। শ্ৰীডেকাৰ গভীৰ পৰ্যবেক্ষণ এই পুথিত ৰূপায়িত হৈছে। আমাৰ সমাজ জীৱনৰ এটি পূৰ্ণাঙ্গ ৰূপ প্ৰকাশ কৰিবলৈ লেখকে চেষ্টা কৰাৰ প্ৰমাণ এই পুথিত পোৱা যায়।

এখন ঘটনা বহুল চিত্তাকৰ্ষক উপন্যাসৰ নায়কৰ দৰেই শ্ৰীহিতেশ ডেকাৰ চৰিত্ৰও বৰ্ণাঢ্য। জীৱনৰ এনে এটা দিশ নাই যিটোত তেওঁ হাত নিদিয়াকৈ আছে। আজিও তেওঁৰ শিশুসুলভ কৌতূহলৰ অন্ত নাই। তেওঁ আছিল এগৰাকী সুদক্ষ খেলুৱৈ। যাত্ৰা দলতো অভিনয় কৰিছিল। ব্যৱসায়ত নামিছিল, শিক্ষকতা কৰিছিল আৰু সংসদী সদস্য হ'বলৈকো হাবিয়াস কৰিছিল। তেওঁ ৰাজনীতিত নামিবলৈ বিচাৰিছিল এইখন অসমভূমিক ভাল পোৱাৰ হেতুকে। অসম আৰু অসমীয়া ভাষা-সাহিত্যৰ উন্নতি কৰাটোৱেই আছিল তেওঁৰ জীৱনৰ সাধনা। বিগত বিদেশী বিতাড়ন আন্দোলনত তেওঁ সেইবাবেই সক্ৰিয় ভূমিকা লৈছিল। কিন্তু আন বহুতো তথাকথিত প্ৰখ্যাত লেখকৰ দৰে শ্ৰীডেকাৰ ভণ্ডামি নাছিল। তেওঁ কোনো কথাকেই লুকাবলৈ নিবিচাৰিছিল। একমাত্ৰ গভীৰ আত্মবিশ্বাস থকা সাহসী লোকেহে এইদৰে নিজকে উদং কৰি আনক দেখুৱাব পাৰে।

সু-স্বাস্থ্যৰ অধিকাৰী হৈ শ্ৰীডেকা শতায়ু হওঁক। এয়ে আমাৰ কামনা।❏

*বৰ্তমানে আমাক আদৰ্শ চৰিত্ৰ, সত্যনিষ্ঠ, জ্ঞানতপস্বী শিক্ষক একশ্ৰেণীৰ আৱশ্যক হৈছে, যি শিক্ষক শ্ৰেণীয়ে তৰুণৰ দলক মানুহ কৰি তুলিব পাৰিব, যি তৰুণ দলে সত্যৰ কাৰণে প্ৰাণ দিব পাৰিব, দধীচিৰ দৰে আত্মত্যাগ কৰিব পাৰিব, আপোনাৰ চৰিত্ৰৰ সাহায্যত আৰু ভগায় পাণ্ডিত্যৰ গুণত জগতৰ শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰিব। যি জাতিৰ তৰুণৰ দল আদৰ্শনিষ্ঠ, পূতচৰিত্ৰ, নিভীক আৰু জ্ঞানৰ পূজাৰী হৈ জাতি গঠনৰ কঠোৰ কৰ্তব্য কান্ধত তুলি ল'বলৈ সমৰ্থ হ'ব সেই জাতিৰ তৰুণৰ দলে বিশ্বসভাত ওলগৰ শৰাই লাভ কৰিব পাৰি।*

ৰঘুনাথ চৌধৰী, তেজপুৰ, ১৯৩৬





# কবিতাত অৰ্থৰ সন্ধেদ

হৰেকৃষ্ণ ডেকা

ইংৰাজী শিশু কাহিনী 'আৰ্চ্চিৰ ভিতৰেদি এলিচ' গ্ৰন্থৰ এঠাইত হাম্পটি ডাম্পটি নামৰ চৰিত্ৰটো আৰু এলিচৰ মাজত এই ধৰণৰ কথোপকথন আছে —

হাম্পটি ডাম্পটি - 'মই যেতিয়া শব্দ এটা ব্যৱহাৰ কৰো, মই তাৰ যি অৰ্থ কৰিব খোজো, সি সেই অৰ্থই কৰে — বেছিও নহয়, কমো নহয়।"

এলিচ — 'কথাটি হ'ল, কোন নিয়ন্ত্ৰক (master) - সেইটোৱেই - আচল কথা।' (কথাখিনি মুকলি ভাৱে অনুবাদ কৰা হৈছে।)

পশ্চিমীয়া দেশৰ বহু তাত্ত্বিকৰ সাম্প্ৰতিক ধাৰণাত যেন আমি হাম্পটি ডাম্পটিৰ ধাৰণাৰ প্ৰতিধ্বনি শুনিবলৈ পাওঁ। শব্দৰ অৰ্থৰ ধ্ৰুৱতা নাই, গঠনৰ প্ৰক্ৰিয়াত তাৰ, একে কিছু আচৰণ ঘটে যে সিহঁতে একক অৰ্থক ধৰি ৰাখিব নোৱাৰে। এনে ধাৰণাও কৰা হৈছে যে লিখিত পাঠৰ ভাষাত লিখকে কৰিব খোজা অৰ্থক নাকচ কৰিব পৰা আন অৰ্থৰ বীজো উদ্ধাৰ কৰিব পাৰি। ভাষাতত্ত্বৰ মাজেদি অহা সাহিত্য তত্ত্বৰ নতুন ধাৰণাবোৰৰ বিষয়ে খৰচি মাৰি আলোচনা কৰাৰ থল ইয়াত নাই। আমি মাথো কবিতাৰ পাঠকে কি ধৰণে কবিতাৰ মাজত অৰ্থৰ সন্ধেদ পায় বা বিচাৰে সেই বিষয়ে কিছু কথা আলোচনা কৰিব বিচাৰিছো।

হাম্পটি-ডাম্পটিয়ে কোৱা নিয়ন্ত্ৰক (master) শব্দটো প্ৰণিধানযোগ্য : কবিয়ে যেতিয়া কবিতা এটাৰ সৃষ্টি কৰে বা নিৰ্মাণ কৰে (কবিতাৰ নিৰ্মাণৰ চৰিত্ৰ এটা আছে : কবিয়ে যেতিয়া উপলব্ধ ভাবনাক পাঠলৈ পৰিবৰ্ত্তিত কৰে তেতিয়া বাক্য সৃষ্টিৰ নানা কৌশলৰ আশ্ৰয় লয়। প্ৰথম ভাবনা আৰু পাঠ হিচাবে পৰিবৰ্তিত হোৱা ভাবনা একে হৈ নাথাকে। কবিয়ে ভাষাক ঘঁহি পিহি ভাষাৰ নানা সম্ভাৱনাক অৰ্থসঞ্চাৰৰ কাৰণে ব্যৱহাৰ কৰে। বাক্যবোৰৰ পোনপতীয়া অৰ্থতকৈ দ্যোতনাজড়িত অৰ্থৰ বাট মুকলি কৰি দিয়ে। তেওঁ তাক অৰ্থ সৃষ্টিৰ উদ্দেশ্য এটি আগত ৰাখিয়েই কৰে (গানৰ চৰিত্ৰ আৰু কবিতাৰ চৰিত্ৰ সেয়েই একে হ'ব নোৱাৰে, যদিও এটা সময়ত ফ্ৰান্স আদি দেশত কবিতাক গানৰ পৰ্যায়লৈ লৈ যোৱাৰ চেষ্টা এটা চলিছিল।) কবিতা এটা সৃষ্টি বা নিৰ্মাণৰ সময়ত কবিজন অৱশ্যেই ব্যৱহৃত শব্দবোৰৰ নিয়ন্ত্ৰক হৈ থাকে। কিন্তু কবিতা এটাই যেতিয়া পাঠৰ ৰূপ ললে, তাৰ পাছত হাম্পটি-ডাম্পটিয়ে কোৱাৰ দৰে কবি শব্দবোৰৰ নিয়ন্ত্ৰক হৈ নাথাকে। গঠিত হোৱা কাব্য পাঠটো পাঠকৰ ওচৰলৈ কবিৰ ভাবনা বা উপলব্ধি হিচাবে নাহে, লিখিত ৰূপত অৰ্থসংকেত সঞ্চাৰী চিহ্ন কিছুমানৰ পৰস্পৰ সম্পৰ্কৰ মাজেদি পাঠ এটা হিচাবেহে আহে। পাঠ এটাত কবিৰ কি উদ্দেশ্য আছিল, কি ভাবনাই তেওঁক জোকাৰি আছিল, এই কথা পাঠক এজনে পাঠটোৰ বাহিৰলৈ গৈ অনুসন্ধান কৰিব নোৱাৰে। আনহাতে পাঠটোৰ নিৰ্দেশিত বাটে পাঠকক যে সঠিকভাৱে কবিৰ উদ্দেশ্যৰ ফাললৈ লৈ যাব সেই কথাও দাঠি কব নোৱাৰি। কবিতাৰ কথা বাদে, আনকি গদ্যৰ ভাষাতে শব্দৰ তাৎক্ষণিক আভিধানিক অৰ্থ (অভিধা)ৰ উপৰিও আন অৰ্থাভাস নিহিত হৈ থাকে বুলি ভাৰতীয় ন্যায়শাস্ত্ৰজ্ঞ সকলে আবিষ্কাৰ কৰি গৈছে। পোনপতীয়া বা প্ৰাথমিক অৰ্থৰ উপৰিও এই আন ধৰণৰ অৰ্থাভাসৰ নিৰ্দেশক 'লক্ষণা' বুলি কোৱা হয়। কবিতাৰ ভাষাত এই দুইধৰণৰ নিহিতাৰ্থৰ উপৰিও আৰু এটা চৰিত্ৰ আনন্দবৰ্দ্ধনে আবিষ্কাৰ কৰিছিল : ইয়াকে ব্যঞ্জনা (Suggestiveness) বুলি কোৱা হয়। 'লক্ষণা'ৰ লগত প্ৰসঙ্গৰ সম্পৰ্ক আছে। ব্যঞ্জনাৰ লগত উপমা, ৰূপক আদি নানাবিধ অৰ্থালঙ্কাৰৰ। এইবোৰৰ মাজেদি কবিতাৰ ভাষাতো নানাৰ্থৰ বাট মুকলি হৈ থাকে।

ফৰাচী পণ্ডিত ৰলা বাৰ্থ আৰু তেওঁৰ সমৰ্থক সকলে লিখকৰ অস্তিত্বকেই অস্বীকাৰ কৰি থৈছে, ৰলা বাৰ্থৰ মতে ' .............It is language which speaks, not the author, to write is, through a pre-requisite personality (.) to reach that point where language acts, ' performs', and not 'me' (Death of an author trans, by Geoff Bennington)'। ৰ'লা বাৰ্থে দাবীকৰাৰ দৰে লিখকৰ অস্তিত্বক আমি অৱশ্যে সম্পূৰ্ণ অস্বীকাৰ কৰিব নোখোজো। অন্য যি নহওঁক পাঠ এটা এতিয়াৰ পৰম্পৰা অনুযায়ী ছপা আখৰৰ মাজেদি পাঠকৰ ওচৰলৈ আহোতে লিখকজনৰ নামটোও পাঠকৰ ওচৰলৈ আহে আৰু নামটোৱে পাঠকৰ উপলব্ধিৰ জগতখনত প্ৰতিক্ৰিয়া নকৰাকৈ নাথাকে। (তদুপৰি লিখাটোৰ Copyright ৰ কথাও আছে।) অৰ্থাৎ পাঠক এজনৰ হাতত পৰা কবিতা এটিৰ ওপৰত বা তলত যেতিয়া ৰঘুনাথ চৌধাৰী, চন্দ্ৰকুমাৰ আগৰৱালা বা অম্বিকাগিৰি ৰায়চৌধুৰীৰ নামটোও প্ৰকাশ হয় তেতিয়া পাঠকজনৰ ভাৱনাত এইনামটোৱেও কিছু প্ৰভাৱ বিস্তাৰ কৰে। আন নহলেও এই লিখকজনৰ বিষয়ে কৌতূহলৰ সৃষ্টি কৰে। কিন্তু এই লিখকজনে কবিতাটোৰ মাজেৰে কি কব খুজিছে, তাৰ অনুসন্ধান কৰোঁতে তাৰ চাবি-কাঠি পাঠকজনে কবিতাটোৰ শব্দবোৰ আৰু শব্দবোৰৰ

পৰস্পৰ সম্পৰ্কৰ মাজেদি হোৱা প্ৰতিক্ৰিয়াৰ ভিতৰত বিচাৰিব লাগিব। পাঠকৰ যিহেতু নিজৰো সংবেদনা আছে আৰু জীৱন জগতৰ লগত হোৱা সম্পৰ্কৰ পৰা নিজৰো ভাবৰ পৰিমণ্ডল এটা আছে সেয়েহে এই প্ৰতিক্ৰিয়া পাঠকৰ এই পৰিমণ্ডলত হোৱা বিক্ৰিয়াৰ মাজেদিহে হব। কবিতাৰ অৰ্থ সন্ধানৰ ক্ষেত্ৰত সেই হেতু কবিজন কবিতাটোৰ নিয়ন্ত্ৰক হৈ নাথাকে। পাঠকজনকো আমি নিয়ন্ত্ৰক বুলি কব নোৱাৰো। কবিতাটোৰ প্ৰতি তেওঁৰ সঁহাৰি পাঠটোত থকা শব্দবোৰৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মাজেদিহে। সমালোচকৰ কথাটোও এইখিনিতে উল্লেখ কৰি থব পাৰি। সমালোচকে যেতিয়া কবিতা এটিৰ বিশ্লেষকৰ ভূমিকা লয়, তেতিয়া তেওঁ এজন পাঠক হিচাবেহে পাঠটোৰ ভিতৰত সোমায়। কবিতা বিশ্লেষণ কৰিবলৈ গৈ হোৱা মোৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা ধাৰণা হৈছে যে কবিতা এটা বিশ্লেষণ কৰিবলৈ গৈ সমালোচকে কবিতাটোত এটা পাঠ নহয় এটাতকৈ অধিক সম্ভাব্য পাঠ দেখা পায়। বিশ্লেষকৰ ভূমিকাত সমালোচকে কবিতাটোৰ প্ৰকৃত অৰ্থ আৱিষ্কাৰ কৰিব বিচাৰে আৰু পাঠককো সেই অৰ্থৰ প্ৰতি নিৰ্দেশ দিব বিচাৰে। সেয়েহে কেইবাটাও সম্ভাব্য পাঠৰ পৰা এটা পাঠ কহে তেওঁ গ্ৰহণ কৰে আৰু তেতিয়া আন সম্ভাব্য পাঠবোৰ তেওঁ অৰ্জন কৰিবলগীয়া হয় আৰু এই ক্ষেত্ৰত তেওঁক নিজৰ ভাবৰ পৰিমণ্ডলে প্ৰভাবিত কৰে। পাঠক তেওঁৰ যুক্তিৰ দ্বাৰা প্ৰভাবিত হব পাৰে, নহবও পাৰে। আন এজন সমালোচকক বা পাঠককো আন এটা সম্ভাব্য পাঠৰ প্ৰতি সঁহাৰি দিয়াত তেওঁ বাধা দিব নোৱাৰে। এই কথাটোও মনত ৰখা উচিত হব যে সমালোচকে কবিতা এটাৰ বিশ্লেষণ কৰোতে ভাষাৰ সজুলিখিনিৰ মাজেদিহে কৰে আৰু সেয়েহে তেওঁৰ সমালোচনাইও আন পাঠ এটা তৈয়াৰ কৰে। এই পাঠটোৱেও সেয়েহে বিশ্লেষণৰ বাট মুকলি কৰি ৰাখে, কাৰণ কোনো পাঠেই ধ্ৰুৱ অৰ্থ এটাত অধিকাৰ-বিশিষ্ট হৈ নাথাকে। মই ইয়াত ব্যৱহাৰ কৰা 'বিশিষ্ট' শব্দটোৰ কথাই ধৰা যাওঁক। যি কোনো অভিধান মেলিলেই দেখা যাব যে বিশিষ্ট শব্দটোৰ কেইবাটাও অৰ্থাভাস (Shades of meaning) আছে, যেনে – বিশেষ (Special), বিশেষ গুণযুক্ত (remarkable), গুৰুত্বপূৰ্ণ (important) যুক্ত (possessing) ইত্যাদি। মই শব্দটোত আৰু এটা অৰ্থাভাস অধিকাৰ শব্দটোৰ লগত লগ লগাই আনিব খুজিছো (বা তেনেকৈ ভাবিছো)- Privileged অৰ্থত মনিয়াৰ উইলিয়ামচে প্ৰিভিলেজ শব্দৰ অৰ্থ অধিকাৰ-বিশিষ্ট কৰাৰ গইণা লৈ। মোৰ এই পাঠটোত মোৰ ভাবনাই কোন সূত্ৰ ধৰি এই অৰ্থৰ ফালে আগবাঢ়িছে পাঠকৰ বাবে সেইটো জনাৰ কোনো বিমূৰ্ত্ত উপায় নাই। তেওঁ বাক্যটোৰ শব্দবোৰৰ পৰস্পৰ সম্পৰ্কৰ মাজেদিহে অৰ্থটো বিচাৰিব। সেই বিচাৰত পাঠকৰ সঁহাৰি আহিব তেওঁৰ ভাবজগতৰ পৰিমণ্ডলৰ ভিতৰেদি আৰু তাত তেওঁৰ বাবে অন্য অৰ্থৰ বাটো মুকলি হৈ আছে। 'ত্ৰাজেদি'ৰ ক্ষেত্ৰত এৰিষ্টটলে ব্যৱহাৰ কৰা Catharsis শব্দটোৰ কথাই ধৰা যাওঁক। এৰিষ্টটলে Catharsis শব্দটো যি অৰ্থত ব্যৱহাৰ কৰিছে, এই কথা লৈ বিভিন্ন ধৰণৰ আলোচনা হৈ গৈছে আৰু বিভিন্ন ধৰণৰ মতামত ব্যক্ত হৈছে। এই শব্দটোৰ ভিন্নধৰ্মী ব্যাখ্যাৰ ওপৰত নিৰ্ভৰ কৰিয়েই ত্ৰাজেদি বিচাৰৰ ভিন্ন ধৰণৰ ধাৰণাৰ আৰু ভিন্ন ধৰণৰ বিশ্লেষণৰ সৃষ্টি হৈছে। purging নে Purification নে গোয়েটে আৰু হেগেলে কোৱা reconcitiation -- catharisis ৰ এই প্ৰত্যেকটো অৰ্থই ত্ৰাজেদিৰ ধাৰণাৰ ওপৰত প্ৰভাৱ পেলাইছে।

যি কোনো পাঠতেই ভিন্নধৰ্মী আনকি পৰস্পৰ বিৰোধী অৰ্থ আৱিষ্কাৰৰ বাট মুকলি হৈ থাকে আৰু কবিতাত এনে সম্ভাৱনা আৰু বেছি। কবিতাই ব্যঞ্জনা সৃষ্টি কৰা কথাটো আগতেই কোৱা হৈছে। পচিমীয়া পণ্ডিত মাইকেল ৰিফাতেৰে কোৱা এষাৰ কথাও আমি লব পাৰো 'poetry expresses comcept and thing by indirection. To put it simply a poem says one thing and means another. কবিয়ে চিত্ৰকল্প, ধ্বনি, অনুস, লয়, ছন্দ আদি ব্যৱহাৰৰ দ্বাৰা এই ধাৰণাৰ indirection সৃষ্টি কৰে। ৰিফাতেৰে অৱশ্যে 'poetic unity' আৰু significance'ৰ কথা কৈছে। আমেৰিকাৰ নতুন সমালোচক (new critics) সকলেও অৰ্থৰ দ্ব্যৰ্থকতাৰ কথা স্বীকাৰ কৰিও কবিতাৰ কেন্দ্ৰীয় তাৎপৰ্য্য এটা বিচাৰি পোৱাটো সম্ভৱ বুলি বিশ্বাস কৰিছিল। কিন্তু এওঁলোকৰ ভিন্নজনে কবিতাৰ কেন্দ্ৰীয় তাৎপৰ্য আৱিষ্কাৰ কৰোতে একেটা কবিতাৰে ভিন্ন ধৰণৰ বিশ্লেষণ কৰিছিল।

এইখিনিতে আমি ইমেৰে চালুচিনঝ্স্কি নামৰ এজন সমালোচকে কৰা এটা পৰীক্ষাৰ কথা উল্লেখ কৰিব পাৰো (তেখেতৰ criticism in society গ্ৰন্থ দ্ৰষ্টব্য, গ্ৰন্থখনৰ প্ৰকাশক Methuen, New york, London)। তেখেতে ৱালেচ্ ষ্টিভেন্সৰ 'not ideas about the things but the thing itself' নামৰ কবিতাটো লৈ আঠজন সমালোচকৰ 'সঁহাৰি বিচাৰিছিল'। এওঁলোক ভিন্ন সাহিত্যতত্ত্ব আৰু মতাদৰ্শৰ লগত যুক্ত। কবিতাটো ষ্টিভেন্সৰ The collected poems' ৰ শেষ কবিতা (প্ৰকাশক Faber and Faber, London আৰু Boston)। এই সৰু প্ৰবন্ধটোত এই আঠোজন সমালোচকৰ বিশ্লেষণৰ বিষয়ে আলোচনা কৰা সম্ভৱ নহয় গতিকে অলপ উল্লেখহে কৰিম। এই পৰীক্ষাত দেখা গৈছিল যে এওঁলোকৰ প্ৰত্যেকজনৰ বিশ্লেষণ আছিল বেলেগ ধৰণৰ। যেনে, কবিতাটোৰ শিৰোনামাত সংযুতিবাদীসকলে কোৱাধৰণৰ এটা দ্বৈত বিৰোধ (binary opposition)ৰ নিৰ্দেশ আছে। এই দ্বৈতবিৰোধ অন্তৰ (idea about the thing) আৰু বাহিৰৰ (The thing itself)। নৰথ্ৰপ ফ্ৰাইৰ সঁহাৰিত যদিও এখেত সংযুতিবাদী লিখক নহয় এই ভাববস্তুৱেই বেছিকৈ আকৰ্ষিত হৈছে। কবিতাটোৰ ভাষ্যত অৰ্থৰ চাবি-কাঠি বিচাৰোতে তেখেতৰ চকু পৰিছে crow আৰু papier mache' শব্দ দুটাৰ পাছত থকা বিন্দু কেইটালৈ, 'It would have been outside' আৰু 'The sun was coming from outside' ৰ outside লৈ আৰু অৰ্থবিচাৰৰ শেষত সিদ্ধান্তত উপনীত হৈছে যে কবিতাটোৱে inside/outsideৰ দ্বৈতাবিৰোধ পাৰ হৈ গৈ বাস্তৱৰ এক নতুন জ্ঞান (a new knowledge of reality) উন্মোচন কৰিছে। আন এজন সমালোচক জিয়ফ্ৰে হাৰ্টমেনে কবিতাটোৰ প্ৰতি সঁহাৰি জনাওতে আকৰ্ষিত হৈছে প্ৰথম শাৰীটোৰ প্ৰতি (at the earliest of winter/ In march, a scranway cry from outside / seemed like a sound in his mind), বিশেষভাৱে Earliest ending বাক্যাংশৰ প্ৰতি। তেখেতে অনুভৱ কৰিছে যে ৱালেচ ষ্টিভেন্সৰ বৃদ্ধ বয়সৰ এই কবিতাটোৱে এটা threshhold feeling ৰ ইংগিত দিছে অৰ্থাৎ এটা অৱস্থাৰ পৰা আন এটা অৱস্থাৰ দুৱাৰদলিত উপনীত হোৱাৰ অনুভূতি, সমালোচক জনৰ ভাষাত you are beginning to wake into sleep. There is a curious exchange of the idea of waking and sleeping, of inside and outside। এই সঁহাৰিত চাওঁক inside /outside ৰ দ্বৈত বিৰোধ আহিছে; কিন্তু সেই বিৰোধে waking and sleeping ৰ দ্বৈতবিৰোধৰ ৰূপান্তৰ হিচাবে আহিছে, আনহাতে নৰথ্ৰপ ফ্ৰাইয়ে য'ত কবিতাটোৰ অন্তিম শাৰীৰ 'a new knowledge of reality ' বাক্যাংশক গুৰুত্বপূৰ্ণ বুলি ভাৱিছিল আৰু inside/ outside ক অতিক্ৰম কৰি এটা বেলেগ অৰ্থলৈ এই বাক্যাংশই পোনোৱা বুলি ভাৱিছিল, জিয়ফ্ৰে হাৰ্টমেনে এই বাক্যাংশক অনুপযুক্ত (throw away line) বুলি ভাৱিছে আৰু কৈছে যে it does strike one as prasaic and lame'। হিলিচ মিলাৰে কবিতাটোত দৃষ্টি নিক্ষেপ কৰি the thing' আৰু it শব্দ দুটাৰ অৰ্থৰ প্ৰতি গুৰুত্ব দিছে আৰু বিষয়টোৰ অৱস্থান সঘনে সলনি হোৱাৰ প্ৰতি আঙুলিয়াই দিছে। তেখেতে কবিতাটোৰ দীঘলীয়া আলোচনা কৰিছে আৰু নানাবিধ অনুসঙ্গৰ প্ৰতি আঙুলিয়াই দিছে। (কৌতূহলী পাঠকে criticism in society গ্ৰন্থখন পঢ়ি চাব পাৰে)। এইখিনিতে এই কথা কোৱা প্ৰাসঙ্গিক হব যে ইমৰে চালুচিনঝ্স্কিৰ এইবিধ পৰীক্ষা I.A. Richardsৰ practical 'criticismৰ পৰীক্ষাতকৈ বেলেগ ধৰণৰ আছিল। ৰিচাৰ্ডচে সমালোচনাৰ কাৰণে একোটা কবিতাত কবিজনৰ নাম আৰু কবিতাৰ শিৰোনামা উহ্য কৰি ৰাখি নতুন ছাত্ৰসকলৰ পৰা সঁহাৰি বিচাৰিছিল। অনেক ক্ষেত্ৰত এই সঁহাৰি আছিল উদ্ভট আৰু অদ্ভুত। কাৰণ এওঁলোকৰ অনেকেই কবিতাটোৰ অৰ্থক কবিতাটোৰ ভিতৰত নিবিচাৰি বাহিৰত বিচাৰিছিল আৰু বিচাৰিছিল নিজৰ কল্পনাৰ মাজত। কিন্তু চালুচিনঝ্স্কিয়ে এজন প্ৰখ্যাত কবিৰ এটা বিখ্যাত কবিতা কেইগৰাকীমান বিদগ্ধ সমালোচকৰ ওচৰলৈ লৈ গৈ তেখেতসকলৰ সচেতন সঁহাৰি বিচাৰিছিল। আৰু এই সচেতন সঁহাৰি তেখেতসকলৰ পৰা আহিছিল পাঠটোত অনুপ্ৰৱেশৰ মাজেদি, পাঠটোৱে সৃষ্টি কৰা অৰ্থব্যঞ্জনাৰ জগতখনৰ জড়িয়তে। কিন্তু প্ৰত্যেকজনৰে সঁহাৰি আছিল বেলেগ বেলেগ ধৰণৰ। এখেত সকলৰ এজনৰ সঁহাৰিক শুদ্ধ বুলি কৈ আন এজনৰ সঁহাৰিক অশুদ্ধ বুলি কব নোৱাৰো, এখেতসকলৰ প্ৰত্যেকজনেই যুক্তিপূৰ্ণ বিশ্লেষণৰ মাজেদি এইধৰ্ণৰ অৰ্থ বিচাৰি পাইছে। কথাটো হ'ল ভাষাৰ মাজতে অৰ্থৰ বিভিন্ন দিক্ নিৰ্দেশৰ বাট থাকে আৰু পাঠকৰ সঁহাৰি তেওঁৰ ভাব পৰিমণ্ডলৰ নিৰ্দ্দেশত একোটা একোটা বাটেৰে নিৰ্দ্দেশিত হয়।

আজিকালিৰ এক শ্ৰেণীৰ পাঠকৰ এটা ধাৰণা যে কেৱল আধুনিক কবিতাতহে পাঠৰ অৰ্থ বিচাৰি পোৱা টান আৰু আগৰ কবিতাবিলাক অপেক্ষাকৃত সহজ হোৱা বাবে পাঠকে তেনে কবিতাৰ প্ৰকৃত অৰ্থ বিচাৰি পাইছিল। 'সহজ' আৰু 'কঠিন'ৰ ধাৰণাটো অৰ্থ বিচাৰৰ লগতেই জড়িত হৈ পৰিছে। কিন্তু আগৰ কবিতাবিলাক একাৰ্থৰ অনুগামী বুলি কলে সঠিক কোৱা নহব। বেছি ভাগ ক্ষেত্ৰতে আমি পাঠকসকলে কবিৰ উদ্দেশ্যৰ প্ৰতি লক্ষ্য ৰাখি কবিতাত অৰ্থৰ সন্ধান কৰিব খোজো। কিন্তু আগতেই কৈ আহিছো যে কবিৰ উদ্দেশ্য কবিতাটোৰ বাহিৰলৈ গৈ আমি বিচাৰিব নোৱাৰো। কবিতাৰ ভাষাৰ গঠনৰ মাজেদি গৈহে আমি এই উদ্দেশ্যৰ সন্ধান কৰিব লাগিব, কবিৰ উদ্দেশ্যৰ সন্ধান যদি আমি পাওঁ, কবিতাটোৰ উদ্দেশ্যৰ মাজেদিহে পাওঁ। কিন্তু কবিতাটোৱে যিহেতু নানাবিধ ব্যঞ্জনাৰ বাট মুকলি কৰি ৰাখে, সেয়েহে কবিতাৰ উদ্দেশ্যৰ সন্ধানত নানাৰ্থৰ সন্মুখীন হব লগা হয়। পাঠকে তেওঁৰ ভাবমণ্ডলৰ যুক্তিৰ সহায়ত এটা অৰ্থক গ্ৰহণ কৰে। ৰত্নকান্ত বৰকাকতিৰ এটি ঘৰত, দুটি মানুহ, দুটি মানুহ ধৰে, এটি খেলে, লুকাই সপোন এটি জ্বলে মৰে (দুটি মানুহ) -- এই কবিতাটোৰ অৰ্থ বিচাৰ কৰোতে আমি সকলোৱে এটা অৰ্থই পাওঁনে? কবিতাটোৰ অৰ্থ বিচাৰোতে আমাৰ চিন্তাৰ পোহৰ নিশ্চয় 'ঘৰ', মানুহ, খেলে ...... সপোন, জ্বলি মৰে — এই শব্দ বা বাক্যাংশবোৰত পৰিব, অথচ ঘৰ আৰু মানুহৰ অৰ্থ বেলেগ বেলেগ পাঠকৰ কাৰণে বেলেগ বেলেগ হব পাৰে। শব্দ কেইটা পোৱাৰ লগে লগেই আমি শব্দ কেইটাৰ অৰ্থ বিচাৰি লব নোৱাৰো। শব্দ কেইটাৰ (কবিতাটোত) অৰ্থ বিচাৰি আমি কবিতাটোৰ অন্তিম শাৰীলৈকে অপেক্ষা কৰিব লাগিব কাৰণ কবিতাটোৰ পাঠৰ লগত প্ৰসঙ্গৰ কথাও আহিব। কিন্তু কবিতাটোত প্ৰসঙ্গৰে স্থিৰ ভূমি এটা নাই (কবিতাটোত দাৰ্শনিক, মনস্তাত্ত্বিক, সাংস্কৃতিক আদি নানা দিশৰ বিচাৰৰ বাট মুকলি হৈ আছে)। গতিকে 'ঘৰ' আৰু 'মানুহ'ৰ অৰ্থও বেলেগ বেলেগ বিচাৰত বেলেগ বেলেগ ধৰণে আহি যাব পাৰে। কোনো কোনো পাঠকে হয়তো শব্দ দুটাক সিহঁতৰ তাৎক্ষণিক অৰ্থতেই লব। কোনো কোনোৱে অনুসঙ্গৰ আশ্ৰয় লব আৰু হয়তো প্ৰতীক বুলি ধাৰণা কৰিব (ৰত্নকান্ত বৰকাকতিৰ প্ৰতীকবাদৰ লগত সম্বন্ধ নাছিল। কিন্তু এতিয়াৰ পাঠকৰ কাৰণে এনে এটা পাঠ আৱিষ্কাৰ কৰা সম্ভৱ)। আজি কিছুবছৰৰ আগতে আমাৰ এগৰাকী প্ৰখ্যাত কবিয়ে তেখেতৰ কবিতা এটাৰ ব্যাখ্যা এজন তীক্ষ্ণধী সমালোচকে আগবঢ়াওতে দুৰ্ঘোৰ আপত্তি কৰিছিল আৰু তেখেতৰ কবিতাৰ কিছুমান চিত্ৰকল্প, পৰোক্ষ উল্লেখ কোন কোন সূত্ৰ ধৰি আহিছে ব্যাখ্যা কৰি দিছিল। আমাৰ ধাৰণা হৈছে, কবি গৰাকীয়ে তেখেতৰ কবিতাৰ চৌপাশে এটা পৰিসীমা সৃষ্টি কৰিব খুজিছে আৰু

তাৰ বাহিৰলৈ তেখেতৰ কবিতাৰ বেঙনি যাব পাৰে বুলি স্বীকাৰ কৰিব নোখোজে। সমালোচক গৰাকীয়ে কবিতাটোৰ ব্যাখ্যা আগবঢ়াওতে নতুন সমালোচনাৰ পদ্ধতিৰে ব্যাখ্যাটো আগবঢ়াইছিল আৰু যি অৰ্থ সংহতি কবিতাটোত পাইছিল এই পদ্ধতিৰ মাজেদিহে পাইছিল। কবিৰ শৈশৱ আৰু যৌৱনৰ কেনে অভিজ্ঞতাৰ পৰা কিছুমান উল্লেখ আৰু চিত্ৰকল্প আহিছে তাৰ ব্যাখ্যা কৰিব উদ্দেশ্যৰ অনুসন্ধান কৰিলে ওলাব পাৰে, কিন্তু এই পদ্ধতিৰে তেনে অনুসন্ধান কৰা নহয়। কবিতাটোৰ বিশেষ ভাষাই কি কেন্দ্ৰীয় তাৎপৰ্যলৈ কবিতাটোক লৈ গৈছে সেই তাৎপৰ্যৰ বিচাৰহে কৰা হয়। সমালোচকৰ ব্যাখ্যা এই বিচাৰত যুক্তি নিৰ্ভৰ আছিল আৰু কবিয়ে ভাল নাপালেও বা কবিয়ে অগ্ৰাহ্য কৰিলেও এনে এটা ব্যাখ্যা-সম্ভৱ। আনকি কবিতাটোত আন ধৰণৰ ব্যাখ্যাৰ বাটো মুকলি হৈ আছে । যেনে, কেনে সাংস্কৃতিক পৰিমণ্ডল বা কেনে মানসিকতা কবিতাটোত সঞ্চাৰিত হৈছে তাৰ মাজেদিও কবিতাটোৰ বেলেগ অৰ্থলৈ যাব পাৰি।)

ৰঘুনাথ চৌধাৰীৰ 'গোলাপ' নামৰ কবিতাটো আমাৰ স্কুলীয়া পাঠ্য পুথি সমূহতো সন্নিবিষ্ট হৈছে, গতিকে সাধাৰণ পাঠকৰ ধাৰণা হোৱা স্বাভাৱিক যে এই কবিতাটো সহজ আৰু কবিতাটো সৰলভাৱে ব্যাখ্যা কৰিব পাৰি। কবিতাটো যে 'গোলাপ'ক লৈ বা 'গোলাপ'ক উদ্দেশ্য কৰি ৰচিত এই কথা আমি কেনেকৈ গম পাওঁ? গোটেই কবিতাটোত গোলাপ শব্দটোৰ উল্লেখেই নাই। কবিতাটোৰ নামটোৰ পৰাহে আমি জানো যে এইটো গোলাপ নামৰ ফুলক উদ্দেশ্যি লিখা কবিতা। গতিকে যদি কবিয়ে নামটো নিদিলেহেঁতেন, তেনেহলে এইটো কোন ফুলৰ উদ্দেশ্যে লিখা কবিতা সেইটোৰ বিচাৰ কবিতাটোৰ ভিতৰুৱা সাক্ষ্য (Internal evidence)ৰ সহায়ত কৰিব লাগিলহেঁতেন। মনকৰিবলগীয়া যে কবিতাটোত ফুলটোৰ মানৱীকৰণ ঘটিছে। সি যে ফুল তাৰ খবৰ আমি পাওঁ পাহি, গুল বাগান আদি শব্দবোৰৰ মাজত। গোলাপ শিৰোনামত নাথাকিলে হয়তো কোনো পাঠকৰ ভাবিবৰ থল আছিল যে কবিতাটোত কোনো বিদেশী সুন্দৰী ৰমণীৰ (বিদেশী শব্দৰ পয়োভৰৰ মাজেদি) ফুললৈ ৰূপকীকৰণ ঘটিছে আৰু তেতিয়া কবিতাটোৰ অৰ্থইও অন্যকালে বাট ল'লেহেঁতেন। কবিতাটোত অৰ্থৰ স্থিৰতা তেনেহলে গোলাপ শব্দটোৱে ধৰি ৰাখিছে নেকি ? তাতো সমস্যা আছে। গোলাপৰ কোন অন্তৰ্নিহিত চৰিত্ৰৰ প্ৰতি কবিতাটোৱে ইংগিত দিয়ে ? গোলাপৰ সৌন্দৰ্য্য, প্ৰেমজগাৰ পৰা ক্ষমতা, নে তাৰ বিদেশী চৰিত্ৰটোৰ? এনেকুৱা অনুভৱতো হ'ব পাৰে যে গোলাপ ইমানদিনে বিদেশী হৈ আঁতৰতে আছে, কিন্তু এতিয়া সি থলুৱা (কবি)ৰ অন্তৰলৈ আহিব লাগে। নহিবা বহুবা বাণী, নুৰজাহান, ছাহজাহান আদি শব্দৰ অনুসঙ্গৰ মাজেদি এনেকুৱা ধাৰণাওতো হ'ব পাৰে যে গোলাপ ইমানদিনে ৰজা মহাৰজাৰ বিলাসী জীৱনত প্ৰেম আৰু সৌন্দৰ্য্যৰ অনুঘটক হৈ আছে, কিন্তু কবিৰ দৰে সংবেদনশীল সৌন্দৰ্য্য সন্ধানীৰো প্ৰেম-সৌন্দৰ্য্যৰ অনুভূতিৰ অনুঘটক হ'ব লাগে। নহিবা আন এটা দৃষ্টিকোণৰ পৰা গোলাপ অভিজাত শ্ৰেণীৰ বস্তু নহৈ সাধাৰণ মানুহৰ হৃদয়তো স্থান ল'ব লাগে ।

এনেতে অৰ্থৰ সন্ধান কৰোতে নানাৰ্থৰ সম্মুখীন নোহোৱাকৈ নোথাকে। তাৰ বাবে বিচলিত হোৱাৰ কাৰণ নাই। কবিতাৰ মূল্যনিৰ্ণয় আমি অৰ্থবিচাৰৰ মাজেদিয়েই নকৰো, ৰসবোধৰ মাজেদিও কৰো ; কবিতাৰ ব্যঞ্জনা তাৰ বৈভৱ। নানাৰ্থই এই বৈভৱকেই উজাৰ কৰি দিয়ে।





# অসমীয়া গল্পৰ বিভিন্ন স্তৰ

যোগেশ দাস

আধুনিক অসমীয়া সাহিত্যত চুটিগল্প আৰু খণ্ডকবিতাৰ চৰ্চা সমানেই ব্যাপক। সাহিত্য সভাৰ অধিৱেশনৰ কবি সন্মিলনত বহু কবিৰ সমাৱেশ হয় আৰু অসমত বহু সংখ্যক কবি-গোষ্ঠীৰো উদ্ভৱ হৈছে। তদুপৰি অকল কবিতাৰ বিষয়েই আলোচনী বা পত্ৰিকাত ওলাইছে! এইবিলাকৰ পৰাই ক'ব পাৰি যে অসমত কাব্য চৰ্চা ব্যাপকভাৱে কৰা হৈ আহিছে। ইয়াৰ বিপৰীতে গল্প-ৰচনাক লৈ গোষ্ঠী-গঠন কমেইহে দেখা যায়, অৱশ্যে কেৱল গল্পৰ আলোচনী কেবাখনো ওলাইছে। কিন্তু কবি-সংঘৰ দৰে গল্পকাৰ-সংঘ সংগঠিত নহলেও গল্প লিখা যে ব্যাপকভাৱে হৈ আহিছে এই কথা নিশ্চয় ক'ব পাৰি। আমাৰ দৰে যি সকলে কাকত, আলোচনী আদি চলোৱাত লিপ্ত হৈ আহিছে তেওঁলোকে জানে যে প্ৰবন্ধ-পাতি যিমান লিখা হয় তাৰ তুলনাত গল্প আৰু কবিতা বহুত বেছি লিখা হয়। এটা গল্পৰ প্ৰতিযোগিতা পাতিলেই হোৱাহোৱে গল্প আহিবলৈ ধৰে। আমি নিজে প্ৰকাণ্ড একোটা গল্প প্ৰতিযোগিতাৰ বাণ্ডিল পঢ়িবলৈ টান পাই সেই কাম আজিকালি কৰিবলৈকে এৰি দিছোঁ। এনে অৱস্থাত জোনাকী যুগৰ পৰা বৰ্তমান সময়লৈকে অসমীয়া গল্প-সাহিত্যৰ বিষয়ে এটা চমু প্ৰবন্ধত আলোচনা কৰা সম্ভৱ নহয়। আৱাহন যুগৰ প্ৰসিদ্ধ বাস্তৱবাদী গল্পকাৰ ত্ৰৈলোক্যনাথ গোস্বামীয়ে অসমীয়া গল্প সম্বন্ধে এখন বৃজন আকাৰৰ পুথিকে লিখি উলিয়াইছে, যিখনৰ কাৰণে তেওঁ সাহিত্য অকাদেমিৰ বঁটা লাভ কৰে। অসম্ভৱ প্ৰচেষ্টালৈ হাত নেমেলি আমি তলত অসমীয়া গল্প-সাহিত্যৰ বিভিন্ন স্তৰৰ একোটি চমু আভাস দিবলৈ যত্ন কৰিলোঁ।

জোনাকী যুগৰ অসমীয়া মহাৰথী সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাকে অসমীয়া গল্প-সাহিত্যৰ বাটকটীয়া বুলি গণ্য কৰা হয়। অৱশ্যে তেওঁৰ আগতে আন কোনোবাই প্ৰকৃত অৰ্থত চুটিগল্প লিখিছিলনে নাই এই কথা অনুসন্ধান কৰি কোনো সাহিত্যিকেই নিৰ্ণয় কৰা নাই। অৰুণোদইত লিখা ধৰ্মমূলক বা অন্য নীতিমূলক কাহিনীবিলাকক এই ক্ষেত্ৰত আমি বিবেচনাৰ মাজলৈ অনা নাই। যদিও এই পোনপ্ৰথম অসমীয়া আলোচনী খনত কেতিয়াবা কোনোবাই প্ৰকৃত চুটিগল্প লিখিবও পাৰে; এইটোও অনুসন্ধানৰ বিষয়। কিন্তু এতিয়ালৈকে তেনে উদাহৰণৰ অভাৱত লক্ষ্মীনাথ বেজবৰুৱাকে অসমীয়া গল্প-সাহিত্যৰ প্ৰৱৰ্তক, বাটকটীয়া বা 'পায়োনীয়াৰ' বুলি গণ্য কৰা হয়। তেওঁৰ প্ৰথম গল্পগ্ৰন্থ 'সুৰভি' কুৰি শতিকাৰ আৰম্ভতে (১৯০৯) প্ৰকাশ হৈ ওলায়। গল্প বস্তুটো আমাৰ দেশত আচহুৱা; সুপ্ৰাচীন ভাৰতীয় সাহিত্যত পঞ্চতন্ত্ৰ, কথাসৰিৎসাগৰ আদি কাল্পনিক আৰু অলৌকিক হ্ৰস্ব কাহিনী আছিল, কিন্তু গল্পৰ নিচিনা আধুনিক সমাজৰ প্ৰতিফলন ঘটা হ্ৰস্ব কাহিনী পশ্চিমৰ পৰাহে আহে, যেনেকৈ খণ্ড কবিতাৰ আৰ্হিও পাশ্চাত্যৰ পৰাই আহে। পাশ্চাত্যত, বিশেষকৈ পশ্চিম ইউৰোপত প্ৰচলিত নানান চমু চমু কাহিনীৰ পৰা বিকশিত হৈ বিখ্যাত শিল্প-বিপ্লৱৰ পৰিপ্ৰেক্ষিতত আধুনিক গল্প সাহিত্য ঊনবিংশ শতিকাৰ শেষৰ ফালে গঢ় লৈ উঠে। এই সময়টোৰ কথা মনত ৰাখিলে বেজবৰুৱাৰ "সুৰভি" খন বিংশ শতাব্দীৰ প্ৰাৰম্ভতে প্ৰকাশ হোৱাটো অসমীয়া সাহিত্যৰ কাৰণে গৌৰৱৰ বিষয়। সেই প্ৰথম স্তৰত বেজবৰুৱাৰ উপৰি দণ্ডিনাথ কলিতা, নকুলচন্দ্ৰ ভূঞা আদি কিছু সংখ্যক গল্পকাৰক পাওঁ। যদিও বেজবৰুৱা তেওঁলোকৰ ভিতৰত শ্ৰেষ্ঠ গল্প-লিখক আৰু তেওঁ অসমীয়া ভাষাত ভদৰী, পাতমুগী, কন্যা, ধোঁৱাখোৱা, বাপিৰাম আদি কেবাটাও উৎকৃষ্ট গল্প দি থৈ গৈছে তথাপি তেওঁলোকৰ দিনত চুটিগল্পই বিশেষ বিকাশ লাভ কৰা নাছিল। সেইটো স্বাভাৱিক, কিয়নো এবিধ নতুন সাহিত্যই প্ৰথম অৱস্থাত পূৰ্ণাঙ্গ ৰূপ লোৱা টান। আমেৰিকাত এডগাৰ এলেনপোৰ নিচিনা গল্পকাৰৰ হাতেদিয়েই ইংৰাজী চুটিগল্পই জনপ্ৰিয়তা লাভ কৰিছিল, অথচ তেওঁৰ হাততে ভালেমান ভৌতিক ঘটনাই গল্পৰ ৰূপ পাইছিল -- পোৰ "ৰিপ ভেন উইঙ্কল" গল্পটো এটা স্বাভাৱিক ঘটনা নহয়, ই ভালেখিনি অলৌকিক। কলিতা, ভূঞা আদিৰ গল্পও বিশেষ সমৃদ্ধ হৈ উঠা নাছিল; যিখন নতুন অসমীয়া সমাজ ইংৰাজৰ অধীনত গঢ় লৈ উঠিছিল তাৰেই সোলোক-ঢোলোক প্ৰতিফলন তেওঁলোকৰ গল্পবিলাকত প্ৰকাশ পাইছিল। স্বয়ং বেজবৰুৱায়েই বহুত সময়ত গল্প আৰু সাধুকথাৰ মাজত পাৰ্থক্য নাৰাখিছিল বুলি সমালোচকে আঙুলিয়াই দিছে। যেনে তেওঁৰ গল্প-পুথিত প্ৰকৃত অৰ্থৰ গল্পবস্তুৰ লগতে জীৱজন্তুৰ লগত মানুহৰ সম্বন্ধ দেখুওৱা সাধুকথাও অন্তৰ্ভুক্ত হৈছিল। কাশীৰ গঙ্গাঘাটত বহি কোনোবা দুৰ্ভগীয়া অসমীয়া তিৰোতাই 'আগলি কলপাত লৰে কি চৰে, চিলনী আই মোৰ আগতে পৰে' বুলি ইনাই-বিনাই গীত গাই থকা কথাটো অবান্তৰ। তেওঁৰ ঘৰ পতা ককা কাহিনীটো গল্প-পুথিত অন্তৰ্ভুক্ত হৈছে যদিও সেইটো এটা জাতেপাতে সাধুকথাহে। অথচ একেজন বেজবৰুৱায়েই ভদৰী চৰিত্ৰ যোগে চিৰন্তন ভাৰতীয় নাৰীৰ পৰিচয় দাঙি ধৰিছে আৰু পাতমুগীৰ অভিজ্ঞতাৰ মাজেদি অতি সূক্ষ্ম মনস্তাত্বিক

বিশ্লেষণ দাঙি ধৰিছে। সেইদৰে ভূঞা ভাঙৰীয়ায়ো ভালেখিনি সাধাৰণ কাহিনীৰ মাজতে 'মতা মানুহ'ৰ নিচিনা গল্প লিখি মানৱ চৰিত্ৰ অধ্যয়নৰ দৃষ্টান্ত দেখুৱাই গৈছে। সাহিত্য সভাৰ প্ৰতিষ্ঠাতা-সম্পাদক শৰৎচন্দ্ৰ গোস্বামীও এই কালৰে এজন প্ৰসিদ্ধ গল্পকাৰ; তেওঁৰ গল্পাঞ্জলি, ময়না, বাজীকৰ আদি সংকলনৰ গল্পবিলাক সেই কালত জনপ্ৰিয় হৈছিল। তেওঁ সাধাৰণভাৱে তেওঁৰ কালৰ সামাজিক চিত্ৰ অংকন কৰিছিল — তেওঁৰ ঘুনুচা গল্পত বৰ সূক্ষ্মভাৱে দেৱতাৰ বিধানৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰা দেখুৱাইছে অথচ তেওঁৰে মনোৰম বিখ্যাত কাহিনী সামান্য প্ৰাণী মানুহৰ কাহিনী নহয়, এজনী হৰিণীৰহে মৰ্মবেদনাৰ বিৱৰণ। অৰ্থাৎ গল্পবস্তু বুলি তেওঁও জীৱজন্তুৰ কথা লিখিছিল — যদিও এই গল্পটো কেৱল বনাপ্ৰাণীৰহে কাহিনী, বেজবৰুৱাৰ ঘৰপতা ককাৰ দৰে মানুহ আৰু বনাপ্ৰাণীৰ সম্বন্ধ ইয়াত নাই। ১৯২৫ চনত বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই লিখা "মৰমৰ কাৰেং" অৰ গল্প কেইটাও আৱাহন-পূৰ্ব যুগৰ প্ৰথম স্তৰৰ গল্প বুলি পৰিগণিত কৰিব পাৰি। শৰ্মাদেৱৰ গল্পত জটুৱা ঠাঁচৰ ভাষাৰে মনোৰমকৈ বৰ্ণোৱা গ্ৰাম্য জীৱনৰ কথা আছে আৰু উজনি অসমৰ গাঁৱলীয়া সমাজৰ চৰিত্ৰ আৰু চিত্ৰ ফুটাই তোলা হৈছিল।

পৰৱৰ্তী আৱাহন যুগত অসমীয়া গল্প সাহিত্যই বিশেষ উন্নতি লাভ কৰে। ১৯২৯ চনত কলিকতাৰ পৰা আৱাহন আলোচনীখন ওলায় আৰু ১৯৩৯ চনত যি দ্বিতীয় মহাসমৰ লাগে সেই সময়লৈকে প্ৰভাৱ বিস্তাৰ কৰি থকা ৰোমান্টিক যুগৰ সকলোখিনি প্ৰৱণতা আৱাহনে বহন কৰি থাকে। দৰাচলতে এই সময়তে অসমত উচ্চ শিক্ষাৰ বিস্তাৰ হৈ আধুনিক অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৱে জটিল মানসিক দ্বন্দ্ব লৈ দেখা দিয়ে। সাধাৰণ কৃষক-বনুৱাৰ কাহিনী যে একেবাৰে আৱাহন যুগত লিখা হোৱা নাছিল এনে নহয়। কিন্তু শিক্ষিত মধ্যবিত্ত শ্ৰেণীটোৰ ধ্যান-ধাৰণাকে আৱাহন যুগে ঘাই প্ৰকাশ দি যায়। গল্পৰ ক্ষেত্ৰতো এই কথাই কব পাৰি। ৰমা দাস, হলীৰাম ডেকা, বীণা বৰুৱা, প্ৰভিভা গোস্বামী, ইন্দীবৰ গগৈ, ত্ৰৈলোক্যনাথ গোস্বামী, মুনীন বৰকটকী, কৃষ্ণ ভূঞা, লক্ষ্মীনাথ ফুকন, লক্ষ্মীধৰ শৰ্মা আদি এনে ভালেমান গল্পকাৰে আৱাহনৰ পাত ভৰাই প্ৰতি মাহে এনে উন্নত মানৰ গল্প লিখিবলৈ ধৰে যে তাৰ ফলত অসমীয়া গল্পই বিপুল জনপ্ৰিয়তাতো লাভ কৰেই, এইসকল গল্পকাৰেই অসমীয়া গল্প-সাহিত্যক এক উচ্চ আসনত স্থাপন কৰি থৈ যায়। এক হিচাপে আৱাহন যুগক অসমীয়া গল্পৰ যৌৱন কাল বুলিলেও অত্যুক্তি কৰা নহয়। এই যুগৰ গল্পকাৰসকলৰ ভিতৰত এফালে ৰমা দাস আৰু আনফালে লক্ষ্মীধৰ শৰ্মাক দুটা পৃথক শীৰ্ষবিন্দুত স্থাপন কৰিব পাৰি। ৰমা দাসে আৱাহনৰ পাতত অতি মনোৰম বৰ্ণনা ভংগীৰে, আকৰ্ষণীয় প্লট নিৰ্মাণেৰে আৰু শিক্ষিত মধ্যবিত্ত শ্ৰেণীৰ ৰোমান্টিক আচৰণেৰে ৰৰ্ষা যেতিয়া নামে, সেতুবন্ধন, ছলে-বলে-কৌশলে, অচল টকা আদি অতি সুখপাঠ্য গল্প কিছুমান প্ৰকাশ কৰি এই যুগৰ সৰ্বশ্ৰেষ্ঠ লেখকৰ আসন দখল কৰে। আৱাহন আলোচনীৰ প্ৰভাৱ হ্ৰাস পাই অহাৰ পাচতো তেওঁ পুনৰ কিছুমান গল্প-অসমীয়া সাহিত্যলৈ দান দি যায়। এই পিছৰ সময়তহে ৰমা দাসৰ গল্পৰ সংকলন দুটামান পুথিৰ আকাৰত প্ৰকাশিত হয়। তেওঁৰ বিপৰীতে বাস্তৱবাদী লিখক লক্ষ্মীধৰ শৰ্মাই "ব্যৰ্থতাৰ দান"ৰ গল্প কেইটাৰ দ্বাৰা আৱাহন যুগতে এটা নতুন ছেদৰ অৱতাৰণা কৰে। তেওঁ এহাতে ৰোমান্টিকতাৰ ঠাইত বাস্তৱতা প্ৰতিফলন কৰে আৰু আন হাতে মানৱ চৰিত্ৰৰ মনস্তাত্বিক বিশ্লেষণো ফুটাই তুলি অসমীয়া গল্পত নতুনত্বৰ সঞ্চাৰ কৰে। এফালে যেনেকৈ তেওঁ চিৰাজ গল্পত সমসাময়িক জাতীয় আন্দোলনৰ পৰিপ্ৰেক্ষিতত সাম্প্ৰদায়িক ঐক্য-সম্প্ৰীতিৰ আদৰ্শ দাঙি ধৰে, তেনেকৈ আনফালে বিদ্ৰোহিনী গল্পত এগৰাকী নাৰীৰ স্বতন্ত্ৰ সত্তাৰ পৰিচয়ো ফুটাই তোলে- গৰ্ভস্থ সন্তানৰ পিতৃপৰিচয় দিবলৈ অস্বীকাৰ কৰা এই বিদ্ৰোহিনী গৰাকীৰ আচৰণক এক প্ৰকাৰে সামাজিক বিদ্ৰোহ বুলিয়ে কব পাৰি। লক্ষ্মীধৰৰ বাস্তৱবাদী ভঙ্গী একেবাৰে নিঃসঙ্গ প্ৰচেষ্টাও নহয়। ত্ৰৈলোক্যনাথ গোস্বামীয়ে বাস্তৱৰ ভিত্তিত তেওঁৰ 'অৰুণা' সংকলনৰ গল্পবিলাকত সাধাৰণ খাটিখোৱা মানুহৰ দুখ-দুৰ্দশাৰ কাহিনী আৱাহনতে লিখিবলৈ ধৰে। তেওঁ আৱাহনৰ পিছলৈকো একেই বাস্তৱবাদী ভঙ্গীৰে গল্প লিখি থাকে, "দুটকীয়া নোট"ৰ লেখীয়া যিবোৰ গল্পত অসমীয়া সমাজত হোৱা অৰ্থনৈতিক পৰিবৰ্তনৰ কথা আৰু "পতিত আৰু পতিতা" গল্পত সামাজিক অবিচাৰৰ সমালোচনা দাঙি ধৰা হৈছে। যুদ্ধৰ সময়ত মাধৱ বেজবৰুৱাৰ 'বাঁহী' আলোচনীত এলানি ৰোমান্টিক গল্প প্ৰকাশ কৰি বিশেষ জনপ্ৰিয় হৈ উঠা গল্পকাৰ চৈয়দ আব্দুল মালিকেও আৱাহনত শেষৰ ফালে যোগদান কৰে। এই সকলৰ গল্প-প্ৰচেষ্টাৰ মাজে মাজে আকৌ আন কিছুমান নতুন ধৰণৰ গল্পও আৱাহনত লিখিবলৈ ধৰা হয়। যেনে আৱাহনৰ প্ৰতিষ্ঠাতা নগেন্দ্ৰ ন্যাৰায়ণ চৌধুৰীয়ে গোৱালপাৰা অঞ্চলৰ সাধাৰণ মানুহৰ জীৱনৰ ভিত্তিত ভালেখিনি গল্প লিখি অসমীয়া পঢ়ুৱৈ সমাজৰ দৃষ্টি আকৰ্ষণ কৰে। সাধাৰণ খাটি-খোৱা গাঁৱলীয়া মানুহৰ পৰা কলিকতাৰ উন্নত জীৱনৰ সোৱাদ পোৱা উচ্চবিত্ত শ্ৰেণীলৈকে এই পশ্চিম অঞ্চলৰ মানুহৰ কথা নগেন চৌধুৰীৰ গল্পতেই প্ৰথমে প্ৰকাশ পাবলৈ ধৰে। তেওঁ আন এটা নতুন কাম কৰে — "ৰসায়ন" নামে এটা গল্পত, বৈজ্ঞানিক পৰীক্ষা কৰা দেখুৱাই বোধহয় অসমীয়া সাহিত্যতে পোনপ্ৰথম বিজ্ঞান-কাহিনী এটা ৰচনা কৰে। ইফালে মুনীন বৰকটকী আৰু কৃষ্ণ ভূঞাই আৱাহনত এক শ্ৰেণীৰ গল্প লিখি নতুনত্বৰ অৱতাৰণা কৰে — তেওঁলোকৰ গল্পত মনোবিশ্লেষণ কৰিবলৈ ধৰাটো বিশেষ উল্লেখযোগ্য। দুয়োৰে ভিতৰত কৃষ্ণ ভূঞাই ৰমা দাসৰ দৰেই আৱাহনৰ পৰৱৰ্তী যুগতো গল্প লিখি থাকে আৰু এতিয়াও লিখি আছে। মুনীন বৰকটকীয়ে অৱশ্যে ৫০ৰ দশকৰ পিছলৈ





আৰু গল্প নিলিখা হয়। ওপৰত কৈ অহা ধৰণৰ বৈচিত্ৰৰে আৱাহন যুগৰ গল্প সাহিত্য উন্নত, সমৃদ্ধ আৰু ব্যাপকভাৱে আদৰণীয় হৈ উঠে।

দ্বিতীয় মহাসমৰৰ বাৱধানত দেশত আৰু সমাজত বিৰাট পৰিবৰ্তন আহে। ভাৰত স্বাধীন হয়, নতুন আশা-আকাংক্ষাই আমাৰ মনত ঠাই পায়। বিশ্বযুদ্ধ খনে বহিঃবিশ্বৰ লগত আমাৰ সম্বন্ধ ঘনিষ্ঠ কৰি তোলে। বিশ্ব-সাহিত্যৰ নানান নব-নব প্ৰচেষ্টা আৰু সম্পৰীক্ষাই অসমীয়া কবি-সাহিত্যিক, বিশেষকৈ নতুন চামক প্ৰভাৱান্বিত কৰে। পুৰণিৰ লগত নতুনৰ সংঘাত লাগে; চলিত ৰোমান্টিক ধ্যান-ধাৰণাৰ লগত নতুনকৈ গঢ় লৈ উঠা আদৰ্শৰ দ্বন্দ্ব হয়। দুই পক্ষৰ মাজত ভালেমান বাদ-বিসম্বাদ, লিখা-লিখি, অভিযোগ প্ৰত্যাশিতযোগ দেখিবলৈ পোৱা যায়। নতুন চামে নতুন পৃথিৱীৰ জয়যাত্ৰা সফল কৰি তুলিবলৈ উঠি পৰি লাগে। ঘাইকৈ কবিতাৰ ক্ষেত্ৰতে ছন্দ, আঙ্গিক, বিষয়-বস্তু আদি সকলো পৰ্যায়ত এইখন যুদ্ধ লাগি থাকিবলৈ ধৰে। এই পৰিবৰ্তিত পৰিস্থিতিক 'ৰামধেনু' আলোচনীয়ে, বিশেষকৈ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ পৰিচালনাত, সম্যকভাৱে প্ৰতিফলিত কৰিবলৈ ধৰে। ৰোমান্টিক ভাবধাৰা যে সম্পূৰ্ণ অন্তৰ্নিহিত হ'ল, এনে কথা কব নোৱাৰি, বৰং ৰামধেনু যুগৰ প্ৰকৃত প্ৰতিনিধিসকলৰ লেখাতো ৰোমান্টিক ভাৱধাৰা একেবাৰে নাছিল বুলি কব নোৱাৰি। তথাপি মাৰ্ক্সীয়, মতবাদ, ফ্ৰয়েড আদি মনঃসমীক্ষকাৰী মনস্তাত্বিক বিশ্লেষণ, প্ৰাচ্য-পাশ্চাত্যৰ সমসাময়িক বিশ্ব-সাহিত্যৰ অনুশীলনে অসমীয়া সাহিত্যলৈ এটা বিৰাট পৰিবৰ্তন আনি দিয়ে। কবিতাৰ দৰে গল্পতো এটা তেনে পৰিবৰ্তনৰ আলোড়ন উঠিছিল বুলি কব নোৱাৰি। কিন্তু ওপৰত কোৱা দৃষ্টিভঙ্গীৰ পৰিবৰ্তনৰ ছাপ অসমীয়া গল্পতো স্পষ্টভাৱেই পৰে। এই লিখক নিজেও সেইসকল গল্পকাৰৰ ভিতৰত আছিল। বীৰেন ভট্টাচাৰ্যই এফালে দৰিদ্ৰ লোকৰ দুৰৱস্থাৰ কথা গল্পত লিখে আৰু আনফালে "মাকনৰ গোঁসাই"ৰ নিচিনা গল্পত বৈধব্যৰ দ্বিধাগ্ৰস্ততাও বিশ্লেষণ কৰে; তেওঁ নগা জীৱনৰ পৰিবৰ্তনৰ কথা, যুদ্ধৰ পটভূমিত পৰ্বতৰ মানসিকতাৰ কথা উপন্যাস আৰু গল্প উভয়তে আকৰ্ষণীয়কৈ ফুটাই তোলে। হোমেন বৰগোহাঁয়ে ফ্ৰয়েডীয় কেছ-হিষ্টৰীৰ নিচিনাকৈয়ে প্ৰায় "মহাশ্বেতাৰ বিয়া"ৰ নিচিনা নতুন ভঙ্গীৰ গল্পত মনোবিশ্লেষণ কৰি দেখুৱায়। ভবেন্দ্ৰনাথ শইকীয়াই সাধাৰণ মানুহৰ সম্পৰ্কৰ যোগেদি অতি সূক্ষ্ম ভাৱে মানসিক সংঘাতৰ মনোৰম চিত্ৰ ফুটাই তোলে। এনে সংঘাতৰ মৰ্মবেদনা তেওঁ সম্প্ৰতি তেওঁৰ চলচ্চিত্ৰ বিলাকত প্ৰদৰ্শন কৰিছে। লক্ষ্মীনন্দন বৰা আৰু মহিম বৰাই কোনো কোনো অখ্যাত ভিতৰুৱা ঠাইৰ চকুত নপৰা মানুহৰ নানান দুখ-বেদনা, নানান সমস্যা মৰ্মস্পৰ্শী ৰূপত ফুটাই তোলে। মহিম বৰাৰ 'কাঠনিবাৰী ঘাট'ৰ অসহায় তিৰোতা জনীৰ কথা তেওঁৰ নিচিনাকৈ সকলো পাঠকৰে মনত চিৰদিনলৈ ৰৈ গ'ল। লক্ষ্মীনন্দন বৰাই 'সখা দামোদৰ'ত কৃষকৰ বেদনা আৰু "গুৰুপৰ্ব" গল্পত ঐতিহ্যপূৰ্ণ কলাৰ দুৰ্দশা নিখুঁভাৱে ফুটাই তুলিছে। আব্দুল মালিকেও ৰামধেনু যুগৰ গল্পকাৰসকলৰ লগ লাগি পূৰ্বৰ ৰোমান্টিক ভঙ্গী পৰিহাৰ কৰি 'বিভৎস বেদনা' গল্পত কৰাৰ দৰে সাম্প্ৰদায়িক সংকটৰ কুপৰিণামৰ নিচিনা বিষয় ফুটাই তুলিবলৈ ধৰে। এই যুগৰ আন এজন সূক্ষ্মদৰ্শী গল্পকাৰ হৈছে "অশান্ত ইলেক্‌ট্ৰন'ৰ স্ৰষ্টা সৌৰভকুমাৰ চলিহা। এই সম্পূৰ্ণ নতুন ধৰণৰ গল্পটোতে সৌৰভ চলিহাই একোটা বিশেষ পৰিস্থিতিত সূক্ষ্ম মনস্তাত্বিক বিশ্লেষণ কৰিছিল, তেওঁৰ পৰৱৰ্তী গল্পবিলাকতো যেনে 'দুপৰীয়া' সংকলনৰ কাহিনীবিলাকত সেইটো মনোৰম ভংগী অনুসৰণ কৰি যোৱা দেখিবলৈ পোৱা যায়। আন দুজন বিশিষ্ট গল্পকাৰৰ নামো উল্লেখ কৰি যোৱা ভাল হব — শীলভদ্ৰ আৰু অতুলানন্দ গোস্বামী -- যি দুজন ৰামধেনুৰ ঠিক পৰিবৰ্তনৰ ধামখুমিয়াত নাছিল যদিও কিছু পিছলৈ এই যুগতে লিখিবলৈ ধৰে আৰু তেতিয়াৰে পৰা এতিয়ালৈকে গল্প প্ৰকাশ কৰি আছে। ৪০ বছৰ বয়সত লিখিবলৈ লোৱা শীলভদ্ৰই খহটা বাস্তৱৰ পটভূমিত পেলাই এনে বহুতো চৰিত্ৰৰ আকৰ্ষণীয় সৌন্দৰ্য আমাৰ চকুৰ আগত দাঙি ধৰিছে, যিটো তেওঁৰ অবিহনে আন কোনেও কৰিব নোৱাৰিলেহেঁতেন। গৌৰীপুৰীয়া ৰেৱতীমোহন দত্তচৌধুৰী (শীলভদ্ৰ) দ্বিতীয় জন গোৱালপৰীয়া লিখক যি সেই অঞ্চলৰ মানুহৰ বাস্তৱমুখী, খহটা, দোষে-গুণে মিশ্ৰিত ছবি ফুটাই তুলি নতুন স্বাদৰ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছে। ডেকা কালত লিখিবলৈ লোৱা অতুলানন্দ গোস্বামীৰ তেনে কোনো ধৰাবন্ধা ধাৰা নাই। জীৱনৰ বাটত লগ পাই অহা নানান চৰিত্ৰৰ আকৰ্ষণকে তেওঁ এক ধৰণৰ বিশুদ্ধ জতুৱা ভাষাৰে গল্পৰ মাজেদি ফুটাই তুলিছে কেতিয়াবা কিছুমান নিঃস্ব মানুহ, কেতিয়াবা অমৰ প্ৰেম (আশ্ৰয়), কেতিয়াবা অসহায় হাতীৰ প্ৰতি দৰদ, কেতিয়াবা হাতী ফান্দীৰ দুৰ্দশা, কেতিয়াবা এটা অকৰা ল'ৰাক লৈ হোৱা নানান বিপৰ্যয় ইত্যাদি বিষয়ক গল্পবিলাকৰ তেওঁ পাঠকৰ মনোযোগ আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছে। কিন্তু তেওঁৰ হামদৈ পুনৰ জোন আৰু টিকিৰ হাঁহি নামৰ গল্প দুটা আধুনিক অসমীয়া গল্প সাহিত্যত অনন্য হৈ থাকিব। প্ৰথমটোত জোন পগলা বেহেলাবাদক ল'ৰা এটাৰ অদ্ভুত আচৰণ আৰু দ্বিতীয়টোত আনৱিক যুদ্ধৰ বিভীষিকা যিদৰে ফুটাই তোলা হৈছে তেনেদৰে কৰা আন লিখকৰ ক্ষেত্ৰত দেখা নাযায়। বীৰেন ভট্টাচাৰ্যৰ এজনী জাপানী ছোৱালী গল্পত হাইড্ৰজেন বোমাৰ বিপৰ্যয়ৰ কথা যিদৰে ফুটাই তোলা হৈছে, অতুলানন্দৰ গল্পটোতো আনৱিক যুদ্ধৰ প্ৰতিকাৰহীন ভয়াবহতা সুন্দৰকৈ ব্যক্ত কৰা হৈছে। ওপৰৰ চমু আলোচনাৰে বোধহয় আমি ৰামধেনু যুগৰ গল্পত ধ্যান-ধাৰণাৰ বিস্তৃতি, লেখকসকলৰ বিশ্ববীক্ষা আৰু জীৱনৰ বৈচিত্ৰ্যৰ প্ৰতি গল্পকাৰসকলৰ দৃষ্টিনিক্ষেপ সম্বন্ধে এটা আভাস দিব পাৰিছোঁ।

ইয়াৰ পাচৰ স্তৰত কিন্তু আলোচনী-কেন্দ্ৰিকতা নোহোৱা হৈ পৰিল; ৰামধেনুৰ প্ৰভাৱ কমি অহাৰ লগে লগে আগৰবিলাক কেন্দ্ৰীয় উদামৰ পৰিবৰ্তে গল্প ৰচনাৰ প্ৰয়াস বিক্ষিপ্ত হৈ পৰিল। তাৰ মাৰ্জত এটা বিশেষত্ব এয়ে যে স্বাধীনতাই জগাই তোলা আশা-আকাঙ্ক্ষাই সফলতা লাভ কৰিব নোৱাৰাত ৰাইজৰ মোহ ভংগ আৰু স্বপ্নভঙ্গ হ'ল। কেন্দ্ৰীয় প্ৰচেষ্টাৰ সুযোগ নোহোৱা হ'ল। ৰাজনৈতিক ভাৱে দলাদলি আৰু বিচ্ছিন্নতাৰ ভাৱ বিয়পি পৰা কাৰণেও হয়তো এনে অৱস্থাৰ সৃষ্টি হ'ল। কিন্তু শাসকবৰ্গৰ ব্যৰ্থতাৰ বিৰুদ্ধে প্ৰতিবাদৰ ধ্বনি ৰাজনৈতিক ক্ষেত্ৰৰ দৰে লেখকসকলৰ মাজতো উঠিবলৈ ধৰিলে। অৰুণ গোস্বামী, উদয়াদিত্য ভৰালী আদি ডেকা গল্পকাৰে ছীষ্টেমৰ ব্যৰ্থতাৰ কাৰণে নেতাসকলকে জগৰীয়া কৰি কঠোৰ ভাষাৰে সমালোচনা কৰি গল্প প্ৰকাশ কৰিবলৈ ধৰিলে। ভূপেন্দ্ৰ ভট্টাচাৰ্যও আন এজন উল্লেখযোগ্য ডেকা গল্পকাৰ যি ভালেখিনি নতুন ভঙ্গীৰে কুশাসন আৰু অন্যান্য প্ৰৱঞ্চনামূলক দৃষ্টান্ত তেওঁৰ কাহিনীবিলাকত দাঙি ধৰিছে। এওঁলোকৰ দৰে আৰু ভালেমান গল্পকাৰ ওলাইছে যিসকলে স্বাধীনতাৰ পৰৱৰ্তী কালত আমাৰ দেশৰ ব্যৰ্থতাবিলাকৰ প্ৰতি তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি গল্প লেখি আহিছে। ঠিক আজিৰ দিনৰ কথা কব লাগিলে উক্ত প্ৰতিবাদৰ ধাৰাটোৰো এটা পৰিবৰ্তন আহিছে বুলি স্বীকাৰ কৰিব লাগিব; প্ৰতিবাদ শেষ হৈ পৰা নাই; কিয়নো সামাজিক আৰু ৰাজনৈতিক অন্যায়-অনীতি শেষ হৈ যোৱা নাই, বৰং বেছিহে হৈছে। কিন্তু কেৱল প্ৰতিবাদতে ক্ষান্ত নাথাকি কিছু সংখ্যক নতুন গল্পকাৰে সেই অন্যায়-অনীতি আৰু ক্ষুব্ধ যুৱকৰ বিপ্লৱী মনোভাৱ সকলোখিনিকে সংমিশ্ৰণ কৰি সূক্ষ্মভাৱে একোটা কলাত্মক ৰূপ দি আজিৰ দিনৰ সামাজিক সমস্যাৱলী উপলব্ধি কৰিব ধৰিছে। দেৱব্ৰত দাস (অৰ্পিতাৰ এৰাতি), জ্যোতিৰ শিকদাৰ আৰু মনোজ কুমাৰ গোস্বামীক তেওঁলোকৰ প্ৰতিনিধি বুলি কব পাৰি। এওঁলোকেও পোনপটীয়াকৈ গল্প লিখে; কিন্তু আওপকীয়াকৈ বা এটা নতুন, জটিল ভঙ্গীত সামাজিক জটিল পৰিস্থিতি ফুটাই তোলাৰ প্ৰৱণতা এওঁলোকৰ বিশেষত্ব। উক্ত ৰামধেনু-পৰৱৰ্তী দুয়োটা ধাৰাৰ বিষয়ে এতিয়াও ভালদৰে আলোচিত হোৱা নাই; বোধহয় তাৰ কাৰণে আৰু কিছুদিন বাট চাবও লাগিব; কিয়নো তেওঁলোকৰ গল্প-ৰচনাৰ বৈশিষ্ট্যই এতিয়াও প্ৰকৃত ৰূপ ধাৰণ কৰা নাই।

❒

*এজন সমালোচকে এখন উপন্যাস বুলি কলেই বেয়া নহবও পাৰে।*
*সমালোচকৰ মন্তব্য তেওঁৰ নিজা মন্তব্য।*

ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা





# অসমীয়া চুটি গল্প ঃ প্ৰসঙ্গ তৰুণ গল্পকাৰ

ড° লক্ষ্মীনন্দন বৰা

মই অপ্ৰত্যাশিত ভাৱে সাহিত্য জীৱন আৰম্ভ কৰিছিলো, গল্পৰ যোগেদিহে। এই আৰম্ভণি বিজুলীৰ চমকৰ দৰে থিতাতে মাৰ নগ'ল। বহু বছৰ চলিল। বোধকৰোঁ সম্প্ৰতি শৰীৰ সুস্থ থাকে মানে গল্প লিখি থাকিম। কাৰণ মোৰ মনটো, মোৰ চিন্তাধাৰা আৰু মোৰ অৱচেতন মনটোও সহজভাৱে এনেকুৱা যে কাহিনী নোকোৱাকৈ মই থাকিব নোৱাৰো। ই মোৰ বাবে এক সৰ্বব্যাপ্ত লিপ্ততা, যাক ইংৰাজীত obsession বুলি কব পাৰি। মই জীৱনক দেখোঁ গল্পৰ নক্সাৰ যোগেদি। মোৰ জন্ম যদি আজিৰ পৰা পঁচিশ বছৰৰ আগতে হ'লহেঁতেন, তেতিয়াও কিজানি মই কথক- হ'লোহেঁতেন, ওজাপালিৰ ওজা হলোহেঁতেন বা কৰিয়াল হলোহেঁতেন। সেয়েহে গল্পজড়িত যিকোনো প্ৰচেষ্টাকে মোৰ বৰ ভাল লাগে।

পিছে সম্প্ৰতি অসমীয়া গল্প-সাহিত্যৰ চৰ্চা পূৰ্বৰ দৰে সম নিৰিখত চলিছে যদিও পঞ্চম ষষ্ঠ দশকৰ দৰে ই সাহিত্যৰ এটা প্ৰিয় শাখা হৈ থকা নাই। ইয়াৰ বাবে আমি অনুতপ্ত হোৱা উচিত নহয়। তৰুণ গল্পকাৰৰ অবিৰত প্ৰচেষ্টাই ভাল ফল দিবই।

অসমীয়া পুথি প্ৰকাশকৰ ওচৰলৈ গলে মনটো জামৰি যায়। তেওঁলোক উপন্যাস প্ৰকাশ কৰাতহে আগ্ৰহী। তেওঁলোকৰ মতে গল্প সংকলন কম বিক্ৰী হয়। পিছে তেওঁলোককো দোষ দিব নোৱাৰি। বাংলা ভাষাতো সেয়ে হৈছে, আজিকালি ন-লিখকৰ বা প্ৰবীণ লিখকৰো সেই ভাষাত সদ্যজাত গল্পৰ সংকলনৰ চাহিদা প্ৰচুৰ। বাংলা কাকত-আলোচনীত তৰুণ গল্পকাৰৰ গল্প ওলাই থাকে। অথচ তেওঁলোকৰ গল্পৰ সংকলন প্ৰকাশ কৰিবলৈ প্ৰকাশকসকল অনিচ্ছুক। বাংলা সাহিত্যৰ এইখিনি খবৰ ৰাখি থাকো কাৰণেই এই বিষয়ে আলোচনা কৰোঁতে দেশ পত্ৰিকাৰ সম্পাদক সাগৰময় ঘোষে দুবছৰমানৰ আগতে মোক কৈছিল যে তেওঁ আঢ়ৈ কুৰি বছৰীয়া সম্পাদক জীৱনত বহু গল্পকাৰক বিখ্যাত কৰিলে, কিন্তু যোৱা দুই দশকত তেওঁ আৰু বাশাৰৰ বাহিৰে কোনো শক্তিশালী গল্পকাৰক পঢ়ুৱৈৰ আগত পৰিচয়- কৰি দিব পৰা নাই। তেওঁ অসন্তোষ মনেৰে আৰু জনালে যে সম্প্ৰতিৰ ৰাজনৈতিক অস্থিৰতাই তৰুণৰ মন ভাল গল্পৰ সৃষ্টিৰ পৰা আঁতৰত ৰাখিছে।

সত্তৰোৰ্দ্ধ বয়সৰ অভিজ্ঞ সম্পাদকজনৰ কথাকেইটা গুৰুত্বপূৰ্ণ। তেওঁ প্ৰকাৰান্তৰে কব বিচাৰিছে যে সাম্প্ৰতিক বাংলা সাহিত্যত গল্পৰ ধাৰা উৎসাহজনক নহয়।

সম্প্ৰতি অসমত কাকত-আলোচনী যথেষ্ট প্ৰকাশ হৈছে, ইয়াৰ সংখ্যা প্ৰয়োজনাধিক বুলিও অনুমান হয়। কাৰণ অসমীয়া ভাষাত পঢ়ুৱৈৰ সংখ্যা বাঢ়িছে লোকসংখ্যা বঢ়াৰ কাৰণেহে। শতকৰা হিচাপত ই বঢ়া নাই। কিন্তু এই কাকত আলোচনীসমূহত গল্প প্ৰকাশ হৈ আছে। গতিকে অসমত আগতকৈ বেছি গল্প লিখা হৈছে। সুখৰ কথা যে তৰুণ গল্পকাৰ কেইজনমানৰ গল্প-সংকলন প্ৰকাশিত নোহোৱাকৈয়ে তেওঁলোকে খ্যাতি অৰ্জন কৰিছে। কাকত-আলোচনীত বহু সংখ্যক গল্প প্ৰকাশ হোৱাটোৱে ইয়াকে সূচায় যে আমাৰ গল্প সাহিত্যৰ মূল সুঁতি ক্ষীণ হোৱা নাই। কিন্তু পূৰ্বতে কোৱা কথাষাৰি ওফৰাই দিব নোৱাৰি। তথাপি সম্প্ৰতিৰ অসমীয়া গল্প-সাহিত্য পূৰ্বৰ দৰে সাহিত্যৰ এটা প্ৰিয় শাখা নহয়। 'ৰামধেনু' যুগৰ কবি হীৰেন ভট্টাচাৰ্যৰ এটা কবিতাৰ সংকলনে যেনেকৈ এতিয়াও মনত খলক লগায়, এনে শক্তি থকা গল্প সংকলন এটা এতিয়া নোলায় বুলিয়েই কব পাৰি। গতিকে সামগ্ৰিক বিচাৰত অসমীয়া গল্প সাহিত্যৰ উৰ্দ্ধ গতি মন্থৰ। কিন্তু এই ঘটনাটো পৃথিৱীৰ সকলো ঠাইতেই ঘটিছে। উপন্যাসৰ আদৰ বাঢ়িছে, সেই অনুপাতে গল্পৰ আদৰ কমিছে। এখন ইংৰাজী কিতাপ বিক্ৰী কৰা দোকানলৈ গলেই ইয়াৰ প্ৰমাণ পোৱা যায়। আমেৰিকা আৰু জাৰ্মেনীৰ বিশ্ববিদ্যালয়ৰ দুটা তুলনামূলক সাহিত্যৰ বিভাগত খবৰ কৰি এই নিদাৰুণ খবৰটোহে পালোঁ। ই মোক সন্তপ্ত কৰিছে। কাৰণ মই মূলতঃ গল্পকাৰহে, যুগৰ আহ্বানতহে উপন্যাসত হাত দিছো।

গল্প সাহিত্যৰ এনে হতাশজনক ছবিৰ কাৰণ কেৰাটাও ঃ

(ক) দূৰদৰ্শনৰ নাটক বা ধাৰাবাহিকে মানুহৰ কাহিনী জনাৰ কৌতূহলক বহু পৰিমাণে তৃপ্ত কৰিছে, (খ) অজ্ঞাতপূৰ্ব পৰিৱেশত প্ৰতি মানুহৰ কৌতূহল তৃপ্ত কৰিছে দৃশ্য মাধ্যমে আৰু (গ) কাকত - আলোচনীসমূহ একালত গল্পৰ জন্মদাতা আছিল যদিও আজিকালি ইয়াৰ বেছিভাগেই ব্যক্তিৰ জীৱনৰ আচল কাহিনী আৰু ৰাজনৈতিক বিশ্লেষণৰ ওপৰতহে গুৰুত্ব দিয়ে।

উপৰোক্ত কথাখিনিৰ পৰা আমি এই সিদ্ধান্তলৈ আহিব পাৰো যে পাঠ্যপুথিত থকাৰ দৰে গল্পৰ এটা সংজ্ঞা থকা উচিত নহয়। কাৰণ গল্প আধুনিক মানুহৰ ব্যস্ততাৰ হেতুকেই উদ্ভৱ হোৱা নাই, ইয়াৰ একক উদ্দেশ্যধৰ্মিতাও নাই আৰু হ্ৰস্বতায়ো এটা কাহিনীক চুটি গল্প কৰিব নোৱাৰে। গল্প-সাহিত্য অনুপম সাহিত্য শাখা যে যিজনে বিশ্বাসযোগ্যভাৱে কাহিনী কব জানে, তেওঁ পাঠ্যপুথিগত সকলো প্ৰথাসিদ্ধ নিয়ম বা গল্পৰ সংজ্ঞা উফৰাই দিব পাৰে। এই শতিকাৰ শ্ৰেষ্ঠ গল্পকাৰ চোমাৰ্চেট মমে সেয়েহে কৈছে যে যি প্ৰথাসিদ্ধ গল্পতকৈ যিমানেই ফালৰি কাটি যায়, তেওঁ সিমানেই মৌলিক লেখক। মমে তাকেই প্ৰমাণ কৰি থৈ গ'ল। তেওঁৰ 'ৰৰষুণ' নামৰ গল্পটোৱেই ইয়াৰ প্ৰমাণ। আমাৰ ভাষাতো প্ৰথাবিৰুদ্ধ গল্পকাৰ নথকা নহয়। যেনে, সৌৰভ কুমাৰ চলিহা, অপূৰ্ব শৰ্মা, নগেন শইকীয়া প্ৰভৃতি। তৰুণসকলৰ ভিতৰতো দুজনমান আছে। তাৰে অন্যতম হ'ল দেৱব্ৰত দাস।

নাম উল্লেখ কৰাৰ ইচ্ছা নাছিল যদিও উদাহৰণ দিবলগীয়া হ'ল বাবেই এই কাম কৰিলো। এই প্ৰবন্ধটোৰ এই চোৱালৈকে লিখি তৰুণ গল্পকাৰৰ গল্পৰ বিচাৰ কেনেকৈ কৰা উচিত তাৰে মাত্ৰ আভাসহে দিছো। আঙ্গিকৰ যোগেদি গল্পক বিচাৰ কৰা ভুল। আনকি পৰিৱেশ সৃষ্টি আৰু চৰিত্ৰ সৃষ্টিৰ যোগেদিও। গল্পক চিনিব লাগিব তাৰ অন্তৰ্নিহিত প্ৰাণশক্তিৰ যোগেদিহে। সুখৰ কথা যে তৰুণ গল্পকাৰৰ লেখনীত সেই প্ৰাণশক্তি দেখা পাইছো। আৰু কেইটামান ভাল গুণ চকুত পৰিছে। যেনে বিষয়বস্তুৰ অভিনৱত্ব, সমাজৰ নিষ্পেষিত শ্ৰেণীটোৰ প্ৰতি অনুকম্পা, প্ৰথাসিদ্ধ সমাজখনৰ প্ৰতি অনাস্থা, ঐতিহাসিক চেতনা আৰু জাতীয় জীৱনৰ

দুৰ্নীতিৰ বিৰুদ্ধে জেহাদ। এই কেইটা গুণে তৰুণৰ গল্পক যিটো সুৰ দিছে, সেই সুৰ অসমীয়া সাহিত্যত আগতে শুনা নগৈছিল। আনকি সামাজিক দায়বদ্ধতা থকা যেন লগা বীৰেন ভট্টাচাৰ্যৰ গল্পতো এই সুৰ নুশুনিলো। সেই কাৰণেই তৰুণৰ গল্পসমূহে ক্ষীণ ভাৱে নিজস্বতা অৰ্জন কৰিছে আৰু কিছু পৰিমাণে যুগৰ ছবি দাঙি ধৰিছে বুলিও কব পাৰি। তথাপি তেওঁলোক কিমান লোকপ্ৰিয় সতকাই কব পৰা নাযায়। হয়তো তেওঁলোকৰ গল্পই উপন্যাসৰ সমান জনপ্ৰিয়তা অৰ্জন কৰিব পৰা নাই। ইয়াৰ এটা প্ৰধান কাৰণ থাকিব পাৰে। তাকে কওঁ ঃ কাহিনীকলাৰ মূল উদ্দেশ্য পাঠকক নান্দনিক আনন্দ দিয়াহে। তাকে দিবলৈ কলাৰ আশ্ৰয় লবই লাগিব। কিন্তু তৰুণ গল্পকাৰৰ বহুতেই কথাৰ কৰ্ষিত ৰেখাপাত কৰিব পৰা নাই। গতিকে তৰুণ গল্পকাৰৰ পৰা কলাৰ উৎকৰ্ষও আশা কৰো। তেওঁলোকে এই আশা পূৰণ কৰিব পাৰিলে তেওঁলোকৰ প্ৰাণশক্তিয়ে সাম্প্ৰতিক অসমীয়া গল্প সাহিত্যক যুগোত্তীৰ্ণ কৰিব পাৰিব বুলি মোৰ দৃঢ় বিশ্বাস।

আমি ন-পুৰুষৰ পৰা গল্পত এনে বিষয়বস্তু বিচাৰো যি যুগ-সন্ধিক্ষণৰ ছবি প্ৰস্ফুটিত কৰে। কাহিনীকলাৰ বিষয়বস্তুৰ নিৰ্বাচন বৰ প্ৰয়োজনীয়। ইয়াৰ ওপৰতে কাহিনীৰ গতিবেগ আৰু চৰিত্ৰৰ আকৰ্ষণীয়তা নিৰ্ভৰ কৰে। বিষয়বস্তুৰ নিৰ্বাচনে লেখকৰ সামাজিক সচেতনতাৰো আভাস দিয়ে। বহুক্ষেত্ৰত বিষয়বস্তুৱেও এটা গল্পক মহত্ব দান কৰে। সেয়েহে যুগজয়ী উপন্যাসিক ডষ্টয়ভস্কি সম্পৰ্কে কোৱা হয় যে তেওঁ শিল্পী হিচাপে সাধাৰণ, কিন্তু নিৰ্বাচিত বিষয়বস্তুৰ মহত্বৰ বাবেই তেওঁ এজন মহান উপন্যাসিক। আমাৰ তৰুণ গল্পকাৰসকলে এই কথাটো মনত ৰখা উচিত।

অসমত বিষয়বস্তুৰ অভাৱ নাই। অসম আজি এনে বিস্ফোৰক অৱস্থাত যে ইয়াৰ ইতিহাসত দ্ৰুত গতিবেগ, এটা জাতিৰ পৰম্পৰা, কলাসংস্কৃতি আৰু আশা আকাংক্ষা উৰুৱাই লৈ যাব পাৰে. এনে অৱস্থাত ভালেমান প্ৰবীণ গল্পকাৰ ক্ষমতাধিষ্ঠসকলৰ তোষণতে ব্যস্ত আৰু নবীনসকলো দিগভ্ৰান্ত। বিদেশী প্ৰব্ৰজন এক ৰাষ্ট্ৰীয় সমস্যা। এই সমস্যা অসমত তীব্ৰতৰ তথাপি ইয়াকে লৈ ভাল গল্প এটা লিখা হোৱা নাই। অসমত ঐতিহাসত প্ৰমূল্য আৰু বিজ্ঞান প্ৰযুক্তি কৌশল আনি দিয়া। প্ৰমূল্যৰ মাজত যি বিৰোধ ঘটিছে, সেই বিৰোধ গল্পৰ সুন্দৰ বিষয়বস্তু। তাকে লৈ আমাৰ গল্প-সাহিত্যক তৰুণসকলে সমৃদ্ধ কৰিব পাৰে। যুগে যুগে নেতা আৰু প্ৰশাসকৰ ভণ্ডামি সাহিত্যৰ সুন্দৰ বিষয়বস্তু হৈ আহিছে। এই ক্ষেত্ৰত আমাৰ সাংবাদিকতাহে মুখৰ, আধুনিক গল্প-সাহিত্যই ইয়াকে বিষয়বস্তু হিচাপে ভালকৈ ব্যৱহাৰ কৰিব পৰা নাই। তাৰ সলনি কেইজনমান গল্প লেখকে ফৰ্ম আৰু টেকনিকৰ ওপৰত গুৰুত্ব দি গল্পক এনে বিমূৰ্ত কৰি তুলিছে যে তেওঁলোকে কি কব খুজিছে সেয়া বেছি ধুৱলী কুঁৱলীহে হৈছে। তৰুণসকলে জানি থোৱা ভাল হব যে যেনেকৈ বিগত যৌৱনাক প্ৰসাধনে যুৱতী কৰিব নোৱাৰে সেইদৰে 'ফৰ্ম' আৰু 'টেকনিক'ৰ প্ৰসাধনে লেখকৰ সৃষ্টি ক্ষমতাহীনতা আৰু বক্তব্যহীনতাক ঢাকিব নোৱাৰে। যি লেখকৰ উদ্ভাৱনী শক্তি প্ৰবল তেওঁৰ কোনো নতুন ফৰ্ম আৰু টেক্‌নিকৰ প্ৰয়োজন নাই। তাৰে এটা প্ৰমাণ দিব খোজো। অলপতে ১৯৮৬ চনৰ আমেৰিকান শ্ৰেষ্ঠ চুটি গল্পৰ সংকলন এটা পঢ়িলোঁ। তাত দেখিলো যে তৰুণ গল্পকাৰ সকলে ফৰ্ম আৰু টেকনিকত জোৰ দিয়াতকৈ কাহিনী নিটোল কৰি নিজৰ মনোভঙ্গী দাঙি ধৰাতহে বেছি জোৰ দিছে। এনে লাগে যেন আমি কৃষ্ণ ভূঞা, যোগেশ দাস বা অতুলানন্দ গোস্বামীৰহে গল্প পঢ়িছো। SPAN নামৰ ভাৰতৰ পৰা প্ৰকাশিত আমেৰিকান পত্ৰিকাখন যিসকলে পঢ়িছে তেওঁলোকে নিশ্চয় জানে যে আধুনিক আমেৰিকান সংবেদনশীলতাক প্ৰতিনিধিত্ব কৰা জন আপডাইকেও গল্পত মোপাচাধৰ্মী আৰ্হিকেহে গ্ৰহণ কৰিছে। আমি মনত ৰখা উচিত হব যে আমি আজিৰ নতুন বাতাবৰণত যিমানেই পৰীক্ষা নিৰীক্ষা চলাওঁ লাগে, গল্পত কাহিনী এটা লাগিবই আৰু সেই কাহিনী নিটোল হবই লাগিব। মানুহৰ কাহিনী শুনাত চিৰন্তন স্বভাৱটোৰ হেতুকেই আগলৈকো মানুহে মোপাচাৰ গল্প পঢ়িব । সেইদৰে অৰুণ গোস্বামী প্ৰভৃতি গল্পকাৰৰ ৰাজনীতিক কলাহীনবাৰে গালি পৰা গল্পবোৰ নপঢ়ি ভবেন শইকীয়া বা যোগেশ দাসৰ গল্পহে পঢ়িব। গতিকে আমি তৰুণ গল্পকাৰৰ গল্পত বিচৰো নিটোল কাহিনীৰে আপোন বক্তব্য আৰু ব্যক্তিত্বৰ প্ৰতিফলন। বিশ্ব সাহিত্যৰ গল্পৰ আধাৰত এই কথা বিশ্লেষণ কৰি পাওঁ যে যি গল্পকাৰৰ গল্পত থকা জীৱনবোধৰ লগত নিজস্ব জীৱনবোধৰ তফাত আছে, তেওঁ এটা গল্পক হাজাৰ কৌশল খটুৱায়ো মনোগ্ৰাহী কৰিব নোৱাৰে। কাৰণ গল্পই শক্তি আহৰণ কৰে লেখকৰ ভণ্ডামিবিহীন ব্যক্তিত্বৰ পৰাও।

অসমত এনে কিছুমান বিষয়বস্তু পৰি আছে যাৰ, সুব্যৱহাৰ কৰিব পাৰিব তৰুণ গল্পকাৰেহে। নিবনুৱা সমস্যা, উগ্ৰবাদীৰ সমস্যা, ড্ৰাগ সমস্যা, অনিয়ন্ত্ৰিত যৌনতাৰ সমস্যা, নাৰীৰ অভ্যুত্থান প্ৰচেষ্টাৰ সমস্যা আদিৰ লগত তৰুণ গল্পকাৰসকল বিশেষভাৱে জড়িত বাবে তেওঁলোকেহে ইয়াৰ মৰ্মভেদ কৰি গল্পত স্থান দিব পাৰিব।

কিন্তু এটা বিশেষ কথা সকলোৱে জনা উচিত। কাহিনীকলাত বাস্তৱ অভিজ্ঞতাইহে একমাত্ৰ প্ৰধান সম্বল হ'ব নোৱাৰে। বাস্তৱ জীৱনৰ পৰা কলাক বিচাৰি লব জানিব লাগিব আৰু নিৰ্বাচিত বাস্তৱ ঘটনাক কলালৈ ৰূপান্তৰিত কৰিবলৈ আপোন কল্পনাৰ আশ্ৰয় লব লাগিব। ইয়াকে লেখকৰ 'আৱিষ্কাৰ' বুলি কোৱা হয়। কাহিনীকলাৰ সাহিত্যত দেখা গৈছে যে বাস্তৱৰ পৰা পোৱা বস্তুখিনি গল্পৰ গা-গছহে, লেখকৰ 'আৱিষ্কাৰ'হে (নিজে উদ্ভাৱন কৰা বস্তুখিনিহে) ইয়াৰ ডাল, পাত আৰু ফুল। আমাৰ ন-লিখকসকলে এনে 'আৱিষ্কাৰ'ক অধিক সমৃদ্ধ কৰাটো আশা কৰো। তেওঁলোকৰ দৰে আমি প্ৰবীণসকলেও সততে জানি থোৱা ভাল হব যে আমি এতিয়াও টলষ্টয়, শ্বেকভ্, মোপাচাঁ বা ৰবীন্দ্ৰ নাথ ঠাকুৰৰ গল্প পঢ়ি এক নান্দনিক সন্তুষ্টি লাভ কৰো, সেই সময়ৰ সামাজিক বাস্তৱবাদৰ বিৱৰণ থকা বাবে নহয়, গল্পৰ গা-গছত থকা ডাল, পাত আৰু ফুলৰ বাবেহে।

আমাৰ তৰুণ গল্পকাৰসকলে নতুন উৎসাহেৰে গল্প বা উপন্যাস লিখিবই লাগিব। নিলিখিলে কাহিনীকলাৰ ঐতিহাসিক পৰম্পৰা ৰক্ষা কৰা নহব। পৰম্পৰাক অবিচ্ছেদ্য কৰি ৰাখে যুগ চেতনাই, যাৰ ধ্বজাবাহক সেই সেই যুগৰ তৰুণসকলেহে। কলা যুগেই সাহিত্যিকৰ বাবে সন্ধিক্ষণৰ যুগ। সম্প্ৰতিৰ প্ৰবীণসকল তৰুণ হৈ থকা বিগত যুগটো আৰু তৰুণসকলৰ এতিয়াৰ যুগটোৰ মাজত যি সন্ধিক্ষণৰ ব্যৱধান আছে, সেই ব্যৱধান প্ৰকট কৰিবলৈকেই আমাৰ মাজত তৰুণ কাহিনীকাৰৰ অতিশয় প্ৰয়োজন। কাৰণ এজন প্ৰবীণ গল্পকাৰ অতিশয় প্ৰতিভাশালী নহলে তেওঁৰ লেখনীয়ে যুগ-সন্ধিক্ষণৰ ব্যৱধানৰ স্বৰূপ দাঙি ধৰিব নোৱাৰে।

অনুজ্জ্বল ভৱিষ্যতৰ অসমত তৰুণ গল্পকাৰসকলৰ ভৱিষ্যৎ উজ্জ্বল বুলিয়েই মই ভাবো। কাৰণ চুটি গল্পৰ ইতিহাসে ইয়াকে প্ৰমাণ কৰিছে যে সমাজ যিমানেই পঙ্কিল হয়, চুটি গল্প সিমানেই উজ্জ্বল হয়। ☆





# আমাৰ নাটক ঃ সমালোচনা-আত্মসমালোচনা

• মহেন্দ্ৰ বৰঠাকুৰ

'৯৪ চনটো শেষ হোৱাৰ পিছত বছৰটোৰ অন্যান্য খতিয়ানৰ লগতে পাৰ হৈ যোৱা বছৰটোত কিমান অসমীয়া সাহিত্যৰ কিতাপ প্ৰকাশ হ'ল তাৰো এটি খতিয়ান প্ৰকাশ হৈছিল । এজন ডেকা গল্প লেখকে এখন জনপ্ৰিয় কাকতত এই খতিয়ান দাঙি ধৰিছিল । উল্লেখযোগ্য যে '৯৪ চনটোত প্ৰকাশিত অসমীয়া সাহিত্য গ্ৰন্থৰাশিৰ মাজত এখনো নাটকৰ নাম আমাৰ চকুত নপৰিল । এতিয়া আমি এনে সিদ্ধান্তলৈ আহিব পাৰো —হয় '৯৪ চনত এখনো নাটক প্ৰকাশ নাপালে, নহয় —নাটকো যে সাহিত্যৰ অংগ সেইটো প্ৰতিবেদকে ধৰি নললে ।

এবা, এই দুয়োটাই সত্য হ'ব পাৰে ।

প্ৰথমটোকে চাওঁ —অসমৰ প্ৰকাশকে নাটক প্ৰকাশ কৰিবলৈ সামান্যতমো আগ্ৰহ প্ৰকাশ নকৰে (ব্যতিক্ৰম দেখিলো লয়াৰ্ছ বুক ষ্টলৰ খগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাক । এখেতে নাটকো প্ৰকাশ কৰিছে।) । কয়, কোনেও নিকেনে' । কথাষাৰ সত্য নহয় । আমাৰেই দুখন নাটক 'জন্ম', 'মুখ্যমন্ত্ৰী' আমিয়েই দোকানে দোকানে বিচাৰি বিচাৰি হাবাথুৰি খাইছোঁ । নাই । তথাপি নাটক প্ৰকাশ নহয় । তাৰ ফল স্বৰূপে ভালে সংখ্যক পাণ্ডুলিপি উঁইৰ খাদ্য হৈছে । নাট্যকাৰৰ সকলো শ্ৰম এনিশা বা দুনিশাৰ পিছতে শেষ হৈ গৈছে । অসমত নাটক নাই, নাট্যকাৰ নাই —এই অভিযোগ সততে উঠিছে । কিন্তু নাটকৰ যে প্ৰকাশক নাই এই সত্যক গুৰুত্ব দিয়া হোৱা নাই । অসমৰ এজন অতি আধুনিক আমাৰ অগ্ৰজ নাট্যকাৰে এসময়ত তেওঁৰ বহু প্ৰশংসিত নাটকৰ পাণ্ডুলিপি লৈ প্ৰকাশকৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰা প্ৰত্যক্ষ দৰ্শন আমাৰ হৈছিল । আমি বহুশ্ৰমৰ পিছত দুখন বিশেষ ধৰণৰ নাটক লেখিছিলো । মঞ্চস্থও হৈছিল । সমালোচকে উচ্চ প্ৰশংসাও কৰিছিল । দুয়োখন আছিল অসমৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসৰ দুজন বিশেষ পুৰুষৰ —বাঘহাজৰিকা (ইছমাইল চিদ্দিকি) আৰু আজান পীৰৰ জীৱন ভিত্তিক । প্ৰায় দহবছৰ পাৰ হৈ গ'ল —সেই পাণ্ডুলিপিৰ প্ৰকাশক নাপালো । পাণ্ডুলিপিৰ কাগজৰ বগা ৰং মদুৰা হ'ল । অসমীয়া সাহিত্যৰ শেহতীয়া ভাবে প্ৰকাশিত বুৰঞ্জীয়ে এই নাটকৰ খবৰেই নাপালে । দুই-চাৰিনিশাৰ অভিনয়ৰ পিছত পাণ্ডুলিপি পেলাই থৈ ক্ৰমে তাক স্মৃতিৰ পৰাও আঁতৰাই পঠিয়াব লগীয়া হোৱা যন্ত্ৰণাৰ গভীৰতা বুজোৱা নাযায় । উপলব্ধিহে কৰা যায় । অসম সাহিত্য সভাই এই দিশত একোৱেই কৰিব নোৱাৰেনে ? আৰু দ্বিতীয় কথাটো বিচাৰ কৰো —নাটকো যে সাহিত্য, সাহিত্যৰ সামগ্ৰিক বিচাৰত নাটক যে অৱশ্যে আলোচ্য বিষয় —এই কথা অন্ততঃ আমাৰ অসমীয়া সাহিত্য সমালোচকে, ব্যতিক্ৰম বাদ দি, ভাবিবকে নোখোজে । অসমীয়া কবিতা, গল্প, উপন্যাস, গীত, প্ৰবন্ধ সংকলন সকলোবোৰ পুথিয়েই সাহিত্য একাডেমীৰ পুৰস্কাৰৰ বাবে বিবেচিত হয় । বিবেচিত হোৱা নাই অসমীয়া নাটক 'আহাৰ', 'শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য', 'পুৰব' —এই নাটকবোৰৰ কোনো সাহিত্যিক মূল্য নাই নেকি ? আধুনিক অসমীয়া নাটকৰ গতি দিয়াত এইবোৰৰ অৰিহণা নাই নেকি ? ভাৰতীয় ভাষাৰ কোনো নাটকৰ লগত এইবোৰ নাটকে ফেৰ মাৰিব নোৱাৰে বুলি ভাবিবলৈ মন নাযায় এইবাবেই যে বিভিন্ন ভাৰতীয় ভাষাৰ বাচক বনীয়া নাটক চোৱাৰ সৌভাগ্য আমাৰ হৈছিল । দুখনমান দেশী-বিদেশী নাটকো পঢ়ি বলৈ পাইছো । কিন্তু আমাৰ সাহিত্য সমালোচক পণ্ডিত বিশেষে নাট সাহিত্যক সাহিত্যৰ অন্তৰ্ভুক্ত কৰিবকে নোখোজে । আমি হামৰাও কাঢ়িছো আমাৰ মাজত বাদল চৰকাৰ নাই, শম্ভু মিত্ৰ নাই, উৎপল দত্ত নাই, বিজয় টেণ্ডুলকাৰ নাই, মোহন ৰাকেশ নোলাল, ইত্যাদি ইত্যাদি । ইবচেন, ষ্ট্ৰিনবাৰ্গ, চেকভ, শ্ব, পিন্টাৰ, ওৱেচকাৰ, অচবৰ্ন, আৰ্ডেন, অ'নীল, টেনেচি, উইলিয়াম, আৰ্থাৰ মিলাৰ, পিৰানদেলো অসমৰ মাটিত ভাবিবকে নোৱাৰি । এবা, নোৱাৰি । কিয় ? কাৰণ তেনে পৰিবেশ অসমৰ নাট্যকৰ্মীয়ে কিম্বা নাট্যকাৰে পোৱা নাই, পোৱাৰ কথা ভাবিও পৰা হোৱা নাই । লক্ষীমপুৰৰ ল'ৰাইতে কি নাটক কেনেকৈ কৰিছে গুৱাহাটীয়ে নাজানে । বৰপেটাই নাটকৰ ওপৰত কি পৰীক্ষা-নিৰীক্ষা চলাইছে গুৱাহাটীৰ খবৰ কাগজে সেই খবৰ বিতংকৈ নিদিয়ে । সমালোচক পণ্ডিতে ৰবীন্দ্ৰ ভৱনকেই অসমৰ আদি আৰু শেষ মঞ্চ বুলি ভাবি আছে ।

তথাপিও, এবা তথাপিও —এই অৱহেলাৰ মাজেদিয়েই অসমত নাটকৰ চৰ্চা চলি আছে । কিন্তু সেই চৰ্চাৰ ধাৰাবাহিকতা নাই । পৰিবেশে দিয়া নাই । লক্ষীমপুৰৰ আলি হাইদৰ বা নবীউলইতে যি কৰিছে তেওঁলোকৰ নিজৰ ঠাইতে কৰিব লগীয়া হৈছে । প্ৰচাৰ নাই, প্ৰকাশ নাই । কথাষাৰ এটি উদাহৰণ স্বৰূপে লৈ ক'ব খোজা হৈছে যে অসমৰ চুকে কোণে এচাম নাট্যপ্ৰেমী যুৱকে যি নাট্য চৰ্চা কৰি আছে তাক সু-সংগঠিত কৰি ধাৰাবাহিকতা ৰক্ষা কৰিব পৰাৰ পৰিবেশ আমি সৃষ্টি কৰিব পৰা নাই । ফলত অসমৰ নাট্যচৰ্চাই ক'তো একো প্ৰভাৱ পেলাব পৰা নাই । নাট্যকাৰৰ শ্ৰমো কোনোবা চুকত দুই-চাৰিনিশাৰ অভিনয়ৰেই শেষ কৰি থোৱা হৈছে ।

সঁচা, আধুনিক চিন্তা চৰ্চাই সাহিত্যৰ অন্যান্য বিভাগ বিলাকৰ ওপৰত যিমান প্ৰভাৱ পেলাইছে, নাটকত ইয়াৰ প্ৰভাৱ বহুতো গুণে বেছিকৈ পৰিছে । সাহিত্যৰ অন্যান্য বিভাগৰ তুলনাত যেনে উপন্যাস, চুটিগল্প, কবিতা আদিত, নাটকত যথেষ্ট বেছি পৰিমাণে পৰীক্ষা-নিৰীক্ষা চলিছে । পাশ্চাত্যৰ নাট্য সাহিত্যত এই পৰীক্ষা-নিৰীক্ষাৰ গতি অতি দ্ৰুত । কিট্‌চেন চিঙ্ক ড্ৰামা, কমেডি অব মিনেচ., ডাৰ্ক কমেদি, ড্ৰামা অব ক্ৰুৱেলিটি আদি কিমান যে নাম কৰণ হৈছে । সকলো টৌ অহাদি আহিছে আৰু সময়ত সেই টৌ দূৰলৈ গুচি গৈছে । [But no cap has fitted for more than a year or two' : Modern British Dramatists.]. সাগৰৰ সৌন্দৰ্য্য তাৰ টৌৰ

উত্তাল নাচোনতহে । শুই থকা সাগৰখনে দেহ-মনলৈ শিহৰণ নানে । পশ্চিমৰ এই যে বিভিন্ন ঢৌ, এই ঢৌবোৰৰ স্থায়িত্ব নাই সঁচা, কিন্তু এই বিলাকেই হে গতিৰ শিহৰণ জগাব পাৰে । সাগৰৰ বিশালতাক অনুভৱ কৰাব পাৰে ! এই ঢৌবিলাকৰ মূল্য আছে । আচলতে এইবোৰক ঢৌ নুবুলি একো একোটা ঢাপ বুলিব পাৰি । আচলতে সাহিত্যত স্থায়িত্ব বুলি কথাও নাই । শূদ্ৰকে কালিদাস বা ভৱভূতিকে অনুকৰণ কৰা নাছিল । বিষয় বস্তুত নতুন সংযোজন ঘটাইছিল (মৃচ্ছকটিকা), ব্ৰেখট্ এক নতুন ধাৰাৰ ধ্বজা বাহক । পুৰণিকে ভিত্তি কৰি তাত তেওঁ নতুন ৰহণ সানিছিল । মঞ্চৰ ধ্যান-ধাৰণাতো ভালেমান সলনি হ'ল । দৰ্শক আৰু অভিনেতাৰ মাজৰ ব্যৱধান আমাৰ অঙ্কীয়া নাটকতো নাছিল । সংস্কৃত নাটকতো সূত্ৰধাৰে 'বিমোহন' ভাঙি পেলাইছিল । ব্ৰেখটে তাকেই সময়ৰ হাত বুলাই নতুন কৰিলে । বিশ্বজুৰি ব্ৰেখটে এক আলোড়ণৰ সৃষ্টি কৰিলে যদিও, নাটকৰ ইতিহাসত এক নতুন অধ্যায়ৰ সংযোজন ঘটালে যদিও নাটকৰ বিষয়বস্তু আৰু উপস্থাপনৰ পৰীক্ষা-নিৰীক্ষা ব্ৰেখটতেই ৰৈ থকা নাই । নাটকক মঞ্চৰ পৰাও উলিয়াই অনা হ'ল । নাটৰ বাবে, কিছুমান নাটকৰ বাবে, মঞ্চৰ প্ৰয়োজনেই নোহোৱা হ'ল । বাটত নাটক হ'ল, মুকলি পথাৰত নাটক হ'ল । নৈৰ বালিত নাটক হ'ল । নাটকে তাৰ প্ৰাচীন ধ্যান-ধাৰণাকে ভাঙি পেলালে । 'মুভিং লিটাৰেচাৰ' বা 'চলন্ত সাহিত্য' ৰূপে খ্যাত নাটকৰ ক্ষেত্ৰত দৈনিক পৰীক্ষা-নিৰীক্ষা চলিয়েই আছে । অথচ অসমে এক গৌৰৱময় পৰম্পৰাৰ অধিকাৰী হৈয়ো নতুন পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰত পদক্ষেপ দিব পৰা নাই । ইয়াৰ কাৰণ ? বন্ধু নাট্যকাৰ সমালোচক যোগেন চেতিয়াৰ কথাৰে কওঁ, "নতুন নতুন নাটক আৰু বেলেগ বেলেগ ধৰণৰ নাটক পৰিবেশন কৰি পৰীক্ষা-নিৰীক্ষা কৰিবৰ কাৰণে আমাৰ নাটকৰ অভাৱ, আৰ্থিক দুৰৱস্থা, উপযুক্ত সমালোচকৰ মহাৰ্ঘ । ইয়াৰ উপৰিও এই ক্ষেত্ৰত থকা কৌটিকলীয়া সমস্যা জাতিটোৰ ৰক্ষণশীলতা ।" অধিক ক্ষেত্ৰত কিন্তু আমাৰ নাট সমালোচক সকলৰ বেছি ভাগৰে ভূমিকাই মুখ্যতঃ দায়ী । এনে সমালোচককো ৰাতৰি কাকতে গুৰুত্ব দিয়ে যি জনে মঞ্চ, কথাছবি, দূৰদৰ্শন, অনাতাঁৰ —আদি মাধ্যম কেইটাৰ স্বকীয়তা নজনাকৈয়ে পাণ্ডিত্যৰ জাহিৰ কৰে । সুস্থ আৰু নিৰপেক্ষ আলোচনা-সমালোচনাইহে নাট্যকৰ্মীসকলক যথাৰ্থ বাট দেখুৱাব পাৰে । দায়িত্বহীন সমালোচকে কাৰো হিত সাধন নকৰে । গতিৰ বাটত যথাৰ্থ সমালোচক সকল যেনেদৰে বাটৰ সাৰথি দায়িত্বহীন সমালোচকসকল সেইদৰে গতিৰ হেঙাৰ । অসমীয়া নাটকৰ গতি-প্ৰকৃতি নিৰ্ণয়ত সাহিত্যৰ পণ্ডিত সমালোচক সকলে বৰ্তমান আশানুৰূপ ভূমিকা গ্ৰহণ কৰা নাই, পথৰ সন্ধান দিব পৰা নাই । বৰং বহু কথা নুবুজাকৈয়ে অথবা বুজিব নোখোজাকৈয়েই তেওঁএলাক কলম চলাই যায় । সমালোচনাৰ সমালোচনা আমাৰ ৰবকৈ নহয় । হ'লেই ব্যক্তিগত আক্ৰমণৰ নিচিনা হয় । সমালোচকক উদ্যোক্তাই গালি শপনি পাৰি প্ৰতিবাদ কৰাৰ মনোবৃত্তিও যে আমাৰ আছে সেই কথাও অস্বীকাৰ কৰা নাযায় । কলিকতা নাট্যকেন্দ্ৰৰ প্ৰযোজিত নাটক "গেলিলিওৰ জীৱন" নাটক এখনক কেন্দ্ৰ কৰি (নাম ভূমিকাত আছিল শম্ভু মিত্ৰ) এটি সৰস বাদ বিবাদ হৈছিল । নাট সমালোচক শমীক বন্দোপাধ্যায়ৰ নিষ্ঠুৰ সমালোচনা সহ্য কৰিব নোৱাৰি কলিকতা নাট্য কেন্দ্ৰই শ্ৰী বন্দোপাধ্যায়ক নাটক চাবলৈ নিদিবলৈ স্থিৰ কৰিলে । কিন্তু টিকট কিনি নাটক চাবলৈ আহিলে কেনেকৈ বাধা দিব ? গতিকে টিকচত লেখি দিয়া হ'ল "প্ৰবেশৰ অনুমতি নাট্যকেন্দ্ৰৰ দ্বাৰা সংৰক্ষিত ।" টিকট ল'লেও শ্ৰীবন্দোপাধ্যায় যাতে প্ৰেক্ষাগৃহত প্ৰৱেশ কৰিব নোৱাৰে তাৰ বাবে প্ৰেক্ষাগৃহৰ দুৱাৰত চোকা পহৰা ৰখা হ'ল ! শ্ৰীবন্দোপাধ্যায়ে দুটি টিকট কিনিছিল । শাৰীৰিক ভাৱে অপমানিত হোৱাৰ ভয়ত নাটক চাবলৈ নাহিল । "আনন্দ বাজৰ পত্ৰিকাত" "টিকিট কেটেও নাটক দেখতে পাব না !" শীৰ্ষক চিঠি এখন লেখিলে । মুখৰ হৈ পৰিল মোহিত চট্টোপাধ্যায় (বন্ধু-মনে কৰিনা) । প্ৰতিবাদৰ প্ৰতিবাদ আৰম্ভ হৈ গ'ল । শমীকৰ হৈ ওকালতি কৰিলে পবিত্ৰ চৰকাৰ সুখ্যাত আলোক শিল্পী তাপস সেন, সুনীল দত্ত প্ৰভৃতিয়ে । সমালোচকৰ প্ৰতি এনে আচৰণ নিশ্চয় সমৰ্থনযোগ্য নহয় । তথাপিও প্ৰশ্ন হয় শম্ভু মিত্ৰৰ দৰে সদা স্মৰণীয় অভিনেতা নাট্যকাৰ জনে শমীক বন্দোপাধ্যায়ৰ নিচিনা সমালোচকক বাধা দিয়াত উৎসাহ যোগালে কিয় ? হয়তো কোনো কোনো সময়ৰ ধ্বংসাত্মক সমালোচনাত তেওঁলোক খুবেই বিৰক্ত হৈছিল । এটি প্ৰগতিবাদী ধাৰা প্ৰবৰ্ত্তন কৰিবলৈ যাওঁতে সমালোচক কিছু সুহৃদ হ'ব লাগিব । হয়, দোষ আমাৰো আছে । নাট্যকৰ্মী-নাট্যকাৰৰো আছে । আমিও বৃত্ত ভাঙি ওলাই যাব পৰা নাই । জীৱনৰ বিচিত্ৰ চিত্ৰ আমাৰ নাটকত অঙ্কিত কৰিব পৰা নাই । ময়েই কমেও একুৰি পাঁচখন নাটক লেখিলো কিন্তু ক'তা মোৰ নাটকতেই জানো মই অসমৰ শ্ৰমজীৱীৰ জীৱন চিত্ৰ ফুটাব পাৰিছো ? সৰ্থেবাৰীয়ে যি সংগ্ৰামৰ মাজেদি অসমৰ গৌৰৱময় শিল্পক জীয়াই ৰাখিছে —সেই সংগ্ৰামী সকলক মইনো ক'ত প্ৰত্যক্ষ কৰিবলৈ লৰ মাৰিছো ? সুদূৰ ইংলণ্ডৰ ৰজাঘৰত সমাদৰ পোৱা পুষ্প কঁহাৰৰ জীৱনক লৈ জানো নাটক হ'ব নোৱাৰে ? ভাটীৰ অঙঠাৰ লগত জীৱনৰ আয়ুস গলোৱা অসমীয়া শিল্পীক লৈ কিয় মই নাটক লেখা নাই ? আমি, হয় আমি সকলোৱেই —নাট্যকাৰ, নাট্যকৰ্মী, সমালোচক, সকলোৱাই আমাৰ আভিজাত্যৰ, পাণ্ডিত্যৰ, নাগৰিক অহংকাৰৰ বৰ্ম দলিয়াই দি প্ৰকৃত বাটত আগবাঢ়িব লাগিব ।

VLADIMIR : Pull on Your trousers.
ESTRAGON : What ?
VLADIMIR : Pull on your Trousers.
ESTRAGON : You want me to pull off my trousers ?
VLADIMIR : Pull on your trousers.
ESTRAGON : (Realizing his tgrousers are down) True..
(He pulls up his trousers.)
VLADIMIR : Well? Shall we go
ESTRAGON : Yes, let's go.

(Waiting for Godot)

ভ্লাদিমিৰ আৰু এষ্ট্ৰাগণ ৰৈ আছিল । কিন্তু আমি আমাৰ তথাকথিত বুদ্ধিজীৱীৰ বৰ্ম খুলি আগবাঢ়ো আহক । আমাক অসম সাহিত্য সভাই সহায় কৰিব নোৱাৰিবনে ?





# অসমীয়া সংস্কৃতি ঃ ইয়াৰ গঠন প্ৰক্ৰিয়া

ডঃ কৃষ্ণবল্লভ ডেকা

সংস্কৃতি সাৰ্বজনীন। তথাপি নানা নামেৰে সংস্কৃতিক নামকৰণ কৰি বিভাজিত কৰা হৈছে। ইয়াৰো এটি অৰ্থ আছে। সাধাৰণতে জীৱন-ধাৰণৰ কলাত্মক প্ৰকাশক সংস্কৃতি বোলে। ভৌগোলিক পৰিবেশ অনুসৰি জীৱন ধাৰণৰ পদ্ধতিয়ে সুকীয়া ৰূপ লাভ কৰে। কলাৰ এটি নিৰ্দিষ্ট মান আছে। তথাপি ইয়াৰ মাধ্যমত্তে জীৱনধাৰণ পদ্ধতিয়ে সুকীয়া ৰূপত প্ৰকাশ পায়। কলাৰ মাধ্যমত অসমীয়া জীৱনধাৰণৰ বৈশিষ্ট্যপূৰ্ণ প্ৰকাশকে অসমীয়া সংস্কৃতি বুলি অভিহিত কৰা হয়। এই সংস্কৃতিৰ বিকাশত বহু জাতি-উপজাতিৰ লগতে ঠাইৰো উল্লেখযোগ্য অৱদান আছে। অসমৰ যিবোৰ ঠাইৰ বৰঙণি আছে সেইবোৰৰ ভিতৰত সৰ্থেবাৰীৰ অৱদানো উল্লেখযোগ্য।

সৰ্থেবাৰীয়ে অসমীয়া সংস্কৃতিলৈ কি বা কেনেধৰণৰ বৰঙণি দিছে সেইটোৰ বিচাৰ কৰাৰ পূৰ্বে অসমীয়া সংস্কৃতিয়ে কেনেদৰে বা কেনে পৰিবেশত গঢ়লৈ উঠিছে সেই বিষয়ৰ ওপৰত আলোকপাত কৰা সমীচীন হ'ব। সংস্কৃতিৰ বিকাশ ঐতিহাসিক প্ৰক্ৰিয়া এটিৰ যোগেদিহে হ'ব পাৰে। ইয়াৰ বিকাশত মানুহ, ভৌগোলিক পৰিবেশ, ৰাজনৈতিক পৰিবেশ আদি নানা উপাদানৰ অৱদান থাকে। অসমীয়া সংস্কৃতি বিকাশো ইয়াৰ ব্যতিক্ৰম নহয়।

ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ ভৌগোলিক পৰিবেশত যি সংস্কৃতিৰ বিকাশ হৈছে, সেই সংস্কৃতিয়ে অসমীয়া সংস্কৃতি নাম পাইছে। দুয়োটা উপত্যকা এসময়ত যে একেটা ভৌগোলিক পৰিবেশৰ অন্তৰ্গত আছিল পৰিবৰ্তনৰ বাবে সেইটো ভাৱিলে এতিয়া এটি আচহুৱা ভাৱ মনলৈ আহে। ৰঙ্গোপসাগৰ একালত বৰ্তমানৰ স্থলভাগৰ কেবাশ মাইল ভিতৰলৈ সোমাই অহা আছিল। সেইটোকে সেইকালত পূৰ্ব সাগৰ বুলিছিল। এই সাগৰে তেতিয়াৰ অসমক ভাৰতবৰ্ষৰ বাকী অংশৰ পৰা বিচ্ছিন্ন কৰিছিল। কেৱল হিমালয়ৰ পাদ ভূমিৰেহে সংযোগ স্থাপন হৈছিল। এনে এটি অৱস্থাত গাৰো-খাচীয়া আৰু জয়ন্তীয়া পাহাৰে দুয়োটা উপত্যকাক পৃথক কৰিলেও একোটা ভৌগোলিক পৰিবেশৰে অন্তৰ্গত আছিল। পূৰ্ব সাগৰ বাম হৈ অহাত সেই ভৌগোলিক পৰিবেশৰ পৰিবৰ্তন ঘটে। তেতিয়াও দুয়োটা উপত্যকা একেখন ৰাজ্যৰ অন্তৰ্গত আছিল। এতিয়াও সেই ভৌগোলিক আৰু ৰাজনৈতিক পৰিবেশৰো পৰিবৰ্তন ঘটিছে। ইয়াৰ ফলত আমাৰ অন্তৰৰ পৰা অসমীয়া সংস্কৃতিৰ বিকাশৰ সেই বহল ক্ষেত্ৰখনৰ ধাৰণা মচ খাই গৈছে।

অসমীয়া সংস্কৃতিৰ বিকাশৰ আদি পৰ্যায়ৰ বিৱৰণ সংস্কৃত ধৰ্ম-গ্ৰন্থত আছে। বিশেষ ভাৱে নৰকাসুৰৰ আখ্যানৰ মাজেৰে ইয়াৰ প্ৰকাশ পাইছে। এই আখ্যানৰ কিছুমান অংশ বিষ্ণু পুৰাণ, হৰিবংশ, ভাগৱত আদি গ্ৰন্থত পোৱা যায়। আটাইবিলাককেসংযোজিত কৰি ৰচনা কৰা এটি সম্পূৰ্ণ আখ্যান কালিকা পুৰাণত পোৱা যায়। এই আখ্যানৰ উপৰিও কালিকা পুৰাণত থকা অন্যান্য তথ্য, যোগিনী তন্ত্ৰ, হৰগৌৰী সংবাদ আদি গ্ৰন্থ আৰু প্ৰত্নতাত্ত্বিক সমলৰ আধাৰত পণ্ডিতসকলে অসমীয়া সংস্কৃতিৰ বিকাশৰ এইটো পৰ্যায়ৰ স্বৰূপ নিৰ্ণয় কৰিছে।

প্ৰাগ্‌জ্যোতিষ ৰাজ্য গঠনৰ সময়ৰে পৰা এই সংস্কৃতিৰ বিকাশৰ প্ৰক্ৰিয়াৰ সূচনা হৈছে। কালিকা পুৰাণ মতে এই ৰাজ্যৰ আদি প্ৰতিষ্ঠাতা মহীৰঙ্গ নামৰ এগৰাকী দানৱ। তেওঁৰ বংশৰ ৰজা ঘটকাসুৰৰ পৰা নৰকে প্ৰাগ্‌জ্যোতিষৰ ৰাজ সিংহাসন কাঢ়ি লয়। কালিকা পুৰাণৰ সঙ্কেত অনুধাৱন কৰি ডঃ বাণীকান্ত কাকতিয়ে নৰক নামধাৰী দুগৰাকী ৰাজকোঁৱৰে দুটা পৃথক ৰাজবংশৰ প্ৰতিষ্ঠা কৰা বুলি প্ৰতিপন্ন কৰিছে। কালিকা পুৰাণ মতে (পিচৰ গৰাকী) নৰকৰ ৰাজত্ব প্ৰতিষ্ঠাৰ সময়ত প্ৰাগ্‌জ্যোতিষ নামৰ সলনি ঘটি কামৰূপ হয়। নৰকাসুৰৰ তিনি হাজাৰ বছৰীয়া ৰাজত্বকালত অসমীয়া সংস্কৃতিৰ বিকাশৰ ভালেখিনি অগ্ৰগতি হয়। এই ৰাজত্ব কালত প্ৰাগ্‌জ্যোতিষৰ অধিবাসী "কিৰাট" আৰু "চীন' আছিল বুলি জনা গৈছে। মহাভাৰতৰ এটি শ্লোকত এই বংশৰে ৰজা ভগদত্তৰ সৈন্যবাহিনীত উপকুলীয় অঞ্চলৰ মানুহৰ লগতে চীন আৰু কিৰাট থকা বুলি উল্লেখ কৰিছে। নৰকৰ ৰাজত্ব কালতে ভূমি বৃত্তি দি ব্ৰাহ্মণ পণ্ডিতক বৈদিক ধৰ্ম প্ৰচাৰৰ ব্যৱস্থা কৰি দিয়া নীতি গ্ৰহণ কৰা হৈছিল বুলি কালিকা পুৰাণত উল্লেখ আছে। এই নীতি পৰৱৰ্তী কালৰ ৰজাসকলে আন্তৰিকতাৰে পালন কৰিছিল। কামৰূপৰ তিনিওটা প্ৰধান ৰাজপৰিয়ালে ভৌম নৰক বংশৰ বুলি পৰিচয় দিছিল। দানৱ আৰু অসুৰসকলৰ উপৰিও কোচ, কছাৰী, কলিতা, কায়স্থ, চুতিয়া, মিছিমি, অকা, আবৰ মৰাণ বৰাহী আদি বহুতো জাতিয়ে সৰু-সুৰা বহু ৰাজ্য স্থাপন কৰিছিল। শেষত টাই ভাষী, মাওশ্যান জাতিৰ এটি গোটে এখন ৰাজ্য স্থাপন কৰিছিল। কালক্ৰমতে এই ৰাজ্যখনে অসমীয়া সংস্কৃতি

বিকাশৰ বহল ক্ষেত্ৰখনৰ মধ্যত আটাইতকৈ ডাঙৰ আৰু শক্তিশালী ৰাজ্য হৈ উঠে। এই ৰাজ্যৰ নামানুসৰি অঞ্চলটোৰে নাম অসম হয়। আহোমসকলৰ শাসন কালত উক্ত অঞ্চলৰ সংস্কৃতিৰ বিষয়ে অসমীয়া সংস্কৃতিৰ ৰূপ পৰিগ্ৰহণ কৰে। ইতিহাস সচেতন ইংৰাজ প্ৰশাসকে অসমক এখন প্ৰদেশ হিচাবে গঠন কৰোঁতে পূৰ্বৰ ঐতিহাসিক অঞ্চলটো অন্তৰ্ভুক্ত কৰাত গুৰুত্ব দিছিল।

এতিয়া মানুহৰ গুৰ-গুষ্ঠিৰ বিচাৰ গোষ্ঠী অনুসৰি কৰা হয়। অসমীয়া সংস্কৃতিৰ বিকাশত মঙ্গোলীয় গোষ্ঠীৰ বিশেষ অৱদান আছে। এই গোষ্ঠী ভুক্ত অসমৰ জাতিসমূহক দুটা বহল ভাগত ভগোৱা হৈছে। ইয়াৰে এটি অষ্ট্ৰিক ভাষী মঙ্গোলীয় আৰু আনটো তিব্বত বৰ্মী ভাষী মঙ্গোলীয়। সম্ভৱতঃ মহাভাৰতত উল্লেখ কৰা কিৰাট আৰু চীন যথাক্ৰমে অষ্ট্ৰিক ভাষী মঙ্গোলীয় আৰু তিব্বত বৰ্মী ভাষী মঙ্গোলীয় গোষ্ঠীৰ প্ৰজাতিৰ আছিল। ইয়াৰ উপৰিও নেগ্ৰিটো আৰু ক'কেছীয় গোষ্ঠীৰ প্ৰজাতিৰো অৱদান আছে।

অসমীয়া সংস্কৃতিৰ বিকাশত অসমত বাস কৰা আটাইবোৰ প্ৰজাতিৰে অৱদান আছে। নেগ্ৰিটো, ক'কেছীয়া অৰ্থাৎ ক'কেছীয় দ্ৰাবিড়, অষ্ট্ৰিক বড়ো আদি সকলো গোষ্ঠীৰ প্ৰজাতিৰে অৱদান আছে। তেওঁ অষ্ট্ৰিক ভাষী মঙ্গোলীয়ই হওক বা তিব্বত বৰ্মী ভাষী মঙ্গোলীয়ই হওঁক। তেওঁ আৰ্য্য ভাষী ক'কেছীয়ই হওঁক বা দ্ৰাবিড়বাসী ক'কেছীয় হওক। নেগ্ৰিটো উপাদান থকা নগা জাতিৰো অৱদান নোহোৱা নহয়।

অসমত কোনো গোষ্ঠীৰ বিকাশৰ চিন-চাব আৱিষ্কাৰ হোৱা নাই। উপৰ্য্যুক্ত গোষ্ঠীৰ প্ৰজাতিয়ে বাহিৰৰ পৰা আহি অসমত বাসিন্দা হৈছে। তেওঁলোকৰ সমন্বয় আৰু সংমিশ্ৰণৰ ফলত অসমীয়া সংস্কৃতিৰ বিকাশ হৈছে। আধুনিক কালতো নানান ঠাইৰপৰা আহি স্থায়ী বাসিন্দা হোৱা লোকসকলৰো অৱদান আছে। কিন্তু জনপ্ৰব্ৰজনৰ সোঁত অবিৰত হোৱাত অসমীয়া সংস্কৃতিয়ে এটি বিপৰ্যয়ৰ সন্মুখীন হৈছে। স্থায়ী বাসিন্দাসকলৰ কোনো কোনো ভাষা আৰু ধৰ্মাৱলম্বীয়ে প্ৰব্ৰজন প্ৰশ্ৰয় দিয়াত এই বিপৰ্যয় এটি সংকট হৈ উঠিছে। এই সংকটৰ পৰা অসমীয়া সংস্কৃতিক ৰক্ষা কৰাটো সকলোৰে এৰাব নোৱাৰা কৰ্তব্য।

বিভিন্ন গোষ্ঠীৰ প্ৰজাতিৰ উপৰিও অসমীয়া সংস্কৃতিৰ বিকাশত বহুতো ঠাইৰ উল্লেখযোগ্য অৱদান আছে। এইসকলৰ ভিতৰত গুৱাহাটীৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। গুৱাহাটীৰ পুৰণি নাম প্ৰাগ্‌জ্যোতিষপুৰ। এইখন ভাৰতবৰ্ষৰ পুৰণি চহৰবোৰৰ ভিতৰত অতি প্ৰাচীন চহৰ আৰু অষ্ট্ৰিকভাষী মংগোলীয়ৰ এটি গোটে এই চহৰ নিৰ্মাণ কৰি অসমীয়া সংস্কৃতিৰ বিকাশৰ ভেটি স্থাপন কৰে। হাজো, কমতা, কোচবিহাৰ, শোণিতপুৰ বা ভৱকাৰ অৱদানক কোনোৱে অৱহেলা কৰিব নোৱাৰে। বৰদোৱা আৰু বৰপেটাৰ অৱদানে অসমীয়া সংস্কৃতিৰ প্ৰকৃত ভেটি স্থাপনত বিশিষ্ট অৰিহণা যোগাইছে। বিশ্বনাথ, শদিয়া, গোৱালপাৰা, শিৱসাগৰ, যোৰহাট, নগাওঁ আদিৰো অৱদান আছে। শিৱসাগৰৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। সেইদৰে শুৱালকুছি, সৰ্থেবাৰীৰ অৱদানকো কোনে অস্বীকাৰ কৰিব নোৱাৰে। অসমৰ কোন ঠায়ে কিমান আৰু কেনে ধৰণেৰে অসমীয়া সংস্কৃতিৰ বিকাশত বৰঙণি যোগাইছে সেইটো বিচাৰ কৰি নিৰ্ণয় কৰা হোৱা নাই। এইটো প্ৰতিপন্ন কৰা সহজো নহয় আৰু এই নিবন্ধৰ লক্ষ্যও নহয়। বিষয়টোৰ ওপৰত আলোকপাত কৰাটোও সম্ভৱ নহয়। ওপৰত মাথো আৰ্হি হিচাবে দুই-চাৰি ঠাইৰ উল্লেখ কৰা হৈছে।

অসমীয়া সংস্কৃতিলৈ সৰ্থেবাৰীৰ বিশিষ্ট অৱদান আছে। সৰ্থেবাৰীৰ এই অৱদানে দুটা ক্ষেত্ৰত উল্লেখযোগ্য স্থান অধিকাৰ কৰিছে। ইয়াৰে এটি সাহিত্য আৰু আনটো শিল্প। বৈষ্ণৱ যুগতে অসমীয়া সাহিত্যৰ চিন্তা-চৰ্চাৰ ভেটি তৈয়াৰ হয়। অৱশ্যে এই যুগত সৰ্থেবাৰীৰ পৰা কোনো সাহিত্যিক ওলোৱা নাছিল। এই যুগত সাহিত্য চৰ্চা আওপকীয়াকৈহে হৈছিল। শাস্ত্ৰ অধ্যয়ন হিন্দু ধৰ্মাচাৰণৰ এটি উপায়। বৈষ্ণৱ যুগৰ গভীৰ জ্ঞানৰ ভঁৰাল সংস্কৃত ধৰ্ম গ্ৰন্থ অসমীয়া ভাষাত প্ৰচাৰ কৰি বৈষ্ণৱ কবিসকলে সাধাৰণ মনুষ্যৰ ভাবিব নোৱাৰা উপকাৰ কৰিছে। এই শাস্ত্ৰ অধ্যয়ন কৰোঁতে আন ঠাইৰ নিচিনা সৰ্থেবাৰীতো এজনে বা এজনীয়ে সুৰ লগাই পঢ়ে, বাকী বিলাকে শুনে। কোনোবাই বুজে, কোনোবাই আধা বুজে, কোনোবাই নুবুজে, কোনোবাই আকৌ কিবা বুজে। কিন্তু সকলোৱে মহৎ সাহিত্যৰ ৰসপান কৰি আপ্লুত হয়। এনেদৰে ধৰ্মাচাৰণৰ লগতে সাহিত্য চৰ্চাও হৈছিল আৰু আজিও হৈ আছে।

অসমীয়া সাহিত্যৰ পুনৰ উদ্ধাৰ কালত সৰ্থেবাৰীৰ পৰা ওলোৱা সাহিত্যিকৰ বিশিষ্ট অৱদান আছে। যিসকল বৰেণ্য সাহিত্যিকৰ যত্নত আধুনিক অসমীয়া সাহিত্যৰ সৃষ্টি হৈছে সেইসকলৰ ভিতৰত কোহিৰাম দাস, লোকনাথ শৰ্মা, গণপতি ভূঞা, হলীৰাম ডেকা, দেবেন্দ্ৰনাথ শৰ্মা, ৰজনীকান্ত গোস্বামী আদিৰ নাম উল্লেখযোগ্য। ইয়াৰ পাছৰ চামৰ ভিতৰতো দীনবন্ধু তালুকদাৰ, দীনেশ গোস্বামী, হিতেশ ডেকা, নবীন ডেকা, প্ৰসন্ন কুমাৰ ডেকা, হৰেকৃষ্ণ ডেকা, প্ৰণৱজ্যোতি ডেকা আৰু ভক্ত দাস আতৈ আদিয়ে অসমীয়া সাহিত্যতো বিশিষ্ট বৰঙণি আগবঢ়াইছে। নবীন সকলৰো ভালেমান সাহিত্য চৰ্চাত লাগিছে আৰু ইয়াৰে দুই-এজনে সম্ভাৱনাৰ স্বাক্ষৰ বহন কৰিছে।

শিল্পৰ ক্ষেত্ৰত সৰ্থেবাৰীৰ অৱদান সৰ্বজন বিদিত আৰু সৰ্বজন স্বীকৃত। শিল্প দুই শ্ৰেণীৰ-- একশ্ৰেণীৰ শিল্পক চাৰু শিল্প আৰু আন এক শ্ৰেণীৰ শিল্পক-কাৰু শিল্প বোলে। যি শিল্প কেৱল মানসিক প্ৰয়োজন পূৰণত ব্যৱহৃত হয় সেই শিল্পক চাৰু শিল্প বোলে। আনহাতে যি শিল্পই কায়িক আৰু মানসিক উভয় প্ৰকাৰ প্ৰয়োজন পূৰণত ব্যৱহৃত হয় সেই শিল্পক কাৰু শিল্প বোলে। কাঁহশিল্প এই শ্ৰেণীৰ শিল্প। কাঁহৰ পৰা খোৱা-লোৱা, ধৰ্মকাৰ্য্যত, বিয়া-বাৰুত ব্যৱহৃত বাচনৰ উপৰিও নানা প্ৰকাৰৰ বাদ্যযন্ত্ৰ তৈয়াৰ কৰা হয়। কাঁহৰ বাচন খোৱা-লোৱাত ব্যৱহাৰৰ বাবে স্বাস্থ্য-উপযোগী। ধৰ্ম-কাৰ্য্য বা উৎসৱ পাৰ্বণত কাঁহৰ বাচন অপৰিহাৰ্য্য। ছোৱালীক বিয়া দিওঁতে পাটৰ





কাপোৰ জোৰ আৰু সোণৰ অলঙ্কাৰৰ লগতে কাঁহ-পিতলৰ বাচন উৎসৰ্গা কৰি দিয়াটো পুৰণি কলীয়া দস্তুৰ। কাঁহৰ বাচনে কায়িক প্ৰয়োজনীয়তা পূৰণৰ উপৰিও ইয়াত নিহিত নান্দনিক সৌন্দৰ্য্য বা সুৰৰ মূৰ্চনাই আনন্দ দানৰ যোগেদি মানসিক প্ৰয়োজন পূৰণ কৰে।

কাঁহ শিল্প অসমৰ জাতীয় শিল্প। এই শিল্পৰ উৎপাদন এসময়ত অসমৰ বহু ঠাইত হৈছিল। এতিয়া সেইবোৰ ঠাইৰ আফৰৰ জুই নুমাল; গঢ়শালি গৈ মৰিশালি হ'ল। টিং টাং শব্দই ৰজন-জনাই থকা পৰিবেশৰ ঠাইত নিমাও-মাও পৰিৱেশৰ সৃষ্টি হ'ল। অকল সৰ্থেবাৰীতহে ইয়াৰ কলা-কৌশল বৰ্ত্তি থাকিল। শুৱালকুছিৰ পাট-মুগাৰ বস্ত্ৰ-শিল্পৰ নিচিনা সৰ্থেবাৰীৰ কাঁহ শিল্প অতি প্ৰাচীন। এই শিল্পৰ তুলনা পাবলৈ নাই। ইয়াৰ নান্দনিক সৌন্দৰ্যই বিমোহিত নকৰাকৈ নেথাকে। ভোৰতালৰ গুৰু গম্ভীৰ স্বৰে অন্তৰত বিমল আনন্দৰ শিহঁৰণ তোলে-- মন সাগৰত অন্য এখন জগতৰ সৌৰৰণি উদ্ভাসিত কৰে। দৈনন্দিন জীৱনত কাঁহৰ বাচনৰ ব্যৱহাৰ উন্নত ৰুচিৰ পৰিচায়ক আৰু স্বাস্থ্যোপযোগী। এই শিল্পৰ যোগেদি সৰ্থেবাৰীয়ে অসমীয়া সংস্কৃতিলৈ উল্লেখযোগ্য অৱদান দিছে।●



*দেশৰ আকাশত সাহিত্য ধ্ৰুৱ পতাকা। এই ধ্ৰুৱ পতাকা বহনকাৰী হৈ আহিছে যুগে যুগে যুগে সাহিত্যিকসকলেই। সাহিত্যিকৰ উদ্দীপ্ত লেখনীৰ ইঙ্গিতত দেশ আৰু জাতিয়ে সভ্যতা সংস্কৃতিৰ ৰূপ লয়। যুগৰ পৰিবৰ্তনৰ লগে লগে আজি যান্ত্ৰিক যুগৰ সামাজিক পৰিবৰ্তনৰ সময়ত মাতৃভাষাসেৱী সাহিত্যিকসকলৰ প্ৰবল প্ৰভাৱেৰে জাতিৰ জীৱনীশক্তি আকৌ জগাই তুলিবৰ হ'ল।*

নলিনীবালা দেৱী, যোৰহাট, ১৯৫৪

# লুইতপৰীয়া 'অকণিৰ গীত'

বাবুল দাস

অকণি মানেই হ'ল শিশু। আৰু শিশু মানেই হ'ল জীৱনৰ দোকমোকালি । বুজা নুবুজা বয়সত দোলনি দি হাঁহি নাচি অতিবাহিত কৰা সময়খিনিয়েই হ'ল শিশুৰ সময় । শিশু সহজ, সৰল, কোমল। সিহঁতে অলপ কথাতে হাঁহে, কান্দে, কাজিয়া কৰে। ক্ষণিকৰ ভিতৰতে সিহঁতে নীল আকাশত উৰিব বিচাৰে, ভূত পোৱালীৰ লগত খেলিব বিচাৰে। শিশুৱে সদায় বাস্তৱৰ ছবি মনলৈ নানি ভাৱ সাগৰত সাতুৰি নাদুৰি ফুৰিব বিচাৰে।

গীত সকলোৰে প্ৰিয়। মানুহৰ জন্মৰ পৰাই চিনাকি হয় গীতৰ লগত। নুবুজা বয়সৰ পৰাই মানৱ শিশুৱে গীত ভাল পায়। সেয়ে আমনি কৰা শিশুটোক টোপনি নিয়াবলৈ মাক বা আইতাই গায় —

শিয়ালী এ নাহিবি ৰাতি
তোৰ কাণ কাটি লগামে বাটি
শিয়ালীৰ মূৰতে মৰুৱা ফুল
শিয়ালী পালেগৈ ৰতন পুৰ।

আকৌ কোনোবা আইয়ে গায় —

আমাৰে মইনা শুব এ
বাৰীতে বগৰী ৰুব এ
বাৰীৰে বগৰী পকি সৰি যাব
আমাৰে মইনাই বুটলি খাব।
টোপনি এ তোৰ কলৰ তলত ঘৰ
সকলো ৰাইজৰ টোপনি আহি
মইনাৰ চকুতে ধৰ।

এনে ধৰণৰ গীত শুনি শিশুৱে টোপনি যায়। সঁচাকৈ গীতৰ কি যে আকৰ্ষণ।

নুবুজাৰ পৰা যেতিয়া শিশুৱে বুজা নুবুজা বয়সত খোজ দিয়ে তেতিয়া সিহঁতে নানা খেল খেলে নিচুকণি গীতৰ মাজেৰে ৰাতি পুৱায়। বেলি উঠে। কেচা ৰ'দে পোহৰ সিঁচি দিয়ে। পুৱাৰ বতৰত ৰ'দ পুৱাবলৈ ওলাই আহি ৰঙা সূৰুযলৈ চাই অকণি শিশুৱে গায় —

ৰ'দালি এ ৰ'দ দে
আলি কাটি জালি দিম
বৰপীৰা পাৰি দিম
তাতে বহি বহি ৰ'দ দে।
ৰ'দালিৰ মাকৰ কুটকুৰা চুলি
ৰ'দালি পালেগৈ বিৰিণাৰ গুৰি।

ৰ'দ পুৱাই গীত গাই গাই সিহঁতে খেলিবলৈ ধৰে আৰু তেতিয়া হয়তো কাষত পৰি থকা শালিকী জুৰিলৈ চাই সিহঁতে গায় —

শালিকী এ লথৌ থৌ
শাক হ'ল ভাত হ'ল
শালিকী কেহেলৈ গ'ল
এইখিনিতে আছিলে পতান খুচৰি
কোনোবাই লৈ গ'ল ডিঙি মুচৰি।

আকৌ পাখি মেলি উৰি যোৱা বগলীজাকলৈ চাই নাচি নাচি অকণিহঁতে গায় —

ইপাৰৰ বগলী এ কি কি নাও
সিপাৰৰ বগলী এ কি কি নাও
আই ঐ বাই ঐ
চুলি মেলি গাখীৰ খীৱাও
কালি টকা লৈ আহ পান কৰি খাও
চেলেংখন লৈ আহ মেললৈ যাওঁ
খাই যাওঁ তামোল পেলাই যাওঁ পিক
লগাই দিয়া গাভৰু গাই যাওঁ গীত।
বগলী এ সবাহলৈ নগ'লি কিয়?
গৈছিলো গৈছিলো বটত বৰষুণে পালে
বঙদৈ ঘৰতে সোমাব খোজোতে
চেঙদৈ কুকুৰে খালে
ছেই ছেই ছেই, নাহিবি জপনা দেই।

দুপৰীয়া হ'ল নৈ বা পুখুৰী পাৰত গা ধুবলৈ গৈ পানী এচলু হাতত লৈ ইজনে সিজনক সুৰ লগাই কয় —

এই চলু কি?
পানী
তই খাব মৰাশ টানি।





তাৰ পিছত আটাইকেইগৰাকীয়ে মিলিজুলি গায় —

বা বইচ, বা বইচ
বা বইচ মাকৰ দুখন কাণ
হুৰ হুৰকৈ বৰষুণ আন।
আলু মুৰি কচুমুৰি
বা বইচ মাকৰে জপৰা চুলি
জপৰা চুলিত ওকণি খায়
বা দিলে উৰি যায়।

আবেলি মিলিজুলি অকণিহঁতে হাঁহি খিকিন্দালি কৰি চোতালত ওলাই আহি খেলিবলৈ ধৰে আৰু তেতিয়া বহল চোতালত দৌৰাদৌৰী কৰি সিহঁতে গায় —

ডালিম ঐ ডালিম
আমালৈ আনিছা কি?
আনিছো আনিছো ৰণুৱা ঘোঁৰাটি
ডিঙিতে শিৰকলি দি।
শিৰকলি মিৰকলি তামে নাৰিকলি
ঘাঁহীয়ে যোগালে ঘাঁহ
দুকুৰি ঘাঁহিয়ে যোগাব নোৱাৰে
পানীতো নচৰে হাঁহ।
ইপাৰে বান্ধিলে গাইলৈ দামুৰী
সিপাৰে বান্ধিলে হাতী
হাতীৰে ওপৰত কোনে কাঁহে কোবায়
মোমাই বৰ বৰুৱাৰ নাতি।
মোমাই বৰবৰুৱাৰ সাতজনী তিৰোতা
তাৰে সৰুজনী কাজী,
কাজীৰ জীয়েকক আনিব খুজিলো
মাটিৰে মিৰদং সাজি।

খেল সলনি হয়, এইবাৰ নিজৰ হাত কেইখন পিচপিনে লুকুৱাই ৰাখি মইনাহঁতে ঘূৰি ঘূৰি গায় —

চিলনী এ তোৰ হাত কিহে নিলে — আমে নিলে।
সেই আম কি হ'ল ? — হাবিত পৰিল।
সেই হাবি কি হ'ল ? — জুইয়ে পুৰিলে।
সেই জুই কি হ'ল ? — ছাই হ'ল।
সেই ছাই কি হ'ল? — ধোবাই নিলে।
ধোবাই নি কি কৰিলে ? — ৰজাৰ কাপোৰ ধুলে।
সেই ৰজা কি হ'ল ? — পহু মাৰিবলৈ গ'ল।
সেই পহু কি হ'ল? — নৈ পাৰ হ'ল।
সেই নৈ কি হ'ল? — শুকাই গ'ল।
তাৰ মাছ কি হ'ল? — বগলীয়ে খালে।
সেই বগলী কি হ'ল? — ডালত পৰিল।
আমাৰ আটাইৰে হাত ওলাই পৰিল।

গধূলি চোতালত ঢাৰি পাতি বহি আইতাৰ সাধু শুনিবলৈ বহি থাকোত জোনাক নিশা সন্ধিয়াৰ আকাশত উজ্বলি উঠা জিকমিকিয়া তৰা আৰু জোন বাইলৈ চাই কণ কণ সকলে জোন বাইৰ পৰা তৰা বিচাৰে —

জোনবাই এ এটি তৰা দিয়া
এটি তৰা নেলাগে দুটি তৰা দিয়া
পাত নাই চাত নাই কিহত কৈ দিম?
হালধীয়া চৰায়ে বাওধান খায়
সাউদৰ পুতেকে নাও মেলি যায়।
নাওৰে বোলে তুলুং ভুলুং
বঠাই বোলে বাও
গধূলিতে গধূলিতে ডবা কোবাও।

শিশুমনে জোনবাইৰ পৰা অকল তৰা বিচাৰিয়েই ক্ষান্ত নেথাকে। কিবা এটি কৰাৰ প্ৰয়াসেৰে এইবাৰ সিহঁতে প্ৰয়োজন অনুভৱ কৰে এটি বেজীৰ। সেয়ে প্ৰয়োজনীয় বস্তুটো জোনবাইৰ পৰা বিচাৰি মইনাহঁতে গায় —

জোনবাই এ বেজী এটি দিয়া
বেজীনো কেলেই? - মোনা সিবলৈ।
মোনানো কেলেই? - ধন ভৰাবলৈ।
ধননো কেলেই ? — হাতী কিনিবলৈ।
হাতীনো কেলেই ? - উঠি ফুৰিবলৈ।
উঠি ফুৰিলেনো কি হয় ? - বৰ মানুহ হয়।
বৰ মানুহ হ'লে কি হয়? গধূলিতে ডবা কোবায় - দুদুম্ দুম্ দুম্।

ওপৰত উনুকোৱা লোকগীত বোৰেই যে অকল অকণিৰ মনৰ লগত জড়িত হৈ পৰিছে তেনে নহয়। সহজ সৰল শিশু মনৰ প্ৰতিটো গীতেই অকণিৰ আদৰৰ । সেয়ে সেই গীতবোৰৰ উপৰিও অলপ বুজাল বয়সৰ পৰা মুক্ত ভাবে গীত গাব বিচৰা অকণিবোৰৰ প্ৰিয়গীত কি তাক লক্ষ্য কৰিলে অনুমান কৰিব পাৰিম যে সি সদায়

এটি কোমল মনৰ ভাৱে প্ৰকাশ কৰা গীতকে গাব বিচাৰে –

মা আমি শদিয়ালৈ যামে
মা আমি শত ফুল খামে
বান্ধিম আমি বান্ধিম মা
কেঁচা পাতত লোণ
মা চাই থাকাচোন।
শদিয়া নো কি? ৰিং এটাৰ বাট।
শত ফুলবোৰ ফুলি থাকে তাত
যি হে হালে জালে,
নাচৰ তালে তালে
খান্দিম আমি খান্দিম মা
নৈৰ বালিত সোণ
মা চাই থাকাচোন

গীতিকাৰ কেশৱ মহন্তই লিখা এই গীতটো বেয়া পোৱা শিশুনো কেইটা আছে?

তেনেকৈ জ্যোতিপ্ৰসাদ আগৰৱালাৰ গীত –––

'বনৰীয়া আমি বনৰ চৰাই
বনে বনে ফুৰো অনাই বনাই
অনাই বনাই অ'
অনাই বনাই অ' অনাই বনাই
উ-উ, উ-উ, উ-উ, উ-উ-উ
ভৈয়ামৰে মইনা তই পোহনীয়া পখি
বনৰীয়া মইনাৰে পতালিহি সখি
ঘৰৰ কথা আমি বনত পাতি
বনৰ কথা আমি ঘৰত পাতি
পৰ্বতৰ বননি ফুৰিম বগাই . . . ।

বিষ্ণু প্ৰসাদ ৰাভাৰ গীত –

বিলতে হালিছে ধুনীয়া পদুমী
ফুলনিত ফুলিছে ফুল,
সেই ফুলে ফুলে পখিলা উৰিছে
মানিছে বেণুৰে বোল।
গছৰে ডালতে গাইছে কুলিয়ে
কু-উ, কু-উ কৈ
দূৰ দূৰণিতে জুৰিটি নাচিছে
ঝিৰ ঝিৰ ঝিৰ কৈ
নিজান বননিতে কেতেকী চৰাইয়ে
সুহুৰি মাৰিছে ৰৈ।

অকনিৰ কথাছবি অকণত কণ কণ মইনা অভিনেতাবোৰৰ বাবে ডঃ ভূপেন হাজৰিকাই লিখিছিল-

ৰং ৰং নানা ৰং কিনিবলৈ যাওঁ
ৰংপুৰ অভিমুখে আমি আগুৱাওঁ
য'তে আমি ৰং পাওঁ কোচত ভৰাও
সেই ৰং পৃথিৱীত আমি ছটিয়াওঁ।
শাৰী শাৰী পাহাৰৰে সেউজ ৰং চোৱা
গঙা চিলনীৰ পাখি কেনে মোহনীয়া
সৰিয়হ ফুলনি চোৱা মিঠা হালধীয়া
আমাৰ এই যাত্ৰা চোৱা নানা ৰহণীয়া
(আমি) ৰঙৰ পৃথিৱীখন হাততে যে পাওঁ
সেই ৰং পৃথিৱীতে' আমি ছটিয়াওঁ।

অকণিৰ এখুদ ককাইদেউ কবি নবকান্ত বৰুৱাই গীতেৰে শিশুৰ মনৰ খোৰাক জোগাবলৈ গৈ লিখিছে-

এঠেঙীয়া বগলী হৈ নাচে
নাচে তামোলৰে পুলি
হাত মেলিছে নীলা আকাশ
ঢুকি পাওঁগৈ বুলি।
সেউজীয়া তোমাৰ পাখি কিখন
সদায় থাকে মেলা,
হিমৰ কণাই তাতে পাতে
সাতো ৰঙৰ খেলা।
জোনাক নিশা জোনৰ খনিকৰে
বুলায় ৰূপৰ তুলি।
বতাহ ছাটি বলে তোমাৰ পাখিত জাগে ঢৌ
উখল মাখল হিয়া তোমাৰ থৌকি বাথৌ থৌ
পানী পোতাৰ ঘনচিৰিকা চৰাইজনী আহি
আকাশৰে কথা কয় তোমাক নেকি হাঁহি
ভয় লাগে মোৰ আমাক এৰি উৰি যাবা বুলি।





দৰা কইনা খেল খেলি কণ কণ মইনা সকলে ভাল পায়। সেয়ে কোনো অজান গীতিকাৰে সেই শিশুসকলৰ বাবে লিখিছিল; ধান ৰখা মইণাৰ গীত, দৰা কইণাৰ গীত –

হুৰ হুৰ বটা চৰাই
মোৰ ধান নাখাবি
তোক গোটা কৰাই
ধানো খাম পতানো খাম
তোক বিয়া কৰাই
ঘৰলৈ যাম।

আকৌ-

ঢোল বায় ক'ত ৰতনপুৰত
খোল বায় ক'ত ৰতনপুৰত
কাউৰী কেলে কেলায় বান্দৰী নচুৱায়
বাঁহবাৰী গোঁসাই ঘৰত। কেঁকলৌ পাত ঐ মইনাৰ মাক ঐ
কইনা উলিয়াই দিয়া
কেনেকৈ দিম মই বয়সৰ কইনা
নিজে চাই উলিয়াই নিয়া।

বিয়া যেন হৈ গ'ল। কণ মাণি কইনাজনী এইবাৰ গায় ––

জোন বাইৰ আগৰে একেটি তৰা
আইয়ে বিয়া দিলে গঠীয়া দৰা,
হেৰ' তই গঠীয়া নেপাৰ গালি
আইৰ ঘৰলৈ যাম উৰি পখালি।
আয়ে বুলিব মোৰ জী আহিছে
বৰা ভাত এগালি ৰান্ধো
বোপায়ে বুলিব মোৰ জী আহিছে
গৰালৰ হাঁহনী মাৰো।

দৰা কইনা খেল খেলি ভাল পোৱা শিশুৰ মনৰ উমান পাই গায়ক গীতিকাৰ ৰুদ্ৰ বৰুৱাই মইনাহঁতৰ বাবে লিখিছিল-

অ' বুল বুল অ' তুল তুল
অ' সেউজী তৰা,
লুকা ভাকু ভাল নেলাগে
খেল কইনা দৰা'।
তুল তুল আমাৰ কইনা হওঁক
বুল বুলে হওঁক দৰা
মই নামতী নাম লগাই দিওঁ
দৰা ঘৰীয়াক যোৱা
অ' সেউতী হৈ দৰাৰ মাক
ঘট্- টেকেলী ধৰা।
কোৰোকাৰে দূৰলীতে
চাউল হ'ব বালি
কচুপাতত শলাকানি
সেয়ে হব চাকি
পানী পচাত পানী তুলি তুলিম
দূৰণিৰ ঘাট গঢ়া। . . . .

শিশুৰ লগত ওমলি ভাল পোৱা নিৰ্ম্মল প্ৰভা বৰদলৈ বাইদেৱে লিখা তলৰ গীতটোৱে অকণিবোৰৰ বাৰু হিয়া চুব নকৰেনে?

জোনবাই ও বেজী এটি দে
সোণে মোৰ গায়নে নেগায়
ধুনীয়া ঘোৰাতে পৰীৰে দেশলে'
সোণে মোৰ যায় নে নেযায়।
আনিছো তোমালৈ ,গোলাপী ফুলাম্কৈ
পিন্ধাহি সপোনটি আহা,
কাজলৰে এটি ফোট দিওঁ কপালত
এতিয়া এতিয়া হাঁহা
লুকা ভাকুকে খেলিম এতিয়া
সোণে মোক পায়নে নেপায়.
পৰীৰে দেশখন কিনো বিতোপন
ডাৱৰৰ সিপাৰে নিতে নিতে ঘূৰে
সোণৰে পালেঙত মোৰে ৰাজকন্যা
পদুম ফুলি ফুলি কুঁৱৰীৰ খোজতে
সেই ৰাজ কুঁৱৰীক আনিবলে'
সোণে মোৰ যায় নে নেযায়।

এইবোৰ একো একোটি সাৰ্থক অকণিৰ গীত। অকণিৰ গীত এটি সাৰ্থক হয় তেতিয়া যেতিয়া গীতৰ কথাংশৰ ভাষা সহজ, ছন্দ সৰল আৰু কল্পনা হয় সিহঁতৰ ওমলা মনৰ। অকণিৰ গীতেৰে অকণিয়ে মনৰ কথা কৈ ভাল পায়। গীতেৰে সিহঁতে প্ৰকাশ কৰিব বিচাৰে চাই থকা দৃশ্যৰ প্ৰতিফলন।

এগৰাকী অভিজ্ঞ ব্যক্তি আৰু এটি অকণিৰ চিন্তাৰ যেনেকৈ

পাৰ্থক্য থাকে তেনেকৈ পাৰ্থক্য থাকে আন গীতৰ লগত অকণিৰ গীতৰ কথাংশও। উদাহৰণ — আমি যদি এটি কুলি চৰাইকলৈ গীত গাবলৈ লওঁ তেতিয়া এগৰাকী বিপ্লৱীয়ে গাব কুলিক সুবিধাবাদী বুলি। বহাগৰ বতৰত ৰঙৰ পৰশত মিঠা মাতেৰে মন জুৰ কৰা কুলিক প্ৰশ্ন কৰিব তই দুখৰ বতৰত কিয় পলায়নবাদী মন লৈ আঁতৰি যাৱ কুলি।'

একেজনী কুলিলৈ চাই ৰোমান্টিক যুৱক-যুৱতীয়ে কব — কুলি তই সদায় আহিবি। তই আহিলে বহাগ আহিব। বহাগ আহিলে বিহু আহিব। বিহু আহিলে বিহুতলীলৈ চেনেহী আহিব।

পিচে অকণি এটিয়ে কুলিলৈ চাই কব —

কুলি অ' কুলি মাত কুউ বুলি
বহাগত তোৰ সতে খেলিম মিলি জুলি।
আমৰ ডালত পৰি কুলি আম পাৰি যাবি
তোলৈ আনিম পিঠা লাডু হাতত পাবি খাবি
জামুগুটি তই পাৰবি আমি খাম বুটলি
বহাগত তোৰ সতে খেলিম মিলি জুলি।

সকলো শিশুৱে ককাদেউতা আইতাক ভাল পায়। সিহঁতে লক্ষ্য কৰে পৰিয়ালৰ কোনে কি কৰে সেইবোৰ কথা। সিহঁতে ভাল পায় গছ বগাবলে', গছৰ পৰা পকা আম পাৰি খাবলে'-

শিশু মনৰ এই কথাবোৰকে জুকিয়াই শেষত লিখকৰ লিখা এটি গীতেৰে এই অধ্যায়ৰ সামৰণি মাৰিছো-

আম আম আম আম পকা আম
খাম খাম খাম খাম কাটি খাম
ককা আইতাই মিলি
আম খায় গিলি গিলি
গছ বগাই আম পাৰিবলৈ যাম।
ককাদেউতা তালুমূৰা
চুলি পকি হ'ল বুঢ়া
মোৰ লগত পিচে পালোৱান,
নিতে নিতে পুৱাৰাতি
ভাঙে কেঁচা ঘুমটি
গাই তেওঁ পুঁৱতিৰ গান।
আইতাই হাঁহেচোন খিক্ খিক্ খিক্
চিতিকি পৰি যায় তামোলৰ পিক্
ওকণি চাই চাই সাধুবোৰ কৈ যায়
আমাৰ লগত খেলা আইতাৰ কাম।

*সাহিত্য-সংস্কৃতি বুলিলে এক বিমূৰ্ত ধাৰণা নুবুজায়। বিমূৰ্ত কলা সাধনাৰ কথা আজি কোনেও নকয়। ইয়াৰ লগত মানুহৰ অৰ্থনৈতিক অৱস্থা জিৰিক তাগিদা আদিও জড়িত। আমাৰ পৰম্পৰাই সাধাৰণ খেতিয়ক চহা ৰাইজৰ কথাহে কৈ আহিছে। অসমীয়া জাতি গঠন কৰা বিভিন্ন জনগোষ্ঠীৰ জীৱন গাঁৱৰ জীৱন। এওঁলোকেই সংস্কৃতিৰ শ্ৰষ্টা, জনসাহিত্যৰ ৰচক আৰু অসমীয়া বৈশিষ্ট্যৰ ধাৰক। এওঁলোক বুলিলেই অসমীয়া মন বা অসমীয়াত্ব বুজা যাব। সাহিত্য সভাই এওঁলোকৰ জীৱন নিৰ্বাহৰ মান পৰিৱৰ্তন কৰাৰ সহায়ক হব পাৰিবনে ?*

*মহেন্দ্ৰ বৰঠাকুৰ*





# অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়নত পাঠ-সমীক্ষাৰ প্ৰয়োজনীয়তা

*ডঃ ৰামচৰণ ঠাকুৰীয়া*

জাতিৰ ইতিহাস ৰচনা বা আন যিকোনো বুৰঞ্জী প্ৰণয়নৰ দৰেই সাহিত্যৰ বুৰঞ্জী ৰচনাও এক প্ৰকাৰ জটিল কাম। কাৰণ, অন্যান্য বুৰঞ্জী ৰচনাৰ নিচিনাই সাহিত্যৰ বুৰঞ্জী ৰচনাৰ ক্ষেত্ৰতো কঠোৰ বস্তুনিষ্ঠ মনোভাৱ আৰু বিজ্ঞানসন্মত দৃষ্টিভংগী এটিৰ নিতান্তই প্ৰয়োজন। অতীতৰ লগত বৰ্তমানৰ যোগসূত্ৰ নাথাকিলে যে প্ৰকৃত ইতিহাস ৰচনা নহয় আৰু সাহিত্যৰ বুৰঞ্জীৰ বাবেও সি একেই কথা, তাৰ ইংগিত দি ডঃ মহেশ্বৰ নেওগে লিখিছে ঃ "দেশ-কাল-সময়ৰ সীমা হেৰুৱাই' ৰাজনীতি বা সমাজৰো কোনো ঘটনা নঘটে। এটা কবিতা, এখন পুথি তেনে একোটা ঐতিহাসিক ঘটনা। সি, তাৰ ঐতিহাসিক কালৰ পৰা বিচ্ছিন্ন আকাশ-কুসুম নহয়। তাৰ পাছফালে লুকাই থকা কবিজন বা গ্ৰন্থকাৰজনৰ পিছফালে লুকাই থকা তেওঁৰ সময়— যি তাৰ অতীত আৰু ভৱিষ্যতেৰে ঘনসমৃদ্ধ— আৰু তেওঁৰ দেশ— যি দেশ জগতৰ এচমকা মাথোন।"[১] সাহিত্যৰ লগত দেশ কালৰ সংযোগ ঘটুৱাই তাৰ অন্তৰ্বৰ্তী ধাৰাক পৰিস্ফুটকৈ যথাযথ বুৰঞ্জী ৰচনাৰে এটি অভিনৱ বিষয় হৈছে— পাঠ সমীক্ষা।[২] ইয়াৰ সহায়ও কেৱল প্ৰাচীন প্ৰত্নলেখ, অনুশাসন আৰু পুৰণি পুথিৰ উৰ্-টেক্সট্ বা সম্ভাব্য আদি ৰূপটোকে উলিয়াব পাৰি এনে নহয়, আমাৰ পূৰ্ব পুৰুষসকলৰ চিন্তা-বৈচিত্ৰ্যকো সহজতে বুজিব পাৰি। সেয়েহে, চিন্তা-বৈচিত্ৰ্যৰ লগত আধুনিক মনৰ সংযোগ স্থাপন আৰু যিকোনো সাহিত্যৰ সত্য-বিচাৰেৰে তাৰ যথাৰ্থ বুৰঞ্জী প্ৰণয়ন— এই দুয়োটি কথাৰ বাবেই পাঠ-সমীক্ষাৰ গুৰুত্ব অপৰিসীম।[৩]

এই কথা দোহাৰিবৰ প্ৰয়োজন নাই যে অসমীয়া ভাষাৰ নিচিনাই অসমীয়া সাহিত্যৰ বুৰঞ্জীও যথেষ্ট প্ৰাচীন আৰু সমৃদ্ধিশালী। ভাৰতৰ সৰহ ভাগ প্ৰাদেশিক ভাষাত সাহিত্য-ৰচনাৰ আদৰ্শ প্ৰতিষ্ঠা নৌহওঁতেই অসমীয়া ভাষাত নিয়মিতভাৱে সাহিত্য-ৰচনাৰ কাম আৰম্ভ হয়। অকল ভাৰততে নহয়, বিশ্বৰ সৰহভাগ ভাষাতে যি সময়ত গদ্য সাহিত্যই যথাৰ্থ ৰূপ এটি লাভ কৰা নাছিল, সেই সময়তে ভাগৱতাচাৰ্য বৈকুণ্ঠনাথ ভট্টদেৱে অসমীয়া ভাষাত শ্ৰীমদ্ভাগৱত পুৰাণ আৰু শ্ৰীমদ্ভাগৱত গীতাৰ নিচিনা দুৰ্বোধ্য গ্ৰন্থৰ প্ৰাঞ্জল গদ্য ভাঙনি কৰিছিল।[৪] অপ্ৰমাদী কবি মাধৱ কন্দলিৰ ৰামায়ণ অকল উত্তৰ ভাৰতৰ প্ৰাদেশিক ভাষাসমূহৰেই নহয়, সমগ্ৰ নব্য ভাৰতীয় আৰ্যভাষাসমূহৰ ভিতৰতে প্ৰথম ৰামকাব্য আৰু বাল্মীকি ৰামায়ণৰ কাহিনীৰ আলমত ৰচিত একমাত্ৰ ৰামকথা।[৫] ভাৰত বিজেতা মোগল শক্তিক প্ৰতিহত কৰি দেশৰ স্বাধীনতা অক্ষুণ্ণ ৰখা অসমৰ স্বাধীন নৃপতি আহোম স্বৰ্গদেৱসকলৰ দান অসমীয়া ভাষাৰ বুৰঞ্জী সাহিত্য 'ভূ-ভাৰতত' নথকা এক প্ৰকাৰ অভিনৱ সম্পদ।[৬] প্ৰাদেশিক ভাষাত নাট্য সাহিত্য ৰচনাৰ ক্ষেত্ৰতো অসমেই ভাৰতৰ ভিতৰত পথ-প্ৰদৰ্শক স্বৰূপ। কাৰণ, অসমৰ মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱ আদিৰ আগতে মিথিলাৰ নাট্যকাৰ বিদ্যাপতি, উমাপতি প্ৰভৃতিয়ে নাটক ৰচনা কৰিবলৈ লৈছিল যদিও তেওঁলোকৰ নাটকৰ ভাষা সম্পূৰ্ণৰূপে মৈথিলী নাছিল ; কেৱল গীতৰ ভাষাহে মৈথিলী আছিল। পুৰাণ সাহিত্য, মহাভাৰত সাহিত্য আদিৰ ক্ষেত্ৰতো এই একে কথাই প্ৰযোজ্য। অসমীয়া সাহিত্যৰ আন এটি গৌৰৱৰ সম্পদ হৈছে চৰিত সাহিত্য। ষোড়শ শতিকাৰে পৰা অসমত ধাৰাবাহিকভাৱে এই শ্ৰেণীৰ সাহিত্য ৰচনাৰ প্ৰমাণ পোৱা গৈছে। পুৰণি সাহিত্যৰ তুলনাত আধুনিক অসমীয়া সাহিত্য সিমান চহকী নহ'লেও গল্প, উপন্যাস আৰু কবিতাৰ ক্ষেত্ৰত ই যথেষ্ট পৰিমাণে আগবাঢ়িছে, আৰু যোৱা কেইবছৰমানৰ ভিতৰত ইমানদিনে কিছু স্তিমিত হৈ থকা নাট্য-সাহিত্যৰ ধাৰাটোও আশানুৰূপভাৱে দ্ৰুত হৈ পৰিছে।

সাহিত্যৰ যথাযথ মূল্যায়ন আৰু গতি-প্ৰকৃতি বুজিবৰ বাবে বিজ্ঞানসন্মত বুৰঞ্জীৰ আৱশ্যক আৰু এই কামৰ বাবে বিশেষ প্ৰয়োজন তাৰ সকলো সৃষ্টিৰ লগত পৰিচয়ৰ লগতে যুগ বিভাগ সম্পৰ্কে এটি স্পষ্ট ধাৰণাৰ।[৭] অসমীয়া সাহিত্যৰো বিভিন্ন সময়ৰ ৰচনাৰাজিৰ ওপৰত চেকা-চেৰাকৈ পোহৰ পেলাই ইতিমধ্যে কেইবাখনো সাহিত্যৰ বুৰঞ্জী ৰচনা কৰা হৈছে। অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ আঁচনি অনুযায়ী কনকলাল বৰুৱা আৰু ৰমাকান্ত বৰকাকতিয়ে ১৮৯৮ চনতে সাহিত্যৰ বুৰঞ্জীৰ বিবিধ আহিলা সংগ্ৰহ কৰি অসমীয়া পুথিৰ বৃহৎ তালিকা এখন প্ৰস্তুত কৰিছিল। অসমীয়া সাহিত্যৰ প্ৰথম বুৰঞ্জী প্ৰণেতাজন হৈছে দেৱেন্দ্ৰনাথ বেজবৰুৱা। ১৯১২ চনত তেওঁৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' প্ৰকাশ পায়। এইখনৰ পিছত ডিচেম্বৰ নেওগৰ 'আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী' (১৯৩৬), 'অসমীয়া সাহিত্যৰ জিলিঙনি' (১৯৩৮), 'অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি' (১৯৪০), 'অসমীয়া সাহিত্যৰ সংক্ষিপ্ত বুৰঞ্জী (১৯৫০-৫১), 'অসমীয়া সাহিত্যৰ জেউতি' (১৯৫২), 'অসমীয়া সাহিত্যৰ বুৰঞ্জী' (১৯৫৭), 'অসমীয়া সাহিত্যৰ ওপৰত নতুন আলোকপাত' (ইংৰাজীত লিখা, ১৯৬২), দেৱেশ্বৰ চলিহাৰ 'ভাষা আৰু সাহিত্যৰ ইতিহাস' (ইংৰাজীত লিখা) ; ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই ইংৰাজীত লিখা 'অসমীয়া সাহিত্য' (১৯৪১), 'অসমীয়া সাহিত্যৰ বুৰঞ্জী (১৯৪৬) ; ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' (১৯৫৯), 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত' (১৯৮১) ; ডঃ মহেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' (১৯৬২) ; হেম বৰুৱাৰ 'অসমীয়া সাহিত্য' (ইংৰাজীত লিখা, ১৯৬৫) ; যতীন্দ্ৰনাথ গোস্বামীৰ 'অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী', যতীন গোস্বামীৰ 'অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস' (১৯৮৮) আদি কেইবাখনো বুৰঞ্জী ৰচিত হৈছে। তদুপৰি পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া সাহিত্যৰ চানেকি"[৮] (১৯২৩-২৯) ৰ পাতনি আৰু তেওঁ ইংৰাজী ভাষাত

যুগুত কৰা 'অসমীয়া পুৰণি পুথিৰ বিৱৰণমূলক তালিকা' (১৯৩০) খনিতো অসমীয়া সাহিত্যৰ ভালেমান লেখক আৰু পুথিৰ নাম পোৱা যায়। কিন্তু ইমানখিনিৰ পাছতো এই কথা আমি স্বীকাৰ কৰিবই লাগিব যে অসমীয়া সাহিত্যৰ বিভিন্ন যুগৰ ৰচনাৰাজিৰ পৰিচয় আৰু স্বৰূপ বুজিবৰ বাবে এইবোৰৰ কোনোখনেই যথেষ্ট নহয়। আনহে নালাগে, অসমীয়া সাহিত্যৰ নো কোন সময়ত সূচনা ঘটিছিল, বিষয়-বস্তু আৰু সাহিত্যিক গঢ়ৰ ফালৰ পৰা ইয়াক কি কি স্তৰ আৰু যুগত ভগাব পাৰি, কোন যুগত কোন কোন কবি সাহিত্যিকৰ জন্ম হৈছিল, তেওঁলোকৰ ৰচনা-ৰাজিয়েই বা কিমান, সিবোৰৰ উৎস কি, মাধৱ কন্দলিৰ ভনিতা থকা দেৱজিত কাব্যৰ প্ৰকৃত লেখক কোন, অনিৰুদ্ধদেৱৰ সাহিত্য-কৃতি কি, প্ৰাক্-শঙ্কৰ আৰু শঙ্কৰ যুগৰ ভালেমান কবি-সাহিত্যিকৰ ৰচনাৰ আধাৰ গ্ৰন্থ যে কেৱল বেনাৰস বা নবদ্বীপ-পুৰীৰ পৰা অহা নহৈ কাশ্মীৰ অঞ্চলৰ পৰাও উত্তৰ-পূৱ সীমান্ত অঞ্চলেদি অসমলৈ অহা হ'ব পাৰে, জৈমিনীৰ ভাৰত যে কেৱল প্ৰাক্-শঙ্কৰ যুগৰ কবি হৰিবৰ বিপ্ৰৰ সাহিত্যৰাজিৰে মূল নহৈ শঙ্কৰ যুগৰ মহাভাৰতৰ কবি ৰাম সৰস্বতীৰ অপূৰ্ব সৃষ্টি বধকাব্যসমূহৰো মূল হোৱাৰ সম্ভাৱনা আছে— এনেবোৰ কথাৰ বিতং আলোচনা আৰু যথাৰ্থ সম্ভেদ এটিকৈ এই বুৰঞ্জীসমূহে আমাক আজিলৈকে দিব পৰা নাই।[৯] প্ৰাক্-শঙ্কৰ যুগৰ অপ্ৰমাদী কবি মাধৱ কন্দলি আৰু তেওঁৰ পৃষ্ঠপোষক ৰজা মহামানিক্যৰ সময় আৰু স্থান লৈ এতিয়াও বুৰঞ্জীৰ খেলি-মেলি আতৰা নাই। ৰামসৰস্বতী প্ৰকৃততে এজন নে দুজন, 'সাত্যকিৰ প্ৰৱেশ'ৰ লেখক ৰুদ্ৰ কন্দলি কেতিয়াৰ মানুহ, শঙ্কৰোত্তৰ যুগত কিমান নাট, গীত আৰু অন্যান্য সাহিত্যৰ সৃষ্টি হৈছিল— এইবোৰ কথালৈয়ো বুৰঞ্জীসমূহ সুনিশ্চিত নহয়। তদুপৰি বৰ্তমানলৈ প্ৰকাশ পোৱা বুৰঞ্জীসমূহত (সকলোতে অৱশ্যে একে ধৰণৰ নহয়) পুৰণি অসমীয়া সাহিত্যৰ ভালে কেইজন বিশিষ্ট কবি-সাহিত্যিকৰ ৰচনাৰাজিৰ বিষয়ে যিবোৰ মত দাঙি ধৰা হৈছে— সেইবোৰো সম্পূৰ্ণ শুদ্ধ নহয়। উদাহৰণ হিচাপে আমি মাধৱ কন্দলিৰ ৰামায়ণখনিৰ কথাকেই উল্লেখ কৰিব পাৰো। এই ৰামায়ণখনিৰ বৈশিষ্ট্যৰ প্ৰসংগত কোনো কোনো বুৰঞ্জীত দেখুওৱা হৈছে যে ইয়াত সীতা, উৰ্মিলা, লক্ষণ আদিৰ শাৰীৰিক ৰূপ-বৰ্ণনাৰ যিবোৰ দীঘলীয়া বৰ্ণনা আছে, সেইবোৰ কন্দলি ৰামায়ণৰ আকৰ্ষণীয় কথা। কিন্তু বৈজ্ঞানিক ভিত্তিত কন্দলি ৰামায়ণৰ পাঠ-বিচাৰ কৰি আমি এক প্ৰকাৰ নিশ্চিতই হৈছোঁ যে সেইবোৰ বৰ্ণনা আচলতে মাধৱ কন্দলিৰ বৰ্ণনাই নহয়; পৰৱৰ্তী কালত ভাগৱতৰ প্ৰভাৱতহে সোমাই পৰা। একেইদৰে মাধৱ কন্দলিৰ ৰামায়ণৰ সৈতে শঙ্কৰদেৱ, মাধৱদেৱ আদিৰ ৰচনাৰ যিবোৰ শাৰী আৰু আৰু পদ প্ৰায় হুবহু মিলি যায়, সেইবোৰো দুই এজনে ভবাৰ দৰে শঙ্কৰদেৱ-মাধৱদেৱ আদিৰ ওপৰত কন্দলিৰ প্ৰভাৱ নহয়; বৰং তাৰ ওলোটাটোহে।[১০] ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডঃ মহেশ্বৰ নেওগ সম্পাদিত 'বব্ৰুবাহনৰ যুদ্ধ আৰু তাম্ৰধ্বজৰ যুদ্ধ' আৰু ডঃ নেওগে অকলে সম্পাদনা কৰা 'গুৰু-চৰিত-কথা'ৰ ক্ষেত্ৰতো একে কথাই লক্ষ্য কৰা গৈছে। এইবোৰৰ পৰা আমি সহজতে বুজিব পাৰোঁ যে আমাৰ পুৰণি সাহিত্যৰ প্ৰকৃত মূল্যায়নেৰে অসমীয়া সাহিত্যৰ বিভিন্ন যুগৰ ৰচনা-ৰাজিৰ স্বৰূপ প্ৰকাশ পোৱাকৈ যথাৰ্থ বুৰঞ্জী এখনি প্ৰণয়ন হ'বলৈ এতিয়াও বাকী, আৰু পাঠ-সমীক্ষা অবিহনে সেই কাম সম্ভৱপৰো নহয়।[১১]

আমি আৰম্ভণিতেই উল্লেখ কৰিছোঁ যে যিকোনো সাহিত্যৰ বুৰঞ্জী প্ৰণয়নৰে মূল লক্ষ্য তাৰ অন্তৰ্বৰ্তী ধাৰাৰ পৰিস্ফুট কৰা; আৰু সেই কামৰ বাবে বিশেষ প্ৰয়োজন এক ব্যক্তি নিৰপেক্ষ দৃষ্টিভংগী আৰু এটি বৈজ্ঞানিক মন। ৰাজনৈতিক বুৰঞ্জী প্ৰণয়নৰ ক্ষেত্ৰত বিজ্ঞানসম্মত চিন্তাধাৰা আৰু ব্যক্তি নিৰপেক্ষতাৰ প্ৰসংগত জে-টি ছটৱেলে মন্তব্য দি কৈছে: "ই নিৰপেক্ষ"— ইমান নিৰপেক্ষ যে কেতিয়াবা ই অমানবীয় হৈ পৰে। লিপিবদ্ধ তথ্যসমূহ ইতিহাসে চালি-জাৰি চায়, তাৰ প্ৰমাণ সংগ্ৰহ কৰে আৰু যেতিয়াই অসত্য পায় তাক বাদ দিব লগা হয়। তেনে অসত্য তথ্যৰ ওপৰত প্ৰতিষ্ঠিত বিশ্বাসে মানুহৰ মনত যিমান শ্ৰদ্ধাৰ উদ্ৰেক নকৰক, ঐতিহাসিকৰ বাবে তাৰ কোনো মূল্য নাই। অসীম সাৱধানতাৰে ঐতিহাসিকে অতীতৰ চূৰ্ণীকৃত মজিয়াৰ অংশবিলাক সংগ্ৰহ কৰে— আমাক উপদেশ দিয়াৰ বাবে নহয়; একমাত্ৰ সত্যক আৱিষ্কাৰ কৰি উপস্থাপন কৰাৰ বৈজ্ঞানিক মনোভাৱ— যি অনিবাৰ্য দাবী তাক পূৰণ কৰাৰ উদ্দেশ্য।"[১২] এই একে অৰ্থীয়া দৃষ্টিভংগীৰে প্ৰয়োজন সাহিত্যৰ বুৰঞ্জী ৰচনাৰ বাবেও; আৰু তাকে বাস্তৱত ৰূপদান দি যথাৰ্থ বুৰঞ্জী প্ৰণয়নৰ বাবে সাহিত্যৰ বুৰঞ্জী লেখকৰ বাবে বিশেষ প্ৰয়োজনীয় কথা হ'ল: (১) প্ৰাচীন সাহিত্য-কৃতিৰ অন্বেষণ আৰু সংগ্ৰহ, (২) প্ৰাপ্তসমলৰ বাহ্যিক আৰু আভ্যন্তৰীণ সমীক্ষা আৰু (৩) প্ৰাচীন চিন্তা-বৈচিত্ৰ্যৰ সংৰক্ষণৰ দ্বাৰা বৰ্তমানৰ লগত যোগসূত্ৰ স্থাপনৰ এটি ঐতিহাসিক মন। নকলেও হ'ব যে পুৰণি লেখাৰ পাঠ-পৰীক্ষা আৰু পুথি সম্পাদনাৰ অভিনৱ বিষয় পাঠ-সমীক্ষাৰ এইটোৱেই হৈছে মূল উদ্দেশ্য। এই প্ৰসংগতে এটা কথা উল্লেখ কৰি থবলগীয়া যে হাতেলিখা পুথিৰ সহায়ত মূলৰ নিকটতম ৰূপ-নিৰ্ধাৰণৰ বৈজ্ঞানিক পদ্ধতি পাঠ-সমীক্ষা এটা পূৰ্ণাংগ বিষয় হলেও ই মূলতঃ চাৰিটা প্ৰক্ৰিয়াৰ সমষ্টি: (১) হিউৰিষ্টিকছ বা পাঠ-আৱিষ্কাৰ, (২) ৰিচেন্‌ছিও বা পাঠ-পুনমূৰ্ল্যায়ন, (৩) এমেণ্ডেছিও বা পাঠ-সংশোধন আৰু (৪) হায়াৰ ক্ৰিটিচিজম বা অধি-সমীক্ষা। কোনো পুৰণি পুথি এখনিৰ পাঠ-নিৰ্ণয় কৰিবলৈ লওঁতে সেই পুথিৰ যিমানবোৰ হাতেলিখা পুথি পোৱা যায়, সেইবোৰৰ অনুসন্ধান আৰু সংগ্ৰহ এই ক্ষেত্ৰত এটি অপৰিহাৰ্য কাম। হিউৰিষ্টিক্‌ছত সংগৃহীত এই বিভিন্ন পুথিবোৰৰ কলন-লেখৰ সহায়ত পাঠ-সমুচ্চয় লিখি পূৰ্বাপৰ নিৰ্ণয়েৰে তাৰ বংশলতা নিৰূপণ কৰা হয়, আৰু ৰিচেন্‌ছিও বা পাঠ-পুনৰ্মূল্যায়নত এই ভিন ভিন পাঠবোৰৰ কোনটো প্ৰাচীনতম হ'ব তাক উপযুক্ত বিচাৰ-বিশ্লেষণৰ দ্বাৰা নিৰ্ণয় কৰা হয়। পাঠ-সমীক্ষাৰ তৃতীয় প্ৰক্ৰিয়া অৰ্থাৎ এমেণ্ডেছিওত ইতিমধ্যে একেলগ কৰা গ্ৰন্থকাৰজনৰ অন্যান্য পাঠ, মূল পাঠৰ উদ্ধৃতি, উল্লিখন বা প্ৰসংগ, সাৰ-সংগ্ৰহ, অনুবাদ, অনুকুলন, অনুকৰণ আদিৰ সহায়ত দৰকাৰ হ'লে প্ৰাপ্ত পাঠ সলায়ো মৌলিক পাঠ নিৰূপণ কৰিবলৈ যত্ন কৰা হয়; আৰু হায়াৰ ক্ৰিটিচিজম বা অধি-সমীক্ষাত গ্ৰন্থকাৰে সহায় লোৱা আধাৰ-গ্ৰন্থাদিৰ (থাকিলে) পুংখানুপুংখ বিচাৰ বিশ্লেষণ এটি দাঙি ধৰা হয়।[১৩]

অসমত পাঠ-সমীক্ষামূলক গৱেষণাৰ পাতনি যোৱা শতিকাৰ শেষ ভাগতেই[১৪] মেলা হলেও অসমীয়া ভাষাত এই বিষয়ৰ চিন্তা-চৰ্চাৰ কাম এই শতিকাৰ দ্বিতীয় দশক মানৰ পৰাহে কিছু কিছু আৰম্ভ হয়। অসমত ঐতিহাসিক ব্যাকৰণ চৰ্চাৰ বাটকটীয়া ভাষাবিদ কালিৰাম মেধি ডাঙৰীয়াই হ'ল এনে চিন্তা-চৰ্চাৰো পথ-প্ৰদৰ্শক। তেখেতে ১৯১৩ চনত মাথোন একশ পদত সম্পূৰ্ণ প্ৰাক্-শঙ্কৰ যুগৰ কবি হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ'খনি প্ৰকাশ কৰি তাৰ পাতনিত লিখিছে: "এই পুথিৰ মূল যেনে পাইছো, তেনে লেখিছো। কবিৰ ভুল শুদ্ধ কৰিবৰ আমাৰ বিদ্যাও নাই, সাহো নাই।"[১৫] নকলেও হ'ল যে ইতিমধ্যে হৰিবিলাস আগৰৱালা, মাধৱ চন্দ্ৰ বৰদলৈ, শিৱনাথ ভট্টাচাৰ্য আদিৰ যোগেদি গঢ়ি উঠা আমাৰ পুৰণি পুথিৰ সম্পাদনাৰ ধাৰাত মেধিদেৱৰ এনে দৃষ্টিভংগী নিতান্তই এক দুৰ্জয় সাহস। এই সাহসৰেই কীৰ্তিস্তম্ভ হ'ল— ১৯৫০ চনত তেখেতে সম্পাদনা প্ৰকাশ কৰা 'অঙ্কাৱলী'। শঙ্কৰদেৱ, মাধৱদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰ — বিৰচিত সৰ্বমুঠ একৈশখন অঙ্কীয়া নাটৰ বাবে আঠচল্লিশখন সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি আৰু চাৰিখন ছপা পুথিৰ উপৰিও বৰপেটা আৰু নগাঁও-উলুবাৰী সত্ৰৰ ডেকা অধিকাৰৰ পৰা সংগ্ৰহ কৰা ছখন নকল বহীৰ সহায়ত বিভিন্ন পাঠান্তৰ সহপ্ৰকাশ কৰা অঙ্কাৱলীখনি এহাতে যিদৰে সেই অমূল্য নাট কেইখনৰ মূল পাঠ-নিৰ্ণয়ৰ বাবে সহায়ক গ্ৰন্থ, আনহাতে সেইদৰে অসমীয়া পাঠ-সমীক্ষামূলক চৰ্চা আৰু অধ্যয়নৰ ক্ষেত্ৰতো সেইখনেই কিছু প্ৰেৰণাৰ আদৰ্শ।

মেধি ডাঙৰীয়াৰ সমসাময়িকভাৱে অম্বিকানাথ বৰা, ৰাজমোহন নাথ, শৰৎচন্দ্ৰ গোস্বামী, ডঃ বাণীকান্ত কাকতি, ডঃ সূৰ্যকুমাৰ ভূঞা আদি আৰু পিছলৈ ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, ডঃ কেশৱানন্দ দেৱ গোস্বামী প্ৰভৃতি ভালে কেইজন পণ্ডিত-গৱেষকে এই বিষয়ৰ চিন্তা-চৰ্চা আৰু অধ্যয়নত মনোনিবেশ কৰা দেখিবলৈ পোৱা যায়। এই প্ৰসংগতে আমি ইংৰাজীত লিখা 'মাধৱ কন্দলি ৰামায়ণ: পাঠ-সমীক্ষাত্মক আৰু ঐতিহাসিক অধ্যয়ন' নামৰ গৱেষণা গ্ৰন্থখনিৰ কথাও উল্লেখ কৰিবলগীয়া। তদুপৰি বৰ্তমান ভালে সংখ্যক ছাত্ৰ-ছাত্ৰী আৰু তৰুণ-গৱেষকো এই বিষয়টোৰ প্ৰতি আকৰ্ষিত হোৱা লক্ষ্য কৰা গৈছে। এইটো সঁচাকৈয়ে বৰ শুভ লক্ষণ। আমি দৃঢ়ভাৱে ক'ব পাৰোঁ যে পাঠ-সমীক্ষাৰ যোগেদি আমাৰ সকলোবোৰ পুৰণি গ্ৰন্থৰ পাঠ-নিৰ্ধাৰণ কৰিব পাৰিলে পুৰণি সাহিত্যৰ ৰূপেই সুকীয়া হ'ব; আৰু তেনে সাহিত্য আলোচনাৰ দ্বাৰা ৰচিত বুৰঞ্জীহে অসমীয়া সাহিত্যৰ যথাৰ্থ আৰু নিৰ্ভৰযোগ্য বুৰঞ্জী ৰূপে বিবেচিত হ'ব। ▫

১। অসম সাহিত্য সভাৰ একচত্বাৰিংশ সন্মিলনৰ বাৰ্ষিকী 'মঙলদৈ, মঙলদৈ' (১৯৭৫)— ত সন্নিবিষ্ট ডঃ নেওগৰ 'সভাপতিৰ অভিভাষণ', পৃ. ৬১।

২। 'দ্য এনচাইক্লোপেডিয়া এমেৰিকানা'ত ইয়াৰ অন্তৰ্নিহিত বিষয়-বস্তুৰ আভাস দি কোৱা হৈছে: "......The science by which the texts of ancient writings are examined. so as to decide upon their anthenticity. their completeness and the degree of exactitude which they represent the original words of assumed author."-- Vol. XXVI. pp. 481. 1952.

৩। এই লেখকৰ 'পাঠ-সমীক্ষা প্ৰসঙ্গ'ত, ১৯৮১, পৃ. ১-২— দ্ৰষ্টব্য।

৪। ভাগৱতাচাৰ্যৰ 'কথাগীতা'ৰ সম্পৰ্কত আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে কৈছিল: "Indeed the prose of Gita of Bhattadeva composed in the sixteenth century is unique in ih kind.... It is a priceless Treasure. Assamese prose literature developed to a stage in the far distant sixteenth century which no other literature of the world reached except the writings of Hooker and Latimer in England." বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু ছাৰ আশুতোষ মুখোপাধ্যায়ে এই সম্পৰ্কত দিয়া মন্তব্যও ইয়াৰে অনুৰূপ।

৫। এই লেখকৰ 'Madhava Kandali's Ramayana in Assam . An Early Fourteenth Century Rendering of Valmiki Ramayana' -- দ্ৰষ্টব্য।

৬। অসমীয়া বুৰঞ্জী সাহিত্যৰ সম্পৰ্কত ছাৰ জি. এ. গ্ৰিয়াৰ্চনে কৈছে: "The Assamese are justly proad of their national literatue. In no department have they been more successful than in a branch of study in which India, as a rule in curiously deficient. The historical works or Banarjis was an indispensible qualification to an Assamese gentleman (Linguistic Survey of India)

৭। ডঃ মহেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ প্ৰথম তাঙৰণৰ 'নিবেদন'— দ্ৰষ্টব্য।

৮। অসম সাহিত্য সভাৰ ত্ৰিপঞ্চাশত্তম পাঠশালা অধিৱেশনৰ সভাপতি ডঃ মহেন্দ্ৰ বৰাদেৱে সভাপতিৰ আসনৰ পৰা এইখনৰ প্ৰসংগত কৈছে: "তাহানি খনেই কলিকতা বিশ্ববিদ্যালয়ে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত সাতোটা খণ্ডৰ 'অসমীয়া সাহিত্যৰ চানেকি'খন প্ৰকাশ কৰিছিল। এতিয়া সেইখন দুষ্প্ৰাপ্য হৈ পৰিল। সেইখনৰে আঁত ধৰি যোগ-বিয়োগেৰে সমৃদ্ধ কৰি এখন বৃহত্তৰ 'অসমীয়া সাহিত্যৰ চানেকি' ভালকৈ যুগুতাই আকৌ প্ৰকাশ কৰাৰ সময় হ'লহি। ইতিমধ্যে ডঃ নেওগৰ অনুপ্ৰেৰণাত ডঃ মুকুন্দ মাধৱ শৰ্মা আৰু ডঃ ৰামচৰণ ঠাকুৰীয়াৰ তত্ত্বাৱধানত আমাৰ অনেক পুৰণি পুথিৰ সমীক্ষিত পাঠ প্ৰস্তুত হৈছে, এইবোৰৰ পোহৰত 'চানেকি'খন যুগুতাই উলিওৱাৰ কাম সহজ হৈ পৰিছে। কামটো সেই এখন বিশ্ববিদ্যালয়ে কৰি পেলাব লাগে।" — সভাপতিৰ অভিভাষণ-- ১৯৮৭, পৃ. ৬০।

৯। ডিম্বেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ ওপৰত নতুন আলোকপাত', ডঃ মহেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' আৰু ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত' অৱশ্যে ইয়াৰ কিছু ব্যতিক্ৰম।

১০। 'The Ramayana of Madhava Kandali : A Text-Critical and Historical Study' by Ramcharan Thakuria (unpublished Ph. D. Thesis, G.U., 1983), Introduction, P. LXXXII -- দ্ৰষ্টব্য।

১১। 'প্ৰবন্ধ সংকলন'ত (১৯৮৮) সন্নিবিষ্ট এই লেখকৰ নিবন্ধ— 'পাঠ-সমীক্ষা আৰু অসমত এই বিষয়ৰ চিন্তা-চৰ্চা'-- দ্ৰষ্টব্য।

১২। 'Introduction to the History of History (1939, pp. 9-11) নামৰ ইংৰাজী গ্ৰন্থৰ পৰা ডঃ হেৰম্ব কান্ত বৰপূজাৰীয়ে অসমীয়া অনুবাদ কৰি সন্নিবিষ্ট কৰা তেওঁৰ 'ইতিহাস: ৰচনাবিধি আৰু ক্ৰমবিকাশ' (পৃ. ৫)ৰ পৰা উদ্ধৃত।

১৩। এই লেখকৰ 'ভাষা-সাহিত্য সমীক্ষা'ত সন্নিবিষ্ট 'পাঠ-সমীক্ষা আৰু ইয়াৰ ব্যৱহাৰিক দিশ', পৃ. ১-১৪— দ্ৰষ্টব্য।

১৪। আনন্দৰাম বৰুৱাই আৰ. জি. ভাণ্ডাৰকাৰৰ ঠিক সমসাময়িকভাৱেই ১৮৭১ চনতে দুখন ছপা পুথি আৰু এখন হাতেলিখা পুথিৰ পাঠ মিলাই ভৱভূতিৰ 'মহাবীৰ চৰিত'খনি সম্পাদনা কৰে।

১৫। 'পাতনি', হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ', ১৮৩৫ শক, পৃ. (গ)।

আলোচনা

# ৰাজ-পৃষ্ঠপোষকতাত অসমীয়া সাহিত্য আৰু দৰঙীৰাজ

ডঃ পৰমানন্দ ৰাজবংশী

বিশ্ব-সাহিত্যৰ যিকেইটা গৌৰৱময় যুগ আছে, ইয়াৰ ভিতৰত এলিজাবেথীয় যুগ শ্ৰেষ্ঠ। আনহাতে গ্ৰীছৰ পেৰিক্লিছৰ যুগ, ৰোমৰ অগষ্টাসৰ যুগ, ফ্ৰান্সৰ চতুৰ্দশ লুইৰ যুগ সংশ্লিষ্ট দেশৰ ভাষা-সংস্কৃতি বিকাশৰ এক গৌৰৱোজ্জ্বল অধ্যায়। আনকি ভাৰতৰ দ্বিতীয় চন্দ্ৰগুপ্তৰ সময় ভাষা-সাহিত্য বিকাশৰ এক স্বৰ্ণময় যুগ। অৰ্থাৎ প্ৰাচীন সাম্ৰাজ্যবাদৰ সময়চোৱাত ভাষা-সংস্কৃতি বিকাশৰ দিশটোৰ লগত ৰাজনৈতিক উত্থান-পতনৰ দিশটোও জৰিত হৈ আছিল। এক অনুকূল ৰাজ-পৃষ্ঠপোষকতা অবিহনে ভাষা-সাহিত্য-সংস্কৃতিৰ আশানুৰূপ উন্নতি সম্ভৱপৰ নহৈছিল।

অসমীয়া ভাষা-সাহিত্য ৰজাঘৰীয়া পৃষ্ঠপোষকতাৰ স্বৰ্ণালী আভাৰে মহিমামণ্ডিত। চচাৰৰ যুগৰ পৰা এলিজাবেথীয় যুগত ভৰি দিয়াৰ লগে লগে যেনেদৰে ইংৰাজী সাহিত্যই ফলে-ফুলে জাতিস্কাৰ হৈ উঠিল একেদৰে অসমীয়া সাহিত্যয়ো নৰনাৰায়ণ-চিলাৰাইৰ ৰাজত্বকালত কেঁচুৱা অৱস্থাৰ পৰা যেন যৌৱনৰ ৰ'দ কাঁচলিত থিয় দিলেহি।

কোচবেহাৰত কেন্দ্ৰীভূত হৈ পৰা অসমীয়া সাহিত্যৰ বিকাশ-মন্দিৰলৈ ৰাজপুৰোহিত শ্ৰীমন্ত শংকৰদেৱৰ সৈতে সহযোগ কৰিলে অন্যান্য শিষ্য-প্ৰশিষ্যসকলে।

ইয়াৰো আগতে খ্ৰীষ্টীয় চতুৰ্দশ শতিকাত মহামাণিক্য দুৰ্লভ নাৰায়ণ, ইন্দ্ৰ নাৰায়ণৰ পুণ্যোদ্যোগ আৰু কথাৰসাস্বাদৰ অনুৰাগেই শংকৰপূৰ্ব অসমীয়া সাহিত্যক তাৰ সত্বা দান কৰিছে।[১] অথচ এই সময়চোৱাত অসমখন আছিল কেইবাখনো সৰু সৰু ৰাজ্যত বিভক্ত। এসময়ৰ কামৰূপ ৰাজ্যই গোৱালপাৰা আৰু উত্তৰ বঙ্গৰ কিছু অঞ্চল সামৰি কমতা ৰাজ্য হিচাপে ত্ৰয়োদশ শতিকাৰ মাজ ভাগত আত্ম-প্ৰকাশ কৰে। ফলত ১৪৯৮ খৃষ্টাব্দলৈকে কমতাপুৰেই অসমীয়া সাহিত্য-চৰ্চাৰ কেন্দ্ৰস্থল হৈ থাকে।[২] এই কমতা ৰাজ্যৰ ৰজাসকলৰ বিষয়ে সবিশেষ জনাৰ কোনো উপায় নাই। যিহেতু নিৰ্ভৰযোগ্য তথ্য-পাতিৰ অভাৱ। কিন্তু এই কমতা ৰাজ্যৰ কেইবাজনো ৰজাক আজিকোপতি অসমীয়া সাহিত্যত জীয়াই ৰাখিছে তদানীন্তন অসমীয়া কবি কেইগৰাকীমানে।

এই পৃষ্ঠপোষক ৰজা কেইজন হ'ল-- দুৰ্লভ নাৰায়ণ, পুতেক ইন্দ্ৰ নাৰায়ণ আৰু তাম্ৰধ্বজ।

চতুৰ্দশ শতিকাৰ কছাৰী ৰজা মহামাণিক্যৰ ৰাজ-পৃষ্ঠপোষকতাত অপ্ৰমাদী কবি মাধৱ কন্দলিয়ে বাল্মীকি ৰামায়ণৰ পদ-ভাঙনি কৰি অসমীয়া সাহিত্যৰ প্ৰথমটো মাইলৰ খুটি পুতিছিল।

ইয়াৰ পিছতেই কমতাপুৰৰ ৰজা দুৰ্লভনাৰায়ণৰ ৰাজ-পৃষ্ঠপোষকতাত হৰিবৰ বিপ্ৰই 'লৱ-কুশৰ যুদ্ধ', 'বভ্ৰুবাহনৰ যুদ্ধ' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' ৰচনা কৰিছিল। এই কমতা ৰজাৰ অনুপ্ৰেৰণাতেই হেম সৰস্বতীয়ে 'প্ৰহ্লাদ-চৰিত্ৰ' আৰু হৰগৌৰী-সম্বাদ, ৰজা ইন্দ্ৰ নাৰায়ণৰ পৃষ্ঠপোষকতাত কবিৰত্ন সৰস্বতীয়ে 'জয়ধ্বজ বধ' আৰু ৰুদ্ৰ কন্দলিয়ে 'সাত্যকি প্ৰবেশ' ৰচনা কৰিছিল।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত উল্লেখিত কছাৰী ৰজা আৰু কমতা ৰজাৰ পৃষ্ঠপোষকতাৰ সাহিত্যৰ যুগটো প্ৰাক্ শংকৰী যুগ হিচাপে পৰিচিত। ৰামায়ণ, মহাভাৰতৰ উপৰিও পুৰাণৰ পদৰ প্ৰতি কবিসকল আগ্ৰহান্বিত হোৱা কথাটো এই যুগৰ বিশেষ লক্ষ্যণীয়। বিশেষকৈ জৈমিনীয়াশ্বমেধৰ ওপৰত ভিত্তি কৰি লিখা কাব্য এই সময়ৰ উল্লেখযোগ্য কৃতি।

কমতাপুৰৰ পতনৰ পিছত পুনৰ অসমখন ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজনৈতিক শক্তিৰ ছত্ৰছায়াত বিভিন্ন খণ্ডিত ৰাজ্য হিচাপে গঢ় লৈ উঠে।

ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে মধ্য অসমত কছাৰী, উত্তৰ পাৰে ভূঞা। পূৰ্বাঞ্চলত চুতীয়া আদি জনগোষ্ঠীৰ ৰজাসকলে শাসন কৰিছিল। ত্ৰয়োদশ শতিকাৰ প্ৰাৰম্ভতে পাটকাই পৰ্বত পাৰ হৈ উত্তৰ-পূৱ ব্ৰহ্মদেশৰ পৰা শ্বানজাতীয় আহোমসকলে অসমৰ পূবপ্ৰান্তত প্ৰৱেশ কৰি ক্ৰমে ৰাজ্য বিস্তাৰ কৰিবলৈ ধৰিলে।[৩] সাতৰাজ মাৰি একৰাজ কৰা





আহোমসকলে লাহে লাহে কলিয়াবৰলৈকে নিজ ৰাজ্যৰ কলেবৰ বহল কৰে।

পুৰণি কমতা ৰাজ্যৰ অস্তিত্ব সোলোক-ঢোলোক হৈ পৰা অৱস্থাত পঞ্চদশ শতিকাৰ শেহভাগত আন এক কোচ ৰাজবংশই মূৰ দাঙি উঠে। এই ৰাজবংশ বিশ্বসিংহই প্ৰতিষ্ঠা কৰাৰ পিছত নৰনাৰায়ণ আৰু চিলাৰাইৰ নেতৃত্বত বিশাল মহীৰুহৰ আকাৰ ধাৰণ কৰে। আনকি প্ৰতাপী আহোমকো এটা সময়ত তলতীয়া কৰে। বিদ্যোৎসাহী, জ্ঞানী-গুণী মহাৰাজ নৰনাৰায়ণ আৰু দেৱান চিলাৰাইৰ উদ্যোগত ৰাজধানী কোচবেহাৰৰ ৰাজসভা হৈ পৰিল বিক্ৰমাদিত্যৰ ৰাজসভা সদৃশ। আহোমৰ ভয়ত অসম এৰি সেই সময়তেই শ্ৰীমন্ত শংকৰদেৱে চিলাৰাইৰ নিৰ্ভয়-ছত্ৰ-ছায়াত কোচবেহাৰ ৰাজসভাত বিভিন্ন প্ৰতিকূল শক্তিৰ বাধা-নিষেধ হেলাৰঙে নেওচি নিজৰ প্ৰতিভাৰ বলত দৃঢ়তাৰে খোপনি পুতিলে। পণ্ডিত পীতাম্বৰ সিদ্ধান্ত বাগীশ, ৰাম সৰস্বতী আদি বিভিন্ন বিদ্বান মণ্ডলীৰো সমাবেশ ঘটিল।

ফলত শংকৰদেৱৰ নেতৃত্বত অসমীয়া ভাষা-সাহিত্য ফলে-ফুলে জাতিস্কাৰ হৈ পৰিল। মূলতঃ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে ৰচিত হ'লেও কাব্যিক বিচিত্ৰ গুণেৰে সু-সমামণ্ডিত বৈষ্ণৱ সাহিত্যই গীত-পদ-নাটৰ মাধ্যমেৰে অসমীয়া সাহিত্যৰ ভেটি নিকপ-কপীয়া কৰিলে। শংকৰদেৱৰ তিৰোধানৰ পিছত সুযোগ্য শিষ্য মাধৱদেৱে এই নিকপ-কপীয়া ভেটি আৰু ব্যাপক কৰি তুলিলে। ৰাম সৰস্বতীয়ে ইয়াত হেঙুল-হাইতাল ৰঙেৰে বোলালে। ভট্টদেৱে গদ্য সাহিত্যৰ সৃষ্টিৰে অসমীয়া সাহিত্য ঐশ্বৰ্যময় কৰিলে।

মাধৱদেৱেই প্ৰকৃতাৰ্থত কোচবেহাৰত কেন্দ্ৰীভূত অসমীয়া সাহিত্যক বিকেন্দ্ৰীকৰণত উদ্যোগ ল'লে।[৪] যেতিয়া বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ বাবে তেৰাই কেইবাজনো সন্ত-মহন্তক কামৰূপ অসমৰ বিভিন্ন ঠাইলৈ প্ৰেৰণ কৰিলে সেইসকলৰ উদ্যোগতেই গঢ়ি উঠা সত্ৰসমূহ হৈ পৰিল অসমীয়া ভাষা সাহিত্যৰ উপকেন্দ্ৰ সদৃশ।

ইতিমধ্যে কোচবেহাৰত ৰাজনৈতিক অস্থিৰতাৰ সৃষ্টি হৈছিল। চিলাৰাইৰ পুত্ৰ ৰঘুদেৱ নাৰায়ণে ফালৰি কাটি বিজয় নগৰত ৰাজধানী হিচাপে লৈ সুকীয়া ৰাজ্য গঢ়ি তুলিলে। ফলত কোচবেহাৰৰ ৰাজসভাৰ খোপনিও লৰিল। লৰচৰ হ'ল অসমীয়া সাহিত্য বিকাশৰ প্ৰবল সুঁতি। ৰামসৰস্বতী, পীতাম্বৰ সিদ্ধান্তবাগীশ প্ৰমুখ্যে এচাম পণ্ডিত ৰঘুদেৱ নাৰায়ণৰ ৰাজসভালৈ গুছি আহিল।

মাধৱদেৱে অকলেই নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ ৰাজসভাত অসমীয়া সাহিত্যৰ বিকাশত মুখ্য ভূমিকা গ্ৰহণ কৰিলে। মাধৱদেৱৰ তিৰোধানৰ পিছত কোচবেহাৰৰ অসমীয়া সাহিত্যৰ বৰভেটিটোত বঙ্গীয় প্ৰভাৱে গা কৰি উঠিল। কোচবেহাৰত শংকৰ-মাধৱ-ৰামসৰস্বতীয়ে গঢ়ি তোলা সাহিত্যিক পৰম্পৰা অব্যাহত থাকিল যদিও বঙ্গীয় প্ৰভাৱত ই ক্ৰমাৎ অচিন ৰূপ ল'বলৈ ধৰিলে।

কোচবেহাৰৰ শক্তিশালী কোচ ৰাজ্যৰ ভেটি সোলোক-ঢোলোক হৈৰাত ক্ৰমাৎ শক্তিশালী ৰাজশক্তি হিচাপে মূৰ দাঙি উঠা আহোম সকলৰ পৃষ্ঠপোষকতাত ৰংপুৰলৈ অসমীয়া সাহিত্যৰ দ্বিতীয়টো বৰভেটি গঢ় লৈ উঠিল। আনহাতে বৈষ্ণৱ সন্ত-মহন্তসকলে আহোম ৰজাঘৰৰ স্বীকৃতি নোপোৱাৰ বাবে অসমীয়া সাহিত্যৰ বিকাশত এক স্থবিৰতাই দেখা দিছিল। পিছে স্বৰ্গদেউ জয়ধ্বজ সিংহই (১৬৪৫-৬৩) প্ৰত্যক্ষভাৱে বৈষ্ণৱ সন্ত-মহন্তসকলক গুৰুত্ব দিয়াৰ লগে লগে এই স্থবিৰতা নাইকীয়া হ'ল। বৈষ্ণৱ সত্ৰসমূহত বৈষ্ণৱ পদাৱলী, অংকীয়া নাটৰ আৰ্হিত নাট সৃষ্টি, চৰিত সাহিত্যৰ চিন্তা-চৰ্চা অব্যাহত থাকিল। আনপিনে ৰুদ্ৰসিংহ, শিৱসিংহ, বৰৰজা ফুলেশ্বৰী, ৰাজেশ্বৰ, সিংহ, কমলেশ্বৰ সিংহ, চন্দ্ৰকান্ত সিংহ, স্বৰ্গদেউসকলৰ উপৰিও বিভিন্ন ৰাজ-বিষয়া-কৰ্মচাৰীৰ সহযোগত অসমীয়া ভাষা-সাহিত্য এক নতুন দিশত অৱতীৰ্ণ হ'ল। কোচবেহাৰৰ ভাগৱত-পুৰাণকেন্দ্ৰিক সাহিত্যৰ সুঁতিটো ৰংপুৰত বৈচিত্ৰ্যময় ৰূপত আত্মপ্ৰকাশ কৰিলে।

শৈৱ-শাক্ত সাহিত্যৰ উদ্ভৱস্থলী, শৃঙ্গাৰ ৰসাত্মক সাহিত্যৰ প্ৰেৰণাভূমি আৰু বুৰঞ্জী সাহিত্যৰ ৰম্যভূমি হিচাপে আহোমৰ ৰাজ-পৃষ্ঠপোষকতা চিৰস্মৰণীয় হৈ ৰ'ব।

আহোম ৰাজ-পৃষ্ঠপোষকতাৰ উপৰিও পৃষ্ঠপোষক স্বৰ্গদেউ কেইগৰাকীমানে নিজে অসমীয়া সাহিত্যৰ চৰ্চা কৰিছিল। স্বৰ্গদেউ ৰুদ্ৰসিংহ, শিৱসিংহই শাক্ত ভাবাপন্ন গীত ৰচনা কৰিছিল আৰু স্বৰ্গদেউ জয়ধ্বজ সিংহই ৰামায়ণৰ বিষয়বস্তু লৈ গীত ৰচনা কৰিছিল। আনহাতে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই 'কীচক বধ' নাটক ৰচনা কৰিছিল।[৫]

এই আহোম ৰাজ-পৃষ্ঠপোষকতাৰ শ্ৰেষ্ঠ কবি কবিৰাজ চক্ৰৱৰ্তীয়ে 'ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ', 'গীত-গোবিন্দ', 'শঙ্খচূড় বধ', 'শকুন্তলা', 'ভাস্বতী' আদি গ্ৰন্থেৰে অসমীয়া সাহিত্যৰ ভঁৰাললৈ বিশিষ্ট অবদান আগবঢ়াইছে।[৬]

ইয়াৰোপৰি সুকুমাৰ বৰকাথৰ 'হস্তি-বিদ্যাৰ্ণৱ-সাৰ-সংগ্ৰহ'ৰ দৰে ব্যৱহাৰিক জ্ঞানৰ পুথিৰ বাবেও আহোমৰ ৰাজত্বকাল ধন্য।

ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই সেয়ে আহোম যুগৰ বৈচিত্ৰ্যময় সাহিত্যখিনি নিম্নোক্তধৰণে চাৰিটা শ্ৰেণীত ভাগ কৰি দেখুৱাইছে[৭],

(১) আদি ৰসাত্মক পৌৰাণিক অনুবাদ

(২) শাক্ত সাহিত্য

(৩) বুৰঞ্জী সাহিত্য

(৪) ব্যৱহাৰিক সাহিত্য।

কোচবেহাৰ ত্যাগ কৰি ৰঘুদেৱ নাৰায়ণে যেতিয়া বিজয় নগৰত ৰাজধানী স্থাপন কৰি আন এখন সুকীয়া ৰাজ্য প্ৰতিষ্ঠা কৰিলে (ইং ১৫৮০-১৫৯৩) তেতিয়া পীতাম্বৰ সিদ্ধান্ত বাগীশ, ৰাম সৰস্বতী প্ৰমুখ্যে

কেইগৰাকীমান পণ্ডিতে কোচবেহাৰ ত্যাগ কৰি বিজয় নগৰলৈ আহিল। পিছে ৰঘুদেৱ নাৰায়ণ আৰু তেওঁৰ পুত্ৰ পৰীক্ষিত নাৰায়ণৰ (ইং ১৫৯৩-১৬০৬) দিনত অসমীয়া সাহিত্য চকুত পৰা বিকাশ পৰিলক্ষিত নহ'ল। হয়তো অস্থিৰ ৰাজনৈতিক পৰিস্থিতিৰ বাবেই এনে হ'ল। তথাপিও পীতাম্বৰ সিদ্ধান্ত বাগীশ আৰু ৰামসৰস্বতীৰ সাহিত্য-চৰ্চা থমকি ৰোৱা নাছিল। মাথো কোচবেহাৰৰ দৰে ব্যাপকতা লাভ কৰিব পৰা নাছিল।

পিছে পৰীক্ষিত নাৰায়ণক মোগলে দিল্লীলৈ ধৰি নিয়াৰ পিছত ভ্ৰাতৃ বলি নাৰায়ণে সপৰিয়ালে দৰঙলৈ আহি ভূঞা এঘৰত আহি আশ্ৰয় লয়।[৬] শেষত আহোম স্বৰ্গদেউ প্ৰতাপসিংহৰ ওচৰলৈ অহাত মিত্ৰৰজাৰ বংশধৰ বুলি স্বৰ্গদেৱে বলি নাৰায়ণক ধৰ্ম নাৰায়ণ নাম দি এগৰাকী সোণৰী ছোৱালী বিয়া দি সমস্ত দৰঙখন যৌতুকত দিয়ে।[৭]

দৰঙী ৰাজ-পৃষ্ঠপোষকতাৰ গুৰুত্ব আৰু অসমীয়া সাহিত্যত পৰা ইয়াৰ সৰ্বাংগীণ প্ৰভাৱ ঃ

গুণী-জ্ঞানী-বিদ্যোৎসাহী ৰজা ধৰ্ম নাৰায়ণে (ইং ১৬০৮-১৬৩৪) পিতৃ-পিতামহৰ আদৰ্শ সাৰোগত কৰি মঙলদৈৰ হাউলী মোহনপুৰত পতা ৰাজধানী কোচবেহাৰৰ আৰ্হি অনুসৰি গঢ়াত মনোযোগ দিলে। বিশেষকৈ নিজৰ ৰাজসভাখনলৈ পণ্ডিত পীতাম্বৰ সিদ্ধান্ত বাগীশক আদৰি আনি ৰাজপুৰোহিতৰ মৰ্যদা দিলে আৰু ৰাম সৰস্বতীক দিলে পিতামহদ্বয়ে সঁচা পাঠকৰ সন্মান। ৰাম সৰস্বতীক সকলো প্ৰকাৰৰ সহায়-সহযোগ কৰিলে বিশেষকৈ পুতেক গোপীনাথ আৰু দামোদৰ দ্বিজে।

ধৰ্ম আৰু সংস্কৃতিত উদাৰ মনোভাব গ্ৰহণ কৰা ধৰ্মনাৰায়ণৰ ৰাজ-পৃষ্ঠপোষকতাত ব্যাস আৰু শুকনান্নি ওজাপালিয়ে ঠন ধৰি উঠিল। ফলত ব্যাসকৃত মহাভাৰতীয় সাহিত্যৰ চৰ্চা হোৱাৰ উপৰিও সুকবি নাৰায়ণদেৱৰ দ্বাৰা ৰচিত হ'ল পাঁচালি সাহিত্য— 'পদ্মা পুৰাণ'। বিশিষ্ট বৈষ্ণৱ কবি গোবিন্দ মিশ্ৰই ৰচনা কৰিলে অসমীয়া সাহিত্যৰ অমূল্য সম্পদ 'শ্ৰীমদ্ভগৱদ্গীতা' অথবা 'পদগীতা'।

ধৰ্মনাৰায়ণৰ পিছৰ ৰজাসকলে ধৰ্মনাৰায়ণৰ দৰে অসমীয়া সাহিত্যৰ বিকাশত আশানুৰূপ ভূমিকা দেখুৱাব নোৱাৰিলেও দৰঙী ৰাজত্বৰ শেষ কালছোৱা 'ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ'ৰ পদ ভাঙনি আৰু কোচ-ৰাজবংশৰ ধাৰাবাহিক বিৱৰণ সম্বলিত বংশাৱলী সাহিত্যৰ উদ্ভৱ আৰু পয়োভৰ।

'ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ'ৰ পদ আহোম যুগত ভাঙনি হ'লেও দৰঙী ৰাজ-পৃষ্ঠপোষকতাই এই ভাঙনিৰ বাটকটীয়া বুলি ক'বই লাগিব। হয়নাৰায়ণৰ ৰাজত্বকালত ৰজাই নিজে এই পুৰাণৰ পদ-ভাঙনিত গুৰুত্ব দিছিল। দৰঙী কবিয়ে 'ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ'ৰ পদ ভাঙনি কৰোতে এই পুৰাণৰ পূৰ্বৰ পদ ভাঙনি বিচাৰি নোপোৱা কথাই ইয়াৰ গুৰুত্ব বঢ়াই তুলিছে।[১০] 'ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ'ৰ সম্পূৰ্ণ পদ ভাঙনি দৰঙী ৰাজ-পৃষ্ঠপোষকতাৰ অন্যতম কৃতি।

আহোম ৰাজসভাৰ বুৰঞ্জী আৰু বৈষ্ণৱ সত্ৰসমূহত গঢ়ি উঠা চৰিত সাহিত্য-ৰাজিৰ সমান্তৰালভাৱে দৰঙী ৰাজসভাত ৰচিত হোৱা বংশাৱলী সাহিত্যখিনিৰ গুৰুত্ব পৰৱৰ্তীকালত প্ৰৱলভাৱে ঘণীভূত হয়। অসমীয়া সাহিত্য-জগতত এই বংশাৱলীৰ গুৰত্ব সাহিত্য কৰ্মতকৈয়ো ঐতিহাসিক কাব্য হিচাপেহে অধিক।[১১]

দৰঙী এই বংশাৱলীক অনুকৰণ কৰিয়েই অসমীয়া ভাষাত বিভিন্ন ধৰণৰ বংশাৱলী সৃষ্টি হোৱাটো মনকৰিবলগীয়া। এয়া বংশাৱলী কেইখনৰেই সুদূৰপ্ৰসাৰি ফল।

দৰঙী ৰজা কৃষ্ণনাৰায়ণৰ সময়তে অহা ডঃ জন পিটাৰ ৱেড নামৰ এগৰাকী ইংৰাজ ঐতিহাসিকবিদ মঙলদৈলে আহি এই বংশাৱলী সাহিত্যৰাজি অধ্যয়ন কৰি তেখেতৰ দ্যা হিষ্টৰী অব আসাম (ইং ১৮০০) নামৰ বুৰঞ্জীত দৰঙী ৰজাসকলৰ বিষয়ে কিছু বিস্তৃত আলোচনা আগবঢ়ায়।[১২]

চাৰ এডোৱাৰ্ড গেইটেও মঙলদৈৰ মহকুমাধিপতি হিচাপে কাৰ্যনিৰ্বাহ কৰোতে দৰং ৰজাৰ বংশাৱলী অনুবাদ কৰিছিল। তেখেতে 'এছিয়াটিক ছোচাইটি অব বেঙ্গল' আলোচনীত এইবোৰ তথ্য সম্বন্ধীয় বিশ্লেষণেৰে প্ৰবন্ধ এটিও লিখিছিল।[১৩] তেখেতৰ অমূল্য সৃষ্টি 'এ হিষ্টৰী অব আসাম' গ্ৰন্থতো এই বংশাৱলীৰ ওপৰত ভিত্তি কৰি কোচৰজাসকলৰ বিৱৰণ দিয়া পৰিলক্ষিত হয়।

খাঁ চৌধুৰী আমানতউল্লা আহমদে তেখেতৰ আপুৰুগীয়া সৃষ্টিৰ 'কোচবিহাৰেৰ ইতিবৃত্ত' গ্ৰন্থত দৰঙী ৰাজবংশাৱলী কেইখনৰ পুংখানুপুংখ বিৱৰণ দাঙি ধৰিছে[১৪] আৰু গোটেই গ্ৰন্থখনিত এই বংশাৱলীসমূহৰ তথ্য পাতি গুৰুত্ব সহকাৰে বিচাৰ কৰিছে।

পুৰণি অসমীয়া সাহিত্যৰ অগ্ৰদূত স্বৰূপ পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে নিজে মঙলদৈলৈ গৈ দৰং ৰাজবংশাৱলী কেইখন অধ্যয়ন কৰে আৰু 'সমুদ্ৰ নাৰায়ণ বংশাৱলী'খন সম্পাদনা কৰি প্ৰকাশ কৰে।[১৫]

আধুনিক অসম বুৰঞ্জী প্ৰণয়নত আৰু অসমীয়া সাহিত্যৰ বুৰঞ্জী ৰচনাত এই কোচ বংশাৱলী কেইখনৰ গুৰুত্ব কোনোৱেও অস্বীকাৰ কৰা নাই।

সমগ্ৰ অসমৰ জনসাধাৰণৰ মাজত ৰাম সৰস্বতী, গোপীনাথ পাঠক আৰু দামোদৰ দ্বিজৰ মহাভাৰতৰ পদৰ প্ৰভাৱ সুদূৰপ্ৰসাৰি। সেইদৰে সাগৰখড়ি দৈৱজ্ঞৰ 'কূৰ্মৱলীৰ বধ' কাব্য আৰু গোবিন্দ মিশ্ৰৰ 'পদগীতা'ৰ জনপ্ৰিয়তা আজিও আছে। সমগ্ৰ নামনি অসমত সুকবি নাৰায়ণদেৱৰ 'পদ্মা পুৰাণ'ৰ জনপ্ৰিয়তা অকণো হ্ৰাস পোৱা নাই।

আচলতে একো একোজন জনপ্ৰিয় কবিৰ সাহিত্যই পৰৱতী কালৰ কবিসকলৰ ওপৰত গতানুগতিক প্ৰভাৱ পেলাবই। অৱশ্যে এনে প্ৰভাৱ অনুমেয়হে। দৃশ্যমান নহয়। শংকৰদেৱে অপ্ৰমাদী কবি মাধৱ কন্দলিক





স্বীকাৰ কৰাৰ দৰে দৰঙী কবিসকলেও শংকৰ-মাধৱক স্বীকাৰ কৰিছে। 'ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ'ৰ অন্যতম পদ ভাঙোতা ৰতিকান্ত দ্বিজেও শংকৰদেৱৰ নাম শ্ৰদ্ধা সহকাৰে লৈছে।[১৬]

একেদৰে অসমৰ বেদব্যাস ৰাম সৰস্বতীৰ কাব্যৰ সুৰ পৰৱৰ্তী বহু কবিসকলৰ কাব্যত শুনিবলৈ পোৱা যায়। বিশেষকৈ পৰৱৰ্তী কোচবেহাৰ, আহোম যুগৰ মহাভাৰতৰ কবিসকলৰ কাব্যত এই প্ৰভাৱ অনুভূত হয়। পঞ্চদশ শতিকাৰ তৃতীয় দশকত ৰচিত ভোগনাৰায়ণ

কোঁৱৰৰ মিত্ৰাক্ষৰ অমিতাক্ষৰ ছন্দত ৰচিত 'ৰাজনীতিৰ লক্ষণ' গ্ৰন্থখনি অসমীয়া সাহিত্যত এক ব্যতিক্ৰম সংযোজন। দৰঙী কোঁৱৰ মধুনাৰায়ণ কোঁৱৰৰ 'যমৰ ঘৰত জীয়ন্তা মনুষ্য' কাব্যখনত ৰামসৰস্বতীৰ লৌকিকতাৰ প্ৰভাৱ পৰিলক্ষিত হয়।

মুঠৰ ওপৰত অসমীয়া ভাষা-সাহিত্যৰ বিকাশত দৰঙী ৰাজ-পৃষ্ঠপোষকতাৰ যিদৰে এক গুৰুত্ব আছে ঠিক একেদৰে পৰৱৰ্তী অসমীয়া সাহিত্যত ইয়াৰ সৰ্বাঙ্গীণ প্ৰভাৱ অনস্বীকাৰ্য।

ইংৰাজী সাহিত্যৰ পৰৱৰ্তী কাল যেনেদৰে এলিজাবেথীয় যুগৰ ওচৰত ঋণী, একেদৰে অসমীয়া সাহিত্যৰ উত্তৰণৰ দিশতো কোচবেহাৰ, মঙলদৈৰ কোচ-ৰাজবংশ আৰু ৰংপুৰৰ আহোম ৰাজবংশৰ বৰঙণি গুৰুত্বপূৰ্ণ।

সেয়ে দৰঙী ৰাজ-পৃষ্ঠপোষকতাৰ গুৰুত্ব অসমীয়া সাহিত্যৰ বুৰঞ্জীত অপৰিসীম।●

১। ডঃ মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃষ্ঠা ৪৭।
২। ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃষ্ঠা ৫৮।
৩। ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ ৫৯।
৪। ডঃ মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ ১৫৩।
৫। ডঃ মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ ১৮৬।
৬। ডঃ মহেশ্বৰ নেওগ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ ১৮৬।
৭। অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ ৯৮।
৮। বঙ্গালত নথাকয় মান যে মৰ্য্যাদ।
কামৰূপে চলি গৈলা ভাবিয়া প্ৰমাদ।।
দৰঙ্গ দেঙ্গাত বৈলা মনিয়ৰি গ্ৰাম।
বড়ভুঁয়া গৃহে পাতে কৰিলা পৰিশ্ৰাম।
দৰঙ্গ ৰাজবংশাৱলী।
৯। দীনেশ্বৰ শৰ্মা, মঙ্গলদৈৰ বুৰঞ্জী।
১০। যদি পূৰ্বে মহন্ত পণ্ডিতসমস্তয়।
ইতো পুৰাণৰ পদ কৰিয়া আচয়।।
বিচাৰিয়া নৃপতি নপাইলা জত্ন কৰি।
তেবেসে আমাক আজ্ঞা কৰিলা সাদৰি।।
দ্বিজ, ৰতিকান্ত, 'ব্ৰহ্মবৈৱৰ্ত পুৰাণ'।
বব। স্থানান্তৰৰ এই বিষয়ে বিশদ আলোচনা আগবঢ়োৱা হৈছে।
১২। The History of Ahom', Edited by Benudhar Sarma. (First im pression). Page 219.
"When I was Sub-Divisional Officer of Mangaldoi, in th Darrang District. I caused a translation to be prepared of th Bansabali, or family history of the Darrang Rajas, which co tains a great deal of information regarding the Koch dejnesty, and gave an analysis of it in a paper contributed to the journal of the Asiatic Society of Bengal.
১৩। 'A History of Ahom', P. (VI)
১৪। কোচবিহাৰেৰ ইতিবৃত্ত, প্ৰথম খণ্ড, (১৯৯০), পৃষ্ঠা, ১৪-১৫।
১৫। ইং ১৯১৭ চনতে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কলিকতাৰ বেপ্টিষ্ট মিছন প্ৰেছৰ পৰা এই বংশাৱলী ছপা কৰিছিল। এই গ্ৰন্থখনি বৰ্তমানে দুষ্প্ৰাপ্য।
১৬। হৰিনাম ধৰ্মচয় সুনিলাত মহোদয়
প্ৰকাসিল শ্ৰীমন্ত সংকৰে।
শ্লোকভাঙ্গি পদচয় ৰচিলন্ত কৃপাময়
আনন্দে গাবয় সৰ্বনৰে।। ব্ৰহ্মবৈবৰ্ত পুৰাণ।

> *অসমীয়া ভাষাৰ জতুৱা ঠাঁচ ইমান সহজ যে এটিও অশ্লীল বা কঠিন শব্দ উচ্চাৰণ নকৰাকৈয়ো এজন মানুহক ধৰাশায়ী কৰিব পাৰি।*
>
> ডঃ লীলা গগৈ

# সাহিত্যৰ সত্য আৰু বাস্তৱ

সতীশ ভট্টাচাৰ্য্য

বাস্তৱ শব্দটোৰ শংজ্ঞা দিয়া বৰ কঠিন। শিল্পকলাৰ ক্ষেত্ৰত যেনেকৈ সাধাৰণভাৱে বাস্তৱ শব্দটোৱে ইয়াৰ স্বাভাৱিকতা অথবা সত্যসাদৃশ্যৰ কথা বুজায় সাহিত্যৰ ক্ষেত্ৰতো তেনেকৈ বাস্তৱধৰ্মিতাৰ দ্বাৰা জীৱনৰ লগত সাহিত্যৰ সাদৃশ্যৰ কথাকে বুজোৱা হয়। দুয়ো ক্ষেত্ৰতে যি বাস্তৱ, সেয়ে সত্য — বাস্তৱ শব্দটোৱে মোটামুটিভাৱে এনে এটা ধাৰণাই দিব খোজে। বাস্তৱ আৰু সত্য তেনেহ'লে একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি নেকি? নে আচলতে দুয়োটা সম্পূৰ্ণ একে - সত্যই বাস্তৱ আৰু বাস্তৱেই সত্য?

এনে প্ৰশ্নৰ উত্তৰ একে আষাৰতে দিয়া টান। সাধাৰণতে আমি আমাৰ চাৰিওফালে যি ঘটি থকা দেখিবলৈ পাওঁ, সেয়াই বাস্তৱ। আমি যে কিবা দেখিছো, প্ৰত্যক্ষ কৰিছোঁ সেইটোও সঁচা আৰু আমি যি দেখা পাইছো, যাক দেখা পাইছো, সেই ঘটনা বা ব্যক্তিও সঁচা। এই পৰিসীমাৰ ভিতৰত আমাৰ বাবে যি বাস্তৱ, সেয়াই সত্য ! অৰ্থাৎ আমাৰ বাবে বাস্তৱ সত্যৰ ওপৰত প্ৰতিষ্ঠিত। মই যদি সাহিত্যানুৰাগী হওঁ, তেনেহলে আৰু অলপ যোৰ টানি কব পাৰো যে যি সাহিত্যত বাস্তৱৰ বৰ্ণনা আছে, তাতেই সত্যৰ ছবি অঙ্কিত হৈছে। আদৰ্শবাদৰ বিপৰীতে য'ত সত্যক কেৱল অনুভূতি আৰু যুক্তিৰেহে ধাৰণা কৰিব পাৰি — বাস্তৱবাদে সত্যোপলব্ধি আপাত দৃষ্টিত যেন সহজ কৰি তুলিলে। সাহিত্যত বাস্তৱবাদৰ জনপ্ৰিয়তাৰ ই এক অন্যতম, কিজানি প্ৰধানতম কাৰণ।

কিন্তু কথা হ'ল আমি যি দেখো সেয়াই বাস্তৱ আৰু সেয়াই সত্য নে? ৰাতিপুৱা আমি সূৰ্য্যটো পূৱফালে তলৰ পৰা ওপৰলৈ উঠি অহা দেখোঁ। আমি দেখোঁ — দেখাটো সত্য। কিন্তু সূৰ্য্যটো তলৰ পৰা ওপৰলৈ উঠি অহাতো সত্যনে ? আমি যদি জানো যে পৃথিৱীৰ আহ্নিক গতিৰ কাৰণেহে আমি তেনে দেখোঁ, আচলতে সূৰ্য্যটো কিন্তু একে ঠাইতেই ৰৈ থাকে, তেতিয়া ? গতিকে আমি যি দেখো সেয়া সত্যও নহব পাৰে, বাস্তৱো নহব পাৰে। যি দেখিছো, যিহেতু আমি দেখিছো গতিকেই সি সত্য; এনে কথা সদায় সত্য নহয়। এজন যাদুকৰে যেতিয়া মঞ্চত খেল দেখুৱায়, তেতিয়া আমি যি দেখা পাওঁ সেয়া সত্যনে? প্ৰকৃত সত্যটো তেতিয়া আমাৰ চকুত নপৰে অৱশ্যে পিছত আমি ভাবি উলিয়াব পাৰোঁ। গতিকে আমি বাস্তৱ বুলি ভবা বহুতো কথা প্ৰকৃতপক্ষে বাস্তৱ নহবও পাৰে। সেইদৰে সত্য বুলি ভবা বহুতো কথাও সত্য নহব পাৰে। বাস্তৱবাদৰ এই সীমাবদ্ধতাক অস্বীকাৰ কৰিলে সত্যক উলাই কৰা হব। সত্যৰ অনুসন্ধান আৰু সত্যৰ প্ৰতিষ্ঠাই যদি আমাৰ (মানে সাহিত্যৰ) লক্ষ্য, তেনেহলে সেই সত্য আৱিষ্কাৰৰ বাবে, উপলব্ধিৰ বাবে তথাকথিত 'বাস্তৱতা' অথবা বাস্তৱবাদেই যথেষ্ট নহয়; আমাক আৰু কিবা লাগিব।

কিছুমান বস্তুক মানুহে সততে শাশ্বত, চিৰন্তন বুলি জ্ঞান কৰি আহিছে। তাৰে প্ৰধান আৰু প্ৰথমটো হল সত্য। কিছুমান বস্তুক মানুহে প্ৰমূল্য হিচাপে গ্ৰহণ কৰি আহিছে — সত্য, ন্যায়, সৌন্দৰ্য্য, সঙ্গীত ইত্যাদি। সত্যৰ প্ৰতি আগ্ৰহ থকাটো ভাল, ন্যায়পৰায়ণ হোৱাটো উচিত, সৌন্দৰ্য্য চেতনা আৰু সঙ্গীতপ্ৰিয়তা মানুহৰ সংস্কৃতিৰ পৰিচায়ক ইত্যাদি। বস্তুবাদী বিশ্লেষণেৰে এইবোৰৰ ব্যাখ্যা দিব নোৱাৰি। সেইদৰে মানুহৰ চেতনা আৰু চিন্তাই কিছুমান আদৰ্শ আৰু ধাৰণাৰ জন্ম দিয়ে যিবোৰক কেৱল বাস্তৱতাবাদী বিশেষণেৰে ব্যাখ্যা কৰিব নোৱাৰি।

মানুহৰ এখন ধাৰণাৰ পৃথিৱী আছে, কল্পনাৰ পৃথিৱী। ভাল বুলিলে আমাৰ নিশ্চয় এনে এটা ধাৰণা আছে হয় কল্পনাত — যি সবাতকৈ ভাল। এই সবাতকৈ ভালটো আমি কেতিয়াও বাস্তৱ পৃথিৱীখনত বিচাৰি পাব নোৱাৰো। ধুনীয়া বুলিলে আমাৰ নিশ্চয় এটা ধাৰণা আছে। কিন্তু আটাইতকৈ ধুনীয়জন কোন বুলিলে আমি পৃথিৱীৰ কৌটি কৌটি মানুহৰ মাজতো এজনলৈ আঙুলিয়াই দেখুৱাই দিব নোৱাৰো। কাৰণ আটাইতকৈ ভাল, আটাইতকৈ ধুনীয়া — এইবোৰ আমাৰ ধাৰণাৰ পৃথিৱীখনতহে আছে, বাস্তৱ পৃথিৱীখনত নাই।

কিন্তু আমি যেতিয়া সাহিত্যত এজন ভাল মানুহৰ চৰিত্ৰ অংকন কৰিম তেতিয়া আমি আদৰ্শ হিচাপে কাক লম? নিশ্চয় সেই ধাৰণাৰ পৃথিৱীৰ ভাল জনক। মই চেষ্টা কৰিম মানে মোৰ চৰিত্ৰটো যিমানদূৰ সম্ভৱ সেই আটাইতকৈ ভালজনৰ ওচৰ চপাই নিব পাৰো। সাহিত্য মানেই যিহেতু অনুকৰণ, গতিকে মই অনুকৰণ কৰিম সেইজনক, যিজন মোৰ ধাৰণাৰ শ্ৰেষ্ঠতম। কাৰণ ধাৰণাৰ পৃথিৱীখন 'সম্পূৰ্ণ' পৃথিৱী, আমাৰ বাস্তৱ পৃথিৱীখন অসম্পূৰ্ণতাৰ। আমি যে সত্যক প্ৰতিষ্ঠা কৰিব





খোজো, ন্যায়ৰ প্ৰতি শ্ৰদ্ধা দেখুৱাও কোনোবা এজন ভাল হব খোজো, কোনো এজন আকৌ আদৰ্শবান হব খোজো — তাৰ দ্বাৰা আচলতে আমি 'ধাৰণা'ৰ পৃথিৱীখনক অনুকৰণ কৰি আমাৰ বাস্তৱ পৃথিৱীখনকে সেইখনৰ সম্পূৰ্ণতাৰ ওচৰ চপাই নিব খোজো। গতিকে সাহিত্যই সেই সম্পূৰ্ণ পৃথিৱীখনকহে অনুকৰণ কৰিব, অসম্পূৰ্ণ বাস্তৱ পৃথিৱীখনক নহয়। বাস্তৱ পৃথিৱীখননো কি? এইখনো সেই ধাৰণাৰ পৃথিৱীখনৰ অনুকৰণহে। গতিকে আমাৰ চাৰিওফালৰ স্থূল বাস্তৱতাক অনুকৰণ কৰা মানে অসম্পূৰ্ণতাক অনুকৰণ কৰা! অসম্পূৰ্ণতা কেতিয়াও আদৰণীয়া অথবা অনুকৰণীয় হব নোৱাৰে।

সেয়েহে সাহিত্যৰ সত্য আৰু বাস্তৱৰ সত্যৰ মাজত সততে বহুত প্ৰভেদ দেখা যায়। সাহিত্যৰ সত্যত যি কাব্যিক ন্যায় আমি বিচাৰি পাওঁ, বাস্তৱত তাক বিচাৰি নাপাই বাস্তৱবাদী সকল হতাশা হয়। দুষ্টৰ দমন আৰু সন্তৰ পালন সাহিত্যত হবই। কিন্তু বাস্তৱ পৃথিৱীত? ইয়াত দেৱতা আৰু দৈত্যৰ যুদ্ধত দৈত্যয়ে জয়লাভ কৰাৰ সম্ভাৱনা বেছি। কিন্তু আমি মানুহ — আমাৰ লক্ষ্য সদায়ে আমাৰ অসম্পূৰ্ণ এই পৃথিৱীখনক সম্পূৰ্ণতাৰ ফালে নিয়া। অসত্যক আঁতৰাই সত্যক প্ৰষ্ঠা কৰা, দুষ্কৃতিৰ দানৱৰ সৈতে যুঁজি সংস্কৃতিৰ-দেৱতাক জয়মাল্য পিন্ধোৱা। এখন সত্য সুন্দৰৰ পৃথিৱী মৰ্ত্তত ৰচনা কৰা । গতিকে আমি আদৰ্শৰ জন্ম দিও — সত্যৰ প্ৰথিষ্ঠা যে এদিন হবই, দুষ্টৰ দমন যে অনিবাৰ্য্য সেই বিশ্বাস অটুট ৰাখিবলৈকে আমি কাব্যিক ন্যায়ৰ পৌনপৌনিক ব্যৱহাৰ কৰো। ●

*অসমৰ ৰাজনৈতিক সমস্যাবোৰৰ সমিধান ইয়াৰ বিপুল বুৰঞ্জী সাহিত্যত চিৰকাললৈ লিপিবদ্ধ হৈ আছে। অকল ৰজা আৰু মন্ত্ৰীকে লৈ ৰাজ কাহিনী গঠিত হব নোৱাৰে। তাত দেশৰ অৱস্থা, প্ৰজাৰ মনোভাৱ, নানা সময়ত জাতীয় পৰিস্থিতি — এই সকলোবোৰৰ আভাস বুৰঞ্জী সাহিত্যত পোৱা যায়। অসমৰ বুৰঞ্জী সাহিত্যই অসমৰ বাহিৰে ভাৰতৰ ইতিহাসতো পোহৰ পেলাব পাৰিছে। অসমৰ ওচৰত থকা কাছাৰ, জয়ন্তা আৰু ত্ৰিপুৰাৰ বিশ্বাসযোগ্য সমসাময়িক বুৰঞ্জী অকল অসমীয়াই মাথোন ৰক্ষা কৰিছে।*

*ডঃ সূৰ্যকুমাৰ ভূঞা*
*শ্বিলং, ১৯৫৩ চন*

# অসমীয়া সাহিত্যৰ বিকাশত সাহিত্য সভাৰ অৱদান

*বিশ্ব বৰুৱা*
*ভাৰ প্ৰাপ্ত সভাপতি, অসম সাহিত্য সভা*

**জন্মতে উদ্দেশ্য ঃ**

অসমীয়া সাহিত্যৰ জাগৰণ কাল উনবিংশ শতিকাৰ নৱম দশমৰ শেষাংশ । কলিকতাত পঢ়ি থকা কেইজনমান ছাত্ৰই এই জাগৰণ আনে । প্ৰেৰণা পালে বঙ্গৰ জাগৰণৰ পৰা । অসমীয়া সাহিত্যৰ পঁয়ালগা অৱস্থা আঁতৰোৱাৰ চেষ্টাতে এই কাম হ'ল ।

ইং ১৮৭২ চনত অসমীয়া ভাষাই প্ৰাণ পোৱাৰ পাছৰে পৰাই জাগৰণ প্ৰক্ৰিয়া আৰম্ভ হৈছিল । গঙ্গাগোবিন্দ ফুকনৰ অসমীয়া ছাত্ৰৰ সাহিত্য সভা জাগৰণ প্ৰথম জোকাৰ । চাহমেলত জন্ম হোৱা অ. ভা. উ. সা. সভাই ইয়াত জোৱাৰ তুলিলে । এই সভা সপ্তাহত দুবাৰকৈ বহিছিল । বুধবৰীয়া বৈঠকত কৃপাবৰৰ জন্ম । সভাত পঠিত ৰচনাসমূহ প্ৰকাশৰ কাৰণে এখন আলোচনীৰ প্ৰয়োজন হোৱাত জন্ম হ'ল জোনাকীৰ । এই আলোচনীত পদ্মনাথ বৰুৱা আৰু বেণুধৰ ৰাজখোৱাই বিহু দৃশ্য বৰ্ণাই লিখা ধেমেলীয়া নাটিকাখন সমালোচনাৰ সন্মুখীন হয় । প্ৰতাপ চন্দ্ৰ লেনত থকা ছাত্ৰকেইজনমানে বৰ বেয়াকৈ সমালোচনা কৰিবলৈ ধৰিলে । জেদ পূৰাবলৈ অ. ভা. উ. সা. সভাৰ সমান্তৰালভাৱে অসমীয়া সাহিত্য সভা আৰম্ভ হ'ল লগতে জোনাকীৰ লগত ফেৰ মাৰিবলৈ বিজুলী প্ৰকাশ কৰে ।

ইতিমধ্যে কলিকতাত জোনাকী মৰি গুৱাহাটী পায়হি । কনকলাল বৰুৱা আৰু সত্যনাথ বৰা ইয়াৰ সম্পাদক হয় । অ. ভা. উ. সা. আৰুজোনাকীৰ লগত জড়িত হৈ থকা ছাত্ৰসকল কলিকতাৰ পৰা আহি অসমৰ চহৰবোৰত চাকৰি কৰিবলৈ লয় । কলিকতীয়া উৎসাহেৰে অসমৰ চহৰবোৰত একোখন অ. ভা. উ. সা. সভা পাতি ইয়াৰ প্ৰতিপত্তি বঢ়ালে । ফলত মজলীয়া স্কুলবোৰত অসমীয়া ভাষা চলিল । এন্ট্ৰন্স আৰু এফ. এ. আৰু বি. এ. পৰীক্ষাত অসমীয়া ভাষাই ঠাই পালে ।

১৮৪৬ চনৰ জানুৱাৰী মাহটো অসমীয়াৰ বাবে বৰ গুৰুত্বপূৰ্ণ। এই চনতে অসমৰ প্ৰথমটো ছপাশালত প্ৰথম অসমীয়া আলোচনী অৰুণোদয় ওলায় । আকৌ ১৯১৭ চন । ইউৰোপ এচিয়াৰ বিপ্লৱৰ বছৰ । এই বিপ্লৱৰ প্ৰভাৱ ভাৰততো পৰিছিল । অসম সাহিত্য সভাৰ জন্ম চনো এয়ে । অৰুণোদয়, হেমচন্দ্ৰ, বেজবৰুৱা আদি লোকৰ জন্ম ঠাইত অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ বিকাশৰ বাবে জন্ম হয় অসম সাহিত্য সভাৰ । একে সময়তে গুৱাহাটীত এখন সভা বহে সূৰ্য কুমাৰ ভূঞাৰ সভাপতিত্বত । কমিটিৰ সম্পাদক চন্দ্ৰনাথ শৰ্মা । শিৱসাগৰতো ১৯১৭ চনৰ ২৪ চেপ্তেম্বৰত বেৰিষ্টাৰ তাৰা প্ৰসাদ চলিহাৰ সভাপতিত্বত বিশিষ্ট লোকসকলৰ এখন সভা বহে । দুয়োখন সভাৰ উদ্দেশ্য অসমীয়া ভাষা-সাহিত্যৰ এখন সভা পতা । শিৱসাগৰৰ সভাই খৰখেদাকৈ ডিচেম্বৰৰ ভিতৰত অসম সাহিত্য সন্মিলন পাতিবলৈ সিদ্ধান্ত লৈ হাতে-কামে লাগিল । গুৱাহাটীৰ সভাই উদাৰতাৰে ইয়াত সহযোগ কৰে । বিজুলী আৰু উষাৰ সম্পাদক পদ্মনাথ গোঁহাই বৰুৱাক সভাপতিত্ব কৰিবলৈ নিমন্ত্ৰণ কৰা হ'ল । গুঞ্জলাল বৰুৱা অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু লক্ষ্মীকান্ত বৰুৱা সম্পাদক । ২৬, ২৭ ডিচেম্বৰত সভা সম্পন্ন হয় । সভাৰ প্ৰথম জনা সম্পাদক শৰৎ চন্দ্ৰ গোস্বামী ।

## সাহিত্য সৃষ্টি ঃ

সভাই নিজে সাহিত্য সৃষ্টি নকৰে । কিন্তু সাহিত্য সৃষ্টিৰ পৰিৱেশ গঢ়ি তোলে আৰু সাহিত্যিকক সাহিত্য চৰ্চাৰ বাবে বিভিন্ন উপায়েৰে প্ৰোৎসাহন দিয়ে ।

ইং ১৯২৭ চনৰ পৰা সভাৰ প্ৰকাশন কাৰ্য আৰম্ভ হয় । অৱশ্যে ইয়াৰ আগতে আদৰণি সমিতিৰ সভাপতিৰ ভাষণত ভাষা-সাহিত্যৰ আভাস আৰু অধিবেশন থলীৰ ঐতিহ্য বৰ্ণনা কৰা হয় । এইবোৰো সাহিত্যৰ সমল । প্ৰখ্যাত সাহিত্যিক চন্দ্ৰনাথ শৰ্ম্মা, ৰাধাকান্ত সন্দিকৈ, সত্যনাথ বৰা, জ্ঞানদাভিৰাম বৰুৱা, শিৱপ্ৰসাদ বৰুৱা, সৰ্বেশ্বৰ বৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, গোপীনাথ বৰদলৈ, বেণুধৰ ৰাজখোৱা, ৰাধানাথ ফুকন, হলিৰামডেকা, মহীচন্দ্ৰ বৰা, ত্ৰৈলোক্যনাথ গোস্বামীৰ দৰে লোকৰ অভিভাষণৰ সাহিত্যিক মূল্য নোহোৱা নহয় ।

অধিবেশনৰ লগতে প্ৰদৰ্শনী আৰু গ্ৰন্থমেলাৰ দ্বাৰ উন্মোচন কৰিবলৈকো বিশিষ্ট শিল্পী-সাহিত্যিকক নিমন্ত্ৰণ কৰা হয় । এইসকলেও লিখিত ভাষণেই দিয়ে । মহাদেৱ শৰ্ম্মা, হৰিপ্ৰসাদ শৰ্মাৰায়, সূৰ্য কুমাৰ ভূঞা, হেম বৰুৱা, মহেশ্বৰ নেওগ, যুগল দাস, নীলমণি ফুকন, অমিয় কুমাৰ দাস, ড. মুকুন্দ মাধৱ শৰ্মাৰ দৰে বিশিষ্ট শিল্পী-সাহিত্যিকৰ ভাষণত সাহিত্য-সংস্কৃতিৰ অনেক কথা পোৱা যায় ।

সভাৰ সভাপতিসকলৰ ভাষণবোৰ একোখন সৰু কিতাপেই । ১৯৬০ চন মানলৈকে সকলো সভাপতিয়েই তেখেতসকলৰ দীঘলীয়া ভাষণত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ কথাই লিখিছিল । অনেক ভাষণত ভালেমান নতুন তথ্য-পাতি আছে । চাৰিটা বৃহৎ খণ্ডত প্ৰকাশপোৱা ভাষণাৱলীৰ সাহিত্যিক মূল্য কম নহয় । ইয়াৰোপৰি প্ৰতি অধিবেশনত বুৰঞ্জী, বিজ্ঞান, সংস্কৃতি, (সঙ্গীত) দৰ্শন (ইং ১৯২৬, ৩৭) অৰ্থনীতি (১৯৩৯/৭) কবি, ভাষা-সন্মিলন অনুষ্ঠিত কৰা হয় । ইয়াৰ সঞ্চালক আৰু আলোচক সকলেও একোখন গৱেষণা মূলক ভাষণ লিখিতভাৱে দিয়ে । এইবোৰেও অসমীয়া সাহিত্য চহকী কৰিছে । ভালেমান ভাষণ ইতিমধ্যে কিতাপ আকাৰে প্ৰকাশ হৈছে । সভাপতি বৃন্দৰ সাংস্কৃতিক বিষয়ৰ ভাষণৰ কিয়দাংশ "সাংস্কৃতিকী" নামেৰে এখন গ্ৰন্থ প্ৰকাশ হৈছে । 'অসম সাহিত্য সভাৰ সু-বচনী' নামৰ আনখন গ্ৰন্থত সভাপতিসকলৰ ভাষণৰ বহুকৰনীয়া উদ্ধৃতি আছে ।

সভাৰ নিয়মাৱলীৰ দ্বিতীয় ছেদত উল্লেখ কৰা হৈছে যে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাঙ্গীন উন্নতি কৰাই সভাৰ উদ্দেশ্য । উদ্দেশ্য পূৰ্তিৰ বাবে প্ৰতি বছৰে ভালেমান গ্ৰন্থ প্ৰকাশ কৰা হয় । সভাৰ পত্ৰিকাত এই কথা প্ৰকাশ হৈ থাকে । বৰ্তমানলৈকে বিভিন্ন বিষয়ৰ চাৰে তিনিশতকৈ অধিক গ্ৰন্থ প্ৰকাশ কৰা হৈছে । যিহেতু অসম সাহিত্য সভা অসমৰ সকলো ভাষা, ধৰ্ম, সম্প্ৰদায়ৰ উমৈহতীয়া অনুষ্ঠান সেয়ে সকলো জনগোষ্ঠীৰ লোকৰ শ্ৰেষ্ঠ সাহিত্যিক সমলেৰে ভালেমান গ্ৰন্থ প্ৰকাশ কৰা হৈছে । বিভিন্ন জনগোষ্ঠীৰ লেখকৰ হতুৱাই লেখোৱা গ্ৰন্থও আছে । ইং ১৯৭৭ চনলৈকে প্ৰকাশ কৰা গ্ৰন্থৰ সংখ্যা আছিল এশ পঞ্চাশৰো ওপৰ ।

**সভাই প্ৰকাশ কৰা গ্ৰন্থবোৰক বিষয় অনুসৰি এইদৰে ভগাব পাৰি —**

*(ক) সাহিত্য-আৰু অধিবেশন বিষয়ক গ্ৰন্থ ঃ* এই শিতানত মুঠ দুকুৰিমান গ্ৰন্থ প্ৰকাশ হৈছে । ইয়াৰ ভিতৰত সভাৰ জন্ম, বিকাশ উদ্দেশ্য, লক্ষ্য, প্ৰতিষ্ঠাতা আৰু দাতাসকলৰ বিৱৰণ পুথিও আছে । সভাৰ এখন গৱেষণামূলক পত্ৰিকা আছে । ইং ১৯২৬ চনতে প্ৰথম সংখ্যা প্ৰকাশ হয় । তিনিমহীয়া পত্ৰিকা খনৰ প্ৰথম সম্পাদক আছিল চন্দ্ৰধৰ বৰুৱা । মাজতে ই মাহেকীয়া হৈছিল । বৰ্তমান ই পঞ্চাশ বছৰ অতিক্ৰম কৰিছে । ইয়াৰ প্ৰকাশ পোৱা প্ৰৱন্ধবোৰ মৌলিক আৰু তত্ত্বগধুৰ । বৰ্তমান গল্প, কবিতা, গদ্য, বুৰঞ্জী, প্ৰত্নতত্ত্ব, পুৰাতত্ত্ব, ভাষা, নাটক আৰু ব্যক্তি বিশেষৰ সংখ্যা হিচাপে প্ৰকাশ পাই আছে ।

অসম সাহিত্য-সভা বাৰ্ষিকী নামৰ ডেৰকুৰিমান গ্ৰন্থ প্ৰকাশ হৈছে । এইবোৰত প্ৰতিখন অধিবেশনৰ সভাপতি, উদ্বোধক, আদৰণি সমিতিৰ সভাপতি, প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচক, বিশিষ্ট ব্যক্তিৰ ভাষণ, শাখা সন্মিলনবোৰৰ ভাষণ সন্নিবেশ হৈছে । সভাৰ বাৰ্ষিকীয়ে হৈ যোৱা অধিবেশনবোৰৰ স্মৃতি বহন কৰিছে ।

*(খ) সাহিত্য, সাহিত্য-তত্ত্ব, সংস্কৃতি বিষয়ৰ গ্ৰন্থ ঃ* এই বিষয়ৰ তিনিকুৰি দহখন গ্ৰন্থ আছে । কবিতা, চুটি গল্প, জীৱনী, নাটক, অঙ্কীয়া ভাওনা, চুফীবাদ, অসমীয়া সংস্কৃতি, শিল্প, সমীক্ষা, নন্দন তত্ত্ব, ধৰ্ম, জাতিৰ বিৱৰণ, লিপি, মিছনেৰী, ভাষা-সাহিত্য, গুৰু-চৰিত, লোক-গীতি, ৰামায়ণ, পুৰাণ, সংগীত, বুৰঞ্জী, প্ৰবন্ধ, বাণী আদি বিষয়ৰ শ্ৰেষ্ঠ গ্ৰন্থ বিজ্ঞ লোকৰ হতুৱাই লেখাই প্ৰকাশ কৰা হৈছে । এইবোৰ স্কুল, কলেজ, বিশ্ব-বিদ্যালয় আৰু গৱেষকসকলক সহায় কৰিব পৰা গ্ৰন্থ ।

*(গ) ৰচনা সমগ্ৰ একত্ৰে ঃ* প্ৰখ্যাত লেখকৰ দুষ্প্ৰাপ্য ৰচনাসমূহ একত্ৰিত কৰি পুনৰ মুদ্ৰণ কৰা হৈছে । এনে বিধৰ কুৰিখনমান ৰচনাৱলী প্ৰকাশ হৈছে । এইবোৰ সভাৰকেইবাজনো প্ৰাক্তন সভাপতি, সম্পাদক আৰু বিশিষ্ট পণ্ডিতৰ হতুৱাই সম্পাদনা কৰি লোৱা হৈছে । এনে গ্ৰন্থই প্ৰখ্যাত লেখকৰ ৰচনাসমূহ অধ্যয়নৰ সুবিধা কৰিছে । গ্ৰন্থাৱলীৰ ভিতৰত আনন্দ চন্দ্ৰ আগৰৱালা, কনকলাল বৰুৱা, কালিৰাম মেধী, কৃষ্ণকান্ত সন্দিকৈ, চন্দ্ৰধৰ বৰুৱা, চন্দ্ৰ কুমাৰ আগৰৱালা, দুৰ্গেশ্বৰ শৰ্ম্মা, পাৰ্বতি প্ৰসাদ বৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, ৰজনীকান্ত বৰদলৈ, শৰৎ চন্দ্ৰ গোস্বামী, হেমচন্দ্ৰ গোস্বামী আদি প্ৰতিষ্ঠিত সাহিত্যিকসকলৰ ৰচনাৱলী আছে । গ্ৰন্থসমূহ বৃহৎ কলেৱৰৰ অথচ মূল্যও কম ।

*(ঘ) জীৱনী আৰু স্মৃতি গ্ৰন্থ ঃ* এই বিধৰ প্ৰায় দুকুৰিখনমান গ্ৰন্থ প্ৰকাশ হৈছে । এইবোৰৰ প্ৰণয়ণত কেইবাজনো সভাপতি, সম্পাদক আৰু সভাৰ লগত জড়িত সাহিত্যিক জড়িত হৈছে । অসমৰ ভালেমান কৃতী পুৰুষৰ জীৱনীৰ উপৰিও বিশ্ববিশ্ৰুত দাৰ্শনিক চক্ৰেটিচ, প্লেটো, মহাকবি ছেক্সপিয়েৰ, মহাপণ্ডিত ৰাহু সাংকৃতায়নৰ জীৱনী সভাই প্ৰকাশ কৰি তেওঁলোকৰ প্ৰতিভাৰ বিষয়ে অসমীয়া পাঠকক জনাব পাৰিছে । অসমৰ বিশিষ্ট লেখকসকলৰ ভিতৰত বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, আনন্দ চন্দ্ৰ আগৰৱালা, শৰৎ চন্দ্ৰগোস্বামী, জগন্নাথ বৰুৱা, বেণুধৰ শৰ্ম্মা, অম্বিকাগিৰি ৰায়চৌধুৰী, আনন্দৰাম ঢেকীয়াল ফুকন, ৰজনীকান্ত বৰদলৈ, কালিৰাম মেধী, গিৰিধৰ শৰ্ম্মা, চন্দ্ৰ কুমাৰ আগৰৱালা, ডিম্বেশ্বৰ নেওগ আদিলোকৰ জীৱনী আছে । ইয়াৰ বাদেও কেইজন মান লেখকৰ দ্বাৰা লেখোৱা আৰু সংকলন কৰোৱা তত্ত্বগধুৰ প্ৰৱন্ধ গ্ৰন্থও প্ৰকাশ হৈছে ।

*(ঙ) জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি বিষয়ক গ্ৰন্থ ঃ* নেপালী, চাহ-বনুৱাৰ সংস্কৃতি, মিকিৰ, মিচিং, ৰাভা, বড়ো, ডিমাচা, অৰুণাচল, নগাপাহাৰ, মণিপুৰীৰ জন-জীৱন আৰু লোক-সংস্কৃতি বিষয়ক পুথি সভাই প্ৰকাশ কৰি উল্লেখযোগ্য কাম কৰিছে । অসমৰ সকলো জন-গোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ হোৱাটো অসম সাহিত্য সভাৰ কাম্য । এই লোকসকলৰ জন-জীৱনৰ লগত সততে সম্পৰ্ক ৰক্ষা কৰিবলৈ সভাই অবিৰত প্ৰয়াস কৰি আহিছে । দেউৰী শব্দমালা, নেপালী সমাজ আৰু সংস্কৃতিৰ ৰূপৰেখা, নাগালেণ্ড, নাগামিজ কথাকোৱা, নিয়ম, বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি, বিষ্ণুপ্ৰিয়া মণিপুৰী, মপিণ উৎসৱ, মিকিৰ জন-জাতি, মিচিং অসমীয়া পাঠ, ৰাভা জনজাতি আৰু শব্দ সম্ভাৰ, স্নেহৰ অৰুণাচল আদি গ্ৰন্থই অসমীয়া সাহিত্যৰ চিৰ নতুন আৰু আপুৰুগীয়া গ্ৰন্থৰ যোগান ধৰিছে । সভাৰ বাদে এনেবোৰ গ্ৰন্থ আনে বৰ বেছি প্ৰকাশ কৰিব পৰা নাই । এই আঁচনিয়ে বিভিন্ন জনগোষ্ঠীৰ লেখকক প্ৰেৰণা যোগাইছে । লগতে ই সম্প্ৰীতিৰো নিদৰ্শন ।

*(চ) সাধুকথা আদি ঃ* লোক সাহিত্যৰ সমল অসমৰ সকলো জাতিৰ মাজত আছে । বিভিন্ন জাতি-উপজাতিৰ লোকবচন, ফকৰা-যোজনা, ৰূপকথা (সাধু) আদি ভালেমান পণ্ডিতে আলোচনা কৰিছে । অসম সাহিত্য সভা এই বিষয়ৰ অধিক গ্ৰন্থ প্ৰকাশক । এতিয়ালৈকে প্ৰকাশ হোৱা সাধু পুথিবোৰ হ'ল, —অসমৰ জন-জাতীয় সাধু, উদয়াচলৰ সাধু, কামেং সীমান্তৰ সাধু, কাৰবি সাধু, চাহ বনুৱাৰ সাধু, দেউৰী সাধু, বড়ো সাধু, মিচিং সাধু, ৰাভা সাধু, সোণোৱাল সাধু, খামতি সাধু, প্ৰমুখ প্ৰায়বোৰ পুথিৰ লেখক বা সংকলক সেই সেই জনগোষ্ঠীৰ হোৱা হেতু এইবোৰ নিৰ্ভুলহোৱা বুলি ক'ব পাৰি । এইবোৰৰ বাদেও

ববপেটা অঞ্চলৰ মুছলমানসকলৰ মাজত প্ৰচলিত 'ৰহিম ৰূপবানৰ সাধু, ছয়ত্ৰিশ গৰাকী নবীৰ কাহিনী, আৰু বুদ্ধ জাতকৰ সাধুও আ? । অসম, নগাভূমি আৰু উত্তৰ পূৰ সীমান্ত অঞ্চলৰ জনজাতীয় সাধুৰে 'অসমৰ জন-জাতীয় সাধু' প্ৰকাশ হৈছে । সোৱণশিৰি জিলাৰ নিচিসকলৰ মাজৰ পৰা ৰূপকথা সংগ্ৰহ কৰি 'ডাব্ৰৰদেশৰ ৰূপ কথা' নামৰ এখন উৎকৃষ্ট সাধু কথাৰ পুথিও প্ৰকাশ কৰা হৈছে । পুথিবোৰ সকলো বয়সৰ লোকৰ বাবে উপযোগী আৰু মনোৰম ।

*(ছ) শিশু উপযোগী পুথি ঃ* এই বিষয়ৰ একুৰি দুখন পুথি প্ৰকাশ কৰি সভাই দীৰ্ঘকালীন অভাৱ পূৰ কৰিলে । গ্ৰন্থবোৰ শিশুৰ মনস্তত্ত্বৰ লগত সঙ্গতি ৰাখি লেখোৱা হৈছে । ইয়াৰ ভিতৰত যোলখন জীৱনী পুথি, বাকী কেইখন পশু-পক্ষী, প্ৰকৃতি, দুঃসাহসিক অভিযান, ধৰ্মমূলক আখ্যান আৰু নীতি উপদেশৰ পুথি আছে । কম মূল্যত কিনি পঢ়িব পৰাকৈ প্ৰকাশ কৰা এই শিশু পুথিবোৰৰ সমাদৰ অতি বেছি । শিশু জ্ঞান কোষ ১ম, ২য় আৰু ৩য় খণ্ড ইতিমধ্যে প্ৰকাশ হৈছে আৰু প্ৰথম প্ৰকাশ শেষ হওঁ হওঁ । কলেবৰ অনুপাতে জ্ঞানকোষৰ দামো তেনেই কম । ই ইংৰাজীৰ এনচাইক্লপেডিয়াৰ পৰ্যায়ৰ ।

*(জ) অনুবাদ গ্ৰন্থ ঃ* ইংৰাজী, হিন্দী, সংস্কৃত আৰু প্ৰাকৃত ভাষাৰ কেইখনমান বছা-বছা অনূদিত পুথিও সভাই প্ৰকাশ কৰিছে । ইয়াৰ ভিতৰত পয়েটিক্‌চৰ অসমীয়া অনুবাদ, হিন্দীৰ চুটি গল্প একাদশী, প্ৰাকৃতৰ কৰ্পূৰ মঞ্জৰী, কাববি ৰামায়ন ছাবিন আলুন, হেমুৰেলৰ জীৱনী,নেপালী আদি কবি ভানুভক্তৰ ৰামায়ণ, সংস্কৃতৰ মুদ্ৰা ৰাক্ষস, স্বপ্নবাসৱদত্তা, তুলসীদাসৰ ৰাম চৰিত মানস, আদি উল্লেখযোগ্য ।

*(ঝ) বিবিধ বিষয়ৰ পুথি ঃ* অসমীয়া খণ্ডবাক্য কোষ নিসন্দেহে এখন উৎকৃষ্ট গ্ৰন্থ । বৈজ্ঞানিক পৰিভাষা, চিত্ৰশৈলী, চন্দ্ৰকান্ত অভিধান, টাই ভাষা, সংগীত সাধনা, সীমান্তৰ সন্ধেদ আদি এই বিষয়ৰ প্ৰমুখ গ্ৰন্থ ।

(ঞ) সভাই অতি প্ৰয়োজনীয় বুলি ভবা পোন্ধৰখনমান পুথি ইংৰাজী ভাষাত প্ৰকাশ কৰিছে । অনা অসমীয়াসকলে সাহিত্য সভাৰ বিষয়ে জানিবলৈ Annals of Assam Sahitya Sabha, নামৰ হাতপুথি এখন আছে । Anandaram Dhekial Phukan : Piea for Assam and Assamese, Assam's Language Question, Brown's Grammetical Notes on Assamese Language, Development of Script in Ancient Kamrup, The Hastamuktavali of Subhankarakusi, This is Assam, Studies in the Vaishnava Literature and Culture of Assam, Bhagavatgita as Karma Sastra আদি অতি লাগতিয়াল গ্ৰন্থ । ইংৰাজীৰ দৰে পাঁচখন গ্ৰন্থ হিন্দীতো অনূদিত হৈছে ।

গ্ৰীক দৰ্শন, চাহ-বাগিছাৰ কথা, বড়ো গল্প, ছেমছনসিং ইংতি, বন্যপ্ৰাণী, ওজাপালি, কবি-কাব্য-কবিতা সম্পৰ্কীয়, বুৰঞ্জী, সাধু, জীৱনী, লোক-নাট্য,লোক-সংস্কৃতি, চিকিৎসা বিজ্ঞান আদি বিবিধ বিষয়ৰ দুকুৰিমান পুথি ১৯৯০ -৯১ বৰ্ষতে প্ৰকাশ পায় ।

চিংফৌ, তিৱা, মিচিং আদি জন-গোষ্ঠীৰ, অসমৰ মানুহ, বাদ্য-যন্ত্ৰ, অসমীয়া অলংকাৰ, ওজাপালি, বনজ সম্পদ, বন্যপ্ৰাণী, অসমৰ নদ-নদী, চিকাৰ, তাঁতশাল, চিত্ৰকলা, সঙ্গীতকোষ আদি ভালেমান আপুৰুগীয়া আৰু অ-চৰ্চিত বিষয়ৰ পুথি প্ৰকাশ কৰি সভাই মহৎ কাম কৰিছে । জনপ্ৰিয় বক্তৃতা, আলোচনা চক্ৰ, স্মৰণ বক্তৃতাৰ ভালেমান বিষয়ৰ পুথি প্ৰকাশৰ পথত । এয়ে সেয়ে মিলাই সভাই সৰ্বমুঠ চাৰে তিনিশৰো ওপৰ গ্ৰন্থ প্ৰকাশ কৰি এক অভিলেখ সৃষ্টি কৰিছে । প্ৰয়োজনৰ খাতিৰত কিছুমান গ্ৰন্থ পুনৰ মুদ্ৰণ কৰিব লগাও হৈছে ।

*(ট) ন্যাস পুঁজিৰ গ্ৰন্থ ঃ* অসম সাহিত্য সভালৈ অনেক দাতাই সময়ে সময়ে দান আগ বঢ়াই আহিছে । ইং ১৯২৩ চনত পোন প্ৰথম কমলা দেৱী ন্যাস গঠন কৰা হয় । তাৰ পাছত ১৯২৬ চনত দক্ষিণপতীয়া গোঁসায়ে আন এটাপুঁজি আগ বঢ়ায় । এয়ে সেয়ে মিলাই বৰ্ত্তমানলৈকে একুৰি পোন্ধৰটা ন্যাস গঠন কৰা হৈছে । আমেৰিকাৰ অসম সংঘই আগবঢ়োৱা ধনেৰে ৰচনা প্ৰতিযোগিতা পাতি শ্ৰেষ্ঠসকলক পুৰস্কৃত কৰা হয় । জাতীয়চেতনা আৰু মানবীয় প্ৰমূল্যবোধ কঢ়িওৱা আৰু জাতি-উপজাতিৰ মাজত সমন্বয়ৰ ভাব জগাই তুলিব পৰা শ্ৰেষ্ঠ লেখকক পুৰস্কৃত কৰা, অনা অসমীয়া আৰু চাহ বাগানৰ ছাত্ৰ-ছাত্ৰীৰ মাজত ৰচনা প্ৰতিযোগিতা পাতি ন্যাসৰ ধনেৰে বঁটা দিয়া হয় । ৰাজনৈতিক পটভূমি আৰু অৰুণাচলৰ ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা ৰচিত উপন্যাসৰ বাবেও পুৰস্কাৰৰ ব্যৱস্থা আছে । মুদ্ৰণ আৰু অলংকৰণৰ বাবে পুৰস্কাৰ আগবঢ়াই প্ৰকাশকসকলক উৎসাহিত কৰা হয় । পূৰ্ণাঙ্গশ্ৰেষ্ঠ নাট, মৌলিক কাব্য, মৌলিক উপন্যাস, শ্ৰেষ্ঠ শিশু পুথি, শ্ৰেষ্ঠ বিজ্ঞানৰ পুথি গৱেষণা আৰু সম্পাদনৰ বাবেও ন্যাস পুঁজিৰ ধনেৰে পুৰস্কৃত কৰি সাহিত্য সৃষ্টিত বৰঙণি যোগাই আহিছে । শ্ৰেষ্ঠা মহিলা সাহিত্যিককো প্ৰতি বছৰে নগদ ধন আৰু কিতাপৰ টোপোলাৰে সন্মান জনাই আছে । দাতাৰ ইচ্ছানুযায়ী বিভিন্ন বিষয়ৰ শ্ৰেষ্ঠ ৰচনাৰ বাবে পুৰস্কাৰৰ ব্যৱস্থা কৰি সাহিত্য সভাই সাহিত্য আৰু সাহিত্যিক দুয়োকে সৃষ্টি কৰিছে । অৰ্থহীন লেখকৰ উপযুক্ত পুথি সভাই নিজে প্ৰকাশ কৰি তেনে লেখকক উৎসাহিত কৰে ।

*(ঠ) জিলা আৰু শাখাৰ প্ৰকাশন ঃ* জিলা আৰু শাখা সাহিত্য সভাবোৰ অসম সাহিত্য সভাৰ অঙ্গ । এইবোৰে বাৰ্ষিক অধিবেশনত একোখন স্মৃতি গ্ৰন্থ প্ৰকাশ কৰে । তেনে স্মৃতি গ্ৰন্থবোৰো সাহিত্যৰ সম্পদ । স্মৃতি গ্ৰন্থসমূহে এচাম ন-লেখকক সাহিত্য চৰ্চা কৰিবলৈ উদগনি যোগায় । তাৰোপৰি জিলা আৰু শাখাবোৰে লেখকসকলৰ পুথি প্ৰকাশ কৰি সাহিত্যৰ ভঁড়াল চহকী কৰিছে ।

বিশিষ্ট সাহিত্যিক আৰু সভাৰ প্ৰাক্তন সভাপতিসকলৰ জন্ম শত-বাৰ্ষিকী উপলক্ষে উদ্‌যাপন সমিতিয়ে একোখন স্মৃতি গ্ৰন্থ আৰু গ্ৰন্থাদি প্ৰকাশ কৰে । এইবোৰো সাহিত্য সভাৰ প্ৰকাশনেই ।

অসম সাহিত্য সভা জীয়াই থকালৈকে ই অসমীয়া সাহিত্য ভঁড়াললৈ অলেখ অবিহণা আগবঢ়াব পাৰিব । সভাৰ উদাৰ নীতিৰ বাবেই ই বৈচিত্ৰ্যৰ মাজতো ঐক্য স্থাপন কৰিবলৈ সমৰ্থ হৈছে আৰু অসমত বাস কৰা সকলো শ্ৰেণীলোকৰ উমৈহতীয়া জাতীয় অনুষ্ঠানৰূপে জীয়াই আছে ।

# অসম পুনৰুদ্ধাৰ আৰু প্ৰগতি

১৯৯৪ চনৰ ৩০ জুন তাৰিখে বৰ্তমানৰ চৰকাৰখনে তিনিটা বছৰ সম্পূৰ্ণ কৰি চতুৰ্থ বছৰৰ দুৱাৰডলিত পদাৰ্পণ কৰিছে। এইখন চৰকাৰে আজি তিনিবছৰৰ আগতে শাসনভাৰ গ্ৰহণ কৰাৰ ঠিক আগৰ কালছোৱা ৰাজ্যখনে কি দুঃসময় অতিক্ৰম কৰিবলগীয়া হৈছিল সেই কথা সৰ্বজনবিদিত। সৰ্বত্ৰ বিয়পি পৰা নিৰৰ্থক-নৃশংস হিংসাত্মক কাৰ্যকলাপ, আইন-শৃংখলাহীন পৰিস্থিতি আৰু সামাজিক তথা অৰ্থনৈতিক স্থবিৰতাই সৃষ্টি কৰা সেই ভয়াবহ দিনবোৰৰ কথা মনত পৰিলে আজিও গা শিয়ৰি উঠে। যি নহওক, যোৱা তিনিটা বছৰত অসমে সেই অন্ধকাৰ জলাহৰ পৰা ধীৰে ধীৰে মূৰ তুলি সামাজিক আৰু ৰাজনৈতিক বিভিন্ন খণ্ডত প্ৰগতিৰ পথেৰে পুনৰ বাট বুলিবলৈ সক্ষম হৈছে।

ৰাজ্যখনৰ উন্নয়ন আৰু কল্যাণমূলক আঁচনিসমূহৰ ৰূপায়ণৰ ক্ষেত্ৰত বিভিন্ন খণ্ডত লাভ কৰা অগ্ৰগতিৰ বিষয়ে পঢ়ুৱৈ সকলক সামান্য আভাষ দিয়াৰ মানসেৰে এই পৰিপূৰিকাখনিত কিছু তথ্য দাঙি ধৰিবলৈ বিনম্ৰ প্ৰচেষ্টা চলোৱা হ'ল।

## কৃষি বিভাগ

১৯৯৩-৯৪ চনৰ বছৰটোৰ সময়ছোৱাত ৩৩.৯২ লাখ মেট্ৰিক টন ধান উৎপাদন কৰা হয়।

ধান উৎপাদন স্বাৱলম্বী হোৱাৰ উদ্দেশ্যে যোৱা তিনি বছৰৰ পৰা বড়ো ধানে যথেষ্ট মনোযোগ আকৰ্ষণ কৰিছে। ১৯৯২-৯৩ চনৰ সময়ছোৱাত বড়ো ধান উৎপাদনৰ সৰ্বকালৰ অভিলেখ স্থাপন কৰি ২.৪৩ লাখ মেট্ৰিক টন হয়গৈ আৰু ১৯৯৩-৯৪ চনৰ বাবে ধৰা ইয়াৰ লক্ষ্য হ'ল ২.৫০ লাখ মেট্ৰিক টন।

১১০ টা প্ৰকল্পক সামৰি ৰাষ্ট্ৰীয় জলচ্ছেদ উন্নয়ন প্ৰকল্পৰ জৰিয়তে বৰষুণৰ ওপৰত নিৰ্ভৰশীল কৃষিৰ ওপৰত বিশেষ জোৰ দিয়া হৈছে।

৭৫,৫৯৮ টা কৃষক পৰিয়ালক উপকৃত কৰাকৈ ১.০৬ লাখ হেক্টৰ কৃষি উপযোগী পতিত মাটি আৰু বছৰত মাত্ৰ এটা খেতি কৰা অঞ্চলবোৰক চিৰ সেউজ অঞ্চললৈ ৰূপান্তৰ কৰাৰ প্ৰচেষ্টা চলাই থকা হৈছে।

১৯৯৩-৯৪ চনৰ সময়ছোৱাত ৮৩,০০০ কুইণ্টল উচ্চমানবিশিষ্ট বীজ বিতৰণ কৰা হয়।

১১.৫০ লাখ মেট্ৰিক টন ফলমূল উৎপাদন কৰা হয়।

ৰাজ্যখনৰ চাহিদা হ'ল প্ৰায় ১৯.১৫ লাখ মেট্ৰিক টন। তাৰ বিপৰীতে ১৯৯৩-৯৪ চনৰ সময়ছোৱাত শাক পাচলিৰ উৎপাদন ২০.০০ লাখ মেট্ৰিক টনলৈ বাঢ়িব পাৰে।

১৯৯২-৯৩ চনত মছলাৰ উৎপাদন আছিল ১.৬৩ লাখ মেট্ৰিক টন। তাৰ বিপৰীতে ১৯৯৩-৯৪ চনত ইয়াৰ উৎপাদন ১.৭০ লাখ মেট্ৰিক টনলৈ বাঢ়িব পাৰে।

ৰাজ্যখনত ১৯৯৪ চনৰ মাৰ্চ মাহলৈকে ১৬,০৩৫ খন পঞ্জীভুক্ত পথাৰ পৰিচালনা সমিতিৰ ভিতৰত অকল যোৱা তিনি বছৰতেই ১৩,৪২০ খনক পঞ্জীভুক্ত কৰা হয়।

যোৱা তিনি বছৰৰ ভিতৰত জনজাতি উপপৰিকল্পনা আঁচনিৰ অধীনত ২.৪২ লাখতকৈ অধিক জনজাতি কৃষকক উপকৃত কৰা হয়।

অনুসুচিত জাতি সংযোগী আঁচনিৰ অধীনত ১.৭২ লাখতকৈ অধিক অনুসুচিত জাতিৰ কৃষকক উপকৃত কৰা হয়।

প্ৰাণীজগতৰ ভাৰসাম্যত যাতে বিৰূপ পৰিবৰ্তন নঘটে সেই উদ্দেশ্যে সংহত ৰোগ প্ৰতিকাৰ পদ্ধতি সূচনা কৰি যধেমধে কীটনাশক ঔষধৰ প্ৰয়োগ হ্ৰাস কৰা হৈছে।

ৰাসায়নিক সাৰৰ ব্যৱহাৰ প্ৰতি হেক্টৰত ১২.১৩ কিলোগ্ৰামলৈ বৃদ্ধি পাইছে।

কৃষি সম্পৰ্কীয় কামকাজ উন্নয়নৰ হকে টেক্টৰ ক্ৰয়ত ৩০,০০০.০০ টকা, বিদ্যুৎ চালিত হালবোৱা-যন্ত্ৰ ক্ৰয়ৰ ক্ষেত্ৰত ১২,০০০ টকা ঔষধ চটিওৱা যন্ত্ৰৰ (জলসিঞ্চন সঁজুলি) ক্ৰয়ৰ বাবে ১০,০০০.০০ টকা আৰু শক্তি চালিত পাম্প ক্ৰয়ৰ বাবে ৩,০০০.০০ টকালৈকে চৰকাৰী সাহায্য দিয়া হৈছে।

৫৭০ টা সমূহীয়া জলসিঞ্চন প্ৰকল্পৰ কাম সম্পূৰ্ণ কৰা হৈছে। ৫৪৭৭ টা অগভীৰ নলী নাদ বহুওৱা হৈছে আৰু ১৪,৫৬৭ হেক্টৰ অঞ্চল সামৰি

২৭৬৯ টা পাম্পচেট বিতৰণ কৰা হৈছে। ২৮,৭৮৪ টা কৃষিজীৱী পৰিয়ালক উপকৃত কৰা হৈছে।

এই বছৰৰ পৰা বাগিচা শস্যৰ বাবে এটা সুকীয়া বিভাগ খোলাৰ প্ৰস্তাৱ লোৱা হৈছে।

অসম কৃষি উন্নয়ন প্ৰকল্পই এক বহল ভিত্তিক কৃষি সম্প্ৰসাৰণ সংজ্ঞা প্ৰস্তুত কৰিছে।

অসম কৃষি বিশ্ববিদ্যালয়ে আহু বতৰ আৰু বানপানী বতৰৰ পিছত খেতি কৰিব পৰাকৈ এবিধ অতি সম্ভাৱনাপূৰ্ণ হ্ৰস্বকালীন উচ্চ উৎপাদনক্ষম জাতৰ ধান উলিয়াইছে।

## শিক্ষা বিভাগ

সংসদে আই আই টি স্থাপনৰ প্ৰস্তাৱটোত অনুমোদন জনাইছে। পূৰ্ণ পৰ্যায়ৰ এজন প্ৰকল্প সঞ্চালকে ইতিমধ্যে দায়িত্বভাৰ লৈছে।

অসম বিশ্ববিদ্যালয় আৰু তেজপুৰ বিশ্ববিদ্যালয় যথাক্ৰমে শিলচৰ আৰু তেজপুৰত স্থাপন কৰা হৈছে। উপাচাৰ্য আৰু পঞ্জীয়কে কামত যোগদান কৰি প্ৰাৰম্ভিক কামকাজ সমূহো আৰম্ভ কৰিছে।

বিশ্ববেংকৰ সাহায্য পুঁজিৰ ভিত্তিত জিলা প্ৰাথমিক শিক্ষা আঁচনি প্ৰস্তুত কৰি অনুমোদনৰ বাবে ভাৰত চৰকাৰৰ ওচৰত দাখিল কৰা হৈছে। আঁচনিখন কাৰ্বিআংলং, মৰিগাওঁ, ধুবুৰী আৰু দৰং জিলাত ৰূপায়িত কৰা হ'ব।

১৯৯৩-৯৪ সময়ছোৱাত ভাৰত চৰকাৰে ৭ টা নতুন জিলা শিক্ষা প্ৰশিক্ষণ(DIET) প্ৰতিষ্ঠান অনুমোদন কৰে।

শিক্ষকসকলৰ প্ৰশিক্ষণৰ বাবে ৪ খন মহাবিদ্যালয়লৈ অনুমোদন জনোৱা হৈছে।

কৰিমগঞ্জ, শোণিতপুৰ, কামৰূপ, নলবাৰী, শিলচৰ আৰু শিৱসাগৰ জিলাত নৱোদয় বিদ্যালয়ৰ বাবে ভাৰত চৰকাৰে অনুমোদন জনাইছে।

চলিত বছৰটোত শিৱসাগৰ আৰু তিনিচুকীয়া জিলাত পূৰ্ণ সাক্ষৰতা অভিযান আৰম্ভ কৰাৰ বাবে কেন্দ্ৰীয় চৰকাৰে অনুমোদন জনাইছে। ১১ খন অধিক জিলাত এই অভিযান চলোৱাৰো প্ৰস্তাৱ লোৱা হৈছে।

ৰাজ্যখনত ১৩,৫০৮ টা কেন্দ্ৰত অনানুষ্ঠানিক শিক্ষাৰ অধীনত ২,৫৩,২৭৫ জন ব্যক্তিয়ে প্ৰাথমিক পৰ্যায়ৰ পাঠ্যক্ৰম সম্পূৰ্ণ কৰিছে। ১৯৯৩ চনৰ আগষ্ট মাহৰ পৰা প্ৰাথমিক পৰ্যায়ৰ পাঠ্যক্ৰমৰ সৈতে ৯-১৪ বছৰ বয়সৰ ৩,৩৭,৭০০ জন ল'ৰা-ছোৱালীয়ে ১৩,৫০৮ টা এন এফ ই কেন্দ্ৰত প্ৰশিক্ষণ লৈছে।

৬,৫০,০০০ লক্ষ্যৰ বিপৰীতে ৫,৩৪,০০০ জন প্ৰাপ্তবয়স্ক নিৰক্ষৰ লোকক প্ৰাপ্তবয়স্ক শিক্ষা আঁচনিৰ অধীনত সামৰি লোৱা হৈছে। ইয়াৰ উপৰিও যোৰহাট জিলাত পূৰ্ণ সাক্ষৰতা অভিযানৰ জৰিয়তে ১২০,০০০ প্ৰাপ্তবয়স্ক লোকক সামৰি লোৱা হৈছে। যোৰহাট জিলাত এই অভিযান বৰ্তমান চূড়ান্ত পৰ্যায়ত।

গোটেই ৰাজ্যতে প্ৰাথমিক, মাধ্যমিক, উচ্চ আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু মহাবিদালয়ত ৪০,৭৫৫ টা শিক্ষকৰ পদ সৃষ্টি কৰা হৈছে। ৫৬৩ খন উচ্চ মাধ্যমিক বিদ্যালয় প্ৰাদেশিকীকৰণ কৰা হৈছে, ইয়াৰে ১৪০ খন জনজাতীয় উপপৰিকল্পনাৰ অধীনত আৰু ১২২ খন অনুসুচিত জাতি সংযোগী আঁচনিৰ অধীনত। অধিক পদৰ ব্যৱস্থা ৰাখি ১১৮ খন উচ্চ মাধ্যমিক বিদ্যালয়ক উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত কৰা হৈছে। ১৫ খন মহাবিদ্যালয়ক ঘাটি মঞ্জুৰীপ্ৰাপ্ত পদ্ধতিৰ অধীনলৈ অনা হৈছে।

## কাৰিকৰী শিক্ষা

বৰ্তমানৰ ইঞ্জিনীয়াৰিং কলেজ আৰু পলিটেকনিক সমূহ সুদৃঢ়কৰণ আৰু উন্নয়ন কৰা হয়।

তেজপুৰ আৰু ডিফুত পলিটেকনিক নিৰ্মাণৰ কাম চলাই থকা হৈছে।

শিলচৰ আঞ্চলিক অভিযান্ত্ৰিক মহাবিদ্যালয়ক ৰাজ্যিক অংশৰ ৫০% সাহায্য মঞ্জুৰী দিয়া হৈছে আৰু বাকী থকা দেনাখিনি পৰিশোধ কৰা হৈছে।

যোৰহাট অভিযান্ত্ৰিক মহাবিদ্যালয়ত স্নাতকোত্তৰ পাঠ্যক্ৰমৰ অধীনত ইনষ্ট্ৰেমেণ্টেচন ইঞ্জিনিয়াৰিং পাঠ্যক্ৰম প্ৰৱৰ্তন কৰা হৈছে আৰু বৰ্তমান চলাই থকাও হৈছে।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ত থকা বি ফাৰ্মা পাঠ্যক্ৰমৰ বাবে সাহায্য মঞ্জুৰী দিয়া হৈছে আৰু বাকী থকা দেনাখিনিও পৰিশোধ কৰা হৈছে।

বিশ্ববেংক প্ৰকল্পৰ অধীনত বিভিন্ন পলিটেকনিক সমূহত চলাই থকা নিৰ্মাণ কাৰ্য অগ্ৰগতিৰ পথত।

বিশ্ববেংক প্ৰকল্পৰ অধীনত বিভিন্ন শ্ৰেণীৰ ৫২ টা পদ সৃষ্টি কৰা হৈছে আৰু ইয়াৰ কাম-কাজ চলাই থকা হৈছে।

## খাদ্য আৰু অসামৰিক যোগান বিভাগ

২৭৬০২ খন সুলভ মূল্যৰ দোকনৰ জৰিয়তে বিতৰণ ব্যৱস্থাৰ কাম-কাজ চলাই থকা হৈছে। গ্ৰামাঞ্চলত ২৪২৭৪ খন সুলভ মূল্যৰ দোকান-খুচুৰা বিক্ৰীকেন্দ্ৰ আৰু চহৰাঞ্চলত ৩৩২৬ খন খুচুৰা বিক্ৰীকেন্দ্ৰ আছে।

দৰিদ্ৰসীমা ৰেখাৰ তলত থকা লোকলৈ সকাহমূলক হাৰত (প্ৰতিকিলোত ২ টকা দৰত) ১৯৯২ চনতে আৰম্ভ কৰা চাউল যোগান ব্যৱস্থাটো এতিয়াও অব্যাহত আছে।

মুঠ ২৭,০০,৮০২ লোক সামৰি সংহত জনজাতি উন্নয়ন পৰিকল্পনাৰ অধীনত ৬৯ টা উন্নয়নখণ্ড আৰু পাৰ্বত্যাঞ্চলৰ ১৪টা উন্নয়ন খণ্ডত পুনৰুজ্জীৱিত ৰাজহুৱা বিতৰণ ব্যৱস্থা আঁচনি ৰূপায়ণ কৰিবলৈ লোৱা হৈছে।

ব্যক্তিগত ব্যৱসায়ীৰ জৰিয়তে ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ বাহিৰত উত্তম মানদণ্ডৰ কেৰাচিনতেল যোগান ধৰা ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছে। ৰাজহুৱা বিতৰণ ব্যৱস্থাৰ জৰিয়তে দিয়া কেৰাচিন যাতে মুকলি বজাৰলৈ যাব নোৱাৰে তাৰ বাবে উক্ত তেলত নীলা ৰং দিয়া হৈছে।

গাওঁ পঞ্চায়তৰ অধীনত প্ৰতিটো ৱাৰ্ডৰ বাবে এজন হকাৰক লাইচেঞ্চ দিয়া হৈছে।

অসমত ২৩ খন জিলা সংস্থা আৰু আটাইবোৰ জিলাক সামৰি এখন ৰাজ্যিক আয়োগ গঠন কৰা হৈছে।

গ্ৰাহক সুৰক্ষা আইন, ১৯৮৬ ৰ মৰ্মে গ্ৰাহক সুৰক্ষা পৰিষদ গঠন কৰা হৈছে। পৰিষদৰ বৈঠকবোৰ নিয়মীয়াকৈ বহি আছে।

অসমৰ জোখ-মাপ বিভাগটো 'কেলিব্ৰেশ্বন অৱ.ষ্টৰেজ টেংক'ৰ ক্ষেত্ৰত দেশৰ বাটকটীয়া স্বৰূপ। এই বিভাগে অন্যান্য ৰাজ্য, কেন্দ্ৰীয় শাসিত অঞ্চল যেনে-- মণিপুৰ, মেঘালয়, ৰাজস্থান, মধ্যপ্ৰদেশ, মহাৰাষ্ট্ৰ, গোৱা, আন্দামান আৰু নিকোবৰ, চিকিম, ত্ৰিপুৰা, পণ্ডিচেৰী, তামিলনাডু আদিৰ ৫১ জন বিষয়াক প্ৰশিক্ষণ দিছে।

প্ৰতিখন গাওঁ পঞ্চায়ত সমবায় সমিতি অঞ্চলত বহুমুখী মহিলা সমিতিৰ অধীনত মহিলাৰ বিশেষ সুলভ মূল্যৰ দোকান খোলাৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হৈছে।

## বন বিভাগ

৬.২৮ বৰ্গ কিলোমিটাৰ এলেকা সংৰক্ষিত বনাঞ্চললৈ ৰূপান্তৰিত কৰি মুঠ সংৰক্ষিত বনাঞ্চল ১৭,৫৬৮ বৰ্গ কিলোমিটাৰলৈ বৃদ্ধি কৰা হৈছে।

তেল আৰু প্ৰাকৃতিক গেছ আয়োগ, অইল ইণ্ডিয়া লিমিটেড আদিৰ দ্বাৰা তেল অনুসন্ধানকে সামৰি বিভিন্ন উন্নয়নমূলক কাৰ্যাৱলীৰ বাবে সৰ্বমুঠ ২.২৯ বৰ্গকিলোমিটাৰ বনাঞ্চল সংব্যৱহাৰ কৰা হৈছে আৰু অন্য অঞ্চলৰ ক্ষতিপূৰক বনানীকৰণাৰ্থে যথোপযুক্ত ব্যৱস্থা কৰা হৈছে।

বিভিন্ন আঁচনিৰ জৰিয়তে ১৮,৭৭৩.৩৯৫ হেক্টৰ মাটি বৃক্ষৰোপণৰ অধীনলৈ অনা হৈছে।

ব্যক্তিগত মাটিত ৰোপণ কৰিবৰ বাবে ৩৭.৯০ লাখ গছ পুলি জনসাধাৰণৰ মাজত বিতৰণ কৰা হৈছে।

৫৫৩ জন যুৱকক ফৰেষ্ট ৰেঞ্জাৰ, ফৰেষ্ট গাৰ্ড, অসম বন সংৰক্ষণ বাহিনীৰ চিপাহী হিচাপে নিযুক্তি দিয়া হৈছে। ১০০ জন আত্মসমৰ্পণকাৰী আলফাক বৃত্তিধাৰী ফৰেষ্টাৰ আৰু ফৰেষ্ট গাৰ্ড হিচাপে নিযুক্তি দিয়া হৈছে।

১৯৯৩ চনৰ মাৰ্চলৈ গঁড় পিয়লৰ কাম অনুষ্ঠিত হয় আৰু ১১৬৪ টা গঁড় কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত পোৱা হয়। ইয়াৰ বিপৰীতে ১৯৯১ চনত অনুষ্ঠিত পিয়লত ১১২৯ টা গঁড় পোৱা হৈছিল। ইয়াৰ উপৰিও এই পিয়লত পবিতৰা অভয়াৰণ্যত ৫৬ টা গঁড় পোৱা হৈছে। ১৯৯৩ চনৰ মাৰ্চ মাহলৈ ৰাজ্যখনত পোন প্ৰথমবাৰৰ বাবে বনৰীয়া হাতীৰ পিয়লৰ কাম অনুষ্ঠিত কৰা হয়। এই পিয়ল অনুসৰি ৰাজ্যখনত ৫৫২৪ টা বনৰীয়া হাতী পোৱা হয়।

১৯৯৩ চনত অনুষ্ঠিত বাঘ পিয়লত ৪৩০ টা বাঘ পোৱা গৈছে। ইয়াৰ বিপৰীতে ১৯৮৪ পিয়লত ৩৭৬ টা বাঘ পোৱা হৈছিল।

পবিতৰা অভয়াৰণ্যৰ কাষৰীয়া গাওঁসমূহত পৰিবেশ উন্নয়নৰ কাম হাতত লোৱা হৈছে।

ভাৰতৰ প্ৰয়াত প্ৰধানমন্ত্ৰীৰ স্মৃতি ৰক্ষাৰ্থে ওৰাং অভয়াৰণ্যৰ নাম নতুনকৈ ৰাজীৱ গান্ধী অভয়াৰণ্য হিচাপে নামাকৰণ কৰা হৈছে।

হাতীৰ উপদ্ৰৱ ৰোধ কৰিবৰ বাবে ভাৰত চৰকাৰৰ অনুমোদন সাপেক্ষে ১২ টা হাতী ধৰা হৈছে।

বন সংৰক্ষণ বিভাগে ২১ জন চোৰাং গঁড় চিকাৰীক নিধন কৰাৰ উপৰিও ৩৭ জনক গ্ৰেপ্তাৰ কৰাৰ লগতে ৩৭ টা আগ্নেয় অস্ত্ৰ আৰু ৩১৪ ৰাউণ্ড গুলী চোৰাং চিকাৰীৰ পৰা উদ্ধাৰ কৰিছে।

ডিব্ৰু-চৈখোৱা সংৰক্ষিত বনাঞ্চলক বায়'স্ফিয়াৰ সংৰক্ষিত বনাঞ্চললৈ ৰূপান্তৰিত কৰিবৰ কাৰণে ভাৰত চৰকাৰৰ লগত যোগাযোগ কৰা হৈছে।

## স্বাস্থ্য আৰু পৰিয়াল কল্যাণ বিভাগ

স্বাস্থ্য বিভাগৰ পৰিকল্পনা বাজেটত ১৯৯১-৯২ ৰ তুলনাত ১৯৯৪-৯৫ চনত ৪৩% ধন বৃদ্ধি কৰা হৈছে।

২৬ টা সমূহীয়া স্বাস্থ্য কেন্দ্ৰ আৰু ৯৬ টা প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰ স্থাপন কৰা হৈছে।

৩ খন মেডিকেল কলেজ হাস্পাতালকে ধৰি সহায়কাৰী প্ৰতিষ্ঠানসমূহ উন্নীত কৰা হৈছে।

জ্যেষ্ঠ চিকিৎসা আৰু স্বাস্থ্য বিষয়া পৰ্যায়ৰ ৪৪০ টা পদ আৰু মহকুমা চিকিৎসা আৰু স্বাস্থ্য বিষয়া পৰ্যায়ৰ ৪০৬ টা পদ সৃষ্টি কৰা হৈছে। স্বাস্থ্য আৰু চিকিৎসা বিষয়াৰ ৪০৬ টা পদ পূৰণ কৰা হৈছে।

আৰম্ভণিতে যাতে কৰ্কট ৰোগ চিনাক্তকৰণ কৰিব পৰা যায় এই উদ্দেশ্যে জিলা পৰ্যায়ত কৰ্কট নিয়ন্ত্ৰণৰ গোট স্থাপনৰ বাবে প্ৰচেষ্টা চলোৱা হৈছে।

ৰাষ্ট্ৰীয় এইড্‌চ নিয়ন্ত্ৰণ আৰু প্ৰতিৰোধ আঁচনিখনৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছে। এইড্‌চৰ ভয়াবহতাৰ বিষয়ে জনসাধাৰণৰ মনত সচেতনতা জগাই তোলাৰ উদ্দেশ্যে তেজৰ সুৰক্ষা আৰু নিৰীক্ষণৰ বিষয়ে শিক্ষামূলক আঁচনিসমূহ, তথ্যচিত্ৰ আৰু আন আন মাধ্যম সমূহৰ জৰিয়তে প্ৰচাৰ কৰা হৈছে।

জিলা পৰ্যায়ৰ হাস্পাতাল সমূহত দ্ৰুত পৰীক্ষাৰ সা-সুবিধা, ব্লাড বেংকৰ সুবিধা আদিৰ বাবে প্ৰস্তাৱ লোৱা হৈছে।

বেচৰকাৰী নাৰ্চিং হোম আৰু ডায়গনষ্টিক লেবৰেটৰী সমূহ নিয়ন্ত্ৰণ আৰু পৰিচালনা কৰাৰ বাবে "The Assam Health Establishment Act. 1993" আইন পাছ কৰা হয়।

ৰাষ্ট্ৰীয় মেলেৰিয়া নিৰ্মূল আঁচনি, ৰাষ্ট্ৰীয় অন্ধতা নিয়ন্ত্ৰণ আঁচনি, ৰাষ্ট্ৰীয় কুষ্ঠ নিৰ্মূল আঁচনি, ৰাষ্ট্ৰীয় আয়'ডিন অভাৱজনিত ৰোগ প্ৰতিৰোধ আঁচনিসমূহৰ কাম-কাজ পুৰ্ণগতিত চলাই থকা হৈছে।

পৰিয়াল কল্যাণ আঁচনি, সাৰ্বজনীন টীকা আঁচনি ইত্যাদিৰ ক্ষেত্ৰত যথেষ্ট সফলতা লাভ কৰা হৈছে।

৪.৭০ কোটি টকাৰ অত্যাধুনিক সা-সঁজুলিৰে তিনিওখন মেডিকেল কলেজ হস্‌পাতালত সকলো সুবিধা দিয়াৰ বাবে জোৰদাৰ প্ৰচেষ্টা চলোৱা হৈছে।

তিনিওখন মেডিকেল কলেজ হাস্পাতালত অনক'লজি শাখা স্থাপনৰ কাম-কাজ প্ৰায় সম্পূৰ্ণ হোৱাৰ পথত।

যোৱা তিনিটা বছৰত বি বৰুৱা কেন্সাৰ প্ৰতিষ্ঠানৰ বাবে ৭০ লাখ টকাৰ সাহায্য মঞ্জুৰী দিয়া হয়। সমিতি সমূহৰ পঞ্জীয়ন আইনৰ অধীনত অনুষ্ঠানটোক সমিতি হিচাপে পঞ্জীয়ন কৰা হয়।

গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ লগতে ১১০ টা পেয়িং ৰুমৰ এটা আধুনিক প্ৰকল্প নিৰ্মাণৰ বাবেও খচৰা প্ৰস্তুত কৰা হৈছে।

আই পি পি- আইনৰ অধীনত মাতৃ আৰু শিশু স্বাস্থ্য পৰিচালনা আৰু সেৱা সম্প্ৰসাৰণৰ বাবে ১০১.২২ কোটি টকাৰ এটা প্ৰকল্প নিৰ্মাণৰ প্ৰস্তাৱ সম্পৰ্কে বিশ্ব বেংকৰ সৈতে আলোচনা কৰা হৈছে ইয়াক সোনকালে ৰূপায়ণো কৰা হ'ব।

## উদ্যোগ বিভাগ

কুৰি দফীয়া আঁচনিৰ অধীনত ৮৬২৭ ক্ষুদ্ৰ উদ্যোগ গোট স্থাপনৰ জৰিয়তে ৩২০৯৮ জন লোকৰ নিয়োজনৰ ব্যৱস্থা কৰা হৈছে।

হস্ত শিল্পখণ্ডত ৮১৩৯ টা গোট স্থাপন কৰি ২১০৪৬ জন শিল্পীৰ নিয়োজনৰ সুযোগ উলিওৱা হৈছে।

অনুসুচীত জাতিৰ ১৬৭৮ আৰু অনুসুচীত জনজাতি (ভৈয়াম)ৰ ১৯৫৩ টা পৰিয়ালক দৰিদ্ৰতাৰ সীমাৰেখাৰ উৰ্দ্ধলৈ অনা হৈছে।

৭১৮ জন অনুসুচীত জাতি আৰু ১১৫০ জন অনুসুচীত জনজাতিৰ যুৱকক ধৰি ৯০১৫ জন নিবনুৱা যুৱকে এচ ই ই ইউ ওৱাই আঁচনিৰ অধীনত ঋণ পাইছে।

১৯৯৩ চনৰ ২ অক্টোবৰ তাৰিখৰ পৰা আৰম্ভ কৰা প্ৰধানমন্ত্ৰীৰ ৰোজগাৰ যোজনাৰ অধীনত স্বনিয়োজনৰ বাবে চহৰাঞ্চলৰ ৮১৮ জন যুৱকক ঋণ দিয়া হৈছে। চলিত বিত্তীয় বছৰটোত চহৰ আৰু গ্ৰামাঞ্চলৰ ৬৬০০ জন যুৱক উপকৃত হ'ব।

বিপথে পৰিচালিত যুৱকৰ পুনঃসংস্থাপন , স্বনিয়োজনৰ আঁচনি ল'বৰ বাবে ৪৮৬০ জন যুৱকক প্ৰশিক্ষণ দিয়া হৈছে আৰু ইয়াৰে ২৫৭১ জন যুৱকে ক্ষুদ্ৰ উদ্যোগত সেৱা আৰু ব্যৱসায় খণ্ডত তেওঁলোকৰ স্বনিয়োজন আঁচনি ৰূপায়ণ কৰাৰ বাবে ঋণ পাইছে।

ঔদ্যোগিক উদ্যোগীৰ স্মাৰক ৰাজ্যখনত ঔদ্যোগিক গোট স্থাপনৰ বাবে ভাৰত চৰকাৰৰ ওচৰত ৩২ খন উদ্যোগিক উদ্যোক্তাৰ স্মাৰক পত্ৰ দাখিল কৰা হৈছে। মুঠ বিনিয়োজনৰ পৰিমাণ হ'ল ৩৮০ কোটি টকা আৰু ইয়াৰ জৰিয়তে ৩০০০ জন লোকৰ নিযুক্তিৰ পথ উদ্ভাৱন হ'ব।

প্ৰাগ বছিমি চিনথেটিক লিমিটেডে যন্ত্ৰপাতি বহুওৱাৰ কাম সম্পূৰ্ণ কৰিছে। অসম ঔদ্যোগিক উন্নয়ন নিগম আৰু বোম্বে চিল্ক মিলচ লিমিটেডৰ যুটীয়া খণ্ডৰ এই প্ৰকল্পই বছৰি ২৫,০০০ টন পি অ'ৱাই -পি-এফ ৱাই উৎপাদন কৰিব। ১৯৯৪ চনৰ চেপ্তেম্বৰৰ পৰা ইয়াৰ কাম আৰম্ভ হোৱাৰ আশা আছে।

আমট্ৰনে ক'লা-বগা আৰু ৰঙীন টিভি উৎপাদন কৰিয়েই আছে। ৰাজ্যখনৰ ভিতৰ আৰু বাহিৰত 'ই পি এ বি এক্স' স্থাপন ভিত্তি তিনিগুণলৈ বৃদ্ধি কৰিছে। বোম্বেৰ এপ'ল উদ্যোগৰ সৈতে কৌশলগত সহযোগিতাৰে ব্যৱসায়িক হস্তান্তৰৰ বাবে এটা কম্পিউটাৰ কেন্দ্ৰও স্থাপন কৰিছে।

প্ৰায় ১২ লক্ষ টকা ব্যয়েৰে ডিব্ৰুগড়ৰ চৌপাশে থকা ৪২ খন চাহ বাগিচালৈ প্ৰাকৃতিক গেছৰ যোগান ধৰাৰ বাবে অসম গেছ কোম্পানীয়ে এক বৃহৎ আঁচনি সম্পূৰ্ণ কৰিছে। অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ কঠালগুৰি বিদ্যুৎ প্ৰকল্প আৰু মাইবেলা সম্প্ৰসাৰণ যোজনালৈ গেছ যোগান ধৰাৰ ক্ষেত্ৰত কোম্পানীয়ে তাৎপৰ্যপূৰ্ণ অগ্ৰগতি লাভ কৰিছে।

ভাৰত চৰকাৰৰ নীতিৰ আঁত ধৰি ৰুগ্ন ৰাজ্যিক প্ৰতিষ্ঠান বেচৰকাৰীকৰণ আঁচনিৰ অধীনত অসম ৰাজ্যিক বস্ত্ৰ নিগম আৰু অসম পলিটেক্স লিমিটেডৰ বেচৰকাৰীকৰণৰ বুজাবুজিৰ চুক্তিত চহী কৰা হৈছে।

ৰিলায়েন্স উদ্যোগ লিমিটেডৰ দ্বাৰা এটা গেছ ক্ৰেকাৰ প্ৰকল্প স্থাপন কৰাৰ বাবে বুজাপৰাৰ চুক্তিত চহী কৰা হৈছে। পৰামৰ্শদান, পৰিকল্পনা আৰু কাৰিকৰী তথ্য আৰু উদ্যোগীকৰণ উন্নয়নৰ দিশত উৎসাহ যোগাবলৈ ৰিলায়েন্স উদ্যোগ লিমিটেডে সন্মতি প্ৰকাশ কৰিছে।

অসম চুক্তিৰ প্ৰতিশ্ৰুতি অনুসাৰে অসম চৰকাৰ আৰু মেচাৰ্চ আই বি পি কোম্পানী লিমিটেডৰ যুটীয়া উদ্যোগত নুমলীগড় শোধনাগাৰৰ কাম আৰম্ভ কৰি থকা হৈছে। বছৰি ৩ নিযুত টন সাৰুৱা তেলৰ প্ৰক্ৰিয়া সামৰ্থৰে দেশীয় আৰু বাহ্যিক প্ৰযুক্তি কৌশলপুষ্ট ই এক মিশ্ৰিত ধৰণৰ অত্যাধুনিক শোধনাগাৰ হ'ব। এই প্ৰকল্পৰ আনুমানিক ব্যয় হ'ব ১৮৩০ কোটি টকা। এই শোধনাগাৰ প্ৰকল্পত ৭০০ জন দক্ষতাপ্ৰাপ্ত আৰু অদক্ষ লোকে প্ৰত্যক্ষভাৱে নিযুক্তি পাব আৰু ৭০০০ পৰা ৮০০০ লৈকে পৰোক্ষ নিযুক্তিৰ সুবিধা ওলাব। ইয়াৰ ফলত আনুষঙ্গিক, নিম্নস্তৰৰ আৰু ক্ষুদ্ৰ উদ্যোগ গঢ়ি উঠিব আৰু অঞ্চলটোৰ ঔদ্যোগিক আৰু আৰ্থসামাজিক উন্নয়ন অধিক বৃদ্ধি পাব।

অসম পেট্ৰোকেমিকেলচ্ লিমিটেডৰ 'ফৰমেল ডিহাইড প্লাণ্ট'ৰ ক্ষমতা ১০০ টিপিডি লৈ বৃদ্ধি কৰাৰ বাবে অনুমোদন দিয়া হৈছে। স্পেইনৰ ডেৰিভাদোচৰ পৰা যোজনাৰ বাবে শেহতীয়া প্ৰযুক্তি কৌশল লাভ কৰা হৈছে আৰু ইয়াৰ বাবে ১২ কোটি টকা বিনিয়োজন হ'ব।

উজনি অসমত সহযোগী খণ্ডত এটা ৫০,০০০ টিপিএ মেথানল প্লাণ্ট স্থাপনৰ বাবে অসম ঔদ্যোগিক উন্নয়ন নিগম আৰু কলিকতাৰ মেচাৰ্চ এলায়েড ৰেজিনচ এণ্ড কেমিকেলচৰ মাজত বুজাপৰাৰ চুক্তি স্বাক্ষৰিত হৈছে।

## জলসিঞ্চন বিভাগ

বৃহৎ, মজলীয়া আৰু ক্ষুদ্ৰ জলসিঞ্চন খণ্ডত ৪৬ হাজাৰ হেক্টৰ মাটিত অতিৰিক্ত সা-সুবিধা সৃষ্টি কৰা হৈছে। মুঠ পঞ্জীভুক্ত জলসিঞ্চন সা-সুবিধা হয়গৈ ৬.২৫ লাখ হেক্টৰ মাটিত।

মুঠ ৬৮,৯৭৬ হেক্টৰ জলসিঞ্চনৰ সম্ভাৱনীয়তাৰে নিৰ্মাণ কৰিব খোজা ধনশিৰি বৃহৎ জলসিঞ্চন প্ৰকল্পটোৰ বহুদিন ধৰি সমাধান নোহোৱাকৈ থকা বিষয়টো ৰাজকীয় ভূটান চৰকাৰৰ লগত পোনপটীয়া আলাপ আলোচনাৰ জৰিয়তে নিষ্পত্তি কৰা হৈছে।

ধনশিৰি জলসিঞ্চন আঁচনিৰ জৰিয়তে ১০,০০০ হেক্টৰত জলসিঞ্চন কৰা হৈছে।

১৩৪ টা ক্ষুদ্ৰ জলসিঞ্চন আঁচনি সম্পূৰ্ণ কৰা হৈছে। ১২টা বৃহৎ, মজলীয়া আৰু ক্ষুদ্ৰ জলসিঞ্চন প্ৰকল্পৰ কাম চলি আছে। প্ৰয়োজনীয় কাৰিকৰী অনুমতিৰ বাবে ৮ টা বৃহৎ-মজলীয়া আঁচনিৰ বিশদ প্ৰকল্প বিবৰণ ভাৰত চৰকাৰৰ কেন্দ্ৰীয় জল আয়োগৰ ওচৰত দাখিল কৰা হৈছে।

এটা অতিৰিক্ত মুখ্য অভিযন্তা (নিৰীক্ষণ আৰু অনুসন্ধা)ৰ পদ, এটা নতুন বিভাগ আৰু ৪টা নতুন মহকুমা সৃষ্টি কৰা হৈছে।

৪২ টা জন সহকাৰী অভিযন্তা আৰু ১০২ জন কনিষ্ঠ অভিযন্তাক নিযুক্তি দিয়া হৈছে।

১৭ টা ৰাজপত্ৰিত আৰু ১৫৯ টা অ-ৰাজপত্ৰিত পদ সৃষ্টি কৰা হয়।

## পঞ্চায়ত আৰু গ্ৰাম্য উন্নয়ন বিভাগ

চৰকাৰী সাহয্যৰ দ্বাৰা প্ৰতিষ্ঠানিক ঋণৰ জৰিয়তে সংহত গ্ৰাম্য উন্নয়ন আঁচনিৰ অধীনত ১,৪৭,৩৫৩ টা পৰিয়াললৈ আৰ্থিক সাহায্য দিয়া হৈছে।

নিৰ্দিষ্ট চিনাক্তকৰণ দলৰ ২৭,১৪৮ জন গ্ৰাম্য যুৱকক ট্ৰাইচেম আঁচনিৰ অধীনত বৃত্তিগত-কাৰিকৰী দক্ষতাৰ প্ৰশিক্ষণ দিয়া হয়।

অৰ্থ উপাৰ্জনৰ সুবিধা থকা কাম-কাজসমূহ হাতত লোৱাৰ উদ্দেশ্যে গ্ৰাম্যাঞ্চলৰ মহিলা আৰু শিশু উন্নয়ন আঁচনিৰ অধীনত ১৪৮৭ টা মহিলাৰ দল গঠন কৰা হৈছে।

জৱাহৰ ৰোজগাৰ যোজনাৰ অধীনত ৪৬৭ লাখ শ্ৰমদিন সৃষ্টি কৰা হৈছে।

ইন্দিৰা আবাস যোজনাৰ অধীনত অনুসুচিত জাতি আৰু অনুসুচিত জনজাতিৰ লোকলৈ নিম্ন মূল্যৰ থকা ঘৰ বিনামূল্যে দিয়া হৈছে।

বায়'-গেছ উন্নয়নৰ ৰাষ্ট্ৰীয় আঁচনিৰ অধীনত ২৪৪০ টা বায়'-গেছ প্ৰকল্প স্থাপন কৰা হৈছে।

উন্নত চুলাৰ ৰাষ্ট্ৰীয় আঁচনিৰ অধীনত ১,১৮৪৬০ টা উন্নত চুলা বিতৰণ কৰা হৈছে।

অনুসুচীত জাতি আৰু অনুসুচিত জনজাতিৰ লোকৰ বাবে বিনামূল্যে ২৮৩১ টা কুঁৱা খন্দাই দিয়া হয় আৰু নিযুত কুঁৱা আঁচনিৰ অধীনত আন ৯৫০ টা কুঁৱাৰ কাম চলাই থকা হৈছে।

৬৯ টা পুনৰুজ্জীৱিতকৰণ খণ্ডত ১৯৯৩ চনৰ ২ অক্টোবৰৰ পৰা ৰাজহুৱা বিতৰণ ব্যৱস্থাৰে সামৰি লোৱা ২০ খন জিলাত প্ৰণয়ন কৰা নিয়োগ নিশ্চিতকৰণ আঁচনি নামৰ নতুন নতুন আঁচনিখনৰ দ্বাৰা ৭২,৬২৩ জন লোক উপকৃত হৈছে।

